# প্ৰথম খণ্ড

## ( উপোদ্‌ঘাত )

অসমত বৈষ্ণৱধৰ্ম্মৰ চাৰিপৰ্ব্ব

শ্ৰীশ্ৰীদামোদৰদেৱ আৰু ব্ৰহ্মসংহতি



## শ্ৰীশ্ৰীহেমচন্দ্ৰ গোস্বামী সত্ৰাধিকাৰ প্ৰভুৰ কৃপাশীৰ্ব্বাদ

### শ্ৰীশ্ৰী গোবিন্দো জয়তি

১৮৭৯/৮০ শকত ভাৰতৰ বিভিন্ন স্থান আৰু তীৰ্থক্ষেত্ৰ সমূহ দৰ্শন কৰি অহাৰ পিছত অসমৰ বাহিৰৰ আমন্ত্ৰন নিমন্ত্ৰন ক্ৰমে নানা ঠাই পৰিভ্ৰমন কৰি থকা সময়ত বহু বিশিষ্ট লোকে আউনীআটী সত্ৰৰ এখনি বহুল বুৰঞ্জী লিখোৱাৰ পৰামৰ্শ আগবঢাইছিল। সত্ৰৰ বৈষ্ণৱ সকলেও এই বিষয়ত আমাক সততে অনুপ্ৰাণিত কৰি আছিল। কিন্তু কাক সেই গুৰু ভাৰ দিয়া হব — ইয়াৰেই অনুসন্ধানত থাকোঁতে বহুজনেই সেই সময়ৰ প্ৰাগ্‌জ্যোতিষ কলেজৰ অধ্যক্ষ, বিধান পৰিষদৰ অসম শাখাৰ কাৰ্য্যকাৰী সভাপতি আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰুতাশয় শ্ৰীযুক্ত তীৰ্থনাথ শৰ্ম্মা এম.এ দেৱেই এই কাৰ্য্যৰ উপযুক্ত লোক হব বুলি প্ৰস্তাৱ কৰিছিল। এই প্ৰস্তাৱ আমাৰো মনঃপুত হোৱাত, তেখেতৰো সম্মতি সাপেক্ষে এইভাৰ খনি তেখেতৰ ওপৰতে ন্যস্ত কৰা হল।

তেখেতেও আজি প্ৰায় কেইবা বছৰ কাল যথা সাধ্য পৰিশ্ৰমেৰে অনুসন্ধান আহৰণ, অনুশীলন, অধ্যয়ন আৰু আৱিষ্কাৰৰ স্থল পৰিভ্ৰমন কৰি আউনীআটী সত্ৰৰ বুৰঞ্জী গ্ৰন্থ খনিৰ পাণ্ডুলিপি এখনি যুগুতাই আমাৰ হাতত দিলেহি। পাণ্ডুলিপি খনি পাই আমাৰ ধাৰণা হল, তেখেতৰ সেই কঠোৰ পৰিশ্ৰম যথাৰ্থতে সাৰ্থক হৈছে। আউনীআটী সত্ৰ সম্পৰ্কে বহু গৌৰৱ দীপ্ত, অজ্ঞাত গুপ্ত-গৰ্ভস্থ, বিশিষ্ট তথ্য উদ্ঘাটন কৰি পৰিস্ফুট কৰাত তেখেত কৃতকাৰ্য্য হৈছে। ইয়াৰ দ্বাৰা জনসমাজত প্ৰবাদ স্বৰূপ থকা বহু অমূলক আৰু ধাৰণা বিদূৰিত হৈ প্ৰকৃত তথ্য অৱগত হবলৈ সমৰ্থ হব।

তেখেতৰ এই মহতী প্ৰচেষ্টাৰ কৃতজ্ঞতাৰ্থে পৰাৎপৰ পৰমেশ্বৰ শ্ৰীশ্ৰী গোবিন্দ মহাপ্ৰভুৰ পাদাৰবিন্দত সৰ্ব্বান্তঃকৰণে প্ৰাৰ্থনা জনোৱা হল, তেখেত যেন প্ৰভুৰ কৃপা বিকিৰণৰ যোগ্য পাত্ৰ হৈ উঠে। ইতি ২৮/৫/৯৬।

শ্ৰীশ্ৰীহেমচন্দ্ৰ দেৱ গোস্বামী আউনী:
সত্ৰাধিকাৰ গোস্বামী
২৮/৫/৯৬ শক

# পাতনি

সত্ৰৰ বুৰঞ্জী অসমীয়া সমাজৰ বা অসমীয়াৰ বুৰঞ্জীৰে এছোৱা। লগ পাতি জীৱন ভোগ কৰাৰ যি অসমীয়া সমাজপ্ৰণালী তাৰ গুৰিত সত্ৰবিলাকে দিয়া সঞ্জীবনী পানীৰ মূল্য অলপীয়া বুলি কোনেও আওকণীয়া ভাও জুৰিব নোৱাৰে। আউনীআটী-সত্ৰ অসমৰ এখন প্ৰমুখ সত্ৰ। স্থাপন হোৱাৰ দিন ধৰি সত্ৰই ৰজা আৰু প্ৰজা দুই ঘৰতে প্ৰভূত প্ৰভাৱ বিস্তাৰ কৰি আহিছে। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ আউনীআটীৰ শিষ্য অগণন সংখ্যাৰে ব্যাপক্ত হৈ আছে। ধৰ্ম্মাচৰণ আৰু সমাজ দুয়োফালৰ পৰা ৰাইজৰ জীৱনৰ লগত এই সত্ৰবিলাক কিবা নহয় কিবা সূত্ৰে বান্ধ খাই আছে। সেইগুণে আউনীআটী সত্ৰৰ কাহিনীও অসমৰ বুৰঞ্জীৰে এছোৱা।

এনে এখন সত্ৰৰ বুৰঞ্জীৰ প্ৰয়োজন ৰাইজ আৰু গুৰু দুয়োঘৰে বহুদিনৰ আগৰপৰা অনুভৱ কৰিছিল। আউনীআটীৰে সাতাম পুৰুষীয়া প্ৰপন্ন শিষ্য শ্ৰীযুত চন্দ্ৰকুমাৰ বৰুৱাৰ ১৮৮৭ শকতে ( ইং ১৯৬৫ ) প্ৰকাশিত হোৱা 'অসমৰ বৈষ্ণৱ ধৰ্ম্ম আৰু আউনীআটী সত্ৰৰ চমু বুৰঞ্জী' গ্ৰন্থখনে এই অভাব কিছু পৰিমাণে দূৰ কৰিছিল। এই পুথিত "আউনীআটী সত্ৰৰ বুৰঞ্জী স্বৰূপে এটি সংক্ষিপ্ত বৃত্তান্তও যুগুত কৰা হৈছে" বুলি গ্ৰন্থকাৰে নিজেই বিষয়ৰ সংক্ষেপ বৰ্ণনাৰ কথা স্বীকাৰ কৰিছে। এই পুথিৰ সমাদৰ কৰিও বৰ্ত্তমান সত্ৰাধিকাৰ শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ গোস্বামী প্ৰভুৱে আউনীআটী সত্ৰৰ এখন বিস্তৃত বুৰঞ্জী লিখিবলৈ মোক আজ্ঞা কৰে। সিও বহুত দিনৰ আগৰ কথা। মোৰ সময়ৰ সময়ৰ অভাৱ, শাৰীৰিক অসুস্থতা আৰু লগতে স্বভাৱগত দীৰ্ঘসূত্ৰিতাৰ কাৰণে কামটো আৰম্ভ কৰিবপৰা নাছিলো। ইতিমধ্যে শ্ৰীযুত চন্দ্ৰকুমাৰ বৰুৱাৰ গ্ৰন্থখনি হৈ যোৱা দেখি কামটো হৈ গ'ল বুলি ভাবি টলকা মাৰি আছিলো। পাছত প্ৰভুৰ পৰা আকৌ আজ্ঞা স্বৰূপে খৰধৰ কৰাৰ তাগিদ আহিল। এইবাৰ কামটো যদিও আৰম্ভ কৰিলো, পুথি পত্ৰবোৰ চাবলৈ সত্ৰলৈ যাব নোৱাৰা কাৰণে কামটো আধাতে থমকা মাৰিলে। শেহত ১৮৯৪ শকৰ কাতি মাহত মাজুলীলৈ গৈ পুথি-পত্ৰবোৰ চাই প্ৰায় দুসপ্তাহ কাল সত্ৰপ্ৰবাস খাটি উপদানবোৰ সংগ্ৰহ কৰিবলৈ সুযোগ পালোঁ, তাৰ পাছৰ পৰাহে গ্ৰন্থখন নিয়মিতভাবে লিখিবলৈ আৰম্ভ কৰিলো বুলিব লাগে।

আউনীআটী সত্ৰৰ বুৰঞ্জী লিখাত প্ৰকৃততে মই যন্ত্ৰহে, যন্ত্ৰী বৰ্ত্তমানজনা অধিকাৰ প্ৰভু। এই গ্ৰন্থৰ কাৰণে প্ৰভুৱে অশেষ চিন্তা আৰু আগ্ৰহ দেখুৱাই

আহিছে। যেতিয়াই যি সমল লাগে বুলিছো তাক অবিলম্বে পোৱাৰ দিহা কৰি যি দিছেই সময়ে সময়ে মূল্যবান পৰামৰ্শ আগবঢ়ায়ো মোক কৃতাৰ্থ কৰিছে। পাণ্ডু-লিপিখনো অশেষ পৰিশ্ৰম কৰি মনোযোগেৰে পঢ়ি চাই যত আসোঁৱাহ আছিল আঙুলিয়াই দিছে। এই সকলোবোৰ প্ৰভুৰ কৃপাশীৰ্ব্বাদ।

বহুতদিনৰ আগৰ কথা, শক তাৰিখ মনতেই নাই। এদিন জাৰকালি আবেলি শ্ৰদ্ধেয় দদাইদেউ বেনুধৰ শৰ্ম্মাৰ ঘৰলৈ ফুৰিবলৈ গৈছিলো। তেখেত কেইদিনমান আগতে মাজুলীৰ সত্ৰবোৰ ফুৰি চাকি ঘৰ আহি পাইছিলহে। দুয়ো ফুৰিবলৈ যোৱাৰ কথা ওলালত তেখেতে ভিতৰলৈ গৈ কোট চোলাটো পিন্ধি হাতত দুডাল বেতৰ লাখুটি লৈ ওলাই আহিল। তাৰে এডাল লাখুটি মোক দি কলে, “এই ডাল আউনীআটীৰ পৰা অনা, তোমাক দিলো” আৰু ইডাল দেখুৱাই কলে, “এই ডাল দক্ষিণপাটৰ পৰা অনা, মই লৈছোঁ।” দুয়ো গুৱাহাটীৰ বাটত ফুৰিবলৈ ওলালো।’ তেখেতৰ হাতত দক্ষিণপাটৰ লাখুটি, মোৰ হাতত আউনীআটীৰ লাখুটি। আমাৰ এজনেও সপোনতো ভবা নাছিলো যে লাখুটি দুডালৰ চিন দেখুৱাই মহাপ্ৰভু ৺গোবিন্দ আৰু ৺যাদৱৰায়ে তলে তলে এইখন পাঙি থৈছিল। তেখেতে দক্ষিণপাট সত্ৰৰ বুৰঞ্জী লিখাৰ বাব পালে, মোৰ গাত আউনীআটী সত্ৰৰ বুৰঞ্জী লিখাৰ গুৰুভাৰ পৰিল। অন্তৰ্য্যামীৰ মহাপ্ৰভুসকলৰ ইচ্ছা এইদৰেই প্ৰকাশ পায়।

এই গ্ৰন্থ লিখোঁতে কাৰপৰা কিমান সহায়তা আৰু পৰামৰ্শ পাইছিলো তাৰ লেখ-জোখেই নাই। তথাপি কেইটামান নাম নল’লে আগুণকাৰী হ’ব লাগিব। ডেকা সত্ৰাধিকাৰ শ্ৰীশ্ৰীবিষ্ণুচন্দ্ৰদেৱ প্ৰভুৰ লগত নানা বিষয় আলোচনা কৰোঁতে বহুত কথা জানিবলৈ সুযোগ পাইছিলো। প্ৰভুলৈ এই ছেগতে সেৱা জনালো। সত্ৰৰ শ্ৰীদুৰ্লভচন্দ্ৰ বৰপূজাৰী, শ্ৰীদীননাথ নামলগোৱা, শ্ৰীযোগেশ্বৰ মুক্তিয়াৰ, শ্ৰীমাণিকচন্দ্ৰ বৰা মেনেজাৰ আৰু শ্ৰীখগেন্দ্ৰ লেখাৰু আদিৰ পৰাও আনৰূপে জানবলৈ সুবিধা নথকা বহুত কথা জানিবলৈ পাইছিলো। তেখেতসকললৈ সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

শ্ৰদ্ধেয় বেনুধৰ শৰ্ম্মা ডাঙৰীয়াৰ পৰাও নানা ইঙ্গিত, পৰামৰ্শ আৰু লাগতিয়াল সূচনা পাই আছিলো। কিবা এটা পুৰণিকলীয়া কথাৰ বিষয়ে মোৰ মনত আঁৰ লাগিলেই তেখেতৰ গুৰি পাওঁগৈ। তেখতলৈকো প্ৰণাম।

এই গ্ৰন্থৰ পাণ্ডুলিপি প্ৰস্তুত কৰাত শ্ৰীমতী পূৰ্ণিমা আৰু ৰেখাদেৱী এম, এ, ই অশেষ পৰিশ্ৰম কৰাত তেওঁবিলাকৰ সুখৰ কাৰণে ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা জনাইছো। মোৰ সহধৰ্ম্মিণী শ্ৰীমতী নিৰ্ম্মলাদেৱী আৰু আমাৰ জীয়ৰী শ্ৰীমতী মনীষাই মোৰ চকুৰ অসুখৰ সময়ত মুখেৰে কৈ যাওঁতে লিপিকাৰিণীৰ কাম কৰি দিছিল। ৺গোবিন্দ মহাপ্ৰভুৰ কৃপাৰ অৰ্থে তেওঁলোক দুয়োৰে নাম দুটা লৈ থলো। গুৱাহাটী

দচপুৰৰ গোপাল বৰো হাইস্কুলৰ সংস্কৃতৰ শিক্ষক শ্ৰীমান নগেন্দ্ৰনাথ শৰ্ম্মাই প্ৰেছ-লিপিটো প্ৰস্তুত কৰি দিয়া বাবে তেওঁৰো শলাগ লৈছো।

নবজীৱন প্ৰেছৰ গৰাকীসকলে এই দুৰ্দ্দিনতো এই বৃহৎ গ্ৰন্থ ছপাই দিবলৈ গাত নোলোৱাহেতেন গ্ৰন্থখন প্ৰকাশ পাওঁতে কিজানি আৰু পলম হ'লহেতেন। তেখেতসকলৰ পৰিশ্ৰম আৰু সুপৰামৰ্শইহে এই কামটোৰ সফল সমাপ্তি ঘটাইছে। তেখেতসকলৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিছো।

শেহত যিজনৰ কৃপাত গ্ৰন্থখন নিৰ্বিঘ্নে সমাপ্ত হ'ল সেই ৺গোবিন্দ মহাপ্ৰভুলৈ শতকোটি দণ্ডৱত জনাই সামৰণি মাৰিলো। ইতি—

ভৰলুমুখ
গুৱাহাটী
৩০ বহাগ ১৮৯৬ শক

গোবিন্দপদাৰবিন্দমধুপ
শ্ৰীতীৰ্থনাথ শৰ্ম্মা

# স্থূল বিষয়-সূচী

## প্ৰথম খণ্ড

( উপোদ্‌ঘাত )



## দ্বিতীয় খণ্ড

( আৰম্ভকাল, ১৪৭০—১৫৮০ শক )



## তৃতীয় খণ্ড

( বিস্তাৰকাল, ১৫৮০—১৭০৭ শক )



## চতুৰ্থ খণ্ড

( বিপত্তিকাল, ১৭০৭—১৭৬০ শক )



## পঞ্চম খণ্ড

( ইংৰাজ আৰু স্বৰাজৰ কাল, ১৭৬০—বৰ্ত্তমানলৈকে )

## ষষ্ঠ খণ্ড

( সত্ৰৰ পন্থা, শাসন আৰু সংস্কৃতি )



## পৰিশিষ্ট খণ্ড

উপোদ্‌ঘাত

# অসমত বৈষ্ণৱ ধৰ্ম্মৰ চাৰি পৰ্ব্ব

***পাঞ্চৰাত্ৰ পৰ্ব্ব—***

অসমত বৈষ্ণৱ ধৰ্ম্মৰ অবিনাশী বীজ কেতিয়া কেনেকৈ উফৰি পৰিল ঠাৱৰকৈ কোৱা টান। কিন্তু চতুৰ্থ-পঞ্চম খ্ৰীষ্টীয় শতিকাৰ পৰাইযে ই গজালি মেলিছিল সেই কথাৰ অনুমান কৰিবলৈ থল আছে। আদি গুপ্তযুগৰ অন্যান্য প্ৰভাৱৰ লগতে ভাগৱত ধৰ্ম্ময়ো অসমত প্ৰৱেশ কৰিছিল; অলপ সময়ৰ ভিতৰতে ৰাজসমাদৰেৰে টনকিয়াল হৈ থিতাপিও লৈছিল। সপ্তম শতাব্দীৰ ভাস্কৰ বৰ্ম্মাৰ আজুককাক ষষ্ঠ শতাব্দীৰ মহাভূতি বৰ্ম্মায়ো নিজকে পৰম ভাগৱত বুলি শিলালিপিত ঘোষণা কৰিছিল। প্ৰায় ত্ৰয়োদশ শতিকালৈকে ভাৰতৰ পূৰ্ব্বখণ্ড কামৰূপতো পাঞ্চৰাত্ৰসম্মত ভাগৱত ধৰ্ম্মই আপোন প্ৰাধান্য বিস্তাৰ কৰি ৰজা প্ৰজাৰ আনুগত্য ভোগ কৰিছিল। বৰ্ত্তমানলৈকে অসমৰ বিভিন্ন স্থানত পোৱা অসংখ্য বিষ্ণুমূৰ্ত্তিৰ প্ৰকাৰবিলাকেও এই কথাকে প্ৰমাণ কৰে। সোঁৱে বাৱেঁ শ্ৰী আৰু সুৰস্বতীৰ সৈতে বাসুদেৱমূৰ্ত্তি সকলো ঠাইতে আছে। অসমতো অসংখ্য আছে, কিম্বা পোৱা গৈছে। অকল এই ধৰণৰ বাসুদেৱ-মূৰ্ত্তিয়েই পাঞ্চৰাত্ৰ প্ৰভাৱৰ কথা ঠাৱৰাব নোৱাৰে; পুৰাণত বৰ্ণিত মূৰ্ত্তিও এনে ধৰণৰেই। পাছে সম্মুখৰ সোঁহাতত বৰদ মুদ্ৰা বা অভয় মুদ্ৰা পালে বা অক্ষসূত্ৰ ধাৰণ কৰা থাকিলে সেই মূৰ্ত্তি পাঞ্চৰাত্ৰ সংহিতাত ব্যৱস্থিত মূৰ্ত্তি বুলি সহজে ধৰিব পাৰি। পাঞ্চৰাত্ৰ সংহিতাবোৰতহে বাসুদেৱৰ এনে মূৰ্ত্তিৰ পৰিকল্পনাৰ ব্যৱস্থা আছে[১]। অসমত পোৱা অভয় বা বৰদ মুদ্ৰা আৰু অক্ষমালা

---

১। পৌষ্কৰ সংহিতাত তআছে—

আন্তঃ পানিশ্চতুৰ্ণাংৱৈ দক্ষিণে ত্বোভয়প্ৰদঃ।
বৰপ্ৰদো বা ভক্তানাং ধাতব্যামলেক্ষণ॥
ৱামং শঙ্খোদ্বহং বিদ্ধি নানাহ্নিত্যা চতুৰ্ষ্পি।
আদ্যন্ত পশ্চিমাভ্যাং তু ৱামদক্ষিণয়োঃ পুনঃ
কালচক্ৰং গদাং গুৰ্ব্বীমচ্যুতস্তাৱধাৰৱ। ৩৬।১৩৯-৪০

সাত্বত তন্ত্ৰ পাঞ্চৰাত্ৰবো ১২।৯১—৯৫ দ্ৰষ্টব্য। অক্ষমালাযুক্ত বিষ্ণুৰ উল্লেখ অহিৰ্বুধ্ন্য সংহিতাত আছে।

থকা মূৰ্ত্তিও পোৱা গৈছে। আনকি শুক্লেশ্বৰ পৰ্ব্বতৰ পিঠিত ব্ৰহ্মপুত্ৰৰ ফালে মুখ কৰি থকা বোধজনাৰ্দ্দন মূৰ্ত্তিও পাঞ্চৰাত্ৰ সংহিতা কল্পিত এক বিশেষ মূৰ্ত্তি[২]। ইয়াৰ উপৰি আজিও পূজা-সেৱা চলি থকা মাধৱ, অশ্বক্ৰান্ত প্ৰভৃতি মন্দিৰত পৰম্পৰাই চলি অহা পূজা প্ৰণালীত পাঞ্চৰাত্ৰ পদ্ধতিৰ চিন-মোকাম এতিয়াও পাবলৈ আছে। সেই কালৰ দুই এখন তাম্ৰলিপিয়েও এই কথাৰ পৰোক্ষ সাক্ষ্য দিয়ে। বৰ্ত্তমানতো ৰঘুনন্দনৰ মত গ্ৰহণ নকৰি আগৰেপৰা চলি থকা বিধি অনুসাৰে সকলো শাস্ত্ৰীয় কৰ্ম্ম কৰা অসমৰ প্ৰাচীন বুলি খ্যাত ব্ৰাহ্মণ শ্ৰেণীৰ মাজত চলিত পূজা-পদ্ধতিয়েও পাঞ্চৰাত্ৰ-সন্মত ভাগৱত ধৰ্ম্মৰ পৰম্পৰাকে বহন কৰি আহিছে।

দ্বাদশ শতাব্দীলৈকে যে অসমত বিষ্ণুধৰ্ম্মৰে পয়োভৰ আছিল তাৰ সাক্ষ্য নিদিবলগীয়া পুৰাণ এখনে দিয়ে। সেইখন হৈছে কামৰূপতে ৰচিত কালিকা-পুৰাণ। আচৰিত কথা যে শাক্ত গ্ৰন্থ হৈয়ো এই পুৰাণে বিষ্ণুবন্দনাৰে আৰম্ভ কৰিছে। বিষ্ণুকে সৃষ্টিৰ পৰম কাৰণ ৰূপে বৰ্ণনা কৰিছে[৩], প্ৰলয়তো সকলো বিষ্ণুতে[৪] মাৰ যায় বুলি স্পষ্টভাষাৰে সিদ্ধান্ত দিছে। আনকি বিষ্ণুমায়াৰূপেহে কামাখ্যাদেবীৰ মহিমা কীৰ্ত্তন কৰিছে। ইপিনে কিন্তু দেৱীপুৰাণে দেবীক বিষ্ণুমাতা বুলি ওখ আসন দিছে, ইয়াৰ লগত কালিকা পুৰাণৰ বিষ্ণুমায়া বোলাৰ ভাবিবলগীয়া কথা। ইপিনে কিন্তু দেবী ভাগৱতত বিষ্ণুৱে নিজমুখে কৰা "শক্ত্যাধীনোহস্মি সৰ্ব্বথা" "নাতঃ পৰতৰং কিঞ্চিদ্ জানামি" "তামেৱ সততং শক্তিং ধ্যায়ামি চ নিৰন্তৰম্" (সেই শক্তিকে মই বিৰতি নোহোৱাকৈ ধ্যান কৰি থাকো) ইত্যাদি দেবী মাহাত্ম্য-কীৰ্ত্তনৰ কথা ৰিজাই চাবলগীয়া। অকল ইমানেই নহয়, কালিকা পুৰাণে বিষ্ণু-সাযুজ্যকে পৰম মুক্তি বুলি বহুত ঠাইত গুণ গাইছে। পুৰাণখনে বিষ্ণুক পৰমেশ্বৰ বুলিছে আৰু বিষ্ণুপূজাৰো গুণগান বহুত ঠাইত কৰিছে। এইবোৰত নিৰ্দ্দিষ্ট পূজা-পদ্ধতি পাঞ্চৰাত্ৰ তন্ত্ৰমতেও আছে আৰু শাক্ত তন্ত্ৰ মিহলোৱা পূজাক্ৰমৰ বিৱৰণো পোৱা যায়।

দেৱীপুৰাণ এখনত বিষ্ণুক ইমান প্ৰাধান্য দিয়াৰ কাৰণ ঘাইকৈ দুটা।

---

২। নিস্পন্দং বোধভাৱেন তন্ত্ৰৱাক্তং স্বৱেদ্বহিঃ—সাত্বত ১২।৯১—৯৪ অথবা
মগধামণ্ডলে বিপ্ৰ মহাবোধধৰাশ্ৰিতঃ
সংস্থিতো লোকনাথাত্মা দেৱদেৱো জনাৰ্দ্দনঃ। পৌষ্কৰ ৩৬।৩৮০

৩। কালিকা পুৰাণ ২৫-২৬

৪। একে

কালিকা-পুৰাণ দশম বা একাদশ শতিকাত অসমতে লিখা হৈছিল। কামাখ্যা দেৱীৰ মাহাত্ম্য আৰু পূজা-পাৰ্ব্বণৰ গৌৰৱ কীৰ্ত্তন কৰাই ইয়াৰ উদ্দেশ্য আছিল। পাছে অসমত সেইকালত বিষ্ণু-উপাসনা জনসমাদৃত ধৰ্ম্ম আছিল। বিষ্ণুপন্থৰ লোকৰ সংখ্যা সৰহীয়া বা প্ৰভাবশালী আছিল। কালিকা পুৰাণকাৰৰ পক্ষে তাৰ প্ৰভাৱৰ বিদূৰত থকা সম্ভৱ নাছিল। সহনশীলতা আৰু সমিলমিলৰ মাজেদি পুৰাণকাৰে কামাখ্যাদেবীৰ পীঠস্থানৰ মহত্ত্ব স্থাপন কৰিবলৈ চেষ্টা কৰিছিল। অনুমান, বিষ্ণুৰ পৰমেশ্বৰত্ব সম্বন্ধে সেই কালত অসমৰ হিন্দু সমাজত নিশ্চয় বিৰোধভাব নাছিল। কালিকা পুৰাণকাৰেও সেই সম্পৰ্কে দ্বিমত পোষণ কৰা নাছিল বা কৰিবলৈ সাহ নকৰিছিল।

কালিকাপুৰাণকাৰৰ গৌণ উদ্দেশ্য সম্ভৱতঃ আৰু এটা আছিল। পূৰ্বাপৰ প্ৰচলিত পাঞ্চৰাত্ৰ তন্ত্ৰোক্ত বিষ্ণুপূজাত শাক্ত তন্ত্ৰ মিলন কৰি বিষ্ণু-উপাসক-সকলৰ মাজত শাক্ততন্ত্ৰোক্ত পূজাৰ প্ৰচলন কৰাৰ কাৰণেও কালিকা পুৰাণৰ আগ্ৰহ আছিল। ভূতশুদ্ধি, অঙ্গন্যাস, কৰন্যাস আদিৰ তন্ত্ৰোক্ত আচাৰবোৰক বৰকৈ আগভাগ দি বিষ্ণু-পূজাৰ সবিস্তাৰ উপদেশ দিছে। আনকি ইয়াকো কৈছে যে পূজা নকৰি চতুৰ্বিধ ন্যাস কৰিলেও বিষ্ণু সাযুজ্য লাভ কৰিব পাৰি[৫]। ব্যূহ ব্যূহান্তৰৰ ঠাইত যোগী-যোগিনীৰ সমাবেশো এনে এটা লুকুৱা প্ৰচেষ্টা বুলি ধৰিব পাৰি[৬]। বিষ্ণুৰ বামাচাৰ সাধনাৰ উপদেশ দিবলৈকো কালিকা পুৰাণ পাছ হোঁহকা নাই। নৰসিংহ আৰু বালগোপালক বিষ্ণুৰ বামাত্মিকা মূৰ্ত্তি বুলিছে, আৰু এওঁলোকৰ পূজা বামাচাৰ পদ্ধতিৰে কৰাৰ ব্যৱস্থা আৰু উপদেশ এই পুৰাণত আছে[৭]। মুঠতে সেই সময়ৰ প্ৰচলিত ভাগৱত ধৰ্ম্মৰ পাঞ্চৰাত্ৰোক্ত উপাসনাত শক্তিতন্ত্ৰৰ ৰহণ সানিবলৈ এই পুৰাণে যত্ন কৰিছে। এই কামত কিমানখিনি সফল হৈছিল, সমাজত শক্তিতন্ত্ৰ-প্ৰধান বিষ্ণু-উপাসনা কিমান প্ৰবল হৈছিল ঠাৱৰকৈ কোৱা টান। পাছে বিষ্ণু-উপাসনাতো শক্তিতন্ত্ৰৰ কিছু অঙ্গ সোমাই গ'ল আৰু এতিয়াও তাৰ চিন অলপ নহয় অলপ পোৱা যায়। শাক্তপন্থীসকলৰ বিষ্ণু বা আন দেৱতাৰ পূজাত এই প্ৰভাব ততোধিক। বিষ্ণুৰ বামাত্মিকা মূৰ্ত্তিৰ বামাচাৰোক্ত পদ্ধতিৰ পূজা অৱশ্যে নিটিকিল। সেইবোৰ

---

৫। বিনাপি পূজনং যস্তু ন্যাসং কুৰ্য্যাৎ চতুৰ্ব্বিধম্।
স ধীৰো বিষ্ণুসাযুজ্যম্ আপ্নোতি পৰমং পদম্॥

৬। কাঃ পুঃ ৮।২৩

৭। কাঃ পুঃ ৭৪।২০৭—২০৮

কথা গাবলৈ নগৈ আমি ইমানকে কব পাৰো যে পাঞ্চৰাত্ৰানুসাৰী ভাগৱত ধৰ্ম্মৰ প্ৰচাৰ অসমত ত্ৰয়োদশ শতাব্দীলৈকে চলি আছিল। কালিকা পুৰাণে শক্তি তন্ত্ৰৰ বোল দিবলৈ যত্ন কৰিছিল যদিও সি ব্যাপকভাবে সেইকালৰ বিষ্ণুপন্থী সমাজত সমাদৃত হৈছিল বুলি ভাবিবৰ থল নাই।

মুঠতে প্ৰায় ত্ৰয়োদশ শতিকালৈ অসমত যি বৈষ্ণৱ ধৰ্ম্ম অধিকাধিক প্ৰচলিত আছিল সি পাঞ্চৰাত্ৰানুসাৰী ভাগৱত ধৰ্ম্ম। পিছলৈ বৈষ্ণৱ সাধনাৰ প্ৰকাৰ সলনি হ'লেও নামটো বহুত কাললৈকে মানুহৰ মুখত বাগৰি আছিল। ৰামচৰণকৃত শঙ্কৰ-চৰিতৰ মতে শ্ৰীশঙ্কৰে শ্ৰীদামোদৰক পাঞ্চৰাতি ভকতিৰ মহিমাৰ কথা এইদৰে কৈছিল—

শুনিয়োক দ্বিজোত্তম লভি ভাৰতত জন্ম
ভকতি কৰিলে পাঞ্চৰাতি।
নাই-নাই তাক সৰি জানিবা নিশ্চয় কৰি
দেৱতো অধিক সিটো আতি॥

শঙ্কৰ-চৰিত ২৮৮৩

কীৰ্ত্তন পুথিৰ অৱতাৰ বৰ্ণনাত পাঞ্চৰাত্ৰ তন্ত্ৰ আচৰিলে মহামোক্ষ পদ পায় বুলি পাঞ্চৰাত্ৰ বিধিৰ প্ৰশংসা কৰা আছে ( পদ ১৬ )। ওৰেষা বৰ্ণনাত আছে "পাঞ্চৰাত্ৰ বিধি কৰিয়া পূজা কৰন্ত স্তুতি ইন্দ্ৰদ্যুম্ন ৰাজা॥" ( পদ ২১৭৪ )।

এইবিলাক উল্লেখেও অসমত পূৰ্ব্বতে পাঞ্চৰাত্ৰানুসাৰিণী বিষ্ণু-উপাসনাৰ ব্যাপকতাৰ অনুমান প্ৰৱলতৰ কৰে। তথাপি যে একশৰণ শ্ৰৱণ-কীৰ্ত্তনপ্ৰধান ধৰ্ম্মকো ৰামচৰণ ঠাকুৰে পাঞ্চৰাতি ভকতি বুলিছে তাৰ কাৰণ হৈছে সমাজ স্মৃতিত চুচৰি অহা নামটোৰ হাত এৰাবপৰা নাছিল। যদিও প্ৰকাৰত নামধৰ্ম্ম ক্ৰিয়াবহুল পাঞ্চৰাত্ৰিক ভাগৱতধৰ্ম্মৰ লগত সম্পূৰ্ণ একে বস্তু বুলি খাজ খুৱাই দিব নোৱাৰি, তথাপি পুৰণি নামটো ওলমি থাকিল।

এই আদি কালছোৱাত প্ৰচলিত থকা পাঞ্চৰাত্ৰপৰ বিষ্ণু-উপাসনাই অসমত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰথম পৰ্ব্ব।

## *দ্বিতীয় পৰ্ব্ব—পৌৰাণিক কৃষ্ণধৰ্ম্ম—*

আদি যুগৰ বৈষ্ণৱ সাধনা প্ৰধানকৈ মূৰ্ত্তি-পৰায়ণ, পূজা প্ৰপঞ্চৰে সমৃদ্ধ আৰু ক্ৰিয়াবহুল। পাঞ্চৰাত্ৰ সংহিতা, বৈখানস আগম আদিত এই প্ৰকাৰৰ বিষ্ণু উপাসনাৰ কথাই প্ৰপঞ্চি কোৱা আছে। পিছলৈ শাক্ত তন্ত্ৰৰ ন্যাস

আদি ক্ৰিয়া-কলাপেও তাত মৃদু অনুপ্ৰবেশ কৰিছিল। ভক্তিৰ গাঢ়তা জোখাৰ তুলাচনী আছিল আৰম্বৰ আৰু ক্ৰিয়াবহুলতা। মহাৰাজ ধৰ্ম্মপালৰ পুষ্পভদ্ৰা তাম্ৰশাসনত গ্ৰহীতা ব্ৰাহ্মণজনৰ গুণ কীৰ্ত্তন কৰোতে কোৱা হৈছে যে তেওঁ ল'ৰা কালৰেপৰা মাধৱৰ ভক্ত আছিল, মাধৱৰ চৰণত বিবিধ উপচাৰ সামগ্ৰী আৰু ক্ৰিয়া-কলাপেৰে পূজা কৰিছিল ( পূজাপ্ৰপঞ্চৰচনা )[৮]। মুঠতে আদিছোৱাত অসমত প্ৰচলিত বৈষ্ণৱ-সাধনা সামগ্ৰীপ্ৰচুৰ আৰু ক্ৰিয়া-প্ৰধান ভক্তিৰ ওপৰত প্ৰতিষ্ঠিত আছিল। পিছৰ বৈষ্ণৱ সাধনাৰ আবেগময়তাই ( emotionalism ) তেতিয়াও নিজৰ স্থান দহদহীয়া কৰি লব পৰা নাছিল। ভাৰতৰ অন্যান্য স্থানত দ্বাদশ শতাব্দীৰ আৰম্ভৰপৰাই আবেগময়ী ভক্তিয়ে গা দাঙিবলৈ কুকং-কাৰাং কৰিছিল সঁচা, কিন্তু অসমে তেতিয়াও তাৰ ভাগ পোৱা নাছিল। ইয়াৰ কাৰণ হৈছে আবেগময়ী বা প্ৰেমময়ী ভক্তিৰ পৰমাশ্ৰয় লীলাপুৰুষ শ্ৰীকৃষ্ণই সেই কালছোৱাত বৈষ্ণৱ সাধকৰ কল্পনাত ৰাজসিংহাসন লাভ কৰিব পৰা নাছিল। বিষ্ণুৰ বিভিন্ন ৰূপকল্প বাসুদেৱ, লক্ষ্মীনাৰায়ণ, আদিত্য-মণ্ডল মধ্যৱৰ্ত্তী আৰু ক্ষীৰোদসমুদ্ৰশায়ী নাৰায়ণ আদিয়েই সেইকালত ভক্তসকলৰ ধ্যান, জপ আৰু পূজা প্ৰপঞ্চৰে সৈতে উপাস্য মূৰ্ত্তি আছিল। চতুৰ্থ দশকৰ আগলৈকে কৃষ্ণৰ স্থান আছিল চকুত নপৰা গৌণ বিধৰ। প্ৰাক-আহোম যুগৰ আবিষ্কৃত মূৰ্ত্তিৰ ভিতৰত কৃষ্ণমূৰ্ত্তি সৰহীয়াকৈ পোৱা নাই। যি দুই চাৰিটা পোৱা গৈছে সেই কেইটা কোনো মন্দিৰৰ মূল বিগ্ৰহৰ শাৰীত নপৰে। কামাখ্যা মন্দিৰৰ পশ্চিমৰ দুৱাৰৰ খোপত সজাই থোৱা বেণুগোপাল মূৰ্ত্তিয়ে তোৰণ দুৱাৰৰ মণ্ডনৰূপেহে স্থান পাইছে, পূজনীয় বিগ্ৰহৰূপে নহয়। কামৰূপৰ তাম্ৰশাসনবিলাকেও কৃষ্ণ নামৰ পৰিবৰ্ত্তে হৰি, বিষ্ণু আদি নামেৰেহে নৰক বধ আদিৰ উল্লেখ কৰিছে। একাদশ শতিকাত ৰচিত কালিকাপুৰাণতো কৃষ্ণ বুলি উল্লেখ কৰিবলগীয়া উচিত স্থলতো বিষ্ণুনামেৰে বৰ্ণনীয় বিষয়ৰ কাম চলাইছে। অসমত তেতিয়াও শ্ৰীকৃষ্ণ 'ভজনীয় ভগবান্ স্বয়ম্'ৰূপে অধিষ্ঠিত হোৱা নাছিল, আৰু নাছিল বাবে প্ৰেমময়ী আবেগপৰ বৈষ্ণৱ সাধনাই ঠাই উলিয়াবলৈ সুবিধা পোৱা নাছিল।

ভগৱৎ-পাদ শঙ্কৰাচাৰ্য্যৰ দিনতে আৰু তাৰ পিছতো ভাগৱত ধৰ্ম্মক অদ্বৈতবাদৰ সংমিশ্ৰণেৰে স্বমতোপযোগী কৰি লোৱাৰ উৎসাহ দেখা গৈছিল।

---

৮। যো বাল্যতঃ প্ৰভৃতি মাধৱপাদপদ্মপূজাপ্ৰপঞ্চৰচনাং হৃচিৰং চকাৰ।
কামৰূপ শাসনাৱলী, পৃঃ ১৭৬

প্ৰকৃতপক্ষে শঙ্কৰাচাৰ্য্যৰ নিজৰো উপাস্য ঈশ্বৰৰূপে নাৰায়ণ বা বাসুদেৱৰ প্ৰতি প্ৰৱণতা আছিল বুলি অনুমান কৰিবলৈ তেওঁৰ ভাষ্যবিলাকৰ বহুত স্থলত উপাদান পোৱা যায়। সত্বগুণময় মায়োপাধিক চৈতন্যই ঈশ্বৰ, এই কথাষাৰৰ ব্যাখ্যাস্থলত আচাৰ্য্যপাদে বহুতবাৰ নাৰায়ণ বা বাসুদেৱৰ নামেৰেই সেই কাম সমাধা কৰিছে। ব্ৰহ্মসূত্ৰৰ 'উৎপত্ত্যসংভাৱাৎ' (২।২।৪২) সূত্ৰৰ ভাষ্যতো ভাগৱতসকলৰ "বাসুদেৱো নাম পৰমাত্মা উচ্যতে" আৰু এনেজন ভগৱন্ত ঈশ্বৰক অভিগমন, উপাদান, ইজ্যা, স্বাধ্যায়, যোগ আদিৰে সাধন কৰিও ভগৱন্তকে পায়—এই কথাৰ বিৰোধ নকৰি আচাৰ্য্যই শ্ৰুতি প্ৰমাণসহ সমৰ্থনহে কৰিছে[৯]। শঙ্কৰাচাৰ্য্যৰ পিছৰ বহুতো অদ্বৈতবাদী দাৰ্শনিক বিদ্বান ব্যক্তিগতভাৱেও বিষ্ণু-উপাসকেই আছিল। সেইসকলৰ গ্ৰন্থৰ মঙ্গলাচৰণত বিষ্ণুকে কোনো এক ৰূপত বন্দনা ৰ ৰিছে[১০]। পিছে এওঁলোকে সত্বপ্ৰধান মায়া প্ৰতিবিম্বিত চৈতন্যকহে ঈশ্বৰ বা বিষ্ণু বুলিছে, আৰু উপাসনাৰ ক্ষেত্ৰত মান্যতা স্বীকাৰ কৰিছে। পাছে তেওঁলোকৰ মতে মুমুক্ষুৰ চৰম গতি হৈছে মায়া-সম্বন্ধৰহিত বিম্বৰূপতা লাভ। শ্ৰীৰামানুজকে প্ৰমুখ্য কৰি পিছৰ মধ্বাচাৰ্য্য, নিম্বাৰ্কাচাৰ্য্য আদিক বিষ্ণুৰ এই গৌণ স্থানে সন্তোষ লগাব নোৱাৰিলে, আৰু জীৱৰ স্বকীয় অস্তিত্বহীন ব্ৰহ্মত্ব প্ৰাপ্তিৰ নীৰস সম্ভাৱনাৰ তত্ত্বত পতিয়ন যাবলৈ তেওঁবিলাকৰ সত নগ'ল। এজন পুৰুষোত্তম সগুণ ঈশ্বৰক ভজনীয়ৰূপে প্ৰতিপাদন কৰিবলৈ, ভক্তিৰদ্বাৰাই তেওঁক পোৱাৰ বাট দেখুৱাবলৈ, তেওঁলোক কৃতসংকল্প হ'ল। শ্ৰীৰামানুজে তাকে কৰিবলৈ যাওঁতে আদি শঙ্কৰাচাৰ্য্যৰ পন্থা লৈ গীতা উপনিষদ্ আৰু ব্ৰহ্মসূত্ৰ এই প্ৰস্থানত্ৰয়ৰ ভাষ্য লিখিলে। পৰৱৰ্ত্তী বৈষ্ণৱ পন্থাৰ প্ৰৱৰ্ত্তক আচাৰ্য্যসকলে স্ব স্ব মতানুসাৰে তাকে কৰিলে। পাঞ্চৰাত্ৰ আগমৰো যে মূল বেদেই তাকো প্ৰতিপাদন কৰিবলৈ ৰামানুজাচাৰ্য্যৰ গুৰু যামুনাচাৰ্য্যই ইতি-পূৰ্ব্বেই 'আগমপ্ৰামাণ্যম্' গ্ৰন্থ লিখি প্ৰচাৰ কৰিছিল। ৰামানুজে বেদান্তৰ জ্ঞানময়ী ভক্তি, পাঞ্চৰাত্ৰৰ কৰ্ম্মময়ী ভক্তি আৰু বিষ্ণুপুৰাণ হৰিবংশত অঙ্কুৰিত

---

৯। "তত্ৰ যৎ তাবৎ উচ্যতে যোঽসৌ নাৰায়ণঃ পৰোঽব্যক্তাৎ প্ৰসিদ্ধঃ পৰমাত্মা সৰ্ব্বাত্মা স আত্মনাত্মানমনেকধা ব্যূহ্যাৱস্থিত ইতি, তন্ন নিৰাক্ৰিয়তে, স একধা ভৱতি ত্ৰিধা ভৱতি (ছান্দোগ্য ৭।২৬।২) ইত্যাদি শ্ৰুতিভ্যঃ পৰমাত্মনোঽনেকধাভাৱস্যাধিগতত্বাৎ। যদপি তস্য ভগৱতোঽভিগমনাদিলক্ষণমাৰাধনমজস্ৰমনন্যচিত্ততয়াভিপ্ৰেয়তে তদপি ন প্ৰতি-ষিধ্যতে।" শঙ্কৰ ভাষ্য—ব্ৰঃ সূঃ ২।২।৪২

১০। সৰ্ব্বজ্ঞাত্মমুনিৰ সংক্ষেপশাৰীৰকম, চিৎসুখাচাৰ্য্যৰ তাৱতত্ত্বপ্ৰকাশিকা আৰু জ্ঞানোত্তমৰ—চন্দ্ৰিকা টীকা আদি চাওক।

হোৱা আৰু আলোৱাৰসকলৰ সাধনা আৰু প্ৰবন্ধমত বিকশিত হোৱা প্ৰেমময়ী ভক্তি, এই তিনিওৱো সাৰাংসাৰ গ্ৰহণ কৰি এক অপূৰ্ব্ব, সৰ্ব্বজনগ্ৰাহ্য, সকলোৰে হৃদয়সংবেদক বৈষ্ণৱ সাধনাৰ প্ৰৱৰ্ত্তন কৰিলে। বৰ্ণাশ্ৰমৰ কটমটীয়া বান্ধোন কিছুপৰিমাণে ঢিলাই দি ভক্তি-সাধনাক সকলোৰে দুৱাৰ-মুখত নি উপস্থিত কৰিলে। নিজৰ ব্যক্তি-মহিমাৰ প্ৰভাৱেৰে ৰাজপোষকতা লাভ কৰি, মন্দিৰ, মঠ প্ৰতিষ্ঠা কৰি তেওঁৰ ধৰ্ম্ম আন্দোলনক জনাকৰ্ষণীয়কৈ সংগঠিত কৰিলে। শাস্ত্ৰজ্ঞান, বিচক্ষণতা, কৰ্ম্মপটুতা, ভক্তিৰ গাঢ়তা আৰু নিপুণ সংগঠন ক্ষমতা আৰু অন্যান্যসাধাৰণ প্ৰতিভা সকলো একেলগে উবুৰিয়াই দি এইজনা মহাপুৰুষকে ঈশ্বৰে অনুগ্ৰহ কৰিছিল। তাৰ ফলত অলপ কালৰ ভিতৰতে দাক্ষিণাত্যত শ্ৰীবৈষ্ণৱ সম্প্ৰদায় ডুবৰি বঢ়াদি বাঢ়ি গ'ল। মধ্বাচাৰ্য্য আৰু আচাৰ্য্য নিম্বাৰ্কয়ো ক্ৰমে দ্বৈতবাদ আৰু দ্বৈতাদ্বৈতবাদ স্থাপন কৰি গ্ৰন্থাদি লিখিলে। তেওঁলোকৰ সমকালীয় আৰু পৰবৰ্ত্তী শিষ্য-প্ৰশিষ্যই তাক পল্লৱিত কৰিলে আৰু মঠ মন্দিৰ প্ৰতিষ্ঠা কৰি স্ব স্ব বৈষ্ণৱ মতৰ প্ৰতিষ্ঠা কৰি সম্প্ৰদায়ৰ সংবৰ্দ্ধন কৰিলে। ত্ৰয়োদশ শতাব্দীত এই আন্দোলন দাক্ষিণাত্যৰপৰা বিন্ধ্য লঙ্ঘন কৰি উত্তৰাখণ্ডলৈ উভতি প্ৰবাহিত হ'ল। ভাগৱত ধৰ্ম্ম পোনতে উত্তৰাখণ্ডৰপৰা দক্ষিণাপথলৈ গৈছিল। এইবাৰ দক্ষিণাপথৰহে উত্তৰাখণ্ডক দান দিয়াৰ পাল পৰিল। উত্তৰাখণ্ডত এই ধৰ্ম্মপ্ৰবৰ্দ্ধনৰ আৰু প্ৰচাৰৰ অগ্ৰদূত আছিল ৰামানুজী সম্প্ৰদায়ৰ এজন সন্তপুৰুষ, নাম ৰামানন্দ। উত্তৰ ভাৰতৰ ভক্তসকলৰ মাজত প্ৰচলিত বাণী এষাৰত এই ঐতিহাসিক তথ্যবাৰ্ত্তা পৰম্পৰাক্ৰমে চলি আহিছে—

ভক্তি দ্ৰাবিড় উপজী, তয় ৰামানন্দ।
পৰগত কিয়ো কবীৰনে, সপ্তদীপ নৱখণ্ড॥

[ ভক্তি দ্ৰাবিড় দেশত উপজিছিল, ৰামানন্দই উমনি দিলে, কবীৰে সপ্তদ্বীপ নৱখণ্ড পৃথিবীত প্ৰকট কৰিলে। ]

ৰামানুজ, মধ্বাচাৰ্য্য আদি আচাৰ্য্যসকল বৰ্ণাশ্ৰমনিষ্ঠ আৰু শাস্ত্ৰানুসাৰী আছিল। ভক্তিধৰ্ম্মত শূদ্ৰাদিৰ অধিকাৰ মানি ললেও বহুত বিষয়ত ব্ৰাহ্মণৰ একাধিপত্য আৰু বিশেষাধিকাৰ তেওঁলোকে খণ্ডিত কৰা নাছিল। তেওঁলোকৰ মতে নীচকুলোদ্ভৱ লোকে ভক্তিমাৰ্গৰ অনুসৰণ কৰিলে পৰজন্মত যোগ্য কুলত উপজি মোক্ষৰ কাৰণে যত্ন কৰিবলৈ সুযোগ পাব। ৰামকৃষ্ণ ভাণ্ডাৰকাৰৰ ভাষাৰে কবলৈ গলে তেওঁবিলাকৰ তেতিয়াও স্থান আছিল মণ্ডপৰ বাহিৰ

প্ৰাঙ্গনত ( outer court )। এই ব্যৱস্থা পূৰ্ব্বৰ তুলনাত এখোজ আগবঢ়া বিধৰ হলেও সাধাৰণৰ কাৰণে পূৰ্ণ সন্তুষ্টিৰ আৰু সমুজ্জ্বল আশাৰ কাৰণ যে নাছিল তাক অনুমান কৰিব পাৰি। তথাপি আচাৰ্য্যসকলে যি অলপমান বান্ধ ঢিলাই দিছিল সেইখিনিয়েই পৰবৰ্ত্তী শতাব্দী কেইটাত হোৱা উদাৰ গণধৰ্ম্মৰ অগ্ৰগতিৰ বাট মুকলি কৰি দিছিল। এই কথা নুই কৰিলে বুৰঞ্জীৰ কাৰ্য্যকাৰণ আৰু গতিবিধিৰ ভুল বিচাৰ কৰা হব। পাছে মানুহ মাত্ৰকে আশাৰ উজ্জ্বল আলোক ছটিয়াবপৰা, ধনী-দুখী, পণ্ডিত-মূৰ্খ, জাতি-অজাতি, সকলোৰে গৃহতে থাকি পালিবপৰা বৈষ্ণৱ ধৰ্ম্মৰ আন্দোলনে দিক্-বিদিক্ ছাটি পেলালে উত্তৰ-ভাৰততহে। তাৰো কাৰণ আছে।

দশম শতাব্দীৰপৰা দ্বাদশ শতাব্দীলৈকে দক্ষিণ ভাৰত আৰু উত্তৰ ভাৰতৰ সামাজিক আৰু ৰাজনৈতিক স্থিতিৰ এটা বিষয়ত বিশেষ প্ৰভেদ আছিল। দক্ষিণ ভাৰত তেতিয়াও মুছলমান শাসন আৰু তাৰ পৰিণামৰ ভাগী হবলগীয়া হোৱা নাছিল। দাক্ষিণাত্যৰ আচাৰ্য্যসকলৰ সমুখত আন এটা প্ৰতিদ্বন্দ্বী বিধৰ্ম্মই ৰাজ্যবিস্তাৰৰ ভীতিজনক সমস্যাৰ সৃষ্টি কৰা নাছিল। কিন্তু উত্তৰ ভাৰতৰ বেলিকা কথা আছিল সুকীয়া। দ্বাদশ শতাব্দীৰপৰাই উত্তৰ ভাৰতৰ পঞ্জাৱত মুছলমান ৰাজত্বই খোপনি পিটি ত্ৰয়োদশ শতাব্দীৰ আৰম্ভ দশকৰ ভিতৰত ধীৰে ধীৰে বঙ্গদেশলৈকে সমগ্ৰ উত্তৰ ভাৰততে বিস্তাৰ লাভ কৰিলে। ই কেৱল ৰাজ্য বিস্তাৰৰ কাহিনীয়েই নহয়, পৃথিৱীৰ আন ঠাইৰ নিচিনাকৈ ভাৰততো মুছলমান ৰাজত্বৰ অনুগামী ইচ্‌লাম ধৰ্ম্মৰো সবল অভিযানৰ আৰু তাৰ লগৰীয়া দুৰ্দ্দশাৰ কথাও ইয়াত সোমাই আছে। উত্তৰ ভাৰতত হিন্দুধৰ্ম্ম নিশ্চিন্ত হৈ থকা যুগৰ অন্ত পৰিল। তাৰ পৰিবৰ্ত্তে এক বলিষ্ঠ আৰু আক্ৰমণশীল ধৰ্ম্মৰ সৈতে মুখামুখী হবলগীয়া হ'ল। ইচ্‌লামৰ জটিলতাহীন ধৰ্ম্মাচৰণ, দাৰ্শনিক মেৰপাকৰপৰা মুক্ত সকলোৰে সহজগম্য মূল নীতি, পালোতাসকলৰ মাজত কট্‌কটীয়া ভাতৃত্ববোধ আদি আপাত আকৰ্ষক গুণ আছিল। হিন্দুধৰ্ম্মৰ জটিলতা, জাতিভেদ, অল্পবুদ্ধিৰ কাৰণে ভ্ৰান্তিজনক নানা পথ, দৰ্শনভাৰাক্ৰান্ত গভীৰ সিদ্ধান্তই সাধাৰণ মানুহক পোনচাটেই আকৰ্ষণ কৰিব নোৱাৰে। হিন্দু জনসাধাৰণৰ মনত ধৰ্ম্মৰ এটা সৰল স্বৰূপ দাঙি ধৰিব লগা হ'ল, যি স্বৰূপত এই নতুনকৈ দেখা দিয়া শঙ্কাজনক পৰিস্থিতিত হিন্দুধৰ্ম্মই নিজকে খাপ খুৱাই নৱজীৱনৰ উলাহ অনুভৱ কৰিব পাৰে। শ্ৰৱণ-কীৰ্ত্তনমূলক বৈষ্ণৱ মাৰ্গৰে এই পৰিস্থিতিৰ সন্মুখীন হব পৰাৰ

যোগ্যতা আছিল। উদাৰ দৃষ্টিভঙ্গী, জটিলতাবিহীন আৰাধনা, ভক্তিৰ উপদেশ আৰু ঈশ্বৰৰ পতিতপাৱনত্বৰ ঘোষণাই এই মাৰ্গক যুগোপযোগী কৰাত আৰু লগতে ইচ্‌লামৰ প্ৰতিদ্বন্দ্বীৰূপে প্ৰতিষ্ঠা কৰাত সহায়তা কৰিছিল। এই ভক্তিধৰ্ম্মই "চণ্ডালোঽপি দ্বিজশ্ৰেষ্ঠোঃ হৰিভক্তিপৰায়ণঃ" বুলি অন্ততঃ তত্বৰ ফালৰপৰা সাহসেৰে কব পাৰিছিল। "ন দেৱো কেশবাৎ পৰঃ" বুলি এজন ভজনীয় পৰমেশ্বৰৰ শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, অৰ্চ্চন্ আদি একমাত্ৰ পৰম সাধন; সেয়ে ইহলোকৰ ভুক্তি ( সুখ ভোগ ) আৰু পৰতঃ মুক্তি দিবলৈ সমৰ্থ, এই সহজগম্য তত্ব প্ৰচাৰ হোৱাত ধৰ্ম্মজগতত অৱহেলিত লক্ষ লক্ষ লোকৰ বুকু এহাত এমুঠন ওপৰলৈ উঠিল। ইচ্‌লামৰ সৈমান নোহোৱা একেশ্বৰবাদৰ আকৰ্ষণকো নিস্তেজ কৰিবলৈ বৈষ্ণৱ মাৰ্গৰ প্ৰচাৰকেই সবল উপায়ৰূপে সন্ত-পুৰুষসকলে গ্ৰহণ কৰিলে। ৰামানন্দ আছিল এই সময়ৰ সন্তসকলৰ ভিতৰত বৈষ্ণৱ নৱোন্মেষ আনয়নৰ অগ্ৰদূত।

১৩০০ খৃষ্টাব্দত ৰামানন্দৰ জন্ম হয়। তেওঁ পোনতে শ্ৰীবৈষ্ণৱ সম্প্ৰদায়ৰ গুৰুত দীক্ষা লৈছিল। পাছত তেওঁৰ উদাৰ মতৰ লগত গুৰুৰ অমিল হোৱাত ৰামানন্দই বাধ্য হৈ ফালৰি কাটিছিল, আৰু স্বকীয়া মত সম্প্ৰদায় স্থাপন কৰিলে। তেওঁৰ নিষ্ঠাপূৰ্ণ উদাৰ ধৰ্ম্মনীতিত মানৱনিষ্ঠাই বৈষ্ণৱ নৱোন্মেষ আন্দোলনত অপাৰ শক্তি দান কৰিছিল। ধৰ্ম্মৰাজ্যত গণতন্ত্ৰৰ প্ৰবেশ ঘটোৱাৰ যি প্ৰেৰণা, ৰামানন্দই আছিল তাৰ মূলধাৰা। তেওঁ জুলাহ জাতৰ কবীৰকো শিষ্য কৰি সামৰি লৈছিল। সেই কবীৰেই তেওঁৰ পাছত ধৰ্ম্ম জগতত ভক্তিমাৰ্গক এটা নতুন আৰু সতেজ ৰূপ দি প্ৰতিষ্ঠা কৰিছিল। ১৩৯৮ চনত কবীৰৰ জন্ম হৈছিল। ৰামানন্দৰ কৰ্ম্মাৱলীয়ে ধৰ্ম্মৰ ক্ষেত্ৰত এটা জনজাগৰণৰ সৃষ্টি কৰিছিল। তেওঁ যি ভক্তি ধৰ্ম্ম প্ৰচাৰ কৰিছিল তাত অনুষ্ঠান-বহুলতা আৰু আড়ম্বৰ পয়োভৰ নাছিল; যিবা আছিল সিও নিচেই নগণ্য, বা নহলে নচলাখিনি। এইবোৰৰ পৰিবৰ্ত্তে ৰামানন্দই গুৰুত্ব আৰোপ কৰিছিল অন্তৰৰ শুদ্ধতা আৰু অন্তৰৰ একান্ত ভকতিত। তেওঁ চিনোৱা ঈশ্বৰজন ৰাম। এই মনুষ্য-ঈশ্বৰ ৰামত সাধাৰণ মানুহে নিজৰ আপোনজন বিচাৰি পালে। মানুহৰদৰেই পুত্ৰ-পৰিবাৰ লৈ ঘৰ-সংসাৰ কৰা এজন ঈশ্বৰ, পালনকৰ্ত্তা ৰজা, পতিতজনক সাৰতি লোৱা বান্ধৱ, মানুহ হৈও মৰ্য্যাদাপুৰুষোত্তম। মানুহৰূপে যিমান গুণৰ অধিকাৰী হব পাৰি সেই সকলো গুণ থকা ঈশ্বৰ। এনেহেন ভাল পাব পৰা, বন্ধু বুলি নিৰ্ভৰ কৰিব পৰা;

পতিতজনক উদ্ধাৰ কৰা, ধনুৰ্ব্বাণ ধৰি ৰক্ষা কৰা, হনুমন্তৰ নিচিনা বিচক্ষণ ভক্তদাসৰ গৰাকী ঈশ্বৰ এজনক পাই হতাশ দুৰ্ব্বল জনগণৰ অন্তৰাত্মাই জীপ পাই উঠিল। তেওঁবিলাকে মুকলি আকাশৰ বতাহ লৈ ওলাই অহাৰ স্বাচ্ছন্দ্য অনুভৱ কৰিলে। জাতি, জাতিভেদ আৰু ধৰ্ম্মাচৰণৰ হেঙ্গাৰ হৈ নাথাকিল। সংস্কৃত ভাষাৰ পৰিবৰ্ত্তে মাতৃভাষাৰে ঈশ্বৰৰ গুণগান কৰিবপৰা হ'ল। সেই গান মূৰ্খ, দৰিদ্ৰ, জাতি, অজাতি সকলোৱে একেলগে বহি কৰিবপৰা হ'ল। ধন নোহোৱাকৈও ধৰ্ম্ম আৰ্জ্জিবপৰা হোৱাত "ধনাৎ ধৰ্ম্মঃ ততঃ সুখম্" কথাষাৰে কালিকা হেৰুৱালে।

ৰামানন্দৰ শিক্ষাসমূহৰ আৰু এটা সাৰ কথা হৈছে ভক্ত-ভক্তি। তেওঁৰ আঁচনিত ভক্তক উচ্চাসন দিয়া হৈছে। তেওঁৰ মতে ভক্তসঙ্গৰ মোহন পৰশ লাগে। ব্যক্তিগত সাধনাৰেই ভক্তিয়ে পৰিপক্কতা লাভ কৰিব নোৱাৰে। ভক্তৰ সঙ্গত থাকি নিয়ম সংযম আনুগত্যৰ মাজেদিহে ভক্তই উচ্চতৰ আৰোহণৰ যোগ্যতা আহৰণ কৰে। তেওঁৰ এই অমূল্য শিক্ষা আৰু তাৰ পালনে ভক্তসকলৰ মাজত ভ্ৰাতৃত্ববোধৰ সঞ্চাৰ কৰাৰ উপৰিও যিসকল সমাজত অৱহেলিত অথবা হেয় আছিল সেই সকলেই কৰ্ম্মক্ষেত্ৰত সম্মানিত আৰু উপাদেয় হৈ পৰিল। এই গতিকে ৰামানন্দৰ ধৰ্ম্মপন্থা মানুহৰ মাজত সৰবৰহী হৈ সহজতে প্ৰসাৰ লাভ কৰিবলৈ সৰহদিন নালাগিল। ইয়াৰ উৎসাহৰ প্ৰথম দোপতে স্থানিক ভাষাত বহুত সংখ্যক ধৰ্ম্মগ্ৰন্থ ৰচিত হ'ল। পুৰাণ ভাৰতৰ ব্যাখ্যান আৰু শ্ৰৱণৰ ঢল উঠিল। তাৰ লগে লগে জনপ্ৰিয় দেশী ভাৱনাবিলাকেও উদগণি পাই ঠন ধৰি উঠিল।

এই আন্দোলনৰ ৰিণনিয়ে জকাইচুক অসমৰ পৰ্ব্বতবেষ্টিত সমতলতো ঠেকা খাই প্ৰতিধ্বনি তুলিছিলহি। কেনেকৈ—সিও এক ৰাপ-লগা বৃত্তান্ত।

ত্ৰয়োদশ শতিকা আৰু চতুৰ্দ্দশ শতিকাৰ সময়ছোৱাত অসমৰ ৰাজনৈতিক অৱস্থাৰ থৰ-যুগুতি নাছিল। উজনি খণ্ডত আহোম, ছুতীয়া আৰু কছাৰী শক্তিৰ মাজত কোন থাকে কোন যায় বিধৰ লেলপেল নিচিগা সংঘৰ্ষ চলি আছিল। আহোম শক্তিয়ে তেতিয়াও দকৈ খোপনি পিটিব পৰা নাছিল, কিন্তু অধিৰাজশক্তি হোৱাৰ চেষ্টাত কঁকালত টঙালি কচিছিল। নামনি খণ্ডতো ক্ষমতাশালী ৰাজশক্তিৰ অভ্যুদয় হোৱা নাছিল। ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যক্ষেত্ৰৰ ৰজা পোৱালিৰ মাজত টনা-আজোৰা চলি আছিল। কেতিয়া কাৰ ওপৰত কোন জপিয়াই পৰে তাৰ ঠিকনা নাছিল। চতুৰ্দ্দশ শতাব্দীৰ দ্বিতীয়াৰ্দ্ধতহে

আপেক্ষিকভাৱে অনিশ্চয়তা আৰু অশান্তিময় বাতাবৰণ কিছু পৰিমাণে মুকলি হৈছিল। কামৰূপৰ নামনিখণ্ডত দুটা আৰু মধ্যখণ্ডত এটা পৰাক্ৰমী ৰাজবংশৰ অভ্যুদয় হৈছিল। তেওঁলোকৰ শাসনকালত জাতীয় জীৱনৰ উচ্চতৰ সাধনাৰ কাৰণে উপযুক্ত এটা শান্ত আৰু উদ্যমশীল পৰিৱেশ দেশখনত কিছুদিনৰ কাৰণে সৃষ্ট হৈছিল। নামনি কামৰূপত দুৰ্লভনাৰায়ণ আৰু ধৰ্ম্মনাৰায়ণ নামে দুজন ৰজাই দুই খণ্ডত ৰাজত্ব কৰিছিল। তেওঁলোক সম্ভৱতঃ সম্বন্ধত লগা-ভগা আছিল কিন্তু কাৰ্য্যত চকুৱে চকুৱে নপৰা বিধৰ আছিল। শঙ্কৰচৰিত আৰু বাৰভূঞাঁৰ বংশাৱলীৰপৰা জনা যায়, এবাৰ তেওঁলোকৰ মাজত সংঘৰ্ষ হৈছিল। সেই সংঘৰ্ষৰ পৰিণাম স্বৰূপে সন্ধিৰ চৰ্ত্তানুসাৰে ধৰ্ম্মনাৰায়ণে দুৰ্লভনাৰায়ণক সাতঘৰ বামুণ আৰু সাতঘৰ কায়স্থ উপঢৌকন দিবলগা হৈছিল। ধৰ্ম্মনাৰায়ণে সেই চৈধ্যঘৰ ব্ৰাহ্মণ কায়স্থ নিজৰাজ্যত স্থাপিত সাঞ্চিত কৰিছিল। এইসকল ব্ৰাহ্মণ কায়স্থৰ পিতৃ-পিতামহ কনৌজৰপৰা অহা বুলি বৰ্ণোৱা আছে। এই কেইঘৰ ব্ৰাহ্মণ আৰু কায়স্থ পৰিয়ালৰ পিছলৈকে সবৰ্গ-ভাব আছিল আৰু তেওঁলোকৰ বংশতে অসমৰ সকলো ক্ষেত্ৰতে নেতৃত্ব লোৱা বহুত বিচক্ষণ পুৰুষৰ জন্ম হৈছিল। পিছে অকল এই চৈধ্যঘৰেই নহয়, আচলতে সেইকালত কনৌজৰ নামত ভাৰতৰ গঙ্গা-যমুনা উপত্যকাৰপৰা ভালেমান ব্ৰাহ্মণ কায়স্থ পৰিয়াল অসমলৈ আহিছিল। সৰহলৈ নগৈ বৈষ্ণৱ কবিসকলৰ পূৰ্ব্বপুৰুষৰ পৰিচয়ত থকা মূল পুৰুষ আৰু বৰ্ত্তমান পুৰণি পৰিয়াল-বিলাকৰ বহুতৰে পুৰুষনামাবিলাকত মূলপুৰুষ বুলি ধৰাজনলৈকে আনুমানিক কাল গণনা কৰিলে চতুৰ্দ্দশ শতিকাৰ মাজভাগ বা অলপ ইফাল-সিফাল সময়ত উপনীত হওঁ। ইয়াৰপৰাও অনুমান হয় যে সেই সময়ত ব্ৰাহ্মণ আৰু কায়স্থৰ এঢোলোকা জনপ্ৰব্ৰজন হৈছিল। এইসকল কনৌজৰপৰা অহা বুলি আজিকালি বা তেতিয়াও কোৱাৰ এটা ৰীতি চলি গৈছে যদিও আচলতে কনৌজ নামৰ ঠাইৰপৰাই তেওঁবিলাক আহিছিল এনে কথা নহয়। এসময়ত কনৌজ সাম্ৰাজ্যৰ সীমা বিহাৰৰ মুঙ্গেৰ ভাগলপুৰলৈকে আছিল। কাশী, প্ৰয়াগ আদি ঠাই কনৌজ ৰাজ্যৰে ভিতৰুৱা আছিল। গতিকে য'ৰেপৰা আহক, কনৌজৰপৰা অহা বুলি ক'লে, তেওঁলোকে গৌৰৱ বঢ়া যেন পাইছিল। কনৌজীয়া সম্ৰাটসকলৰ দিনত বৈদিক ধৰ্ম্মৰ পুনৰুত্থান হৈছিল, বেদচৰ্চ্চাই নতুন বল পাইছিল। চাৰিওদিশে কনৌজৰ এই যশস্যা ফুটি-ফাটি গৈছিল। আন ৰজাই কনৌজ সম্ৰাটক অনুৰোধ কৰি বেদজ্ঞ ব্ৰাহ্মণ নিজৰাজ্যলৈ

আনিছিল। গতিকে কনৌজৰ পুৰণি কাহিনী বাহিনী ৰাগিণী বহুত দিনলৈকে অনুৰণিত হৈ আছিল। কনৌজীয়া হোৱাৰাৰ যহাবলগীয়া কথা আছিল। এইদৰে উত্তৰ ভাৰতৰ গঙ্গা-যমুনা ক্ষেত্ৰৰপৰা ভালেমান ব্ৰাহ্মণ কায়স্থ আৰু ঘুঁজাৰুলোক চতুৰ্দ্দশ শতাব্দীৰ আগলৈকে আহিছিল। এইসকল ব্ৰাহ্মণ কায়স্থ যেতিয়া অসমলৈ আহে, কাশী-প্ৰয়াগ আদি ঠাইত পূৰ্ব্বত বৰ্ণোৱা ধৰ্ম্ম-বিপ্লৱ বহুতখিনি আগবাঢ়ি খাম বান্ধিছিল। নিম্বাকাচাৰ্য্যৰ শিষ্য প্ৰশিষ্যই কৃষ্ণভক্তিৰ কেন্দ্ৰৰূপে মথুৰা-বৃন্দাবনক আশ্ৰয় কৰি মঠ, মন্দিৰ স্থাপন কৰিছিল। প্ৰব্ৰজনকাৰী পৰিয়ালবিলাক সাক্ষাৎভাৱে সেই আন্দোলনত জড়িত নাথাকিলেও, তাৰ সোঁতত সুস্নাত নহ'লেও, তাৰ ঢৌৰ ছিটিকণি আহি তেওঁ-বিলাকৰ গাত পৰিছিল। সমাজৰ বাতাবৰণত যি পৰিবৰ্ত্তন আহিছিল তেওঁ-বিলাকে তাৰ সংস্কাৰ মনত বহন কৰি আনিছিল। এইসকলৰে পো-নাতিয়ে কাব্য সাহিত্যৰ যোগেদি অসমত শঙ্কৰদেৱৰ যুগৰ বৈষ্ণৱ আন্দোলনত অৰুণোদয়ৰ পোহৰ আনে।

ত্ৰয়োদশ শতাব্দীৰ শেষাৰ্দ্ধ আৰু চতুৰ্দ্দশ শতাব্দীত এইসকলৰ বংশত যিসকল কবিৰ অসমত আবিৰ্ভাৱ হৈছিল তেওঁলোকৰ সৰহভাগেই কৃষ্ণ-গুণকে গাই গৈছে। পাছে কৃষ্ণ-কাহিনী বৰ্ণনা কৰিবলৈ সমল আনিছিল মহাভাৰত আৰু পুৰাণৰপৰা। ৰামায়ণ আৰু পুৰাণ মহাভাৰতৰ খণ্ড বিশেষৰ অসমীয়ালৈ পদ-ৰূপান্তৰো কৰিছিল। বেদ পুৰাণ ভাৰতৰ কথা স্থলবিশেষে উল্লেখো কৰিছে, কিন্তু ভাগৱতৰ নামকো লোৱা নাই, নাম ল'বৰ সুযোগ পায়ো লোৱা নাই। ৰুদ্ৰকন্দলীয়ে লিখিছে "আৰো ব্ৰহ্মৰূপ, বেদ পুৰাণ ভাৰত, পঢ়িলে শুনিলে থাকে বৈকুণ্ঠপুৰত।" তেওঁ ভাগৱতৰ কথা সুকীয়াকৈ কোৱা নাই। কৱিৰত্ন সৰস্বতীয়ে কৈলাসৰ বৰ্ণনা দিওঁতে তাত যে অহৰ্নিশে শাস্ত্ৰ চৰ্চ্চা হৈ আছে তাকে কবলৈ যাওঁতে তেওঁ জনা সকলো শাস্ত্ৰৰে নাম লৈছে, কিন্তু ভাগৱতৰ উল্লেখ হলে কৰা নাই। যদি বোলা, পুৰাণ বোলোঁতে তাৰ মাজতে ভাগৱত সোমাই গৈছে, তেনেহলেও কব লাগিব, ভাগৱতে তেতিয়াও পুৰাণৰ সূৰ্য্যৰূপে অসমত প্ৰাধান্য লাভ কৰা নাছিল। এই কবিসকলে ৰাম আৰু কৃষ্ণৰ লীলাৰ কথা আহৰণ কৰিছিল ৰামায়ণ, বামন-পুৰাণ, হৰিবংশ, বিষ্ণু-পুৰাণ আৰু মহাভাৰতৰপৰা। মহাভাৰতৰ অন্তৰ্গত হলেও ভগবদ্গীতাৰ নামো ইয়াৰ ভিতৰত সুকীয়াকৈ লোৱা ভাল। এইবিলাক আছিল সেইসকল বৈষ্ণৱ কবিৰ ঘাই উপজীব্য গ্ৰন্থ। ভাৰতীয় সংস্কৃতি আৰু জনধৰ্ম্মৰ মূলাধাৰ ৰামায়ণ

আৰু মহাভাৰত গুৰি কালছোৱাত সি ৰূপেই নাথাকক, শেহস্তত গৈ বিষ্ণু-প্ৰধান ৰূপতহে আত্ম-পৰিণতি লাভ কৰিলে। মহাভাৰতৰ উদ্যোগ পৰ্ব্বৰ সনৎসুজাতীয় খণ্ড, ভীষ্ম পৰ্ব্বৰ ভগবদগীতা, শান্তি পৰ্ব্বৰ মোক্ষ ধৰ্ম্ম, আশ্বমেধিক পৰ্ব্বৰ অনুগীতা আদি কালত একোখন টীকা ভাষ্যৰ সহিত স্বতন্ত্ৰ বৈষ্ণৱ শাস্ত্ৰ ৰূপেই পৰিগণিত হৈ পৰিল। অসমলৈকো কৃষ্ণ-ধৰ্ম্মৰ সোঁত এইবিলাক গ্ৰন্থইহে পোনতে বোৱাই আনিছিল।

প্ৰকৃত পক্ষে ওপৰত উল্লেখ কৰা কবিসকলে কাব্য কৰিবলৈ এইবিলাক গ্ৰন্থ লিখিছিল বুলি মনে নধৰে; ঘাই উদ্দেশ্য আছিল কথা বা ওজা গোৱাৰ সমলৰ যোগান ধৰা। এই কবিসকল বিষ্ণু-উপাসক আছিল কিন্তু তেওঁলোকৰ মানত কৃষ্ণ উৰ্ব্বশীৰ শিলত কটা কৃষ্ণজনৰ দৰে দশাৱতাৰৰ ভিতৰৰ এজন নহয়। তেওঁলোকৰ মানত কৃষ্ণ যত্নপতি হৈয়ো নাৰায়ণ আৰু নিৰঞ্জন[১১]। ৰামায়ণ, মহাভাৰত, পুৰাণ আদিৰ শ্ৰৱণ ভক্তিদায়ক[১২]। কৃষ্ণ বা বিষ্ণুৰ নামকীৰ্ত্তন মোক্ষফলদায়ক[১৩]। তেওঁলোকৰ ভক্তিও আছিল দাস্য ভক্তি। সৎসঙ্গ আছিল সেই দাস্যভক্তিৰ প্ৰধান সাধন[১৪]। জাতি-কুল ভক্তিৰ বাধক নহয় এই কথাও তেওঁলোকে ঘোষণা কৰিছিল।

ৰামকো তেওঁলোকে বিষ্ণু স্বৰূপেই ভক্তি কৰিছিল। আন প্ৰদেশৰ দৰে স্বকীয়া ৰাম ভক্তি সম্প্ৰদায় এটাৰ অধিক বিকাশ এই প্ৰদেশত হোৱা নাছিল। তেওঁলোকে ৰাম, কৃষ্ণ, বিষ্ণু একাকাৰ কৰিয়ে ৰামক স্তুতি কৰিছে। ৰামৰ মাহাত্ম্য গাওঁতে তেওঁবিলাকৰ লেখনীত বিষ্ণু-মাহাত্মাহে নিগৰি পৰিছে। এইবিলাকৰ প্ৰমাণস্বৰূপে উদ্ধৃতি বা সমুল্লেখৰ কোনো প্ৰয়োজন নাই। মাধৱ কন্দলীৰ ৰামায়ণৰ কথা কোনে নাজানে!

---

১১। নমো নাৰায়ণ নিৰঞ্জন যত্নপতি,
তোমাৰ চৰণে মোৰ নিমজোক মতি। —হেম সৰস্বতী

১২। হেন জানি একে চিত্তে শুনিবা ভাৰত,
হৰিত ভকতি হৈব অচিৰে কালত। —ৰুদ্ৰ কন্দলী

শুনা ৰামায়ণ মন সাৱধান কৰি,
ভকতিক ইচ্ছা যাৰ ডাকি বোলা হৰি। —মাধৱ কন্দলী

১৩। সাত্যকি প্ৰৱেশ এহিমানে সমাপতি,
হৰিৰ সেৱক ৰুদ্ৰ কন্দলী বদতি। —ৰুদ্ৰ কন্দলী

১৪। হেন নিষ্ঠ জানি, দুঃসঙ্গ তেজিয়া,
লৈও সঙ্গ, মহন্তৰ তেসম্বে সহিতে। —মাধৱ কন্দলী ২/৪১/৩০

এইকালৰ কৃষ্ণ-পৰ সাহিত্যকৰ্ম্মই এটা সন্ধিযুগৰ সৃষ্টি কৰিলে। কাৰণ এই সময়ৰ বৈষ্ণৱ কবিসকলেই অলপ পিছৰ এক শৰণ ভাগৱতী ধৰ্ম্মৰ ব্যাপক বিকাশৰ কাৰণে ঠাই চিকুনাই শ্ৰীশঙ্কৰদেৱ প্ৰমুখ্যে মহাপুৰুষসকলৰ দিগন্তবিসাৰী আন্দোলনক আগ আহ্বান জনালে। এই সন্ধিযুগৰ বৈষ্ণৱ সাধনাই ৰস আহৰণ কৰিছিল পুৰাণ ভাৰতৰপৰা। গতিকে ইয়াক আমি পৌৰাণিক কৃষ্ণ-ধৰ্ম্ম বুলি যুক্তিযুক্ত আখ্যা দিব পাৰোঁ। অসমত বৈষ্ণৱ ধৰ্ম্মৰ ই হ'ল দ্বিতীয় পৰ্ব্ব।

## তৃতীয় পৰ্ব্ব এক শৰণ ভাগৱতী ধৰ্ম্ম—

ভাৰতৰ সকলো ঠাইতে ভাবপ্ৰধান বৈষ্ণৱ সাধনাৰ উৎপত্তি আৰু বিকাশৰ গুৰিতে কৃষ্ণলীলাৰ ৰসময় কাহিনীৰ প্ৰভাৱ। এই লীলামাধুৰ্য্যৰ হৃদয়স্পৰ্শী বৰ্ণনা পোন প্ৰথমে কৰে বিষ্ণুপুৰাণ আৰু হৰিবংশই। বিষ্ণুপুৰাণ আৰু হৰিবংশই কাহিনীৰ বৰ্ণনা কৰিয়ে ক্ষান্ত আছিল এনে নহয়, ভজনীয় ঈশ্বৰ সম্বন্ধে এটা অভিনব আৰু মনোৰম কল্পসৌষ্ঠৱ উপস্থাপিত কৰিলে। এই দুই উপাদেয় পুৰাণৰ আবিৰ্ভাৱৰ আগলৈকে বিষ্ণু, নাৰায়ণ, বাসুদেৱ, যি নামেৰেই হওক ; বৈকুণ্ঠ, আদিত্য-মণ্ডল, ক্ষীৰ-সমুদ্ৰ, অথবা হৃদয়-পুণ্ডৰীক, য'তে অৱস্থান নকৰক ; উপাসকে ঢুকি নোপোৱা দূৰত্বৰপৰা ভয় আৰু বিস্ময়যুক্ত ভকতিৰে পূজা উপচাৰ দি অনুগ্ৰহ বা প্ৰসাদ পাবলৈ বাঞ্ছা কৰা উপাসনা আছিল। বিষ্ণুপুৰাণে সেইজনক কৃষ্ণৰূপেই নমাই আনি পৰম বান্ধৱ আপোনজন বুলি চিনাই দিলে। তেওঁ সুন্দৰৰো সুন্দৰ ভুবনসুন্দৰ, পিতৃ-মাতৃতকৈও মৰমিয়াল, বিপদ কালৰ ত্ৰাণ-কৰ্ত্তা লগৰীয়া, সম্পদ কালতো ভাই-বন্ধু, সখি, পুত্ৰ, পতি, সকলো। বিষ্ণু-পুৰাণৰ এঠাইত শ্ৰীকৃষ্ণই নিজেই গোপীসকলক কৈছে,

যদি ৱোহস্তি ময়ি প্ৰীতিঃ শ্লাঘ্যোঽহং ভৱতাং যদি।
তদাত্মবন্ধুসদৃশী বুদ্ধিৰ্ৱঃ ক্ৰিয়তাং ময়ি॥
নাহং দেৱো ন গন্ধৰ্ব্বো ন যক্ষো ন চ দানৱঃ।
অহং ৱো বান্ধৱো জাতো নাস্তি চিন্তা অতোঽন্যথা॥

বিঃ পুঃ ৫।১৩।১০-১১

[ যদি তোমালোকৰ মোলৈ মৰম আছে, মই যদি তোমালোকৰ শলাগৰ পাত্ৰ হওঁ, তেনেহলে মোক তোমালোকে আপোনজন যেন জ্ঞান কৰিবা। মই

দেৱতা, গন্ধৰ্ব্ব, যক্ষ, দানৱ একো নহওঁ, মই তোমালোকৰ বান্ধৱ হৈ জন্ম ধৰিছো। এই কথাৰ অন্যথা কেতিয়াও নাভাবিবা।]

বিষ্ণুপুৰাণৰ শ্ৰীকৃষ্ণমুখনিঃসৃত এই তত্বকে আলোৱাৰসকলে নিজৰ জীৱনেৰে কৃষ্ণক আপোনজনকৈ ভাবি প্ৰেমময় সাধনাৰ চূড়ান্ত দৃষ্টান্ত দেখুৱালে। এই সকলোবোৰকে মিহলাই শ্ৰীভাগৱত শাস্ত্ৰই জাতিক্ষাৰকৈ বিস্তাৰ কৰিলে। ভাৰত জুৰি বৈষ্ণৱ সমাজে হাততে বৈকুণ্ঠ পোৱাদি পালে।

আধুনিক পণ্ডিতসকলৰ সৰহভাগৰ মতে ভাগৱত গ্ৰন্থ অষ্টম শতাব্দীত ৰচিত হৈছিল। হলেও এখন প্ৰসিদ্ধ আৰু প্ৰামাণিক পুৰাণৰূপে পৰিগণিত হবলৈ কিছুকাল লাগিছিল। একাদশ শতাব্দীতো ভাষ্য, টীকা আৰু গ্ৰন্থত ৰামানুজে ভাগৱত গ্ৰন্থৰ ক'তো উল্লেখ কৰা নাই। তেওঁৰ মত স্থাপনৰ কাৰণে বিষ্ণুপুৰাণৰ শ্লোক উদ্ধৃত কৰিছে, কিন্তু ভাগৱতৰপৰা হলে কোনো শ্লোক উদ্ধাৰ কৰা নাই। দ্বাদশ শতিকাৰ শেহৰ ফালে মধ্বাচাৰ্য্যই ভাগৱতৰ শ্লোকৰ উদ্ধৃতি দিছে যদিও তাৰ প্ৰামাণ্যক আনবোৰ পুৰাণতকৈ ওখ ঠাই দিছে যেন অনুমান নহয়। অৰ্থাৎ ভাগৱত তেতিয়াও 'একখানি মাত্ৰ শাস্ত্ৰ' হৈ উঠা নাছিল। ইয়াৰ লগত পঞ্চদশ শতাব্দীৰ আচাৰ্য্য বল্লভৰ ( ১৪৭৯-১৫৩২ ) ভাগৱতৰ প্ৰতি কেনে শ্ৰদ্ধা আৰু গৌৰৱ আছিল তাক যদি তুলনা কৰি চাওঁ তেনেহলেই প্ৰভেদটো ওলাই পৰিব। বল্লভাচাৰ্য্যই ভাগৱতক ব্যাসৰ সমাধি-ভাষা বুলি অভিহিত কৰিছে। তত্ত্বদীপ নামৰ গ্ৰন্থত প্ৰমাণগ্ৰন্থ চাৰিখনৰ কথা তেওঁ এইদৰে লিখিছে—

> ৱেদাঃ শ্ৰীকৃষ্ণৱাক্যানি ৱ্যাসসূত্ৰাণি চৈৱ হি।
> সমাধিভাষা ৱ্যাসস্য প্ৰমাণং তচ্চতুষ্টয়ম্॥
> উত্তৰং পূৰ্ব্বসন্দেহৱাৰকং পৰিকীৰ্ত্তিতম্।

[ বেদ, ভগৱদ্গীতা, ব্ৰহ্মসূত্ৰ আৰু ভাগৱত, এই চাৰিশাস্ত্ৰই প্ৰমাণ, তাৰ ভিতৰত আগৰখন শাস্ত্ৰৰ সন্দেহ পিছৰখনে গুচায়।]

এই শ্লোকৰ স্বৰচিত টীকাত বল্লভাচাৰ্যই নিজেই লিখিছে, "উত্তৰোত্তৰং পূৰ্ব্ব পূৰ্ব্বস্য সন্দেহৱাৰকম্" অৰ্থাৎ বেদত কিবা সন্দেহ হলে গীতা চাব, গীতাত কিবা সন্দেহ থাকিলে ব্ৰহ্মসূত্ৰ চাই সেই সন্দেহ নিবাকৰণ কৰিব, তাতো যদি সন্দেহ নাভাগে ভাগৱতৰ কথাকে মানি লব।" এইমতে শ্ৰীমদ্ভাগৱত সকলো সন্দেহৰ শেষ সিদ্ধান্তদায়ক চূড়ামণিগ্ৰন্থ। ভাগৱতে এনে গৌৰৱৰ স্থান চতুৰ্দ্দশ শতাব্দীৰ শেষভাগৰপৰাহে পাইছিল, তাৰ আগতে নহয়। বৈষ্ণৱসকলৰ মানত

ভাগৱত পৰম শাস্ত্ৰৰূপে স্থান পাইছিল নিজ মহিমাৰ গুণেই। তাতে এহেঁাচোক বল দিলে শ্ৰীধৰ স্বামীৰ ভাগৱতদীপিকা নামৰ টীকাই। শ্ৰীধৰী টীকা ৰচনাৰ পিছত কাশীত এটা সৰুসুৰা আলোড়নেই হৈ গৈছিল। সেই বিষয়ে কিছুমান কিংবদন্তী প্ৰচাৰিত হোৱাৰ কথাই তাক প্ৰমাণ কৰে। স্বয়ং কাশীৰ বিশ্বনাথে হেনো এষাৰ অশৰীৰিণী বাণী শুনাইছিল, বোলে—

অহং ৱেদ্মি শুকো ৱেত্তি, ব্যাসো ৱেত্তি ন ৱেত্তি ৱা
শ্ৰীধৰঃ সকলং ৱেত্তি শ্ৰীনৃসিংহপ্ৰসাদতঃ।

[ ভাগৱতৰ মৰ্ম্ম মই জানো; শুকে জানে, ব্যাসদেৱে জানে কি নাজানে। শ্ৰীধৰে নৃসিংহৰ ( তেওঁৰ ইষ্টদেৱতা ) অনুগ্ৰহত সকলো জানে। ]

পিছলৈ সম্প্ৰদায়ে সম্প্ৰদায়ে ভাগৱত শাস্ত্ৰৰ ভালেমান টীকা ৰচিত হৈছিল যদিও সেইবোৰে শ্ৰীধৰৰ মান্যতা কাহানিও মোলান পেলাবপৰা নাছিল। বঙ্গীয় বৈষ্ণৱসকলৰ মাজত এষাৰ শ্লেষ বাক্য আছে, "স্বামীক যি নামানে তেওঁ ব্যভিচাৰী"। অৰ্থাৎ এক অৰ্থত স্বামীক নমনা তিৰুতা ব্যভিচাৰিণী, দ্বিতীয় অৰ্থত শ্ৰীধৰ স্বামীৰ টীকাৰ প্ৰামাণ্য স্বীকাৰ নকৰা বৈষ্ণৱো ব্যভিচাৰী। ভক্তি-ৰত্নাবলী গ্ৰন্থ সংকলন কৰি বিষ্ণুপুৰীয়ে তাৰ কান্তিমালা নামৰ টীকা নিজেই লিখিছিল—এই টীকাৰ অন্তত শ্ৰীধৰী টীকাৰ লগত যি অলপ লৰচৰ হৈছে তাৰ বাবে তেওঁ ক্ষমা প্ৰাৰ্থনা কৰিছে। অসমত ভাগৱতৰ স্বকীয়া টীকা লিখাৰ প্ৰয়োজনেই কোনেও অনুভৱ নকৰিলে। যিবিলাক সত্ৰত মূল ভাগৱতৰ পাঠ হয় তাত শ্ৰীধৰী টীকাকে অনুসৰণ কৰি ব্যাখ্যা কৰা হয়। ভাগৱতৰ পদ কৰোঁতেও দুৰূহ স্থলত শ্ৰীশঙ্কৰে শ্ৰীধৰী ব্যাখ্যাকে অনুসৰণ কৰিছে। ভট্টদেৱৰ কথাভাগৱতৰো ভেটি শ্ৰীধৰ স্বামীৰ টীকাই।

ইতিপূৰ্ব্বে কোৱা হৈছে যে প্ৰাক্-শঙ্কৰী কবিসকলে ভাগৱতৰ উল্লেখ কৰা নাই। সেইছোৱা কালত অসমত ভাগৱতৰ প্ৰচাৰ হোৱা নাছিল, কিম্বা হৈছিল যদিও উল্লেখনীয়কৈ সৰবৰহী হৈ উঠা নাছিল। পণ্ডিতসকলৰ মাজত ভাগৱত গ্ৰন্থই সমাদৰ লাভ কৰে অলপ কিছুদিন পাছৰপৰাহে। যিমান দূৰ সম্ভৱ পঞ্চদশ শতিকাৰ প্ৰাৰম্ভদশক ছোৱাতে ইয়াৰ পঠন-পাঠন আৰম্ভ হয়। বংশ-পৰিচয়বিলাকৰপৰা জনা যায়, অনন্ত কন্দলীৰ পিতামহ আৰু শঙ্কৰেক, ৰামসৰস্বতীৰ ককাক, এইসকল লোক ভাগৱতত সুপণ্ডিত আছিল। হাজোৰ মাধৱ দেৱালয়ত ভাগৱত চৰ্চ্চাৰ কেন্দ্ৰ আৰম্ভ হয়। চৰিত পুথিবিলাকৰ বিৱৰণৰপৰা এনে অনুমান কৰাৰ সমল পোৱা যায়। ত্ৰিহুতৰ জগদীশ

মিশ্ৰৰপৰা শ্ৰীশঙ্কৰদেৱে ভাগৱতখন লিখি ৰখা বুলি চৰিত পুথিত যি বৃত্তান্ত আছে তাকে অসমলৈ সম্পূৰ্ণ ভাগৱতখনৰ আগমনৰ কাহিনী বুলি ভবাটো ভুল। কাৰণ তাৰ আগতে ভাগৱতৰ কোনো অংশৰ পদ শ্ৰীশঙ্কৰদেৱে কৰিছিল। জগদীশ মিশ্ৰৰ গ্ৰন্থৰপৰা শ্ৰীধৰ স্বামীৰ টীকাযুক্ত ভাগৱতৰহে শ্ৰীশঙ্কৰদেৱে নকল ৰাখিছিল। পঞ্চদশ শতিকাৰ শেহ ভাগৰপৰা শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰচাৰিত অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ ঘাই ধৰণী হ'ল ভাগৱতেই। সেই কাৰণেই এই ধৰ্ম্মক ভাগৱতী বৈষ্ণৱ ধৰ্ম্মও বোলা হয়[১৫]। নামেই মুখ্য সাধন বাবে নাম-ধৰ্ম্ম বুলিও পুৰণি সাহিত্যত ইয়াৰ কেতিয়াবা উল্লেখ পোৱা যায়।

ইয়াৰ পূৰ্ব্বে যিসকল কবিয়ে কাব্য ৰচনা কৰি হৰি-ভক্তি প্ৰচাৰ কৰিছিল তেওঁলোক ঘাইকৈ আছিল কবি আৰু কথা-নিষ্ঠ ; ধৰ্ম্মপ্ৰৱৰ্ত্তক, প্ৰচাৰক বা সংগঠক আছিল বুলি জনা নাযায়। সমাজৰ সকলো শ্ৰেণীৰ মানুহ ভক্তিৰ অধিকাৰী আৰু মুক্তিৰ যোগ্য হব পাৰে এই কথাও তেওঁলোকে স্বীকাৰ কৰিছিল। ৰামায়ণ মহাভাৰত আদি জনসাধাৰণৰ ওচৰ চপাই দি ধৰ্ম্মৰ ক্ষেত্ৰত একপ্ৰকাৰ আকলুৱা হৈ থকা জনসাধাৰণক তেওঁলোকেই খোৰাক দি পৰৱৰ্ত্তীসকলৰ কাৰণে অসমীয়া সমাজক সাজু কৰিছিল। কিন্তু তেওঁলোকৰ এই প্ৰচেষ্টা ঠেক সীমাৰ ভিতৰতে আৱদ্ধ আছিল। সমাজৰ সকলো স্তৰকে চুই যাবপৰাকৈ কোনো সংগঠিত আন্দোলন তেওঁলোকে কৰা নাছিল। এই বিৰাট শুভাৰম্ভৰ সুসমাপ্তিৰ কাৰণে অসমীয়া সমাজে আৰু কিছুকাল বাট চাবলগীয়া হৈছিল। শ্ৰীশঙ্কৰদেৱৰ নিচিনা এজন সৰ্ব্বতোভদ্ৰ মহাপুৰুষৰ উদয় অসমৰ কাৰণে মহৎ সৌভাগ্য বুলিব লাগিব। এই কামৰ সহায়ৰূপে শ্ৰীদামোদৰদেৱ, শ্ৰীমাধৱদেৱ, শ্ৰীগোপাল আতা, শ্ৰীবংশীগোপালদেৱ প্ৰভৃতি কেইজন মান মহাপুৰুষ অসমভূমিলৈ সেই একে সময়তে ঈশ্বৰে প্ৰেৰণ কৰিছিল। তেওঁলোকৰ উপদেশ, প্ৰেৰণা আৰু দৃষ্টান্তই এচাম গুৰুনিষ্ঠ ভীমকৰ্ম্মা ভক্তিপ্ৰৱৰ্ত্তকৰ সৃষ্টি কৰিলে। সেইসকলৰ বিচক্ষণতাৰ বলত এপুৰুষ কালৰ ভিতৰতে পাটকাইৰপৰা বেহাৰলৈকে এই ধৰ্ম্মবটবৃক্ষৰ পাতালভেদী শিপা আৰু দিগন্তবিসাৰী ডাল-পাতে জগতখন আগুৰি পেলালে। পৌৰাণিক কৃষ্ণৰ ঠাই ললে ভাগৱতৰ বান্ধৱ কৃষ্ণই।

পাছে কেৱল সংগঠন-পটুতাৰ গুণতেই যে এই ধৰ্ম্মই এনেকৈ বিস্তাৰ

১৫। ভাগৱতী শব্দটো ভাগৱতী ভক্তিৰ পৰা বা নহলে ভাগৱত শব্দত বিশেষণ-বোধক ঈ প্ৰত্যয় যুক্ত হৈ সম্পন্ন হৈছে।

প্ৰান্ত কৰিব পাৰিছিল এনে নহয়। এই নব প্ৰচাৰিত ধৰ্ম্মৰ এটা অন্তৰ্নিহিত শক্তি আছিল। অনন্যপৰ ভক্তিৰ উপদেশ, শ্ৰৱণ-কীৰ্ত্তনৰূপ সৰ্ব্বসাধ্য অজটিল ধৰ্ম্মাচৰণৰ ব্যৱস্থা, গুৰুকেন্দ্ৰিক সংসঙ্গী ভ্ৰাতৃত্বৰ বন্ধন, অনাহক ব্যয়বহুল ক্ৰিয়াড়ম্বৰতাৰ নিষেধ বা অনুৎসাহ, সঙ্গীত অভিনয় আৰু অন্যান্য আকৰ্ষক শিল্পকলাৰ সহায়তাত ধৰ্ম্মৰ শিক্ষা, এই সকলোবোৰ গুণ লগ লাগি শ্ৰীশঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত নতুন বৈষ্ণৱ ধৰ্ম্মই জন-সাধাৰণক আধ্যাত্মিক পথত প্ৰোজ্জ্বল পোহৰ পেলাবলৈ সমৰ্থ হৈছিল।

ভক্তিৰ তিনিটা পৰ্ব্ব আছে। প্ৰথম অৱস্থাত ভক্তিৰ লগত ভয় আৰু কামনা মিহলি হৈ থাকে। এটা অদৃষ্ট শক্তিৰ ওপৰত বিশ্বাসেই মনত বিস্ময় আৰু ভয়ৰ সঞ্চাৰ কৰে। সেই বিশ্বাস দৃঢ় হলে মানৱ মনে বিপদৰপৰা উদ্ধাৰ পাবলৈ আৰু সম্পদ বঢ়াবলৈ সেই অদৃশ্য শক্তিৰ ওচৰত প্ৰাৰ্থনা কৰে। ইও এক থাপৰ ভক্তিয়ে। আমি সৰহলোক এই তল থাপৰ ভক্তিৰে ভক্ত। এই অৱস্থাত মানুহে নৈ, পৰ্ব্বত, সাগৰ, শিল, গছ, এইবিলাকৰো বিভূতি দেখি কিবা অদৃশ্য দেৱতাৰ কল্পনা কৰে। তাতকৈ ওপৰলৈ যাব পাৰিলে শাস্ত্ৰোক্ত বিভিন্ন দেৱতাসকলক মান্য-সৎকাৰ কৰি পূজা-সেৱা কৰে। ভক্তি যদি এইদৰে সিঁচৰিত হবলৈ হয় তেনেহলে গাঢ় হব নোৱাৰে। সকলো দেৱতাৰো দেৱতা, সকলো বিভূতিমৎ বস্তুৰ আধাৰ, "জ্যোতিষাং জ্যোতিৰেকং" এজন পৰমেশ্বৰক চিনি লব নোৱাৰিলে, তেওঁতে মন মজাবলৈ চেষ্টা নকৰিলে, ভক্তি 'পৰম-প্ৰেমাৰূপা' হবগৈ নোৱাৰে। হিন্দু শাস্ত্ৰৰ ক'তো দুজন, তিনিজন বা বহুজন পৰমেশ্বৰ আছে বুলি কোৱা নাই, বিভিন্ন দেৱতাসকলো এজনৰেই বিশিষ্টৰূপ বা প্ৰকাশ বুলিহে কৈছে। শেহান্তত সেইসকলো এজনতে মাৰ যায়। সকাম চিত্তেৰে দেৱতাসকলক পূজিলে ঐহিক সুখ বা স্বৰ্গাদি লাভ হব পাৰে, কিন্তু মোক্ষদানৰ অধিকাৰী পৰমেশ্বৰেইহে। এই কথাকে গছৰ গুৰিত পানী দিলে ডাল-পাতেও পোৱাৰ দৃষ্টান্তৰে দৃঢ় কৰিবলগীয়া হৈছে। ডাল-পাতবোৰক অস্বীকাৰ কৰা নাই, গুৰিৰ ওপৰত নিৰ্ভৰশীল বুলিহে কোৱা হৈছে। শ্ৰীশঙ্কৰদেৱৰ আবিৰ্ভাৱ কালত সম্ভৱতঃ হিন্দুসমাজত, বিশেষকৈ পিছু পৰি থকা হিন্দুসমাজত প্ৰকৃত মোক্ষসাধিনী ভক্তিতকৈও ভয়-মিহলি ভক্তিয়েহে সকলো ধৰ্ম্ম-কৰ্ম্মৰ গতি লগাইছিল। ফলত বহুতে শাস্ত্ৰোক্ত দেৱতাসকলৰ ভোগ বলি দি সন্তুষ্ট কৰি এক প্ৰকাৰ ধৰ্ম্মজীৱন পালন কৰিছিল।

কামৰূপ কামাখ্যাৰ দেশ, তন্ত্ৰভূমি আৰু দেবীক্ষেত্ৰ। উপৰি ৰজাসকলো,

বিশেষকৈ একাদশ শতাব্দীৰপৰাই ৰজাসকলো অৰ্দ্ধনাৰীশ্বৰ, মহাগৌৰী আদি দেৱীৰ সেৱক আছিল। আনকি চতুৰ্দ্দশ শতাব্দীৰ হৰিভক্ত দুৰ্লভনাৰায়ণ, তাম্ৰধ্বজ আদিও মহামায়াৰ সেৱক আছিল। পূব খণ্ডত ভূঞাঁসকলৰ এটা গোষ্ঠী আৰু চুটীয়া ৰজাসকলো কেচাইখাইতী গোঁসানীক কেন্দ্ৰ কৰি ৰাজসিক বা তামসিক দেবী-পূজাৰে পালক পোষক আছিল। এনেস্থলত দেশখনত যে দেবী-পূজাৰ নামত ক্ৰিয়াবহুলতা, পশুবলিৰ আৰু দক্ষিণ-বাম তান্ত্ৰিকাচাৰ বহুত লোকৰ ধৰ্ম্ম পালনৰ প্ৰকাৰ আছিল তাক অনুমান কৰিব পাৰি। চৰিত পুথিবিলাকত শাক্তপন্থৰ অকৃপণ নিন্দাবাদৰ কথাবোৰ পঢ়িলে ধাৰণা হয় যে শাক্ত মতৰ তেতিয়াৰ প্ৰচলিত ৰীতি-নীতিয়ে সমাজৰ এদল লোকৰ মনলৈ বাৰুকৈয়ে বিতৃষ্ণাৰ ভাব জন্মাইছিল। নহলে হিন্দুধৰ্ম্মৰ বহুত মত পন্থ সম্প্ৰদায় থাকোঁতে কেৱল শক্তিপন্থৰ প্ৰতি সেই কালৰ পুথিকৰ্ত্তাসকল ইমান খড়্গহস্ত হোৱাৰ কাৰণ কি হব পাৰে? এই কথা ঠিক যে তেতিয়াৰ হিন্দুসমাজত ধৰ্ম্মমতৰ বেমেজালি, কৰ্ম্মৰ অনাহক বাহুল্য, আধ্যাত্মিক সাধনৰ নামত মালিন্যই দেখা দিছিল। এই অৱস্থাৰপৰা সমাজক উদ্ধাৰ কৰিবলৈ ভীম প্ৰযত্নৰ আৱশ্যক হৈ পৰিছিল। শ্ৰীমন্ত শঙ্কৰেই পোন প্ৰথমে শ্ৰীমদ্‌ভাগৱতৰ সাতোটা ঘাই তত্ত্বৰ আধাৰ ভূমিত বৈষ্ণৱ ধৰ্ম্মক অসমীয়া সমাজৰ উপযোগী ৰূপদান কৰি এই উদ্ধাৰ-কাৰ্য্যৰ গুৰি ধৰিলে।

সেই সাতোটা মূলাধাৰ তত্ত্ব হ'ল—

(১) সৰ্ব্ব অৱতাৰৰ কাৰণ ব্ৰহ্মৰূপী নাৰায়ণেই পৰমেশ্বৰ; এইটো তেওঁৰ ধ্যেয়ৰূপ। ব্ৰহ্মাদি দেৱতাসকল তেওঁৰপৰাই উদ্ভৱ আৰু তেওঁৰেই অধীন।

(২) জীৱৰ তৰণৰ উপায়স্বৰূপে নিজলীলা বিস্তাৰ কৰাৰ অৰ্থে পূৰ্ণ বিভূতিৰে কপট মনুষ্য ৰূপ ধাৰণ কৰা শ্ৰীকৃষ্ণও স্বয়ং ভগৱান। এইটো তেওঁৰ ভজনীয় ৰূপ। শ্ৰীকৃষ্ণই ভজনীয় ঈশ্বৰ, এতেকে দেৱতাসকলক সুকীয়াকৈ ভজনা কৰাৰ প্ৰয়োজন নাই। গছৰ গুৰিত পানী ঢালিলে শাখা-প্ৰশাখাই জীপ পাব, ডাল-পাতত পানী ঢলাৰ সকাম নাই। কৃষ্ণক ভজনা কৰিলেই সকলো দেৱতা আপোনা-আপুনি সন্তুষ্ট থাকিব। শ্ৰীকৃষ্ণত এক শৰণ ভক্তিয়েই মোক্ষৰ বীজ।

(৩) "দাসোঽহং" এই ভাবেৰে আত্মনিবেদন কৰাই দাস্য ভাব। দাস্য ভক্তিয়েই প্ৰশস্তা ভক্তি।

(৪) নাম আৰু নামী অভেদ; গতিকে নামৰ আধাৰ ভাগৱত শাস্ত্ৰই প্ৰত্যক্ষ কৃষ্ণ।

(৫) ভাগৱত শাস্ত্ৰই শ্ৰৱণ কীৰ্ত্তন আদি ন বিধ ভক্তিৰ সাধনৰ বিধান দিছে। তাৰ ভিতৰতো শ্ৰৱণ আৰু কীৰ্ত্তনেই মুখ্যতৰ।

(৬) ধৰ্ম্মৰ পৰিপক্কতাৰ কাৰণেই ভক্তৰ সঙ্গ অপৰিহাৰ্য্যৰূপে অৱলম্বনীয়। সৎসঙ্গই ভক্তিসিদ্ধিৰ সাঁকৰা ভূমি। সেই দেখি বিষ্ণু আৰু বৈষ্ণৱক অভেদ জ্ঞান কৰিব লাগে। সমূহীয়া নাম-কীৰ্ত্তনৰ যোগে আধ্যাত্মিক ভ্ৰাতৃত্ব বন্ধন সুদৃঢ় হয় দেখি সমূহীয়া সবাহ নাম-কীৰ্ত্তনক উত্তম স্থান দিয়া হয়।

(৭) যদ্যপি যেন তেন মতে সততে স্মৰণ কৰিলেও মুকুতি পায়, তথাপি ভকতিৰ তত্ পাবলৈ মহন্তৰ মুখে প্ৰথমতে কথা শুনিব লাগিব। সেই কাৰণে গুৰুৰ আৱশ্যকতা আত্যন্তিক। শ্ৰীমন্ত শঙ্কৰে তেওঁৰ ভক্তিৰত্নাকৰ গ্ৰন্থত গুৰু-মাহাত্ম্য বৰ্ণনেৰে আৰম্ভ কৰাৰ এয়েই তাৎপৰ্য্য।

এই সপ্তসূত্ৰীয়েই শ্ৰীশঙ্কৰ প্ৰচাৰিত একশৰণ ভাগৱতী ধৰ্ম্মৰ মূলাধাৰ। এই মূলধাৰাই লাহে লাহে পুষ্ট, বিস্তৃত, বিশাল আৰু বেগৱতী হৈ অসম ভেদি প্ৰবাহিত হৈছিল। এয়ে অসমত বৈষ্ণৱ ধৰ্ম্মৰ তৃতীয় পৰ্ব্ব।

## চতুৰ্থ পৰ্ব্ব—সত্ৰায়ণ বৈষ্ণৱ ধৰ্ম্ম—

এই ধৰ্ম্মবিস্তাৰ আৰু তাৰ গুণাধানত অমূল্য অৱদান আগবঢ়াবলৈ সেই সময়তে আৰু এজন মহাপুৰুষৰ আবিৰ্ভাৱ হৈছিল। তেওঁ হৈছে শ্ৰীশ্ৰীদামোদৰদেৱ। এইজনা পুৰুষ বয়সত শ্ৰীশঙ্কৰতকৈ সৰু আছিল, সেইদেখি তেওঁ সৰু গুৰু বুলিও খ্যাত হৈছিল। দুয়োজনাৰ পূৰ্ব্বপুৰুষসকল একালত একেঠাইৰে বাসিন্দা আছিল আৰু দুয়োটা পৰস্পৰ সম্প্ৰীতিবদ্ধ পৰিয়াল আছিল[১৬]। দুয়োজনাৰ পূৰ্ব্বপুৰুষসকল একে সময়তে একেলগে অসমলৈ অহাৰ কথাও চৰিত পুথিত পোৱা যায়[১৭]। দামোদৰদেৱৰ পূৰ্ব্বপুৰুষ মধ্য অসমৰ নলচা গ্ৰামত আছিল। ভূঞাঁসকলৰ বিদ্ৰোহৰ লগত সংলিষ্ট থকা বুলি আহোমৰাজদ্বেষৰ ভাজন হব লগা হোৱাত স্থান এৰি ভটীয়াই আহি কামৰূপত প্ৰৱেশ কৰি সেই ৰাজদ্বেষৰ হাত সাৰিছিল। কামৰূপলৈ আহি সেই সময়ৰ বিষ্ণু-ধৰ্ম্মৰ কেন্দ্ৰস্থল হাজোত কিছুদিন থাকিল। নীলকণ্ঠৰ মতে দামোদৰদেৱৰ ককায়েক সৰ্ব্বেশ্বৰ আৰু ৰত্নাকৰ হাজোৰ মাধৱ দেৱালয়ত ভাগৱতী আছিল। এই চৰিতকাৰৰ মতে দামোদৰেও পঞ্চটীকা মুখে গীতা

---

১৬। নীলকণ্ঠ কৃত দামোদৰ চৰিত্ৰ পদ ; ৩৮৪-৩৯১

১৭। ৰামৰায় কৃত গুৰুলীলা পদ ; ৩৪-৩৫, ১৫৭-১৬৬, ১৮৬-২১৬।

পাঠ কৰিছিল[১৮]। ইয়াৰপৰাই বুজা যায়, পৰিয়ালটো পূৰ্ব্বৰেপৰা বৈষ্ণৱপন্থী আৰু শাস্ত্ৰানুশীলনৰ পৰম্পৰাৰে মহীয়ান আছিল। কলাপচন্দ্ৰ দ্বিজ বুলি এজন বিদ্বানৰ ওচৰত দামোদৰদেৱে গীতা ভাগৱত অধ্যয়ন কৰা বুলিও চৰিতকাৰে উল্লেখ কৰিছে[১৯]। হাজোত থাকোতেই ওৰেষাৰ সন্ন্যাসী এজনৰপৰা মন্ত্ৰ লৈছিল। ৰামৰায়ৰ মতে সন্ন্যাসী ছদ্মবেশী নাৰদ। ওৰেষাৰ সন্ন্যাসীয়েই পাছলৈ ছদ্মবেশী নাৰদ বুলি জনসমাজত প্ৰচাৰ হৈ যোৱাটো একো অস্বাভাবিক নহয়। পিতৃ আৰু ভ্ৰাতৃদ্বয়ৰ বিয়োগ আৰু শেষত পত্নীবিয়োগ, এই এটাইবোৰ শোকাবহ পাৰিবাৰিক দুৰ্ঘটনা একেলগে হোৱাত দামোদৰদেৱ সংসাৰত বিৰক্ত হৈ পৰিছিল। এই সময়তে পাটবাউসীত নাম-ধৰ্ম্ম প্ৰৱৰ্ত্তাই থকা শঙ্কৰদেৱৰ গুণ যশ চাৰিওফালে বিয়পি পৰিছিল। দামোদৰদেৱে মাজে মাজে গৈ পাটবাউসীৰ নাম-কীৰ্ত্তন আৰু ধৰ্ম্ম চৰ্চ্চা কাণপাতি শুনিছিল। কেতিয়াবা হেনো শঙ্কৰদেৱৰ আজ্ঞাৰে ভাগৱত ব্যাখ্যা কৰিও শুনাইছিল[২০]। পূৰ্ব্বৰ পাৰিবাৰিক সৌহাৰ্দ্দ্য সুঁৱৰি আৰু দামোদৰদেৱৰ ভক্তিৰ গাঢ়তা দেখিও শঙ্কৰদেৱ মুগ্ধ আৰু স্নেহযুক্ত হৈ পৰিছিল। শঙ্কৰদেৱে দামোদৰদেৱক পুনৰায় বিবাহ কৰি গৃহী হবলৈকো কৈছিল কিন্তু দামোদৰৰ মন তেতিয়া গৃহ-সংসাৰতকৈ ডাঙৰ বস্তুৰ ফালে ঢাল খাইছিল। পুনঃ বিবাহ কৰোৱা যি নহলেই, বৰং শঙ্কৰদেৱৰ লগত ঘনিষ্ঠতাৰ ফলত দামোদৰে ধৰ্ম্ম-জীৱনকেই সাৰাৎসাৰ বুলি গ্ৰহণ কৰিলে। ইতিপূৰ্ব্বে মন্ত্ৰ-দীক্ষা হৈ গৈছিল। এতিয়া শঙ্কৰদেৱৰপৰাও জানিবলগীয়া কথাবিলাক ভালকৈ জানি বুজি ললে। দামোদৰদেৱৰ নিষ্ঠা, কৰ্ত্তব্য-ৰতি আৰু শুদ্ধ সত্ত্ব জীৱনৰ প্ৰতি শ্ৰদ্ধাশীল হৈ এদিন শঙ্কৰদেৱে এটা অনুৰোধেৰে দামোদৰদেৱক অভিভূত কৰি পেলালে। শঙ্কৰদেৱে আজ্ঞা কৰিলে—

ব্ৰাহ্মণ সজ্জনলোক যতেক আছয়।
ভজায়ো সবাকে তুমি নাহিকে সংশয়॥—নীলকণ্ঠ ২৭১

---

১৮। নীলকণ্ঠ পদ, ১৬০ ;

১৯। নীলকণ্ঠ ১০৬, ২৭০, ২৭৪

২০। ৰামৰায় ১৭২-৮২, নীলকণ্ঠ ১৯৫, শঙ্কৰ চৰিতত আন এজন দামোদৰক প্ৰসিদ্ধ দামোদৰদেৱৰ লগত মিলাই ভুল কৰিছে। শঙ্কৰ চৰিতৰ দামোদৰ কোনোবা দয়ালৰ পুত্ৰ।

দয়ালৰ পুত্ৰ দামোদৰ মহা সন্ত।
কিবিবি বিষয় খানি তাহান্তে কৰন্ত॥

দামোদৰদেৱ চমকি উঠিল—এনে এটা গুৰুভাৰ দিয়াৰ আজ্ঞা মহাপুৰুষৰ মুখৰপৰা ওলাল যাক বাৰু বুলিও কোৱা টান, নোৱাৰো বোলাযাৰো মুযুৱায়। দামোদৰদেৱে বিনয় কৰি ক'লে—আপুনি স্বয়ং আছে "তথাপিতো ইটো ভাৰ লাগিল আমাত" তেতিয়া শঙ্কৰদেৱে কথাষাৰৰ ইঙ্গিত বুজাই দি ক'লে—

"শূদ্ৰে ব্ৰাহ্মণক সত্ৰ দিবাক নাপায়।

এতেকেসে শিক্ষা দিয়াইবোহো অন্য ঠাই।"—নীলকণ্ঠ ২৭৫

সত্ৰ অৰ্থে ইয়াত ধৰ্ম্মকে বুজাইছে। শঙ্কৰদেৱে জীৱন কালত এক দামোদৰৰ বাহিৰে আন কাকো শৰণ দিবলৈ বা শিষ্য ভজাবলৈ আজ্ঞা দিয়া নাছিল। মাধৱদেৱকো প্ৰয়াণ কালতহে সেই বাব দি গৈছিল। সৰু গুৰু দামোদৰক যে সেই আজ্ঞা দিলে তাৰ কাৰণ ওপৰত কোৱা কথাষাৰৰ উপৰিও আৰু কিবা নিশ্চয় আছে। সেই কথা যদিও চৰিতকাৰসকলে উল্লেখ কৰা নাই তথাপি ৰজা, ব্ৰাহ্মণ আৰু তিৰোতাক শৰণ নলগাওঁ বোলা শঙ্কৰদেৱৰ সংকল্পৰ বিষয়ে যি জনশ্ৰুতি আৰু চৰিত পুথিৰ উক্তি আছে তাৰ নিহিত গূঢ়াৰ্থৰ কথা ভাবি চালেই ওলাই পৰিব। হিন্দুমাত্ৰৰে অখিল ধৰ্ম্ম-কৰ্ম্মৰ মূল হৈছে বেদ। বেদ-সম্মত শ্ৰাদ্ধাদি আৰু ধৰ্ম্মশাস্ত্ৰোক্ত ক্ৰিয়াকৰ্ম্ম সকলোৰে কৰণীয়। শঙ্কৰদেৱে নিজেও কৰিছিল, আনকো কৰিবলৈ হাক দি যোৱা যি নায়েই, নকৰাটোকো নিন্দা কৰিছিল।

তেনেহলে দামোদৰদেৱৰ শিক্ষাত একশৰণ তত্ত্বই ঠাই পোৱা নাইনেকি? ঠাই পাইছে, আৰু কোনো বিৰোধ নোহোৱাকৈয়ে ঠাই পাইছে। দামোদৰেও বিষ্ণুকে এক ভজনীয় পৰমেশ্বৰ বুলি শিক্ষা দি গৈছে। বাকী দেৱতাসকল বিষ্ণুৰ অধীন, ডাল-পাত, বিষ্ণুহে গুৰি। গছৰ ডাল-পাত চিকুনাই দিলে বা পোক-পৰুৱা গুচাই দিলে গুৰিৰ একো অপকাৰ সধা 'নহয়। ইন্দ্ৰাদি দেৱতা-সকল বিষ্ণুৰ সেৱক বা বিভূতিহে—

সেৱকে যদি কৰে অপকাৰ,

চোৱে অপযশে স্বামীক তাৰ।

এই বাক্যষাৰ যদি সঁচা হয় তেনেহলে-'সেৱকে যদি কৰে উপকাৰ, চোৱন্ত সুযশে স্বামীক তাৰ' এনেকৈ বুলিলেও মিছা নহব। দামোদৰদেৱে এই অৰ্থতে পঞ্চদেৱতাদিৰ পূজাৰ বিৰোধিতা নকৰাকৈ এক শৰণ ধৰ্ম্ম প্ৰবৰ্ত্তাব পাৰিছিল।

এই প্ৰসঙ্গত আৰু এষাৰ কথা আছে। সেইষাৰহে অধিক প্ৰণিধান-

যোগ্য। এই পঞ্চদেৱতাদিৰ যি নিত্য-নৈমিত্তিক কৰ্ম্মত পূজা হয়, অসমৰ বৈষ্ণৱ ব্ৰাহ্মণসকলকৰ পদ্ধতিৰ লগত আনদেশৰ পদ্ধতিৰ অমিল আছে। নৈবেদ্য ভোগ আদি উছৰ্গাৰ বেলিকা যি দেৱতাৰ নামতেই উছৰ্গা নকৰক তাক পোনতে বিষ্ণুক নিবেদন কৰি লোৱা হয়।

শঙ্কৰদেৱে আৰু সেই লগতে মাধৱদেৱেও পৰিস্থিতিৰ হেঁচাত যদিও উজনি ত্যাগ কৰিবলগীয়া হৈছিল তথাপি উজনি খণ্ডত ভাগৱতীধৰ্ম্মৰ প্ৰচাৰৰ বিষয়ে উদাসীন হৈ বহি থকা নাছিল। উজনিত কেনেকৈ এজন যোগ্য লোক পোৱা যায় বা আন ঠাইৰপৰাই উজনিৰ প্ৰতিকূল স্থিতিত ঠাৱৰিবপৰা কাক পঠাব পাৰি এই চিন্তা সদায় মনত জাগৰূক হৈ আছিল। ঈশ্বৰেচ্ছাত সেইজন পুৰুষ আপুনি ওলালহি; তেৱেঁই ভক্ত-শিৰোমণি ঈশ্বৰাৰ্পিতদেহ শ্ৰীশ্ৰীবংশীগোপালদেৱ। বংশীগোপালদেৱ কেনেকৈ কেতিয়া সেইবোৰ কথাৰ বিৱৰণত চৰিত পুথিবিলাকত হৈৰফেৰ আছে, থাকিলেও এটা নিৰ্ণয় কৰা অসম্ভৱ নহয়।

গোপালদেৱৰ চৰিত পুথি মতে গোপালদেৱৰ সৈতে শঙ্কৰদেৱৰ সাক্ষাৎ হয় বৰদোৱাত আৰু তেতিয়া তেওঁ উপনয়ন মাত্ৰ সম্পন্ন হোৱা কিশোৰ। এইটো সম্ভৱ নহয়, কাৰণ তাৰ বহুত আগতে শঙ্কৰদেৱে আৰু লগৰ ভূঞাঁসকলে বৰদোৱা ত্যাগ কৰিছিল। আন এটা মতে ধুৱাঁহাটত এই সাক্ষাৎ হৈছিল—সেইটোও সম্ভৱ যেন নালাগে। তথাপি বংশীগোপালদেৱে শঙ্কৰদেৱক লগপোৱা বুলি যে চৰিত পুথিবিলাকত আছে তাৰ মূলতে এটা জনশ্ৰুতি নিশ্চয় আছিল সেই জনশ্ৰুতি একেবাৰে অমূলক বুলি উৰাই দিয়াৰো কোনো যুক্তি নেদেখোঁ। লক্ষ্মীনাথ বেজবৰুৱাই 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' গ্ৰন্থত পাটবাউসীতে এই সাক্ষাৎ হোৱাৰ কথা বৰ্ণাইছে। ৰামৰায় কৃত গুৰু-লীলাতো অনুৰূপভাৱে পাটবাউসীতে শঙ্কৰ-গোপাল সাক্ষাৎ হোৱা বুলি বিৱৰণ দিছে। পাটবাউসীতে এই সাক্ষাৎ হোৱাটোৱেই সঁচা, কিয়নো স্থান কাল আৰু সাক্ষাৎ হওঁতা দুগৰাকী পুৰুষৰ বয়সৰ লগত এই ঠাৱৰণি ভালকৈ খাজে খাপে খাই যায়। গোপালদেৱৰ জন্ম হয় ১৪৭০ শকত, শঙ্কৰদেৱৰ মহাপ্ৰয়াণৰ শক ১৪৯০। ইয়াৰ আঢ়ৈ বছৰ আগতে পাটবাউসী ত্যাগ কৰি শঙ্কৰদেৱ বেহাৰলৈ গৈছিল; গতিকে ১৪৮৭ শক মানত পাটবাউসীত গোপালদেৱে সাক্ষাৎ লাভ কৰা কথাবাৰত একো বিষমতা দেখা নাযায়। তেতিয়া গোপালদেৱৰ বয়স ষোল-সোতৰৰ ভিতৰতে আছিল। গতিকে গুৰুলীলাত ৰামৰায়ে কোৱামতে গোপালদেৱে

শঙ্কৰদেৱক বিচাৰি আহোঁতে লগ পোৱা আৰু শঙ্কৰদেৱে দামোদৰক চমজাই দিয়া কথাষাৰ অমূলক বুলি ভবাৰ যুক্তি নাই।

বংশীদ্বিজ এক শৰণ হৈবাক
আপোনাৰ স্থানে আইলা।
আপুনি শৰণ কৰায়োক দেৱ
স্বৰূপ বুলো বচন। —২৪১-৪২

দামোদৰদেৱে বংশীগোপালক শৰণ কৰালে আৰু ৰহস্য মন্ত্ৰ দান কৰিলে। সেইবাৰ বংশীগোপাল সোনকালেই উভতি গ'ল। পাছত আকৌ আহি বহুত দিন পাটবাউসীত থাকি দামোদৰদেৱ আৰু মাধৱদেৱ দুয়োৰো সৎসঙ্গ লাভ কৰে। মাধৱদেৱৰপৰাও ভক্তিতত্ত্ব ভালকৈ বুজি বাজি লৈছিল বুলি গোপালদেৱৰ চৰিতকাৰে বহলাই কৈছে। দামোদৰদেৱৰ মুখ্য শিষ্যসকলৰ পাঁচ সন্ত-পুৰুষৰ ভিতৰত বংশীগোপালেই প্ৰথম।

শঙ্কৰদেৱ পাটবাউসীত থাকোঁতেই দামোদৰদেৱৰ প্ৰভাৱ প্ৰতিপত্তি আৰু মহিমা অলপ অলপকৈ বাঢ়ি গৈছিল। বেহাৰলৈ যাত্ৰা কৰাৰ পাছত সেই প্ৰতিপত্তিৰ প্ৰসাৰ বাঢ়িল। চাৰিওদিশৰপৰা পণ্ডিত, সজ্জন, ব্ৰাহ্মণ আৰু দুই-চাৰিজন কায়স্থ জাতিৰ উচ্চস্থ লোকেও দামোদৰৰ ওচৰত আহি শৰণ ললে। ইয়াৰ ভিতৰত কেইজন মানে ধনে-সোণেও আত্মনিবেদন কৰিলেহি। শঙ্কৰ-প্ৰয়াণৰ পাছত ৰামৰায়ে দামোদৰদেৱত শৰণ ললে, সত্ৰ পতাৰ অৰ্থে একখণ্ড আহল-বহল ভূমি দান কৰিলে। তাৰ পাছতে হাজোৰ কবি চূড়ামণি নামৰ এজনে দহতোলা সোণ, ৫০০শ টকা আৰু এধাৰ মণিমালা ভেটী দি সেৱা কৰিলে। নীলকণ্ঠৰ মতে গোপালদেৱেও সম্ভৱতঃ দ্বিতীয়বাৰ আহোঁতে ৰূপ ৫০০শ দি সেৱা কৰিছিল। তেতিয়াৰ দিনত এইখিনি ভেটী বিপুল অৰ্থসম্বল। এই অৰ্থ দামোদৰদেৱৰ ব্যক্তিগত সম্পত্তি নাছিল বা হয় বুলি ভবাও নাছিল। ৰামৰায়ে দান কৰা ভূমিখণ্ডত বিস্তৃতকৈ সত্ৰ পাতিলে। সত্ৰ, মণিকূট, নামঘৰ, ভকত-হাটী, ভঁৰাল, গুৰুগৃহ, অতিথিশালা আদি নিৰ্ম্মাণ কৰি পূৰ্ব্বৰ হাজো মন্দিৰৰ অনুকৰণত দ্বাদশ প্ৰসঙ্গৰ ক্ৰম বান্ধি দিলে। প্ৰকৃততে পূৰ্ব্বৰ তিনি বা চাৰি প্ৰসঙ্গৰে ই বিস্তাৰ মাথোঁ। মণিকূট নামটিও হাজোৰ মাধৱে অৱস্থান কৰা মণিকূট পৰ্ব্বতৰপৰাই লোৱা যেন লাগে। অৰ্থবিস্তাৰৰ ফলত মূল-বিগ্ৰহ য'তে থাকে সেয়ে মণিকূট নাম পালে। সত্ৰৰ মণিকূট আৰু নামঘৰৰ আৰ্হি পূৰ্ব্বৰ মন্দিৰবিলাকৰ গৰ্ভগৃহ, জগমোহন নাটমণ্ডপৰপৰাই

লোৱা। বিজয়নগৰলৈ যোৱাৰ আগতে ভক্তসকলক উপদেশ দি দামোদৰদেৱে কৈছিল—

তিনিগুটি প্ৰসঙ্গক কৰিবা সততে।
দ্বাদশ প্ৰসঙ্গ আছে তাৰ অন্তৰ্গত॥
একাদশী সংক্ৰান্তিত ষোড়শ প্ৰসঙ্গ[২১]।
কিন্তু অন্যে অন্যে প্ৰীতি নকৰিবা ভঙ্গ॥—ৰামৰায় ৩৪৪-৪৫

এইদৰে সত্ৰ নিৰ্ম্মাণ কৰি দ্বাদশ প্ৰসঙ্গৰ ঠিকঠাক লগাই দি সেইবোৰ নিয়মিত আৰু শৃঙ্খলিতভাবে চলি থাকিবৰ কাৰণে ভিনে ভিনে বাব দি যোগ্য লোক নিয়োগ কৰিলে। তিনিবাৰ ভাগৱত পাঠৰ কাৰণে কটাহবাৰীৰ মিশ্ৰক পুৱা, পঞ্চানন দ্বিজক ভাটীবেলাৰ আৰু শ্ৰীকৃষ্ণক গধূলিৰ প্ৰসঙ্গৰ ভাগৱত পঢ়াৰ বাব দিলে। বলদেৱক ভাণ্ডাৰী পাতি লগত ১২জন ভকত নিয়োজিলে। পূজাৰ কাৰণে পালা-ধৰা আৰু দেউৰী আৰু আন বহুতকো ভাগে ভাগে নিয়োগ কৰি থিত লগাই দিলে (নীলকণ্ঠ, ৩৮০-৩৮৩) সকলো। ফালৰপৰা পাছৰ পূৰ্ণ-পৰ্য্যায়ৰ সত্ৰ এখনৰ পূৰ্ব্বৰূপ দামোদৰদেৱৰ প্ৰতিষ্ঠাপিত প্ৰথম সত্ৰ পাটবাউসীতে দেখা যায়। শঙ্কৰদেৱ পাটবাউসীত থাকোতেই এই পয়োভৰপূৰ্ণ সত্ৰখনে গঢ় লৈছিল নে নাই সঠিককৈ কোৱা টান। ৰামৰায়ৰ মতে শঙ্কৰদেৱে সত্ৰৰ এই ৰূপ দেখিছিল আৰু দেখি হৰষিত হৈছিল—"দামোদৰে সেহিস্থানে সত্ৰ বান্ধিলন্ত, শঙ্কৰেয়ো দেখি মহা আনন্দ লভিলা।" (ৰামৰায়, ২১০)[২২]। গুৰুলীলাকাৰৰ কথাতে পতিয়ন যাবলৈ মন যায়।

শঙ্কৰদেৱে নিজে বাহুল্য আৰম্বৰ ভাল নাপাইছিল। নিজৰ বাসস্থানতো প্ৰয়োজনতকৈ অতিৰিক্ত বহুলতাৰ প্ৰশ্ৰয় নিদিছিল। বিয়া-বাৰু নকৰোৱা কেৱলীয়া ভকতৰ সংখ্যাধিকতা আৰু সৎসঙ্গৰ নামত ব্যয়বহুল ভকত-হাটী-যুক্ত এখন অনুষ্ঠান শঙ্কৰদেৱৰ আদৰ্শৰ ভিতৰুৱা নাছিল। গৃহতে থাকি নাম-ধৰ্ম্ম পালন কৰিবলৈ দিয়া উপদেশ কীৰ্ত্তনৰ বহুত স্থলত স্পষ্টভাবে আছে। আনকি নিজৰ থকা-ঘৰ ডুখৰিও প্ৰয়াণৰ অলপ দিন পাছতে নতুনকৈ মাধৱদেৱে

২১। একাদশী আৰু সংক্ৰান্তিত আজিও আউনীআটী আদি সত্ৰত প্ৰসঙ্গৰ সংখ্যা দুই-এপদ বৃদ্ধি হয়।

২২। শ্ৰীকৃষ্ণৰ বাল্যসখা দাৰিদ্ৰ-বিপ্ৰৰ বিভূতি প্ৰাপ্তি, সেই বিভূতিক ত্যাগ কৰি ভোগ কৰাৰ যি ব্যাখ্যান কীৰ্ত্তনত আছে সেই 'দামোদৰ বিপ্ৰাখ্যান'ৰ দামোদৰ নামটি ভাগৱতত নাই। কীৰ্ত্তন ৰচনা কৰোঁতে শ্ৰীদামোদৰৰ কথাই মনৰ সমুখত আছিল নেকি?

সজাই দিব লগা হৈছিল। এই আদৰ্শ নিজৰ জীৱনত ৰক্ষা কৰিছিল কিন্তু ব্যক্তি-মহিমাৰ আকৰ্ষণত মহাপুৰুষজনা য'তেই আছিল তাতে কীৰ্ত্তন-ঘৰ আছিল, ভক্তসকল গোট খাইছিল, নাম-কীৰ্ত্তন কৰিছিল, উপদেশামৃত শ্ৰৱণ কৰিছিল। নিৰ্ম্মিত সত্ৰ নহৈও সেই ঠাই সত্ৰ যেন হৈ পৰিছিল। কিন্তু সেইবুলি পাছৰ কালৰ সত্ৰৰ আৰ্জাত কোনো বৰ-ঘৰ বৰ-মেলসহ উদাসীন ভকতৰ হাটী, বাটী, মণিকূট আদি নাছিল। সত্ৰৰ সাজনত মণিকূটৰ স্থান প্ৰথম দামোদৰদেৱেই মন্দিৰৰ গৰ্ভগৃহৰ অনুকৰণত দিয়ে। শঙ্কৰদেৱৰ প্ৰয়াণৰ পাছতো মাধৱদেৱেও তেনে পয়োভৰ-যুক্ত অনুষ্ঠান নিৰ্ম্মাণ কৰা নাছিল। ভকতৰ বহা আছিল, নামঘৰ আছিল, গুৰুৰ বহাও আছিল; কিন্তু স্থায়ী অনুষ্ঠানৰূপে ভিন্ ভিন্ ঘৰ-দুৱাৰ, ডাঙৰ কীৰ্ত্তন-ঘৰ, ভকতহাটী, ভাগে ভাগে কৰ্ম্ম কৰা দেউৰী, ভাণ্ডাৰী, ভাগৱতী আদি মানভগীয়াও নাছিল। চৰিতপুথিৰ মতে নাম-উদাস হৈ যোগ-ব্ৰহ্মচৰ্য্য* ধৰি মাধৱদেৱে শান্তসমাহিতভাবে কাল কটালে। ইপিনে দামোদৰদেৱে নাম, ভাগৱত, ভকত লৈ সত্ৰ পাতিলে আৰু ব্ৰাহ্মণ-সজ্জন লোক যিমান আছে শৰণ লগাই ভক্তি উপদেশ দিবলৈ ধৰিলে। ফলত "লোকৰ আন্দোলে সত্ৰ দলদোপ কৰে। হেনমতে ভাগিলন্ত লোক নিৰন্তৰে। ইয়াকে দেখি নাৰায়ণ ঠাকুৰে এদিন মাধৱদেৱক কলেহি—

> শুনিয়োক বাপ তুমি আমাৰ বচন।
> জানিলো গুৰুৰ ধৰ্ম্ম কৰিলা উচন॥
> বসি আছা কিবা হেতু মনে জানি তুমি।
> আগ পাছ কথাসব কহোঁ শুনা আমি॥
> দেখিয়ো ব্ৰাহ্মণে কেন কৰে অযুগুত।
> আমাৰ গুৰুৰ ধৰ্ম্ম কৰিলে লুপুত॥
> যেন মতে মহাধৰ্ম্ম ৰাখিবাক পাৰা।
> জাণ্ট কৰি বাপ তুমি হেন কাম কৰা॥
> তল কৰি আনিলে চাহিও মন কৰি।
> মনে মনে আছা কেনে ব্ৰহ্মচৰ্য্য ধৰি॥

(ৰামচৰণকৃত শঙ্কৰ চৰিত, ৩৯৬১-৬৩)

এই কথা শুনি মাধৱদেৱে কলে—"মই কি কৰিম পূৰ্ব্বত গুৰুৱে মোক হাক দি গৈছে 'ৰৰঘৰ-ৰৰমেল নকৰিবা তুমি, নটুৱাক নমুচাবা হাক দেওঁ আমি।' —এতিয়া গুৰুৰ ধৰ্ম্ম মই কেনেই ৰাখিব লাগে কোৱা।" দুয়োজনে গুৰুধৰ্ম্ম

বঢ়াবৰ কাৰণেই আলচ কৰি ৰাংপাট মাৰি ৰৰঘৰ সজোৱা আৰু নটুৱা নচুৱাকে স্থিৰ কৰিলে।

নটুৱাক সজাইবাক ঘৰ সজাইলন্ত॥
সাজিলন্ত হাটীবাৰী শিল্পি কৰ্ম্ম কৰি।
থাকিলন্ত আনন্দে তথাত মাধৱ গিৰি॥
ঘৰ প্ৰতিষ্ঠাক পাছে যতনে কৰিলা।
মাধৱ দেৱতা পাছে লোকক জনাইলা॥—একে, ৩৯৬৮-৬৯

এই কথাকে প্ৰায় অনুৰূপভাৱে বেজবৰুৱাই 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধবদেৱ' গ্ৰন্থত (পৃ ২২৬-২২৭, ১ম সং) আৰু অলপ বহলাই লিখিছে। এইমতে নাৰায়ণ ঠাকুৰে এটা সপোন দেখিছে মাধৱদেৱক সপোনটো চৰ্চ্চি কৈছে "সখি দামোদৰদেৱে কেনেকৈ সকলোৰে দৰ্শনীয় কৰি ডাঙৰকৈ নামঘৰ মণিকূট আদি সজাই ধৰ্ম্মৰ দোকান চলাই চাৰিওফালৰপৰা সকলোকে আকৰ্ষণ কৰি আনিছে; আৰু আপোনাৰ থান-থিতি একো নাই। আপুনি হাটী বাটী নাম-ঘৰ মণিকূট সজাই লৈ ভালকৈ বহক, সেৱকসকলেৰে সৈতে ধৰ্ম্মৰ বিচাৰ আলোচনা কৰক, এনে কৰিলে দেখিব দশোদিশৰপৰা লোকসকল আপোনাৰ ওচৰলৈ ধৰ্ম্মক ধৰিবলৈ আহিব। মই চাৰিওফালৰপৰা লোকসকলক গোটাই আনি আপোনাৰ ওচৰ পোৱাই দিম, আপুনি বহি ধৰ্ম্ম দি ধৰ্ম্ম প্ৰচাৰ কৰিব।" নাৰায়ণ ঠাকুৰৰ এই কথা শুনি মাধৱদেৱে সন্তোষ পাই, সেয়ে হওক বুলি কৈ মাধৱ মৰলক মাতি আনি ভালকৈ নাম-ঘৰ, মণিকূট, হাটীবাটী আদি কৰিবলৈ আদেশ কৰিলে। মৰলে গুৰুৰ আদেশ শিৰত লৈ, সেৱকসকলক জান দি মনোৰমকৈ সেইবোৰ প্ৰস্তুত কৰি গুৰুক জনালত, মাধৱদেৱে শুভক্ষণ শুভতিথিত তাত প্ৰবেশ কৰিলে। ভাগৱত শাস্ত্ৰ আনি নামঘৰত তেওঁ স্থাপনা কৰিলে। ভকতসকলে কীৰ্ত্তন-ঘৰত বহি নাম গাবলৈ শাৰী নিৰূপণ কৰিলে আৰু নিজে নাম লগোৱা হ'ল।" (পৃঃ ২২৭)

ইয়াৰপৰা সহজে অনুমান কৰিব পাৰি যে পাছৰ কালৰ পূৰ্ণপৰ্য্যায়ৰ সত্ৰই আদৰ্শনীয় ৰূপ দামোদৰদেৱৰ হাততে পোন প্ৰথমে পায়। গুৰুগৃহ, হাটী-বাটী, নাম-ঘৰ, মণিকূট ভাণ্ডাৰ, অতিথিশালা আদি যাবতীয় অৱয়ৱৰ লগতে বিভিন্ন বাবৰ সৃষ্টি, নাম-প্ৰসঙ্গৰ দ্বাদশাদি ক্ৰম বিভাগ, গুৰু-কৰৰ প্ৰবৰ্ত্তন—এই সকলোবোৰেৰে এখন পূৰ্ণাঙ্গ সত্ৰৰ পৰিকল্পনা কৰা আৰু তাক কাৰ্য্যান্বিত কৰাৰ প্ৰথম পটি-কটীয়াৰ গৌৰৱ দামোদৰদেৱৰে প্ৰাপ্য।

ইয়াৰ উপৰিও উপযুক্ত ভক্ত আৰু কাৰ্য্যদক্ষ লোকক অধিকাৰী মহন্ত পাতি দিশে দিশে পঠিয়াই অসমৰ উজনি নামনি উত্তৰ দক্ষিণ সকলো ফালে ধৰ্ম্মপ্ৰচাৰৰ এটা সুপৰিকল্পিত সংগঠনৰো সৃষ্টি কৰিলে প্ৰথমে দামোদৰ-দেৱেই। শঙ্কৰদেৱৰ ইঙ্গিততে আৰু মাধৱদেৱৰো ইচ্ছা অনুসাৰে বংশীগোপালক অধিকাৰী পাতি উজনিৰ ভাৰ দিলে আৰু মেধি মহন্ত পতাৰো অধিকাৰ দিলে। ভগৱানদেৱ, অৰ্জ্জুনদেৱ আৰু বলদেৱকো অনুৰূপ অধিকাৰী বাব দি সত্ৰ-সভা স্থাপন কৰাৰ অধিকাৰ দান কৰিছিল। ইয়াৰ উপৰিও ১২ জনক মহন্ত পাতি থাপিছিল, নিজৰ সত্ৰখনত ভট্টদেৱ আৰু ভতিজাক যি আছিলেই। এই সকলোবোৰ শিষ্য-প্ৰশিষ্যই একেদিনাই বা একে সময়তে গৈ সত্ৰ স্থাপন কৰিছিল এনে নহয়, কিন্তু বংশীগোপালদেৱ, সন্তদেৱ আৰু ভগৱানদেৱক শিষ্য ভজোৱাৰ ভাৰ শঙ্কৰদেৱৰ প্ৰয়াণৰ আগতে দিছিল। এই শিষ্যসকলে নিজৰ সত্ৰৰ উপৰিও অলপ দিনতে শাখা-সত্ৰ কিছুমানো স্থাপন কৰি দামোদৰদেৱৰ ধৰ্ম্ম আৰু কীৰ্ত্তি দিশে দিশে বিয়পালে। দামোদৰ বা তংশিষ্যপ্ৰৱৰ্ত্তিত সত্ৰসমূহেই পাছলৈ ব্ৰহ্ম-সংহতি ৰূপে খ্যাত হ'ল।

শঙ্কৰ-চৰিত গুৰু-চৰিত আৰু শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱ গ্ৰন্থত বিবৃত কাহিনীৰ সকলো বাক্য আৰু ঘটনা তথ্যমূলক বুলি নধৰিলেও তাৰ মৰ্ম্ম অৰ্থাৎ দামোদৰৰ সত্ৰৰ পয়োভৰ আৰু সমাগমৰ হেন্দোল দেখি নাৰায়ণ ঠাকুৰ আদি মাধৱদেৱৰ লগৰীয়াসকলৰ আত্মবিশ্লেষণৰ সুযোগ ওলাইছিল আৰু লগতে শুদ্ধ প্ৰতিদ্বন্দ্বিতাৰ ভাব এটাৰো উদয় হৈছিল তাত সংশয় নাই। নাৰায়ণে নিজৰ সংকল্প ৰক্ষা কৰিলে। বৰপেটাত বৰঘৰ, হাটীবাটী, নামঘৰ আদি হোৱাত জনসমাগম বাঢ়িবলৈ ধৰিলে। নাৰায়ণ ঠাকুৰেও উপযুক্ত লোক দেখিলেই বৰাই বুজাই লৈ আহি মাধৱদেৱৰ সমুখ কৰেহি। এইদৰে কেইজনমান বিচক্ষণ পুৰুষক নাৰায়ণ ঠাকুৰে ৰতন চিনাদি চিনি মাধৱদেৱ পুৰুষৰ ওচৰলৈ আনি ধৰ্ম্মক ধৰালে। ইয়াৰ পূৰ্বে মাধৱদেৱে নিজেহে ভকতসকলক শৰণ দি গুৰুমুখী কৰাইছিল। এতিয়াৰপৰা একোখন শাস্ত্ৰ দি উপযুক্তজনক সত্ৰ পাতি শিষ্য ভজাবলৈকো আজ্ঞা দিলে। এই আজ্ঞা পোৱা মুখ্য শিষ্যসকল, গোপাল আতা, শ্ৰীৰাম আতা, পৰ্হিয়া মাধৱ, গমাৰগোবিন্দ, বৰবিষ্ণু আতা, পদ্ম আতা আদিয়েই প্ৰধান। এইসকল কৃৰিত-কৰ্ম্মা পুৰুষ আছিল। এইসকলেই গুৰুৰ লগত কিছুদিন সৎসঙ্গ কৰি দিশে দিশে গৈ সত্ৰ-সচং পাতি মহাপুৰুষৰ ধৰ্ম্মৰ পোহাৰ মেলিলে।

এওঁলোকৰ সৰহ ভাগেই গৃহী আছিল। পুত্ৰ সকলৰ দ্বাৰাও যি বহুত সত্ৰ স্থাপিত হলেই, এওঁলোকৰ আজ্ঞাপৰ সত্ৰবিলাকো হুবহু বন বঢ়াদি বাঢ়িল। সেই সত্ৰবিলাকৰ গোটটো পিছলৈ নিকা-সংহতি নামে পৰিচিত হ'ল।

মাধৱদেৱৰ দিনতে আৰু তাৰ পাছতো মহাপুৰুষৰ পৌত্ৰদ্বয় পুৰুষোত্তম আৰু চতুৰ্ভুজৰ আজ্ঞাপৰ ১২ খনকৈ ২৪ খন সত্ৰ স্থাপিত হৈছিল। আজ্ঞাপৰ সত্ৰৰ সত্ৰাধিকাৰৰ পো-নাতিয়েও নতুন সত্ৰ স্থাপন কৰি স্থানে স্থানে প্ৰবৰ্ত্তিলে। পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰৰ পৰা বঢ়া ক্ৰমে বৰ বাৰেজনীয়া আৰু সৰু বাৰেজনীয়া সত্ৰ বাৰখনকৈ হলেও কালক্ৰমত বহুত সত্ৰৰ জন্ম হ'ল। নাতিদ্বয়ৰ জীয়াৰীৰ বংশৰপৰাও কিছুমান সত্ৰ হ'ল। পাছত এই সত্ৰসমূহেই পুৰুষ-সংহতি নামে এটা স্বকীয়া শাখা হ'ল।

ভৱানীপুৰীয়া গোপাল আতা মাধৱদেৱৰে এজন প্ৰধান শিষ্য। আতা অতিশয় সৎ-সাহসী, কৰ্ম্মপটু আৰু সংগঠনদক্ষ পুৰুষ আছিল। মাধৱদেৱৰ লগত এওঁৰ এসময়ত অলপ খকন্দ লাগিছিল; সেই সময়তে আতাই স্বয়ঙে প্ৰৱৰ্ত্তাদি শিষ্য মহন্ত ভজাই চলিবলৈ ধৰিলে। পাছত অৱশ্যে গুৰু-শিষ্যৰ সমিলমিল হ'ল, কিন্তু ভৱানীপুৰীয়াৰ প্ৰৱৰ্ত্তিত সন্ত-মহন্তসকল এটা স্বকীয়া গোট হোৱাদি হ'ল। এই গোপাল আতায়ে সমাজৰ পাছপৰা নীচকুল বুলি অৱহেলিত লোকসকলক দলে দলে গাওঁ-সমুচাকৈ নীতি-নিয়ম শিকাই মহাপুৰুষৰ ধৰ্ম্মত শৰণ দিছিল। সাময়িক সমাজ আৰু আন লগৰীয়া মহন্তসকলে এই কামত সম্পূৰ্ণ সহানুভূতি দেখুৱাইছিল নে নাই সেই কথাও অনুসন্ধানৰ বিষয়। গোপাল আতাৰ পুত্ৰ আৰু নাতিসকলেও পাছত স্বকীয়াকৈ সত্ৰ স্থাপন কৰিছিল। গোপাল আতাৰ শিষ্য বৰ যদুমণি, অনিৰুদ্ধ আৰু গজলীয়া যদুমণিৰ পৰাও বহুত সত্ৰ বাঢ়িল। গোপাল আতায়ো ব্ৰাহ্মণ-শূদ্ৰ মিলি বাৰজন মহন্ত পাতিছিল। সেইসকল সত্ৰৰো শাখা-প্ৰশাখা আজি-কালি বহুত। অসমত হিন্দুধৰ্ম্মৰ প্ৰচাৰত ভৱানীপুৰীয়া গোপালৰ দান অমোল। এইজনা ধৰ্ম্ম পুৰুষৰ, কীৰ্ত্তিস্থাপন কৰাৰ কোনো সুকল্পিত গবেষণা আজিলৈকে হোৱা নাই।

এইদৰে শ শ সত্ৰই অসমৰ ইমূৰ সিমূৰ ছানি পেলালে। তাৰ ফলত অসমত বৈষ্ণৱ ধৰ্ম্ম দ্বিগুণ মহিমাৰে বিস্তাৰ পালে। প্ৰজাঘৰ আৰু গুৰু-ঘৰৰ মাজত কটকটীয়া শুভ বন্ধন এটাই সমাজৰ গঠন-চলনকে পৰিবৰ্ত্তিত কৰিলে। পাছত আহোম স্বৰ্গদেউসকলৰপৰা ৰাজ-পোষণ পাই বহুত

সত্ৰই ধৰ্ম্ম প্ৰচাৰৰ সুযোগ সুবিধা সৰহীয়াকৈ পালে আৰু শেহৰ ফালে ৰজাঘৰৰ লগতো সত্ৰবোৰৰ এটা নিবিড় সম্বন্ধ স্থাপিত হ'ল। পাছত এনেকুৱা হ'লগৈ যে বৈষ্ণৱ ধৰ্ম্ম বুলিলেই অসমত সত্ৰক বাদ দি একো কথা সম্পূৰ্ণকৈ কব নোৱৰা হ'ল। অসমৰ সত্ৰবিলাক ভাৰতৰ বৈষ্ণৱ ধৰ্ম্মত এটা নোহোৱা নোপজা বস্তু। ভাৰতৰ ধৰ্ম্ম আৰু সমাজৰ ৰঙা ৰচঙা বিস্তীৰ্ণ ক্ষেত্ৰত এটা তুলনাহীন ব্যৱস্থা; অসমীয়া ধৰ্ম্ম-প্ৰৱৰ্ত্তকসকলৰ মৌলিক উদ্ভাৱন। অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ এই পৰ্ব্বটোক আমি সত্ৰায়ণ পৰ্ব্ব বুলিছোঁ।

আমাৰ গ্ৰন্থৰ উপজীব্য বিষয় আউনী-আটী সত্ৰও সত্ৰায়ণ বৈষ্ণৱ পৰ্ব্বৰ উৎকৃষ্ট আৰু বৃহত্তম নিদৰ্শন। তাৰ কথাকে এই গ্ৰন্থত বিবৰিম।

————

## দ্বিতীয় অধ্যায়

# শ্ৰীশ্ৰীদামোদৰদেৱ আৰু ব্ৰহ্মসংহতি

***পাঁচ-প্ৰধান আচাৰ্য্য—***

দামোদৰদেৱে চাৰিদিশে চাৰিজন আৰু মধ্যত এজন, এই পাঁচ মহামহন্তক ধৰ্ম্মপ্ৰচাৰৰ অৰ্থে আজ্ঞা দি থাপিত কৰাৰ কথা এটাই কেইখন চৰিত-পুথিয়ে একে সুৰতে কৈছে। পাঁচজনক স্থাপিত কৰাৰ মূলতে ধৰ্ম্ম প্ৰচাৰৰ এটা সুচিন্তিত পৰিকল্পনা আছিল। দামোদৰদেৱে বুজি পাইছিল যে শৰণ আৰু মালা মন্ত্ৰ দিয়াৰ অধিকাৰ তেওঁৰ নিজৰ হাততে সুগোপ্য কৰি ৰাখি থলে গোটেই অসমতে অলপ দিনতে ধৰ্ম্ম প্ৰচাৰ হৈ উঠা সম্ভৱ নহ্ব। বিশেষকৈ ধৰ্ম্ম একে মুঠিতে সুগোপ্যকৈ ৰখা বস্তুও নহয়। সেই দেখি আশু প্ৰচাৰৰ সুবিধাৰ্থে চাৰিজন যোগ্য সাধু পুৰুষক দামোদৰদেৱে প্ৰধান মহন্ত বা অধিকাৰী পাতি পঠিয়ালে। এই চাৰিজনক আকৌ আন যোগ্যলোককো মেধি বা মহন্ত পতাৰ অধিকাৰ দান কৰিছিল। গুৰু লীলাত আছে—

> দামোদৰ বোলন্ত শুনিয়োে বংশী তুমি।
> অধিকাৰী পাতিলোহু আজি হস্তে আমি॥
> অধিকাৰী হোৱা তুমি আমাৰ বচন।
> অসম ৰাজ্যৰ লোক কৰায়োে শৰণ॥ পদ—২৬৩

দামোদৰ-শিষ্য কৃষ্ণানন্দ দ্বিজে সন্ত-চৰিত্ৰত এই বিষয়ে এনেদৰে লিখিছে—

> শুনা বংশীদেৱ তুমি পূৰ্ব্বদিশে চলি যাহা
> উত্তৰ দিশত ভগবান।
> সন্তদেৱ দক্ষিণত বলদেৱ পশ্চিমত
> হৈবা সবে মহন্ত প্ৰধান॥
> ভট্টদেৱ দ্বিজবৰ মধ্যদেশে থাকা তুমি
> ভাগৱত ধৰ্ম্ম প্ৰৱৰ্ত্তাই।
> কপিল গোপাল আদি বৈষ্ণৱ সকল থাকা
> মধ্যে মধ্যে হৰিগুণ গাই॥

মোৰ ভাতৃ পুত্ৰ যে সবে মহা শুভাশয়
থাকিবাহা মোহোৰ থানতে।
আচাৰ্য্য বৈষ্ণৱ সবে কাৰ্য্য কাৰণৰ বেলা
তাসম্বাক মানিবা সততে॥

ওপৰৰ ছবি ফুফাকিত কোৱাৰ দৰে দামোদৰদেৱে কোনোবা এদিন এটাই কেইজনকে মাতি আনি এনেদৰে আজ্ঞা কৰিছিল তেনে নহয়। কৃষ্ণানন্দৰ ৰচনা ফাকিয়ে চাৰিজন প্ৰধান ধৰ্ম্ম প্ৰচাৰকক পঠোৱাৰ অন্তৰালত এটা যে সংগঠনৰ পৰিকল্পনা আছিল তাকেহে বুজাইছে।

ইয়াৰ উপৰিও বাৰজন প্ৰধান শিষ্যক সত্ৰ পাতি অভকতীয়া লোকক শৰণ, ভজন, মালা, মন্ত্ৰ দিবলৈ আজ্ঞা দিছিল আৰু বিভিন্ন সত্ৰ পাতি ধৰ্ম্ম প্ৰৱৰ্ত্তাবলৈ আদেশ কৰিছিল। অতি অলপদিনৰ ভিতৰতে এই পৰিকল্পনাৰ সুফল পোৱা গ'ল। দামোদৰদেৱৰ প্ৰয়াণৰ পূৰ্ব্বেই বহুত সত্ৰ স্থাপিত হ'ল। প্ৰয়াণৰ অলপদিনৰ ভিতৰতে দামোদৰীয়া সত্ৰবিলাক কাণ্ডাৎ কাণ্ডাৎ প্ৰৰূঢ় হৈ বাঢ়ি গ'ল। দামোদৰীয়া শিষ্য-প্ৰশিষ্যই জগত জুৰিলে।

আগতে কৈ অহা হৈছে যে সত্ৰ গঠনৰ নিৰ্ম্মাণ আৰু পালন-প্ৰণালীৰ ৰূপ দামোদৰদেৱে পাটবাউসীত প্ৰথমে দিছে। পাটবাউসী সত্ৰত দামোদৰদেৱৰ লগত চাৰিওহাটীত বহুত কেৱলীয়া ভকতই বাস কৰি নাম-প্ৰসঙ্গ কৰি আছিল আৰু সত্ৰৰ বিবিধ কাৰ্য্য পৰিচালনা কৰিছিল। দামোদৰদেৱ ৰজাৰ আদেশত পাটবাউসী এৰি বিজয়নগৰলৈ প্ৰবস্থুৱা হিচাবে যাওতেই লগত ষাঠিজন কেৱলীয়া ভকত লগত লৈ গৈছিল (ষাঠিজন কেৱলীয়া লৰিলা লগত)। প্ৰবাসলৈ যাওতেই ষাঠিজন কেৱলীয়া যাৰ লগত গৈছিল মূল সত্ৰত কিমান বেছি-সংখ্যক ভকত আছিল তাক সহজে বুজিব পাৰি। বিজয়নগৰৰপৰা বেহাৰলৈ গৈ ৰজা লক্ষ্মীনাৰায়ণৰ সহায়ত ৰজাৰ নগৰৰ কাষতে তকুৱাধাপ নামৰ ঠাইত দামোদৰদেৱে আৰু এখন সত্ৰ পাতিছিল। সেই সত্ৰখনৰ বিবৰণ গুৰুলীলাত ৰামৰায়ে এনেদৰে দিছে।

পশ্চিমে গৰষা নদী আতি অনুপাম।
সত্ৰ নিৰ্ম্মিলন্ত তৈতে তকুৱাধাপ নাম॥
চতুষ্পাশে গড় নিৰ্ম্মিলেক ভাল কৰি।
গড়ৰ ভিতৰ ভৈলা বৈকুণ্ঠ নগৰি॥

পাটদ্বাৰ উপৰে উচ্চত ৰম্য ঘৰ।
তাহাৰ ভিতৰে চাৰি হাটী মনোহৰ॥
হাটীৰ মধ্যত হৰি মন্দিৰ বান্ধিলা।
চটীক লগায়া বেৰে জিঞ্জৰি কাটিলা॥
দামোদৰ দেৱক লাগিয়া দিব্য ঘৰ।
সাজিলেক ৰম্য কৰি অত্যন্ত সুন্দৰ॥
সেহি স্থানে পাটকী দিলেক বিতোপন।
উপমাৰ ঠাই যেন বৈকুণ্ঠ ভুবন॥
যাত প্ৰবেশিলে তিনি তাপ দূৰ হয়।
সংসাৰক চেৰ কৰি বৈকুণ্ঠ চলয়॥
গড়ৰ বাহিৰে হাটী আৰু নিৰ্ম্মিলেক।
ভাৰ্য্যা পুত্ৰ থাকা ভক্ত তৈতে ৰহিবেক॥

( পদ ৬৮৩-৮৬ )

এই বিৱৰণ যদিও সম্পূৰ্ণাঙ্গ নহয় তথাপি আজিকালি মুখ্য সত্ৰবোৰৰ প্ৰতিৰূপ যে আছিল তাক ভালকৈ ধৰিব পাৰি। ইয়াত এটা নতুন কথা পোৱা যায়। ভাৰ্য্যাপুত্ৰ থকা ভক্তসকল থাকিবৰ বাবে গড়ৰ বাহিৰত হাটী নিৰ্ম্মাণ কৰা হৈছিল। তাৰ অৰ্থ হ'ল সত্ৰৰ ভিতৰত আশ্ৰমীলোক থাকিব নোৱাৰিছিল। পাটবাউসী সত্ৰ সম্বন্ধে এই কথাৰ স্পষ্টকৈ উল্লেখ নাই যদিও লগত থকা ভক্তসকল প্ৰায় কেৱলীয়া হোৱাৰপৰা অনুমান হয় সেইখনো উদাসীন সত্ৰ আছিল। ইয়াৰ পূৰ্ব্বে উদাসীন সত্ৰ পতাৰ কতো উল্লেখ পোৱা নাই। গতিকে উদাসীন সত্ৰৰ প্ৰচলন কৰোঁতা কোন বুলিলে দামোদৰদেৱৰ নামেই কব লাগিব। পাটবাউসীত ভট্টদেৱৰ আজ্ঞাত ভক্তসকলে বিবাহ কৰালে আৰু সেইকাৰণে পাছত সেই সত্ৰ উদাসীন হৈ নাথাকিল। কোচবিহাৰৰ সত্ৰখন যিমানদিন আছিল উদাসীন ৰূপতে আছিল। ইয়াৰ-পৰা দামোদৰদেৱ যে উদাসীন ধৰ্ম্ম-জীৱনৰ ঘোৰ সমৰ্থক আছিল তেনে কথা নহয়। পাটবাউসী আৰু কোচবিহাৰৰ উদাসীন সত্ৰ স্থাপন কৰাটো এটা সাংযোগিক ঘটনাহে কিন্তু সেয়ে উদাসীন সত্ৰ স্থাপনৰ এটা প্ৰেৰণা থৈ গ'ল।

দামোদৰদেৱে বিজয়নগৰলৈ যোৱাৰ সময়ত পাটবাউসী সত্ৰৰ ভাৰ ভট্টদেৱৰ ওপৰত দি গৈছিল। পাছত বৈকুণ্ঠলাভৰ এবছৰমান আগতে দামোদৰদেৱে সকলোকে শুনাই ভট্টদেৱক পাটবাউসীৰ অধিকাৰ পদত অধিষ্ঠিত

কৰে। দামোদৰদেৱৰ মহাপ্ৰয়াণৰ পাছত বেহাৰৰ সত্ৰখনৰ ভাৰ পৰিল বলদেৱৰ ওপৰত। বলদেৱ বেহাৰৰ সত্ৰৰ ভাগৱতী আছিল আৰু সম্বন্ধতো দামোদৰদেৱৰ লগা-ভগা। এওঁ দুইবেলা ভাগৱত পাঠ কৰিছিল। পৰমানন্দ বোলা আন এজন বেহাৰৰ সত্ৰৰ প্ৰধান মেধি বা গুৰিয়াল আছিল। দামোদৰদেৱে প্ৰয়াণৰ সময়ত বলদেৱৰ ওপৰতে সত্ৰৰ মূল ভাৰ দিলে আৰু পৰমানন্দকো মেধিৰূপে প্ৰায় সমমৰ্য্যাদাৰে স্থান-মান দি গ'ল। এই দুয়োজন উদাৰমনা সাধুপুৰুষে পৰস্পৰ মিলাপ্ৰীতিৰে সমান নিষ্ঠা আৰু দক্ষতাৰে সত্ৰখন চলাই আছিল। এইদৰে দামোদৰদেৱৰ প্ৰতিষ্ঠিত পাটবাউসী আৰু তকৰা ধাপ[১] দুয়োখন সত্ৰই ভট্টদেৱ আৰু বলদেৱ দুজন মুখ্য শিষ্যৰ হাতত পূৰ্ব্বতকৈও ঠন ধৰি উঠিল।

ভট্টদেৱে পাছত ব্যাসকুছিত এখন নতুন সত্ৰ স্থাপন কৰিছিল। দামোদৰ পাটোৱাৰী নামৰ মানুহ এটাই সদলবলে কৰা উপদ্ৰৱৰ হাত সাৰিবলৈহে 'স্থান-ত্যাগেন দুৰ্জ্জনঃ' নীতি সাৰোগত কৰি বুঢ়ী লুইতৰ কাষত নতুনকৈ এই সত্ৰখন নিৰ্ম্মাণ কৰাই তাত আছিলগৈ। দামোদৰ পাটোৱাৰীৰ মৃত্যুৰ পাছত ভট্টদেৱ আকৌ পাটবাউসীলৈ আহে। দুয়োখন সত্ৰই পাছলৈকে থাকি গ'ল। ভট্টদেৱেই দুয়োখনৰ অধিকাৰ হৈ আছিল। পাছত তেওঁৰ বৰজন ভতিজাৰ ফালৰ নাতি ভানুদেৱ বিশাৰদক পাটবাউসীৰ অধিকাৰ পাতি বৈকুণ্ঠ প্ৰয়াণ কৰে। সৰুজন ভতিজাক গঙ্গাধৰ ব্যাসকুছিত অধিকাৰ হৈ ৰ'ল। ভানুদেৱ বিশাৰদৰ ভায়েক মুকুন্দদেৱে ককায়েকৰ লগত পাটবাউসীত থাকি কিবা কাৰণত ভাল নাপাই ওচৰতে কেওঁট-কুছিত ( কেত্‌কুছিত ) সত্ৰ পাতি থাকিল। বহুতকাল পাছত ব্যাসকুছিৰে ভগৱানদেৱ আৰু নাৰায়ণদেৱ নামৰ দুই ককাই-ভাই লোচ আৰু বালিকুছিত অধিষ্ঠিত হ'ল।

সন্তদেৱ দামোদৰদেৱে পতা দ্বিতীয়জনা অধিকাৰী সময়ানুপাতেও দ্বিতীয়। ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰৰ অধিকাৰী পাতি সেইখণ্ডত ধৰ্ম্ম প্ৰৱৰ্ত্তাবলৈ সন্তদেৱক দামোদৰদেৱে আজ্ঞা কৰিছিল। সন্তদেৱে পোনতে কামৰূপজিলাৰ দক্ষিণপাৰত থকা গবৈমাৰিত সত্ৰ স্থাপন কৰে। সন্তদেৱৰপৰা কেবাখনো সত্ৰ বৰ্ত্তমান দক্ষিণ-পাৰ খণ্ডৰ বিভিন্ন ঠাইত আছে। ইয়াৰ ভিতৰত আমাৰাঙা, নহিৰা, খিদিৰপুখুৰী আদিৰ নাম ঘাইকৈ উল্লেখ কৰিব পাৰি। দক্ষিণপাৰৰ ছয়আনি মৌজাৰ ৰজা-পুখুৰী সত্ৰ সন্তদেৱৰ ককায়েক বলদেৱে স্থাপন কৰিছিল। এওঁলোকৰ শিষ্য, বিশেষকৈ আমৰাঙাৰ, নগাৱঁৰ জাগি অঞ্চল পৰ্য্যন্ত সিঁচৰিত হৈ আছে।

১ কাবোৱাডে ভিতকৰা ঢাপ।

ভগৱানদেৱে উত্তৰকামৰূপৰ একাংশত ধৰ্ম্ম প্ৰৱৰ্ত্তাবলৈ আজ্ঞা পাইছিল। এওঁৰ প্ৰধান সত্ৰ বৰ্ত্তমান পাটাচাৰকুচিৰ গোবিন্দপুৰ ; তাৰপৰা আজ্ঞাসূত্ৰে বঢ়া সত্ৰ সৰিহ ( সৰিয়হ ) নন্নাতাৰি, নীলপুৰ, সোণকুচি আৰু আমতলা। এটাই কেউখন কামৰূপ জিলাতে।

***বাৰ মহন্ত আৰু বংশজ—***

দামোদৰদেৱৰ আজ্ঞা ধৰি ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰা বাৰজন প্ৰধান শিষ্যৰ এজন হ'ল অৰ্জ্জুনদেৱ। দামোদৰদেৱ বিজয়নগৰত বেহুৱা বিপ্ৰৰ ঘৰত থাকোতে এওঁ শৰণ গ্ৰহণ কৰি গুৰুৰ আজ্ঞাত লোচ ( মঙ্গলদৈ মহকুমা ) সত্ৰ স্থাপন কৰে। বালিকুচি নামৰ সত্ৰও এওঁৰে স্থাপিত যদিও তাৰ ভাৰ পাছত ভট্টদেৱৰ নাতি এজনত অৰ্পণ কৰি এওঁ বৈকুণ্ঠী হৈছিল।

ঘোষাৰত্নকাৰ গোপালমিশ্ৰ দামোদৰদেৱৰ অন্যতম প্ৰধান শিষ্য। এওঁ উলুবাৰী আৰু পাছত খুদীয়া সত্ৰ স্থাপন কৰে। পাছে ইয়াৰে শাখা ননৰা সত্ৰ স্থাপিত হয়। এওঁৰ বংশধৰসকল এতিয়াও খুদীয়া সত্ৰতে আছে। গোপালমিশ্ৰ ভট্টদেৱৰ পৰম সখি আছিল। ভট্টদেৱৰ দৰেই অকল সত্ৰ পাতি ধৰ্ম্মপ্ৰৱৰ্ত্তায়েই ক্ষান্ত নাথাকি অসমীয়া বৈষ্ণৱ সাহিত্যতো এওঁ অমূল্য দান দি গৈছে। ঘোষাৰত্ন পুথিখন এওঁৰ পাণ্ডিত্য আৰু কবিত্বৰ যুগমীয়া কৃতি। ঘোষাৰত্নৰ ঘোষাবিলাক দামোদৰীয়া সত্ৰবিলাকত নিত্য প্ৰসঙ্গৰ নাম-কীৰ্ত্তনত গোৱা হয়। ৩য় স্কন্ধ, অষ্টম স্কন্ধ ভাগৱত আৰু হৰিবংশৰ পদকৰ্ত্তা গোপালচৰণ দ্বিজ গোপালমিশ্ৰৰে অন্যতম শিষ্য। এওঁ কোনো সত্ৰ পাতিছিল বুলি শুনা নাই।

দামোদৰদেৱৰ অন্যতম প্ৰধান শিষ্য কৃষ্ণানন্দ। এওঁ দামোদৰদেৱৰ লগতো আছিল। পাছত দিহিনা সত্ৰ পাতি ভক্তিধৰ্ম্ম প্ৰৱৰ্ত্তাইছিল। এওঁৰ লিখিত সন্ত চৰিত্ৰ পুথিত এটাই কেউজনা ধৰ্ম্মগুৰু মহাপুৰুষৰ জীৱনী আৰু শিক্ষাৰ থূলমূল কাহিনী আৰু ব্যাখ্যান আছে। দিহিনা হাজোৰ ওচৰত।

দামোদৰদেৱৰ পাটবাউসী সত্ৰত পোনতে ভাগৱতীৰূপে থকা পঞ্চানন ভাগৱতীয়ে গুৰু আজ্ঞাৰে হাঁহদিয়াত সত্ৰ স্থাপন কৰে। এই সত্ৰও হাজোৰ অলপ দূৰতে অৱস্থিত। তিলাৰায় কাইথ ( পাটগিৰি ) নামৰ এজন কোচবিহাৰৰ ৰাজকৰ্ম্মচাৰীয়ে দামোদৰত শৰণ ললে। তেওঁ পতা সত্ৰৰ নাম আলগা সত্ৰ। কামৰূপ জিলাৰ বৰকুৰিহা গাৱঁত এই সত্ৰ অৱস্থিত। কেশৱচৰণ কায়স্থই বেহাৰৰ বৈকুণ্ঠপুৰ সত্ৰত দামোদৰদেৱৰ লগত গুৰুসঙ্গ কৰি আছিল। কেশৱ

কায়স্থ শঙ্কৰদেৱৰ ভায়েক বনগঞাগিৰিৰ নাতি। এওঁ কামৰূপৰ বজালি অঞ্চলত থকা ৰতনপুৰ সত্ৰৰ প্ৰতিষ্ঠাতা। মনোহৰদেৱ প্ৰথমে পাটবাউসী সত্ৰতে আছিল, পাছত কাপলা ( বৰপেটা মহকুমা ) আৰু পালোৱা ( কামৰূপৰ ক্ষেত্ৰী পৰগণাত ) নামৰ ঠাইত দুখন সত্ৰ পাতিছিল। এইজনো দামোদৰদেৱৰ আজ্ঞাপ্ৰাপ্ত বাৰমহন্তীয়াৰ এজন কায়স্থ মহন্ত।

কপিলদেৱ দামোদৰদেৱৰ সত্ৰৰে এজন মুখ্য বৈষ্ণৱ আছিল পাছত মহন্ত বাব পাই পাকা সত্ৰ স্থাপন কৰে। পাকা সত্ৰ আগৰ স্থানত নাই। বংশধৰসকল আজিকালি বজালিৰ মুগুৰীয়া গাৱঁত বাস কৰি সত্ৰ-শিষ্য পালন কৰি আছে।

শিৰোমণিদেৱৰ সত্ৰৰ নাম শিলডুবি, নগাৱঁৰ জাগীৰ পশ্চিমে কলঙৰ পাৰত এই সত্ৰ অৱস্থিত। বাকী বাৰেমহন্তীয়া কেইজনাই প্ৰতিষ্ঠাপিত কৰা সত্ৰ হ'ল নাৰদৰ উলাবৰী সত্ৰ, মধুআতাৰ দুৰামাৰী সত্ৰ, নাৰায়ণদেৱৰ খটৰা আৰু জয়ৰামদেৱৰ বাদেশালী সত্ৰ ( সৰ্থেবাৰীৰ ওচৰত ); হৰি আতাই পতা সত্ৰও আছে।

দামোদৰদেৱৰ ভতিজাক শ্ৰীকৃষ্ণদেৱ ভট্টদেৱৰ লগত পাটবাউসীতে আছিল। তেওঁ ভাবিছিল দামোদৰদেৱৰ প্ৰয়াণৰ পাছত বংশ-সম্বন্ধে তেৱেঁই সত্ৰৰ গৰাকী হব আৰু সেইমতে গুৰুকৰ আদি সংগ্ৰহো কৰিছিল বুলি পোৱা যায়। পাছত দামোদৰদেৱে কৃষ্ণদেৱক পাটবাউসীৰ ধৰ্ম্মৰ গৰাকী নাপাতি ভট্টদেৱকহে পাতিলে। তেওঁক মাথোন পাঁচশ টকাহে দি পঠালে। কৃষ্ণদেৱ পাটবাউসীত নাথাকিলে, পো-মাৰা নামৰ ঠাইত বেলেগ সত্ৰ পাতি থাকিল। পাছত দক্ষিণপাৰলৈ গুচি গৈ সত্ৰ পাতি ৰ'ল। সেই সত্ৰই খাটিয়ামাৰী ( বৰ্ত্তমান ন-পলাশবাৰী মিৰ্জ্জাৰ ওচৰত ) দামোদৰদেৱৰ আন এজন ভতিজাক মুকুন্দদেৱে গোৱালপাৰা জিলাৰ অভয়াপুৰীৰ ওচৰত কঠালমূৰীত সত্ৰ পাতে। তেওঁলোকৰ বংশধৰ কেবা ঠাইতো আছে।

ওপৰতো উল্লেখ কৰা সত্ৰবিলাক হ'ল দামোদৰৰ সাক্ষাৎ শিষ্যসকলে পতা বা তেওঁলোকৰপৰা বঢ়া। ইয়াৰ উপৰিও প্ৰশিষ্য আৰু পৰিশিষ্যসকলে বা বংশধৰসকলে পতা সত্ৰ কামৰূপত বহুতো আছে। দুই চাৰিখনৰ অস্তিত্বহে কোনোমতে আছে। সেইবিলাকৰ ভিতৰত জানিবলৈ পোৱা নামখিনি তলত দিয়া গল। আগতে উল্লেখ কৰা সত্ৰৰ নাম এই তালিকাত দিয়া নহ'ল। দুই চাৰিখন বাদ পৰিও যাব পাৰে।

বৰপেটা মহকুমাত—ঝাউবাৰী, সোণকুৰিহা, আমৃখোৱা, পল্লা, ৰাউলী।

নলবাৰী মহকুমাত—বিহামপুৰ, অগ্নিশালা, কৈঠালকুছি, দিপৰ, পাণ্ডুলা দামোদৰধাম ( আধুনিক )।

গুৱাহাটী মহকুমাত উত্তৰ পাৰে—ৰামপুৰ, দমদমা, কচুৱা, কেন্দুকুচি, কলহাটী, বংশৰ, শ্ৰীহাটী, ডিমু, গোপালপুৰ, গুঁয়া ( মনিয়াৰিৰপৰা বঢ়া ), চমাৰকুচি, মুক্তাপুৰ ( পাতিদৰং ) ইত্যাদি।

দক্ষিণ পাৰে—গুইমাৰী, চাপাথুৰি, পলাশবাৰী, পলাশগুৰি, কাঠপাৰ বেলতলা, মনোহৰথান ( শিংৰা গোৱালপাৰা ), মনিয়াৰী ( অৰ্জ্জুনদেৱৰ ), ৰাজাপুখুৰী, হাবিলা ইত্যাদি। দৈমাৰি ( পশ্চিম কামৰূপ )।

মঙ্গলদৈ মহকুমাত—হৰিপুৰ, ভৱদেৱ, চিন্তামণি, দেৱানন্দ।

কামৰূপৰ সত্ৰবিলাকৰ এটাইবোৰৰে হাটী-বাটী, মণিকূট কীৰ্ত্তনঘৰ পূৰ্ণাঙ্গভাবে নাই। এইবোৰ গৃহসত্ৰ—পো-নাতিৰে বংশ বাঢ়ি গৈ গোঁসাইৰ পৰিয়ালবোৰ ডাঙৰ হ'ল। আনকি সৰহভাগ ক্ষেত্ৰত এজন মূল অধিকাৰো নথকা হ'ল। গোঁসাই পৰিয়ালৰ এটাই কেইজন যোগ্য লোকেই শৰণমন্ত্ৰ দিব পাৰে। শিষ্যৰ অভিৰুচিমতে নিজ গুৰু-ঘৰৰ যেই সেই এজনত শৰণ লয় আৰু কোনো কোনোৱে দীক্ষাও দিয়ে।

কামৰূপত হৰিদেৱ গুৰুৰপৰা বঢ়া কেইবাখনো সত্ৰ আছে। এইবিলাকৰ আচাৰ-নীতি, শৰণ-ভজন দীক্ষাৰ প্ৰকাৰ দামোদৰীয়া সম্প্ৰদায়ৰ লগত বিশেষ একো অমিল নাই। দামোদৰীয়া সত্ৰ নহলেও এই সত্ৰ কেইখনক ব্ৰহ্ম-সংহতিৰ অন্তৰ্গত বুলি গণ্য কৰাত একো বাধা নাই। হৰিদেৱী বুলি খ্যাত ঘাই সত্ৰ এই কেইখন হ'ল—মানেৰী ( বৰ্ত্তমান নাই ), জাগাৰা, কৈহাটী, বহৰি আৰু হালধিবাৰী।

নগাওঁ জিলাৰ প্ৰধান দামোদৰীয়া সত্ৰবিলাক হ'ল বংশীগোপালদেৱৰপৰা বা আউনীআটী, কুৰুৱাবাহী আদিৰ শাখা সত্ৰ। গতিকে সত্ৰবোৰৰ কথা যথাস্থানত ওলাব। এই জিলাত গোপালদেৱৰ লগত আধ্যাত্মিক সূত্ৰে সাক্ষাৎ পৰম্পৰা নথকা সত্ৰ হ'ল জখলাবন্ধা। জখলাবন্ধা সত্ৰ আপেক্ষিকভাবে উজনিৰ মূল সত্ৰ কেইখনতকৈ অলপ পাছৰ। এই সত্ৰৰ মূল পুৰুষ দামোদৰদেৱৰ বেহাৰ-সঙ্গী পৰমানন্দ বা ৰান্ধনি গোঁসাই। পৰমানন্দৰ প্ৰয়াণৰ পাছত তেওঁৰ ভাতৃনাতি পুৰুষোত্তম আৰু বলদেৱৰ ভায়েক গোপীনাথৰ পুত্ৰ মদনমোহন বেহাৰৰ সত্ৰতে আছিল। বনমালীদেৱক বেহাৰৰ সত্ৰৰ ভাৰ দি যোৱা কথাষাৰ মদনমোহনে সিমান সন্তোষ মনেৰে লবপৰা নাছিল। পৰমানন্দৰ নাতি

পুৰুষোত্তমৰ কিন্তু বনমালীদেৱলৈ ঈৰ্ষা বা অসূয়া নাছিল। সত্ৰৰ ভক্ত বৈষ্ণৱ-সকলৰ মাজতো মিলৰ অভাৱ ঘটিল। বনমালীদেৱক ৰজা প্ৰাণনাৰায়ণে বৈকুণ্ঠপুৰত বেলেগ সত্ৰ নিৰ্ম্মাণ কৰি দিয়াত ইখন তকৰাচাপ জঁয় পৰিল 'বেহাৰৰ সত্ৰ প্ৰায় সঙ্গহীন ভৈলা' (গুৰুলীলা)। এনে সময়তে গোপীনাথৰ পুত্ৰ মদনমোহন ভাটীলৈ গ'ল, উলটি হলে নাহিল। পুত্ৰবিচ্ছেদত হতাশ হৈ গোপীনাথ কামৰূপলৈ আহিল। বনমালীদেৱ জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ আমন্ত্ৰণত উজনি পালেহি, কোচবিহাৰত ভবিষ্যৎ সুবিধা নেদেখিয়ে বা উদয় ৰাজ্যত ভাল সুবিধা হব বুলিয়ে। পুৰুষোত্তমো কিছুদিনৰ পাছত উদয় ৰাজ্যলৈ গ'ল—গৈলন্ত পুৰুষোত্তম উদয় ৰাজ্যক। ক'তকাল বঞ্চিলেক পাতিয়া সত্ৰক (গুৰুলীলা)।

পৰমানন্দৰ নাতি আৰু মন্ত্ৰশিষ্য পুৰুষোত্তমেই উদয়ৰাজ্যত আহি যি সত্ৰ পাতিছিল সেয়ে পাছত জখলাবন্ধা সত্ৰ হ'ল। গদাধৰসিংহৰ বৰপুত্ৰ লাইগোঁহাই-দেৱে এই সত্ৰৰ পোষকতা কৰিছিল। পাছত ৰুদ্ৰসিংহ স্বৰ্গদেৱে মাটিবৃত্তি দি থাপিত সাঞ্চিত কৰি মান মৰ্য্যাদা দিলে[২]। উজনিৰ ঘাই চাৰি-সত্ৰৰ আন কেইখনতকৈ দক্ষিণপাটৰ লগত জখলাবন্ধাৰ সম্বন্ধ কিছু নিবিড়। ধৰ্ম্মদানৰ প্ৰণালীও ওচৰ চপা। ইয়াৰপৰা অনুমান হয় পৰমানন্দদেৱৰ নাতি পুৰুষোত্তম বেহাৰ এৰি উদয়ৰাজ্যলৈ অহাৰ মূলতে বনমালীদেৱৰ উদগণিও আছিল হবলা।

দামোদৰদেৱৰ বেহাৰসত্ৰৰ পৰম্পৰা বহন কৰা আৰু এখন সত্ৰ উজনি অসমত আছে। সেইখন হ'ল বতৰগঞা সত্ৰ। গুৰুলীলাত আছে বনমালীদেৱ বৈকুণ্ঠপুৰৰ অধিকাৰ হোৱাৰ পাছত পৰমানন্দৰ নাতি পুৰুষোত্তম আৰু বলদেৱৰ ভতিজাক মদনমোহনৰ মাজত সত্ৰৰ বিষয় লৈ কন্দল লাগিল। মনত বিচাত

---

২ জখলাবন্ধা সত্ৰৰ চৰিত পুথিত পোৱা বংশাৱলীয়েও বান্ধনি গোঁসাই পৰমানন্দ-দেৱৰপৰাই সত্ৰৰ গুৰুপৰম্পৰা দেখুৱাইছে। কিন্তু এটা বৰ খাপ নোখোৱা কথা এই বংশাৱলীয়ে অৱতাৰণা কৰিছে। চৰিত পুথিৰ মতে দামোদৰদেৱৰ কন্যাৰ তিনিপুত্ৰ বলদেৱ, পৰমানন্দ, বনমালীদেৱ। পৰমানন্দদেৱৰ নাতি পুৰুষোত্তমৰপৰা বংশ দেখুৱাইছে। প্ৰথম কথা দামোদৰ-পত্নীৰ এটি কন্যা সন্তান উপজিছিল। মাতৃৰ পৰলোকৰ লগে লগে এই কন্যাও গতায়ু হৈছিল। এই কথা গুৰুলীলাত স্পষ্টভাৱে কৈছে (পদ ১৭৪)। দ্বিতীয়তে পৰমানন্দদেৱ যদি জখলাবন্ধাৰ আদি ধৰ্ম্মপুৰুষ তেনেহলে বনমালীদেৱ তেওঁৰ ভায়েক কেতিয়াও হব নোৱাৰে। জখলাবন্ধাৰ গোঁসাইবংশৰ গোত্ৰ বপনস্ আৰু বনমালীদেৱৰ গোঁসাইবংশৰ গোত্ৰ পৰাশৰ। এইটো পাছৰ কালৰ চৰিতকাৰৰ সনা-পোতকা কথা। অথবা কোনোবা অন্য দামোদৰৰ কন্যাৰ বংশ হ'বও পাৰে। পুত্ৰৰ নাম কেইটা হ'লে সন্দেহজনক।

লাগি বনমালীদেৱ জগন্নাথ ক্ষেত্ৰলৈ যাত্ৰা কৰিলে আৰু তাৰপৰা উভতি সত্ৰলৈ নাহি উজনিলৈ আহিল। পুৰুষোত্তমো অলপ পাছতে উজনি পালেহি। বেহাৰৰ সত্ৰৰ ঠেক হেৰুৱাৰ নিচিনা হ'ল। কন্দলৰ ফলতে মদনমোহন তীৰ্থক্ষেত্ৰলৈ বুলি গৈ উভতি নাহিল। বলদেৱ গোঁসাইৰ ভায়েক গোপীনাথে কোনোমতে সত্ৰ ধৰি আছিল। পুতেক উলটি নাহিবৰ দেখি বিষণ্ণ হৈ তেওঁ সত্ৰ এৰি কামৰূপলৈ আহিল। কামৰূপত বৰ নামৰ সত্ৰত অলপ দিনৰ কাৰণে অৰ্জ্জুনদেৱৰ লগত আছিল, কিন্তু তাৰপৰাও অৰ্জ্জুনদেৱৰ সহায়তে উজনিমুৱা হ'ল (গুৰুলীলা ৮৯১)। গোপীনাথে উজনিত বতৰগঞা নামে ঠাইত সত্ৰ পাতি থাকিল। সত্ৰৰ নামো সেইকাৰণেই বতৰগঞা হল। বতৰগঞা সত্ৰৰ সংস্থাপক যদিও বলদেৱ স্বয়ং নহয় তথাপি তেওঁৰপৰাই মন্ত্ৰ-দীক্ষা লোৱা ভায়েকে পতা সত্ৰবাবে বলদেৱক সত্ৰৰ মূল পুৰুষ বুলি ধৰা হয়। বেহাৰ সত্ৰৰ পৰম্পৰা বহন কৰা দক্ষিণপাট জখলাবন্ধাৰ লগত এই সত্ৰ একে পৰ্য্যায়তে পৰে। আজিকালি এই সত্ৰৰ অৱস্থা টনকিয়াল নহয়।

উজনি ৰাজ্যত যিসকলে ধৰ্ম্মপ্ৰৱৰ্ত্তন কৰি সত্ৰ স্থাপন কৰিছিল তাৰ ভিতৰত পোনতে যদুমণি বা আধলীয়া যদুমণিৰ কথা কৈ ললে আমাৰ বিষয়লৈ আজৰি ওলাব।

মাধৱদেৱৰ পৰামৰ্শ মতে দামোদৰদেৱৰ আজ্ঞা শিৰত লৈ উজনি ৰাজ্যলৈ ভাগৱতী ধৰ্ম্ম প্ৰৱৰ্ত্তাবলৈ আহোঁতে বংশীগোপালদেৱৰ লগত তেওঁৰ লগৰীয়া হৈ এজন পৰম মিত্ৰ আহিছিল। সেইজন হ'ল যদুমণিদেৱ, আধলিয়া গাওঁত আছিল দেখি তেওঁক লোকে সাধাৰণতে আধলীয়া যদুমণিও বুলিছিল। পাছত বৰ যদুমণি, সৰু যদুমণি এইসকল ধৰ্ম্মপ্ৰৱৰ্ত্তকৰপৰা বেলেগাবলৈ দেউ যদুমণি বুলিও কথা বতৰাত এওঁৰ কথা উল্লেখ কৰা হৈছিল। মাধৱদেৱে কৈছিল—

> মাধৱে বোলন্ত যদুমণি গুৰুযৱা
> কৃষ্ণৰ ভকতি পথ দুয়ো প্ৰৱৰ্ত্তৱা॥
> দুয়ো মহা বিশিষ্ট ব্ৰাহ্মণ ধৰ্ম্মশালী।
> থাকিবাহা হৰি-ভক্তি পথ প্ৰতিপালি॥

(বংশীগোপাল চৰিত পদ—২৩৭)

এওঁলোক দুয়ো উজনিলৈ আহি পৃথকে সত্ৰ পাতি থাকিল। যদুমণিদেৱ আধলীয়া গাৱঁত সত্ৰ পাতি থাকিল। বংশীগোপালদেৱ প্ৰথমে ভিন্ন ভিন্ন ঠাইত থাকি পাছত কাঁহীকুচিত বলগৈ। দুয়ো পৰম মিলাপ্ৰীতিৰে হৰিভক্তি

বিলাই অন্যোন্যৰ সহায়ক হৈ থাকিল। যদুমণিদেৱে বিবাহ কৰাই আশ্ৰমী হ'ল। এই বিবাহৰ কন্যাও "আপুনি গোপালদেৱে বিবাহক দিলা" বুলি উল্লেখ আছে। দুয়োৰো এক প্ৰীতিৰ গাঢ়তাৰ উল্লেখ কৰি যদুমণিদেৱেই কৈছিল "তোমাৰ আমাৰ ভকতৰ ভেদ নাই।" যদুমণিৰ জ্যেষ্ঠপুত্ৰ জগতানন্দকো গোপালদেৱে সন্তৰ ধৰ্ম্ম ধৰিবপৰাকৈ সকলো শিক্ষা দিছিল ( বংশীগোপাল চৰিত পদ ৭২১ ) যদুমণিদেৱৰ চাৰিপুত্ৰ ক্ৰমে জগতানন্দ, কমলাকান্ত, অচ্যুতানন্দ আৰু নিত্যানন্দ। জ্যেষ্ঠপুত্ৰ আদি স্থান মাহজহাআটি নামে ঠাইত ( মঠিয়াছিগা ) বৰ মাহৰা সত্ৰত থাকে ( বৰ্ত্তমান উত্তৰ লক্ষীমপুৰ )। কমলাকান্তই আধাৰ, অচ্যুতানন্দই ডোখোৰামুখ আৰু নিত্যানন্দই পটিয়ৰি সত্ৰ স্থাপন কৰে। বৰ মাহৰাৰ বাহিৰে বাকী কেইখন সত্ৰৰ পৰিয়াল আজিকালি বিভিন্ন ঠাইত আছে। যদুমণিদেৱৰপৰা বঢ়া আন এখন মুখ্য সত্ৰ হ'ল ঘাৰমৰা ( উত্তৰ লক্ষীমপুৰ )।

দ্বিজ বাণেশ্বৰ আৰু দিবাকৰ দ্বিজ ৰচিত সংস্কৃত শ্লোক আৰু অসমীয়া পদত ৰচিত দুয়োখন চৰিত পুথিৰ মতে যদুমণিদেৱে হৰিদেৱৰপৰা ধৰ্ম্ম ধৰিছিল। ৰামৰায়, নীলকণ্ঠ, কৃষ্ণানন্দ আৰু কৃষ্ণমিশ্ৰ এজন চৰিতকাৰেও দামোদৰদেৱৰ শিষ্যসকলৰ ভিতৰত যদুমণিদেৱৰ নাম উল্লেখ কৰা নাই[৩]। তথাপি উজনিৰ সত্ৰ পৰম্পৰাত যদুমণিদেৱৰপৰা বঢ়া সত্ৰকেইখনৰ স্থান ব্ৰহ্মসংহতিৰ চাৰিসত্ৰৰ পাছতে। সৰু চাৰিসত্ৰ বুলিও কোনোৱে কেতিয়াবা এই কেইখনৰ উল্লেখ কৰে। প্ৰকৃততে গোপালদেৱৰপৰা বঢ়া সত্ৰৰ লগত শৰণ-মালামন্ত্ৰৰ প্ৰণালীত বিশেষ ভেদো নাই। এই প্ৰসঙ্গৰ আলোচনাও পাছত আকৌ উঠিব।

## উজনিত দামোদৰীয়া চাৰিসত্ৰ—

উজনিত একশৰণ ভাগবতী ধৰ্ম্মৰ সত্ৰ আৰু তাৰ শাখা-প্ৰশাখা বিস্তাৰৰ প্ৰাচীন বটবৃক্ষসদৃশ মূলপুৰুষ, দামোদৰদেৱৰ প্ৰথম আজ্ঞা-প্ৰাপ্ত অধিকাৰী বংশীগোপালদেৱ। আজ্ঞাপ্ৰাপ্তিত যেনেকৈ প্ৰথম ধৰ্ম্মবিস্তাৰ আৰু প্ৰৱৰ্ত্তিত সত্ৰৰ সংখ্যাৰ ফালৰপৰাও বংশীগোপালদেৱৰ নাম শীৰ্ষস্থানত থাকিব। বংশী-গোপালদেৱৰপৰা বঢ়া সত্ৰৰ সংখ্যা সৰুৱে বৰে এশৰো ওচৰ চাপিব। ইয়াৰ ভিতৰত সন্ত-সম্প্ৰদায়ৰ তালিকাত থকা আজ্ঞাপ্ৰাপ্ত ৪৫ জন, আউনীআটী,

৩ বৰমাহৰা সত্ৰৰ বৰ্ত্তমান সত্ৰাধিকাৰ ধৰ্মবত্ন শ্ৰীশ্ৰীঅশ্বকান্ত গোস্বামীদেৱেও গুৰু-পৰম্পৰা অনুসাৰে যে তেওঁতসকল হৰিদেৱী এইকথা লিখকক কৈছিল।

গড়মূৰ, কুৰুৱাবাহী আৰু তাৰ শাখা সত্ৰ আজ্ঞালোৱা সত্ৰবিলাক আৰু বৰ্ত্তমান লুপ্ত হোৱা কিন্তু একালত ভৰপূৰ সত্ৰবোৰ লেখত পৰিব।

গোপালদেৱৰ ধৰ্ম্মপ্ৰচাৰ কালৰ প্ৰথমছোৱাৰ কাঁহীকুচি, কলাবাৰী, দেবেৰাপাৰ আৰু পলৰীয়া থানবিলাকৰ পাছতে স্থায়ী আদি সত্ৰ হ'ল কুৰুৱাবাহী। মান ভগনৰ সময়ত কুৰুৱাবাহী বংশৰ এটা ঠাল নগাৱঁৰ গেদাৰবৰীত থাকিল। মিশ্ৰদেৱৰ পাছত জয়হৰিদেৱ কুৰুৱাবাহীৰ অধিকাৰ হৈছিল আৰু তাৰ পাছত অলপদিনৰ কাৰণে নিৰঞ্জনদেৱ অধিকাৰ স্বৰূপে আছিল। নৰিয়া ৰজাদেৱে নিৰঞ্জনদেৱক ৺গোবিন্দ মহাপ্ৰভুৰে সৈতে আউনীআটীত সত্ৰ পাতি দি বনমালীদেৱক কুৰুৱাবাহীত থাপিলে। পাছে সত্ৰৰ ভিতৰুৱা-মনোমালিন্যৰ পৰিবেশ সহ্য কৰিব নোৱাৰি বনমালীপ্ৰভু বেহাৰলৈ গ'ল। মিশ্ৰদেৱৰ পুত্ৰ ৰামকৃষ্ণ কুৰুৱাবাহীৰ অধিকাৰ হ'ল। মদনগোপাল মূৰ্তিও তেওঁৰ লগত থাকিল।

ৰামকৃষ্ণৰ পাছত তেওঁৰ ভায়েক ৰামচন্দ্ৰ অধিকাৰ হবনে পুতেক হব ইয়াৰ মীমাংসাৰ প্ৰয়োজন হৈছিল। ৰজাৰ আজ্ঞামতে আউনীআটীৰ কেশৱদেৱ গোঁসাই গৈ ভায়েক ৰামচন্দ্ৰকে জ্যেষ্ঠানুসাৰে অধিকাৰ হোৱাৰ সুমীমাংসা কৰি দিলে। ৰামচন্দ্ৰই তীৰ্থলৈ গৈ তাতে দেহত্যাগ কৰিলে। তেওঁৰ পাছত ৰামকৃষ্ণ গোঁসাইৰ জ্যেষ্ঠপুত্ৰ চাৰুচন্দ্ৰদেৱ অধিকাৰ হল। সৰু ভায়েক হৰিচন্দ্ৰৰ পুতেক কৃষ্ণচন্দ্ৰই আঁতৰি ডিফলুত বেলেগ সত্ৰ পাতিলে। সেই অবধি ডিফলু পৃথক সত্ৰৰূপে থাকিল। অৱশ্যে আউনীআটী, গড়মূৰ, কুৰুৱাবাহী এইকেইখনৰ কোনোবা এজন অধিকাৰে ডিফলুৰ অধিকাৰৰ নিৰ্ম্মালি দিয়া প্ৰথা আজিও আছে।

নৰিয়া ৰজাদেৱৰ দিনতে আউনীআটীত নিৰঞ্জনদেৱ অধিকাৰ হল যদিও জয়ধ্বজসিংহৰ দিনতহে তামৰ ফলি কৰি ভকত বৈষ্ণৱৰ লগত ভূমি, সম্পত্তি, গৰু মহ পাইক চমুৱা আদি দি প্ৰথম ৰাজ-সত্ৰৰূপে থিতাপি লগায়। গোপালদেৱৰ পৰিনাতি লক্ষ্মীনাৰায়ণ প্ৰথমে অলপদিন আউনীআটীত আছিল। পাছত ৰজাই বেলেগ সত্ৰ কৰাই দিলে। ভূমি-সম্পত্তি পাছত শিৱসিংহ ৰজাইহে দান কৰিছিল। লাদৈ গড়ৰ মূৰত সত্ৰখন স্থাপিত হৈছিল বাবে গড়মূৰ নাম হ'ল।

বংশীগোপালদেৱৰ লগত সৰুৰেপৰা থাকি শিক্ষালাভ কৰা আৰু সত্ৰ প্ৰণালীৰ অভিজ্ঞতা পোৱা শিশুব্যাসস্বৰূপ বনমালীদেৱ কুৰুৱাবাহীৰপৰা বেহাৰলৈ গুচি যোৱা কথা ইতিপূৰ্ব্বে কোৱা হৈছে। জয়ধ্বজসিংহ স্বৰ্গদেৱে

ভটীয়াপাৰৰ পুখুৰী উচৰ্গা কৰাৰ উদ্দেশ্যে প্ৰাণনাৰায়ণ ৰজাক জনাই প্ৰভুক যাদৱৰায় মূৰ্ত্তিৰে সৈতে নিজ ৰাজ্যলৈ আনিলে। জতকৰা কলাবাৰী আদিত অলপ দিন সত্ৰ পাতি থকাৰ পাছত জয়ধ্বজসিংহই দক্ষিণপাটত ( ৰাঙলীবাহৰ ) ভূমি-সম্পত্তি দান কৰি দ্বিতীয় ৰাজ-সত্ৰ স্থাপন কৰি দিলে। বনমালীদেৱক বংশীগোপালদেৱে উপনয়ন দিছিল আৰু বৈষ্ণৱ সাধনাৰ প্ৰথম সোপান শৰণো গোপালদেৱেই দিছিল। পাছে বেহাৰত থাকোঁতে বলদেৱৰপৰা মন্ত্ৰ-দীক্ষা লোৱাৰ কাৰণে আৰু পৰমানন্দৰপৰা বেহাৰৰ সত্ৰৰ অধিকাৰৰ মালা পোৱাৰ কাৰণে দক্ষিণপাট সত্ৰৰ গুৰু-পৰম্পৰাত দামোদৰদেৱ-বলদেৱ-পৰমানন্দ-বনমালীদেৱ এই ক্ৰমেহে উল্লেখ আছে। দক্ষিণপাট সত্ৰ দেখাত বংশীগোপালদেৱৰপৰা বঢ়া নহয়, কিন্তু সেইজন মহাপুৰুষেই বিচক্ষণ দিব্য দৃষ্টিৰে বনমালীদেৱক সত্ৰৰ এজন শিশুবৈষ্ণৱ ৰূপে গ্ৰহণ কৰিছিল আৰু সেইজনাৰে পালন, পোষণ আৰু শৰণ-শিক্ষাৰে বনমালীদেৱৰ প্ৰথম জীৱন উজ্জ্বলিত হৈছিল[৪]।

---

৪ (ক) বংশীগোপালদেৱে উপনয়ন দিয়া কথা শ্ৰীশ্ৰীবনমালীদেৱ চৰিত গ্ৰন্থত ( শ্ৰীশ্ৰীনৰদেৱ গ্ৰন্থাৱলী-২ ) এনেদৰে আছে—

এহিমতে কতোদিন আছা কৰি ৰঙ্গমন
যজ্ঞসূত্ৰ লৈবাক চিন্তিলা।
দেৱ গোপালেও জানি দৈৱজ্ঞক মাতি আনি
ভাল তিথিবাৰ সুধি লৈলা॥
আপুনি গোপাল সন্ত মহোৎসৱ কৰাইলন্ত
ভকতে নাম গাইলা উচ্চ কৰি।
বেদ মন্ত্ৰ উচ্চাৰিয়া বহ্নিত আহুতি দিয়া
প্ৰকাশিলা গায়ত্ৰীক ধৰি॥ ( পদ ১১৮ )

(খ) শৰণ গ্ৰহণ কৰা সম্বন্ধেও উক্ত গ্ৰন্থত এইদৰে আছে—

এহিমতে মনৰঙ্গে আছা বংসিধৰ সঙ্গে
পাছে তান্ত আশ্ৰয় কৰিলা।
মহা ভাগৱত শিষ্ট লভিয়া শিষ্য কনিষ্ট
আত্মজ্ঞান সমস্তে কহিলা॥
আশ্ৰয় কৰিয়া পাছে তাহান সঙ্গত আছে
জগততে প্ৰসিদ্ধ ভৈলন্ত।
আনে নানা দেশী লোক নমি দেৱ গোপালক
পাছে তান চৰণ সেৱন্ত॥ ( পদ ১২০ )

বংশীগোপালদেৱে পতা পঞ্চল্লিশ মেধিৰ নাম, সত্ৰৰ তালিকা এটা 'সন্ত সম্প্ৰদায়' নামৰ পুথিত এইদৰে আছে।

| আজ্ঞাপ্ৰাপ্ত মেধি | সত্ৰ স্থান বা নাম |
|---|---|
| নিত্যানন্দ বাপু | বেলসিধিয়া ( মাজুলী ) |
| বৰাগী বাপু | চাৰিং |
| ভাৰথি বাপু | দেৰগাওঁ |
| বৰ মুকুন্দ বাপু | ঢাপকটা ( যোৰহাট ) |
| জয়ৰাম বাপু | জিয়াঁমৰা |
| কৃষ্ণ শ্ৰৱণী | কলিয়াবৰ |
| নাৰায়ণ বাপু | কুকুৰাকটা |
| বিষ্ণু বাপু | শলগুৰি |
| গোবিন্দ বাপু | তিতাম |
| চতুৰ্ভুজ বাপু | বতৰ গঞা ( এই বতৰ গঞা বেলেগ ) |
| কামদেউ বাপু | দ্বাৰকায় |
| চিদানন্দ | কলবৰীয়া |
| ভৱানন্দ | ঢাপলীয়া |
| নিত্যানন্দ | পাতকটীয়া ( ঔগুৰি ? ) |
| মনোহৰ | তুলসীজান |
| পূৰ্ণানন্দ | ৰতনপুৰ |
| কৃষ্ণচৰণ | দিচৈ |
| হৰিমিশ্ৰ | মূৰীয়া |
| লখন কৰুণা | তামোলবাৰী |
| শ্ৰীধৰ ভাগতী | কাড়ীগাওঁ |

---

(গ) বনমালীদেৱৰ অধিকাৰৰ যোগ্যতা প্ৰতিপন্ন কৰি ৰেহাৰৰ পৰমানন্দ গোঁসায়ে এইদৰে কৈছিল—

দামোদৰ শিষ্য গোপাল গোঁসাই।
তান শিষ্য বনমালী আতা সমুদাই॥
আমি জানো ইতো কথা আনে নাজানয়।
অধিকাৰী যোগ্য এন্তে দিকাৰণে হয়॥ ( পদ ১৫৩ )

| | |
|---|---|
| কৃষ্ণানন্দ | খৰণ্ডি |
| নিৰঞ্জন | বান্দৰখেল |
| বৰ বাপু | ৰূপখেল |
| শিঙাল মিশ্ৰ | দিহাজান |
| মোহন বাপু | কেলিয়াল |
| দয়াল বাপু | মণিপুৰ |
| হৰিচৰণ | চিনাতলীয়া |
| হৰি বাপু | সিজুৰা |
| অৰ্জ্জুন দেউৰি | ঢকুৱাখানা |
| কল্কি বাপু | কৰাইখোৱা |
| অনন্ত কন্দলি | কাঁহীকুচি |
| হৰি মিশ্ৰ | স্থান উল্লেখ নাই ( বৰ্ত্তমান নগাৱঁৰ হৰিমিশ্ৰ সত্ৰ হবপায়) |
| ৰাম মিশ্ৰ | স্থানৰ উল্লেখ নাই |
| গদাধৰ বাপু | ” |
| গোবিন্দ বাপু | ” |
| গোপাল বাপু | ” |
| ৰামচৰণ বাপু | কাকৈয়াল |
| ৰঘুপতি বাপু | দিখৌমুখ |
| হৰিচৰণ বাপু | ককিলা ( ধেমাজিত ) |

৪৫ জনৰে ৬ জনৰ নাম উল্লেখ কৰা হোৱা নাই। এই সত্ৰৰো এটাইবোৰ আজি চিনাক্ত কৰা টান। ইয়াৰে ছুই এখন সত্ৰ পাছৰ। তাৰ কথা বহলাবলৈ এই গ্ৰন্থত স্থান নাই। বংশীগোপালদেৱৰ সত্ৰত বাব লৈ থকা কিছু মুখ্য বৈষ্ণৱে পাছত সত্ৰ পাতি ধৰ্ম্ম প্ৰৱৰ্ত্তাইছিল। উদাহৰণ স্বৰূপে হৰি মিশ্ৰৰ নাম লব পাৰি। এওঁ বংশীগোপালৰ আগত কিছুদিন ভাগৱত পঢ়িছিল—"দৰঙ্গীয়া হৰিমিশ্ৰদেৱৰ আগত। কতো দিনা পঢ়িছিলা শ্ৰীভাগৱত॥" (গোপালদেৱৰ চৰিত পদ ৭৩৭)। এওঁ পাছত মুৰীয়াত সত্ৰ পাতিছিল সেই নামৰ সত্ৰ এতিয়া কেইবাঠাইতো আছে। এটাই কেউজন মেধিয়েই বংশীগোপালৰপৰা সাক্ষাৎ আজ্ঞা পোৱা কথা বংশীগোপাল চৰিত্ৰত নাই। সম্ভৱ কুৰুৱাবাহী সত্ৰৰ বিপৰ্য্যয় কালত সত্ৰৰপৰা আঁতৰি যোৱা মুখ্য বৈষ্ণৱসকলে পাছত নিজা নিজাকৈ সত্ৰ পাতিছিল।

বংশীগোপালদেৱৰ দিনত এওঁলোকক স্থানবিশেষে শৰণ-ভজন দিবলৈ অধিকাৰ দিয়া কথাষাৰহে সঁচা যেন লাগে। আউনীআটী আদি সত্ৰত ৰাজমেধিসকলে অধিকাৰ প্ৰভুৰ আজ্ঞাত শৰণ-ভজন দিয়াৰ ৰীতি এতিয়াও চলি আছে। এই সত্ৰই কেতিয়াবা যোগ্যজনক প্ৰৱৰ্ত্তিবৰ কাৰণে কিছুমান শিচ্ দি স্থাপিত কৰে। আউনীআটীৰপৰা আজ্ঞা পোৱা কেবাখনো সত্ৰ আছ। মধুমিশ্ৰ, গৌৰাং, মুৰাৰি, কামদিয়াল, কুণ্ডাৰবৰী আদি সত্ৰ এই পৰ্য্যায়ৰ। সত্ত সম্প্ৰদায়ত উল্লিখিত দুই এখন সত্ৰও অনুসন্ধান কৰিলে এই শ্ৰেণীৰ সত্ৰ বুলিয়ে প্ৰমাণিত হব।

এনেভাবে ব্ৰহ্মসংহতিৰ অন্তৰ্ভুক্ত বহুত সত্ৰ পাছত স্থাপিত হৈছিল। সেই সত্ৰবোৰৰ প্ৰতিষ্ঠাপক বংশীগোপালদেৱে অজ্ঞা দিয়া মেধি আছিল বুলি সত্ৰস্থ-সকলে ইতিবৃত্ত কয়। ভালকৈ অনুসন্ধান নকৰিলে এই সত্ৰবোৰ কোনে কেতিয়া কি সূত্ৰে পাতিছিল ঠাৱৰাই কৈ দিয়াষাৰ টান কথা। সেই আটাইবিলাক যদি বংশীগোপালদেৱে পতা বুলি ধৰি লোৱা হয় তেনেহলে বংশীগোপালদেৱে পতা মেধিৰ সংখ্যা পঞ্চলিছতে ৰৈ নাথাকি বহুত ওপৰলৈ উঠিব। এনে সত্ৰ কিছুমানৰ নাম হ'ল—ঔৱা বা ঔগুৰি, গৰপুখুৰীয়া, ঘূৰীয়া-গঞা, চকলা, চাৰিঙিয়াল, চেংলাই ( শালমৰা ), দিচিয়াল ( কলংপুৰ ), ন-সত্ৰ ( গোলঘাট ), ফৰিংমিশ্ৰ সত্ৰ, বিষ্ণুপুৰ ( ৰূপকলীয়া ) মূৰীয়া বা মিচিৰ ( শিৱসাগৰ ), হৰিপুৰ ( মঙ্গলদৈ ), হৰিমিশ্ৰ ( পুৰণি গুদাম ) ইত্যাদি।

দক্ষিণপাট আৰু গড়মূৰৰ একোখনকৈ আশ্ৰমী পাখি-সত্ৰ বা সৰু সত্ৰ আছে। আউনীআটীৰ পাখি-সত্ৰ চাৰিখন আছিল, কাড়িগাওঁ, দেবেৰাপাৰ, গোবিন্দপুৰ আৰু পহুমৰা। পহুমৰা আশ্ৰমী আছিল। আশ্ৰমী সত্ৰ কেইথনৰ-পৰাই এই সত্ৰৰ ডেকা অনা নিয়ম আছিল। বৰ্ত্তমান গড়মূৰ সৰুসত্ৰ আৰু আউনীআটীৰ সৰুসত্ৰৰ গোঁসাইবংশৰ ছেদ পৰিল। গড়মূৰৰ সৰু সত্ৰখন আছে কিন্তু পহুমৰা আজি নাই। দক্ষিণপাটৰ ডেকাজনা আশ্ৰমী সৰু সত্ৰখনৰপৰাই অনা হয়। এই সত্ৰকেইখন সত্ৰৰ ওচৰতে সত্ৰৰ চৌহদৰ অদূৰতে থকাৰ নিয়ম।

আউনীআটী প্ৰভৃতি চাৰিওখন প্ৰধান সত্ৰৰে অসমৰ বিভিন্ন স্থানত বহুত শাখা-সত্ৰ আছে। অসমৰ বাহিৰতো এখন কি দুখন সত্ৰ আছে। সেই শাখা-সত্ৰৰ সৰহভাগতে মূৰ্ত্তি ভাগৱতো আছে আৰু সুকীয়াকৈ খাট-পাম আছে। বহুত স্বতন্ত্ৰ সত্ৰৰ তুলনাত এই শাখাবোৰে সুচাৰুভাবে কাম চলাই থাকে। অধিকাৰ জনা চহবলৈ গলেও এই শাখা সত্ৰবোৰত সৰহদিনীয়াকৈ প্ৰবাস খাটে।

এইদৰে দেখা যায় উজনি অসমত তিনি চাৰিখনমানত বাদে ব্ৰহ্মসংহতিৰ

অন্তৰ্গত সমুদায় সত্ৰ কিবা নহয় কিবা স্বৰূপে বংশীগোপালদেৱৰপৰাই বঢ়া। উজনিত দামোদৰদেৱৰ সত্ৰসংহতি আৰু ধৰ্ম্ম প্ৰৱৰ্ত্তনৰ জগৎ-জোৰা বটবৃক্ষৰ মূল-স্কন্ধ সন্ত-যোগী ভক্তশিৰোমণি শ্ৰীশ্ৰীবংশীগোপালদেৱ। এইজনা ক্ষণজন্মা পুৰুষৰ জীৱন-বৃত্তান্তৰেই আমাৰ গ্ৰন্থৰ দ্বিতীয় খণ্ড আৰম্ভ কৰিম।

**গুৰুঘৰ আৰু ৰজাঘৰ—**

বেহাৰৰ মহাৰাজ লক্ষ্মীনাৰায়ণদেৱে দামোদৰদেৱক বেহাৰত প্ৰতিষ্ঠা কৰি তৰুৱাধাপ সত্ৰ নিৰ্ম্মাণ কৰাই দিছিল। এই কথা পূৰ্ব্বে কোৱা হৈছে। সত্ৰখন নিৰ্ম্মাণ কৰাই দিয়েই মহাৰাজ ক্ষান্ত আৰু সন্তুষ্ট হৈ থকা নাছিল। সত্ৰ নিয়মিত ভাৱে চলিবৰ কাৰণে লাগতিয়াল লোকজনৰ উপৰিও অৰ্থ আৰু সামগ্ৰী সকলোবোৰ ৰাজ আদেশত ৰাজভঁৰালৰপৰা দিয়া হৈছিল।

ধৰ্ম্ম প্ৰৱৰ্ত্তাবে লাগি সাধু নৃপবৰ।
অসংখ্যাত টঙ্কা দেন্ত নিত্য নৈবেদ্যৰ॥
তৈল বাতি অতিথিক লাগি নৃপবৰ।
আৰু বিশ টঙ্কা দেয় ৰাজ ভাণ্ডাৰৰ॥
কুম্ভকাৰ নাপিত ৰজক সোনাৰিক।
ভূমি মেলি দিলা ৰাজা সাধিতে ধৰ্ম্মক॥
আপুনিও আঠ দশ দিন যে অন্তৰে।
পাত্ৰ মন্ত্ৰী সহিতে আসন্ত নৃপবৰে॥

(গুৰুলীলা পদ ৭০৩-৯)

এইখনেই মাটি-বৃত্তি আৰু পাইক-চমুৱা লোকজনসহ ৰজাঘৰৰপৰা নিৰ্ম্মাণ কৰি দিয়া প্ৰথম সত্ৰ। ইয়াৰ আগতে সকলো ফালৰপৰা ৰাজ-সহায়তাৰে পৰিপুষ্ট এখনো সত্ৰ স্থাপিত হোৱা নাছিল। শঙ্কৰদেৱক চিলাৰায়ে ঘৰ-দুৱাৰ কৰি আতিথ্য দিছিল, মাধৱদেৱক আইধায়ে ঘৰ-দুৱাৰ সজাই দিছিল। কিন্তু স্বয়ং ৰজাই মাটি-বাৰী খাটনীয়া লোকজন দিয়া আৰু নিত্য-প্ৰসঙ্গৰ খৰচ বহন কৰাৰ কথা পোৱা নাই। অসমত ৰাজপোষকতাৰ প্ৰথম স্পষ্ট নিদৰ্শন দামোদৰদেৱৰ তৰুৱাঢাপ সত্ৰ। ইয়াৰপৰাই আহোম স্বৰ্গদেউসকলে প্ৰেৰণা পোৱা যেন অনুমান হয়। জয়ধ্বজসিংহ স্বৰ্গদেৱে আউনীআটী, দক্ষিণপাট, গড়মূৰ আৰু কুৰুৱাবাহী এই চাৰি সত্ৰ নিৰ্ম্মাণ কৰাই মাটি-বাৰী প্ৰভৃতি লোকজন সা-সম্পত্তি দান কৰি ৰাজসত্ৰৰ মৰ্যাদা দিয়াৰ ফলত প্ৰজাৰ মাজতো এই সত্ৰ কেইখনৰ জনপ্ৰিয়তা

বাঢ়ি গ'ল আৰু ডা-ডাঙৰীয়াসকলেও ভক্তি সম্মানেৰে নানা প্ৰকাৰে পোষকতা কৰিবলৈ ধৰিলে। ঐশ্বৰ্য্য-বিভৱৰ প্ৰাচুৰ্য্যৰ কাৰণে সত্ৰ চলোৱাৰ চিন্তা নথকাত গোসাঁইপ্ৰভুসকলেও নিশ্চিন্ত চিত্তে ধৰ্ম্ম প্ৰচাৰ কৰাৰ সকলো প্ৰকাৰ আনুকূল্য লাভ কৰিলে। ঘনে ঘনে সত্ৰৰ বাহিৰ ওলাই চহৰ ফুৰি গাৱেঁ গাৱেঁ অভকতীয়া লোকক শৰণ ভজন দিবলৈ ধৰিলে। আকৰ্ষক ব্যক্তিত্ব, মৰ্য্যাদাসূচক চলন-ফুৰণ আৰু ৰাজ-পোষকতাৰ গৌৰৱ, এই সকলোবিলাকৰ গুণত সত্ৰ কেইখনৰ শিষ্য সংখ্যা অলপ দিনতে অসমৰ ইমূৰে সিমূৰে ব্যাপক হৈ পৰিল। আউনীআটীয়েই প্ৰথম সত্ৰ বাবে নিৰঞ্জনদেৱৰ দিনৰেপৰা ইয়াৰ শিষ্য সংখ্যা সৰ্ব্বোপৰি; দক্ষিণপাটৰো তদনুৰূপ।

আহোম ৰজাদেৱসকলৰ ৰাজানুগ্ৰহ এই সত্ৰ কেইখনতে সীমাবদ্ধ হোৱা নাছিল। পাছত গৰমূৰ, বেঙেনাআটী, কমলাবাৰী আদি বিভিন্ন সত্ৰই ৰাজানুকুল্য লাভ কৰিছিল। স্বৰ্গদেউ শিৱসিংহৰ দিনৰপৰা কামৰূপৰ সত্ৰ-বিলাকেও মাটি-বৃত্তি পাই ধৰ্ম্ম প্ৰচাৰৰ কামত উদগণি লাভ কৰিছিল।

এই শাসন-প্ৰাপ্ত সত্ৰবিলাকৰ ৰজাঘৰৰ লগত সম্বন্ধ ক্ৰমাৎ নিবিড় হৈ আহিল। অভিষেকৰ সময়ত সত্ৰীয়া মুখ্যসকললৈ ৰজাই পত্ৰযোগে আমন্ত্ৰণ পঠিয়াইছিল। সেইসকলেও আহি ৰজাক আশীৰ্ব্বাদ নিৰ্ম্মালি দিব লাগিছিল। ৰজাই সেইসকলৰ থাকিবৰ কাৰণে বিধে বিধে তাৰতম্য অনুসাৰে বহাঘৰ সজাই সিধা-পাতি, খৰি-খেৰ, যাক যেনেকৈ লাগে যোগান দিছিল। সভাঘৰত কোন কেনেকৈ কোনখিনিত বহিব লাগে তাৰো ধাৰান বন্ধা আছিল। আউনীআটী প্ৰভৃতি চাৰিখন সত্ৰ প্ৰথম শাৰীত ৰজাৰ ওচৰতে বহিবলৈ পাইছিল। আশীৰ্ব্বদীয়া মালাও এই চাৰিজনে ৰজাৰ শিৰত দিব লাগিছিল। বাকী আনসকল মহন্তৰ কোনোৱে শৰাইত নিজে দিব পাৰিছিল, কোনোৱে সেই বাবত নিযুক্ত কৰা বিষয়াৰ হাতে নিৰ্ম্মালি শৰাইত দি পঠাব পাৰিছিল। এইবোৰ আগ-পিছ, বহা-মেলাৰ আসনপ্ৰকাৰ, নিৰ্ম্মালি দিয়াৰ তাৰতম্য, পূৰ্ব্বে জয়ধ্বজসিংহ স্বৰ্গদেৱে কৰি গৈছিল। তাকে অনুসৰি পাছত ৰুদ্ৰসিংহ স্বৰ্গদেৱে পুনৰ নিবন্ধ কৰি দিলে। পূৰ্ব্বত ছেৱাই কিছু মহাজন আগ-পাছ হ'ল।

অভিষেক নিৰ্ম্মালি দিয়া মহোৎসৱত আশীষ নিৰ্ম্মালি দিয়াৰো ক্ৰম আছে। স্বৰ্গদেউ ওলাই আহি বিশেষভাবে সুসজ্জিত নিৰ্ম্মালি মণ্ডপত নৰা-পীৰাৰ ওপৰত বহেহি। বৰবৰুৱা, চমুৱা, বৰুৱা, ফুকনে বৰ কেইজনা গোসাঁইপুৰুষক বৰদুৱাৰৰ মুখৰপৰা আগবঢ়াই আনে। সন্ত-মহন্তসকল গোট খালে দুৱাৰমুখতে গৈ

আগবঢ়ায়। চোকৰ ধৰা বৰাই পূৰ্ব্বৰ দস্তুৰমতে "সম্প্ৰতি চাৰিসত্ৰৰ গোসাঁই যাব লাগে, প্ৰথমে আউনীআটীৰ গোসাঁই যাব লাগে।" এই বুলি কলে সন্ত-সমুদ্ৰৰপৰা আউনীআটী সত্ৰৰ গোসাঁই ওলাই গৈ, বৰদুৱাৰ মুখতে খাটলাৰপৰা নামি আহি বৰচ'ৰাৰ মাজেদি যায়, লগত যায় ডেকাজনা গোসাঁই নিত্ৰালি শৰাই লোৱা আৰু সম্বল লোৱা এই তিনি মাত্ৰ। সমুখ পাই স্বৰ্গদেৱৰ কপালত তিলক এটি, আগৰ চন্দন, আৰু গলত গোবিন্দৰ অঙ্গমালা পিন্ধাই দি আশীৰ্ব্বদীয়া শ্লোক পঢ়ে। ইয়াৰ পাছে ক্ৰমে দক্ষিণপাট, গড়মূৰ, কুৰুৱাবাহীৰ প্ৰভুসকল গৈ আশীৰ্ব্বাদ দি আশীৰ্ব্বদীয়া মালা পিন্ধায়। বাকীসকলৰো নাম মাতিলে ওলাই আহি কোনোৱে হাতত কোনোৱে শৰাই-নিত্ৰালি আগবঢ়াই আশীৰ্ব্বাদ আৰু নীতি-বাক্য শুনায়।

কোনো ৰজা স্বৰ্গী হলে, বা দেশৰ অপায় অমঙ্গল দূৰ কৰাৰ মানসেৰে ৰজাসকলে কেতিয়াবা মহন্তসকলক মতাই অনাই নাম-কীৰ্ত্তন কৰায়। বাসাঘৰ দি থৈ সেইসকলক চাউল, মাহ, তৰকাৰী আদি সম্ভাৰ দোল প্ৰমাণে ভাণ্ডাৰ কৰি দিয়ে। যাক যেনেকৈ দিব লাগে দিয়ে। মহন্তসকলে ৰজাই সজাই থোৱা সভাঘৰত মূৰ্ত্তি থাপনা কৰে আৰু ভাগৱত ব্যাখ্যা কৰে। সত্ৰবিলাকে স্বকীয়াকৈ নিজ সত্ৰৰ বিশেষত্ব ৰক্ষা কৰি নাম-কীৰ্ত্তন কৰে। পাছত মহন্তসকলে স্বৰ্গদেৱক আশীৰ্ব্বাদ কৰে। বৈষ্ণৱসকলে হৰিধ্বনি কৰে, দবা শঙ্খ কাঁহ ভেৰীৰ সমৰোল উঠে। এইবোৰ হৈ গলে মহন্তসকল নিজ নিজ সত্ৰলৈ যায়[৫]। স্বৰ্গদেউসকলেও মাজে মাজে সত্ৰলৈ গৈ মহাপ্ৰভুক সেৱা কৰে। তাৰ কাৰণে সত্ৰলৈ আগতে জান দি পঠায়। যথা-ববীয়া বিষয়াৰ যোগে বহাঘৰ সজোৱায়। সত্ৰই আলি-পদূলি, কৰাপাট, নামঘৰ, ৰাঙলি চ'ৰা আদি বিতোপনকৈ সজায়। ৰজা আহিলে সত্ৰৰ ভিতৰত কৰাপাটতে বাহনৰপৰা নামে। তাতে অধিকাৰে ৰজাক তিলক চন্দন পিন্ধাই আদৰে। নামঘৰৰ কাষতে পইজাৰ থৈ ৰজাই মহাপ্ৰভুক সেৱা কৰেগৈ। তাৰ পাছত লগত অহা ডা-ডাঙৰীয়া সভাসদসকলে সৈতে নামঘৰত বহেহি। অধিকাৰ প্ৰভুৱে সবহুৱাকৈ আশীৰ্ব্বাদ দিয়ে। ডবা-শঙ্খ কাঁহ-ঘণ্টাৰ সমৰোলত বৈষ্ণৱবৃন্দই হৰিধ্বনি কৰে। ৰজাই বহাৰপৰাই নমস্কাৰ জনায়। ৰজাই সাজ কাপোৰ টকা তাম পিতলৰ সাজ সত্ৰলৈ নিবেদন কৰে, সত্ৰয়ো

৫ এইবোৰ কথা ইয়াত অলপীয়াকৈ দিয়া হল। সবিস্তাৰে জানিবলৈ হলে কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জী, সাতসৰি বুৰঞ্জী আদি চাওক। বিশেষকৈ শ্ৰদ্ধেয় বেণুধৰ শৰ্ম্মাৰ 'দক্ষিণপাট সত্ৰ' গ্ৰন্থৰ পৰিশিষ্টত দিয়া বুৰঞ্জীবিবেকৰত্নৰ উদ্ধৃতি-ছোৱা পঢ়ক।

ৰজালৈ অনুৰূপ মাননি আগবঢ়ায়। ৰজাই কাপোৰ সাজ আৰু চক ছুটা (ছুটা সিকি) চিন স্বৰূপে গ্ৰহণ কৰি বাকী বস্তু সত্ৰলৈকে হওক বুলি হাতেৰে চুই দিয়ে। ইয়াৰ পাছত ৰজা উঠি গলে ডা-ডাঙৰীয়াসকলে অধিকাৰক সেৱা কৰে। সত্ৰই সকলোকে ভুৰিভোজন কৰায়। ৰজাৰ দান-পত্ৰ লাভ কৰা সত্ৰবিলাকত ৰজা আৰু প্ৰজাৰ কল্যাণ কামনা কৰি আশীৰ্ব্বাদ দি থকা হয়। আদৰ্শ আছিল—ৰজাই শান্তিৰক্ষা আৰু দান-ধৰ্ম্ম কৰি সত্ৰবিলাকক ধৰ্ম্ম প্ৰৱৰ্ত্তাবলৈ সুবিধা কৰি দিব। সত্ৰবিলাকেও ৰজাৰ কুশল কল্যাণৰ অৰ্থে আশীৰ্ব্বাদ কৰি আৰু প্ৰজাৰ যাতে ধৰ্ম্মত মতি থাকে তাৰ বাবে ধৰ্ম্মদান কৰি দেশত শান্তি সৌখ্যৰ পৰিবেশ সৃষ্টি কৰিব। প্ৰকৃত পক্ষে ৰজাৰ কল্যাণ নিৰ্ভৰ কৰে প্ৰজাৰ ধৰ্ম্মস্থিতিৰ ওপৰত। অসমত এই দায়িত্ব শ-শ সত্ৰই মূৰ পাতি লোৱাত কাম সুকৰ আৰু সুচল এনেয়ে হৈছিল, তাতে আহোম স্বৰ্গদেউসকল সহায়-হস্ত হোৱাত এই কাম বেগেৰে আগবাঢ়িছিল।

ৰাজনীতিৰ ক্ষেত্ৰতো 'সত্ৰং নৃপস্বঞ্চ পৰস্পৰাৰ্থম্' এনে নীতি ৰজাঘৰ আৰু প্ৰধান সত্ৰবিলাকে পালন কৰি আহিছিল। ৰাজ-পোষণ পোৱা সত্ৰবিলাকে সকলো বিপদ-আপদত ৰজাঘৰক সহায়তা কৰিছিল—ৰাজভক্তিৰ শিক্ষা দি আৰু কোনো ক্ষেত্ৰত অৰ্থেৰেও। উদাহৰণ স্বৰূপে মোৱামৰীয়া বিদ্ৰোহৰ সময়ত চাৰিসত্ৰই আৰু ইয়াৰ শিষ্যসমূহে মোৱামৰীয়া সেনাৰ অত্যাচাৰ উপদ্ৰৱ সহিও শেহলৈকে ৰজাৰ পক্ষ নেৰিছিল। গড়মূৰ সত্ৰৰ ভকত-বৈষ্ণৱসকলে মোৱামৰীয়াৰ লগত বাৰুকৈয়ে এখুন্দা যুঁজো দিছিল। বহুত ভকতে প্ৰাণ এৰিলে। মৰাণ-বিলাকো শুদায় সৰা নাছিল। মোৱামৰীয়া উপদ্ৰৱৰ গোন্ধ পাওঁতেই স্বৰ্গদেউ লক্ষ্মীসিংহই এজন দূত পঠিয়াই বচাৰ কছাৰীবিলাকক শৰণ লগাবলৈ সেই সময়ৰ আউনীআটীৰ অধিকাৰ প্ৰাণহৰিদেৱলৈ বাৰ্ত্তা পঠিয়ালে। আউনীআটীৰ অধিকাৰে কাক শৰণ লগাব লাগে বা কলৈ যাব লাগে এই বিষয়টো ৰাজকাৰ্য্যৰ ভিতৰুৱা নহয়। তথাপিও যে লক্ষ্মীসিংহ স্বৰ্গদেৱে এনে বাৰ্ত্তা পঠালে তাৰ নিশ্চয় এটি গূঢ় ৰহস্য আছিল। বচাৰ কছাৰীবিলাক তেতিয়াও বিশ্বস্ত প্ৰজাৰূপে গণ্য কৰিবপৰা বিধৰ নাছিল। আউনীআটীৰ শৰণীয়া হলে ৰজা কিছু আশ্বস্ত হব পাৰে ভাবিয়েই গোসাঁইলৈ এই বাৰ্ত্তা পঠাইছিল। ৺প্ৰাণহৰিদেৱেও সবৈষ্ণৱে মহাপয়োভৰে গৈ সেই ঠাইৰ সৰহভাগ কছাৰীলোকক শৰণ লগালে। পাছত মোৱামৰীয়া বিদ্ৰোহৰ সময়ত বচাৰ অভকতীয়া কছাৰীবিলাক মৰাণৰ লগ লাগিছিল। বুঢ়াগোহাঁই ডাঙৰীয়াই ৰণ দিবলৈ যাওঁতে ভকতীয়াবিলাক

হলে বুঢ়াগোহাঁইৰ ফলীয়া হৈছিল। ইয়াৰপৰা বুজা যায় যে ৰাজ-আনুগত্যৰ সৃষ্টি কৰাত মুখ্য সত্ৰবিলাকে সাক্ষাৎ ভাবে নহলেও আওপকীয়াকৈ বহুত অৱদান যোগাইছিল।

ৰাজ-ভঁৰালৰ আৰ্থিক অনাটনৰ সময়তো সত্ৰবিলাকে শক্তি অনুসাৰে ৰাজকোষলৈ বৰঙণি দিছিল। দন্দুৱা দ্ৰোহ আৰু দফলাৰ ৰণত কোম্পানীৰ চিপাহীয়ে দৰমহা লৈ স্বৰ্গদেউৰ হকে ৰণ কৰিছিল। এই ৰণুৱা চিপাহীবোৰক মহীয়া ধন দিবলৈ নাই—বৰবৰুৱাই এই বাৰ্ত্তা কটকীৰ মুখে জনালত "পাচে এওঁ মহামন্ত্ৰী বুঢ়াগোহাঁই ডাঙৰীয়াৰ সৈতে আলচি মহন্তসকলক ধন তুলি বঙ্গালক দিবলৈ আজ্ঞা কৰিলে। পাচে বৰবৰুৱা চাৰিসত্ৰকে মোক্ষ কৰি সকল খাটনিয়াৰক অনাই অনাই ললে ৰূপ বৰসত্ৰত ৪০০০ টকা, মজলীয়াত ৪০০ টকা, সৰুত ১০০ টকা, তাতকৈ সৰুত ৫০ টকা, এইদৰে লৈ চিপাহীক মহীয়া ধন দিলে।" (তুংখুঙীয়া বুৰঞ্জী, ছেঃ ২৬৩)। এই ধন ৰজাই লুৰি অনা নাছিল, বা মহন্তসকলেও দঁৰিত দিয়া নাছিল। ৰজাক বিপদত সহায় কৰিব লাগে এই বুদ্ধিৰেই অকাতৰে সত্ৰ-ভঁৰালৰপৰা ধন উলিয়াই দিছিল।

এনে এটা নিৰ্ব্বন্ধহীন পূৰ্ব্বাপৰ নীতিৰ প্ৰতি দুয়োপক্ষ সশ্ৰদ্ধ আছিল বাবেই ৰজাই বাৎসৰিক, নিয়মিত আৰু নিৰ্দ্ধাৰিত গুৰু-কৰ তোলাত কোনো কালেই হকা-বধা কৰা নাছিল। দান-পত্ৰবোৰত কিছুমান কৰ-কাটলৰপৰা ৰেহাই দিয়াৰ কথাৰ উল্লেখ আছে, কিন্তু গুৰু-কৰ তোলাৰ অধিকাৰ দান কৰাৰ উল্লেখ জনাত নাই। তথাপি সত্ৰবিলাকে গুৰু-কৰ নিয়মিতৰূপে তুলি আছিল, তাত ৰজাই দায় ধৰা নাছিল। দামোদৰদেৱে প্ৰথম সত্ৰ স্থাপন কৰোঁতেই গুৰু-কৰৰ প্ৰথা প্ৰৱৰ্ত্তন কৰিছিল। বিজয়নগৰলৈ যাবৰ সময়ত ভট্টদেৱ আৰু হৰি আতাক পাটবাউসী সত্ৰৰ ভাৰ দি যাওঁতে শিষ্যসকলক ভট্টদেৱকে গুৰু-কৰ শোধাই থাকিবলৈ নিৰ্দ্দেশ দি গৈছিল। ইয়াৰ আগতে নিৰিখবন্ধা গুৰু-কৰ আছিল নে নাই জনাৰ উপায় নাই। গুৰুৰ গুৰিলৈ শুদা হাতে নগৈ যথা-সম্ভৱ টকা-পয়চা ভাৰ-ভেটী নিয়াৰ নিয়ম সদায় চলি আছিল। দামোদৰদেৱৰ দিনত নতুনকৈ প্ৰৱৰ্ত্তিত হলেও গুৰু-কৰৰ ওপৰত ৰজাই হস্তক্ষেপ নকৰিছিল। আহোম স্বৰ্গদেউসকলেও নকৰিছিল। ধৰ্ম্ম-ৰাজ্য আৰু ৰাজ-ৰাজ্য গাইগুটীয়া নহয়। পৰম্পৰাৰ্থ এনে এটি নীতি দুয়ো ঘৰে মানি অহাৰ ফলত বিপ্লৱ বিঘিনিৰ পাছতো উজনি অসমত ব্ৰহ্মসংহতিৰ বিভূতি আৰু প্ৰভাৱ অক্ষুণ্ণ হৈ থাকিল।

ওপৰত কোৱা নীতিৰ বিপৰ্য্যয় ঘটাৰো দৃষ্টান্ত আছে। বৈষ্ণৱ নিৰ্য্যাতন, সত্ৰবিঘাতন আদিৰ কথা অসমৰ পুৰণি বুৰঞ্জীয়ে লুকুৱাই থোৱা নাই। সেইবোৰৰ মূলতে ধৰ্ম্মদ্বেষ নাছিল, ৰাজনৈতিক আৰু কিয়ৎ-পৰিমাণে অৰ্থ নৈতিক হেতুতেহে সেইবোৰ ঘটিবলৈ পাইছিল তাক এই গ্ৰন্থৰ যথাস্থানত বিবৰি কোৱা হৈছে।

আউনীআটীয়েই প্ৰথম ৰাজানুগ্ৰহপুষ্ট সত্ৰ, গতিকে ৰজাঘৰ আৰু গুৰু ঘৰৰ যি ৰকমৰ সম্পৰ্কই পাছলৈ থাম বান্ধিছিল তাৰ পৰম্পৰাই পোনতে আউনীআটীতে গঢ় লৈছিল। সেই কথাৰো সম্ভেদ সত্ৰৰ বুৰঞ্জীত ঠায়ে ঠায়ে আছে।

## দ্বিতীয় খণ্ড

(প্ৰাৰম্ভ কাল)

শ্ৰীশ্ৰীবংশীগোপালদেৱ
মিশ্ৰদেৱ-জয়হৰিদেৱ-নিৰঞ্জনদেৱ-কুৰুৱাবাহী
শ্ৰীশ্ৰীনিৰঞ্জনদেৱ-আউনীআটী

## তৃতীয় অধ্যায়

# শ্ৰীশ্ৰীবংশীগোপালদেৱ

### *ঐতিহাসিক আধাৰভূমি*

উত্তৰ ভাৰতৰ গঙ্গা-যমুনা উপত্যকাৰ বিভিন্ন ঠাইৰপৰা সেই ঠাইবোৰৰ ৰাজ-ভগন উপপ্লৱৰ হাত সাৰিবলৈ বহুত ব্ৰাহ্মণ, কায়স্থ আৰু ক্ষত্ৰিয় পৰিয়াল সময়ে সময়ে অসমলৈ আহি আছিল। উত্তৰ ভাৰতৰ লগত অসমৰ যোগাযোগ জলে স্থলে দুয়ো পথেদি হৈছিল। সাধাৰণতে প্ৰব্ৰজনকাৰীসকলে পোনগতি লৈছিল ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি। প্ৰব্ৰজন কৰি অহা এই লোকসকল, উত্তৰ কামৰূপ, বৌতা, বিশ্বনাথ, কলাবাৰী, নাৰায়ণপুৰ, লক্ষীমপুৰ আদি অঞ্চলত বসবাস কৰিছিল। লক্ষীমপুৰ বোলোতে ৰতনপুৰ অৰ্থাৎ আজিকালি মাজুলী বোলা ঠাইখনৰ অংশ এটাও সামৰ খাই আছিল। এই কাৰণেই কামৰূপতে ৰচিত কালিকাপুৰাণে উত্তৰ পাৰৰ নদী-পৰ্ব্বতবোৰৰ বিশদ বিৱৰণ দিছে আৰু মাহাত্ম্য কীৰ্ত্তন কৰিছে। এই পৰম্পৰাৰ ফলতে ব্ৰহ্মপুত্ৰৰ উত্তৰ স্ৰোত পুণ্য-সলিল, আৰু উত্তৰ পাৰটো পবিত্ৰ ভূমি বুলি ভবাৰ প্ৰচলিত ৰীতিয়ে আজিও খোপনি এৰা নাই। অশোকাষ্টমীৰ দিনা 'মহাবাহু ব্ৰহ্মপুত্ৰ' বুলি স্নান কৰিবলৈ ধৰ্ম্মনিষ্ঠ ৰাইজে উত্তৰ পাৰলৈহে নাও মেলে। কালক্ৰমত আৰ্য্যবসতিৰ পৰিসৰ বাঢ়ি অহাৰ লগে লগে দক্ষিণপাৰলৈকো এওঁলোকৰ উপনিবেশ বিয়পি পৰিছিল। বিশ্বনাথেদি আৰু শিঙৰি গোপেশ্বৰেদি ব্ৰহ্মপুত্ৰ পাৰ হৈ দক্ষিণ-পাৰৰ কলিয়াবৰ, বৰদোৱা, জাগি আদি অঞ্চলত এইসকল লোকে বসতি বিস্তাৰ কৰিছিল।

এওঁলোক অসমলৈ একে সময়তে অহা নাছিল আৰু সৰ্ব্বসাধাৰণ বংশাৱলীয়ে কোৱামতে যে অকল কনৌজৰপৰাই আহিছিল সেইবাৰো ঠিক নহয়। বৰ্ম্ম-ৰাজবংশৰ প্ৰতিষ্ঠাৰ দিনৰপৰাই আৰ্য্যধৰ্ম্ম আৰু আৰ্য্যবসতিয়ে অসমত বিশেষৰূপে প্ৰতিষ্ঠা পাবলৈ আৰম্ভ কৰে। গুপ্তবংশৰ দূৰ-প্ৰসাৰী আৰু বহু-প্ৰভাৱী ৰাজত্বই কামৰূপক প্ৰত্যন্ত-নৃপতিৰ ৰাজ্য বুলি অভিহিত কৰিলেও তাৰ বৈদিক সভ্যতা আৰু সমাজ বিস্তাৰৰ ঢৌৱে কামৰূপকো কোবাইছিল। বৰ্ম্মৰাজবংশৰ মহাভূতি বৰ্ম্মা আৰু ভাস্কৰবৰ্ম্মাৰ শিলালেখ আৰু তাম্ৰশাসনে

এই কথাৰ অকাট্য প্ৰমাণ দাঙি ধৰে। বৰ্ম্মবংশৰ পাছত কামৰূপত শাসন কৰা শালস্তম্ভ আৰু পালবংশয়ো একে শ্ৰীকৃষ্ণ-নৰকাসুৰ-ভগদত্তৰপৰা বংশলতা হাকুটিয়াই তেওঁলোকৰো যে শাসনৰ নীতি আৰু ৰাষ্ট্ৰৰ আদৰ্শ একেটাই তাকেহে প্ৰত্যয় নিয়াবলৈ চেষ্টা কৰিছিল। এই দুই বংশৰ ৰজাসকলৰ দিনতো বেদজ্ঞ ব্ৰাহ্মণসকলক মধ্যদেশৰপৰা আনি কামৰূপত মাটি-বৃত্তিৰে থানমান দি বহুৱাইছিল। এই ধৰণৰ পৰিয়ালবোৰৰ প্ৰব্ৰজন কমতাপুৰৰ দুৰ্ল্লভনাৰায়ণৰ দিনলৈকে চলি থাকি মাজতে ঢিলা পৰিছিল যদিও স্বৰ্গদেউ শিৱসিংহৰ দিনৰপৰা আকৌ এনেঁতা ব্ৰাহ্মণ পৰিয়াল আহিবলৈ আৰম্ভ হৈছিল। পাছৰ কালত বঙ্গদেশ আদি ঠাইৰপৰা অহা ব্ৰাহ্মণসকলে আৰু ৰাজ-প্ৰভাৱতপৰা আগৰো দুই চাৰি ঘৰে পৰ্ব্বতীয়া গোস্বামীৰ প্ৰভাৱত নব্য-স্মৃতিৰ বিধিমতে সংস্কাৰ কৰ্ম্ম আৰু শ্ৰাদ্ধাদি কৰিবলৈ লোৱাত তেওঁলোকক নব্য বা স্মাৰ্ত্ত বুলি অভিহিত কৰা হল। আগৰেপৰা চলি অহা প্ৰাচীন মত নেৰাসকল প্ৰাচীন বুলি জনাজাত হল। এতিয়াও অসমত প্ৰাচীন পদ্ধতিমতে চলা ব্ৰাহ্মণৰ সংখ্যা সৰহ। কামৰূপ আৰু মঙ্গলদৈ অঞ্চলত স্মাৰ্ত্ত নাই বুলিলেও হয়। সেইকথা যি নহওক, অতি পুৰণি কালৰেপৰা অহা ব্ৰাহ্মণসকলৰ উত্তৰকূলতে ঘাই বসতি আছিল, পাছতহে দক্ষিণকূলৰ ফালেও লাহে লাহে সোমাবলৈ ধৰিলে।

ক্ষত্ৰিয় যুজাৰুসকলো অতীজৰেপৰা চামে চামে অসমলৈ আহিছিল আৰু সম্ভৱতঃ অসমৰ ৰজাসকলেও অনাইছিল। উত্তৰ ভাৰতৰ প্ৰতাপী হিন্দু সাম্ৰাজ্যৰ অন্ত পৰাৰ লগে লগে ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য-খণ্ডবোৰৰ ৰজাবিলাকৰ পৰিয়াল বৃদ্ধিহোৱাৰ ফলত ক্ষত্ৰিয় ৰজা-পোৱালিবিলাকে ভাগ্য অন্বেষণৰ কাৰণে দিহিঙে দিপাঙে পিয়াপি দিছিল। এই কথা ভাৰত-ইতিহাসৰ মূৰ্দ্ধনীয় পাৰ্গতসকলে বহুত ঠাইত বিবৰি কৈছে। দ্বাদশ আৰু ত্ৰয়োদশ শতাব্দীত মুছলমান ৰাজত্বৰ প্ৰতাপ বঢ়াৰ লগে লগে কালৰ লগত বুজা-বুজি কৰিব নোৱৰা ক্ষত্ৰিয় আৰু কায়স্থ পৰিয়াল কিছুমান মুছলমানৰ শাসন নথকা স্বধৰ্ম্মপালনপূৰ্ব্বক সসম্মানে বৰ্ত্তি থকাৰ অনুকূল ৰাজ্য বিচাৰি ভাৰতৰ বিভিন্ন ঠাইলৈ যোৱাৰ নিচিনাকৈ অসমলৈকো আহিছিল। এইসকলৰ ভিতৰত হৃতাধিকাৰ ভূস্বামী, ৰাজপুত্ৰসকল আৰু যুজাৰু লোক বহুত আছিল। কামৰূপৰ ৰজায়ো সেইবিলাকক নিজ ৰাজ্যত স্থান আৰু কৰ্ম্ম দি স্বপ্ৰজাৰূপে গ্ৰহণ কৰিছিল। এনেলোকৰ সংখ্যা যে দশম শতিকাৰপৰাই বুজন বিধৰ হৈ পৰিছিল শালস্তম্ভ আৰু পালবংশীয় ৰজাবিলাকৰ তাম্ৰশাসনৰপৰাই বুজা যায়। দশম শতিকাৰ মহাৰাজ

বলবর্ম্মাৰ নগাওঁ তাম্রলিপিত এইশ্রেণীৰ লোকসকলৰ বিশেষৰূপে উল্লেখ কৰি কৈছে, "আপোনালোকে জানি থব যে এই ভূমি……ৰাজ্ঞী, ৰাজপুত, ৰাণক, ৰাজবল্লভ, মহল্লক………সকলৰ দখলযোগ্য নহব।" সেই অনুৰূপে দ্বাদশ শতিকাৰ মহাৰাজ ইন্দ্রপালৰ এতিয়ালৈকে পোৱা দুয়োখন তাম্রশাসনতে আজ্ঞা শুনাইছে যে প্রদত্ত ভূমিৰ ওপৰত ৰাজ, ৰাজ্ঞী, ৰাণক, ৰাজন্যক আৰু অন্যান্য ৰাজপুত্র, ৰাজবল্লভ প্রভৃতি কাৰো কৰ-কাটল দণ্ড আদি অসুবিধা সৃষ্টিৰ স্বত্ব নাথাকিব। ৰাজ আৰু ৰাজ্ঞী অর্থে খাট-পাম থকা ৰজাৰ বংশধৰ আৰু ৰাজমাওসকলকে বুজোৱা হৈছে, কাৰণ শাসনদাতা নিজে ৰাজাধিৰাজ। ৰাণক আৰু ৰাজানক শব্দ দুটা 'ৰাজন্যক' (ক্ষত্রিয়-সন্তান) শব্দৰপৰা ওলোৱা। ৰাজপুত্র, ৰাজবল্লভ, মহল্লক আদি শব্দয়ো ক্ষত্রিয় কুলোদ্ভৱ ভূম্যধিকাৰী অর্থাৎ যিবিলাকে মাটি-বৃত্তি আদি ভোগৰ সলনি ৰজাৰ হৈ যুদ্ধ-বিগ্রহাদি কৰিছিল তেওঁবিলাককে বুজাইছিল। এই নামবিলাকৰ সোঁৱৰণ এতিয়াও কামৰূপৰ ঠাই বিশেষৰ নামত আৰু মানুহৰ উপ-পদবিত ওলমি আছে। ৰণাকুচি, ৰাউতকুচি, ৰণা-পাটগিৰি আদি নামত ৰাণক শব্দৰে গোন্ধ পোৱা যায়। ৰণাকুচি, ৰাউতকুচি (কামৰূপ জিলাৰ) গাৱঁৰ অধিবাসীসকল আজি-কালিও ঘাইকৈ কলিতা। ৰাউত শব্দ ৰাজপুত্ৰৰপৰা হোৱা। ৰাজপুত্র> ৰাঅউত্ত>ৰাউত্ত>ৰাউত[১]। 'ৰাজপুত্রক'ৰপৰা ৰাউতা বা ৰৌতা শব্দৰ উৎপত্তি হৈছে। ৰৌতা একালত নৃপকুলজ আৰু ব্রাহ্মণ ভূঞাঁসকলৰ কেন্দ্র বসতি আছিল। তাম্রশাসনত উল্লিখিত মহল্লক হল আজিকালি কলিতা বংশোদ্ভৱ বহুতলোকে ব্যৱহাৰ কৰা মল্ল বা মল উপ-পদবিৰ আগৰ ৰূপ। কামৰূপৰ চান্দকুচীয়া বৰুৱাৰ ঘৰত মল্ল-যুক্ত নাম আজিকোপতি চলি আছে। 'মল' লগোৱা হৰিমল, মধুমল, ৰাজ্যমল আদিৰ নিচিনা নামৰ লেখ-জোখেই নাই।

অতীজতে কুল্লুত (বর্ত্তমান হিমাচল প্রদেশ) দেশৰপৰা ৰাণক, মহল্লক আদি ক্ষত্রিয়সকল অসমলৈ আহিছিল। সেই কুল্লুত দেশীয় ৰাণক (ৰাণা) আৰু ৰাজপুতসকলেই এই দেশত আহি কুল্লুতীয় বুলি বেছিকৈ জনাজাত হবলৈ ধৰিলে। এয়ে কলিতা জাতিৰো গুৰি কথা বুলি পণ্ডিতসকলে অনুমান কৰে কুল্লুত অর্থাৎ আজিকালি কুল্লু-উপত্যকাত ৰাণা, ঠাকুৰ আদি ৰাজপুতসকল এটা প্রভাৱশালী শ্রেণী। তেওঁবিলাকৰ ভাষা, লোকগীত, সামাজিক ৰীতি-বোৰৰ আজিও অসমৰ ভাষা, লোকগীত আৰু ৰীতি-নীতিৰ লগত চিনিব পৰাকৈ মিল আছে। সকলো যুজাৰু শ্রেণীৰ লোকৰপৰা নাহিলেও আন ঠাইৰপৰা

অহাবিলাকো অসমত এই কুলুত ক্ষত্ৰিয়সকলৰ লগতে জাহ গৈছিল। অসমত আছি ক্ষত্ৰিয়সকলৰ এক অলপীয়া অংশইহে উপনয়নাদি সংস্কাৰ ৰক্ষা কৰি নিজৰ বজাই সামাজিক স্থান ৰক্ষা কৰিবলৈ যত্ন কৰিছিল। সেইসকলো পাছত আন ঠাইৰপৰা অহা কায়স্থ সমাজত একীভূত হল। কায়স্থসকলক নৃপকুল বুলি কৰা উল্লেখ পুৰণি অসমীয়া পুথিত বহুত ঠাইত পোৱা যায়। কায়স্থৰ ভিতৰবো কিছুমান পাছত গৈ উপনয়নাদি সংস্কাৰ এৰা ক্ষত্ৰিয় কলিতা সমাজত সোমাল। অসমৰ সামাজিক ইতিহাস বা অসমীয়াৰ ইতিহাসৰ এই আধ্যা চমৎকপ্ৰদ আৰু শিক্ষাপ্ৰদ, কিন্তু তাক আউল ভাঙি জুকিয়াই লিখাৰ কাৰণে অসমৰ বুৰঞ্জীবিদসকলে মন-কাণ দিলে ভাল হয়।

শালস্তম্ভবংশীয় আৰু পালবংশীয় ৰজাসকলৰ দিনৰ সম্ভ্ৰান্ত মাটিগিৰী আৰু ব্ৰহ্মোত্তৰপ্ৰাপ্ত ব্ৰাহ্মণসকলৰ ভূমি-সম্পত্তিত পাছৰ ৰজাসকলেও হস্তক্ষেপ কৰা নাছিল। পৰন্তু কুণ্ডৰপৰা কৰতোৱালৈকে বিস্তৃত ভূখণ্ডৰ একাতপত্ৰ প্ৰভুত্ব পালবংশৰ শেষ ৰজাজনৰ লগতে ওৰ পৰিল। দ্বাদশ শতাব্দীৰ শেষভাগ আৰু ত্ৰয়োদশ শতাব্দীৰ মাজভাগলৈকে একছত্ৰী ৰজা নোহোৱাত ওপৰত উল্লেখ কৰা ৰাণক, ৰাজপুত্ৰ, মহল্লক আদি ক্ষত্ৰিয় সম্ভ্ৰান্ত লোকসকল আৰু লগতে ব্ৰহ্মোত্তৰভোগী ব্ৰাহ্মণসকলৰ একাংশই নিজ নিজ এলাকাত প্ৰভুত্ব চলাবলৈ ধৰিলে। তেওঁলোকৰ মাজত সামাজিক সম্পৰ্ক থাকিলেও পৰস্পৰে মিলি একগোট হোৱাৰ ক্ষমতা নাছিল। এক আৰিমত্তৰ[২] বাহিৰে সৰহীয়া ভূভাগৰ ওপৰত কৰ্তৃত্ব অৰ্জ্জন কৰিবপৰা লোক ওলোৱা নাছিল। আৰিমত্তৰ পাছত যি আছিল আকৌ সেই হল। এই ক্ষুদ্ৰ ক্ষুদ্ৰ এলাকাৰ ভূম্যধিকাৰীবিলাকে কেতিয়াৰপৰা ভৌমিক বা ভূঞা নাম পালে তাক ঠাৱৰকৈ কোৱা টান। পম খেদিলে কিবা সিদ্ধান্তত উপনীত হোৱা অসম্ভৱ নহব।

এই ভূঞাসকলৰ এটাইবিলাক ক্ষত্ৰিয়কুলাগত কায়স্থই আছিল এনে

---

১। ৰাউত শব্দই পুৰণি পদ্ম পুথিত চন্দাৰ অৰ্থও বুজাইছিল। আহোমৰ ৰাজত্ব কালত ঘোঁৰা-চোৱাৰকো বুলিছিল। পুৰণি বুৰঞ্জীত এই অৰ্থত ৰাউত শব্দৰ ব্যৱহাৰ আছে, যেনে "ৰাউতে ঘোঁৰা মেলি এই আজ্ঞা কলে" (তুংখুঙীয়া বুঃ ছেদ ১৩৭)। ৰাজপুতসকলো নিপুণ ঘোঁৰা-চোৱাৰ আছিল বাবেই অৰ্থ বিবৰ্ত্তনৰ ফলত ৰাউত মানেও অশ্বাৰোহী হৈ পৰিল।

২। আৰিমত্ত, মায়ামত্ত এই নাম দুটা লোক-মুখত পৰি লোৱা ভ্ৰষ্টৰূপ যেন লাগে। প্ৰকৃত নাম অৰিমৰ্দ্দ আৰু মায়ামৰ্দ্দহে আছিল যেন লাগে।

নহয়। তেওঁবিলাকৰ ভিতৰত ব্ৰাহ্মণ, দৈৱজ্ঞ, কায়স্থ আৰু কলিতা, এই এটাই কেইশ্ৰেণীৰ মানুহ আছিল। পুৰণি চৰিত-পুথি আৰু বুৰঞ্জীত 'ব্ৰাহ্মণ ভূঁঞা' 'কলিতা ভূঁঞা' এনে উল্লেখ বহুত ঠাইত আছে। দিহিঙীয়া ৰজাই বৌতা মাৰি অনা বাৰঘৰ ভূঁঞাৰ ভিতৰত এঘৰ কলিতা ভূঁঞাক তিনিঘৰ কৰি পাতিছিল। বাৰঘৰে ৰামভট্ট নামৰ ব্ৰহ্মণ ভূঁঞাবো এঘৰ আছিল[৩]। প্ৰকৃত পক্ষে বাৰ-ভূঁঞা নামটো স্বৰ্গদেউ চুহুংমুং বা দিহিঙীয়া ৰজাদেৱে ৰটা-টেমনি মাৰি বাৰজন ভূঁঞাক নি উত্তৰ কূলত পতাৰ পৰাই বাৰ-ভূঁঞা নামটোৰ ঢৌ ফুটিল আৰু পাছলৈ মানুহৰ মনত বাৰজনহে এনে এটা সংখ্যাৰ ধাৰণাই থিত দিলে। বাৰ-ভূঁঞা পদে লেখত বাৰজন ভূঁঞা বুজাষাৰ ঠিক কথা নহব যেন লাগে। বহুত বা লেখ নোহোৱা অৰ্থতো বাৰ শব্দটো ব্যৱহাৰ হয়। বাৰে বৰণীয়া, বাৰে বাংকৰা, বাৰ-বুৰি, বাৰ-মিহলি আদি প্ৰয়োগেও এই কথা সূচায়। সংস্কৃততো বাৰ শব্দই বহুত বা লেখ নোহোৱা বুজায়, যেনে—বাৰাঙ্গনা, বাৰ-যুৱতী। বাৰাঙ্গনা বাৰ-যুৱতীৰ অৰ্থ হ'ল বহুত বা লেখ নোহোৱা লোকৰ যুৱতী। বাৰ-ভূঁঞা শব্দৰ উৎপত্তিৰপৰাই ধাৰণা হয় সেই কালত দেশত ভূঁঞাৰ লেখ নোহোৱা আছিল। একোখন গাৱঁৰ ওপৰতো এজন ভূঁঞা বা গ্ৰামেশ্বৰ থকাৰ উল্লেখ আছে। এওঁলোকেই পূৰ্ব্বাপৰ নীতিৰে নিজৰ প্ৰজাৰ ওপৰত প্ৰভুত্ব চলাইছিল। ত্ৰয়োদশ শতাব্দীৰ প্ৰথমাৰ্দ্ধত ভূঁঞাবিলাকে গোৱালপাৰা, কামৰূপ, দৰং, উত্তৰ লক্ষীমপুৰ আৰু নগাওঁ জিলাতে সৰহীয়াকৈ ৰাজ্য দখল কৰি আছিল। ক্ষুদ্ৰ হলেও নিজ নিজ অধিকাৰৰ অঞ্চলত থল-ৰজাৰূপে তেওঁবিলাকে স্বপ্ৰতাপ ৰজাই খাইছিল। অৰাজকতাৰ দিনত ৰাজ-শাসনৰ চিন দৰ্শাই দস্যু-চোৰৰপৰা ৰক্ষা কৰি আৰু সবাতোকৈ বৰ্ম্মবংশীয় পুষ্যবৰ্ম্মাৰ দিনৰেপৰা চলি অহা গো-ব্ৰাহ্মণ কুশলে থকা সনাতন হিন্দু ৰাষ্ট্ৰ-নীতিকে প্ৰবৰ্ত্তাই আছিল। ভূঁঞাবিলাকৰ কিছুমান শাক্ত আৰু কিছুমান বিষ্ণু-উপাসক আছিল। বেদবিহিত সংস্কাৰ আৰু ক্ৰিয়া-কাণ্ড তেওঁবিলাকে ৰক্ষা কৰিছিল। পাছে এওঁলোকৰ প্ৰথম বিপৰ্য্যয় ঘটিল আহোম শক্তিৰ আঘাতত। তাৰ পাছত বিশ্বসিংহৰ অভিযানেও বহুত ভূঁঞাৰ কঁকাল ভাঙিলে।

১১৫১ শকত স্বৰ্গদেউ চুকাফাই যেতিয়া আহোম ৰাজত্বৰ পাতনি মেলে তেতিয়া যি কেইটা শক্তিৰ লগত মুখামুখী হব লগা হৈছিল তাৰ ভিতৰত ভূঁঞা শক্তিও অন্যতম। ভূঁঞাৰ লগত সংঘৰ্ষ যদিও লাহে লাহে হৈছিল তথাপি

৩। পুৰণি অসম বুৰঞ্জী, পৃঃ ৩৫।

ওপৰ দিহিঙীয়া ৰজাদেৱৰ দিনত সেই বিৰোধে চূড়ান্ত ৰূপ ধৰিছিল। সাতৰাজ মাৰি একৰাজ কৰা অভিযানত তেওঁবিলাকৰপৰা পোৱা বাধাও সহজে গুচাব-পৰা বিধৰ নাছিল। নাও বুৰিলেও টিঙৰপৰা ননমা ভূঁঞাই ইষ্ট দেৱতাৰ বাহিৰে কালৈকো মূৰ দোৱাঁবলৈ অস্বীকাৰ কৰিছিল। ইপিনে সকলো ভূঁঞা একগোট হৈ সুসজ্জিত বাহিনীৰে আহোম ৰাজশক্তিৰ বিৰুদ্ধে থিয় দিবলৈ যি-খিনি একতা আৰু পৰস্পৰৰ মাজত বিৰোধহীনতাৰ আৱশ্যক আছিল সেই-খিনিও তেওঁবিলাকৰ নাছিল। তথাপি এঠাইত মৰিলে সাত ঠাইত গজাৰ নীতিৰে আহোম শক্তিক নাকনি-কাণনি কৰি আছিল। ওপৰ-দিহিঙীয়া স্বৰ্গদেউৰ দিনতহে ভূঁঞা দমনৰ এক অধ্যায়ৰ সমাপ্তি ঘটিছিল। ৰটা টেমনিৰ অঞ্চলটো সেই সময়ত ভূঁঞাবিলাকৰ ঘন বসতিৰে দুৰ্গসদৃশ আছিল। স্বৰ্গদেৱে এই ঠাইতেই আঘাত হানি ভূঁঞাবিলাকক পৰাস্ত কৰে[৪]। পাছত তেওঁবিলাকৰ ভিতৰৰ মুখ্য মুখ্য বাৰজনক আপোন আপোন সুৰক্ষিত স্থলৰপৰা আঁতৰাই নি উত্তৰ কোলত পাতিলে। ৪৮ ঘৰ সৰুমূৰীয়া ভূঁঞাকো সেইদৰে ঠায়ে ঠায়ে পাতিলে। কেইঘৰ মানক চৰগুৱাৰ ফালেও নিলে। দিহিঙীয়া ৰজাদেৱে ভূঁঞাৰ ক্ষেত্ৰত সমূলঘাতী নীতি গ্ৰহণ নকৰি সাম-দানৰ নীতিকে গ্ৰহণ কৰিছিল। পাছে ইয়াতেই ভূঁঞা-দ্ৰোহৰ জইন মৰা নাছিল।

আদিৰেপৰা ভূঁঞাবিলাকৰ বিৰোধৰ মূলতে অকল হৃত স্বাধীনতাৰ উদ্ধাৰ আৰু নবাগত আক্ৰমণকাৰীৰ প্ৰতি অসহিষ্ণুতাই নাছিল; ধৰ্ম্ম আৰু সংস্কৃতিৰ বৈষম্যয়ো ইয়াৰ মূলতে ক্ৰিয়া কৰিছিল। আহোম ৰজাসকল হিন্দু-বিদ্বেষী নাছিল যদিও সনাতন হিন্দু ধৰ্ম্মৰ পোষক-পালকো নাছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দৰে গো-ব্ৰাহ্মণ কুশলে থকা ৰাষ্ট্ৰনীতিৰ সাক্ষাৎ ঘোষণা কৰাৰ কথা দূৰতে থাওক, প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনলৈকে আহোম ৰাজবৰ্গই এই বিষয়ত উদাসীন নীতিকে গ্ৰহণ কৰি আহিছিল। ভূঁঞাবিলাকৰ অসন্তোষৰ এই এটাও দেখাত নহলেও ভিতৰে ভিতৰে প্ৰধান কাৰণ আছিল। এই তল-বিৰোধে প্ৰকাশ্য ৰূপ ললে কোচানৰ আক্ৰমণৰ সময়ত। ১৪৮৪ শকত খোৰা ৰজাৰ দিনত কোঁচৰ আক্ৰমণৰ সময়ত উত্তৰ কোলৰ ব্ৰাহ্মণ আৰু কায়স্থ ভূঁঞা-সকলে লগত দফলাকো মিলাই ৰূপ-বান লৈ নাৰায়ণপুৰতে চিলাৰায়ক বৰণ কৰিছিলগৈ। এজন ব্ৰাহ্মণ ভূঁঞাই এটা হাতীও উপঢৌকন স্বৰূপে দিছিল। হাবুঙীয়া ব্ৰাহ্মণবিলাকে কোঁচৰ লগত মিলিবৰ কাৰণেহে এক অদ্ভুত যুদ্ধ-সজ্জাৰ

৪। পুৰণি অসম বুৰঞ্জী, পৃঃ ৩৫।

ভাও দিছিল আৰু লগতে আনবোৰৰ হতুৱাইও তেনে ভাও দিয়াইছিল[৫]। এই ধৰণৰ আক্ৰমণকাৰীৰ লগত মিতিৰালি কৰাৰ কাৰণ আছিল মহাৰাজ নৰনাৰায়ণ আৰু যুৱৰাজ চিলাৰায় আছিল সনাতন হিন্দুধৰ্ম্মৰ নিষ্ঠাৱান পোষক আৰু গো-ব্ৰাহ্মণৰ হিতকাৰী। কোচৰ ৰাজত্বত সনাতন ধৰ্ম্ম নিৰাপদে প্ৰবৰ্ত্তি থাকিব, গো-ব্ৰাহ্মণ কুশলে থাকিব, এনে এটা ধাৰণাৰ বশবৰ্ত্তী হৈয়ে তেওঁলোকে আগবাঢ়ি গৈ নাৰায়ণপুৰতে চিলাৰায়ক বৰিছিল।

কোচানৰ হাতত পৰাজিত হৈ খোৰা ৰজাদেৱে সসৈন্যে নামচেং পৰ্ব্বতত আশ্ৰয় লৈছিল। এই যুদ্ধত পৰাজিত আৰু লাঞ্ছিত হব লগাৰ গুৰিতে যে আপোন প্ৰজাৰ শত্ৰু-পক্ষপাতিতাও এটা প্ৰধান কাৰণ তাক বুজিবলৈ ৰজাৰ সৰহ দিন নালাগিল। কোচৰ লগত সন্ধিৰ পাছত ৰজাদেৱে কৈছিল "আঘেৰ কোঠক মাৰি এক কোঠা কৰা হল, এতিয়া যে ভূঁঞা, চুঙ্গি পৰ্য্যন্তে আপোনাৰ দেশী ভাল মানুহ সহিতে যে ভাই ভতিজাও[৬] মিলিলগৈ। এতেকে আপোনাৰ নাড়ীৰ ব্যাধিত আপুনি বুজিহে ঔষধ কৰিবাক ভাল। যদি সেই নাড়ী বাহিৰ হল আচোক ব্যাধিক গুচিব, নাড়ীও যে বাহিৰ হব পাছে কিৰূপে চপোৱা যাব। এহি বুলি পাত্ৰ-মন্ত্ৰী সহিতে আলোচনা কৰি কটকী পঠালে"। ৰজাই অবাহনক বাহন কৰি যুদ্ধ কৰাৰ ভাও ধৰাবিলাকৰ লগুণহে গুচালে, দায় নধৰিলে। কিন্তু তপসী, লস্কৰ, বাসুদেৱ, কাৰেকুচীয়া আৰু কোচক বৰিবলৈ যোৱা ৰজাৰ সম্বন্ধীয়া দুই-এজনকো কাটিলে আৰু মূৰ নি মথাডাওত থোৱালে।

আহোম আৰু ভূঞাঁবিলাকৰ তলে তলে বা দেখাদেখি বিৰোধ বুঢ়াৰজা প্ৰতাপসিংহ স্বৰ্গদেউৰ দিনলৈকে ছেগাচোৰোকাকৈ ঘটিয়ে আছিল। স্বৰ্গদেউ প্ৰতাপসিংহই ৰাজপাটত উঠিয়েই ১৫২৫ শকৰপৰা তিনি বছৰ ভূঞাঁবিলাকক উত্তৰকোলৰপৰা ভাঙি মৰঙ্গী, দৈয়াঙ্গ আদি ঠায়ে ঠায়ে

৫। কোনো আধুনিক বুৰঞ্জীত আৰু জনশ্ৰুতিমতে ৰজা আৰু বিষয়াবিলাকৰ বুদ্ধিমতেই আহোম সেনাই এনে নোহোৱা নোপোজা যুদ্ধসজ্জা কৰিছিল। বুৰঞ্জীবোৰে এনে কথাৰ সাক্ষ্য নিদিয়ে। সুকুমাৰ মহন্তৰ ঘৰত পোৱা অসম বুৰঞ্জীমতে হাবুঙ্গৰ লোকসকলে নিজ বুদ্ধিৰেই এনে সজ্জা কৰিছিল। পাছত ৰজাই যেনিবা তাৰ কাৰণে দায় নধৰিলে, লগুণহে গুচালে।

৬। তাম্বোল নোখোৱা কোঁৱৰ গোহাঁই।

৭। সুকুমাৰ অসম বুৰঞ্জী ছেদ ৭০।

পাতিলে[৮]। এই ৰজাৰ দিনতে ভূঞাঁবিলাকে মঠ ধৰিবলৈ এৰি সৈমান হৈ চলিছিল। তথাপি ভূঞাঁৰ স্বভাবৰ গতিগোত্ৰ বুজা বুঢ়া ৰজাই নিশ্চিন্ত হৈ কাল কটোৱা নাছিল, তেওঁলোকৰ গতি-বিধি লক্ষ্য কৰি আছিল। ভূঞাঁই চল পালে ছন্দে-বন্ধে প্ৰবৰ্ত্তিব পাৰে এই সন্দেহ মনত ৰাখি শেণদৃষ্টিৰে কাৰ্য্য-গতিৰ ওপৰত চকু দি আছিল। এই অৱস্থাত কেতিয়াবা ছাঁটোকে বাঘটো যেন যে নেদেখিছিল এনেও নহয়। "আপোনাৰ নাড়ীৰ ব্যাধিত আপুনি বুজিহে ঔষধ কৰিবাক ভাল'—এইযাৰ শাসন-নীতিৰ বহুদৰ্শিতাপূৰ্ণ আপুৰুগীয়া উপদেশ। প্ৰাচীন কালৰপৰা বিচক্ষণ ৰজাসকলে এই নীতি প্ৰয়োগ কৰি আহিছে, বৰং কেতিয়াবা সীমাকো চেৰাই অঘটন ঘটাইছিল। খোৰা ৰজা আৰু বুঢ়া ৰজা এই দুইজনা ৰজাদেৱেও ছাঁটোকে বাঘ যেন দেখি কেতিয়াবা সীমা চেৰাই গৈছিল। প্ৰয়োজনতকৈ অতিৰিক্ত ব্যৱস্থা লবলৈ যাওঁতে সপ্তম হোৱাৰ নামত নষ্ট-নীতিকেই সঘনে আচৰিছিল। এনে নীতিৰ ফলতে মুকুন্দ গোসাঁয়ে প্ৰাণ হেৰুৱালে, বংশীগোপালদেৱে এছোৱা কাল যাযাবৰৰূপে কটালে, তেওঁৰ শিষ্য বলোভদ্ৰ আতাই চাওদাঙৰ ক্ষুৰধাৰ খাণ্ডাৰ কোবত ডিঙি পাতি দিলে আৰু শেহন্তত মিশ্ৰদেৱে বন্দীশালত প্ৰাণ ত্যাগ কৰিলে। এইবোৰ কথা পাছত।

এনে এটা ৰাজসন্দেহাকুল মেৰ-বতাহৰ মাজতে গুৰুৰ আজ্ঞাত বংশীগোপদেৱে উজনি খণ্ডৰ উত্তৰ কূলত ধৰ্ম্মসংস্থাপনাৰ্থায় সমাগত হলহি। উত্তৰ কুলৰ সম্ভ্ৰান্ত ব্ৰাহ্মণ, দৈৱজ্ঞ, কায়স্থ, কলিতা আদি ভূঞাঁসকলে সনাতন ধৰ্ম্মোদয়ৰ অৰুণ-ৰেখা দেখা যেন পালে আৰু নোপোৱাই পোৱাদি পাই তেওঁক আদৰণি জনালে। ৰাজশক্তিৰ পৰিবৰ্ত্তে ধৰ্ম্মশক্তিৰ আশ্ৰয় লৈ সনাতন ধৰ্ম্ম আৰু সমাজ ৰক্ষা কৰাৰ আশা দেখা পালে। ঘৰ-দুৱাৰ সত্ৰ-সভা সকলোৱে হাতে হাতে ধৰি নিৰ্ম্মাণ কৰি দিলে। ভূঞাঁবিলাকৰ পোষকতাই বংশীগোপালদেৱৰ প্ৰথম আৰু প্ৰৱল অৱলম্বন হল। এইজনা পুৰুষৰ পাছৰ জীৱনৰ বিপুল সফলতাৰ গুৰিতেও ভূঞাঁসকলৰ প্ৰথম সহায়তা আৰু দান স্মৰণীয়।

---

৮। কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জীয়ে ১৫৫৬ শকত ভূঁঞা পতাৰ কথা উল্লেখ কৰিছে। আন আন বুৰঞ্জীয়ে ১৫৫৬ শকৰ কথা কোৱা নাই। সম্ভৱতঃ তামুলী ফুকনৰ বুৰঞ্জীয়ে ১৫৫৬ শকত ভূঁঞাবিলাকে ভাৰভেটি সোধাই প্ৰতাপসিংহ ৰজাদেৱক সেৱা কৰাৰ কথা সুকুমাৰ অসম বুৰঞ্জীয়ে কোৱা ঘটনাৰ লগত সানমিহলি কৰি ভূঁঞা পতাৰ শক বুলি কৈছে। বাৰভূঁঞাৰ বুৰঞ্জী (পৃঃ ২৮-২৯) আৰু দেওধাই বুৰঞ্জী (ছেদ ৮০) ৰে দিয়া ১৫২২/২৩ শকেই ঠিক।

**ধৰ্মীয় স্থিতি—**

বংশীগোপালদেৱৰ অভ্যুদয় কালছোৱা ভাগৱতী ধৰ্ম্মৰ প্ৰচাৰৰ কাৰণেও অনুকূল নাছিল। পন্থ-উপপন্থৰ বিবিধতাৰ উপৰিও বহুত দিনৰপৰা বন্ধ গৈ থকা শেলুৰৈ আৰু অশাস্ত্ৰীয় ব্যৱহাৰ-ভৰা বিকৃত ধৰ্ম্মই মূৰ দাঙি উঠিছিল। সেইবোৰ অসমৰ চুকে-কোণে এনেকৈ শিপাইছিল যে তাৰ পৰিবৰ্ত্তে শাস্ত্ৰীয় বিশুদ্ধ ধৰ্ম্মৰ প্ৰচাৰ কৰিবলৈ ধৰোঁতে মহাপুৰুষসকলে বিৰুদ্ধ শক্তিৰ প্ৰতিৰোধ ঠেলি আগুৱাব লগা হৈছিল। পুৰণি চৰিতপুথিত এই পন্থাবোৰৰ অনুগামীবোৰক বৌদ্ধ নামেৰে অভিহিত কৰিছিল। বৌদ্ধ পদে তথাগতে প্ৰচাৰ কৰা বৌদ্ধ ধৰ্ম্মতকৈও নিন্দাকেহে সূচাইছিল। বুদ্ধৰ শিক্ষাৰ লগত পৰম্পৰাক্ৰমে এই ধৰ্ম্মাচৰণবোৰৰ কিবা সম্বন্ধ পূৰ্ব্বতে আছিল যদিও তাৰ যোগসূত্ৰ আগতে হেৰাই গৈছিল। বৌদ্ধ ধৰ্ম্মই বেদ স্বীকাৰ নকৰিছিল। প্ৰথম অৱস্থাত হিন্দু শাস্ত্ৰোক্ত ক্ৰিয়া-কৰ্ম্মবিলাক একশ্ৰেণীৰ বৌদ্ধই আচৰণ কৰিছিল যদিও পাছলৈ সেইবোৰৰ আচৰণো বৌদ্ধ সমাজত লোপ পালে। সেই কাৰণে বেদবিৰোধী আচাৰহীন লোকক সনাতনধৰ্ম্মীয়সকলে পাষণ্ড বুলিছিল। পাছলৈ বৌদ্ধ শব্দকো জন-বচনত এই অৰ্থতে প্ৰয়োগ কৰা হৈছিল। অসমত চলি থকা গুপুত ধৰ্ম্মৰ আচৰণকাৰীবিলাকক বৌদ্ধ বোলাৰ কাৰণ এয়ে যে তেওঁলোকৰ মতবাদ বুদ্ধৰ নামত চলাইছিল। কীৰ্ত্তন পুথিৰ অৱতাৰ বৰ্ণনাত বুদ্ধই বামানয় শাস্ত্ৰেৰে সৰ্ব্বজনক মোহাৰ যি উল্লেখ আছে আৰু কল্কি অৱতাৰতো "সবাকো বধিবে বৌদ্ধগণ যত আছে" বুলি যি ভবিষ্য-বৃত্ত কোৱা হৈছে তাৰো গুৰিতে এনে গুপুত আচৰণকাৰী প্ৰচ্ছন্ন বৌদ্ধবিলাক। মূল ভাগৱতত বামানয় শাস্ত্ৰ বা বৌদ্ধবধৰ উল্লেখ নাই। তাত "সম্মোহায় সুৰদ্বিষাম্" আৰু 'দস্যুপ্ৰায়েষু ৰাজসু' বুলি দেৱতা-বিদ্বেষী আৰু দস্যুৰজাৰ বধৰ কথাহে লিখিছে। শ্ৰীধৰস্বামীয়েও এই উক্তিৰ একো বিশেষ ব্যাখ্যা দিয়া নাই। শঙ্কৰদেৱে স্থানীয় কুধৰ্ম্মবোৰৰ প্ৰতি আক্ষেপ কৰিয়েই ভাগৱতৰপৰা কিঞ্চিত আঁতৰি হলেও এনে বৰ্ণনাৰ অৱতাৰণা কৰিছে। বংশীগোপালৰ দিনত এনে পন্থাৰ লোকে সদৰিকৈ নিজ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। পাছলৈ বৈষ্ণৱ-ধৰ্ম্মৰ পয়োভৰৰ দিনত প্ৰজাৰ নিন্দাৰ ভয়ত আৰু ৰজাৰ ডঁৰিয়লিত এইবোৰ ধৰ্ম্মাচৰণ আঁৰত হবলৈ ধৰিলে। বুদ্ধৰ অনুৰূপে শঙ্কৰ আৰু মাধৱৰ নামো সনাপোতকা কৰি গুপুতে গুৰুবোলাই ফুৰা এদল লোকো ওলাইছিল। এওঁলোকৰ মাজত সকলো জাতৰ লোক আছিল। বংশীগোপালদেৱৰ দিনত এওঁলোকক ভকত বুলিছিল, কিন্তু চৰিতকাৰসকলে

কৈছে বোলে তেওঁলোকে ব্যভিচাৰমতে প্ৰবৰ্ত্তে, অন্ন-যোনিৰ বিচাৰ নকৰে, কেৱল প্ৰবৃত্তি মাৰ্গত চলে[১]। এইবিলাক ভকতকে মাধৱদেৱে নাম-ঘোষাত অন্ন-যোনি একো বিচাৰ নকৰে বুলি গৰিহা কৰিছিল। বাৰগুৰুৱা, ৰাতীয়া, অৰাতীয়া, ভিতৰ-পকীয়া, ৰাতি-খোৱা আদি বিভিন্ন নামেৰে পৰিচিত হৈ এই পন্থবোৰ নপশিবলগীয়া থানতো পাছলৈ প্ৰবেশ কৰিছিল। আনকি ৰাজনীতিৰ ক্ষেত্ৰতো এওঁলোকৰ গুপ্তহস্তৰ অবসৰ্পণৰ কথা বুৰঞ্জীয়ে লুকুৱাই থোৱা নাই।

শ্ৰীশঙ্কৰ মহাপুৰুষকে আৰম্ভ কৰি শ্ৰীদামোদৰদেৱ প্ৰভৃতি মহাপুৰুষসকলে বেদৰ অবিৰোধে যি ভাগৱত-সম্মত ভক্তিধৰ্ম্ম প্ৰচাৰ কৰিছিল তাৰ অভ্যুত্থান আৰু জনপ্ৰিয়তাই বৌদ্ধ বুলি কথিত মতবাদীবিলাকক শঙ্কিত কৰি তুলিছিল। এওঁলোকে বহুত কাল আগৰেপৰা শিচ্ ভঙ্গাই খাইছিল। সেইবিলাক শিষ্যৰ কোনো কোনোৱে বংশীগোপালৰ গুৰিলৈকে আহ্-যাহ্ কৰি ন-ধৰ্ম্মৰ সোৱাদ লৈছিল। এই কথাত পুৰণি তথা-কথিত গুৰুবিলাকে আৰু অধিককৈ প্ৰমাদ গণিছিল। তেওঁলোকে প্ৰকাশ্যে বংশীগোপালৰ বিৰুদ্ধে ঘৰে ঘৰে প্ৰচাৰ কৰি নিজ শিষ্যবোৰক ভাবুকিও দিছিল—"বংশীগোপালৰ ঠাইলৈ তইঁত কিহলৈ যাৱ? তইঁতৰ পূৰ্ব্বপুৰুষেও মোৰপৰাই শিক্ষা লৈ গ'ল, তাক নাপাহৰিবি। যদি বংশীগোপালৰ গুৰিলৈ যাৱহে তেনেহলে নাশ পাবি, কলো"। অপপ্ৰচাৰেৰে বলে নোৱাৰি প্ৰহাৰেণ কাম সিদ্ধি কৰাৰ চেষ্টাও এইবিলাকে কৰিছিল আৰু সততে বৈষ্ণৱবৃন্দৰ মাৰ চিন্তিছিল।

সেই কালত ধৰ্ম্ম-প্ৰৱৰ্ত্তকসকলে পাষণ্ড বুলি নিন্দা কৰা আৰু দূৰতে বিদূৰ কৰা আৰু এটা অভকতীয়া পন্থ ওলাইছিল বা কিছুকালৰ আগৰপৰাই আছিল। এই শ্ৰেণীৰ গুৰুসকলে নামধৰ্ম্মকে প্ৰচাৰ কৰিছিল, হলেও ধৰ্ম্মশাস্ত্ৰোক্ত সদাচাৰ, নীতি-নিয়ম আৰু ক্ৰিয়াকৰ্ম্মবোৰ গুচাই কেৱল হৰিনামকে সাৰ বুলি প্ৰচাৰ কৰিছিল। তেওঁলোকে আচৰণত লুক-ঢাক নকৰিছিল, প্ৰচাৰকাৰ্য্যতো হিংসাত্মক উপায়ৰ আশ্ৰয় লৈছিল বুলি ক'তো পোৱা নাযায়। উত্তৰ ভাৰতৰ ৰামানন্দৰ শিষ্যসকলৰ নিৰ্গুণ প্ৰভাৱত এই শ্ৰেণীৰ 'নাম মাত্ৰেক জন্মকা' ভকতৰ উদ্ভৱ হৈছিল যেন লাগে। চৈতন্যদেৱৰ ষোলনামীয়া ভকতৰ কথাও ঠায়ে ঠায়ে চৰিত-পুথিবোৰত পোৱা যায়। এনে শিক্ষাৰে এজন গুৰু আছিল জয় মুকুন্দ বা মুকুন্দ গোসাঁই। মুকুন্দ-গোসাঁই নাম-সৰ্ব্বস্ব পন্থাৰ গোসাঁই আছিল। দান-দক্ষিণা, একাদশী-পালন, পুষ্কৰিণী-প্ৰতিষ্ঠা, হোম পোৱা

১। বংশীগোপালদেৱৰ চৰিত (ৰামানন্দ) পদ ১১৩-১৪, ৭১২-১৪।

ৰিয়া, লগুনদিয়ান এইবোৰ অনাৱশ্যকীয় ক্ৰিয়া বুলি তেওঁ প্ৰচাৰ কৰিছিল। বংশীগোপালদেৱে প্ৰভৃতিয়ে এওঁৰ পন্থাক বিগৰ্হা কৰিলেও জয় মুকুন্দক নামসিদ্ধ গাঢ় ভক্ত বুলি প্ৰশংসা কৰিবলৈকো কুণ্ঠা বোধ কৰা নাছিল। গোপালদেৱে কৈছিল এনেমত শাস্ত্ৰসম্মত নহয়। জয় মুকুন্দৰ শ্ৰাবীসকলে হঠাতে জনসাধৰণে এই মতে প্ৰবৰ্ত্তিলে অধঃপাতে যাবলৈহে আছে। সমৰ্থজনে ছুস্তৰ খাল এটা জাপ মাৰি পাৰ হৈ বাকীবোৰকো তাকে কৰিবলৈ উপদেশ দিয়াৰ পাৰণাম হল আনক খালত পেলোৱা। বংশীগোপালে নিজ মতৰ সমৰ্থনত শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰো লিখিত অভিমত আনাৰ লগা হৈছিল। তাৰপৰাই বুজিব পাৰি মুকুন্দ গোসাঁই এজনেই নাছিল, তেওঁৰ নিচিনা বহুত আছিল। পুৰুষোত্তমেও কঠোৰভাবে এনেবোৰ পন্থাৰ নিন্দা কৰি পত্ৰযোগে কৈছিল—

গীতা ভাগৱত মূৰ্ত্তি তুলসী ব্ৰাহ্মণ।
শ্ৰাদ্ধ হৰিবাসৰ নামানে যিটোজন॥
সেহিটো কলিৰ মূৰ্ত্তি পাষণ্ড দুৰ্জ্জন।
মহাপুৰুষৰ দ্ৰোহী বাহিৰ সিজন॥

( বংশীগোপালদেৱৰ চৰিত পদ ৭০১ )

ৰজাৰ আশৈ আৰু পোহ নোপোৱা, অধৰ্ম্মীয়ে বল কৰা এনে এটা আহুকলীয়া কালত উজনিত ভক্তিপথ প্ৰবৰ্ত্তন কৰা বিপদসঙ্কুল দায়িত্ব গোপাল দেৱে গ্ৰহণ কৰিছিল।

## *শৈশৱ, কৈশোৰ আৰু বস্তুপ্ৰাপ্তি—*

আগতে কোৱা হৈছে যে উত্তৰকূলৰপৰা কায়স্থ, ব্ৰাহ্মণ, দেৱজ্ঞ ভূঞা পৰিয়াল কিছুমান বৰ্ত্তমানৰ নগাওঁ জিলাৰ উত্তৰ খণ্ডত অৱস্থিত বৰদোৱা, টেমনি, জাগী আদি অঞ্চলত বহুপূৰ্ব্বেই বসবাস কৰিছিলহি। এই পৰিয়াল বিলাকৰ মাজত সামাজিক সহযোগিতা, পাৰস্পৰিক প্ৰীতি-নিবন্ধন আৰু সন্তৰ স্থলত বৈবাহিকি সম্বন্ধ বহুত দিনৰপৰা চলি আহিছিল। বংশীগোপালৰ পূৰ্ব্ব পুৰুষো কোনোবা এসময়ত আন ভূঞাঁসকলে সৈতে এই অঞ্চললৈ আহিছিল। তেওঁবিলাক ব্যাঘ্ৰপিণ্ডা গ্ৰামৰ গ্ৰামেশ্বৰ আছিল। ব্যাঘ্ৰপিণ্ড বা ব্যাঘ্ৰাপিণ্ডা গাওঁ সম্ভৱতঃ আজিকালিৰ নগাওঁ জিলাৰ পশ্চিমাঞ্চলৰ জকত গাওঁৰ পশ্চিমে থকা বাঘজাপ নামৰ ঠাই[১০]।

১০। হৰিবৰ আচাৰ্য্যৰ বাসস্থান ব্যাঘ্ৰপিণ্ড ( বাঘজাপ ) যে বৰদোৱা টেমনিৰ অদূৰত

ব্যাঘ্ৰপিণ্ড নামটো সংস্কৃত সাজ পিন্ধি ৰূপ সলোৱা শব্দ। বাঘৰপৰা ব্যাঘ্ৰ আৰু জাপৰ পৰিবৰ্ত্তে পিণ্ড (দ'ম heap) শব্দ লগাই সংস্কৃতীয়া কৰা হৈছিল। পুৰণি পুথি আৰু ফলিত এনে সংস্কৃতীয়া সাজ পিন্ধি মোট সলোৱা নাম দেখাৰ আছে যেনে কাঁড়ি গাৱঁৰপৰা কাণ্ডিগ্ৰাম, মালীপুৰৰপৰা মল্লিকাপুৰ বৰদোৱাৰপৰা বটদ্ৰৱা, আৰু কেন্দুগুৰিৰপৰা কেন্দুমূল গ্ৰাম, গড়গাৱঁৰপৰা গণ্ডগ্ৰাম ইত্যাদি উদাহৰণৰ ওৰ নপৰে। এই গাৱঁতে গোপালদেৱৰ পিতামহ কৌণ্ডিল্য গোত্ৰীয় হৰিবৰ বিপ্ৰ ব্যাঘ্ৰপিণ্ডৰ গ্ৰামেশ্বৰ আছিল। তেওঁ এজন আঢ্যৱন্ত লোক আছিল। তেওঁৰ ঘৰৰ দুৱাৰ হেনো গজ বাজীৰে উজলি

---

ঠাই আছিল তাৰ প্ৰমাণ কেবাটাও আছে—(১) চৰিত পুথিৰ মতে শঙ্কৰদেৱে কৈছিল "তোমাক আমি জানিছোঁ; তোমাৰ পিতামহ হৰিবৰ আচাৰ্য্য আৰু পিতৃ ধৰ্ম্মাই আচাৰ্য্য আমি একে ঠাইৰে লোক। ম্লেচ্ছ বিভ্ৰাটত দেশ ভাগি‌মাত্ৰ এতিয়া থান-বান হৈছোঁহক"। তেনেহলে ব্যাঘ্ৰপিণ্ড বৰদোৱাৰ ওচৰত।

(২) দিহিঙীয়া ৰজাদেৱে বটা-টেমনিৰ (বৰদোৱা, টেম্বুৱানি ইত্যাদি) ভূঞাঁৰ সন্মুখীন হওঁতে যি কেইজন ভূঞাঁ লগলাগি যুদ্ধৰ মনেৰে গোট খাইছিল তাৰ ভিতৰত হৰিবৰ আচাৰ্য্যৰ পুত্ৰ আৰু বংশীগোপালদেৱৰ পিতৃৰ নামৰেই ধৰ্ম্মাই বোলা এজনৰো নাম বুৰঞ্জীত পোৱা যায়—"আত পাচে সেই বেলা বটা টেমনিৰ বাৰভূঞাঁয়াই, কলঙৰ কাখৰত বলহি। মদনগিৰি, ধৰ্ম্মাই, চোমদাৰ, ৰামচন্দ্ৰ গিৰি, চন্দৰ দলৈ, তামুলি দলৈ, বড় চোমদাৰ, এই সকল প্ৰমুখ্যে যুদ্ধক মনে আছে"। [পুৰণি অসম বুৰঞ্জী (১ম সং) পৃ ২০৩]। বটা টেমনি অঞ্চলৰ ভূঞাঁ ধৰ্ম্মায়ো কলঙৰ কোষত যুদ্ধক মনে থকাৰপৰা ব্যাঘ্ৰপিণ্ডও সেই অঞ্চলতে আছিল এই কথাৰ অনুমান কৰিব পাৰি।

(৩) ওপৰত কোৱা যুদ্ধত ভূঞাঁসকল প্ৰথমবাৰত বিজয়ী হৈছিল আৰু সলা অধিকাৰ কৰিছিল। পাছত আকৌ ১৪৬৩ আহোমে ৰণ দিলে। এই বাৰভূঞাঁসকল পৰাজিত হ'ল। "সেই ভূঞাঁসকলক পুথাও দিহিঙ্গীয়া স্বৰ্গদেৱৰ আজ্ঞাএ বড় চেটিয়ায়ে উত্তৰ কোলে পাতিল"। (একেখন বুৰঞ্জী পৃ. ২০৩-৪)। বংশীগোপালদেৱৰ চৰিত্ৰতো আছে—

বৰদোৱা টেমনিৰ প্ৰজাক আনিয়া।
থানে, থানে অসহে পাতিলা বিভাগিয়া।
ৰলোভদ্ৰ বৈল মালীপুৰ প্ৰদেশত।
অসংখ্যাত গৰু বস্ত্ৰ পৰিল লুড়ত॥ (পদ ২৭)

ইয়াৰ পৰাও প্ৰমাণ হয় যে ধৰ্ম্মাই ওৰফে বলোভদ্ৰকো দক্ষিণ-কূলৰপৰা আনি উত্তৰ-কূলৰ মালীপুৰত বহুৱাইছিল। গতিকে ধৰ্ম্মাইৰ বাসস্থান ব্যাঘ্ৰপিণ্ডও বৰদোৱা টেমান (টেম্বুৱানি) অঞ্চলতে আছিল। সেই অঞ্চলতে বাঘজাপ নামৰ স্থান আজিও আছে।

আছিল। অকল লক্ষ্মীয়েই নহয় সৰস্বতীও তেওঁৰ সমুখ হৈছিল। অনন্য-সাধাৰণ পাণ্ডিত্যৰ লগতে ভাৰত পুৰাণৰ পদকাৰৰূপেও তেওঁৰ বিশেষ সুখ্যাতি আছিল। হৰিবৰ আচাৰ্য্যৰ তিনি পুত্ৰ আছিল ধৰ্ম্মাই, কৰ্ম্মাই আৰু পৰমাই। ধৰ্ম্মাই আচাৰ্যৰে আন এটা নাম বলোভদ্ৰ।

হৰিবৰ আচাৰ্য্যৰ মৃত্যুৰ পাছতো তিনিও ভাই-ককায়ে পিতৃ-সম্পত্তি ভোগ কৰি সন্তোষে বাস কৰিছিল। পাছে দিহিঙ্গীয়া ৰজাদেৱৰ ভূঞাঁদমন অভিযানত তেওঁলোকৰ সুখৰ কালৰ অন্ত পৰিল। আহোম-ভূঞা বিৰোধৰ সূত্ৰ আৰু কাৰণৰ কথা আগতে কোৱা হৈছে। দিহিঙ্গীয়া ৰজাৰ দিনতে এই বিৰোধ ওৰ-ঘোৰ হৈছিল। এওঁ ৰজাৰ দিনতে সলাৰ যুজত একবদ্ধ ভূঞাঁ-বিলাক শলঠেকত পৰি ঘাটিল। পুৰণি অসম বুৰঞ্জীত আছে "পাছে দিহিঙ্গীয়া ৰজা বড় সন্দিকৈ সকলোবোৰে ভূঞাঁৰ যুদ্ধলৈ সলালৈ আহিল। পাচে ভূঞাঁই সলা মাৰিলে। প্ৰথমে ৰণ-ভঙ্গ হৈ আমাৰ ছুহকি আহি পৌষ মাস ১৪৬৩ শকত ছুদিন পাচে যুদ্ধ কৰি ভূঞাঁক ভঙ্গাই মূৰ আনি মথাডাঙত থলে। ছুটা দৌল বান্ধিলে। ৰামচন্দ্ৰগিৰি, দলিদ-খাঁ প্ৰমুখ্যে ভূঞাঁসকল সলাত লোকজন সহিতে দান্তে তৃণ ধৰি দিহিঙ্গীয়া ৰজাত শৰণাগত হ'ল। লস্কৰো ১৬, কটোৱাল পৰিল ১২, ঘোঁৰা পালে ৩০০, সেনা অনেক পড়িল।" (২ম সং পৃ ২০৩-৪)। এই বুৰঞ্জীমতেই ধৰ্ম্মাই আন ভূঞাঁসকলৰ লগত যুদ্ধ দিবলৈ সষ্টম হৈ থকাৰ উল্লেখ আছে (পৃ ২০৩)। পাছে শৰণাগত হোৱাবিলাকৰ লগত ধৰ্ম্মাইৰ নাম নাই। সম্ভৱতঃ তেওঁ পলাই গ'ল বা কেনেবাকৈ সাৰিল, কিন্তু ধন-বস্তু মাটি-বাৰী গৰু-মহ সমেত গ্ৰামেশ্বৰৰ লোপ পালে। পাছত যেতিয়া ৰজাই বৰদোৱা ৰটা-টেমনিৰ বৰ বৰ ভূঞাঁবিলাকক উত্তৰ-কূলত নি পাতিলে, সেই সময়তে ধৰ্ম্মাই আচাৰ্য্য উত্তৰ-কূলৰ মালীপুৰলৈ আহিল। ৰজাই অনালে নে নিজেই আহিল সেই কথা চৰিতপুথিবপৰা পৰিষ্কাৰৰূপে বুজা নাযায়। ১৪৬৩ শকৰ সলাৰ যুদ্ধৰ ছয়বছৰমান পাছতহে ভূঞাঁৰ পুনৰ্ব্বাসন কাৰ্য্য সম্পূৰ্ণ হৈছিল[11] কাৰণ চৰিত পুথিৰ মতে ধৰ্ম্মাই

১১। বুৰঞ্জীত "সেই ভূঞাঁসকলক পুথাও দিহিঙ্গীয়া স্বৰ্গদেৱৰ আজ্ঞাএ বড়চেটিয়ায়ে উত্তৰ কোলে পাতিলে" বুলিহে আছে। দিহিঙ্গীয়া ৰজাদেৱৰ দিনতে হৈছিল বুলি লিখা নাই। যুদ্ধৰ পাছত বড়চেটিয়াই উত্তৰকূলত প্ৰজা নি বহুৱাওঁতে কেইবছৰমান নিশ্চয় লাগিছিল। গোটেই কাম গড়গঞা ৰজাদেৱৰ দিনতহে কিজানি সম্পূৰ্ণ হৈছিল। গতিকে সলাৰ যুদ্ধ আৰু ধৰ্ম্মাই আচাৰ্য্যৰ মালীপুৰলৈ যোৱা ব্যৱধানটো একো বিসদৃশ নহয়।

আচাৰ্য্য মালীপুৰলৈ আহোঁতে লগত সগৰ্ভা পত্নী যমুনাৱতীও আছিল। বংশীগোপালদেৱ এই গৰ্ভৰে সন্তান। গতিকে ধৰ্ম্মাই আচাৰ্য্য মালীপুৰলৈ ১৪৭০ শকৰ মাজভাগত গৈছিল। ধৰ্ম্মাই আচাৰ্য্যৰ বাকী দুজন ভায়েক কোন কোন গ'ল তাৰ একো উল্লেখ নাই। তেওঁলোকৰ মাতি আৰু পৰিনাতি দুজনহে আহি পাছৰ ছোৱাত বংশীগোপালদেৱৰ লগ লৈছিল।

মালীপুৰতে ধৰ্ম্মাই আচাৰ্য্যৰ জোঁৱায়েক আছিল। তেওঁৰ ওচৰতে আচাৰ্য্যই পুনৰ্ব্বাস ললেগৈ, কিন্তু তেতিয়া তেওঁ নিঃস্ব। আগৰ বৈভব যি নাছিলেই নতুনকৈও বিষয়-সম্পত্তি কৰি বসাল হ'ব পৰা নাছিল। মালীপুৰলৈ যোৱাৰ অলপ দিন পাছতে ১৪৭০ শকৰ ফাগুনী পূৰ্ণিমাত গোপালদেৱৰ জন্ম হয়। গোপালদেৱৰ জন্ম-মৃত্যুৰ শক দুটা চৰিতকাৰে দিয়া নাই। মৃত্যু-শকটো বুৰঞ্জীৰ শক জনা আন ঘটনাৰ লগত মিলাই মেলি চালে ঠাৱৰ কৰিব পৰা যায়। জন্ম শকটো পৰম্পৰাক্ৰমে আউনীআটী সত্ৰত ৰক্ষিত হৈছিল। আউনীআটীৰ একাদশজনা অধিকাৰ দত্তদেৱ গোসাঁই ঈশ্বৰৰ টোকা-বহী এটাত এটা শ্লোক পোৱা গৈছিল[১২]। সেই শ্লোকটো এই—

নভোঽশ্বৰেদকৌশাকে জীৱেঽহ্নি কুম্ভগে ৰবৌ।
পৌৰ্ণমাস্যাং শুভে লগ্নে কৌণ্ডিল্যগোত্ৰসম্ভৱাৎ॥
বলোভদ্ৰদ্বিজশ্ৰেষ্ঠাদ্ যমুনায়ামজায়ত
শ্ৰীগোপালো মহাজ্ঞানী ধৰ্ম্মাচাৰ্য্যাগ্ৰণী সুধীঃ॥

[এই শ্লোক মতে নভ = ০, অশ্ব = ৭, বেদ = ৪, কু (পৃথিবী) = ১ = ১৪৭০ শকত ফাগুন মাহৰ বৃহস্পতিবাৰে পূৰ্ণিমা তিথিৰ শুভ লগ্নত দ্বিজশ্ৰেষ্ঠ বলোভদ্ৰৰপৰা যমুনাৰ উদৰত মহাজ্ঞানী ধৰ্ম্মাচাৰ্য্যসকলৰ অগ্ৰগণ্য সুধী পুৰুষ গোপালৰ জন্ম হয়।]

অলপদিন পাছতে বলোভদ্ৰ গুৰুৰ পৰলোক ঘটে। শিশু সন্তানটি লৈ আইগৰাকী কিছুকাল আছিল, পাছত তেৰোঁ স্বামীৰ অনুগামিনী হোৱাত নিঠৰুৱা বালক গোপালক তেওঁৰ বায়েক-ভিনিহিয়েকে লৈ গৈ পালন কৰে। বায়েক-ভিনিহিয়েকৰো আৰ্থিক অৱস্থা সুচল নাছিল। গোপালে সৰুবেলা ল'ৰাৰ লগত ধেমালি কৰি ফুৰিছিল, ডুপৰীয়া গৰু ৰখি বায়েকৰ সংসাৰত সহায় কৰিছিল। ভিনিহিয়েকেই গোপালৰ উপনয়ন দিলে। উপনয়নৰ পাছত

১২। এই শ্লোকটো বৰ্তমান অধিকাৰ শ্ৰীশ্ৰীহেৰম্বচন্দ্ৰদেৱ গোস্বামী প্ৰভুৱে লিখকক দেখুৱাইছিল।

গোপালদেৱে এজন ব্ৰাহ্মণৰ গুৰিত অলপ শিক্ষা লাভ কৰিছিল। তেওঁৰপৰাই গীতা শাস্ত্ৰখন কণ্ঠস্থ কৰিছিল। অন্য শাস্ত্ৰৰ অধ্যয়ন কিমান কি কৰিলে সেই সম্বন্ধে চৰিতকাৰ নিমাত। অৱস্থাৰ বিপৰ্য্যয় আৰু পিতৃ-মাতৃ নথকাৰ কাৰণে ছাত্ৰশালত সৰহদিন থাকি পঢ়াৰ সুযোগ নঘটিল হবলা। শৰীৰত পথিক-ভুলোৱা মোহনীয়তা, মনত পূৰ্ব্বজন্মসিদ্ধ ভক্তিৰ গাঢ়তা আৰু স্বভাবত বিষয়-নিস্পৃহতাৰ লক্ষণ, এইসকলোবোৰ গোপালদেৱৰ সৰুকালতে প্ৰকাশ পাইছিল।

এনেয়ে পিতৃ-মাতৃহীন অকলশৰীয়া সন্তান, তাতে বংশৰ ভাই-ককাই দদাই-ভতিজা কোন কলৈ গ'ল তাৰ ঠিকনা নাই, আৰু গম-গতি লোৱাৰো উপায় নাই। এনে অৱস্থাত গোপালদেৱৰ বংশত পুত্ৰপিণ্ডোদক লোপ নহবলৈ বংশৰক্ষা কৰাটোৱেই বায়েক-ভিনিহিয়েকৰ লগ-নেৰা প্ৰধান চিন্তা হ'ল। বয়স কম থাকিলেও গোপালৰ বিয়াৰ কথা তেওঁলোকে ভাবিবলৈ ধৰিলে। সেই কালত গা-ধন দিব নোৱাৰিলে ছোৱালী নাপাইছিল। গা-ধন দিবলৈকো ভিনিহিয়েকৰ হাতত জোখাৰে ধন নাছিল। এনেস্থলত ধন ঘটাৰ কিবা দিহা কৰাটো আৱশ্যকীয় হৈ পৰিল। ভাবিচিন্তি হাতত অলপ ধন দি বেপেৰুৱা মুদৈ কেইজনমানৰ লগ লগাই দিলে নাৱত ফুৰি ধন বেহাবলৈ। সেইকালৰ প্ৰথা অনুসাৰে নাৱত দিহিঙে-দিপাঙে ফুৰি একেলগে সুখে-দুখে বেপাৰ কৰা মানুহ কেইজনে বেচি কিনি পোৱা ধন সমানে ভগায় লয়। লগ হোৱাটোও এটা অংশ যেনিবা। তাতে ভিনিহিয়েকৰ অনুৰোধত আৰু পিতৃ-মাতৃহীন যুৱকৰ প্ৰতি মৰম লাগি মুদৈবিলাকে গোপালক লগত নিবলৈ মান্তি হ'ল। গোপালৰ জীৱনৰ এক দশাৰ সামৰণি পৰিল, দ্বিতীয় দশাৰ অভ্যুদয়ৰ সূচনাপাত হ'ল।

মুদৈবিলাকৰ নাৱত লগ লাগি ধন বেহাই ফুৰোঁতে চৰিত পুথিমতে এদিন বোলে ৰৰদোৱাৰ কাষত নাও চাপিলগৈ। তাতে দুই দণ্ডমানৰ কাৰণে শঙ্কৰদেৱৰ সৈতে সাক্ষাৎ হোৱাৰ সৌভাগ্য ঘটিল। পিতৃপুৰুষৰ পৰিচয় দিয়াত আৰু নিজৰ একপ্ৰকাৰ নিঠৰুৱা অৱস্থাৰ কথা শুনি আৰু আকৃতিতো শ্ৰেষ্ঠ পুৰুষৰ লক্ষণ দেখা পাই শঙ্কৰদেৱৰ গোপাললৈ বেথা লাগিল আৰু তেওঁৰ লগতে কিছুদিন থাকিবলৈ বুলি পৰামৰ্শ দিলে। লগৰীয়া মুদৈহঁতে আপত্তি কৰিলে বোলে এওঁক এৰি গৈ বায়েকক আমি কি কৈ বুজামগৈ, যদি ইয়াতে থাকিবলৈ লাগে তেনেহলে আমি উভতনূলৈ এতিয়াই গৈ বায়েকৰ হাতত

গভাই দি যি ধন পাইছোঁ তাকে ভাগ বাটি লওঁগৈ, পাছত যি কৰে কৰিব। শঙ্কৰদেৱে বৰ দুখ পালে। গোপালেও চকুলো টুকি বিদায় ললে।

চৰিত পুথিত এই সাক্ষাৎ বৰদোৱাত হৈছিল বুলি কোৱা হৈছে, কিন্তু এইটো সম্ভৱ নহয় কাৰণ গোপালদেৱৰ বয়স তেতিয়া বৰ বেছি ১৭।১৮ ধৰিলেও ১৪৮৭-৮৮ শক হব। সেই সময়ত শঙ্কৰদেৱ উজনিত নাছিল, তাৰ বহুত পূৰ্ব্বেই অসম ৰাজ্য এৰি ভাটিলৈ গুচি গৈছিল। পাছে গোপালদেৱৰ লগত সাক্ষাৎ প্ৰসঙ্গটোও কল্পিত ঘটনা বুলি উৰাই দিবলৈ টান যেন লাগে। গোপালদেৱৰ চৰিত পুথিৰ উপৰিও ৰামৰায় কৃত দামোদৰদেৱৰ চৰিত গুৰুলীলাৰ মতে গোপালদেৱে লগৰীয়াসকলে সৈতে গৈ শঙ্কৰদেৱক পাটবাউসীত লগ পাইছিল। তিৰোধানৰ আঢ়ৈ বছৰমান আগতে শঙ্কদেৱে পাটবাউসীৰপৰা বেহাৰলৈ যায়। তেতিয়াহলে সেই সময়তে বা তাৰ আগতে পাটবাউসীত গোপালদেৱে শঙ্কৰদেৱৰ সাক্ষাৎ পোৱাৰ সম্ভৱ কথা। ৰামৰায় কৃত গুৰু-লীলাৰ বিৱৰণ সেই দেখি সত্য যেন লাগে। গুৰুলীলাৰ মতেই এই সময়তে গোপালদেৱে দামোদৰদেৱৰপৰা বস্তু লাভ কৰে। গোপালদেৱৰ বয়স তেতিয়া ১৭।১৮ বছৰতকৈ বেছি নহয়। অধিকাৰী পাতি উজনি খণ্ডত ভাৰ দিয়াৰ অৱশ্যে গোপালদেৱৰ পাছৰ বাৰৰ পাটবাউসীবাসৰ কালৰ কথা হব পাৰে। ৰমানন্দ দ্বিজকৃত গোপাল চৰিত্ৰ মতেও ৰহস্য মন্ত্ৰ দি অধিকাৰ পতাৰ সময়ত শঙ্কৰদেৱ ইহধামত নাছিল। সেই সময়ৰ কথাত মাধৱদেৱক লগপোৱাৰ কথাহে আছে। গোপালদেৱে যে শঙ্কৰদেৱক লগ পাইছিল এই কথা নিঃসন্দেহ। সন্তসম্প্ৰদাকথা, কথাগুৰুচৰিত আদি গ্ৰন্থই ইয়াৰ সাক্ষ্য বহন কৰে। গতিকে প্ৰথমবাৰ বেপেৰুৱা মুদৈৰ লগত যাওঁতেই শঙ্কৰ-সাক্ষাৎ আৰু শঙ্কৰদেৱৰ সূচনাত দামোদৰদেৱত শৰণ এই দুয়োটাই সম্পন্ন হৈছিল। বেপেৰুৱা মুদৈ-সকল সৰহদিন থাকিবলৈ মান্তি নোহোৱাত আৰু গোপালদেৱকো এৰি আহিবলৈ অমান্তি হোৱাত সেই যাত্ৰাত পাটবাউসীত বেছিদিন থাকিব নোৱাৰি বেজাৰ মনেৰে সেই মুদৈৰ নাৱতে গোপালদেৱ স্বস্থানলৈ উলটি আহিল। ৰামৰায়ৰ গ্ৰন্থ ৰমানন্দ দ্বিজৰ গ্ৰন্থতকৈ অন্যূন ৫০ বছৰৰ আগৰ; ৰামৰায়ে গোপালদেৱৰ গুৰুভ্ৰাতৃ অৰ্জ্জুনদেৱৰ মুখৰপৰা শুনি লিখিছিল। গোপালদেৱৰ দিনত ৰমানন্দ প্ৰজাৰ ঠেলা-হেচাত টেপা লগা ল'ৰা মানুহ। এতেকে গুৰু-লীলাৰ কথাকে মান্য বুলি ধৰিছোঁ। প্ৰথমবাৰ পাটবাউসীলৈ যাওঁতে দামোদৰদেৱত শৰণ লয়। গোপালদেৱৰ কম বয়সতে আকস্মিক আধ্যাত্মিক

অভ্যুদয়লৈ চাই এই বেপেকৰা যাত্ৰাতে দামোদৰদেৱৰ গুৰিত শৰণ গ্ৰহণ কৰাৰ সম্ভাৱনা মুই কৰিব নোৱাৰি।

বেপাৰৰ যাত্ৰাত শুক্ত প্ৰাপ্তি ঘটিল। গাৱঁলৈ উভতি আহি নিজ নিজ ভাগত যি পালে লৈ মুদৈহঁত ঘৰাঘৰি গ'ল। গোপালেও বায়েকৰ ঘৰলৈ গৈ সকলো বৃত্তান্ত কলে। পাছত যি কাৰণে ধন ঘটিবলৈ ইমান ঠাই বগালে সেই ঘাই শাক মৰলি বিয়াখনৰ কথা ভাবি গোপালৰ মন ইচাটি বিচাটি কৰিবলৈ ধৰিলে। বিয়া নকৰাই সংসঙ্গ কৰি ভকতি কৰাৰ হেপাহ দিনক দিনে প্ৰবল হবলৈ ধৰিলে। বায়েকৰ চকুপানী, ভিনিহিয়েকৰ বুজনি, একোৱে গোপালৰ সংকল্প টলাব নোৱাৰিলে। ভিনিহিয়েকে আগধন দি খুজি থোৱা ছোৱালীকো শেহত গোপালে আনক বিয়া কৰাবলৈ অনুমতি দিলে। গোপাল গৃহত্যাগী হ'ল, সুখ আশা ত্যাগ কৰি নিৰাশা ঈশ্বৰ কৃষ্ণক মোৰ বুলি ললে।

ইয়াৰ পাছত সন্ত সাধুৰ সঙ্গ বিচাৰি আজি অ'ত কালি ত'তকৈ গোপাল বৈৰাগী হৈ ঘূৰি ফুৰিবলৈ ধৰিলে। কৰবাত ভাল যেন পালে কেইদিনমান থাকে, ভাল নাপালে গুচি যায়। খোৱা-শোৱাত অত্যন্ত সংযমী, কথা-বতৰাত অযথা বাগ্-ব্যৱহাৰশূন্য, শয্যা তামোলৰ ঢকুৱা, সম্বল বুলিবলৈ পিন্ধা কাপোৰ, কমণ্ডলু আৰু বাঁহী এটা। বাঁহী বজায় আৰু হৰি-কীৰ্ত্তন কৰে। কোনোবাই শুচি সংযমনে খাদ্য-বস্তু দিলে ৰান্ধি খায়, নাপালে বা নিদিলে শুদা পেটে থাকে। বহু সম্পদে আগুৰি থকা শেষ কালতো গোপালদেৱে এনে কঠোৰ জীৱন-চৰ্য্যাৰ অকণো ইফাল সিফাল নকৰিছিল। এনেকৈ ফুৰোঁতে কোনোৱে আদৰ কৰি মাতি বোজ-বাজ দি আগ্ৰহেৰে নিজ ঘৰত ৰাখিছিল, কোনোৱে বা ইতিকিং কৰিছিল। কৃষ্ণ নাম লোৱাত টোপনি বাধক স্বৰূপ হয় দেখি কেতিয়াবা চুলিখিনি জৰীৰে বান্ধি সেই জৰী ডাল ওপৰত বান্ধি থয়। যিবা অলপ সময় শয়ন কৰে তাকো পাটি, কঠ, তৃণ একো নোলোৱাকৈ শুদা মাটিতে কৰে। কিছুদিন গাঁত এটা খানি তাৰ মাজতে সোমাই গুহাবাসী তপস্বীৰ দৰে একমনে শ্ৰীহৰিক ধ্যান কৰিছিল। খাবলৈকো বাহিৰ ওলাই অহা নাছিল। তাকে জানি কোনোবা এজন ব্ৰাহ্মণে খাদ্যদ্ৰব্য দি গোপালৰ প্ৰাণৰক্ষা কৰিছিল[১৩]। বংশীগোপালৰ দৃঢ় মত আছিল যে—

১৩। পুথিত আছে 'মিচিমি ব্ৰাহ্মণে' বুলি। এই মিচিমি ব্ৰাহ্মণ মিচিমি নহয় বা মিচিমি জন-জাতিৰ মুক্তি ভাগ্ৰাহ আদি দেওৰ পূজাৰ পুৰোহিতৰূপে কাৰ্য্য কৰা অভি

শৰীৰ ভোগে ইন্দ্ৰিয়ৰ বল হয়।
ইন্দ্ৰিয়ৰ বল হৈলে ভক্তি নাবাঢ়য় ॥
নভৈলে ভকতি কৃষ্ণ তুষ্ট নোহোৱয়।
এতেকে ভক্তক ধন কিছু নলাগয় ॥ ( পদ ১০৮-৯ )

কৃচ্ছ্ৰ সাধনৰ এই মাহাত্ম্য উপলব্ধি কৰি বংশীগোপালে আখৰে আখৰে পালন কৰিছিল।

আগতে কোৱা হৈছে যে পাষণ্ড-আচৰণমূলক ধৰ্ম্মক বেহাওঁতা একশ্ৰেণীৰ লোকে সমাজত নিৰঙ্কুশ গতিৰে চলিছিল। প্ৰকৃত একান্ত ভকতৰ চিন দেখি সমাজৰ মুখ্য লোকসকলে গোপালক আদৰ কৰা যেন দেখি আৰু তেওঁৰ নিৰ্ম্মল যশস্যা বাঢ়ি অহাৰ লক্ষণ দেখা পাই এই শ্ৰেণীৰ লোক শঙ্কিত-শিহঁৰিত হৈ পৰিল। সেইবোৰ মানুহে গোপালক নানাপ্ৰকাৰে আলৈ-আথকাল আৰু ইতিকিং কৰিয়েই ক্ষান্ত নাথাকি কায়িক কষ্ট দিবলৈকো পিছ নহুহকিছিল। শেহলৈ অতিষ্ঠ হৈ উঠি গোপালদেৱে স্থান ত্যাগেন দুৰ্জ্জনঃ নীতিকে শ্ৰেয়ঃ বুলি বিবেচনা কৰিলে। অসমৰ ভাটিৰ খণ্ড তেতিয়া ভক্তিমাৰ্গৰ প্ৰৱৰ্ত্তক মহাপুৰুষসকলৰ সঙ্গমস্থলত পৰিণত হৈছিল। পাটবাউসীৰ আনন্দময় সৎসঙ্গৰ কথাই সপোনে সচিতে গোপালদেৱক দিনে নিশাই হাত বাউল দি মাতি আছিল। পাছে পাটবাউসী এদিনীয়া দুদিনীয়া বাট নহয়। ধন-বিত নাও-দুনি লগৰীয়া নহলে যাওঁ বুলিলেই যাবপৰা বিধৰ বাট সেইকালত নাছিল। হৃদয়ৰ প্ৰবল মনোৰথ কাৰ্য্যত ফলোৱাৰ কোনো উপায় নেদেখি গোপাল আকুল হৈ পৰিল। এনেতে এদিন ৰাতি সপোন দেখিলে, এক ব্ৰাহ্মণে দেৱ গোপালক পুৰা চাঙ্গেনীৰ বৰঘাটলৈ যাবলৈ আদেশ কৰিছে, তাতে তিনিখন নাও চাপিব, তাৰে শেহৰখন নাৱঁত যিজন মুখিয়াল থাকিব তেওঁ গোপালক আদৰি নাৱঁত ঠাই দিব। সেই নাও ভাটিলৈ যাব। গোপালদেৱে সপোনক ঈশ্বৰাজ্ঞা বুলি গ্ৰহণ কৰি পাছদিনা পুৱা চাঙ্গেনীৰ ঘাটত সঁচা-সঁচিকৈ তিনিখন

---

বিৰল শ্ৰেণীৰ মাজৰ লোকো নহয়। আজিও উত্তৰ লক্ষীমপুৰত মিচিমি বামুণৰ ঘৰ বোলা এঘৰ বামুণ মানুহ আছে। প্ৰকৃততে এওঁলোক আছিল সদিয়াৰ তাম্ৰেশ্বৰীৰ পূজাৰী ব্ৰাহ্মণ। স্বৰ্গদেউ চুহুমুং দিহিঙ্গীয়া ৰজাৰ দিনত বামুণ ঠাকুৰ কেইজন শুচাই আহোম মতে পূজা-সেৱা চলাবলৈ ধৰিলে। সেইসকল ব্ৰাহ্মণ পূজাৰী উত্তৰ লক্ষীমপুৰলৈ আহিল। মিচিমিৰ দেশৰপৰা অহা বাবে তেওঁলোকক মানুহে মিচিমি ব্ৰাহ্মণ বুলিছিল। এওঁলোকৰে এঘৰ পাছত নগাৱঁৰ আগিলৈ আহিছিল। সেইঘৰবো বংশধৰ এতিয়াও আছে।

নাও ঘাট চপা দেখিলে। তাৰে সব পাছৰ নাওগিৰীজনক গোপালে তেওঁকো ভাটিলৈ লগত নিবলৈ অনুৰোধ কৰিলে। গোপালৰ বিশিষ্ট বৈষ্ণৱ মূৰ্ত্তি দেখি মানুহজন মুগ্ধ হ'ল আৰু সানন্দে ততালিকে তেওঁক নাৱত স্থান কৰি দিলে। পাছত গোপালৰ বংশ-পৰিচয় সুধি আগ-গুৰি পালত নাওগিৰীজনে ভক্তিত পৰি চকুৰ পানী মচিবলৈ ধৰিলে—বোলে "আমাৰ নাৱত থকা বহুত লোক তোমাৰ পিতৃৰ শিষ্য, তেওঁৰ দুই ভাই ককাইকো জানিছিলোঁ, তোমাৰো কথাহে শুনিছিলো আজি দেখা পালোঁ, আমাৰ পৰম ভাগ্য।" এই বুলি গোপালক মান সৎকাৰ কৰিলে। গোপালেই ৰন্ধা-বঢ়া কৰিলে, সকলোৱে প্ৰসাদৰূপে সেই অন্ন ভোজন কৰিলে। নাৱত যোৱা সদাগৰ কেইজনে বহুত দ্ৰব্য বস্তু দি সেৱা কৰিলে। কিছুমান দূৰ ঠাইলৈ আগবাঢ়ি গৈ আন বিশ্বাসী লোকৰ ভটীয়া নাৱত তুলি দি ভাটীৰ মহন্তসকলক সেৱা কৰি পুনৰ উলটি আহিবলৈ অনুৰোধ কৰি সদাগৰ কেইজনে সেৱা জনালে। সেই নাৱতে গোপালদেৱ বৰপেটা পালেগৈ।

বৰপেটাত পোন প্ৰথমে মাধৱদেৱৰ তাত সোমাল। শঙ্কৰদেৱ তেতিয়া ইহজগতত নাই। মাধৱদেৱে "এহি বংশীগোপাল পৰম ধৰ্ম্মধাৰী, ইহান সঙ্গতে লোকে তৰিবাক পাৰি।" এই বুলি প্ৰশংসা কৰি থান-মান দি ৰাখিলে। তাতে কিছুদিন হৰি-কথা প্ৰসঙ্গ কৰি দামোদৰদেৱৰ সত্ৰলৈ যায়। দামোদৰে বংশীগোপালৰ আগমনৰ কথা আগতেই শুনিছিল। বংশীগোপালে যেতিয়া দামোদৰৰ সত্ৰত প্ৰবেশ কৰেগৈ সেই সময়ত দামোদৰদেৱ প্ৰসঙ্গত আছিল। বেলি ভটিয়ালত ভাগৱত পাঠ সমাপ্ত হ'ল, তেনে সময়তে বংশীগোপালৰ লগত আলাপ সম্ভাষা কৰিলে। দামোদৰদেৱৰ সত্ৰত গোপালে ভকতসকলৰপৰাও পৰম প্ৰীতি অনুৰাগ লাভ কৰিলে। তাত কিছুদিন থকাৰ পাছত গোপালদেৱে এদিন ৰহস্য মন্ত্ৰৰ প্ৰাৰ্থনা কৰিলে। দামোদৰদেৱে পৰম বিশিষ্ট পাত্ৰ পাই আনন্দ মনেৰে বস্তুসাৰ দান কৰি ৰহস্যবিশ্বাস বেকত কৰিলে। ইয়াৰ পাছতো সকলো প্ৰসঙ্গতে নিষ্ঠাৰে ভাগ লৈ গোপালদেৱে সন্তৰ সঙ্গত কিছুদিন কটালে। ইয়াত দক্ষিণ কূলৰ সন্তভূষণ আৰু মহা-মহন্তসকলৰ লগত সখিত্ব বন্ধনৰ সুযোগ পালে। বংশীগোপালক মূৰৈসকলে দিয়া বস্তু-সম্ভাৰ যি আছিল তাক তেওঁ দামোদৰৰ চৰণত অৰ্পণ কৰিলে। এই খাবৰ দৰ্শনতে গোপালদেৱে সন্তৱ নীলকণ্ঠকৃত দামোদৰদেৱৰ চৰিতত কোৱা মতে ৫০০ টকা প্ৰণামী দি গুৰুৰ চৰণত সেৱা কৰিছিল।

**উজনিৰ ধৰ্ম্মাচাৰ্য্য—**

অসমৰ নাম-ধৰ্ম্ম প্ৰৱৰ্ত্তক মহাপুৰুষসকলে প্ৰতিকূল পৰিস্থিতিৰ হাত সাৰিবৰ কাৰণে যদিও উজনি এৰি নামনিত ধৰ্ম্মৰ থলি পাতিলেগৈ, তথাপি উজনিৰ চিন্তা সেইসকলৰ মনৰপৰা গুচা নাছিল। উজনিত নামধৰ্ম্ম প্ৰচাৰৰ দায়িত্ব কাক দিলে ভাল হব, এই গুৰুভাৰ কান্ধ পাতি লবপৰা পুৰুষজন কোন হব সেই বিষয়ে গুণা-গঁথা আৰু অন্বেষণ কৰি আছিল। সমস্যাৰ সমাধান নকৰাকৈ শঙ্কৰদেৱ বৈকুণ্ঠলৈ যাব লগাত পৰিল। এতিয়া মাধৱদেৱ আৰু দামোদৰদেৱে গোপালদেৱতে সেইজন পুৰুষৰ লক্ষণ চিনি পালে। মাধৱদেৱে গোপালক উজনিত ধৰ্ম্মপ্ৰচাৰ কৰিবলৈ পৰামৰ্শ দিলে। দামোদৰদেৱেও নিজ শিষ্যক একে পৰামৰ্শকে দি উজনিলৈ যাবলৈ আজ্ঞা কৰিলে—

দামোদৰে বোলন্ত শুনিয়ো বংশী তুমি।
অধিকাৰী পাতিলোহুঁ আজিহন্তে আমি॥
অধিকাৰী হোৱা তুমি আমাৰ বচন।
অসম ৰাজ্যৰ লোক কৰায়ো শৰণ॥
ধৰ্ম্ম প্ৰৱৰ্ত্তায়া তুমি পূৰ্ব্ব যে দিশত!
অধিকাৰী হুয়া তুমি থাকিও তথাত॥
হেন বাক্য শুনি তান লোম শিহৰিল।
আনন্দ সাগৰে মগ্ন লোতক সৰিল॥

(গুৰুলীলা, ২৬৩-৬৪)

দামোদৰদেৱ আৰু মাধৱদেৱ দুয়োৰো লগত সৎসঙ্গ কৰি গোপালদেৱে প্ৰায় সাত বছৰকাল পাটবাউসীত সাধন ভজন কৰি পাটবাউসীতে কটালে। ইপিনে উজনিত ভূঞাঁসকলে গোপালৰ অভাব অনুভব কৰি ধৰ্ম্ম প্ৰচাৰৰ কি গতি হব ভাবি শঙ্কিত হৈ পৰিল। আপোনাৰ জন যি আছিল সেই সকলো উদ্বিগ্ন হ'ল[১৪]। শেহত গোপালদেৱৰ ভায়েক পৰমাই খুৰাৰ পুত্ৰ

১৪ ৰমানন্দ কৃত চাৰতৰ মতে গোপালদেৱে উজনিৰ ভাৰ লৈ আহি নানা উপদ্ৰৱৰ সন্মুখীন হৈ আকৌ পাটবাউসীলৈ গুচি গৈ বহুত দিন আছিল। তেতিয়াহে ভূঞাঁবিলাক উদ্বিগ্ন হৈ লোক পঠাইছিল। পাছৰ তৃতীয় যাত্ৰাটো আনবোৰ লগৰীয়া কথাৰ লগত খাপ নাখায়। পাছৰ যাত্ৰা কিমান ব্যৱধানত কৰিছিল তাৰ উল্লেখো নাই। ভট্টদেৱৰ জীৱনীত বংশীগোপালৰ লগত তেওঁৰ সাক্ষাৎ হোৱাৰ কথা নাই। দামোদৰদেৱো পাটবাউসীৰ সত্ৰত তেতিয়া নিশ্চয় নাছিল। গতিকে ভট্টদেৱৰ লগত সাক্ষাৎ হলহেতেন আৰু হলে তাৰ কোনো

বাসুদেৱক মুখিয়াল স্বৰূপে দি কেইজনমান লোকক খেদা পঠালে। তেওঁ আহি মাধৱদেৱত প্ৰাৰ্থনা জনালে যে গোপালক পুনৰ উজনিলৈ পঠাব লাগে। গোপাল যাবলৈ মান্তি হ'ল, পাছে তাৰ আগতে গঙ্গা আৰু জগন্নাথ দৰ্শনৰ অভিলাষেৰে পশ্চিমলৈ তীৰ্থযাত্ৰাৰ কাৰণে ওলাল। গঙ্গা দৰ্শন হ'ল, জগন্নাথ নৌ পাওঁতেই এঠাইত শৰীৰ বিষম পালে, আঠুলৈকে ভৰি দুখন উথহি জ্বৰৰ তাপ উঠিল। সেই ঠাইতে স্বপ্নাদিষ্ট হ'ল। জগন্নাথ প্ৰভুৱে ব্ৰাহ্মণবেশেৰে হেনো কলে—"তই উলটি যা, মই নিজেই সময়ত তোৰ ঠাইলৈ যাম।" এই স্বপ্নাজ্ঞা পাই বংশীগোপাল পুনঃ পাটবাউসীলৈ উলটি আহিল। উজনিলৈ আহিবলৈ তাতে লগ পালে আৰু এজন মহিমোজ্জল পুৰুষ দেউ যদুমণি। আধলা গাৱঁত বসতি কৰা বাবে তেওঁকে আধলীয়া যদুমণি বা আধাৰ যদুমণিও সেইকালৰ লোকে আদৰ কৰি বুলিছিল। যদুমণিয়ে অন্যতম পূৰ্ব্বাচাৰ্য্য হৰিদেৱৰপৰা ধৰ্ম্ম ধৰিছিল। হৰিদেৱৰ চাৰি প্ৰধান শিষ্যৰ তেওঁ অন্যতম। তেওঁকো হৰিদেৱে ধৰ্ম্মদান কৰি আজ্ঞা কৰিছিল।

এহিবুলি আদেশ কৰিল দেৱহৰি।
যায়ো যদুমণি তুমি উজান নগৰী॥
জন্মভূমি ত্যজিবাক নাহিকে উচিত।
এহি ধৰ্ম্ম নিয়া তুমি স্থাপিবা তহিত॥

( দিবাকৰ দ্বিজ, হৰিদেৱ চৰিত্ৰ পৃঃ ১১০ )

গোপাল-যদুমণিৰূপ মণিকাঞ্চন একেলগ হৈ দামোদৰ প্ৰভুত সেৱা জনাই উজনিলৈ বুলি নাৱত উঠিল। উজনিৰ ধৰ্ম্মস্থানত ভাগ্যবিধি সুপ্ৰসন্ন হ'ল।

উজনি ৰাজ্যত প্ৰৱেশ কৰি যদুমণিদেৱৰ আধলীয়া গ্ৰামত সত্ৰ পাতি থাকিল আৰু ধৰ্ম্ম প্ৰৱৰ্ত্তাবলৈ ধৰিলে। গোপালদেৱে এঠাইত কতো কতো দিন থাকে, চল নাপাই আন এঠাইলৈ যায়। এনেদৰে শেহত কাঁহীকুচি গাৱঁত সুবিধা যেন দেখি থিতাপিকৈ থাকিবলৈ স্থিৰ কৰিলে। ভূঞাঁসকলে এই স্থানতে ঘৰ-দুৱাৰ বাট-পদূলি পুখুৰী আদিৰে ভক্তি পালনৰ আৰু প্ৰচাৰৰ

---

বিৱৰণ নথকাটো সম্ভৱ হব নোৱাৰে। সাতবছৰকাল নোযোৱা দেখি খেদা পঠোৱাবাবেই স্বাভাৱিক যেন লাগে। মুঠতে গোপালদেৱ পাটবাউসীলৈ দুবাৰ যোৱা সত্য। এবাৰ ১৭।১৮ মান বছৰ বয়সত শঙ্কৰদেৱৰ পাটবাউসীত থকা কালত আৰু এবাৰ মাধৱদেৱৰ দিনত গোপালদেৱ পাটবাউসীলৈ গৈছিল।

স্থচল থান এখন পাতি দিলে। ইয়াতে আছি তেওঁবিলাকে বংশীগোপালক সেৱা কৰিলে, বহুতে শৰণ ভজন ললে, অনেক লোকে শিক্ষা পালে। এইয়েই বংশীগোপাল প্ৰভুৰ প্ৰথম সত্ৰ, উজনি অসমত ভাগৱতী ধৰ্ম্মৰ অভ্যুদয়ৰ উষা-কিৰণ।

কাঁহীকুচি সত্ৰত গোপালদেৱৰ লগত ভকত বেছিকৈ নাছিল, কেইজন-মানহে আছিল। হলেও সেইখিনি ভকতৰে চাউল-কানি যোগাৰ কৰা কঠিন কাম আছিল। ঈশ্বৰৰ কৃপাত চাৰিওপাশৰ ৰাইজৰ সহায়ত যেনে তেনে চলি গৈছিল। এনেতে অকাল লাগিল, আনহে নেলাগে ভকত কেইজনৰ একসন্ধ্যা ভোজনৰ চাউল মুঠিও জোৰা নমৰাত পৰিল। 'মোৰ ভক্ত কেইজনক হৰিয়ে পুহিলেহে পোহা' বুলি মনত গুণি হৰিক স্মৰি থাকোঁতেই এনিশা সপোনত এক ব্ৰাহ্মণে তিনি অঞ্জলি চাউল দান কৰিলে। গোপালে সেই তিনি অঞ্জলি চাউলকে পৰ্ব্বত প্ৰমাণ গধুৰ পাই দাঙিব নোৱাৰিলে। এই সপোন দেখাৰ পাছৰপৰা দুৰ্ভিক্ষপীড়িত আসহ দিনতো ক'ৰ পৰা নো হোৱাহোৱে চাউল, ডাইল, বস্ত্ৰ, সোণৰূপ লৈ সত্ৰলৈ মানুহৰ লানি নিছিগা হ'ল ভগৱন্ত বস্তুৱেহে জানিছিল। সত্ৰতো লগত থকা ভকতৰ সংখ্যা দিনক দিনে বাঢ়িবলৈ ধৰিলে। ৰামকন্দলীয়ে নিতে ভাগৱত পঢ়ে, গোপালদেৱক আৱৰি বহি ভকতসকলে শ্ৰৱণ কৰে। নামকীৰ্ত্তনৰ ধ্বনিয়ে বহুত দূৰলৈকে চাৰিওদিশ স্পন্দিত কৰি তোলে। মানুহৰ সমাগম, বস্তু-বাহানিৰ ওৱাদানিয়ে ভক্তি-বিঘাতৰ আশঙ্কাত গোপাল-দেৱক কিঞ্চিত চিন্তান্বিত কৰিলেও চতুৰ্দ্দিশে ৰাইজৰ ভক্তিপ্ৰৱণতা দেখাৰ অপাৰ আনন্দই সেই চিন্তা দূৰ কৰিছিল।

বংশীগোপালৰ মহিমা আৰু জনপ্ৰিয়তা দেখি এদল লোকৰ মন ঈৰ্ষা আৰু অসূয়াত অশান্ত হৈ পৰিল। সেইদল আছিল পূৰ্ব্বত কোৱা অশাস্ত্ৰীয়, অনাচাৰী ধৰ্ম্মক পোহ দিয়া বাহু গুৰুৱা প্ৰচ্ছন্ন বৌদ্ধ অথচ হৰিনামধ্বজাধাৰীবিলাক। সেইবিলাকে ভাবিছিল—আমাৰ শিষ্যবিলাক কাঢ়ি নিবলৈ গোপাল আমাৰ যমকাল হ'ল। সেইবিলাকে গাৱেঁ গাৱেঁ ঘৰে ঘৰে গোপালৰ গুৰিলৈ মানুহ নাযাবলৈ হাকবচন দি ফুৰিছিল। কেতিয়াবা ভাবুকি দেখুৱাই ঘূৰি ফুৰি প্ৰচাৰ কৰি ফুৰিবলৈ ধৰিলে। দুই এজনে গোপালেৰ মুখ্য অনুগতসকলক প্ৰাণে মাৰিবলৈকো অপচেষ্টা কৰিছিল—'গোপালক মাৰো কিবা আমি সব মৰো।" এনে কিছুমান লোকে চৰিতকাৰ ৰামানন্দদ্বিজৰ পিতামহ বিষ্ণুভাৱতীক ঘৰ বেৰা দি ধৰিছিল, তেওঁ কথমপিহে পলাই সাৰিল। এইবোৰ দেখি ৰাবভূঞা-

সকলে প্ৰমাদ গণিলে। তেওঁলোকে গোটখাই বিমৰিষ কৰিলে বোলে আমি দেউ গোপালক মাতি আনি ধৰ্ম্মস্থাপনৰ কাৰণে ইয়াত থাপিছো, এতিয়া যদি কিবা এটা হবলৈ হয় আমাকে দোষে চুব, এতেকে গোপালক নিৰাপদ ঠাইত সত্ৰ পাতি থোৱাহে ভাল। এই বুলি সৱে ভূঞাঁই মিলি কলাবাৰীত ঘৰ-দুৱাৰ সজাই সত্ৰ নিৰ্ম্মাণ কৰি দিলে। শুভদিনত শঙ্খ মৃদঙ্গৰ মঙ্গল বাদ্যধ্বনি আৰু আই-সকলৰ উৰুলিৰ মাজত মহা পয়োভৰেৰে গোপালদেৱক কলাবাৰীলৈ আগবঢ়াই আনিলে। ওৰে বাটত হৰিকীৰ্ত্তনৰ হৃদয়স্পৰ্শী সঙ্গীত আৰু বাটৰ দুইফালৰ অগণন প্ৰজাৰ তুমুল হৰিধ্বনিয়ে গগণ ফালিছিল। পথযাত্ৰা নহয় যেনিবা মহা মহোৎসবহে।

কলাবাৰীত সত্ৰৰ পয়োভৰ আগতকৈ বহুত গুণে বাঢ়ি গ'ল। শৰণাৰ্থীৰ জনস্ৰোত কোবাল হবলৈ ধৰিলে। পূৰ্ব্বৰ বাৰগুৰুৱাৰ শিষ্য সবেও লাহে লাহে গোপালৰ মহিমাময় সন্নিধি বিচাৰি আগবাঢ়ি আহিল। আপোন মনৰ প্ৰেৰণাতে অনেকে শৰণ ললে, আনকো বিচাৰি বিচাৰি আনি দিয়ালে। হৰিপ্ৰেমৰ সৰ্ব্বতোবিসাৰী প্ৰভাৱত মানুহৰ হৃদয়ৰ অসূয়া মৎসৰ মৰিমূৰ হৈ কলাবাৰী সত্ৰত এটা দিব্য পৰিবেশ ব্যাপক্ত হৈ পৰিল। প্ৰজাৰ আন্দোলন আৰু সাতকুৰি বৈষ্ণৱৰ সমবেত হৰিনামকীৰ্ত্তনৰ জয়ধ্বনিত সত্ৰৰ নিত্যস্থিতিও গমগমীয়া হ'ল। সত্ৰৰ দৈনিক প্ৰসঙ্গৰ প্ৰক্ৰমতো শৃঙ্খলা, পৰিপাট্য আৰু বৈবিধ্যৰ সমৃদ্ধি বাঢ়িল। আৰু—"তেমনে নাশিল বৌধ পাষণ্ড কুপথ, প্ৰকাশিল ভক্ত ভক্তি ভাগৱত পথ।"

এই ঠাইত মাজে মাজে ডফলাৰ উৎপাত হৈছিল। বহুত সুচলৰ মাজতো এইটোৱেই আছিল আহুকাল। গোপালদেৱে সেইদেখি লৌহিত্যৰ কাষত ডফলাই সতকাই ঢুকি নোপোৱা আওহতীয়া কিন্তু সুচল ঠাইত সত্ৰ পতাৰ মানসেৰে ঠাই বিচাৰি শেহত দেবেৰাপাৰতে নতুনকৈ এখন সত্ৰ পাতি তালৈ গ'ল। এই সত্ৰৰ নিৰ্ম্মাণ কাৰ্য্যত দুজন ৰাজবিষয়াই আগভাগ লৈছিল। তেওঁলোকে নিজৰ অধীনৰ মানুহ লগাই কাঠ বাঁহ সংগ্ৰহ কৰি এই নিৰ্ম্মাণ কাৰ্য্য সুচাৰুকৈ সম্পন্ন কৰাইছিল। সেই দুজন ৰাজবিষয়া আছিল ভাণ্ডাৰী গোহাঁঞি আৰু সুন্দৰ গোহাঁঞি। এই সুন্দৰ গোহাঁয়েই ১৪৮৫ শকত চিলাৰায়ৰ লগত আহোম ৰজাৰ ওল স্বৰূপে যোৱা আপচু বা আৰুচু বা সোন্দৰ গোহাঁঞি। ১৫২৪ শকত কোচৰজাই পাশাখেলত হৰাৰ ছলেৰে নিজ ৰাজ্যলৈ পঠিয়াই দিয়ে। ১৪৮৩ শকৰপৰা ১৫২৬ শকলৈ প্ৰায় ৪০ বছৰকাল কোঁচ দৰবাৰত সমন্মানে থাকি সনাতন হিন্দু ধৰ্ম্মৰ প্ৰতি বিশেষ ভাৱে আকৃষ্ট

হৈছিল বুলি অনুমান কৰিব পাৰি। সেয়েহে গোপালদেৱৰ ভক্তিধৰ্ম্ম প্ৰবৰ্ত্তনত সহায়ক স্বৰূপে ঠিয় দিছিল। ভাণ্ডাৰী গোহাঁইৰ নাম আছিল গদাধৰ। এওঁক বুঢ়াৰজাই ভাণ্ডাৰী গোহাঁই পাতিছিল। সাতসৰি ১মখন বুৰঞ্জীত এওঁৰ সম্বন্ধে এইদৰে আছে—'পৰ্ব্বতীয়া বৰগোহাঁইৰ জীয়েকক ৰজাত বিয়া দিলে। বৰগোহাঁয়ে চুটীয়া বন্দী এটা আই কুঁৱৰী হৈ তাকে মেলৰ অধিকাৰ পাতিলে। পাছে ৰজাদেৱে কথাবৰ্ত্তাত ভাল পাই ভাণ্ডাৰী গোঁহাই নাম দি সবাৰে অধিকাৰ পাতিলে।" ( সুকুমাৰ বুৰঞ্জী, ছেদ-৭৬ ) দেবেৰাপাৰেই প্ৰথম পূৰ্ণ পৰ্য্যায়ৰ সত্ৰ ; কাৰণ এই সত্ৰতে বংশীগোপালে মদনগোপাল মূৰ্ত্তিখন আচম্বিতে পাই স্থাপন কৰিলে। এই সত্ৰত থকা কালতে শ্ৰীক্ষেত্ৰৰপৰা গোবিন্দমূৰ্ত্তিক অনাই প্ৰতিষ্ঠা কৰিলে। দুয়োখন মূৰ্ত্তিক অনাই প্ৰতিষ্ঠা কৰিলে। দুয়োখন মূৰ্ত্তি সম্বন্ধে অলৌকিক কাহিনী চৰিতকাৰসকলে ভক্তমনোগ্ৰাহীকৈ বৰ্ণাই গৈছে।

মদনগোপাপাল মূৰ্ত্তি পূৰ্ব্বে শঙ্কৰদেৱে ধুৱাঁৰোলত থাকোতে কোৰোলা বাঢ়ৈৰ হতুৱাই কৰাইছিল। ৰাজভয়ত স্থান এৰিব লগা হোৱাত ভটিয়াই যাওঁতে মূৰ্ত্তিখন অৰণ্যত বেলগছ এজোপাৰ ফেৰেঙনিত থৈ গল। বহুত কাল পাছত এদিন মাধৱ নামৰ এজন ব্ৰাহ্মণে নাঙল কাটিবলৈ গৈ এই মূৰ্ত্তিখন পাই নাঙল নাকাটি প্ৰতিমাখন লৈ ঘৰলৈ গুচি আহিল। ঘৰতে পূজি আছিল। কেইদিনমান পাছত ৰাতি সপোন দেখিলে। প্ৰতিমাই বিপ্ৰজনক-"মোক বংশীগোপালৰ তাত থৈ আহগৈ, যদিহে নথৱ তোৰ মন্দ কৰিম।" বিপ্ৰই পুৱা স্নান কৰি কিছু দ্ৰব্যসহ বংশীগোপালৰ ওচৰলৈ যাত্ৰা কৰিলে। তাত বংশীগোপালেও সপোন দেখিলে যে ব্ৰাহ্মণ এজনে গোপালক কৈছে বোলে 'শুনা বংশীগোপাল, তোমাক বাট চাই বহুকাল মই অৰণ্যত সোমাই আছোঁ, সম্প্ৰতি মাধৱ বিপ্ৰৰ ঘৰত আছোহি, মোক সত্বৰে লৈ আহা।" গোপালে স্বপ্ন দেখি পুৱাই বৈষ্ণৱ চাৰিজন পঠালে। বৈষ্ণৱ কেইজনে ব্ৰাহ্মণক বাটতে পাই সত্ৰলৈ লৈ আহিলে। সকলো কথা দেখি-শুনি দেৱগোপালে ভক্তিত সাশ্ৰুনেত্ৰ হৈ শুভদিনত মহামাঙ্গ্যলেৰে মদন গোপালক লৈ আহি সত্ৰত প্ৰতিষ্ঠা কৰিলে।

গোবিন্দ মহাপ্ৰভুৰ লীলা কাহিনী আৰু চমৎকাৰ। পূৰ্ব্বে গঙ্গা-দৰ্শন আৰু স্নান কৰি জগন্নাথ দৰ্শনৰ মানসে কেইদিনমানৰ বাট গৈ ভবি উখহি অথ হোৱাত মনৰ দুখেৰে শুই থাকোঁতে ৰাতি সপোনত জগন্নাথে আহি কলে

"তুমি মোৰ তালৈ যাবৰ একো প্ৰয়োজন নাই, অহাকে মই নিজেই তোমাৰ ঠাইলৈ যাম।" গোপালে স্বপ্নাজ্ঞা পাই উলটি অহাকে স্থিৰ কৰিলে, আৰু আছিলো। যেতিয়া দেবেৰাপাৰ সত্ৰৰ জয় জয় ময় ময় অবস্থা সেই সময়ত দেৱৰ মনত কেৱল এটা দুখ উপজিল যে জগন্নাথক দুচকুৰে নেদেখিলে। স্বপ্নত যে আহিম বুলিছিল এতিয়া মদনগোপাল ৰূপেই আহিল বা, নতুবা কিজানি আনৰূপেই আহে। এনেবোৰ কথা মনতে বিমৰিষ কৰি এদিন নাম ঘৰতে সকলো বৈষ্ণৱৰ পুৰণি কথা বিবৰি কৈ শ্ৰীহৰি দেউৰী, ৰামচৰণ আদি কেইজনমান ভকতক শ্ৰীক্ষেত্ৰলৈ যাবলৈ পাচিলে। তাত শিশু জগন্নাথ নামে জনাজাত এজন পাণ্ডাৰ গুৰিত সকলো পূৰ্ব্বাপৰ কথা বিবৰি কৈ "জগন্নাথ সমে যেন তেওঁক দেখা পাওঁ" এই অনুৰোধ জনাবলৈ বুজাই মেলি পঠালে। বৈষ্ণৱ সকল গৈ কেই পক্ষমানৰ মূৰত জগন্নাথৰ ক্ষেত্ৰত প্ৰবেশ কৰিলে আৰু শিশু জগন্নাথক বিচাৰি উলিয়াই দণ্ডৱতে প্ৰণাম কৰিলে। শিশু জগন্নাথেও গোপালদেৱৰ কথা শুনি বৰ সন্তোষ পালে। এই দেশৰ ভক্তিধৰ্ম্মৰ কথাৰ নানা সম্ভেদ লৈ তৃপ্তি পালে। বৈষ্ণৱসকল তাত কিছুদিন থাকি ক্ষেণ বুজি শ্ৰীহৰিদেৱে শিশু জগন্নাথক গোপালদেৱৰ প্ৰাৰ্থনাৰ কথা জনালে। এই কথা শুনি শিশু জগন্নাথে এটাই কেউজনকে লৈ জগন্নাথ মহাপ্ৰভুৰ গুৰিত দীঘল দি পৰি কাকুতি কৰিবলৈ ধৰিলে—"প্ৰভু আপোনাৰ হে সন্তশ্ৰেষ্ঠতৰ বংশীগোপালৰ গুৰিলৈ কোন যাব আদেশ হব লাগে।" জগন্নাথ মহাপ্ৰভুৰ মন্দিৰৰ একাষে দোল-গোবিন্দৰ প্ৰতিমা আছিল। কলাৱতাৰ, অংশাৱতাৰ আৰু পূৰ্ণাৱতাৰৰ নিচিনাকৈ অৰ্চ্চাৱতাৰ (মূৰ্ত্তিত জাগ্ৰত হৈ থকা) সকলেও লীলা কৰে। দোল-গোবিন্দ জগন্নাথ প্ৰভুৰ দোলপ্ৰতিভূ; জগন্নাথ মহাপ্ৰভুৰ গাৰ বদল। তেতিয়া পাণ্ডামুখ্য শিশু-জগন্নাথে দোল-গোবিন্দক সমুখ কৰি জগন্নাথক প্ৰাৰ্থনা কৰিলে "প্ৰভু যদি গোবিন্দ মূৰ্ত্তিতে অধিষ্ঠ হৈ সৌমাৰসন্ত-শিৰোমণি গোপালৰ তালৈ যাওঁ বুলিছে তাৰ কিবা চিন দেখুওৱা।" এই প্ৰাৰ্থনাৰ অন্তত জগন্নাথ মহাপ্ৰভুৰ মূৰ্ত্তিৰ কণ্ঠমালা সুলকি আহি "গোবিন্দ মূৰ্ত্তিৰ কণ্ঠত তিনিপাক ফুৰি আকৌ স্থিৰ হৈ মহাপ্ৰভুৰ কণ্ঠত জিলিকি ৰ'ল। শিশু-জগন্নাথে জাপ মাৰি মূৰ্ত্তিখন ওপৰলৈ তুলি জয় কৃষ্ণ বুলি নাচিবলৈ ধৰিলে। জগন্নাথ প্ৰভুৰ কণ্ঠমালা পিন্ধি গোবিন্দ মহাপ্ৰভু জগন্নাথধামৰপৰা সৌমাৰ পীঠৰ দেবেৰাপাৰ ধামলৈ বৈষ্ণৱসকলৰ কান্ধত উঠি যাত্ৰা কৰিলে।

গোবিন্দ প্ৰভু আহিবৰ শুনি নাৰায়ণপুৰৰপৰাই প্ৰজাৰ দলদোপত

দশোদিশ খলক লাগিল। ৰাজোচিত আড়ম্বৰ আৰু মাঙ্গল্য আচৰণেৰে গোবিন্দ প্ৰভুক সত্ৰত প্ৰবেশ কৰোৱালে। পাছ দিনাৰপৰাই পূজা প্ৰক্ৰমৰ পৰিপাটি লগাই গোপালদেৱে পুৱা গধূলি গোবিন্দ সেৱাৰ ব্যৱস্থা কৰিলে। শ্ৰীহৰিক বৰদেউৰী পাতিলে; বাৰজন বৈষ্ণৱক পালি দেউৰীৰ ভাৰ দি লগত দিলে। গোবিন্দই থিত দিয়াৰপৰা যাত্ৰা মোহোৎসৱত যেনে হয় নিতৌ তেনে সমাগম হবলৈ ধৰিলে। ৰোগীয়ে ৰোগমুক্ত হবলৈ, বন্ধাই পুত্ৰ-লাভ কৰিবলৈ, ইত্যাদি যাৰ যিবা বাঞ্ছনি তাক মাগিবলৈ গোবিন্দৰ চৰণত সোন-ৰূপ বস্ত্ৰ দি নিতৌ অসংখ্য লোক দীঘল দি পৰেহি। সেইদিন ধৰি আজিকোপতি গোবিন্দই পূজা সৎকাৰ লৈ মাগন্তাজনৰ মনৰ বাঞ্ছা সিদ্ধি কৰি আহিছে। কায় কষ্টে ব্ৰতে গোবিন্দৰ চৰণত কাতৰ কৰি কিমানে কেনেৰূপে বাঞ্ছিত ফল লাভ কৰিছে সেইবোৰ কথা সত্ৰস্থলোকৰ মুখে বহুত শুনা যায়।

মদনগোপালপ্ৰাপ্তি আৰু গোবিন্দৰ আগমনৰ লগে লগে দেবেৰাপাৰ সত্ৰ সম্পূৰ্ণাঙ্গ হ'ল। প্ৰসঙ্গ বিভাগ অনুসাৰে পূজা পাঠ নাম কীৰ্ত্তন সকলো নিয়াৰিকৈ চলিবলৈ ধৰিলে। সত্ৰত নিতে সকামী প্ৰজাৰ ঘঞ্চাল বাঢ়িবলৈ ধৰিলে। এই স্থিতি গোপাল প্ৰভুৱে অন্তৰে অন্তৰে ভাল নাপাইছিল। নাপাইছিল যদিও বাইজক হাক দিবলৈকো প্ৰভুৰ মত নগৈছিল। প্ৰভুৱে গোবিন্দৰ ওচৰত কাতৰভাৱে প্ৰাৰ্থনা জনাইছিল "নকৰিছো আন বিষয়ক আশা মনে, তুৱা পদে ৰতি ৰস মিলোক সঘনে। ইহাৰ বিঘিনি যদি নোহয় আমাৰ, তেবে প্ৰভু সবে কৃপা মিলয় আমাৰ।" এই প্ৰাৰ্থনা গোবিন্দই শুনিলে, তাৰ পাছৰপৰা হৰি-সেৱা, নাম-প্ৰসঙ্গত বিঘিনি হোৱা জনসমাগম পাতলি গ'ল।

## ৰাজ-ৰোষ

সচলনিকৈ ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰাত আকৌ বিঘিনি লাগিল। এইবাৰ বৌদ্ধৰ উৎপাত বা তেনে কিবা ধৰ্ম্মীয় সংঘাতৰ ফলত বিঘিনি ঘটা নাছিল। এইবাৰ হ'ল ৰজাঘৰীয়া উৎপাত। সেই উৎপাতৰূপী উৰহিৰো ওৰ কৰবাত, সত্ৰ পাতি মহা পৰোসাৰে ধৰ্ম্ম প্ৰচাৰ কৰাৰ নিমিত্তে নহয়। আমি আগতে কৈ অহা সংশয়াত্মিকা ৰাজনীতিয়েই ইয়াৰ মূল কাৰণ। কোচাম লগত গুল দিয়া সোন্দৰ গোহাঁই বেহাৰৰপৰা উলটি অহাৰ পাছত তেওঁক কিছুদিন উত্তৰকূলত বাৰ দি থৈছিল। ৰজাই পেটে পেটে সোন্দৰ

গোহাঁইৰ ওপৰত নিঢলীয়া বিশ্বাস স্থাপন কৰিবপৰা নাছিল। বেহাৰ ৰাজ্যত বহুত দিন কোঁচৰ লগত লেন-দেনৰ ফলত তেওঁৰ কোচ-প্ৰীতিও ইয়াৰ এটা কাৰণ আছিল। তাতে কোচ ৰজা নৰনাৰায়ণে পাশা খেলৰ আচিলাতে সোন্দৰ গোহাঁইক লগৰ সকলো মানুহৰ সৈতে সসম্মানে নিজ দেশলৈ বিদায় দিয়া কাৰ্য্যটো চতুৰ বুঢ়া-ৰজাদেৱে সহজভাৱে গ্ৰহণ কৰা নাছিল। ইয়াৰ মাজতো শত্ৰু-পক্ষীয় পৰদেশী ৰজাৰ আহোম ৰাজ্যত স্ব-পক্ষীয় বিস্তাৰৰ আওপকীয়া ব্যৱস্থা বুলিও সন্দেহ কৰিছিল। প্ৰকৃততে তেনে কিবা পানীৰ তলৰ কাঁইট আছিলে নে কি? স্বৰ্গদেৱে এই কথা মনত ৰাখিয়েই সোন্দৰ গোহাঁইক অকলে ২০,০০০ সেনা দি কছাৰি ৰণলৈ পঠিয়াই তেওঁ ভৱামতে ঘৰতে থকা পৰ-পক্ষীয়ক নিপাত কৰাৰ ব্যৱস্থা কৰিলে। সোন্দৰ গোহাঁয়ে আপত্তি কৰাত তেওঁৰ লগত যাক দিলে সেই কথাতো গোহাঁইৰ মনত অসন্তুষ্টিয়ে দ'ম বান্ধিলে। এই কছাৰী ৰণৰ আগন্তুক হয় লাক্নি খুতচিত ১৮২৭ শকৰ চ'তৰ দিনত। যুদ্ধ হয় ১৫২৮ শকৰ কাতি আঘোনত[১৫]। এই যুদ্ধত কছাৰীয়ে বৰিম বুলি কৈ কথা হৈ ছল-চ্ছন্দ কৰি আছিল। এদিন আমাৰ সেনাই গীত-বাগ গাই শুই আছিল। ৰাতি কছাৰীয়ে মনে মনে আমাৰ হিলৈত নিৰন্তৰে পানী ভৰাই সেইবোৰ অকামিলা কৰি থলে। পাছে ৰাতি এপৰমান আছোঁতে কছাৰীয়ে আমাৰ কোঠ সোমাই কটাকটি লগালে। এই কটা-কটিৰ মাজতে হাতীৰে সোমাই গৈ কছাৰীৰ ভীমবলে সোন্দৰ গোহাঁইক খুচি মাৰিলে। এই যুদ্ধত বিস্তৰ লোকজন পৰিল, বহুত আহিলা-পাতিও শত্ৰুৰ হাতত পৰিল।

পাছে এই ৰণৰ বাতৰি স্বৰ্গদেৱৰ কাণত বিকৃত ৰূপেৰে পৰিলগৈ, বোলে সোন্দৰ গোহাঁয়ে গাফিলি কৰা বাবেহে এনে হবলৈ পালে আৰু তেওঁ হেনো ৰণ নকৰি পলাল। লগতে টুটকীয়াই এই কথাও প্ৰচাৰ কৰিলে বোলে সত্ৰৰ ভকতবোৰে সোন্দৰ গোহাঁইক ভেশচন কৰি লুকুৱাই থৈছে। আগেয়েও সোন্দৰ গোহাঁয়ে নিজৰ মানুহ লগাই সত্ৰ সজাই দিয়াৰ কথা ৰজাৰ কাণত নিশ্চয় পৰিছিল। এই কথা শুনি বুঢ়া ৰজাদেৱ খঙত টিঙিৰি তুলা যেন হ'ল। তেওঁৰ সন্দেহ ঘনীভূত হ'ল যে সোন্দৰে কিবা এটা পাঙিছে, ভকতবিলাক আৰু পূৰ্ব্বশত্ৰু ভূঞাঁবিলাকো কিজানি লগ হৈছে। ধৰ্ম্ম প্ৰচাৰৰ ঢাৰিৰ আঁৰত কিজানি ৰজাকেহে চৰ্চ্চিছে। তাতে সোন্দৰ গোহাঞিৰ

১৫ দেওধাই বুৰঞ্জী, ছেদ ৮৮১।৮২, সাতসৰি বুৰঞ্জী, ছেদ ১৬৭।

দুই পুতেক আখেক গোহাঁই, কেবা বা কেকেবা গোহাঁই বঙাললৈ পলাই গ'ল[১৬]। এই কথাও চিন্তাৰ কাৰণ হ'ল। সাতে-সোতৰে গুৰিয়ে পোখাই উভালো বুলি বুঢ়া ৰজাদেৱে শত্ৰু বিঘাতনৰ কঠোৰ আদেশ দি ভকত যাকে য'তে পাই ধৰি আনিবলৈ চেঙধৰা পঠালে। সেইবোৰে প্ৰথমেই গোবিন্দপুৰত মুকুন্দ গোসাঁইৰ সত্ৰত ধৰিলেগৈ। তাৰো কাৰণ আছে। ৰণ-পলৰীয়া কোনো লোকে সত্ৰত আশ্ৰয় বিচাৰিছিল, নিদিলত সেই আক্ৰান্তিতে ৰজাত লগালেগৈ, বোলে সোন্দৰ গোহাঁইক ইহঁতেই লুকুৱাই থৈছে। মুকুন্দ নিমাখিত সাধু আছিল। ৰাত্ৰি-দিন হৰি-কীৰ্ত্তনৰ বাহিৰে আন ধৰ্ম্ম-কৰ্ম্ম একো নাজানিছিল। ৰজাৰ আদেশৰ কথা অহুকাণে পহুকাণে শুনি তেওঁ লগৰ ভকত যাৰ যথা ইচ্ছা যাবলৈ অনুমতি দিছিল, খেনো খেনো গ'লো। চেঙধৰাই গৈ অৱশিষ্ট ভকতে সৈতে মুকুন্দ গোসাঁইক ধৰিলে। ভকতবিলাকক কাটিলে, মুকুন্দ গোসাঁইক ৰজাৰ আগত দিলেগৈ। "পাছে॰ মহাদেৱে বোলে বিধি এৰি যে প্ৰবৰ্ত্তে মোক মহিমা দেখাওক, এই বুলি বন্দা কৰি থৈছিলে। একো মহিমা নাপালত দায ধৰি মুকুন্দ গোসাঁইক মাৰিলে। সেই সময়ত সাতদিন ভূমিকম্প গ'ল[১৭]।" দেওধাই বুৰঞ্জীত এই ঘটনা ১৫২৯ শকত হোৱা বুলি লিখিছে "লাক্লি তাওচিঙ্গা শকত ৰজাদেও থেকেবা বাহৰৰপৰা গড়গাওঁ নগৰলৈ আহিল। এই লাক্লিতে মুকুন্দ বাপুক ৰজাদেৱে মাৰিলে। তিনিদিন বৰ ভূমিকম্প গ'ল।"[১৮] শ্ৰীশৰৎকুমাৰ দত্ত সম্পাদিত অসম বুৰঞ্জীৰ চমু বুৰঞ্জী খণ্ডতো মুকুন্দ গোসাঁইৰ মৰাৰ শক ১৫২৯ শকৰ কাতিমাহ বুলি কোৱা আছে।

ৰজাৰ মানুহে ইয়াৰ পাছত এদিন পুৱাতে দেবেৰাপাৰত ধৰিলেগৈ। ভকত বৈষ্ণৱ কোনো কেনিও নগ'ল, গোপালদেৱো আঁতৰি নগ'ল। সকলোকে বেৰি ধৰিলে। গোপালদেৱৰ শৰীৰত হাত দিবলৈ বা তেওঁক ধৰিবলৈ চেঙধৰাৰ সাহ নহ'ল; তাৰ পৰিবৰ্ত্তে কিবা শুভ বুদ্ধিৰ উদয় হৈ গোপালদেৱৰ ওচৰত আঠু লৈ নিবেদনহে কৰিলে—"প্ৰভু আপোনাক এৰি গলে মোৰ ভাগ্যত বিপৰ্যায় ঘটিব, লৈ গলে বধৰ ভাগী হম, বংশসমে অধঃপাতে যাম। প্ৰভু দেখাই ফুৰিব নালাগে।" এই বুলি কৈ কতোটিমান ভকত লৈ গ'ল। বাকীবোৰ পলাল বুলি ৰজাত জনালেগৈ। লগত নিয়া ভকতৰ

১৬—সাতসৰি বুৰঞ্জী, ছেদ ১৬৭।

১৭—সুকুমাৰ বুৰঞ্জী, ছেদ ১৪৮।

১৮—দেওধাই বুৰঞ্জী, ছেদ ৮২।

ভিতৰত বলভদ্ৰ আতা বুলি এজন আছিল—তেওঁ 'ময়ে গোপাল' বুলি কৈ চাওদাঙৰ খাণ্ডাৰ কোব ডিঙি পাতি ললে। বাকীবিলাক ভকতেও মুখ ভৰি ৰাম-কৃষ্ণ নাম লৈ ৰাজৰোষত প্ৰাণ ত্যাগ কৰিলে। মানুহে শুনিলে গোপাল-দেৱক ৰজাই বধ কৰালে।

ইপিনে বৰদেউৰী শ্ৰীহৰিয়ে মহাপ্ৰভু মদনগোপাল আৰু গোবিন্দক নি নাম-খনিয়াৰ ঘৰত লুকাই থলেগৈ। তাতে দুই-চাৰিজন বৈষ্ণৱ লগ-লাগি গোপনে পূজা-সেৱা চলাই আছিল।

ভকত-বৈষ্ণৱসকল যেয়ে য'তে সুবিধা পালে গুপ্তভাবে পলাই থাকিল। গোপালদেৱক নি নামদাঙত গদাধৰ ভাণ্ডাৰীবৰুৱাৰ ঘৰত কোনেও নজনাকৈ সঙ্গোপনে থলেগৈ[১৯]। লগত থাকিল দেউৰী শ্ৰীপতি; বৃদ্ধ গদাধৰ অনবৰতে লগতে থাকে। তিনিও নাম-প্ৰসঙ্গৰ নিত্যকৃত্য অক্ষুণ্ণকৈ মহাবিপদৰ মাজতো চলাই আছিল। একে ঠাইতে থকা নিবাপদ কথা নহয় দেখি ঠাই সলাই ফুৰিব লগা হৈছিল আৰু লগত বেছি ভকত বৈষ্ণৱো ৰাখিব নোৱাৰিছিল। এইদৰে ফিচাকটা গাৱঁত কিছুদিন আছিল। সেই সময়তে গোপালদেৱ যে ৰাজক্ৰোধাগ্নিৰ আহুতি নোহোৱাকৈ সাৰিল এই কথা কণাকণিকৈ জনাজাত হ'ল। গোপালদেৱ নামদাঙেদি ভটিয়াই আহি ব্ৰহ্মপুত্ৰইদি উজাই আহিল। এবছৰ কাল অজ্ঞাতবাসৰ পাছত ৰজাৰ ৰোষ শাম কটা যেন উমান পাই অলপ-অলপকৈ গোপনে ভকত বৈষ্ণৱসকলক লগ দিবলৈ ধৰিলে। বৈষ্ণৱ-সকলে ন-কৈ প্ৰাণ পোৱাদি পালে। এনেতে ভাণ্ডাৰীবৰুৱাই খবৰ পঠালে "প্ৰভুৱে একো ভয় নকৰিব, ৰজাৰ এক চক্ষু, আমি বহুত আছো, বহুত চকু। ৰজাৰ দূতে গম পাই কিবা কৰাৰ আগতে আমি ব্যৱস্থা কৰিম। পাছে বহুত দিন একে ঠাইতে নাথাকিব আৰু আওহতীয়া ঠাইত থাকিব।" এনেদৰে যাযাবৰ সত্ৰ কৰি ফুৰোঁতে কেতিয়াবা অৰণ্যত কেতিয়াবা গাৱঁত, এনেকৈ বহুত ঠাইতে অলপ অলপ দিন বঞ্চি গোপালদেৱ লুকাই ফুৰিছিল। সেই কালছোৱাতে শাপে বৰ হোৱাদি ধৰ্ম্মপ্ৰচাৰ কৰাবো সুচল ওলাইছিল।

---

১৯—ভাণ্ডাৰীবৰুৱা হৈছে তামোলকটা ৰে ৰৈাষা দৈবজ্ঞ। ভাণ্ডাৰীচেটিয়াক মাৰি এওঁক পাতিছিল। এওঁৰ পৰামৰ্শ মতেই ফাট-হাট আদিত কৰ-কাটল ধাৰ্য্য কৰা প্ৰচলন হ'ল।—সাতসৰি বুৰঞ্জী ২৬৩ ছেদ, ৭৬ ছেদ।

পাছে এওঁ ভাণ্ডাৰীবৰুৱা হোৱাৰ আগৰে কথা যদিও পাছত চৰিতকাৰে উল্লেখ কৰোঁতে ভাণ্ডাৰী বৰুৱা বুলিয়ে কৰিছে।

বৈষ্ণৱসকলে লাহে লাহে প্ৰভুৰ লগ ধৰিলেহি। যলৈকে যায় গাঁৱৰ মানুহে সিধা পাতি দি সেৱা কৰে। গোপালদেৱৰ শিষ্যত্ব লোৱা ভাণ্ডাৰী বৰুৱা প্ৰভৃতি আকৌ চিন্তিত হ'ল। তেওঁ দূত পঠাই প্ৰভুক কোৱালে বোলে "ইমানবিলাক ভকত লগত লৈ প্ৰভু ফুৰিব, নতুবা আমাৰ পক্ষে ৰক্ষা কৰা টান হব।" গোপালদেৱে এইকথা শুনি দুখিত আৰু বিৰক্ত হ'ল। ভকতক কলৈ খেদিব, ভকতক এৰি জীৱন কি কামত আহিব। দূতক কলে —"যি হয় হব, তেওঁলোকে আমাক ৰাখিব নোৱাৰে নেলাগে, ঈশ্বৰ কৃষ্ণই ৰাখিলে ৰাখিব, নেৰাখিলে নাই। ভকতক এৰি কলৈ যাম?" দূতৰ মুখে দেৱৰ এই বাৰ্ত্তা শুনি ভাণ্ডাৰী বৰুৱাই সন্তোষ পাই কলে—"প্ৰভুৱে সঁচাকৈ কৈছে। আমি ৰাখিবৰ কোন কুটা, পৰাহেঁতেন ইমানবোৰ বৈষ্ণৱনো কেনেকৈ কটা গ'লহেতেন?" এনেদৰে ক্ৰূৰ দশাৰ ক্লেশপূৰ্ণ কালতো নিৰ্ব্বিকাৰ চিত্তে গ্ৰাম অৰণ্য ভ্ৰমণ কৰি "ফুৰোঁতেও জীৱনৰ লক্ষ্যৰপৰা বিন্দুমাত্ৰ হেৰফেৰ নোহোৱাকৈ, ৰাজৰোষ দৈৱদোষৰ প্ৰতিকূল বায়ুৰ কোবতো ধীৰ সুস্থিৰ হৈ থাকি গোপালদেৱে ভাগৱতী ধৰ্ম্মৰ শীতল ছত্ৰছায়াত হাজাৰে বিজাৰে লোকক আশ্ৰয় দিছিল।

## মেঘমুক্তি

এইদৰে কেইবছৰ মান অতিবাহিত হোৱাৰ পাছত, বাত-বৃষ্টিৰ পাছত বতৰ মুকলি হোৱাৰ দৰে প্ৰতাপসিংহ স্বৰ্গদেৱৰ সুবুদ্ধিৰ উদয় হ'ল, সিও দৈৱযোগে। স্বৰ্গদেউক হেনো মহাদেৱে স্বপ্ন দেখাই বুলিলে "মোৰ গোপালক দুখ দিয়স যদি তোক নেৰিম।" এই স্বপ্ন দেখি ৰজা প্ৰাতসে উঠি বোলে হিন্দুৰ দেৱগোপাল বামুণ কৈত আছে? নিৰ্ভয় দি বিচাৰি আন। পাছে বংশীগোপালক বালিৰপৰা তুলি আনি সত্ৰত থাপিলে[20]।" সুকুমাৰ মহন্তৰ ঘৰৰ বুৰঞ্জীত আছে—"বংশীগোপালো পলাই হাবিয়ে হাবিয়ে ফুৰিছিল। মহাদেৱেও (প্ৰতাপসিংহই) স্বপ্ন দেখি বিচাৰ কৰি আনি কুৰুৱাবাহীত মঠ-মণ্ডপ কৰি নিৰ্ভয় দি থলে। বংশীগোপালেও নাম হৰিসেৱা কৰি মহাৰাজক আশীৰ্ব্বাদ কৰি থাকিল।"[21]

বংশীগোপালৰ চৰিতকাৰে প্ৰতাপসিংহ স্বৰ্গদেৱে স্বপ্ন দেখা কথাৰ

---

২০—কথাগুৰুচৰিত

২১—সুকুমাৰ বুৰঞ্জী, ছেদ ১৪৮

একো উল্লেখ কৰা নাই। সম্ভৱত তেওঁৰ দিনত এই প্ৰবাদৰ উদ্ভৱ হোৱা নাছিল। সৌৰাণিত আৰু পাছত কুকুৰাবাহীত মঠ-মণ্ডপ কৰাত ৰাজ-সহায়তা আগ-বঢ়োৱাষাৰ সঁচা।

বুঢ়া ৰজাদেৱে স্বপ্ন দেখা কথাষাৰ সঁচাই হওক বা কল্পিতই হওক, এই কথা ঠিক যে ঘটনাৰ পূৰ্ব্বাপৰ দেখি ৰজাদেৱে বুজি পালে যে তেওঁ 'ছায়াব্যাঘ্ৰন্যায়' নীতি অনুসৰণ কৰি ভুল কৰিছে। সোন্দৰ গোহাঁইক ভকতে ভেশছন কৰি আবৰি থোৱা নাছিল আৰু কছাৰী ৰণত দুৰ্ভগীয়া গোহাঁইজনে সঁচাকৈয়ে যাঠিৰ খোঁচত প্ৰাণ এৰিছিল। এইবোৰ বাতৰি লাহে লাহে ৰজাৰ কাণত পৰিল। ধৰ্ম্মমূৰ্ত্তি গোপালদেৱেও যে ভূঞাঁসকল আৰু সোন্দৰ গোহাঁই আদিৰ লগ হৈ স্বৰ্গদেৱৰ দ্ৰোহ আচৰিবলৈ পঙা নাছিল, পৰমদেৱৰ ভক্তিহে প্ৰচাৰ কৰিছিল এই কথাও পলমকৈ হলেও স্বৰ্গদেৱে বুজি পালে। প্ৰতাপ-সিংহ স্বৰ্গদেউ কঠোৰহস্ত ক্ৰোধী আছিল সঁচা, কিন্তু অন্তৰে অন্তৰে প্ৰজাবৎসল ৰজাও আছিল। তেওঁৰ মনত অনুশোচনাৰ উদয় হ'ল। ইয়াৰ ফলতে বংশীগোপালক নিৰ্ভয় দি মঠ-মণ্ডপ কৰি ধৰ্ম্ম-প্ৰচাৰ কৰাৰ কাৰণে নিৰ্ভয় বচন দি পঠালে। বুদ্ধিমান ৰজাই সেই নিৰ্ভয় বচনো ৰাজ-আজ্ঞা স্বৰূপে পোনপটিয়াকৈ নিদিলে। কোনোবা এজন বৰফুকনৰ যোগেহে এই কাম সাধিলে। এই বৰফুকনে বংশীগোপালৰপৰা ধৰ্ম্ম ললে আৰু তেওঁৱেই লোকজন দি সৌৰাণিত হাটী-বাটি মণিকূট পুষ্কৰিণী কৰাই এখন সৰ্ব্বাঙ্গসুন্দৰ সত্ৰ কৰাই দিলে। সৌৰাণি দুতি দেবেৰাপাৰত পৰিণত হ'ল। এই বৰফুকন-জনে ৰাজ-আজ্ঞাত বংশীগোপালৰ গুৰিলৈ আহোঁতে ভিতৰলৈ চুচুক-চামাককৈ প্ৰবেশ কৰিছিল। গোপালক দেখিয়েই দিব্য প্ৰভাৱত তেওঁ তৰতৰিমান হৈছিল। তেওঁ কৈছিল "সাধু দেখি যথা মোৰ কম্পিল শৰীৰ। তেমনে নকৰো ভয় আগে নৃপতিৰ॥" ( পদ ৬৯২ )

**ৰত্নসঙ্গম**

সৌৰাণিত থকাকালছোৱাতে ব্ৰহ্মসংহতিৰ সত্ৰ-বুৰঞ্জীত এটি গুৰুত্বপূৰ্ণ অধ্যায়ৰ সূচনা হৈছিল। কেইবাজনো মনস্বী, চৰিত্ৰবান আৰু তেজস্বী কিশোৰ আৰু যুৱক গোপালদেৱৰ সান্নিধ্যলৈ আহি কৃতকৃত্য হৈছিল। এজন ৰাজ-কুমাৰো প্ৰভুৰ অনুগত হৈ পৰিছিল। এওঁলোকৰ সত্ৰলৈ শুভাগমন এক প্ৰকাৰে দৈব বৰ, আনপ্ৰকাৰে গোপালদেৱৰ কঠোৰ সাধনাৰ সাক্ষাৎ ফল

বুলিও কব পাৰি। গোপাল-মেৰুমণিত এওঁলোক বত্নসঙ্গম স্বৰূপ। এওঁলোকেই উজনি নামনি সৰ্ব্বত্ৰতে ভাগৱতী ধৰ্ম্মক বজা প্ৰজাৰ ধৰ্ম্মৰূপে প্ৰতিষ্ঠিত আৰু সংবৰ্দ্ধিত কৰিছিল। এওঁলোক হ'ল বামকন্দলিৰ পুত্ৰ হৰিচৰণ (পাছত মিশ্ৰ বাপু), কাশ্যপ গোত্ৰীয় ব্ৰাহ্মণ ভূঞা বাসুদেৱৰ পুত্ৰ নিবঞ্জন, পৰাশৰ গোত্ৰীয় পণ্ডিতাগ্ৰবংশজাত যদুদেৱৰ পুত্ৰ বনমালী, গোপালদেৱৰ খুড়া কৰ্ম্মাইদেৱৰ নাতি ঋজুস্বভাৱ, কৰ্ম্মদক্ষ জয়হৰি। ইয়াক এৰিও—"একৈক ভকত কৃষ্ণ কথাত চতুৰ, একচিত্তে পিয়ে বস কথাক প্ৰভুৰ। দেৱগোপালৰ পদ ধূলাৰ বলত. সবে ব্ৰহ্মচাৰী শুদ্ধ মহাভাগৱত।"

**মিশ্ৰদেৱ**—গোপালদেৱৰ বয়স ভাটি দিছিল। তাতে অজ্ঞাত-বাস কালৰ দুশ্চিন্তা আৰু কায়ক্লেশে কিছু শাৰীৰিক অৱনতিও ঘটাইছিল। বায়ুঝাই (high blood-pressure) অসুখেও ধীৰে ধীৰে গা কৰিবলৈ ধৰিলে। এনে অৱস্থাত সত্ৰৰ অধিকাৰী বাব কাক গতাই যাব একো থিবাং কৰিব নোৱাৰি চিন্তিত হৈ আছিল। এনেতে এদিন বামকন্দলি নামৰ গোপালদেৱৰ ভক্ত এজনে তেওঁৰ হৰিচৰণ নামৰ মেধাবী পুতেকক বংশীগোপালৰ চৰণত গতাই দি কলে—"মোক নিজক দেৱৰ চৰণত অৰ্পণ কৰিছোঁৱেই, এতিয়া এই পুত্ৰকো গতালোঁ। এওঁৰ পিণ্ড জলাঞ্জলিত মই আশা নকৰোঁ, দেৱে স্বীকাৰ কৰিলেই মোৰ পিণ্ড জলাঞ্জলি পোৱা ফল পাই থাকিম।" গোপালদেৱে হৰিচৰণক পুত্ৰ বুলি গ্ৰহণ কৰিলে। বিভিন্ন ঠাইত উপযুক্ত লোকৰ গুৰিলৈ পঠাই পঢ়াই শুনাই যোগ্য কৰি ললে। হৰিচৰণে সকলোকে সুন্দৰকৈ ভাগৱত ব্যাখ্যা কৰি পৰিতৃপ্ত কৰিব পাৰিছিল, সেইগুণেই তেওঁৰ উপাধি হল ভাগৱত মিশ্ৰ। এই ভাগৱত মিশ্ৰই পাছত চমুকৈ মিশ্ৰদেৱ আৰু বুৰঞ্জী-প্ৰসিদ্ধ মিশ্ৰবাপু। মিশ্ৰদেৱ গোপালদেৱৰ সত্ৰৰ ভাগৱতী বা ভাগৱত-ব্যাখ্যাকাৰ হ'ল। গোপালদেৱৰ সত্ৰলৈ পোন প্ৰথমে আহোঁতে মিশ্ৰদেৱৰ বয়স কিমান আছিল ঠাৰৰকৈ কোৱা টান। তেওঁ যে নিচেই লৰামানুহ নাছিল এইটো সহজে বুজিব পাৰি। ৰামকন্দলিয়ে গতাই দিওঁতেই সম্ভৱত তেওঁ ভাগৱত শাস্ত্ৰ আয়ত্ত কৰিছিল, কাৰণ চৰিত পুথিত আছে, পশ্চিম দিশৰ-পৰা তিনিজন বৈষ্ণৱ আহিছিল, তেওঁলোক জাতিত অধম কিন্তু ধৰ্ম্মিষ্ঠ শোভন। তেওঁবিলাকে বংশীগোপালৰ আগত সত্ৰবোৰত যে পদ পঢ়াকে ভাগৱত পঢ়া বুলি কয়, টীকা সহ মূল ভাগৱতৰ চলন্তি নাই এই কথা

কৈ খেদ কৰিছিল। স্বয়ং দেৱৰ সত্ৰতে জগন্নাথে ভাগৱতী বোলায়, কিন্তু ভাগৱত বুলি পদহে মেলি লয় এই বুলিও আক্ষেপ কৰিছিল। এই কথা গোপালদেৱৰ মনত ধৰিলে আৰু বৈষ্ণৱ তিনিজনক প্ৰশংসা কৰিলে[22]। তাৰ পাছতে সত্ৰৰ নামঘৰত বহি এদিন সকলো ভকতৰ আগত হৰিচৰণক ভাগৱত মিশ্ৰ নাম দি ভাগৱতী পদ দিলে আৰু পাঁচজন ভকতক শ্ৰৱণি পাতি প্ৰত্যহ ভাগৱত শুনাৰ বাব দিলে। এইকথা সৌৰাণি সত্ৰৰ দিনৰে। ইয়াৰপৰাই অনুমান হয় মিশ্ৰদেৱ বয়সত লৰা মানুহ নাছিল। তেওঁ তেতিয়া পৈণত যুবক পুৰুষ[23]।

**নিৰঞ্জনদেৱ**—নিৰঞ্জনদেৱেও সৌৰাণি সত্ৰতে বংশীগোপালৰ পদছায়াত আশ্ৰয় লয়হি। কোন সূত্ৰে কেনেকৈ সত্ৰলৈ আহিল বা আহিবলৈ পালে এইবোৰ কথাৰ বিস্তৃত বিৱৰণ পাবলৈ নাই।

নিৰঞ্জনৰ পূৰ্ব্বপুৰুষ পশ্চিমৰ কনৌজৰপৰা অহা। তেওঁলোকৰ পাণ্ডিত্য আৰু সাত্বিক আচৰণত মুগ্ধ হৈ ভূঞাসকলে থান মান দি নাৰায়ণপুৰৰ ওচৰত চন্দ্ৰা (চন্দৰা) নামৰ গাৱঁত সসম্মানে ৰাখিলে। তেওঁলোকৰে সূৰ্য্য-কন্দলি বিশেষ সন্মানী আৰু ভূঞাসকলৰ গুৰু আছিল। সূৰ্য্যকন্দলিৰ দুই পুত্ৰ, জ্যেষ্ঠৰ নাম বিশ্বম্ভৰ আৰু কনিষ্ঠৰ নাম বাসুদেৱ। এওঁলোকক ৰবগুৰু আৰু সৰুগুৰু বুলিও সেই ঠাইৰ লোকে সমীহাপূৰ্ব্বক উল্লেখ কৰিছিল। কোচানৰ আক্ৰমণত চিলাৰায় নাৰায়ণপুৰ পাওঁতে সনাতন ধৰ্ম্মৰ পোষক মহাধৰ্ম্মিষ্ঠ প্ৰতাপী ৰজা বুলি জানি তেওঁক যিসকল বামুণ আৰু কায়স্থ ভূঞাঁই হাতী এটা দি বৰিছিল[24] তাৰ ভিতৰত বিশ্বম্ভৰ আৰু বাসুদেৱো আছিল। বিশ্বম্ভৰে ৰজাক আশীৰ্ব্বাদ কৰিলত ৰজাই বহুত প্ৰশ্ন সুধিছিল, বিশ্বম্ভৰেও সেইবোৰৰ সন্তোষজনক উত্তৰ দিয়াত ৰজাই বৰ ভাল পাইছিল। পাছলৈ

২২ গোপালচৰিত্ৰ, পদ ৪৮৭-৮৫১।

২৩ চৰিতপুথিত মিশ্ৰদেৱক শাস্ত্ৰীয় বিধান মতে দত্তক পুত্ৰ কৰি লোৱাৰ কথা একো নাই। মিশ্ৰদেৱ চেঙেলীয়া বয়সত আহিছিল, শাস্ত্ৰমতে তেতিয়া দত্তক লোৱাৰ বয়স নহয়। বৰ্ত্তমান মিশ্ৰদেৱৰ বংশৰো গোত্ৰ কৌণ্ডিল্য; গোপালদেৱৰ গোত্ৰও কৌণ্ডিল্য। ৰামকন্দলী সগোত্ৰীয় ব্ৰাহ্মণ আছিল।

২৪ সুকুমাৰ বুৰঞ্জী, ছেদ ৬৯।

এওঁকে কটকীয়া গুৰু বুলিও কোৱা হৈছিল[২৫]। প্ৰতাপসিংহ স্বৰ্গদেৱে যি ১৪ ঘৰ পণ্ডিত ব্ৰাহ্মণক কটকী পাতিছিল তাৰ ভিতৰত বৰগুৰু এঘৰ আছিল। এওঁৰ পাণ্ডিত্যৰ কাৰণেই হবলা পণ্ডিতজন-বেষ্টিত বেহাৰৰ বজাৰ লগত লেনদেনৰ কামত কটকী নিয়োগ কৰিছিল। এওঁ বিশ্বম্ভৰৰ পুত্ৰ কোনোবা এজনো হব পাৰে। কোচানক বৰা বুলি খোৰাৰজাদেৱৰ ৰাজৰোষত পৰা সকলৰ ভিতৰত বাসুদেৱ বুলি এজনৰ নাম পোৱা যায়[২৬]। এওঁ নিৰঞ্জন-দেৱৰ পিতৃও হব পাৰে। সম্ভৱতঃ নিৰঞ্জনদেৱ পিতৃমাতৃহীন হ'ল আৰু বৰদেউতাকৰ ঘৰো ঠান-বান হৈ অৱস্থাহীন হ'ল। কাৰণ পাছত বিশ্বম্ভৰৰ নাতি কেশৱদেৱৰ পিতৃ কৃষ্ণানন্দই নিজগ্ৰাম এৰি নাওটনা গাৱঁত বাস কৰিছিল। ভাৰ্য্যা ঢুকুৱাত তেওঁ পাছত বালিজানলৈ গ'ল (গোবিন্দপুৰৰ ওচৰত)। এইবোৰ কাৰণতে নিৰঞ্জনদেৱ উদাস হৈ সত্ৰলৈ আহিছিল। এওঁৰ কণ্ঠস্বৰ বৰ শুৱলা আছিল আৰু বাতিৰ পদপাঠৰ বাৰ পাইছিল। কুৰুৱাবাহীত থকা কালত নিৰঞ্জনদেৱে সুৰ ধৰি ভাগৱত পঢ়ি যায় আৰু মিশ্ৰদেৱে ব্যাখ্যা কৰি নিয়ে।

নাম অৱসানে ভাগৱত প্ৰসঙ্গত।
নাহি কিছু বাৱ যেন নিৰ্জ্জন বনত॥
পাঠত চতুৰ নিৰঞ্জন বিপ্ৰবৰে।
কণ্ঠৰ ধ্বনিত ভকতৰ মন হৰে॥
মিশ্ৰদেৱে নানা সঞ্চে সুৰ তুলি তুলি।
ব্যাখ্যা কৰি নিয়ে ভকতৰ মন তুলি॥

(গোপালদেৱ চৰিত্ৰ, ৯১৪-১৫)

নিৰঞ্জন কাৰ্য্যদক্ষ, আলাপ-নিপুণ আৰু বংশীগোপালৰ ঘনিষ্ঠ সান্নিধ্যৰ পৰা পোৱা ভগবদ্‌ভক্তিৰ সিদ্ধিৰে মহিমান্বিত আছিল।

---

২৫ অম্বৰীষ কৃত কেশৱদেৱৰ চৰিতপুথিত এওঁক কণ্টকীয়া গুৰু বুলিছে আৰু কণ্টকীয়া বোলাৰ কাৰণ দৰ্শাইছে যে তেওঁ হেনো, কোচৰজাই যেতিয়া দেশ জিনি আহিছিল তেতিয়া বৃহৎ কণ্টকী (ভেকুৰী) লৈ কোচৰজাক আশীৰ্ব্বাদ কৰিছিল। কাঁইট লৈ আশীৰ্ব্বাদ কৰা এটা নাভূত-নাশ্ৰুত কথা, ৰজাক কৰাৰ কথা দূৰতে থাওক। কণ্টকীয়া কটকীয়াৰে সংস্কৃত ভেশ, গড়গাৱঁৰ গণ্ডগ্ৰাম বোলাৰ নিচিনা।

২৬ সুকুমাৰ বুৰঞ্জী : ছেদ ৭৪।

**বনমালীদেৱ**—পৰাশৰ গোত্ৰীয় বেদজ্ঞ সদ্‌গঙ্গদত্তৰ অধস্তন পুৰুষ দশৰথৰ পুত্ৰ যত্নদেৱৰ প্ৰথমা ভাৰ্য্যাৰ গৰ্ভত বনমালীদেৱৰ জন্ম হয়। মাক মাধৱপ্ৰিয়াও সুচৰিতা নাৰী আছিল আৰু মাতামহ মহীন্দ্ৰ ভাৰতীও শাস্ত্ৰজ্ঞ বিদ্বান আছিল। বনমালীদেৱ সৰুৰেপৰা শ্ৰুতিধৰ বালক আছিল; শুনি যাওঁতেই শাস্ত্ৰাদিৰ কথা দোহাৰিব পাৰিছিল। প্ৰাক্তনজন্মবিদ্যাৰ ইহস্মৰণৰূপ এই শক্তি দেখি সকলোৱে তৱধ মানিছিল। ল'ৰাটিৰ অদ্ভুত শক্তিৰ কথা বংশীগোপালদেৱৰ কাণত পৰিলত মতাই অনাই এই কথা সঁচা বুলি প্ৰমাণ পাই তেওঁ অতিশয় হৰ্ষান্বিত হ'ল। ভবিষ্যত ধৰ্ম্মাধিকাৰী হোৱাৰ যোগ্য পুৰুষ হব যেন দেখি ল'ৰাটি নিজৰ লগত থবলৈ মাকক খুজিলে। প্ৰথমে কেৰো-ঘেহো কৰিলেও পাছত মহামহন্তৰ কথা পেলালে জানোচা অমঙ্গল হয় এই ভাবি অলপ দিন পাছত বংশীগোপালৰ হাতত ল'ৰাটিক সমৰ্পণ কৰিলে। সত্ৰত বনমালী নামৰ বয়সীয়া ভকত আছিল বাবে এওঁ ছোট বনমালী নামেৰে প্ৰখ্যাত হ'ল। মিশ্ৰদেৱে ভাগৱত কয়, বনমালীয়ে শুনি থাকে আৰু বনমালীদেৱৰ কণ্ঠত সকলোখিনি ৰৈ যায়।

আগে ভাগৱত শুনি থাকে সাৱধানে।
সবে খানি পাছে আহি কহে বিদ্যমানে॥
শ্লোক টীকা সংহাৰ পাঠক উচ্চাৰয়।
পাছে প্ৰতি পদ তাৰ ব্যাখ্যাক কৰয়॥

ছোট বনমালী আতা অল্প বয়সত।
সিংহ হেন ব্যাখ্যা কৰে শ্ৰীভাগৱত॥

(গোপালদেৱ চৰিত, ৮২০)

বনমালীদেৱৰ এই বিস্ময়কৰ প্ৰতিভা দেখি স্বয়ং বংশীগোপালে কৈছিল—"কোনোবা পৰম যোগী সিদ্ধ আছিলেক। যোগ-ভ্ৰষ্ট হুয়া আসি মানুষ ভৈলেক॥" (৮২১)

বংশীগোপালদেৱেই বনমালীদেৱক উপনয়ন দিয়ে; আৰু শৰণ দি শিষ্য কৰিলে। এই কথা বনমালীদেৱৰ চৰিতকাৰে স্পষ্টভাবে উল্লেখ কৰিছে। তাক আগতে কোৱা হৈছে।

**জয়হৰিদেৱ**—কৰ্ম্মাই আচাৰ্য্যৰ নাতি জয়হৰিদেৱো এই সময়তে বংশীগোপালৰ লগ লাগে। জয়হৰিদেৱ গোপালয়েৱৰ সম্বন্ধত ভতিজাক।

পূৰ্ব্বতে বিভ্ৰাটৰ সময়ত গোপালদেৱৰ দদায়েক দুজন কোনকালে কলৈ গ'ল চৰিতকাৰে উল্লেখ কৰা নাই। সম্ভৱতঃ বহুত দিনলৈ যোগাযোগ হোৱাও নাছিল। অজ্ঞাতবাসৰ সময়তে হওক কিম্বা বংশীগোপালৰ নাম বৈ বৈ যোৱাৰ পাছতে এওঁলোকে খবৰ পালে। জয়হৰিদেৱ বিদগ্ধ পণ্ডিত নহলেও ধৰ্ম্মশীল, কামত সুজান, নিৰ্দম্ভ আৰু ঋজুস্বভাবী লোক আছিল। দেৱগোপালৰ ভতিজাক বাবে সকলোৱে মান্য কৰি লড়িগোসাঁই বুলিছিল। লড়ি অৰ্থে মূলজনতকৈ তলৰে মান্যজন।[২৭] দম্ভহীন আৰু সৰল স্বভাৱৰ কাৰণে তেওঁ সত্ৰৰ বৈষ্ণৱ-সকলৰ মাজত অধিক প্ৰিয় আছিল। আনকি ভকত বৈষ্ণৱৰ ফালৰপৰা তেওঁকে সত্ৰৰ উত্তৰাধিকাৰী পাতিবলৈ গোপালদেৱৰ গুৰিত দুই এজন মুখ্য ভকতে গোহাৰিও জনাইছিল। জয়হৰি নিজে একপ্ৰকাৰ নিস্পৃহ আছিল। বংশীগোপালৰ ইচ্ছাই ঈশ্বৰৰ ইচ্ছা বুলি ধৰি সত্ৰৰ কাম-বনৰ তদাৰক কৰিছিল।[২৮] এইজনৰ গাত প্ৰকৃত ভক্তৰ লক্ষণ বহুত আছিল। বিপদৰ কালত পৃথিবীৰ দৰে সহিষ্ণু, মাতৃহীন শিশুৰ প্ৰতি পিতৃবৎ স্নেহশীল আৰু স্বাৰ্থলেশশূন্য নিৰপেক্ষ আছিল। মহাপ্ৰভু গোবিন্দক আৰু লগত মিশ্ৰদেৱৰ পিতৃহীন শিশু দুটি লৈ গ্ৰামে অৰণ্যে অনাই বনাই ফুৰিছিল কিন্তু কোন দিনে হতাশ হৈ লক্ষ্যৰপৰা ফালৰি নাকাটিছিল।

## ৰাজ-সংশ্ৰৱ

এই কেইজন সন্তৰত্নৰ সমাগমৰ উপৰিও এইখিনি সময়তে অসমত বৈষ্ণৱ-ধৰ্ম্মৰ ভবিষ্য-নিৰ্দ্ধাৰক আন এটি মহা-সংযোগ গোপাল মহিমাৰ বলত সম্ভৱ হৈছিল। সেইটো হৈছে বংশীগোপালদেৱে ৰাজ-কোৱঁৰৰ ভক্তি আৰু পোষকতা লাভ কৰা। এওঁ কোনজনা গোহাঁই বুজিব পৰা নাযায়। প্ৰতাপ-সিংহ স্বৰ্গদেউৰ বুৰঞ্জীত উল্লেখ পোৱা মতে পাঁচপুত্ৰ আছিল, তাৰে দুজনৰ স্বৰ্গদেউৰ জীৱদ্দশাতে মৃত্যু ঘটে। বৰজনা গোহাঁই লাক্নি খুতচিত শকত

২৭ মাহীমাককো লড়িমা বা লডিমাতৃ বোলা হৈছিল। কুঞৈগঞা ঘনশ্যাম বুঢ়া-গোহাঁই জীৱিত থাকোতে পুতেক পূৰ্ণানন্দক লড়িগোহাঁই বুলি বুৰঞ্জীয়ে উল্লেখ কৰিছে।

২৮ সৎ সম্প্ৰদায়কথাত যে লিখিছে যে মিশ্ৰদেৱক অধিকাৰ পতাত জয়হৰিদেৱে অসন্তোষ কৰি লগত কিছুমান ভকত লৈ আন ঠাইত সত্ৰ পাতি আছিলগৈ সেইটো সত্য নহয়। গোপালদেৱৰ প্ৰয়াণলৈকে আৰু তাৰ পাছতো জয়হৰিদেৱ কুৰুৱাবাহীত আছিল। চৰিতপুথিয়ে ইয়াকে কয়।

( ১৫৪৭ ) ঢুকায়। আন এজন কাতবাও মাঘ ১৫৫৬ ত গুটি ওলাই মৰিল[২৯]। ৰজাদেৱৰ মৃত্যুৰ সময়ত তিনিজনা কোৰঁৰ ৰজাৰ লগ নেৰাকৈ আছিল। পাছৰ ঘটনাৰ লগত মিলাই গমি চালে চুৰম্‌ফাই ( পাছত ভগা ৰজা ) এইজনা কোৰঁৰ হব লাগিব। গোপালদেৱৰ প্ৰসঙ্গত এই কোৰঁৰৰ উল্লেখ হুবাৰ পোৱা যায়। এবাৰৰ কথা—এদিন সত্ৰৰ ভড়ঁালীয়ে পুৱা আহি কলে বোলে "ভাগুাৰত চাউল নাই, ভকতসকলে কি খাব মোৰ চিন্তাহে লাগিছে।" এই কথা শুনি গোপালদেৱে হাঁহি মাৰি কলে, "আজি চাউল নাই যেতিয়া কি খাব লাগিছে, দুপৰলৈকে নাম গাই হৰিক ধিয়াই থাকিবা। শঙ্কা নকৰিবা, সাতখন নাও ভৰা দি বহুত খাদ্যসম্ভাৰ লৈ দুপৰতে উজনীয়া কুমাৰ আহি পাব।" সঁচাকৈয়ে সাতখন খাদ্যভৰা নাও লৈ দুপৰীয়া উজানৰ-পৰা কুমাৰ আহি নৈৰ ঘাট চাপিল। এই কোৰঁৰৰ দ্বিতীয়বাৰৰ উল্লেখ প্ৰসঙ্গ আৰু তাৎপৰ্য্যপূৰ্ণ। মূলতঃ যাযাবৰ প্ৰবৃত্তিৰ গোপালদেৱ কুৰুৱাবাহী সত্ৰৰপৰা আকৌ এবাৰ পশ্চিমলৈ যাওঁ বুলি ওলাই গ'ল। কোৰঁৰে এই কথা গম পাই ভাবিলে গোপালদেৱ প্ৰভু বিৰক্ত হৈ উজনি এৰি ভাটিলৈ যাব খুজিছে। তেওঁ তৎক্ষণাৎ সলা-শিঙৰি ফাটলৈ দূত পঠিয়াই চকিয়ালক সাৱধান কৰি দিলে বোলে যদি প্ৰভুদেৱে মোৰ দেশ চাৰি যাবলৈ হে পায় তোৰ দেহ শূলত পৰিব। দূতেও কঠিন কৰুণ নানাভাৱে স্তুতি-নতি কৰি দেৱক নিবৰ্ত্তাই পঠালে। গোপালদেৱৰ আদ্যশ্ৰাদ্ধলৈকো 'ৰজাৰ কুমাৰ আৰো প্ৰিয়নাতি এক, দুয়ো বহু ধন দিয়া দূত পঠাইলেক'। এই প্ৰিয়নাতিজন চুতাম্লাইনে ( জয়ধ্বজ ) কি ?

গোপালদেৱে কোনোকালে ৰাজ-অনুগ্ৰহ বিচৰা নাছিল। ৰাজপাত্ৰ ভাগুাৰীবৰুৱাকো "কৃষ্ণই ৰাখিলে ৰাখিব, তুমি নাৰাখিলেও হব" বুলি ৰূঢ় সমিধানহে দিছিল। তেনেহেন পুৰুষৰ ওচৰলৈ ৰাজকোৰঁৰ ৰাজ-নাতি উপযাচি আহিছিল, সদ্ভাৱ যোগাইছিল, নিজৰ দেশ এৰি যায় বুলি সচকিত হৈছিল। ৰাজকুমাৰ সংশ্ৰৱৰ এই ক্ষীণ সূত্ৰই পাছত গুৰুঘৰ আৰু ৰাজঘৰৰ একসূত্ৰতাৰ সহোদৰ-বন্ধনত পৰিণত হৈছিলগৈ।

পশ্চিমলৈ যাব নোৱাৰি উলটি আহি গোপালদেৱে সত্ৰত শাস্ত্ৰগ্ৰন্থবোৰ লিখোৱাই সত্ৰৰ এটা ঘাই অঙ্গৰ পূৰণ কৰিলে। সংস্কৃত ভাগৱত, পদ ভাগৱত, গীতা, সপ্তকাণ্ড ৰামায়ণ, ৰত্নাৱলী, ভক্তিৰত্নাকৰ, ভক্তিসাৰ আদি বিবিধ গ্ৰন্থৰ

২৯ দেওধাই বুৰঞ্জী ; ছেদ ৭৭, ১০০।

প্ৰতিলিপি কৰাই সেইবোৰৰ পাঠ-প্ৰসঙ্গৰ দিহা কৰি দিলে। সেই অৱধি চাউলভঁৰাল, ধনভঁৰালৰ নিচিনাকৈ গ্ৰন্থভৰাঁলো সত্ৰৰ এটা সৰ্ব্বাঙ্গভূষণ হ'ল। পাছৰ লেখক বা লেখাৰু বোলা এটা সত্ৰীয়া বাবৰ সৃষ্টিৰ মূলতো গোপালদেৱেই।

## কুকুৰাবাহী সত্ৰ

গোপালদেৱ একে ঠাইতে সৰহদিন থাকি ভালপোৱা বিধৰ লোক নাছিল আৰু তাকে কৰিলে তেওঁৰ কামো নিসিজিছিল। তেওঁৰ সান্নিধ্যৰ সুফল আৰু পুণ্য বহুলোকে অভিলাষ কৰিছিল। বহুজনহিতায় তেওঁৰ জীৱন, নতুন নতুন সত্ৰৰ আদি-পাতন কৰাৰ প্ৰবল আগ্ৰহে ইঠাইৰপৰা সিঠাইলৈ তেওঁক লৰুৱাই লৈ ফুৰিছিল। সামাজিক পৰিবেশ, ৰাজনৈতিক বা-মাৰলীয়ে তাতে সুযোগ মিলাইছিল। দেবেৰাপাৰত থাকি গোপাল প্ৰভুৰ আমনি লাগি সম্প্ৰতিকে হয়তো দেৰেৰাপাৰৰ লীলা সাঙ্গ হোৱাৰ সময় হৈছে বুলিও অনুভৱ কৰিলে। এদিন সত্ৰৰ ভাণ্ডাৰী গঙ্গানাৰায়ণক সুবিধাজনক অথচ নৌকাপথ ৰাজপথে সহজে ঢুকি নাপায় এনেকুৱা এডোখৰ ঠাই বাচি উলিয়াবলৈ কলে। সেইমতে গঙ্গাভাণ্ডাৰীয়ে বিচাৰি চাই এডোখৰ সত্ৰ পতাৰ লায়ক ঠাই উলিয়ালে। ঠাইডোখৰৰ এফালে অলপ দূৰত ব্ৰহ্মপুত্ৰ, আনফালে ধনশিৰিৰ প্ৰবাহ, ৰাজ-আলিয়েও নপৰশে। এই ঠাইৰ নাম হ'ল কুকুৰাবাহী। এজোপা শিমলু গছত কুকুৰা চৰাইৰ বাহেৰে ভৰা আছিল বাবেই হেনো ঠাইৰ নাম কুকুৰাবাহী হ'ল। ঠাইডোখৰ সুচল যেন দেখি গোপালদেৱৰ মনত সন্তোষ হ'ল আৰু কাঠ বাঁহ সংগ্ৰহ কৰি ভকত-বৈষ্ণৱেই সত্ৰ নিৰ্ম্মাণ কাৰ্য্যত লাগি গ'ল। তেওঁলোকে খাগৰি জোৰা দি ৰুৱলি কৰিছিল। এনেদৰে পাঁচ শ উদাসীন ভকতৰ কাৰণে চাৰিও দিশে চাৰি হাটী, মাজত নামঘৰ মণিকূট আৰু প্ৰভুৰ থকাঘৰ প্ৰভৃতি প্ৰস্তুত হৈ গ'ল। হ'ল যদিও, ভকত-বৈষ্ণৱ ইমান বাঢ়িল যে পাছত বহুত ভকত ছালি কৰি থাকিব লগা হৈছিল। নামঘৰৰো পিৰালি আৰু দুৱাৰৰ মুখ পৰ্য্যন্ত বহিহে ভকতসকলে নাম-কীৰ্ত্তন কৰিছিল। মদন-গোপাল আৰু গোবিন্দ মূৰ্ত্তিকো মহাসমাৰোহেৰে ভিতৰ সুমুৱালে। কাঁহীকুচি, কলাবাৰী, দেবেৰাপাৰ আৰু কুকুৰাবাহী এই চাৰিখনেই গোপালদেৱৰ মুখ্য সত্ৰ আছিল। তাৰ ভিতৰতো দেবেৰাপাৰ আৰু কুকুৰাবাহীয়েই পূৰ্ণাঙ্গ বিকশিত সত্ৰৰূপে পাছৰ কালত বৃদ্ধিপোৱা উদাসীন সত্ৰবিলাকৰ আৰ্হিৰূপ আছিল। অজ্ঞাতবাসকালৰ সত্ৰবোৰ প্ৰভুৰ নিজৰ দিনতে জঁয় পৰিছিল, আৰু পাছলৈ

প্ৰায় নোহোৱাই হৈছিল। পাছে এই কেউখনক এৰিও দেউ গোপালৰ আজ্ঞাৰে বা ত'ত তিৰোহিত হোৱাৰ পাছত প্ৰধান ভক্তসকলে বিভিন্ন ঠাইত সত্ৰ পাতি ধৰ্ম্ম প্ৰচাৰ কৰিছিল। গোপালদেৱে নিজেও একে ঠাইতে থাকি ভাল নাপাইছিল, মাজে মাজে ধোবা-চুবুৰী, ঢাপৰ গাওঁ আদি বাহৰীয়া সত্ৰবোৰত থাকিছিলগৈ।

প্ৰভু গোপালৰ বয়স পৰি আহিছিল সৌৰাণিত থাকোতেই, সেই দেখি সকলো ফালৰপৰা সেই সময়ত যোগ্যতম মিশ্ৰবাপুকে সত্ৰৰ ভাৰ দি যোৱাৰ সংকল্প ভকত-বৈষ্ণৱক উন্মুকিয়াই থৈছিল—বোলে জয়হৰি মোৰ নাতি, বৈষ্ণৱৰ সকলো গুণ আছে, ভাগৱত ব্যাখ্যাত পটু নহয়। নিৰঞ্জন আৰু বনমালীৰ বয়স কম, যদিও আগলৈ মহন্ত হোৱা সকলো গুণ এতিয়াই দেখা গৈছে, শ্ৰীহৰি বৰদেউৰী বয়সত অতি বৃদ্ধ, সৰহ কাল নাপাব। ৰামচৰণো ( পাঠক ) যোগ্য পাত্ৰ, পাছে তেওঁ কুলত ক্ষত্ৰিয় ( নৃপকুল ), সকলোৰে সেৱা লোৱাৰ অৰ্হতা নাই। এনে সময়তে ৰাম কন্দলিয়ে পুত্ৰ হৰিচৰণক গতালেহি। তেওঁকে পাছত সত্ৰ দিম বুলি ভকতৰ লগত কেইবা বাৰো আলচ কৰি থৈছিল। প্ৰভুৰ শৰীৰত দেখাত অসুখ একো নাছিল তথাপি প্ৰয়াণৰ দিন চমু চাপি অহাৰ কিবা উমান পাইছিল হবলা। কুৰুৱাবাহী সত্ৰ পতাৰ আগতে এদিন ৰজক গ্ৰাম ( ধোবা-চুবুৰী ) বাহৰীয়া সত্ৰৰ নামঘৰত সকলো ভকত বৈষ্ণৱ বহি থাকোতে প্ৰভুৱে তেওঁ চলাৰ পাছত কোনে সত্ৰ ধৰিব এই প্ৰসংগৰ সুঁত উলিয়াই ক'লে—“শুনা বৈষ্ণৱসব, গোবিন্দ ঠাকুৰ মদনগোপাল মূৰ্ত্তিসহ ভাগৱত আদি মোৰ যিমান পুস্তক আৰু আন দ্ৰব্যসমূহ, সত্ৰৰ বৈষ্ণৱসব আৰু বাহিৰতো সত্ৰৰ অনুবৰ্ত্তী যিসকল আছে, যিসকলে ভবিষ্যতলৈ এই ধৰ্ম্ম আশা কৰি ইয়ালৈ আহিব সেই সকলোবোৰ আজি ভাগৱত মিশ্ৰৰ হাতত দিলো। তদুপৰি কৰ্ম্মাই খুড়াৰ নাতি মোৰ ভতিজা, ধৰ্ম্মশালী, সহিষ্ণু, দন্তাদি কাক বোলে নজনা জয়হৰি আছে, তেওঁকো ভাগৱত-মিশ্ৰৰ হাতত দিলো। মিশ্ৰদেৱক শুনাই আকৌ কলে, “তোমালোক দুয়ো সততে এই ধৰ্ম্ম পালি আৰু প্ৰবৰ্ত্তাই থাকিবা। মহাপুৰুষৰ ধৰ্ম্ম যিমতে প্ৰবৰ্ত্তি থাকে সেই মতে চলিবা। আৰু সৰহনো কি কম, মোৰ শৰীৰৰ তেজ, বল, শক্তি, সকলো আজি তোমাৰ দেহত দিলো।” এই বুলি শৰীৰ হাতেৰে মলচি আনি সেই হাত মিশ্ৰদেৱৰ শিৰত থাপিলে। গোপাল-মহিমা দীপৰপৰা প্ৰদীপলৈ আলোক-শিখা যোৱাদি মিশ্ৰদেৱ আৰু জয়হৰিদেৱত বৰ্ত্তিল। প্ৰভুৱে সত্ৰ ৰক্ষা কৰাৰ দিহা-ভৰসা দি আনো

বহুত উপদেশ বাক্য বুলিলে। মিশ্ৰদেৱে ভূমিলগ্ন হৈ সেইবোৰ গ্ৰহণ কৰিলে। ভকতসকলে বাৰম্বাৰ হৰিধ্বনি কৰি গোপাল গুৰুৰ প্ৰতিশ্ৰুতিৰ কথাৰ সমৰ্থন জনালে।

ভকতসকললৈকো চাই প্ৰভুৱে পুনৰ্ব্বাৰ বুলিলে, "হৰিয়ে মোৰ ভকত-সকলক পোহে কি নোপোহে নাজানো। ঈশ্বৰ কৃষ্ণই যদি দয়া তবে মোৰ দুখীয়া ভকতক পোহে, তেহে সকলো একত্ৰে থাকিব পাৰিব। মই ঈশ্বৰ কৃষ্ণৰ চৰণত কাতৰ কৰিলোঁ, তেওঁ যেন আমাৰ ভকতসকলৰ হিতকাৰী হয়। চাউল মুঠি, তেলটোপা আৰু গাৰ কাপোৰখনি, ভকতক ইমানকেহে লাগে। এই বিচাৰ কৰি মই ধন সঞ্চয় কৰি থোৱা নাই। যিমানে পাবো বিলাই দি 'ছন' কৰিলো। এই সত্ৰ ৰক্ষা কৰা তুহঁকৰ কৰ্ম্ম, তথাপি চিন্তা নকৰিবা, গোবিন্দৰ অনুগ্ৰহত সকলো ৰক্ষা পৰিব।"

গোবিন্দ মহাপ্ৰভুৰ অনুগ্ৰহত অকল ৰক্ষাই পৰা নাই, নতুন সম্পদেৰে সমৃদ্ধিশালী হৈ গোপাল-পৰম্পাৰিত সত্ৰবিলাক দেশজিলিকা হৈ পৰিছিল। মহাভক্তৰ প্ৰাৰ্থনা আখৰে আখৰে ফলিয়ালে।

## মহা-প্ৰয়াণ

ইয়াৰ কিছুদিন পাছতে এদিন বহাগৰ কোনোবা এটা বৃহস্পতিবাৰে পেট-কামুৰীয়া বোলা এজন সেৱকে সেৱা কৰিলেহি। আশীৰ্ব্বাদ দিব খোজোতেই প্ৰভু আসনতে চক্ষু থিৰ কৰি ঢলি পৰিল। মিশ্ৰদেৱ ওচৰতে আছিল, তেওঁ গাতে আওজাই ললে। সকলোৱে ধৰাধৰি কৰি প্ৰভুক নামঘৰৰ ভিতৰলৈ লৈ গ'ল। কিছু সময় পাছত জ্ঞান পাই উঠি সকলোৱে কিয় আৱৰি ধৰিছে সুধিছিল। সেই দিনা কাৰো চকুৰ তললৈ জুই নগ'ল। নিশা 'বান্ধৱ গোপাল' ঘোষা গাই উঠি সকলোৱে কান্দিবলৈ ধৰিলে। কিন্তু সেই যাত্ৰাত প্ৰভু কিছু সুস্থ হৈ পৰিল যদিও পাছৰ আঘোন মাহত বায়ুঝাইৰ প্ৰকোপত দ্বিতীয় বাৰলৈ মূৰ্চ্ছাগ্ৰস্ত হৈ পৰিছিল। সেইবাৰো সচেতন হোৱা মাত্ৰকতে ৰামকৃষ্ণ নাম লবলৈ আৰম্ভ কৰিলে। বায়ুঝাইৰ তৃতীয় আক্ৰমণ ( stroke ) হল মাঘ মাহৰ কৃষ্ণা তৃতীয়াত। আগৰদৰে গোটেইখন উস্‌মিস্‌ লাগিল। এইবাৰ নিবাৰ হেন জানি সকলো ভক্ত সাৱধান হ'ল। মিশ্ৰদেৱ আৰু জয়হৰিদেৱে প্ৰভুক কোল চপাই ধৰিলে। দেউৰীয়ে শালগ্ৰাম শিৰত থাপিলে। গাত অগৰু, চন্দন ঘঁহিলে। জগন্নাথৰ প্ৰসাদ, দমনা তুলসী, কৰাল চন্দন,

প্ৰসাদ চাউল আৰু অঙ্গবস্ত্ৰ গাত দিলে। বিষ্ণুভাৰতীয়ে সহস্ৰনাম আৰু ৰত্ন কন্দলিয়ে গীতা পঢ়িবলৈ ধৰিলে। এনেতে হঠাতে প্ৰভুৱে মুখত কৃষ্ণ নাম উচ্চাৰণ কৰি সকলোকে বিস্ময়াভিভূত কৰি তুলিলে। তাৰ পাছত আৰু মুখত মাত নাই, কৰযোৰে সকলোৰে ফালে চাই অপৰাধ ক্ষমাপণ কৰি ধীৰে ধীৰে সকলোকে দুই এষাৰ উপদেশ দিলে। মিশ্ৰদেৱ-জয়হৰিদেৱৰ ফালে চাই কলে—"ইহলোক পৰলোকত ভক্তকে বান্ধৱ বুলি লবা, কাৰণ পৰম দেৱতা কৃষ্ণ ভক্তৰহে বশ্য। এই কথা সকলো শাস্ত্ৰৰে সাৰভূত বুলি জানিবা। তুমি আৰু জয়হৰি এক-প্ৰীতি হৈ থাকিবা। এনে কৰিলে সুখ পাবা, দুখ নোপোৱা। সত্ৰৰ বৈষ্ণৱসকল যি য'ৰ সেৱাত আছে তেওঁক সেই সেৱাৰ বাবৰপৰা নুগুচাবা।"

এইবুলি ভকতসকলক পাল কৰি ভোজন কৰি লবলৈ আদেশ দিলে, নিজেও সকলোৰে অনুৰোধ উপেক্ষা কৰিব নোৱাৰি কৃষ্ণ নিবেদিত উপহাৰ মুখত দিলে। ইপিনে নামকীৰ্ত্তনৰ তিলমাত্ৰও ছেদ নাই। গোপালদেৱেও কৃষ্ণ নামৰ বাহিৰে আন শব্দ উচ্চাৰণ নকৰিলে। এইদৰে নামঘৰতে থাকোঁতে কৃষ্ণাতৃতীয়া পাৰ হৈ চতুৰ্থী সোমাল। প্ৰভাত কালত প্ৰয়াণৰ বেলা উপস্থিত হ'ল। পূৰ্ব্ববৎ গীতা, সহস্ৰনাম, থোকাথোকি কণ্ঠেৰে আবৃত্তি হবলৈ ধৰিলে। জগন্নাথ মহাপ্ৰভুৰ অঙ্গবস্ত্ৰ দেৱৰ শৰীৰত লগালে, শিৰত গীতা শালগ্ৰাম পৰশালে। মিশ্ৰদেৱে জানু পাৰি গাত ধৰিলে। জয়হৰিদেৱে পাৱত ধৰিয়ে আছে। এনেতে পূৰ্ব্বৰপৰা সাঁচি থোৱা গুৰু দামোদৰৰ পদধূলি আনি মুখত দিয়ে। লগে লগে কৃষ্ণ বুলি প্ৰভুৱে আকাশৰ ফালে চাই চকু স্থিৰ ভাবে স্থাপিত কৰিলে। দিগন্ত কঁপোৱা মুহূৰ্মুহূ হৰিধ্বনিয়ে চাৰিওফালৰ গাওঁ-ভুঁইৰ লোকক সচকিত কৰিলে। কাৰো বুজিবলৈ বাকী নাথাকিল আজি মহাপ্ৰাণ যুগপুৰুষ এজনে জীৱন দীপৰ তৈল নিঃশেষ কৰি বৈকুণ্ঠ-প্ৰদীপ ৰূপে অৱস্থান কৰিলেগৈ।

জয়হৰিদেৱে মুখাগ্নি আৰু সমস্ত অন্ত্যেষ্টি ক্ৰিয়া সম্পাদন কৰিলে। মহা সমাৰোহে গচকত প্ৰাণ যাব খোজা প্ৰজাৰ হেন্দোল-দোপত আদ্যশ্ৰাদ্ধ সম্পন্ন হ'ল। জয়হৰিদেৱেই পূতাস্থি লৈ গঙ্গাত নিক্ষেপ কৰিলেগৈ আৰু যাওঁতে বেহাৰৰ দামোদৰদেৱৰ সত্ৰত সোমাই সকলোকে সেই পূতাস্থি সেৱা কৰাৰ সুযোগ দি গ'ল।

গোপালদেৱৰ মৃত্যু-শকটো চৰিতকাৰে দিয়া নাই, মাহ আৰু তিথিৰ

উল্লেখ কৰিছে। চৰিতকাৰ দেৱৰ জীৱনৰ চাক্ষুষ দ্ৰষ্টা আছিল, গতিকে দিওঁ বোলাহেতেন, নিৰ্ভুলকৈ দিব পাৰিলেহেতেন। মৃত্যু-শক নিদিলেও বৃদ্ধলোকে ১১৪ বছৰ হৈছিল বুলি যে কৈছে সেইটো শুনা কথাহে উল্লেখ কৰিছে (পদ ৯৩৪)। সেই সময়ত বৃদ্ধসকলে মহিমা দেখি এই কথা কলে বা ভাবিলেও প্ৰকৃত পক্ষে গোপালদেৱ এশ চৌধ বছৰ জীৱিত থকা নাছিল। গোপালদেৱৰ ১১৪ বছৰ হবলৈ হলে ১৫৮৪ শকত বৈকুণ্ঠ প্ৰাপ্তি হব লাগিব, কিন্তু সেইটো হব নোৱাৰে কাৰণ প্ৰতাপসিংহ ৰজাদেৱৰ দিনতে তেওঁৰ দেহাৱসান ঘটে। প্ৰতাপসিংহ ৰজাৰ মৃত্যু-শক ১৫৬৩ তাৰ উপৰি মিশ্ৰ-দেৱক হানি কৰোৱা শকটো প্ৰায় এটাইবিলাক বুৰঞ্জীতে ১৫৫৪ বুলি স্পষ্ট-ৰূপে উল্লেখ কৰা আছে। মিশ্ৰদেৱৰ দুঃখজনক মৃত্যুৰ কথা কৈ চৰিতকাৰে কৈছে, "বৎসৰ দশেক পালিলন্ত সত্ৰশাল। যেন আছে সেই দেৱ শ্ৰীমন্ত গোপাল।" (পদ ১১৭৮) গোপালদেৱৰ দেহান্তৰৰ পিছত মিশ্ৰদেৱে যদি দহ-বছৰ সত্ৰ পালিছিল তেনেহলে মিশ্ৰদেৱৰ প্ৰাণত্যাগৰ (শক ১৫৫৪) দহবছৰ আগতে ১৫৪৪ গোপালদেৱৰ তনুত্যাগৰ শক হব। ১৫৪৪ শক আঘোন কৃষ্ণা চতুৰ্থীৰপৰা ১৫৫৪ শকৰ আঘোনৰ উত্থান একাদশীলৈ পূৰাপূৰি দহ বছৰ হয়। এই সিদ্ধান্ত অনুসাৰে প্ৰয়াণকালত প্ৰভুৰ বয়স ৭৪ বছৰ আছিল।

চৰিতপুথিত যে আছে বায়ুঝাইত আক্ৰান্ত হোৱা বছৰত শ্ৰাৱণ মাহত ৰজাই উত্তৰ কূলৰ প্ৰজা ভাঙ্গি নি দক্ষিণ কূলত পাতিলে সেই কথাৰ লগতো একো অমিল নাই। ১৫৪৩ শকত পিকচাই চেটিয়া আৰু মোমাই তামুলীক গাওঁ-বাতি দি পাতিবলৈ দিছিল[৩০]। এই কাম নিশ্চয় একে দিনাই হোৱা নাছিল, চামে চামে হৈছিল। ১৫৪৪ শকৰ শ্ৰাৱণ মাহত ভাঙ্গি আঘোণ মাহত দক্ষিণ কূলত নি পতাটো সম্ভৱ হব পাৰে। লাক্লি ৰাইচান

৩০ দেওধাই বুৰঞ্জী, ছেদ ৯৬, ৯৭; সাতসৰি, ১ম ছেদ ৮১

আপেক্ষিক ভাবে আধুনিক তামুলী ফুকনৰ 'অসম বুৰঞ্জী' আৰু তাকে বোল-কলাই অনুসৰণ কৰা সদৰ আমিনৰ 'আসাম বুৰঞ্জীত' মাথোন বাৰভূঞাই পুনৰ মঠ ধৰাত ১৫৫৬ শকত ভাঙ্গি আনি স্থানান্তৰ কৰি বিলাতত পাতিলে বুলি এই শকৰ লগত এই ঘটনাৰ যোগ দেখুৱাইছে। পুৰণি বুৰঞ্জী কোনো খনতে এনে উল্লেখ নাই। বাৰভূঞা পতাৰ কাম প্ৰতাপসিংহদেৱৰ শাসনৰ আদিছোৱাতে হৈছিল। দ্বিতীয়তে চৰিতপুথিত বাৰভূঞাই মঠ ধৰা বা ভূঞাক ভাঙ্গি নি পতাৰ উল্লেখ নাই। উত্তৰ কূলৰ প্ৰজাকহে দক্ষিণ কূলত পাতিছিল। দুইটাকে সানি পেলাবলৈ যোৱাত হে ভুল হৈছে।

অৰ্থাৎ ১৫৪৪ শকত প্ৰতাপসিংহ স্বৰ্গদেও উত্তৰ পাবলৈ আহিছিলে। গতিকে প্ৰজা পঞ্জাৰ সময়ৰ লগত গড়মিল হোৱা নাই। সকলো কালৰ পৰাই ১৫৪৪ শকতে গোপালদেৱ বৈকুণ্ঠী হৈছিল বুলি নিঃসন্দেহে ধৰিব পাৰি। বৈকুণ্ঠ প্ৰাপ্তিৰ সময়ত তেওঁৰ বয়স ৭৪ হৈছিল। এশ বছৰ বা ততোধিক কাল জীয়াই নথকা বাবে মহাপুৰুষত্ব ক্ষুণ্ণ নহয় বা এশ বছৰতকৈ অধিক কাল জীয়াই থাকিলেই কোনো এজন লোক মহাপুৰুষ নহয়। ভগৱৎপাদ শঙ্কৰাচাৰ্য্যৰ আয়ুঃকাল মাত্ৰ ৩২ বছৰ। মহাৰাষ্ট্ৰৰ সন্তশিৰোমণি জ্ঞানেশ্বৰ মাত্ৰ ২১ বছৰ ধৰাধামত আছিল। বঙ্গদেশৰ শ্ৰীচৈতন্যদেৱেও নিচেই কম বয়সতে ইহলীলা সম্বৰণ কৰিছিল। প্ৰকৃত কথা হৈছে, বৈকুণ্ঠ-গামী মহাপুৰুষসকলে এই জন্মটো শেষজন্মৰূপে গ্ৰহণ কৰে, অৱশেষ কৰ্ম্ম-ক্ষয়ৰ কাৰণে। কৰ্ম্মক্ষয় হলে মুক্ত হয়। সেই অৱশেষ কৰ্ম্মক্ষয় হবলৈ যিমান দিন লাগে সিমান কাল মাত্ৰ ধৰাধামত মৰ্ত্ত্যজীৱন যাপন কৰে। বহুকাল আয়ুস পোৱাৰ মহিমা দেখুৱাবলৈ জীবিত থকাটো তেওঁলোকৰ কাম্য হব নোৱাৰে।

## চৰিত্ৰ-মহিমা

গোপালদেৱৰ জীৱনৰ বাট তুবৰি বনৰ সেউজীয়া আলি নাছিল। এই বাট কণ্টকাকীৰ্ণ আৰু বিপদসঙ্কুল আছিল। প্ৰকৃত পক্ষে চাবলৈ গলে অসমত ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰা প্ৰায় সৰহ ভাগ ধৰ্ম্মপুৰুষেই অশেষ আলৈ-আহুকাল অতিক্ৰম কৰিব লগা হৈছিল। কিন্তু গোপালদেৱৰ নিচিনাকৈ বিৰোধীৰ উপদ্ৰৱ, নিৰ্বিচাৰে মহতিয়াই নিয়া ৰাজৰোষ, বনে অৰণ্যে আত্মগোপন কৰাৰ অপাৰ ক্লেশ, সমুখত নিজৰ অনুগত নিৰ্দ্দোষ ভক্ত বৈষ্ণৱ-সকলৰ জীয়াতু দেখা বা তাৰ কথা নিজ কাণেৰে শুনাৰ যাতনা গোপালদেৱে যেনেকৈ ভোগ কৰিব লগা হৈছিল আন কোনোজন ধৰ্ম্মপ্ৰৱৰ্ত্তকেই সিমান যাতনা ভোগ কৰিবলগীয়া নহৈছিল। গোপালদেৱৰ জীৱনত দীৰ্ঘকাল ধৰি বন পৰ্ব্ব আৰু বিৰাট পৰ্ব্ব সংঘটিত হৈছিল। নিজৰ গুৰুজনাৰ আদেশ কাৰ্য্যান্বিত কৰিবলৈ স্বেচ্ছাই এইবোৰ মূৰ পাতি লৈছিল। প্ৰতিকূল পৰিস্থিতিৰ লগত সংগ্ৰাম কৰি সকলো প্ৰতিবোধ তুই কিলাকুটিৰে ৰিব দি ঠেলি গোপালদেৱ আগুৱাই গৈছিল। এইবোৰবলৈ চালে মাধৱ-দামোদৰৰ স্নেহ ভবিষ্যৎ দৃষ্টি, কালোপযোগী ব্যৱস্থা আৰু বিচক্ষণ ৰাজনিক ধন্য ধন্য নিৰ্ঘো-

ঘেৰে প্ৰশংসা কৰিব লাগিব। উজনিত সিংহপৰাক্ৰম ৰজা প্ৰতাপসিংহ স্বৰ্গদেউৰ শেনচকুৰ সতৰ্কতা আৰু উদ্যতদণ্ডৰ সম্মুখীন হোৱাৰ নিচিনা সত্যাগ্ৰহ গোপালদেৱে প্ৰভুৱে নকৰাহেতেন, পাছৰ কালত ভাগৱতী ধৰ্ম্ম প্ৰচাৰৰ সোঁতত পৰ্ব্বতপ্ৰমাণ ভেটা পৰিলহেতেন; ভগা ৰজা, নৰিয়া ৰজা বা ভগনীয়া ৰজাদেৱসকলৰ অকুণ্ঠ ৰাজানুগ্ৰহ পোৱাৰ বাটো মুকলি নহলহেতেন। গোপাল আৰু তৎপুত্ৰসদৃশ উত্তৰাধিকাৰী মিশ্ৰদেৱৰ আত্মত্যাগৰ অস্থিবজ্ৰই উজনিৰ ধৰ্ম্ম-আকাশৰ নিৰুদ্ধ ডাৱৰ বিদাৰণ কৰিলে।

এইখিনি সম্ভৱ হৈছিল গোপালদেৱৰ ত্যাগ, সংযম, অপৰিগ্ৰহ আৰু যাযাবৰী স্বভাবেৰে মহীয়ান হৈ উঠা চৰিত্ৰৰ বলত। ল'ৰাকালতেই সংসাৰ পতাৰ প্ৰতি বীতশ্ৰদ্ধ হৈ একমাত্ৰ বায়েকৰ সুশীতল মৰমৰ আশ্ৰয়কো ত্যাগ কৰি ওলাই আহিল। একপ্ৰকাৰ পাণিপাত্ৰ, একাম্বৰ হৈ ভক্ত-ভক্তিৰ য'তে সন্ধান পাইছিল ত'তে পৰ্য্যটি ফুৰিছিল। পৰ্ব্বত-গুহাৰ পৰিবৰ্ত্তে মৃত্তিকা-গুহাত ধ্যান জপ কৰিছিল। পাছৰ কালতো যিদিনা ধন-সম্পদ বয়-বস্তুৰে উভৈনদী হ'ল তেতিয়াও ভূমিশায়ী, নিদ্ৰাজয়ী, জ্ঞানপৰায়ণ, এসন্ধ্যা মাত্ৰ হবিষ্যান্নভোজী যোগীৰ দৰেই কাল কটাইছিল। "ৰাজ সম্পত্তিৰ নয়, নিতান্ত সন্তাৰ হয়, ভোগলেশ নকৰয়, বৈষ্ণৱক মাত্ৰ দিয়ে, আপুনি সদায় ছিয়ে, কৃষ্ণ পাদপদ্মত ৰময়।" (পদ ৮৫৭)॥ ৰাতি যে কাপোৰ নলৈ দুহাত পুতল দুহাত দীঘল আঠুৰাৰ তলত নাম জপ কৰি মাটিত শুই কটাইছিল তাকো ভক্তসকলে পাছতহে গম ধৰিব পাৰিছিল। কোনো বস্তুকে প্ৰভুৱে নিজৰ বুলি গ্ৰহণ নকৰিছিল, তাক ভক্তৰ মাজত বিতৰণ কৰিছিল।

সমস্তে স্বীকাৰ কৰে যত আসে মানে।
বৈষ্ণৱক দিয়ে মাত্ৰ থাকা সাৱধানে॥ (পদ ৩৮৫)

গোপাল প্ৰভুৱে ভক্তসকলকো অপৰিগ্ৰহী হবলৈ হাতে-কামে শিকাইছিল। চাউলমুঠি, তেলটোপা, কানিখন, ইয়াৰ বাহিৰে ভক্তক একো নালাগে। ভক্তসকলক সেইখিনিকেহে দিবলৈ প্ৰভুৱে গোবিন্দক প্ৰাৰ্থনা কৰি গৈছিল। গোপাল প্ৰভুৰ মতে সামান্য ভোগেও ইন্দ্ৰিয়ৰ বল বঢ়ায়, ইন্দ্ৰিয়ৰ বল বাঢ়িলে কৃষ্ণত মতি নহয়। এবাৰ শঙ্কৰদেৱৰ নাতি পুৰুষোত্তমে গোপালদেৱৰ বৃদ্ধদেহ জানি ভিতৰত তুলা ভৰাই এখন তলিচা সী উপহাৰ স্বৰূপে দিছিল। পুৰুষোত্তমে দিয়া বস্তু ব্যৱহাৰ নকৰিলে অৱমাননা কৰা যেন হব বুলি ভাবি কেইদিনমান তলত পাৰি শুই মহা বিপদ হোৱা যেন পালে। ভক্ত বিষ্ণু-

ভাৰতীক কলে বোলে মহা আপদ হ'ল। বিষ্ণুভাৰতী শঙ্কিত হ'ল, আকৌ কি বিপদ হ'ল বুলি। দেৱে পাছত বুজাই কলে, "যিবা এক নাম অবিৰাম স্মৰণ কৰি আছিলো—তলিচা লৈ শোৱাত এতিয়া নিদ্ৰাই আহি তাত ব্যাঘাত ঘটালে, ইয়াতকৈ ডাঙৰ আপদনো কি হবলৈ আছে?" ভালেতিহে সন্ত-সম্প্ৰদা নামৰ পুথিত গোবিন্দদাসে কৈছে "হেন দেৱ গোপাল সম সাধু পূৰ্ব্বেও নাছিল, পাচক লাগিও নাহৈব।"[৩১]

গোপালদেৱৰ ত্যাগৰ সৰ্ব্বোত্তম স্বৰূপ প্ৰকাশ পাইছে স্বোপাৰ্জ্জিত পুণ্যৰাশি ভক্তসকলৰ কল্যাণৰ অৰ্থে উৎসৰ্গ কৰাত। জীৱনৰ শেষৰ ফালে এদিন লুইতৰ পানীত এবুকুলৈকে নামি ব্ৰহ্মপুত্ৰক সাক্ষী কৰি নিজৰ আৰ্জ্জিত সকলো ধৰ্ম্ম, পুণ্য আৰু সম্পত্তি সত্ৰপ্ৰতিপালক বৈষ্ণৱসকলক উৎসৰ্গ কৰি দিছিল—এই বুলি কৈ

জন্ম সীমা কৰি মোৰ হৰিনাম কীৰ্ত্তনত
যত পুণ্য সিজিয়া আছয়।
যদি মোত নিষ্ঠ কৰি তুষ্ট ভৈলা দেৱহৰি
তাতো যিবা পুণ্যোদয় হয়॥
যিসৱ এতিয়া আছে যিবা হুইবেক পাছে
হৰি ভকতিক আশা কৰি।
সত্য কৰি বোলো বাক দিলো পুণ্য তাসম্বাক
নিস্তৰোক পুৰুষ উদ্ধৰি॥
আৰু মোৰ যিবা আছে স্থাৱৰ অস্থায়ী যত
দিলো ময় বৈষ্ণৱ সবাক।
হৰিভক্ত বিনে কেহো নোহে অধিকাৰী আৰ
কহো নিষ্ঠ কৰি সবাহাক॥

পাপ, পুণ্য আৰু কৰ্ম্মফলত শিলৰ খুটি যেন দৃঢ় বিশ্বাস আৰু শ্ৰদ্ধা থকা লোকেহে এই দান আৰু ত্যাগৰ মহত্ব বুজিব।

গোপালদেৱ স্বভাৱতে যাযাবৰ প্ৰবৃত্তিৰ পুৰুষ আছিল। মাতৃ-গৰ্ভত থাকোঁতেই পিতৃ-মাতৃ স্থানান্তৰী হৈছিল। এই স্বভাৱ যেন প্ৰহ্লাদৰ নিচিনাকৈ গৰ্ভাৱস্থানৰ কালতে আয়ত্ত কৰিছিল। কিশোৰ কালত মুদৈৰ নাৱত ধন

৩১ Department of Historical and Antiquarian Studies সংগ্ৰহৰ ৩১৫ সং পুথি, পুথিৰ পাত ১২(ক)

বেহোৰাৰ নামতে বহুত ভ্ৰমিলে। দেৱে একে ঠাইতে সৰহ দিন থাকি ভাল নাপাইছিল। অৱস্থিতিৰ প্ৰয়োজনত ঠাই সলাব লাগিছিল সঁচা, কিন্তু দেখাত তেনে কোনো কাৰণ নাথাকিলেও স্থান পৰিবৰ্ত্তন কৰি প্ৰভুৱে আনন্দ অনুভৱ কৰিছিল। চৰিতকাৰে তেওঁক উৰণীয়া ৰাজহংসৰ লগত তুলনা কৰি সুন্দৰ উপমা এটা দিছে—

যেন বহু ৰাজহংস সৰোবৰে থাকে।
ঝাত কৰি উৰি গৈলে নেদেখিয় তাকে॥ ( পদ ৬৭৬ )

ফলত তেওঁৰ কোনো ঠাইলৈকে বা কোনো বস্তুলৈকে মোহ নাছিল। এই নিৰ্ম্মোহতাই নিৰ্ম্মমতা সুবুজায়। ভকতৰ দুখত হুক-হুককৈ যিজনে কান্দিছিল, ভকতৰ কাৰণে ঈশ্বৰৰ ওচৰত কাতৰ প্ৰাৰ্থনা জনাই চকুলো টুকিছিল, তেওঁৰ দৰে কৰুণাৰ্দ্ৰ হৃদয় কোন আছিল ? যাযাবৰ প্ৰবৃত্তিয়েই গোপালদেৱৰ মহান উদ্দেশ্য সিদ্ধিৰ সহায়ক হৈছিল। একে ঠাইতে সত্ৰ পাতি বহি থকা হলে বা দুৰ্ঘোৰ অৰণ্যৰ এঠাইত লুকাই থকাহেতেন, তেওঁৰ জীৱদ্দশাতে হাজাৰ হাজাৰ লোকে ধৰ্ম্ম ধৰিবলৈ সুযোগ নাপালেহেতেন। মহাপুৰুষৰ জীৱনত আপদো অন্ততোগত্বা সম্পদ হয়, শাপো বৰ হয়।

মহাপুৰুষ শঙ্কৰদেৱ আৰু দামোদৰদেৱে যি ধৰ্ম্মৰ শিক্ষা দিছিল গোপালদেৱে তাতকৈ একো পৃথক ধৰ্ম্মতত্ত্বৰ শিক্ষা দিয়া নাছিল। সেই শিক্ষাদৰ্শকে লৈ বেদবিহিত ক্ৰিয়া-কৰ্ম্ম, সংস্কাৰ আদি ভক্তিধৰ্ম্মৰ অবিৰোধী ৰূপে পালনীয় বুলি শিক্ষা দি গৈছে। অবিৰক্ত ভক্তই বেদ লঙ্ঘন কৰাটো দোষ বুলি শঙ্কৰদেৱ আৰু মাধৱদেৱ দুয়ো কৈ গৈছে। গোপালদেৱেও "নাম মাত্ৰকহে কৰি ধৰ্ম্মক উচ্ছন" বুলি মুকুন্দ গোসাঁইৰ কামৰ গৰিহা কৰিছিল। বিৰক্ত একান্ত ভক্তয়ো লোক সংগ্ৰহাৰ্থে কৰ্ম্ম কৰিব লাগে ; কাৰণ সেইসকল পুৰুষে যি আচৰে তাকে অবিৰক্ত ঘোৰ সংসাৰী প্ৰাকৃত জনেও আচৰিব। যদ্ যদাচৰতি ইত্যাদি গীতাৰ বচনকে সোঁৱৰাই গোপালদেৱে বেদ লঙ্ঘনৰ দোষ দেখুৱাইছিল।

গোপাল প্ৰভুৱে সমিল-মিলকৈ মুখ্য মুখ্য মহন্তসকলৰ সমৰ্থন অনুক্ৰমেহে সকলো কামৰ বিধান কৰিছিল। সেই সময়ত ক্ৰিয়া-কাণ্ড বিলোপ কৰি কেৱল নাম লোৱাই একমাত্ৰ ধৰ্ম্ম বুলি প্ৰচাৰ কৰা কিছুমান মেথিয়ে নিজৰ মত মহাপুৰুষ শঙ্কৰদেৱৰো মত বুলি প্ৰচাৰ কৰিছিল হবলা। সম্ভৱতঃ সেই কাৰণেই গোপালদেৱে মহাপুৰুষৰ নাস্তি মহাপুৰুষীয়া ধৰ্ম্মৰ ভেটিয়াৰ

অধিকাৰী পুৰুষ পুৰুষোত্তম ঠাকুৰৰ গুৰিলৈ লোক পঠিয়াই সেইসমস্তৰ বৃত্তকথা জনাই ঠাকুৰৰ স্পষ্ট মতামত সুধি পঠাইছিল। পুৰুষোত্তম ঠাকুৰে উত্তৰ দি পঠাইছিল—

শুনিয়া ঠাকুৰে বোলে দুঃখ কৰি মনে।
কোনেনো পাষণ্ডে বিহি আছয় এমনে॥
গীতা ভাগৱত মূৰ্ত্তি তুলসী ব্ৰাহ্মণ।
শ্ৰাদ্ধ হৰিবাসৰ নামানে যিটো জন॥
সেহিসে কালৰ মূৰ্ত্তি পাষণ্ড দুৰ্জ্জন।
মহাপুৰুষৰ দ্ৰোহী বাহিৰ সিজন॥
এহি বুলি নব ঘোষা কৰিয়া যতনে।
দিলা দেৱ গোপালত প্ৰীতিকা কাৰণে॥
এহি ঘোষা দিবা নিয়া গুৰুৰ হাতত।
এতেকে জানিবা গুৰু মোৰ অভিমত॥
সি সব মতক মঞি নাহি কহিবাৰ।
তাক কহে যিটোসৱ নোহয় আমাৰ॥ (পদ ৭০০-৭০২)

দেৱ, গুৰু, নাম, ভকত চাৰিও তত্ত্বই সমানে প্ৰাধান্য লাভ কৰিলেও কাৰ্য্যস্থলত প্ৰভুৰ আচৰণৰপৰা যি বুজা যায়, নাম আৰু ভকতত প্ৰভুৱে বেছি গুৰুত্ব আৰোপ কৰিছিল। গোবিন্দ মহাপ্ৰভু সত্ৰৰ সকলো কাৰ্য্যৰ দ্ৰষ্টা স্বৰূপ, তেওঁ ভকতৰ বশ্য; তেওঁ যেন নিজনাম নিজে উপভোগ কৰাৰ লীলাহে কৰিছিল। গোপালদেৱে অন্তিম সময়ত মিশ্ৰদেৱলৈ চাই কৈছিল—

ইহ পৰলোকে লৈবা ভকতক বান্ধৱ।
সৰ্ব্ব সুখ হৈবে তেবে নেৰিবে মাধৱ॥
পৰমদেৱতা কৃষ্ণ ভকতৰ বশ্য।
সৰ্ব্ব শাস্ত্ৰ সাৰ ইটো কহিলো ৰহস্য॥ (পদ ৯৫৩)

এতিয়াও আউনীআটী আদি সত্ৰত সেই পৰম্পৰাই চলি আছে। আজিও স্বয়ং অধিকাৰ প্ৰভুৱে পুৱা দেড় প্ৰহৰমান বেলাত যেতিয়া নামঘৰলৈ যায়, প্ৰথমে নাম গোৱা বৈষ্ণৱসকলৰ প্ৰতি সেৱা জনাইহে গোবিন্দৰ মণিকূটত প্ৰবেশ কৰে আৰু তাৰপৰা ওলাই আহিও দক্ষিণাৱৰ্ত্তে নামঘৰত পূৰ্ব্বমুখ হৈ বহি শৰাইত মালা থৈ বৈষ্ণৱক পুনঃ সেৱা কৰিহে নিজ আসনত বহেহি।

যদিও গোপালদেৱে দামোদৰদেৱৰ কালৰ পাটবাউসী সত্ৰৰ আৰ্হিতে সত্ৰবিলাকৰ নিৰ্ম্মাণ-পদ্ধতি আৰু প্ৰসঙ্গ পৰিচালনাৰ নিয়ম-ক্ৰাৰণবিলাক গ্ৰহণ কৰিছিল, তথাপি কেবাখনো পূৰ্ণাঙ্গ সত্ৰ স্থাপন কৰোঁতে সঞ্চিত অভিজ্ঞতা আৰু প্ৰয়োজনীয়তাৰ গুণত সত্ৰৰ শ্ৰৰণি আদি নতুন বাবৰ সৃষ্টি কৰি নামৰ উপযোগীকৈ ঘোষা আদি নতুনকৈ ৰচনা কৰি বিভিন্ন প্ৰসঙ্গ গোৱাৰ প্ৰণালী নিবন্ধ কৰি দিবলগীয়া হৈছিল। খুব সম্ভৱ শঙ্কৰদেৱৰ কীৰ্ত্তন সংকলিত হৈ প্ৰচাৰ হোৱাৰ আগতেই গোপালদেৱে সত্ৰত গাবলৈ নামমালা ৰচনা কৰি লবলগীয়া হৈছিল। সেইবোৰ নাম এতিয়াও সত্ৰবোৰত চলি আছে আৰু কিছুমান ক্ষেত্ৰত পুৰুষ-সংহতি আদি সত্ৰৰ লগত আউনীআটী প্ৰভৃতি সত্ৰৰ নাম-কীৰ্ত্তনৰ ৰচনা, গোৱাৰ সুৰ আদিৰ অমিল থকাৰ কাৰণ এইটোৱেই। শঙ্কৰদেৱৰ কীৰ্ত্তন শেহতীয়া সঙ্কলন, মাধৱদেৱৰ নামঘোষাও শেহৰ ফালৰ ৰচনা। সেই দুখন গ্ৰন্থই নাম-প্ৰসঙ্গৰ আধাৰ, কিন্তু গোপালদেৱে প্ৰথম সত্ৰ পাতোঁতে সেই দুখন গ্ৰন্থ সম্পূৰ্ণ হোৱাৰ পাছতো উজনিত বহলি প্ৰচাৰিত হবলৈ সময় লাগিছিল। নাম-প্ৰসঙ্গৰ ৰচনা আৰু গোৱা প্ৰণালী গোপালদেৱে নিজ অভিৰুচি আৰু পূৰ্ব্বতে দামোদৰদেৱ আৰু মাধৱদেৱৰ সত্ৰত শুনা অভিজ্ঞতাৰে নিজে প্ৰস্তুত কৰি আৰু আনৰ হতুৱাই কৰাই লবলগীয়া হৈছিল। গোপালদেৱৰপৰা বঢ়া সত্ৰত নাম-প্ৰসঙ্গৰ যি অলপ প্ৰভেদ দেখা যায় তাৰ মূলতে এইটোৱেই কাৰণ।

এইবোৰৰকৈও বংশীগোপালদেৱে এটা মহৎ আদৰ্শ কথাই-কামে এৰি থৈ গ'ল। সত্ৰৰ বুৰঞ্জীত সেই আদৰ্শ এক অমূল্য অৱদান। সেই আদৰ্শ হৈছে সত্ৰৰ গৰাকীজন সত্ৰৰ ধন-সম্পত্তিৰ মালিক বা স্বত্বাধিকাৰী নহয়। এদিন ডিফলুমুখ বাহৰীয়া সত্ৰত থাকোঁতে মধু নামৰ ভাণ্ডাৰীক মাতি আনি লোন, বস্ত্ৰ আদি কিমান আছে সুধিলে। ভাণ্ডাৰীয়ে কিমান লেখ-জোখ নকৈ কিমান লাগে বুলিহে ঘূৰাই সুধিলে। কথা বিষম যেন পাই দেৱে মিশ্ৰদেৱক মতাই অনাই সুধিলে বোলে সকলো বস্তু তোমাৰ হাতত সম্প্ৰতি পৰিছে নে নাই? মিশ্ৰদেৱে কলে, সম্প্ৰতি পৰাহি নাই। এই কথা শুনি হাতৰ ৰঙা টনাখনি তুলি ধৰি (দুই মূৰে সৰু মোনা থকা ঠেক গামোছা) দৃঢ়তা ভৰা কণ্ঠেৰে কলে, "এই টনাখনিমানো বস্তু যিবা আছে, নিজৰ অৰ্থে ব্যয় নকৰিবি; যদিহে ব্যয় কৰ সবংশে নৰকত পৰিবি। সকলো বস্তু গোবিন্দৰ অৱশেষ বুলি জানিবি, বাপুৰ (মিশ্ৰবাপু) বচন লৈহে ভাঙিবি—'সবে বৈষ্ণৱৰ বস্তু আমাৰ নহয়। ইহান

আজ্ঞায়ে দিবি যাক যেন হয় ॥' ( পদ ৮৮২ )। সত্ৰৰ অধিকাৰীজন গোবিন্দ-দাস, গোবিন্দৰ বস্তুৰ ন্যাস-ৰক্ষী, প্ৰসাদৰূপেহে সি সত্ৰৰ ভকত বৈষ্ণৱৰ আৰু প্ৰজাৰ কামত লাগে। এই ন্যাসবৃত্তি পালনৰ কাৰণেই সত্ৰবিলাক স্থায়ী আৰু সমৃদ্ধ হৈছিল। এই উদ্দেশ্যেই উদাসীন সত্ৰৰ প্ৰচলন হ'ল। ইয়াৰো গুৰিতে ক্ৰান্তদৰ্শী শ্ৰীশ্ৰীবংশীগোপাল প্ৰভু।



## চতুৰ্থ অধ্যায়

# মিশ্ৰদেৱ-জয়হৰিদেৱ-নিৰঞ্জনদেৱ

### মিশ্ৰদেৱ

মিশ্ৰদেৱঃ কুৰুৱাবাহীৰ অধিকাৰ হ'ল। মিশ্ৰদেৱো সুদক্ষ আদৰ্শ-পৰায়ণ, বিচক্ষণ আৰু ভাগৱত শাস্ত্ৰত পাৰঙ্গমী পুৰুষ আছিল। তেওঁৰ দিনতো সত্ৰৰ শ্ৰী দিনক দিনে বৃদ্ধি পাবলৈ ধৰিলে। শৰণ-ভজন লোৱা লোকৰ সংখ্যাও উত্তৰোত্তৰ দুবৰি বন বঢ়াদি বাঢ়ি গ'ল। পাঁচশ ভকতেৰে নিত্য-নৈমিত্তিক পূজা, প্ৰসঙ্গ, উৎসবেৰে সত্ৰখন তোলপাৰ লাগি আছিল। অযাচিতে চাউল আহে, নিতে নিতে নাওভৰা সম্ভাৰ গোট খায়, দুখী ভিক্ষাৰীয়েও প্ৰতিদিনে প্ৰসাদ পায়। মিশ্ৰবাপু আছিল অত্যন্ত তেজস্বী আৰু সভা-গুৰনি। সকলোৰে আহি মিশ্ৰদেৱ আৰু জয়হৰিদেৱ দুয়োজনকে সেৱা কৰে। তাৰ পাছত থানে থানে সেৱা কৰি মনৰ আনন্দত ঘূৰি ফুৰে। কেৱল সাধাৰণ প্ৰজাহে নে! পণ্ডিত, মহন্ত, পাত্ৰ-মন্ত্ৰী এই সকলেও “নিতে নিতে জুমা-জুমে আসে শাৰী শাৰী।”

এনেদৰে কিছুদিন ভালে-কুশলে ভকতিৰ আনন্দ উছৱতে কাল গৈছিল। মাজে মাজে ৰজাৰপৰা আকৌ ভয় উপস্থিত হয়। তাৰ কিবা সম্ভেদ পালেই সকলো পলাব লগা হয়। এইদৰে সৰহদিন থাকিবলৈ ভাল নাপাই মিশ্ৰদেৱ অশ্বক্ৰান্তৰ ফালে ভটিয়াই আহিল। অশ্বক্ৰান্ততে বহুদিন থাকিল। কামৰূপৰ সন্ত-মহন্তসকলেও দেখা কৰি গ'ল। তাতে ৰামকৃষ্ণ নামৰ প্ৰথম পুত্ৰটিৰ জন্ম হয়। তাৰপৰা বেহাৰত গৈ বলদেৱক সাক্ষাৎ কৰিলে। পূৰ্ব্বাপৰ সম্ভেদ দি তাতে কিছুদিন থাকি আৰু উপদেশ পৰামৰ্শ গ্ৰহণ কৰি ভক্তসকলৰ অনুৰোধ ক্ৰমে আকৌ সস্ত্ৰীক উলটি আহিল। উলটি অহাৰ পাছত কুৰুৱাবাহীতে আৰু এটি পুত্ৰৰ জন্ম হৈছিল, তেওঁৰ নাম ৰামচন্দ্ৰদেৱ।

মিশ্ৰদেৱ আশ্ৰমী হল, কিন্তু তেওঁ কোন সময়ত বিৱাহ কৰিলে ৰমানন্দ-কৃত চৰিতপুথি সেই সম্পৰ্কে নিমাত। গোবিন্দদাস কৃত সন্ত-সম্প্ৰদা পুথিত এই সম্পৰ্কে এনেদৰে আছে—“এমনে মিশ্ৰগোসাঁই ধৰ্ম্ম আচৰিলা, পাচে গুৰু আজ্ঞা উলভিব কন্দলি জীৱাইক বিবাহ কৰিলা। তান্ত হস্তে ৰামকৃষ্ণ নামে

পুত্ৰ হৈলা, সুভদ্ৰা নামে এক ছুহিতো হৈলা, তান নিমিত্তে সভাই বজাত গুচৰিলা, বন্দীশালত প্ৰাণ গৈলা।"[১]

কুকুৰাবাহী সত্ৰাধিকাৰে ১৯০৪ চনত এথ্‌ন'গ্ৰাফীৰ সঞ্চালকলৈ লিখা টোকাত আছে—

"গোপালদেৱে মিশ্ৰদেৱক পোষ্যপুত্ৰ লয়। কন্দলিবাপুৰ পঢ়াশালিত পঢ়িবলৈ লয়। কন্দলিবাপুৰ নিজ ছুহিত্ৰীক অনুমতি দি মিশ্ৰদেৱক পূজাত থাকোঁতে মালা দিয়ালে। মিশ্ৰদেৱে দেখি হতজ্ঞান হৈ গোপালদেৱলৈ জনোৱাত বিবাহৰ আজ্ঞা দিলে। এই কাৰণত কুকুৰাবাহী সত্ৰ আশ্ৰমী হ'ল।"

ছুয়োটা উক্তিত গৰমিল আছে। গোবিন্দদাসৰ মতে গুৰু-আজ্ঞা উলঙ্ঘি কন্দলিৰ জীয়েকক বিবাহ কৰালে। কুকুৰাবাহীৰ টোকা অনুসাৰে গত্যন্তৰ নোহোৱাত গোপালক জনাই আজ্ঞা ললে। গুৰুৰ আজ্ঞা উলঙ্ঘন কৰা কথাষাৰ পোণপটীয়া ভাবে উলঙ্ঘা বুলি ধৰি লোৱা ঠিক নহব। তেনেকৈ উলঙ্ঘা কৰা হলে গোপালদেৱে নিজৰ সমস্ত মহিমাৰ গাৰ বদল দি অধিকাৰী পাতি নগ'লহেতেন। গুৰুৰ কথা উলঙ্ঘা কৰা বাবে ছুজন সত্ৰবাসীক আগতে সত্ৰৰপৰা বিদায় দিয়াৰ কথাও চৰিতপুথিত পোৱা যায়। এনে বিষয়ৰ উলঙ্ঘা গোপালদেৱেই কেতিয়াও ক্ষমা নকৰিলেহেতেন। অনুমান হয়, গোপালদেৱৰ বৈকুণ্ঠ-প্ৰয়াণৰ পাছতহে মিশ্ৰদেৱে বিবাহ কৰিছে। গোপালদেৱৰ প্ৰয়াণৰ কেইবছৰমান পাছত অশ্বক্ৰান্তত প্ৰথম সন্তানটিৰ জন্ম হোৱালৈ চাই বিবাহ কৰোৱা বৰ বেছি দিন হব নালাগে। সম্ভৱতঃ সেই কাৰণেই সত্ৰত সাময়িক ভাবে অলপ আলোড়ন হৈছিল। সস্ত্ৰীক সত্ৰ এৰি ভাটিলৈ গৈ অশ্বক্ৰান্তত বাস কৰিছিল। নহলে সস্ত্ৰীক যোৱাৰ কোনো কাৰণ নাছিল। বেহাৰত দামোদৰদেৱৰ সত্ৰত গৈ বলদেৱৰ পৰামৰ্শ আৰু অনুমোদন লৈছিল যেনো লাগে। সামান্য হলেও চৰিতকাৰে এই অপ্ৰীতিকৰ অধ্যায়ৰ উল্লেখ নকৰি থোৱাতে অলপ উমুক দি গৈছে মাথোন।

গোপাল দেৱৰ বাক্য ধৰিয়া মনত।
বৈষ্ণৱ সৱৰ বহু প্ৰাৰ্থনা বাক্যত॥
পুনু স্বদেশক আসি কুকুৰাবাহীত।
ৰহিল সৱাবে ভৈল আনন্দিত চিত্ত॥

---

১ সন্ত-সম্প্ৰদা—গোবিন্দদাসকৃত D. H. A. S. সংগ্ৰহ পুথি, নং ৩১৫, পাত ১৩ (ক)

যেন প্ৰাণ আসিল ইন্দ্ৰিয় উল্লাসিল।
সেইমতে সৱে লোকে আনন্দে আসিল॥
পূৰ্ব্বৰতে হৰিকথা কহিয়া আছিলা।
জয়হৰি দেৱে সমে প্ৰীতিয়ে বঞ্চিলা॥ ১১৫৫।৫৬

বৈষ্ণৱসবৰ বহু প্ৰাৰ্থনা বাক্য আৰু গোপালদেৱৰ বাক্য মনত স্মুৰি বিহে উলটি অহা বোলা কথাষাৰৰপৰা অনুমান হয়, মিশ্ৰদেৱে মনত কিবা অসন্তোষ পাই, অথবা নিজেই সত্ৰ এৰি যোৱা মঙ্গল বুলি ভাবিহে ভটীয়াই গৈছিল। গোবিন্দদাসে যে সন্ত-সম্প্ৰদা পুথিত গুৰু-আজ্ঞা উলঙ্ঘি বিবাহ কৰা বুলিছে তাৰ দ্বাৰা গোপালদেৱৰ কল্পিত উদাসীন সত্ৰৰ বিপৰীতে যোৱাষাৰকেহে বুজাইছে, সাক্ষাৎ আজ্ঞা উলঙ্ঘন নহয়। কুৰুৱাবাহী সত্ৰৰ টোকাত থকা কন্দলিবাপুৱে নিজ দুহিত্ৰীক অনুমতি দি মিশ্ৰদেৱৰ কণ্ঠত পূজাত থাকোঁতে মাল্যাৰ্পণ কৰাই-ছিল বোলা কথাষাৰ বিসদৃশ যেন লাগে। গোসাঁই ঘৰত পূজাত থাকোঁতে মাল্যাৰ্পণ কৰি পতিবৰণ কৰা কামটোও অনুচিত ব্যৱহাৰ। সেই কালত তেনে ব্যৱহাৰ কৰিবলৈ কন্দ-লিবাপুৰে সাহ কৰিছিল নে? তেনে হোৱা হ'লে গোপালদেৱ মিশ্ৰদেৱক সত্ৰত মুখ্যকৰ্ত্তাৰূপে অধিষ্ঠিত নকৰিলেহেঁতেন কিজানি। সকলো ফালৰপৰা গুণি চালে গোপালদেৱৰ বৈকুণ্ঠপ্ৰয়াণৰ পাছতহে মিশ্ৰদেৱে বিবাহ কৰোৱাষাৰেই ঠিক যেন লাগে। গোবিন্দদাসৰ "এমনে মিশ্ৰদেৱে ধৰ্ম্ম আচৰিলা, পাছে গুৰু আজ্ঞা উলঙ্ঘি কন্দলি জীয়াইক বিবাহ কৰিলা" কথাষাৰেও সত্ৰাধিকাৰ হৈ কিছুদিন ধৰ্ম্মাচৰণ কৰাৰ পাছত বিবাহ কৰোৱাহে বুজাইছে।

সেইবোৰ যি কি নহওক, বিবাহ কৰোৱা বাবে মিশ্ৰদেৱৰ প্ৰতিষ্ঠা ক্ষুণ্ণ হোৱা নাছিল, সত্ৰৰ মৰ্য্যদাও ধনিষ্ঠামানো লঘু হোৱা নাছিল। ভাটিৰপৰা উলটি আহি মিশ্ৰদেৱে সত্ৰৰ বাঘজৰী আকৌ দৃঢ় মুঠিৰে ধৰি পূৰ্ণ উদ্যমেৰে পৰিচালনা কৰিছিল। সত্ৰৰ পয়োভৰ আৰু গোপালদেৱৰ মহিমাই খৰিভাৰীৰপৰা ৰজাৰ কোঁৱৰলৈকে সকলোৰে মন আকৰ্ষণ কৰিছিল। দুজন ৰাজকোঁৱৰক মিশ্ৰদেৱে ভকত কৰোৱা বুলি সুকুমাৰ মহন্তৰ ঘৰত পোৱা অসমবুৰঞ্জীত এনেদৰে উল্লেখ আছে—"কতো দিন বংশীগোপালে দেহ এৰিলত মিশ্ৰগোসাঁই সত্ৰৰ অধিকাৰ হ'ল গোসাঞি মহাৰজাৰ পুত্ৰ দুজনক ভকত কৰালে। সিবোৰেও ভকত হই কুৰুৱাবাহীত ডাঙৰকৈ সত্ৰ পাতি দিলে[২]।" গোপালদেৱৰ

২ সুকুমাৰ বুৰঞ্জী ছেদ, ১৪৮ (সপ্তম অধ্যায়)।

চৰিতকাৰে কিন্তু গোপালদেৱৰ দিনতে প্ৰচণ্ড প্ৰতাপী নৃপতিৰ নাতি পুত্ৰ পত্নী পাত্ৰগণ, "যাহাৰ তেজত বহুতে হৰিক ভজিল"[৩] এই উক্তিৰে বংশীগোপালৰ দিনৰেপৰা হৰিক ভজাৰ কথা লিখিছে। লিখিলেও গোপালদেৱ বৈকুণ্ঠী হোৱাৰ ৯ বছৰৰ পাছত বুঢ়াৰজাদেৱ প্ৰতাপ-সিংহৰ মৃত্যুৰ পাছতহে ৰজাৰ কুমাৰ ভকত হোৱা বুলি আকৌ আন ঠাইত এইদৰে লিখিছে—

এমনে আছিলা বহুকাল ঠাই ঠাই।
বৃদ্ধৰাজা মৰিলেক ভাদ্ৰ মাস পাই ॥
ৰাজাৰ কুমাৰ ৰাজা ভৈলেক ভকত।
নষ্ট ভৈল ভয় ব্যক্ত ভৈল ভক্ত যত ॥ ( ১-১৯৩ )

প্ৰকৃত কথা, বংশীগোপালদেৱৰ দিনৰেপৰা প্ৰতাপসিংহ ৰজাদেৱৰ কুমাৰ দুজন আৰু পাছত এজন নাতিও ভাগৱতী ধৰ্ম্মলৈ আকৃষ্ট হৈছিল আৰু গোপালদেৱৰ প্ৰতি অনুৰক্ত হৈছিল। বুঢ়া ৰজাদেৱৰ জীৱিত কালত সাক্ষাৎ-ভাৱে শৰণ লবলৈ সাহ কৰা নাছিল। নাছিল যদিও সত্ৰক পৰোক্ষভাৱে সহায় কৰি আছিল।

এই কথা ৰজাদেৱৰ কাণত নপৰাকৈ থকা নাছিল। সত্ৰৰ আড়ম্বৰ, পয়োভৰ, দিনেৰাতিয়ে বিপুল জনসমাগম, আৰু তাতে দুই ৰাজকুমাৰৰ অপ্ৰত্যক্ষ সহযোগ, এই এটাই কেউটা সংযোগ সেই কালৰ ৰজাৰ পক্ষে অৱহেলাৰ চকুৰে চোৱাৰ কথা নাছিল। তাতে প্ৰতাপসিংহ স্বৰ্গদেউ আছিল চাৰ-চক্ষু আৰু কলিতে মোহাৰি সম্ভাব্য-বিপদ নিৰ্ম্মূল কৰা নীতিৰ অনুগামী ৰজা। লোকৰ কথা শুনিও ছাঁকে বাঘটো যেন দেখি তেওঁ কিছুমান অপ-কৰ্ম্মৰ ভাগী হৈছিল[৪]। কুৰুৱাবাহী সত্ৰৰ বেলিকাও এনে এটা অঘটন ঘটিল।

মিশ্ৰদেৱ আৰু জয়হৰিদেৱ দুয়ো ভকত বৈষ্ণৱৰ লগত আলোচনা কৰি ফাগুৱা যাত্ৰা কৰাৰ আয়োজন কৰিলে। সেই ফল্গুযাত্ৰা অতিশয় চিত্তৰঞ্জক হৈছিল। প্ৰজাৰ দলদোপত ধৰণী ধূলিময় হৈ পৰিছিল। দোলযাত্ৰাৰ অঙ্গস্বৰূপে দৌলৰ ওপৰত মগৰ চিহ্ন দিয়া দোলাবাৰীযুক্ত দোলাত গোবিন্দক থাপি

---

৩ গোপালদেৱৰ চৰিত, ১০১৭।

৪ নিজৰ মন নাথাকিলেও পৰৰ টুটকীয়া কথাই তেওঁক বিভ্ৰান্ত কৰিছিল। তাৰ নমুনা সোন্দৰ গোহাঁইৰ নিৰ্দোষ পুত্ৰদ্বয়ক নৃশংসভাৱে হত্যা কৰোৱা কথাৰপৰাই বুজা যায়।

ম'ৰাপাখিৰ বিচনিৰে ব্যজন কৰা হৈছিল। গ'ল কথা গুচিল। পাছে সতাই নামেৰে এক দুষ্টই তাকে ৰজাক লগালে গৈ—বোলে মিশ্ৰদেৱ ৰাজ-আড়ম্বৰেৰে চলে আৰু তেওঁ ৰজা হব খুজিছে। মগৰ-দোলা লৈছে, ভকতে ম'ৰা চৰাইৰ পাখিৰ বিচনিৰে গা বিচি দিয়ে। সুকুমাৰ মহন্তৰ ঘৰৰ বুৰঞ্জীত (ছেদ ১৪৮) আছে—"পাচে কতোদিন থাকি সতাই মিশ্ৰগোসাঁইৰ সত্ৰৰ ভকত আছিল। অভকতীয়া পাই ধৰি সত্ৰৰপৰা খেদিলে। সি আহি ৰজাত গোচৰ দিলে বোলে পিতলৰ সোণৰ পিকদান ইয়াক ৰজা হলেহে লব পাই। তাকে লৈ মিচিৰ বাপু ৰজা হ'ল। পাচে সতাইৰ কথাকে লৈ মহা ৺দেৱে মিশ্ৰগোসাঁইক মাৰিলে। তাত পাচে আখেক গোহাঁইকো মাৰিলে।"

গোবিন্দদাস কৃত সন্ত-সম্প্ৰদা পুথিত সতাই নামৰ মানুহজনে টুটকীয়া লগোৱা কাৰণ এই বুলি দৰ্শাইছে—"সুভদ্ৰা নামে এক দুহিতা হৈলা, তান নিমিত্তে সতাই ৰজাত্‌ গুচৰিলা, বন্দীশালত প্ৰাণ গেলা[৫]।" সুভদ্ৰা নামৰ দুহিতাৰ কথা গোপালদেৱৰ চৰিতকাৰে উল্লেখ কৰা নাই। কুকুৰাবাহীৰ পুৰুষনামাত মিশ্ৰদেৱৰ দুই পুত্ৰ দেখুৱা হৈছে কিন্তু কন্যাৰ নাম নাই, সেইটো নাথাকিবও পাৰে। পুৰুষনামা বহুতত কন্যাৰ উল্লেখ নাথাকে। এগৰাকী কন্যা যদি আছিলেও, তেওঁৰ বিবাহৰ বয়স ৯।১০ নিশ্চয় হোৱা নাছিল। মিশ্ৰদেৱৰ দুহিতাক বিয়া কৰাব খোজা কথাত জগৰ ধৰি সতাইক সত্ৰৰপৰা খেদোৱা সিমান বিশ্বাস্য নহয়।

গোপালদেৱৰ যোগীজনোচিত অনাড়ম্বৰ জীৱন আৰু ঐশ্বৰ্য্য সংগ্ৰহ নকৰা স্বভাৱৰ কথা শুনি গোপালদেৱৰ প্ৰতি ৰজাৰ সন্দেহ মাৰ গৈছিল সঁচা কিন্তু এতিয়া কুকুৰাবাহীৰ ঐশ্বৰ্য্য বিভূতি বঢ়া দেখি আৰু অলপ-অচৰপ আড়ম্বৰৰ প্ৰৱেশ হোৱাত সন্দেহ পুনৰ উমাবলৈ ধৰিলে। দুই কোৱঁৰৰ সহযোগৰ কথা শুনিও কিজানি সন্দেহ ঘনীভূত হৈছিল। প্ৰায় একে সময়তে সোন্দৰ গোহাঁইৰ দুই পুতেকক ছল কৰি মৰোৱাও এনে সন্দেহৰ ফল। সতাই নাৰকীয়ে দিয়া গোচৰে সত্ৰ ভঙ্গাৰ আৰু মিশ্ৰদেৱক ধৰিবলৈ লোক পঠোৱাৰ কাৰ্য্যত ইন্ধনহে যোগালে। এই গোচৰ কেৱল এটা অজুহাত স্বৰূপহে আছিল।

স্বৰ্গদেৱে পৰীক্ষিত বৰুৱাক পাচি সত্ৰ ভাঙ্গি সেই বস্তুবোৰ সোপাকে অনালে। পৰীক্ষিত বৰুৱাই বস্তু-বাহানিবোৰ নিলে, কিন্তু বুদ্ধি কৰি

৫ সন্ত-সম্প্ৰদা পুথি (D. H. A. S.) নং ১৩৫, পাত ১৩ (৪)।

ভকতবিলাকক এৰি থৈ গ'ল। মিশ্ৰদেৱ আগতেই অন্তৰিত হৈছিল। এইটো ১৫৫৪ শকৰ জেঠ মাহৰ কথা। তাৰপৰা ভক্তসকল আৰু মিশ্ৰদেৱ অজ্ঞাতে ভ্ৰমি ফুৰিছিল কিন্তু একেঠাই হোৱা নাছিল। নানা ঠাইত লুকাই ফুৰি মিশ্ৰদেৱ কিছুদিন দেৰগাৱঁত মঠা নামৰ বামুণৰ ঘৰত[৬] আছিলগৈ। মঠা বামুণৰ দ্ৰোহ কৰি থকা দুষ্ট মানুহ এটাই এই কথা গম পাই ৰজাক বেকত কৰিলে। ৰজাই আকৌ পৰীক্ষিত বৰুৱাক পঠাই দেৰগাৱঁৰ মঠাৰ ঘৰৰপৰা মিশ্ৰদেৱক পত্নী-পুত্ৰ সমন্বিতে ধৰাই নিয়ালে। বাটত নাৰেৰে যাওঁতে প্ৰজাই শাৰী শাৰী হৈ সেৱা জনাইছিল। প্ৰজাই দেখুৱা অনু-ৰাগৰ কথা নিশ্চয় ৰজাৰ কাণত পৰিছিল। ৰজা সেই সময়ত হাতী ধৰি-বলৈ গৈ উত্তৰ পাৰে আছিল। সেই দেখি পাছত সোধ কৰিম বুলি ভালকৈ থবলৈ আদেশ দিলে। পৰীক্ষিত বৰুৱাই মিশ্ৰদেৱক আনি ৰজাৰ নগৰত বন্দীৰূপে থৈ দিলে।

বন্দী অৱস্থাত থাকোঁতেই মিশ্ৰদেৱে আহাৰ ত্যাগ কৰিলে আৰু তাৰ ফলতে নৰিয়া পৰিল। নৰিয়া ক্ৰমাৎ বাঢ়ি অহাত সহধৰ্ম্মিণীক সম্বোধন কৰি কলে—"মোৰ দেহা অৱশ্যই পৰিব। এই বালকটি থাকিব তাক ভাল মতে পঢ়াবি সন্তধৰ্ম্মৰ পৰম্পৰা ইয়াত বৰ্ত্তি থাকিব।" ভকতৰ মুখে পৰম্পাৰে কোৱাই জয়হৰিৰ ওচৰত আনজন পুত্ৰক থোৱালে। এওঁৱেই সম্ভৱতঃ ৰাম-চন্দ্ৰ। অন্যান্য দিহা উপদেশো ওচৰত থকা দুই এজন ভকতক দিলে আৰু ১৫৫৪ শকৰ আঘোণ মাহত উত্থান একাদশীৰ দিনা বন্দীঘৰতে নশ্বৰ দেহা পৰিহাৰ কৰিলে। যি দুই চাৰিজন ভকতে সান্নিধ্য পাই আছিল সেই সকলেই দাহ কাৰ্য্যাদি কৰিলে। মিশ্ৰপত্নী আৰু শিশু ৰামকৃষ্ণক কোনোবা এগৰাকী কুৱঁৰীয়ে মনত বেয়া লাগি লৈ গৈ কিছুদিন ৰোজ-বাজ দি ৰাখি-ছিল। ৰজাদেৱ মাঘৰ দিনতহে গড়গাৱঁলৈ উলটি আহিল। তাৰ আগতে আঘোণত মিশ্ৰদেৱে ইহসংসাৰ ত্যাগ কৰিছিল; গতিকে সোধ কৰিবলৈ নাপালে। ৰজা প্ৰতাপসিংহ মিশ্ৰদেৱৰ মৃত্যুৰ কাৰণ স্বৰূপে বধৰ ভাগী হৈছিল কিন্তু নিজে মৰোৱা নাছিল। নিৰঞ্জনদেৱ আৰু ৰামহৰি বোলা

৬ এই মঠাৰ ঘৰৰ লোক এতিয়াও দেৰগাওঁ, মাজুলী আদি ঠাইত আছে। তাৰে এজন আউনীআটীৰ সত্ৰত বাস কৰা উদাসীন বৈষ্ণৱ। তেওঁ সত্ৰৰ বৃদ্ধতম ভক্ত।

এজনে অস্থি লৈ গৈ গঙ্গাত লগালে[৭]। ধৰ্ম্মবেদিত আৰু এজন মহাসন্ত-পুৰুষৰ প্ৰাণাহুতি পৰিল।

ইপিনে কুকুৰাবাহী সত্ৰৰ থিতি নোহোৱা হ'ল। ঘাই ধৰণী অধি-কাৰেই কোনো নাই। জয়হৰিদেৱ নো ক'ত আছে তাকো জানিবলৈ উপায় নাছিল। তেওঁ পাৰ্য্যমানে লোকচক্ষু এৰাই ফুৰিছিল। কুকুৰাবাহী সত্ৰ কিছুদিনলৈ উকণ্ডা হৈ নিজম পৰিল।

## জয়হৰিদেৱ ঃ

জয়হৰিদেৱে গোবিন্দ মহাপ্ৰভু আৰু দুই চাৰিজন বৈষ্ণৱক লৈ আলেঙে আলেঙে ভ্ৰমি ফুৰিছিল। পাছত মিশ্ৰপত্নী আৰু ল'ৰা দুটিও লগত লৈ ফুৰিছিল। য'তে থাকে ত'তে গম পোৱা মাত্ৰকে ভকতসকল লগ লাগে, নাম-প্ৰসঙ্গ কৰে, ওচৰৰ লোকে শৰণ ভজন লয়। মহাদুৰ্যোগৰ আহুকলীয়া পৰিস্থিতিতো কোনো দিনে গোবিন্দ পূজা আৰু নাম-প্ৰসঙ্গ এৰা পৰা নাছিল। স্থাপিত কুকুৰাবাহী এৰাবাৰী যেন হলেও জয়হৰিদেৱে অপ্ৰতিহত ইচ্ছাশক্তি আৰু অবিচলিত নিষ্ঠাৰ বলত কুকুৰাবাহীক চলন্তা সত্ৰ ৰূপে বৰ্ত্তাই আছিল।

মিশ্ৰদেৱৰ আথানী মৃত্যুৰ কথা গাৱেঁ গাৱেঁ প্ৰচাৰ হৈ গ'ল। প্ৰজা, ৰাজ-পাত্ৰ, সকলোৱে হাহাকাৰ কৰিলে। দেওধাই বুৰঞ্জী মতে "পাচে লাক্লি ৰাইচিঙ্গা শকত (১৫৫৪ খৃঃ) ৰজাদেৱে মিশ্ৰবাপুক মাৰিলে। (ছেদ ১০০)" সেই বুৰঞ্জীয়েই আন এঠাইত কৈছে "সতাইৰ কথা লৈ মিচিৰ গোসাঁইক মাৰিলে, বহুত উৎপাত হল।" কুকুৰাবাহীৰ গোসাঁইৰ ৰাজপদ লোৱাৰ কোনো অভিপ্ৰায় নাছিল এই কথা প্ৰজাই ভালকৈ জানিছিল। অজিজ্ঞাসী ক্ষিপ্ৰকাৰী ৰজাৰো

---

৭ কেবাখনো বুৰঞ্জীয়ে 'মিচিৰ বাপুক মাৰিলে' 'মিশ্ৰবাপুক মাৰিলে' "মিশ্ৰ-গোসাঁইক মাৰিলে" এইদৰেহে কৈছে। গোবিন্দদাসেহে সন্ত-সম্প্ৰদা কথাত 'বন্দীশালত প্ৰাণ গৈলা' বুলিছে। গোপালদেৱৰ চৰিত পুথিতো বন্দী অৱস্থাত ৰংপুৰত নৰিয়া পৰি মিশ্ৰদেৱ 'দেহা এৰি চলি গৈলা বৈকুণ্ঠ নগৰী' বুলি কোৱা আছে। বন্দী অৱস্থাত নৰিয়া পৰি দেহা এৰাযাৰেই সঁচা, কাৰণ মিশ্ৰদেৱক দায় ধৰিছিল, সোধ নহলেই কাৰণ ৰজাদেৱ লাক্লি ডাপচেও শকত হাতী ধৰিবলৈ গৈ লাক্লি ৰাইচিঙ্গা শকত (১৫৫৪) ৰজাদেৱ মাঘত দিনতহে উত্তৰকূলৰ জামিৰগুৰিৰপৰা গড়গাওঁ আহি পায়। তাৰ আগতে আঘোণত মিশ্ৰদেৱৰ মৃত্যুৱেই ঘটিল (দেওধাই বুৰঞ্জীৰ ছেদ ১০০ চাওক)। বন্দী-শালত প্ৰাণত্যাগ কৰাৰ কাৰণেই ৰজাই মৰোৱা বুলি প্ৰচাৰ হৈ গৈছিল। বুৰঞ্জীয়ে তাকে কৈছে। চৰিতকাৰ নিজে সেই সময়ত জীৱিত আছিল গতিকে বিস্তাৰিত খবৰ জানিছিল।

সেইকথা বুজিবলৈ সৰহদিন নালাগিল। অমঙ্গল-উৎপাতেও হয়তো ৰাজৰোষ শাম কটাত সহায় কৰিলে। গতিকে কুৰুৱাবাহীৰ ভকত আৰু জয়হৰিদেৱে দেখাদেখিকৈ অভয় নাপালেও সন্ত্রাস ক্রমে ক্রমে আঁতৰিল আৰু অজ্ঞাতবাস এৰি বিদিতে ফুৰিবলৈ ললে। ভকত বৈষ্ণৱসকলো চাপি আহিল। গোপাল-দেৱৰ পূৰ্ব্বৰ নিৰ্ণয় মতেই ভকত-বৈষ্ণৱে জয়হৰিদেৱক অধিকাৰ পাতি সেৱা কৰিলে। গোপালদেৱৰ ভতিজা বুলিও সকলোৱে বিশেষ মান্যতা পাবলৈ ধৰিলে। এসময়ত কেইজনমান বৈষ্ণৱে জয়হৰিদেৱক সত্ৰৰ অধিকাৰ কৰি দিবলৈ গোপাল-দেৱক খাটনি ধৰিছিল। গোপালদেৱে তেতিয়া জয়হৰিদেৱক সাবটি ধৰি কৈছিল “তোতেসে ৰহিবো মঞি, গুণি চাস আছে কোন মোৰ।” আৰু কৈছিল “এতিয়া মিশ্রদেৱ সমে থাকা, মোৰ বাক্য ধৰা, পাছে সৱে হুইবেক তোমাৰ।” (পদ ৮৬৩)। মহাসত্ত্ববান পুৰুষৰ ভবিষ্যভেদী সেই বাক্য যে ইমান কম দিনতে ফলিব লগৰ ভকত-বৈষ্ণৱেও ভাবিবপৰা নাছিল। এটা প্রদীপশিখা তেল পুৰি নুমালেও তাৰপৰা লগাই নিয়া আন এটা প্রদীপৰ পোহৰ বৰ্ত্তি থকাৰ দৰে জয়হৰিদেৱত গোপালদেৱ বৰ্ত্তি থাকিল, ভ্রাতৃজপুত্রত প্রজারূপে, শিষ্যত গুৰুৰূপে।

এইদৰে জয়হৰিদেৱ যলৈকে যায় তাতে সাময়িক ভাবে কুৰুৱাবাহী সত্র অধিষ্ঠিত হোৱা যেন হয়। কিন্তু চাবেক কুৰুৱাবাহীত আগৰদৰে বহিবলৈ যেনেকুৱা পৰিবেশ লাগে তেনেকুৱা পৰিবেশ তেতিয়াও হোৱা নাছিল। ভক্ত প্রজাৰ মনত সদায় অসন্তোষ, জয়হৰিদেৱ বা ক'ত আছে, কলৈ বা গ'ল কোনেও সঠিককৈ কব নোৱাৰে। কেনেবাকৈ কিৱা গুং-সূত্র পাই সেৱা কৰোঁ বুলি বিচাৰি গ'লেও বহুতে লগ নাপাই উভতিব লাগে। জয়হৰিদেৱে লগৰীয়া-বৃন্দই সৈতে হয়তো ইতিমধ্যেই সেই ঠাইৰপৰা বাহৰ সামৰিছে। এনেদৰেই মাহ নহয়, বছৰকৈয়ে কিছু কাল গ'ল। এনেতে ১৫৬৩ শকৰ ভাদমাহত বুঢ়াৰজা প্রতাপসিংহ স্বৰ্গদেউৰ লোকান্তৰ ঘটিল।[৮]

[৮] চৰিতকাৰে ভাদমাহত বুঢ়াৰজাদেৱ ঢুকোৱা বুলি লিখিছে ‘এমনে আছিলা বহুকাল ঠাই ঠাই। বৃদ্ধৰাজা মৰিলেক ভাদ্র মাস পাই (১১৯২ পদ)। দেওঁধাই বুৰঞ্জীয়ে—‘লাঙ্কি ৰাইচি শকত, বাৰ মুংচেওত ৰজাদেও স্বৰ্গী হল।” (চেদ ১২০)। মাহৰ উল্লেখ কৰা নাই কিন্তু নৰিয়া ৰজা হোৱা মাহ আহিন বুলি উল্লেখ কৰিছে— “১৫৬৩ শকৰ আহিনৰ দিনত শ্রীশ্রী ত্যাওফা চুৰম ৰজা হল”—(চেদ ১২১)। ভাদ্র মাহত বুঢ়া ৰজাদেৱৰ মৃত্যু হোৱাৰ লগে লগে ডাঙৰীয়া সকলে নৰিয়া ৰজাক পাতিলে কিন্তু আহিনত পাটত উঠিল। চৰিত কাৰৰ কথা ঠিকেই।

১৫৬৩ শকৰ আহিন-মাহত চুৰমফা ( ভগাৰজা ) ৰজা হ'ল। এই ভগা-ৰজা আৰু এওঁৰ ভায়েক চুত্যিংফা ( নবিয়া ৰজা ) এই দুইজনে বংশীগোপালৰ মাহাত্ম্যই মুগ্ধ কৰিছিল আৰু এওঁলোকে প্ৰভুক নানা ভাবে সহায়তাও কৰিছিল। এই কথা গোপালদেৱৰ চৰিতকাৰে কেবাবাৰো উল্লেখ কৰিছে। পশ্চিমলৈ যাব খোজা গোপালক আধা বাটৰপৰা ভটিয়াবলৈ নিদি উলটিবলৈ বাধ্য কৰাৰ গুৰিতে সম্ভৱতঃ এই দুজনাৰ এজনাই। বুঢ়া ৰজাদেৱৰ ৰৰজন আৰু ৰৰমাজুজন আগতেই নবিয়া পৰি ঢুকাইছিল। বাকী তিনিজনৰ ভিতৰত এই চুৰম আৰু চুত্যিংৰ ৰজা হোৱাৰ আগ ডোখৰত বৰ মিল আছিল। পিতৃ-ৰজাৰ মৃত্যুৰ ক্ষণত কোন ৰজা হব এই লৈ কথা উঠিল "সকজনা গোহাঁইদেৱে ষাঠী কাঁড় ধেনু, হিলৈ, দা বাৰুদ লৈ আপোনাৰ মানুহেৰে ভগা ৰজাকে নবিয়া ৰজাকে এই দুইক ধৰিবৰ মনে সাৱধানে আছিল।" ( দেওধাই বুৰঞ্জী, ছেদ ১২০ )। কিন্তু ভগাজনা আৰু নবিয়াজনা গোহাঁইৰ ভিতৰত কোন ৰজা হব এই কথা উঠাত ইজনে সিজনলৈ ঠেলিয়াইছিল। আহোম বুৰঞ্জীত এইটো এটা বিৰল কিন্তু মন ভাল-লগোৱা ঘটনা—"পাচে এই কথা দুই ভায়েকে জানি আলচ কৰি ভগাৰজাই নবিয়া ৰজাক কলে—"মোৰ ল'ৰা-লুৰি নাই এতেকে আগ-পাচলৈকো আশা নাই। মই ৰজা হলে ভাল নহয়, তুমিয়েহে ৰজা হবলৈ ভাল, তথাপি তুমি তেও ৰজা নোহোৱা, ভাল,ময়ে ৰজা হৈ ৰজা নাম লৈ খাই থাকিম ; ৰাজ্য-পাট সকলোখিনি তোমাৰহে", ( দেওধাই বুৰঞ্জী, ছেদ ১২০ )। "ডাঙৰীয়া সকলোকে মুখ্য কৰি সকলেও নবিয়া ৰজাক বুলিলে—'আমি পাইক বন্দী সকলোৰে মনে স্বৰ্গদেৱ, আপুনি পাটত বহিলে ভাল দেখোঁ।' পাচে নবিয়া ৰজা ডাঙৰীয়াসকলক বোলে "তোমালোকে যি কৈছা কব পোৱা, কিন্তু ৰৰককাই থাকোঁতে সৰু ভায়েকে ৰজা হবলৈ যুগুত নহয়। তোমালোকে ককাইকে আনি ৰজা লোৱাহঁক।" পাচে নবিয়া ৰজাৰ কথা পেলাব নোৱাৰি ডাঙৰীয়া সকলো মুখ্য কৰি সকলেও তাওফা চুৰমক ৰজা পাতিলে।" ( দেওধাই বুৰঞ্জী ছেদ ১২১ )। এই চুৰমফাকে আকৌ ডা-ডাঙৰীয়াসকলে ভাঙি নবিয়াজনাক ৰজা হবলৈ একপ্ৰকাৰ বাধ্য-কৰিলে। তেতিয়া ভগাজনাই পোনতে অস্ত্ৰ-শস্ত্ৰ লৈ সাজু হৈ পাছত বোলে 'মোৰ কন্দলত কোন কাম?' এইবুলি সকলক হাক দি ঘৰত সোমাই থাকিল।" ( সাতসৰি বুৰঞ্জী, ছেদ ১৮২ )।

এই ঘটনাৰপৰাই এই দুজন কোঁৱৰৰ স্বভাৱত সাধাৰণতে সিংহাসন-কামী কোঁৱৰবিলাকতকৈ ব্যতিক্ৰমী গুণ দেখা যায়। যদিও ৰাজকাৰ্য্যৰ

পৰিবেশ আৰু পূৰ্ব্বৰপৰা চলি অহা কঠোৰ কন্টক-শোধন নীতিৰ বশ-ৱৰ্ত্তী হৈ ৰজা হোৱাৰ পাছত তেওঁলোকেও মতি স্থিৰ ৰাখিব নোৱাৰি কিছুমান অকাৰ্য্য কৰিছিল, তথাপি কোৱঁৰ দুজনৰ গোপালদেৱ আৰু মিশ্ৰ-দেৱৰ সান্নিধ্যলৈ আহি ধৰ্ম্মলৈ মতি হৈছিল। কিজানি তাৰ প্ৰভাৱতে তেওঁলোকৰ মাজত মিলো আছিল আৰু ৰাজপাট পাবলৈ হামৰাও কাঢ়ি অপকৰ্ম্মও কৰা নাছিল।

বংশীগোপালদেৱৰ চৰিতকাৰে বৃদ্ধৰাজাৰ (বুঢ়া-ৰজা) মৃত্যুৰ পাছত "ৰাজাৰ কুমৰ ভৈলেক ভকত।" বোলোঁতে কাৰ গুৰিত ভকত হৈছিল স্পষ্টকৈ কোৱা নাই। সুকুমাৰ মহন্তৰ ঘৰৰ অসম বুৰঞ্জীত আছে "কতো দিন থাকি বংশীগোপালে দেহ এৰিলত মিশ্ৰ গোসাঁই সত্ৰৰ অধিকাৰ হ'ল। গোসাঁইও মহাৰাজাৰ পুত্ৰ দুজনক ভকত কৰালে। সিবোৰেও ভকত হুই কুৰুৱাবাহীত ডাঙৰকৈ সত্ৰ পাতি দিলে।"[১] (সুকুমাৰ বুৰঞ্জী, ছেদ ১৪৮)। এই মতে দুয়ো ৰাজকোৱঁৰক মিশ্ৰদেৱেই ভকত কৰালে বা কৃষ্ণত শৰণ দিয়ালে। কিন্তু কুৰুৱাবাহী সত্ৰ সজাই দিয়া কামটো বুঢ়াৰজাদেৱৰ মৃত্যুৰ পাছত হোৱাটোৱেই বেছি সম্ভৱ; আগতে কৰিবলৈ নিৰ্ভয় পৰিবেশ নাছিল। কুৰুৱাবাহী সত্ৰ মিশ্ৰদেৱৰ দিনত সজোৱা হোৱা নাছিল। মিশ্ৰদেৱে দেহা এৰাৰ পাছত জয়হৰিদেৱ এঠাইতে থিত লাগি থকাই নাছিল। চৰিতকাৰে কোৱা মতে বুঢ়া-ৰজাৰ মৃত্যুৰ পাছতহে ভগাৰজাদেৱে কুৰুৱাবাহী সত্ৰ সজাই-দিয়াহাৰ প্ৰকৃত কথা। ভয় নষ্ট হ'ল, ভক্তবিলাক ব্যক্তৰূপে ওলাল, ৰজাই (ভগাৰজাই) কুৰুৱাবাহীত গৃহাদি সজাই দিলে। পূৰ্ব্বৱতে ভকতৰ হাটী বাটী হ'ল। জয়হৰিদেৱ তাতে অধিষ্ঠিত হৈ মাঘত দেৱ-গোপালৰ তিৰোভাৱ তিথিৰ মহা-মহোৎসৱ কৰিলে।

## নিৰঞ্জনদেৱ—কুৰুৱাবাহীৰ অধিকাৰ ঃ

ভগাৰজাদেৱে নতুনকৈ হাটী-বাটী নিৰ্ম্মাণ কৰাই কুৰুৱাবাহী সত্ৰক

১ ৰাজাৰ কুমৰ ৰাজা ভৈলেক ভকত।
নষ্ট হৈল ভয় ব্যক্ত ভৈল ভক্ত যত॥
ৰাজা গৃহ সজাই দিলা কুৰুৱা বাসীত।
জয়হৰি দেৱপাছে তাতে ভৈলা থিত॥
পূৰ্ব্বৱতে হাটী বাটী ভৈলা ভকতৰ।
মহা মহোৎসৱ ভৈল দেৱ গোপালৰ॥ ১১৯৩—৯৪

থিতাপি লগাই দিলে সঁচা, কিন্তু অধিকাৰ হিচাপে অধিষ্ঠিত থাকি সৰহদিন ধৰ্ম্ম বিলাবলৈ নাপালে। নৰিয়া পৰি জয়হৰি প্ৰভুৱে দেহা নৰব বুলি কিবা উমান পালে। সত্ৰৰ অধিকাৰৰ নিৰ্ম্মালি কাৰ শিৰত দি যাব এই কথা লৈ জয়হৰিদেৱৰ চিন্তাত পৰিল। মিশ্ৰদেৱৰ দুই পুত্ৰৰ বয়স ১২।১৪ বছৰ। চৌধ বছৰতকৈ বেছি নাছিল, কাৰণ ১৫৫৪ শকত মিশ্ৰদেৱৰ দেহান্তৰ সময়ত ৰামকৃষ্ণই "শোক, তাপ দুখ নাজানয়" খুব বেছি হয় যদি দুবছৰ। সৰুজন দুই তিনি বছৰৰ সৰুহে; ৮।৯ বছৰীয়া আছিল। ১৫৬৩।৬৪ চনত ভগাৰজাদেৱৰ দিনত দুয়োজনৰ বয়স ক্ৰমে ১২।১৪ বছৰৰ বেছি নাছিল। সত্ৰ ধৰিবৰ যোগ্য বয়স এজনৰো হোৱা নাছিল। জয়হৰিদেৱৰ অজ্ঞাত বাসৰ কালতে লগ লগা পৰমাই গুৰুৰ পৰিনাতি তেওঁৰ নাতি-ল'ৰা লক্ষ্মীনাৰায়ণদেৱ লগ লাগিছিল। তেওঁৰো বয়স নিচেই কম আছিল। সাতে-সোতৰে ভাবি জয়হৰিদেৱৰ মনত পৰিল সত্ৰৰ পাঠক আৰু পাছত ভাগৱতী হোৱা নিৰঞ্জনদেৱলৈ। ভকতসকলে সৈতে নিৰঞ্জনদেৱকে সত্ৰৰ অধিকাৰ পতাৰ সিদ্ধান্ত কৰি জয়হৰিদেৱে কলে—

নিৰঞ্জন বাপু ভাগৱতত সুজান।
ৰজা প্ৰজা সকলো কৰয় তাঙ্ক মান॥
পৰম গহীন ধীৰমতি মহাসন্ত
সত্ৰ অধিকাৰী যোগ্য তেহেসে হোৱন্ত॥

নিৰঞ্জনদেৱ সেই সময়ত সত্ৰত নাছিল। কুৰুৱাবাহীত ৰাজভয় আৰু সত্ৰ বিঘাতন হোৱাৰ সময়ত জয়হৰিদেৱৰ দৰে তেওঁ বিভিন্ন ঠাইত অজ্ঞাতবাস কৰাদি কৰি ফুৰিছিল। জয়হৰিদেৱ নৰিয়া পৰা সময়ত নিৰঞ্জনদেৱ কাণ্ডিগ্ৰামত আছিল। (শিলিখাগুৰি আৰু নাৰায়ণপুৰৰ মাজতে অৱস্থিত কাঁড়ী গাওঁ নামৰ ঠাইৰ সংস্কৃতীয়া ৰূপ) এই ঠাইলৈ তেওঁক আনিবলৈ জয়হৰিদেৱে দুজোৰামান মানুহ পঠালে। জয়হৰিদেৱৰ আহ্বান মতে নিৰঞ্জনদেৱ আহিল কিন্তু আহি পাওঁতে পাওঁতে পলম হোৱাত জয়হৰিদেৱে প্ৰয়াণকাল সন্নিকট যেন ভাবি ভকতসকলক এধাৰ মালা দেখুৱাই কলে—"নিৰঞ্জন বাপু দেখোঁ আহি নাপালে। তেওঁ আহি নৌ পাওঁতেই যদি কেনেবাকৈ মোৰ মৰণ মিলে এই মালাধাৰ তেওঁৰ শিৰত দিবা আৰু তেওঁক কবা দামোদৰদেৱ, গোপালদেৱ আদি সন্তসকলৰ আজ্ঞাপৰ এই সত্ৰৰ ভাৰ আমাৰ ওপৰত আছিল, তাক তেওঁৰ শিৰত দিলোঁ। সত্ৰ ভকতক প্ৰতিপাল কৰি হৰি-সেৱা প্ৰৱৰ্ত্তাই থাকিব।" এইবুলি

জয়হৰি নীৰৱ হ'ল। ভকতসকলে অবিৰাম নাম গাবলৈ ধৰিলে। এনেতে নিৰঞ্জনদেৱ গৈ উপস্থিত হ'ল। ভকতসকলে শৰাইত থোৱা মালাধাৰ জয়হৰি-দেৱৰ হাতত পুনৰ ধৰাই দিলে। নিৰঞ্জনে মূৰ দোৱাঁলে।

দেৱনিৰঞ্জনে মাথা পাতি আছিলন্ত।
লড়িদেৱে তান শিৰে মালাক দিলন্ত॥
সাধু সমস্তৰ বাক্য আমি ধৰিছিলোঁ।
আজি সমস্তকে তযু শিৰে সমৰ্পিলোঁ॥
প্ৰতিপাল কৰিবা ভকত সমস্তক।
ধৰ্ম্ম-পৰায়ণ হুয়া ৰাখিবা সত্ৰক॥
আৰ বহু বাক্য বুলি হৰি স্মৰিলন্ত।
(শ্ৰীশ্ৰীগোপালদেৱ পদ ১২০৪-৫)

লড়ি গোসাঁই জয়হৰিদেৱৰ ইচ্ছা আছিল আৰু সেই কথা হেনো বাৰম্বাৰ কৈছিলও যে দেৱ গোপালে যি ঠাইত দেহা এৰিছিল সেই ঠাইতে যেন তেওঁৰ দেহাও পৰে। ঈশ্বৰে ভক্তৰ মনোবাঞ্ছা পূৰণ কৰিলে। গ্ৰামে অৰণ্যে ক'তো থান-থিত নোহোৱাকৈ যিজনে বহুতকাল যাযাবৰী জীৱন যাপন কৰিলে, অন্তিম কালত সেইজনে কুৰুৱাহীত গোপালদেৱৰ শেষ শয়নৰ ঠাইডোখৰৰ নিচেই কাষতেই এডোখৰ ঠাইত শেষ বাৰলৈ নিশ্বাস পেলোৱাৰ মহাভাগ্য লাভ কৰিলে। বনমালীদেৱ আৰু নিৰঞ্জনদেৱ দুই পাশে সাৱটি ধৰিলে, লক্ষ্মীনাৰায়ণে পাৱ চপাই ললে। চাৰিও পাশে ভকতসকলে নাম গাই গাই ঘূৰি আছিল। এনে নামময় পৰিবেশত ফাগুনৰ শুক্লা অষ্টমীৰ দিনা জয়হৰিদেৱৰ গোবিন্দ-সালোক্য প্ৰাপ্তি ঘটে। লক্ষ্মীনাৰায়ণে ঔৰ্দ্ধদেহিক কাৰ্য্য সম্পন্ন কৰে। বৰবৰুৱাই বহুত সম্ভাৰ যোগালে—পূৰ্ব্বৰ দৰে মহামহোৎসৱ হ'ল। মুৰাৰি নামৰ এজন সত্ৰস্থ বৈষ্ণৱে গঙ্গাত অস্থি লগালেগৈ। নিৰঞ্জনদেৱ কুৰুৱাবাহীৰ সত্ৰাধিকাৰ হ'ল।

---

## পঞ্চম অধ্যায়

# নিৰঞ্জনদেৱ ঃ আউনীআটীৰ সত্ৰাধিকাৰ

নিৰঞ্জনদেৱ কুৰুৱাবাহীৰ সত্ৰাধিকাৰ হোৱাৰ পাছতে ভগাৰজাদেৱৰ এক ঘোষণা আছিল।

"সেহিবেলা ৰাজাৰ বচন শুনিলন্ত—
গোবিন্দ ঠাকুৰ সমে আউনীআটীত।
পাঠকক গুৰুৱে সমে থাপিবো নিশ্চিত ॥
মদন গোপাল সমে কুৰুৱাবাসিত।
বনমালী আতাক থাপিবো মোৰ চিত ॥
এই দুই কাৰ্য্য যদি মোৰ সিজিলেক।
তেবে ৰাজপদ জীৱ সাফল হুইবেক ॥
হেনয় শুনিয়া ভক্ত সকলো ৰহিলা।
পাঠক দেৱক সত্ৰ অধিকাৰ দিলা।" ( ১২০৬-৭ পদ )

এই আজ্ঞাৰ তাৎপৰ্য্য শেহৰ দুশাৰী পদত নিহিত আছে। নিৰঞ্জনদেৱ কুৰুৱাবাহী সত্ৰৰ পাঠক ভাগৱতীহে আছিল। গোপালদেৱে সেই কাৰ্য্যকে কৰি থাকিবলৈ আদেশ দি গৈছিল। মিশ্ৰদেৱৰ স্নুদিন কেইটাত দেৱ নিৰঞ্জনে তাকে কৰিও আছিল। মিশ্ৰদেৱ পোষ্যপুত্ৰ, জয়হৰিদেৱ ভতিজা; সেইকালৰপৰা চালে গোপালদেৱৰ বংশৰে এজনে এই ভাৰ নামত হলেও পাব লাগিছিল। নিৰঞ্জনদেৱ গোপালদেৱৰ বংশজ নাছিল, আন ধৰণেও নিকট আত্মীয় আছিল বুলি ক'তো উল্লেখ পোৱা নাযায়। এনেস্থলত সত্ৰৰ বৃদ্ধ বৈষ্ণৱসকলৰ কোনোৱে জয়হৰিদেৱৰ এই মনোনয়ন সন্তুষ্টচিত্তে গ্ৰহণ কৰিবলৈ টান পোৱাষাৰ একো আচৰিত হবলগীয়া কথা নহয়। পাছে ৰাজ-আজ্ঞাই তেনে ওজৰ-আপত্তিলৈ বাট নথলে। চৰিতকাৰে তাকেহে "হেনয় শুনিয়া ভক্ত সকলো ৰহিলা" বুলি আগগুৰি নভ গুাকৈ থোৰতে কৈ থলে।

আচম্বিতে ৰাজ-আজ্ঞাৰ প্ৰয়োজনেই বা কেলৈ হ'ল আৰু নিৰঞ্জনদেৱকেই

বা আউনীআটীত থাপিম বোলা কথাৰ গুৰি ক'ত এই বিষয়ে আগগুৰি মাৰি কথাবোৰ নাজানিলে আসোঁৱাহ বৈ যোৱাৰ থল আছে।

ৰাজ-আজ্ঞাৰ প্ৰয়োজন অৱশ্যে হৈছিল। মিশ্ৰদেৱৰ ঘটনাৰ পাছত ৰজাৰ বিশ্বাসভাজন সুপাত্ৰ এজন সত্ৰৰ গৰাকী নহলে সত্ৰৰ ভৱিষ্যত সম্পৰ্কে নিঃশঙ্ক হোৱা সেইকালত সম্ভৱ নাছিল। সত্ৰৰ শুভাকাঙ্ক্ষী ৰজা এজন পাটত বহাত আৰু সেই জনায়ে কুৰুৱাবাহী সত্ৰ পুনঃ সজাই দিয়াত জয়হৰিদেৱ আশ্বস্ত হৈছিল; কিন্তু আগলৈকো নিশ্চিন্ত হোৱাৰ প্ৰয়োজন নিশ্চয় অনুভৱ কৰিছিল। সেইদেখি সম্ভৱ নিৰঞ্জনদেৱৰ কথা কৈ ৰজাৰ অনুমোদন বিচাৰিছিল। অথবা এনেও হব পাৰে নিৰঞ্জনদেৱক অধিকাৰ পদ দিয়াত দুই চাৰিজন পুৰণি ভকত সন্তুষ্ট হব নোৱাৰি ৰজাৰ কাণত পেলাইছিল। ভগাৰজাদেৱ নিৰঞ্জনদেৱ আৰু বনমালীদেৱ দুয়োজনৰ প্ৰতি অনুৰক্ত আছিল; কোৱঁৰে এওঁলোকৰপৰা ভাগৱত শুনিছিল সেইদেখি এটা মীমাংসা কৰি এটা সুস্থ পৰম্পৰাও প্ৰবৰ্ত্তিত কৰিছিল, কাৰণ পাছতো নিৰঞ্জনদেৱে কেশৱদেৱক ডেকা মনোনীত কৰোঁতে ৰজাৰ অনুমোদনক্ৰমেহে কৰিছিল। প্ৰধান প্ৰধান চাৰিসত্ৰত সত্ৰাধিকাৰৰ নিৰ্ম্মালি লোৱা সময়ত আনুষ্ঠানিক ৰূপে ৰাজ-আজ্ঞা শুনোৱাটো পাছত এটা অৱশ্য-পালনীয় নিয়ম হৈ পৰিছিল। এই বিষয়ে পাছত সবিশেষ আলোচনা কৰা যাব।

দ্বিতীয় আসোঁৱাহ হ'ল, নিৰঞ্জনদেৱকে জয়হৰিদেৱ আৰু স্বয়ং ৰজাই কিয় সমৰ্থন কৰিলে? ৰামকৃষ্ণ লক্ষ্মীনাৰায়ণৰ বাৰু বয়স কম আছিল কিন্তু সত্ৰৰ মানভগীয়া এজনকেই যদি অধিকাৰ কৰিব লগা হৈছিল তেনেহলে ভাগৱতী, বৰদেউৰী আদিৰ কথা মনলৈ নানি সেই সময়ত সত্ৰত বাস কৰি নথকা নিৰঞ্জন-দেৱক মতাই অনালে কিয়? এই কথাৰ উত্তৰ দিওঁতে অলপ আগৰ কথালৈ যাব লাগিব।

জয়হৰিদেৱে নিৰঞ্জনদেৱৰ যোগ্য পাত্ৰতাৰ বিষয়ে কওঁতে ভাগৱতত সুজান, পৰমগহীন, ধীৰ, মহাসন্ত বুলি ঘাই গুণকেইটা উল্লেখ কৰাৰ উপৰিও— "ৰজা প্ৰজা সকলো কৰয় তাঙ্ক মান" বুলি এটা অধিকা গুণৰ কথাই উল্লেখ কৰিছিল। প্ৰজাই মান কৰিছিল সঁচা কিন্তু ৰজায়ো মান কৰিছিল বোলাষাৰ কেবল কথাৰ লাচ মাথোন নহয়। ৰজায়ো মান কৰাষাৰ প্ৰকৃততে সঁচা কথা। গোপালদেৱৰ চৰিতকাৰে তেওঁৰ বিষয়-বস্তু প্ৰায় ওৰ পৰাৰ পাছত এইবোৰ কথা —"স্থূলৰূপে কহো কিছুমান" বুলি সংক্ষেপ কৰিবলৈ গৈ নিৰঞ্জনদেৱ ৰাজভয়ত আঁতৰি থকা কাল ডোখৰত নিৰঞ্জনদেৱৰ বৃত্তান্ত বিশেষ একো কোৱা নাই।

আউনীআটী সত্ৰৰ দ্বিতীয় অধিকাৰ কেশৱ-চৰিত্ৰৰ লিখক কবিচন্দ্ৰ দ্বিজে এই বিষয়ে সংক্ষেপে অলপ কৈছে[১]।

আগতে কোৱা হৈছে, নিৰঞ্জনদেৱৰ ককাদেউতাক সূৰ্য্যকন্দলিৰ ভূঞাঁ-সকলৰ মাজত বিশেষ প্ৰতিপত্তি আছিল। ভূঞাঁসকলেই থান-মান দি বৰগুৰু বুলি মান্যসেৱা কৰিছিল। এওঁৰ দুইপুত্ৰৰ বৰজন বিশ্বম্ভৰ আৰু সৰুজন বাসুদেৱ। বাসুদেৱৰ পুত্ৰ নিৰঞ্জন। বৰজনা বিশ্বম্ভৰেই কোঁচ ৰজাৰ অভিযানৰ সময়ত নৰনাৰায়ণ চিলাৰায়ক আশীৰ্ব্বাদ কৰিছিল। পাছত প্ৰতাপসিংহ স্বৰ্গদেৱে ১৪ ঘৰ বামুণ কটকীৰ ভিতৰত বৰগুৰুৰ ঘৰো এঘৰক কটকী পাতিছিল। সেই কাৰণে চৰিতপুথিত তেওঁক কটকীয়া গুৰু বুলি উল্লেখ কৰিছে। বৰগুৰুৰ পুতেকৰ পাণ্ডিত্যৰ কাৰণেই বোধ হয় পণ্ডিতবেষ্টিত কোঁচ ৰজাৰ দৰবাৰলৈ যাবৰ কাৰণে তেওঁক যোগ্য বুলি ভাবিছিল। সেইদেখি বেহাৰলৈ অহা-যোৱা কৰা কামত বৰগুৰুৰ পুতেকক আহোম ৰাজ-কটকী ৰূপে নিয়োগ কৰিছিল। গতিকে এই সূত্ৰে নিৰঞ্জনদেৱৰ ঘৰৰ লগত জ্যেষ্ঠ পিতৃ আৰু পিতৃৰ দিনৰপৰাই ৰজাঘৰৰ লগত সাক্ষাৎ আৰু পৰোক্ষ পৰিচয় আছিল। ভগাৰজা আৰু নৰিয়া ৰজা দুয়ো-জনকে কোঁৰৰ কালত গোপালদেৱ আৰু মিশ্ৰদেৱৰ দিনতো নিৰঞ্জনদেৱে নিশ্চয় লগ পাইছিল। মিশ্ৰদেৱ অশ্বক্ৰান্তৰ ফালে যোৱাৰ সময়তে নিৰঞ্জনদেৱ বলোদেৱ নামে ভকতৰ লগত বেহাৰৰ দামোদৰদেৱৰ সত্ৰত গৈ কেবাবছৰলৈ থাকি ভাগৱত শাস্ত্ৰ ভালকৈ অধ্যয়ন কৰিলে। মিশ্ৰদেৱৰ প্ৰয়াণৰ পাছত তেওঁৰ অস্থি লৈ পশ্চিমলৈ গৈছিল ; উভতি আহোঁতে বেহাৰত বলদেৱৰ গুৰিত কিছু-কাল থাকি ভাগৱত-শাস্ত্ৰৰ পুনৰ অভ্যাস কৰিছিল। এই পৰিচয় পাছত অজ্ঞাতবাস কৰি ফুৰা কালত বেছি ঘনিষ্ঠ হৈছিল। কবিচন্দ্ৰ দ্বিজে কেশৱ-চৰিত্ৰত নিৰঞ্জনদেৱৰ বিষয়ে এইদৰে লিখিছে—

> বৃদ্ধৰাজা বৈষ্ণৱক দুখ দিয়ে জানি।
> লোহিতৰ সিথলে গৈলন্ত মহামানী ॥
> নানাস্থানে থাকি গোভিৰত স্বস্থিলন্ত।
> ঘাৰমৰা বিলৰ সমীপে ৰহিলন্ত ॥

---

১ কেশৱদেৱৰ চৰিত পুথি দুখন পোৱা গৈছে। দুয়োখনেই একেসময়তে লিখা হলেও কবিচন্দ্ৰৰ খন আগৰ। লিখাৰ শক ১৬৫৬। কবিচন্দ্ৰ কেশৱদেৱৰ শৰণীয়া। এওঁ কেশৱদেৱৰ অস্থি লৈ বিভিন্ন তীৰ্থত লগালেগৈ। দুয়োজনৰে লিখক আউনীআটীত বাস কৰা বৈষ্ণৱ। কবিচন্দ্ৰৰ পিতাক জয়ানন্দ দলৈক নিৰঞ্জনদেৱে মেধি পাতিছিল। ইখনৰ লিখক অম্বৰীষ দ্বিজ।

হৰিচৰণৰ সত্ৰে কদিন আছিলা।
পোতাদই গ্ৰামে খোৰা মনাই পুসিছিলা॥
জয়ানন্দ নামে মোৰ পিতৃক তথতে।
মেধি পাতি থৈলা খোৰা মনাইৰ গৃহতে॥
তৈৰপৰা পাঞ্চপাৰা গ্ৰামক গৈলন্ত।
সতানন্দ বিপ্ৰক তথাতে থাপিলন্ত॥
কাণ্ডিগ্ৰাম পাছে দেৱ নিৰঞ্জন গৈলা।
ডেকাৰাজা তাঙ্ক তৈতে সত্ৰ সাজি দিলা॥
ডেকাৰাজা পাছে বেতবাৰীক নিয়াইলা।
গুপুতে দেৱত ভাগৱতক শুনিলা॥
কাণ্ডিগ্ৰামে যেবে দেৱ নিৰঞ্জন আছে।
জয়হৰিদেৱে তথা নিয়াইলন্ত পাছে॥
শিৰে মালা দিয়া সত্ৰে অধিকাৰো দিলা।
জয়হৰিদেৱে তেবে শৰীৰ তেজিলা॥[২] পদ ৮-১২

নিৰঞ্জনদেৱে এইদৰে প্ৰতাপসিংহ ৰজাৰ বৈষ্ণৱ নিৰ্য্যাতনৰ আপদীয়া কাল ডোখৰ গোভিৰ, ঘাৰমাৰা বিল, পোতাদৈ, পাঁচপৰ, কাঁড়ি—ইত্যাদি ঠাইত গোপনে বাস কৰি ফুৰিছিল। কাড়িগাৱঁত থাকোঁতেই ডেকাৰজাই বেতবাৰীলৈ নিয়াই নিৰঞ্জনদেৱৰ মুখে গুপুতে ভাগৱত শুনিছিল। ডেকাৰজাক ভাগৱত শুনাই নিৰঞ্জন-দেৱ পুনৰ কাঁড়িগাৱঁলৈ উলটি গ'ল। ডেকাৰজাই তাতে এখন সত্ৰ সজাই দিছিল। এই কাড়িগাৱঁৰ সত্ৰত থাকোঁতেই জয়হৰিদেৱৰপৰা কুৰুৱাবাহীলৈ সত্ৰ-ভাৰ লবৰ কাৰণে আহ্বান আহে। ডেকাৰজা বোলোঁতে ইয়াত চুৰমফা বা ভগাৰজাকে উদ্দেশ কৰা হৈছে। তেওঁৰ বাহিৰে সেই সময়ত ডেকাৰজা বুলিবপৰা আন কোনো নাছিল। ৰজাৰ বৰ-কোৱঁৰকে মানুহে সাধাৰণতে ডেকাৰজা বুলি-ছিল[৩]। বুঢ়া ৰজা প্ৰতাপসিংহ স্বৰ্গদেৱৰ বৰ আৰু বৰমাজু দুয়োজনা কোৱঁৰৰ আগতে মৃত্যু হৈছিল। চুৰমফাই তেতিয়া বৰ আছিল। চৰিতকাৰ কবিচন্দ্ৰই

---

২ কিছুবছৰ পাছত লিখা হলেও কবিচন্দ্ৰৰ চৰিত পুথিৰ কথাৰ লগত ৰমানন্দ দ্বিজৰ কথাৰ সম্পূৰ্ণ মিল আছে। ৰমানন্দই গ্ৰন্থ-বাহুল্যৰ ভয়ত এৰিযোৱা কথাখিনি যেনিবা কবিচন্দ্ৰই পূৰাই দিছে।

৩ ডেকাৰজা বুলি আহোম শাসন-প্ৰণালীত যুৱৰাজ পৰ্য্যায়ৰ কোনো বিষয় নাছিল। এইযাৰ মুখে মুখে চলা বৰ-কোৱঁৰক উল্লেখ কৰাৰ জনৰীতিহে। বুৰঞ্জীবোৰতো ঠায়ে ঠায়ে ৰৰজনা গোহাঁইক ডেকাৰজা বুলি উল্লেখ কৰা পোৱা যায়।

তেওঁকে ডেকাৰজা বুলি উল্লেখ কৰিছে। কোৱঁৰ কালতে গোপালদেৱৰ সান্নিধ্য লাভ কৰা আৰু নিৰঞ্জনদেৱৰপৰা ভাগৱত শ্ৰৱণ কৰা চুৰমফা গোহাঁই নিৰঞ্জন-দেৱৰ প্ৰতি বিশেষ অনুৰক্ত হৈছিল আৰু বনমালীদেৱৰ পাণ্ডিত্য আৰু তেজ-প্ৰভাৱ দেখিও নিশ্চয় মুগ্ধ হৈছিল। ভগাৰজাদেৱে ডেকাৰজা হৈ থকা কালত বনমালীদেৱৰ মুখেও ভাগৱত শুনিছিল। এই কথা বনমালীদেৱৰ চৰিত্ৰ লিখক ৰমাকান্ত দ্বিজই কৈছে।[৪] জয়াদিত্য নাম লৈ ৰাজপাটত উঠাৰ পাছত এই দুই-জনাক যোগ্য স্থানত বহুৱাবলৈ তেওঁৰ ইচ্ছা হোৱাটো স্বাভাৱিক। তাতে জয়-হৰিদেৱৰ ইঙ্গিত পাই তেওঁ ঘোষণা কৰিলে "আউনীআটীত গোবিন্দ ঠাকুৰে সৈতে নিৰঞ্জনক আৰু মদনগোপাল সমে বনমালীদেৱক কুৰুৱাবাহীত থাপিত কৰিম।"

পাছে ভগাৰজাই নিজ সংকল্প পূৰণ কৰিবলৈ সময় নাপালে। হোৱাৰ আগতে যিজনে "মোৰ ল'ৰালুৰি নাই, এতেকে আগ-পাচলৈকো আশা নাই, মই ৰজা হলে ভাল নহয়" বুলি কৈছিল, ৰাজপাটত বহাৰ পাছতে তেওঁক ৰাজ-কাৰেঙৰ বিসদৃশ বতাহে পালে; তেওঁৰো মতিচ্ছন্ন হ'ল আৰু কেইবাটাও অসহনীয় কুকৰ্ম্ম কৰিলে। শেহত ডাঙৰীয়াসকল অতিষ্ঠ হৈ তেওঁক ভাঙি ভায়েক নৰিয়াজনা চুত্যিংফাক ৰজা পাতিলে—১৫৫৬ শকৰ ভাদ মাহৰ ১৩ দিন যাওঁতে। গোপালদেৱৰ চৰিতকাৰে যদিও কৈছে—

> পাছে ৰাজা গোবিন্দ ঠাকুৰ অনাইলেক॥
> সত্ৰ সাজি আউনীআটীত থাপিলেক॥
> বিস্তৰ ভকত সমে নিৰঞ্জনদেৱ।
> ৰহিলন্ত গোবিন্দদেৱক কৰি সেৱ॥

---

৪ বৃদ্ধ ৰজা পুত্ৰ যিটো পৰম সুমতি।
বালকন্তে জ্ঞান ভৈল হৰিত ভকতি॥
কুমৰ কালতে তান প্ৰতি অনুৰাগ।
ৰজা হয়া তাঙ্ক নিয়াইলন্ত মহাভাগ॥ ১২৫
তান মুখে ভাগৱত কৰিলা শ্ৰৱণ।
পাছে নানা স্তুতি প'ৰ বুলিলা বচন॥
তান্ত তুষ্ট হয়া পাছে তাঙ্ক সম্বোধিয়া।
গোসাঞি বনমালি পূৰ্ব্বসত্ৰক আসিলা॥
(বনমালীদেৱ চৰিত্ৰ, পদ ১২৫-২৬)

মদন গোপাল সঙ্গে বিস্তৰ ভকত।
কুকুৰাবাসীত ৰৈলা ৰাজা আদেশত॥
তাৰ অধিকাৰী ভৈলা দেৱ বনমালী।
থাকিলন্ত সবে ভকতৰ আজ্ঞা পালি॥
( গোপালদেৱ চৰিত্ৰ, পদ ১২১৫-১৬ )

ৰামানন্দ দ্বিজে 'পাছে ৰাজা' বুলিহে কৈছে, কোন ৰজাই কেতিয়া তাক সঠিককৈ কোৱা নাই। এই কথা পৰিষ্কাৰ ভাষাত সঠিক ভাবে লিখিছে কেশব চৰিত্ৰৰ লিখক কবিচন্দ্ৰ দ্বিজে।

কুকুৰাবাসীত যেবে আছে দেৱ হৰি ( নিৰঞ্জনদেৱ )
নপৰীয়া মহাৰাজা ভৈলা জগতত
সুমৰিয়া পূৰ্ব্বনৃপ বচন মনত
আউনীআটীৰ সত্ৰ মণ্ডপ কৰাইলা
হালধিআটীত যজ্ঞ কৰিবাক লৈলা
গোবিন্দ ঠাকুৰ সমে পাঠেক দেৱক
আনিলন্ত নৰপতি যজ্ঞৰ থানক
পৰম প্ৰাৰম্ভে যজ্ঞ সমে দান কৰি
সমস্তে সাধুক পঠাইলন্ত ঘৰাঘৰি
গোবিন্দ ঠাকুৰ সমে পাঠেক দেৱক
দিলা নৃপে আউনীআটী সত্ৰে নিবাসক॥
( কবিচন্দ্ৰ দ্বিজকৃত কেশৱ চৰিত্ৰ, পদ ১২-১৫ )

ওপৰত উদ্ধৃত কৰা দুয়োজনা চৰিতকাৰৰ পদ কেইফাকিৰপৰা এই কথাই সিদ্ধ হয় যে জয়হৰিদেৱে শৰীৰ ৰক্ষা কৰাৰ পাছত নিৰঞ্জনদেৱ কুকুৰাবাহীৰ অধিকাৰ হৈ অলপ কাল আছিল। থাকোঁতে "নপৰীয়া মহাৰাজা ভৈলা জগতত।" এই নৰিয়া মহাৰাজাই পূৰ্ব্বৰ জনা নৃপৰ বচন সুঁৱৰি হালধিআটীত যজ্ঞ কৰাই নিৰঞ্জনদেৱক আউনীআটীত সত্ৰ-মণ্ডপ কৰাই দি ৺গোবিন্দ ঠাকুৰ সমে তালৈ নিয়ালে: ৰজাৰ আদেশ অনুসাৰেই বনমালীদেৱ কুকুৰাবাহীৰ সত্ৰ-পালৰূপে থাকিল। এই ঘটনা নৰিয়া ৰজাদেৱ পাটত উঠাৰ অলপ দিন পাছতে, আনুমানিক ১৫৬৬ শকৰ মাঘ বা ফাগুন মাহত। ১৫৬৬ শকৰ ভাদত নৰিয়া

ৰজাদের পাটত উঠে গতিকে যজ্ঞাদিৰ কাৰণে শুভ মাহ সেই শকৰে মাঘ বা ফাগুন হোৱাই বেছি সম্ভব[৫]।

দুয়োখন চৰিতপুথিৰ কথাত একো প্ৰভেদ নাই। পূৰ্ব্বৰ নৃপ ভগাৰজা বচন আছিল—নিৰঞ্জনদেৱক আউনীআটীত থাপিব আৰু বনমালীদেৱক কুৰুৱাবাহীত থাপিব। কিন্তু সেই বচনমতে কাম কৰি যাবলৈ সময় নাপালে। ভায়েক ৰজা হৈ ককায়েকৰ সেই বচন কাৰ্য্যত পৰিণত কৰিলে। দুই ভাই-ককাই কোৱঁৰ কালত কুৰুৱাবাহীলৈ অহা-যোৱা কৰিছিল, গোপালদেৱৰ অনুৰক্ত আছিল আৰু ৺গোবিন্দৰো ভক্ত আছিল, সেই কাৰণে এনে সত্ৰৰ প্ৰতি মঙ্গল নীতি গ্ৰহণ কৰি সেইমতে দুয়োজনে কাম কৰিছিল। প্ৰকৃতাৰ্থত আহোম শাসনত সত্ৰ-পোষকতা নীতি ভগাৰজাদেৱৰ দিনতে অঙ্কুৰিত হয়; নৰিয়া ৰজাদেৱৰ দিনত সেই নীতিয়ে ডাল-পাত মেলে আৰু স্বৰ্গদেউ জয়ধ্বজ সিংহৰ দিনত ছাঁ দিবপৰা বৃক্ষৰ্ত পৰিণত হয়। নৰিয়া ৰজাই আউনীআটী সত্ৰ সজাইহে দিছিল, কিন্তু মাটি-বাৰী, পাইক, গৰু-ম'হ ইত্যাদি অনুদানেৰে তামৰ ফলি আৰু ৰাজ-কতপাৰে ৰাজ-সমৃদ্ধি দান কৰা নাছিল। সেই কাম কৰিলে প্ৰতাপসিংহ স্বৰ্গদেউৰ নাতি, নৰিয়া ৰজাদেৱৰ জ্যেষ্ঠ পুত্ৰ জয়ধ্বজ সিংহ স্বৰ্গদেৱে। দক্ষিণপাটকে আদি কৰি কেবাখনো সত্ৰৰ ৰাজ-পোষক ৰূপে মাটি-বাৰী মান-মৰ্য্যাদা দি সংস্থাপিত কৰি দিয়া বাবে এইজনা ৰজাৰ নাম সত্ৰ-সংবৰ্দ্ধক ৰূপে প্ৰসিদ্ধ হৈ থাকিল। ভগাৰজা জয়াদিত্য আৰু তেওঁৰ ভায়েক নৰিয়া ৰজা চুতিংফা এই দুজনা স্বৰ্গদেউ এই বিষয়ত ধানপুৰীয়া হৈও চৰিত-পুথিৰ পাতৰ তলতে লুকাই থাকিল।

দিহিং নৈৰ উত্তৰ পাৰে এই সত্ৰ আছিল; সেই সময়ত দিহিংখনেই ব্ৰহ্মপুত্ৰৰ ঠাইত আছিল; পাছত ব্ৰহ্মপুত্ৰৰ এটা সুঁতি আহি দিহিঙেৰে একাকাৰ হৈ যোৱাৰ পাছতো মানুহে লুইত নুবুলি দিহিং বুলিছিল[৬]। দিহিঙৰ উত্তৰ পাৰে

---

৫ বুৰঞ্জীবিলাকত এইবিলাক কথা নাই। ভগাৰজা আৰু নৰীয়া ৰজা এই দুজনাৰ ৰজাৰ কথা বুৰঞ্জীবোৰে বিশেষ একো লিখা নাই। এওঁলোক দুজনাৰ কথা অলপীয়াকৈ উল্লেখ কৰি বুৰঞ্জীবোৰে জয়ধ্বজ সিংহৰ দিনৰ কথাই বেছিকৈ লিখিছে। এওঁলোক দুয়োৰো ৰাজত্বকাল তিনি বছৰমানকৈহে আছিল। তাতে দুয়ো অপ্ৰীতিকৰ পৰিস্থিতিত ৰজা ভঙা গৈছিল। সেই কাৰণেও তেওঁলোকৰ বিষয়ে বহুত কথা বুৰঞ্জীকাৰবিলাকে নিলিখাকৈয়ে এৰি যোৱা যেন লাগে। পাছে চৰিতকাৰবিলাকে সেইবোৰ ঘটনা লিপিবদ্ধ কৰি গৈছে।

যি ঠাইত আউনীআটী সত্ৰখন নৰিয়া ৰজাই পাতি দিছিল তাৰ ঠিক দক্ষিণ কূলত দিহিঙৰ পাৰত মহাদেৱৰ দোল আছিল[৭]। যি ঠাইত সত্ৰখন পাতিছিল তাতে এজোপা গছত আউনীপান আছিল। আটী মানে টিঙনা বা ওখ ঠাই। সেইবোৰ ঠাইত খেতি কৰিবও পাৰি। এনে এডোখৰ আটীত বা ওখ ঠাইত আউনীপান থকা গছ এজোপা থকাৰ কাৰণে ঠাইডোখৰৰ নাম আউনীআটী হৈছিল। আদিম আউনীআটী আজি নাই, কিন্তু নামটো সত্ৰখনে লগত লৈ ফুৰিছে[৮]। স্বৰ্গদেউ জয়ধ্বজ সিংহয়ো পোন প্ৰথমৰ ঠাই খনতে অলপ পশ্চিমলৈ আহল-বহলকৈ জুৰি নামঘৰ মণিকূট আদি পৰিপাটিকৈ সজাই দিছিল।

নপৰীয়া ৰজাদেৱে সত্ৰ সজাই দি নিৰঞ্জনদেৱক এবাৰ ৰাজধানীলৈ নিমন্ত্ৰণ কৰি আগবঢ়াই নি নাওশালিত থান দি পৰম সাদৰেৰে ৰাখিলে। ৰজাদেৱে দেৱৰ ওচৰলৈ গৈ ভক্তি প্ৰসঙ্গৰ নানা কথা সুধি ললে। নিৰঞ্জনদেৱে ৰজাক গঁড়ৰ খড়গৰপৰা কাটি উলিওৱা এডাল জপমালা দি মালামন্ত্ৰ দান কৰিলে। পাছত ৰজাই নানা সম্ভাৰ দি দেৱক সত্ৰলৈ পঠাই দিলে। এইদৰে কতোদিন থাকি ৰজাৰ অনুমতি লৈ পৰশুকুণ্ডত তীৰ্থস্নান কৰিবলৈ গ'ল। ৰজাই লগত যোৱা সৈন্য অলপ আৰু খাদ্য সম্ভাৰ আৰু আন যা-যোগাৰৰ ব্যৱস্থা কৰি দিছিল। দোলাত প্ৰতিমা তুলি নিজে খাটলাত উটি লুইতৰ নাৱত উঠিলগৈ;

---

৬ আউনী পান এক বৃক্ষত আছিল ॥
তাৰ সমীপত জতো সত্ৰ সাজিছিল ॥
এতেকেসে আউনীআটী নাম সত্ৰ কহে।
দক্ষিণে দিহিঙ্গ নদী মহাবেগে বহে ॥
মহাদেৱ দোল নদী সিকূলে আছয়।
শিৱৰূপ শিৱক পূজয় নৰচয় ॥
(কবিচন্দ্ৰ দ্বিজকৃত কেশৱ চৰিত পদ)

ব্ৰহ্মপুত্ৰৰ সুঁতি এটা আহি পাছত দিহিঙৰ লগত লগ লাগিল। এতিয়াও দিহিঙৰ পাৰৰ সোণোৱালবিলাকে ব্ৰহ্মপুত্ৰক বৰ দিহিং আৰু ঘাই দিহিঙক সৰু দিহিং বোলে। এইটো পুৰণি ভূগোলৰ লোকস্মৃতি।

৭ মহাদেৱৰ দোল-ওপৰ দিহিঙ্গীয়া ৰজাদেৱে সজোৱা দ'ল। এই দ'ল দিহিঙৰ পাৰত আছিল। "দিহিঙ্গীয়া ৰজাদেৱৰ দিনত এক ডিয়াৰ হতুৱাই দোল বন্ধালে। সেই দোল বৰ সুন্দৰ হ'ল। ৰজাদেৱে চাই ভাল দেখি পাছে সেই ডিয়াক বটা-বাহন দি তাৰ নাম দিলে দোলচেটিয়া"। (পুৰণি অসম বুৰঞ্জী, পৃ ৪৫)

৮ আউনী পানৰ আটি কাটি সত্ৰ কৰা বাবে আউনীআটী নাম হোৱা নাছিল। হালধিআটী, বেঙেনাআটী, নাহৰআটী ঠাইৰ নামো এনেদৰেই হোৱা। বেঙেনা বা নাহৰৰ আটি কটাৰ কোনো অৰ্থ নহয়।

যাওঁতে বাটত নাও বুৰি বয়বস্তু কিছুমান তল গৈছিল কিন্তু সেইবোৰো লগৰ মানুহে বুৰিয়াই উদ্ধাৰ কৰিলে। পৰশুকুঠাৰত গৈ স্নান দান হোম কৰিলে, পিতৃপুৰুষ আৰু গুৰুসকলৰ পিণ্ডও দিলে। উভতি আহি ৰজাক তীৰ্থজল আৰু নিৰ্ম্মালি দি আশীৰ্ব্বাদ কৰি সত্ৰলৈ উভতি গ'ল। পাছত ব্ৰহ্মানন্দৰ পুত্ৰ কমললোচনক সত্ৰত ভাগৱত পঢ়াৰ ভাৰ দি ৰজাৰ অনুমোদন ক্ৰমে চহৰ ফুৰিবলৈ ওলাল। মেদেলা, তিপাম, অভয়পুৰ, মথুৰাপুৰ আদি বিভিন্ন ঠাইত ফুৰি এক যাত্ৰাতে বহুত লোকক শৰণ লগালে। চহৰ ফুৰি শৰণ.ভজন লগোৱা আৰু সেই লগতে ৰাইজৰ লগত সাক্ষাৎ সংযোগ স্থাপন কৰাৰ যি সুস্থ পৰম্পৰা আমাৰ দেশত আজিলৈকে চলি আহিছে তাকে পোন প্ৰথমে নিৰঞ্জনদেৱেই প্ৰণালীবদ্ধভাবে প্ৰবৰ্ত্তন কৰিলে।

১৫৭০ শকৰ কাতিমাহত পুত্ৰৰ দোষতেই পিতাই প্ৰায়শ্চিত্ত কৰিব লগা হ'ল। নৰিয়াৰজা সিংহাসনচ্যুত হ'ল আৰু পাছত তেওঁক বিষপ্ৰয়োগ কৰি ডাঙৰীয়াসকলে প্ৰাণেও মাৰিলে। বৰপুতেক চুতাম্লা ওৰফে খহুৰা গোহাঁই ৰজা হ'ল, হিন্দুমতে নাম ললে জয়ধ্বজসিংহ। গোপালদেৱৰ আদ্যশ্ৰাদ্ধলৈ বহু ধন দি দূত প্ৰেৰণ কৰা যি "ৰজাৰ কুমৰ আৰো প্ৰিয় নাতি এক"ৰ উল্লেখ আছে, সেই নাতি এই চুতাম্লা বা খহুৰা গোহাঁই নে আন কোনোবা সঠিককৈ কোৱা টান। পাছে আগপাছৰ সূত্ৰ জোৰালে এওঁ নৰিয়া ৰজাদেৱৰ বৰপুতেক আছিল আৰু গোপালদেৱৰ প্ৰয়াণৰ সময়ত সম্ভাৰাদি দি পঠাবপৰা বয়স তেওঁৰ নিশ্চয় হৈছিল। জয়ধ্বজসিংহ স্বৰ্গদেউ ৰাজপাটত উঠোঁতে শৰণ লোৱা বৈষ্ণৱ নাছিল যদিও তেওঁ ভকতীয়া পৰম্পৰাৰ লগত জড়িত হৈছিল। দেউতাক নৰিয়া ৰজা আৰু বৰদেউতাক ভগাৰজাৰ সত্ৰ-পোষণ নীতিক অনাদৰ যি নকৰিলেই, বৰং আগতকৈ বঢ়াকৈহে আদৰ কৰিবলৈ ধৰিলে। তাতে নৰিয়া ৰজাৰ পত্নী তেওঁৰ মাতৃ ৰাজমাও তেওঁৰ লগতে আছিল। এই ৰাজমাও জয়ধ্বজসিংহ স্বৰ্গদেৱৰ বৰ প্ৰিয় আৰু বিশ্বাসী আছিল যেন লাগে। নৰিয়া ৰজাক বধ কৰাৰ আগতে নিৰ্ব্বাসিত কৰি ৰংখামত ৰখা কালতো তেওঁৰ স্বামীৰ ওচৰলৈ অহা-যোৱা কৰি আছিল। নৰিয়াজনাই এই ৰাজমাওৰ মুখেই পুতেকলৈ পৰামৰ্শ দিছিল—"পুত্ৰত কবি পুৰণি খুটা ন নকৰিলে ৰজা হবলৈ টান।" পুতেক জয়ধ্বজসিংহ ৰজাদেৱে সেই কথা সজ বুলি মানি লৈ ডাঙৰীয়াবিলাকৰ যি সাল-সলনি কৰিলেই, সপত্নী মাককে আদি কৰি ভাই, ভতিজা বহুতৰ প্ৰাণনাশ কৰিলে। পিতৃজনাকো ডা-ডাঙৰীয়াসকলে চাংমাইৰ হতুৱাই বিষ-

প্ৰয়োগ কৰি প্ৰাণে মাৰিলে। এনেতে ৰজাদেৱ শিঙৰি ঘৰত উঠাৰ পাছতে একপক্ষৰ ভিতৰতে তিনিবাৰ ভূমিকম্প হ'ল। আনো কিছুমান অমঙ্গল সূচোৱা, নোহোৱা কথা হ'ল। ভূমিকম্প তেতিয়াৰ দিনত ৰাজ্যৰ এটা ডাঙৰ অমঙ্গল-সূচক ঘটনা বুলি ৰজা-প্ৰজা সকলোৱে গণিছিল। বিশেষকৈ ৰজাৰ পাপৰ ফলতহে এনে হয় বুলি মানুহে এটা ধাৰণা পোষণ কৰিছিল। একেপক্ষত তিনিবাৰ ভূমিকম্প হোৱাত ৰজাই ভয় খালে। বিশেষকৈ ভ্ৰাতৃবধ, সপত্নীমাতৃবধৰ বিবেক দংশনৰ চেক্‌চেকনি তেতিয়াও উপশম হোৱা নাছিল। প্ৰাকৃতিক দুৰ্যোগে তাক দুগুণে চৰালে। এনে মানসিক দশাত ৰাজমাৱৰ মনত পৰিল গুৰু নিৰঞ্জনদেৱলৈ। তেওঁ পুত্ৰৰজাক গুৰু নিৰঞ্জনদেৱক অনাবলৈ পৰামৰ্শ দিলে। সেইকথা অনুসৰি ৰজাই নিৰঞ্জনদেৱক নিয়াই নৌকাশালত থান কৰি দি কিছুদিন ৰাখি একচিত্তে কৃষ্ণকথা শ্ৰবণ কৰিলে। আনো লাগতিয়াল ভক্তি-তত্ত্ব আৰু বৈষ্ণৱোচিত সদাচাৰৰ কথা শিকি বুজিলৈ ঈশ্বৰ কৃষ্ণত শৰণ ললে। ৰজাই মনত কিছু প্ৰসন্নতা লাভ কৰিলে আৰু নিৰঞ্জন প্ৰভুক সুধিলে বোলে "কি দক্ষিণা দিম?" নিৰঞ্জনদেৱে নিজৰ কাৰণে একো নুখুজিলে; ধন-সম্পত্তি নিবিচাৰিলে, গোপালদেৱৰ শিক্ষাক মনতে ধৰি ভ্ৰাতৃবধাদি পাতকৰ অনু-শোচনাকাৰী ৰজাক উপদেশ দিলে—

একখানি সত্ৰ পাতি থাপিও সম্প্ৰতি।<br>
চন্দ্ৰ দিবাকৰে তয়ু থাপিবেক খ্যাতি॥<br>
বাৰিষাৰ কালত যতেক বৃষ্টি ধাৰা।<br>
আকাশত প্ৰকাশি আছয় যত তাৰা॥<br>
জানিবাক পাৰি যদি পৃথিবীৰ ধূলি।<br>
ব্ৰাহ্মণ সংস্থান তাত নাপাৰন্ত উলি॥<br>
কহন্ত ৰাজাত কৰি শাস্ত্ৰতত্ত্ব গণ।<br>
শুনি মহাৰাজাৰ প্ৰসন্ন ভৈল মন॥

নিৰঞ্জনদেৱৰ উপদেশ মতেই ৰজাদেৱে এটা যজ্ঞ আৰু লগতে ব্ৰাহ্মণক দান দক্ষিণা কৰাৰ সংকল্প কৰি "নিৰ্ম্মিলন্ত যজ্ঞভূমি গালপুৰঘাটত।" আউনী-আটীৰপৰা গোবিন্দঠাকুৰে সৈতে নিৰঞ্জনদেৱক অনালে, চাৰিও দিশৰপৰা আন সন্ত-মহন্ত পণ্ডিত ব্ৰাহ্মণসকলকো অনালে। আউনীআটীয় বাপু নিৰঞ্জন-দেৱ সেই সন্ত ব্ৰাহ্মণৰূপী সাগৰৰ পূৰ্ণচন্দ্ৰৰূপে বিৰাজ কৰিছিল আৰু অগ্ৰ পূজিত হৈ পাছলৈকো সেই অগ্ৰপূজ্যতাৰ গৌৰৱ অক্ষুণ্ণ ৰাখিছিল। সাদিন

মহামহোৎসৱ হ'ল। এই যজ্ঞতে জয়ধ্বজসিংহ স্বৰ্গদেৱে ব্ৰাহ্মণক বিস্তৰ দান-দক্ষিণা কৰিছিল তাৰ লেখ বুৰঞ্জীয়েও সবিস্তাৰে দি গৈছে।

এই যজ্ঞ হৈছিল ১৭৭১ শকৰ মাঘ মাহত। সেই শকৰে বহাগত স্বৰ্গদেউ শিঙৰি ঘৰত উঠিছিল আৰু বহাগতে একপক্ষৰ ভিতৰত তিনিবাৰ ভূমিকম্প হৈছিল। যজ্ঞ, দান, ব্ৰাহ্মণভোজন আদিৰ কাৰণে মাঘেই প্ৰশস্ত মাহ বাবে সেই মাহতে এই যজ্ঞৰ আয়োজন কৰিবলৈ বিধান দিয়া হৈছিল। গালপুৰ-ঘাট যজ্ঞৰ ঠাই আছিল কিন্তু এখন বুৰঞ্জীত "ডকুৰা চাপৰিত যজ্ঞ কৰিলে মাঘ ৯ শক ১৫৭২" বুলি উল্লেখ কৰিছে[৯]। শকটো ভুল হবও পাৰে। স্বনামধন্য বুৰঞ্জীবিদ্ বেনুধৰ শৰ্ম্মা ডাঙৰীয়াৰ মতে এই ঠাইৰ বৰ্ত্তমান নাম 'ঢকুৰা চাপৰি'। গালপুৰঘাট ( গাল পোৱা নহয় ) চাপৰি দিহিং মুখৰ বিপৰীতে লৌহিত্যৰ উত্তৰ কূলত আছিল। ঢকুৰা চাপৰিৰ অবশিষ্ট নাম ঢকুৰাখানাত বৰ্ত্তি আছে।

এই যজ্ঞৰ পাছতে নিৰঞ্জনদেৱৰ পূৰ্ব্বৰ অনুৰোধমতে ১৫৭৬ শকত জয়ধ্বজসিংহই পুণ্যাৰ্থে বহুত বিঘা মাটি, খাট, পাম, পাইক, গৰু-ম'হ, গুৰাল আদি উছৰ্গি দি তামৰ ফলি কৰি দিলে আৰু আউনীআটী সত্ৰখনক ৰাজ-সত্ৰৰ আৰ্হি দি ডাঙৰকৈ সজাই দিলে। বিভিন্ন নীতি-নিয়ম আৰু মৰ্য্যাদাৰ অগা-পিচা আদিৰ ধাৰাণ প্ৰৱৰ্ত্তন কৰিলে। "পূৰ্ব্বে জয়ধ্বজসিংহ স্বৰ্গদেৱে গালপুৰঘাটত সভাব আদ্যন্ত উত্তৰোত্তৰ বহা, নিৰ্ম্মালি দিয়া ব্যৱস্থা কৰি গৈছিল। সেই নিবন্ধতে শ্ৰীশ্ৰীৰুদ্ৰসিংহদেৱে পুনৰ নিবন্ধ কৰিলে। পূৰ্ব্বত ছেৰাই কিছু মহাজন আগ পাছ হ'ল।" ১৫৬৬ শকৰ মাঘ মাহতে নৰিয়া ৰজাই পাতি যোৱা আউনীআটী সত্ৰ ৰাজ-অনুগ্ৰহেৰে পুষ্ট হৈ মহাপ্ৰভু শ্ৰীশ্ৰীগোবিন্দ আৰু প্ৰভু নিৰঞ্জনদেৱৰ দ্বাৰা ৰঞ্জিত প্ৰথম ৰাজসত্ৰ মহাপীঠ ৰূপে প্ৰতিষ্ঠিত হ'ল; 'ৰাজা প্ৰজাৰঞ্জনলব্ধকীৰ্ত্তি' স্বৰ্গদেউ জয়ধ্বজসিংহও যুগমীয়া খ্যাতিৰ অধিকাৰী হৈ বুৰঞ্জীৰ পাতত জিলিকি থাকিল। যদিও ভগাৰজা আৰু নৰিয়া-ৰজা স্বৰ্গদেউদ্বয়েই আউনীআটী আৰু কুৰুৱাবাহী সত্ৰৰ পোষকতা কৰিছিল,

---

৯ অসম বুৰঞ্জী ( শ ) ওপৰঞ্চি কথা, ছেদ ১২৯।

এই গালপুৰ ঘাটতে পাছত চক্ৰধ্বজসিংহয়ো যজ্ঞ কৰাইছিল। ( সাতসৰি অসম বুৰঞ্জী, ছেদ ৯৫ ) ৰামধ্বজসিংহয়ো কৰাইছিল ( সু, ম, ছেদ ২৪৮ )।

কেইখনমান বুৰঞ্জীত ১৫৭৮ শকত জয়ধ্বজসিংহৰ দিনত আউনীআটী গোসাঁই ঘৰৰ খুটা পুতিলে বুলি উল্লেখ কৰিছে। সেই কথা সত্ৰ প্ৰতিষ্ঠাৰ নহয়, গোসাঁই ঘৰ বুলিলে সত্ৰৰ গুৰুজন থকা ঘৰহে। তেনে ঘৰৰ খুটা পোতাৰ কথাহে উল্লেখ কৰিছে।

আৰু নৰিয়া ৰজাদেৱেই আউনীআটী সত্ৰ পাতি দিলে, তথাপি ঘৰ-দুৱাৰ সজাই দি নিৰ্ভয় দিয়াৰ বাহিৰে খাট পাম দি ৰজাঘৰীয়া অনুগ্ৰহ মৰ্য্যাদা দি স্থাপিত কৰা নাছিল। ফলত জয়ধ্বজসিংহৰ জোৰৰ আগতে চুৰমফা আৰু চুত্যিনফা বস্তি নিষ্প্ৰভ হৈ গ'ল।

ৰজা প্ৰজা সকলোতে এইদৰে মান-মৰ্য্যাদাৰে অধিষ্ঠিত হৈ নিৰঞ্জনদেৱে উজনি ৰাজ্যৰ সকলো ফালে জাতিধৰ্ম্ম নিৰ্ব্বিশেষে ভাগৱতী ধৰ্ম্ম বিতৰণ কৰি অভকতীয়াৰ সংখ্যা বহুপৰিমাণে হ্ৰাস কৰিলে। পাত্ৰ-মন্ত্ৰীসকলেও আহি কৃষ্ণত শৰণ ললেহি। আগেয়ে যিবিলাক লোকে সনাতন ধৰ্ম্মৰ নাম-গোন্ধকে পোৱা নাছিল, সেইবিলাকেও দলে দলে আহি নিৰঞ্জনদেৱৰ চৰণত ঈশ্বৰ কৃষ্ণক ভজিবলৈ শিকিলে। মহাসত্ৰ ভৰি শ শ ভকতৰ নামৰ ধ্বনিয়ে দিনে-ৰাতিয়ে দিক্‌বিদিক্ মুখৰিত কৰি পেলালে। নামৰ শেষত প্ৰভুৱে নিজেই ভাগৱত ব্যাখ্যা কৰিছিল। স্বভাৱতে কোকিলকণ্ঠ, তাতে সুজান ব্যাখ্যাতা, ভকতসকলে বেবি শুনি থাকে; ভোক-পিয়াহকো পাহৰে। যিজন মহা শুদ্ধ ব্ৰহ্মচাৰী, হৰিসেৱাই যাৰ একমাত্ৰ দিনচৰ্য্যা; ধন-জন-সম্পত্তি যাৰ উভৈনদী, ৰজা প্ৰজা সকলোতে যাৰ সমান প্ৰতিপত্তি, তেওঁৰ নিজৰ বুলিবলৈ একো নাছিল। ৰাজসম বিভূতিকো তৃণ যেন জ্ঞান কৰিছিল; কেৱল একচিত্তে হৰিসেৱাত আপোনাকে মগ্ন ৰাখিছিল।

পাঠকদেৱৰ কালে মহিমা যতেক।
সংক্ষেপ পদত তাক কহিবো কতেক॥
ৰাজ সম বিভূতিক তৃণ সম মানি।
হৰিসেৱা মাত্ৰ কৰিছিলা সত্য জানি॥
অত্যন্ত উদাস সদা হৰিৰ সেৱাত।
মুখে নাম হৰিপদ নেড়ন্ত হিয়াত॥

(গোপাল-চৰিত, পদ ১২২৪-২৫)

এই হ'ল ভক্তশিৰোমণি সেৱাৰত নিৰঞ্জনদেৱৰ চৰিত্ৰ। এওঁৰ চৰিত্ৰৰ আন এটা দিশ হ'ল বিচক্ষণ বুদ্ধি আৰু কাৰ্য্যকুশলতা। সকলো কাম নিয়াৰিকৈ আগপাছ চিন্তি কৰিব জানিছিল। আউনীআটীৰ উপৰিও ভাগৱত স্থাপন কৰি তিনিখন পাথী সত্ৰ স্থাপন কৰিছিল। নিজৰ পুৰ্ব্বৰ থান কাণ্ডিগ্ৰাম (কাড়িগাওঁ) আৰু আনখন বৰ্ত্তমান হাহিঁৰ ওচৰৰ গোবিন্দপুৰত, তৃতীয়খন বাচবৰত। এই তিনিখনক পাথী-সত্ৰ বোলে। নিৰঞ্জনদেৱৰ পাছত আৰু দুখন পাথী-সত্ৰ বাঢ়িল; দেবেৰাপাৰ আৰু পছুমৰা। পাথী-সত্ৰ স্থাপনৰ এই নিয়মৰপৰাই শাখা-সত্ৰও

পাছলৈ বহুত বাঢ়িল। শাখা-সত্ৰ স্থাপনৰ এই নিয়মৰো প্ৰথম প্ৰৱৰ্ত্তক নিৰঞ্জন-দেৱেই। নিৰঞ্জনদেৱৰ দূৰপ্ৰসাৰিণী দৃষ্টি আৰু বিচক্ষণ বুদ্ধিৰ প্ৰমাণ পোৱা যায় তেওঁৰ পৰবৰ্ত্তী দ্বিতীয় অধিকাৰ কেশৱদেৱৰ অনন্যসাধাৰণ জীৱন-কথাত এই কথা আপোনা-আপুনি ওলাই পৰিব।

নিৰঞ্জনদেৱে সত্ৰৰ ভবিষ্যৎ উত্তৰাধিকাৰীৰ যি হয় হব বুলি কাললৈ থৈ নিদি বতৰৰ কথা বতৰতে চিন্তা কৰিবলৈ ধৰিলে। ভকতসকলে দুই-এজনৰ নাম উল্লেখ কৰিছিল, কিন্তু প্ৰভুজনাৰ সেই নাম মনঃপূত নহ'ল। এদিন সত্ৰৰে কৃষ্ণগতি নামৰ তেওঁৰ সম্বন্ধীয়া বৈষ্ণৱ এজনক মাতি আনি সুধিলে, “কৃষ্ণগতি তই জাননে, আমাৰ বংশৰ কোনোবা কৰবাত উপযুক্ত বালক আছেনে ?” কৃষ্ণগতিয়ে ক'লে, “প্ৰভু, কিয় নাজানিম, প্ৰভুৰ সম্বন্ধীয় ভতিজা কৃষ্ণানন্দ বালিজানত আছে, তেওঁৰে এটি মহা সুলক্ষণীয়া পুত্ৰ আছে।” কৃষ্ণানন্দ নিৰঞ্জনদেৱৰ বৰদেউতাক বিশ্বম্ভৰৰ নাতি গোপীনাথৰ পুত্ৰ। কৃষ্ণানন্দই মুকুন্দ-চৰণ নামৰ এক ব্ৰাহ্মণৰ বাসুকী নামৰ কন্যাক বিয়া কৰাইছিল। বিবাহৰ পাছত তেওঁ সপত্নীক গৈ নাওটনা গাৱঁত বাস কৰিছিল। তাতে ল'ৰা এটিৰ জন্ম হয়। ল'ৰাটিৰ জন্মৰ পাছতে মাতৃ বাসুকীৰ পৰলোক ঘটিল। কেশৱক চিনাতলিত থকা মাতামহ-মাতামহীয়ে ডাঙৰ কৰিলে। কৃষ্ণানন্দ গৈ বালিজানত নিৰাপদে বাস কৰিবলৈ ললে। কেশৱদেৱ স্বভাৱতে গম্ভীৰ আৰু সুথিৰ প্ৰকৃতিৰ আছিল; বৃথা বচন নুবুলিছিল, মাজে মাজে মৌন হৈয়ো থাকিছিল। পাছলৈ মহাসন্ত পুৰুষ হোৱাৰ বহুত শুভ শকুন কেশৱদেৱে দেখা পাইছিল বুলি চৰিতকাৰে বৰ্ণনা কৰিছে।

কৃষ্ণানন্দৰ কথা শুনি মনত হৰিষ পাই নিৰঞ্জনদেৱে কৃষ্ণানন্দক মতাই আনিলে। কৃষ্ণানন্দই বংশৰ সকলো খবৰ বাতৰি আৰু কৃষ্ণানন্দৰ কোন ক'ত আছে প্ৰভুক সকলো কথা বিবৰি ক'লে। লগতে কেশৱ নামৰ ল'ৰাটিৰ কথাও কলে। ল'ৰাটিক এবাৰ চাবৰ মন কৰি নিৰঞ্জনদেৱে কৃষ্ণানন্দক কলে—“তোমাৰ ল'ৰাটিক মই চাব খোজো, তুমি গৈ লৈ আহা; কিন্তু ল'ৰাটিক অনাৰ কাৰণ একো জানিবলৈ নিদিবা।” কৃষ্ণানন্দই সেইমতেই কেশৱক লৈ নিৰঞ্জনদেৱৰ আগত ভেটালেহি। কেশৱে সেৱা কৰি জানুপাৰি মুৰ দোৱাঁই বহিল। কেশৱৰ শৰীৰত সমস্ত লক্ষণ দেখা পাই নিৰঞ্জদেৱ সন্তুষ্ট হ'ল আৰু পিতৃদেৱেক কৃষ্ণানন্দৰ লগতে পঠাই দি ক'লে, “লৰাটিক ভালকৈ পঢ়োৱা”। কৃষ্ণানন্দইও বৈৰাগীবাপু নামৰ এজনক প্ৰাথমিক পাঠ দিবলৈ কেশৱক গতাই দিলে।

বৈৰাগীবাপুৰ গুৰিত অলপদিন পঢ়াৰ পাছত নিৰঞ্জনদেৱে কেশৱক অনাই চকলাৰ ছাত্ৰশাললৈ পঢ়িবলৈ পঠালে আৰু সত্ৰৰপৰা প্ৰয়োজনীয় দ্ৰব্যৰ যোগাৰ দিয়াৰ ব্যৱস্থা কৰিলে। এই চকলাৰ ছাত্ৰশালত পঢ়াৰ কালতে এবাৰ কেশৱ-দেৱক ব্যৱহাৰৰ কাৰণে দিয়া জলপাত্ৰ এটা হেৰাল। জলপাত্ৰ হেৰোৱাৰ কথা জানিবলৈ পাই, সেই ছাত্ৰশালৰ পৰিবেশ আৰু সঙ্গ ভাল নহয় যেন অনুমান কৰি নিৰঞ্জনদেৱে কেশৱক তাৰপৰা লৈ আহি চাঙ্গিনিৰ ছাত্ৰশালত থলে। ইয়াত থাকোঁতে মাজে মাজে দেউৰীজনাক পঠাই, কেশৱ কেনে আছে, কেনে পঢ়া-শুনা কৰিছে তাৰ ভূ-ভা লৈ আছিল। এই চাঙ্গিনিৰ ছাত্ৰশালত থাকোঁতে ছাত্ৰ-জীৱনৰ মনত থাকিবলগীয়া কথা এটা হ'ল। এদিন কিবা কাৰণত খং উঠি শিক্ষা-গুৰুজনে কেশৱক লাখুটিৰে ঢুকোৱমান মাৰিলে। সেই কথাতে মনত দুখ লাগি, আন ছাত্ৰবিলাক নিজ বহালৈ গুচি যোৱাৰ পাছতো কেশৱ নগ'ল, নাখাই নবই তাতে পুথিৰ ওপৰতে মূৰ থৈ শুই থাকিল। ৰাতি এজন ছাত্ৰই কেনেবাকৈ দেখি গুৰুক জনালত গুৰু আহি শুই থকা অৱস্থাতে কেশৱৰ শৰীৰৰ উজ্জ্বল কান্তি দেখি আচৰিত হৈ আথেবেথে নিজ ঘৰলৈ লৈ খুৱাই-বুৱাই শুবলৈ দিলে। ওজাদেৱৰ মনত নিজৰ কৰ্ম্মৰ কাৰণে অনুশোচনা আহিল। সেই অনুশোচনাৰ বাবেই নেকি, ৰাতি সপোনত গোবিন্দ ঠাকুৰে হেনো কৈছিল— "মোক ইমান দুখ কি কাৰণে দিলা ?" এনে অদ্ভুত সপোন দেখি পাছদিনা তেওঁ দেৱ নিৰঞ্জনৰ গুৰিলৈ গৈ সপোনৰ কথা বিৱৰি কলে। দেৱে শুনি মনে মনে বৰ সন্তোষ পালেও শিক্ষক গুৰুক কথাটো গুপুতে ৰাখিবলৈ ক'লে।

চাঙ্গিনিৰ ছাত্ৰশালত কিছুদিন পঢ়াৰ পাছত উচ্চতৰ বিদ্যাৰ কাৰণে কেশৱক বৰকলাত থকা ভাটীৰ গোঁসাই বুলি জনাজাত এজন ডাঙৰ পণ্ডিতৰ ওচৰত পঢ়িবলৈ পঠালে। ভাটীৰ গোঁসায়েও বৰ যত্ন কৰি শাস্ত্ৰ পঢ়াবলৈ ধৰিলে। তাত পঢ়ি থকাৰ দিনৰো সৰু হলেও এটি চমৎকাৰী ঘটনাৰ কথা চৰিতকাৰে লিখিছে। এদিন সন্ধ্যাৰ পাছত জুইৰ পোহৰত কেশৱক সাঁচিপাত চিকণ কৰিবলৈ লগাই দিছিল। সাঁচিপাত মিহি কৰা টান কাম নহলেও আমনি-লগা কাম। কেশৱৰ অসাৱধানতাবশতঃ এখন পাতত কেনেবাকৈ জুই লাগিল আৰু পাতখন নষ্ট হ'ল। পুথি লিখাৰ এটা পাতো সেই কালত ছাত্ৰ আৰু অধ্যাপকৰ মানত মোহৰ সোণ যেন বস্তু আছিল। ছাত্ৰশালৰ ওজা ছাত্ৰ এজন আছিল, নাম কাত্যায়ন ভট্টাচাৰ্য্য ; তেওঁ জুয়েপোৰা পাতখিলা দেখি বৰ খং খালে আৰু কেশৱক ঠেলা এটা মাৰি দিলে। গ'ল কথা গুচিল।

ৰাতি কাত্যায়নৰ হাত এখন উখহি ভিন্দাকাৰ দিলে। পুৰা গুৰুৰ আদেশ অনুসাৰে কেশৰক মাতবোল কৰাতহে হেনো হাতখন ক্ৰমাৎ জামৰি আহিল।[১০]

নিৰঞ্জনদেৱ অলপদিন পাথীসত্ৰ কাড়িগাৱঁত আছিলগৈ। তাতে শৰীৰ বিষম যেন পাই কেশৱদেৱক কাড়িগাৱঁলৈ মতাই লৈ গ'ল। ভবানন্দ নামে ভকত এজনক মতাই আনি কলে, "তুমি এতিয়াই ৰজাৰ গুৰিলৈ যোৱা, ৰজাত কৰা, মোৰ দেহ অসুস্থ আৰু ক্ৰমাৎ অসামৰ্থ হৈছোঁ। সত্ৰ আৰু ধৰ্ম্ম বৰ্ত্তি থাকিব লাগিব তাৰ কাৰণে নাতি-লৰা এটি পঢ়াই শুনাই আনিছোঁ; শিকাই বুজাই লৈছোঁ। সত্ৰৰ ভাৰ তেওঁকে দিব খোজো; মহাৰাজ ইয়াৰ এটা নিশ্চয় কৰি দিব লাগে।" ভবানন্দ ভকত সেই বাৰ্ত্তা লৈ গড়গাৱঁলৈ গ'ল আৰু ৰজাত সকলো কথা কলে। দেৱৰ নপৰাৰ কথা শুনি ৰজাই দুখ কৰিলে আৰু ততালিকে বেজদলৈ মাধৱচৰণ ভাণ্ডাৰী বৰুৱাক কাণ্ডিগ্ৰামলৈকে পঠাই দিলে। ভাণ্ডাৰী বৰুৱাই প্ৰভু নিৰঞ্জনক সেৱা জনালেহি। প্ৰভুৱে আশীষ বচন বুলি কলে, "ভাণ্ডাৰী বৰুৱা, আমি এতিয়া অসামৰ্থ হৈছোঁ, এওঁ আমাৰ নাতি, এওঁকেই এতিয়া ডেকা বাপু বুলি জানিবা। এওঁক তুমি ভালমতে চাই লোৱা, কথাবাৰ্ত্তা পুৰ্ব্বাপৰ বুজি লোৱা।" প্ৰভুৰ এইকথা শুনি মাধৱচৰণ ভাণ্ডাৰী বৰুৱাই কেশৱদেৱক দক্ষিণপাটত থকা নিজ বাহৰলৈ নি এৰাতি ৰাখিলে আৰু নানা কথা-বতৰা হ'ল। কেশৱদেৱৰ ৰূপ, গুণ, বংশপৰিয়ালৰ সকলো কথা বুজি বৰ সন্তোষ পালে আৰু সোণ, ৰূপ, বস্ত্ৰেৰে মান্য সৎকাৰ কৰি প্ৰভুৰ

১০। সেই কালত মাজুলী আৰু উত্তৰ-লক্ষীমপুৰৰ বিভিন্ন অঞ্চলত বহুত সংস্কৃত বিদ্যালয় আছিল। সেইবোৰক ছাত্ৰশাল বোলা হৈছিল। বৈৰাগীবাপুৰ পঢ়াশালী চকলাৰ ছাত্ৰশাল, চাঙ্গিনীৰ ছাত্ৰশাল, বৰকলাৰ ছাত্ৰশাল, এইবিলাক বহুত দূৰে দূৰে থকা ছাত্ৰশাল নহয়, দহ পোন্ধৰ মাইলৰ অন্তৰা-অন্তৰি আছিল। পাছত ৰুদ্ৰসিংহ আৰু শিৱসিংহ স্বৰ্গদেৱৰ দিনতো বহুত ছাত্ৰশাল স্থাপিত হৈছিল। উজনিত সংস্কৃত বিদ্যাৰ চৰ্চা নাছিল বুলি কোনো কোনোৱে আক্ষেপ কৰে। সেই আক্ষেপ নিতান্ত অমূলক। মৰাণ আক্ৰমণৰ সময়ত প্ৰজা ছেদেলি ভেদেলি হোৱাৰ দীঘলীয়া কালডোখৰত এইবোৰৰ ঠেক নোহোৱা হ'ল। কামৰূপত প্ৰজা ভগন হোৱাকৈ মান মৰাণৰ নিচিনা উপদ্ৰৱ হোৱা নাছিল। গতিকে সংস্কৃত বিদ্যালয়বোৰে নিঃশঙ্ক ভাবে চলি থকাৰ সুযোগ পাইছিল। উজনিত প্ৰায় দুপুৰুষ কালৰ অথন্তৰে সংস্কৃত বিদ্যালয় আৰু শিক্ষাৰ পৰম্পৰা ছিন্ন কৰাদি কৰিলে।

ভাটীৰ গোঁসাই সম্ভৱতঃ বঙ্গদেশৰপৰা অহা পণ্ডিত আছিল। তেওঁ চৈতন্যপন্থীয়া গোসাঁই আছিল। ওজা ছাত্ৰ কাত্যায়ন ভট্টাচাৰ্য্য পাছত এজন ৰাজ-অনুগ্ৰহ লাভ কৰা লোক হৈছিল। তেওঁৰ বংশধৰ বিশ্বনাথ অঞ্চলত আজিও আছে। তেওঁলোক চৈতন্য-পন্থীয়া গোসাঁই। ভট্টাচাৰ্য্য নিলিখি আজিকালি তেওঁলোকে গোস্বামীহে লিখে।

গুৰিত থৈ আহি বেজদলৈ নগৰলৈ গুচি গ'ল। বেজদলৈৰ মুখে সকলো আঁতিগুৰি পাই ৰজায়ো সন্মতি জনালে।

ইয়াৰ অলপ পাছতে নিৰঞ্জনদেৱ মূল সত্ৰ আউনীআটীলৈ উভতি আহিল। অলপদিন পাছতে প্ৰভুৰ আকৌ নৰিয়া হ'ল। এইবাৰ নৰিয়া শকত যেন পাই অন্তকাল উপস্থিত হোৱা বুলি বুজিব পাৰিলে। স্বৰ্গদেউ জয়ধ্বজসিংহই নৰিয়াৰ বাতৰি শুনি অত্যন্ত উদ্বিগ্ন হৈ পৰিল। সত্ৰৰপৰা নগৰলৈকে বাটে বাটে খাপ-হিলৈ পোতাই আদেশ কৰিলে যে প্ৰভুৰ কিবা হলেই তাৰ জান সেই খাপ-হিলৈবোৰ ইটোৰ পিছত সিটো ক্ৰমাৎ ফুটাই স্বৰ্গদেৱৰ গুৰি তুৰন্তে পোৱাব লাগিব। সেইমতে হিলৈদাৰীবিলাক দিনে-ৰাতিয়ে সাজু হৈ থাকিল।

ইপিনে প্ৰভুৱেও বুজিলে যে প্ৰয়াণৰ সময় উপস্থিত হৈছে; ভকত-বৈষ্ণৱক মতাই আনি সমূহলৈ লক্ষ্য কৰি ক'লে, "বৈষ্ণৱসৱ, মোৰ এই দেহা পৰিবৰ হ'ল, এই কথা বুজিব পাৰিছোঁ; এই বালক সম্বন্ধত মোৰ নাতি, আজি তেওঁক সত্ৰত অধিকাৰ পাতি থলোঁ। এওঁক বালক বুলি যিজনে অৱহেলা কৰিব তেওঁ মোৰ নহয় বুলি নিশ্চয়কৈ জানিবাহঁক।" এই বুলি তুলসীৰ মালা তুলি ধৰি কেশৱদেৱৰ শিৰত পিন্ধালে। আৰু লগে লগে ভকতবৃন্দই আকাশ-লঙ্ঘা শবদেৰে হৰিধ্বনি কৰিলে।

১৫৮০

এই নিৰ্ম্মালি দিয়া পৰ্ব্বৰ অলপ দিন পাছতে (১৪৮০) শকৰ ফাগুন মাহৰ কৃষ্ণা তৃতীয়াৰ দিনা দুই প্ৰহৰ নিশাত প্ৰভু নিৰঞ্জনদেৱে বৈকুণ্ঠ ধামলৈ গতি কৰিলে। মহাপ্ৰয়াণৰ বাতৰি জনাজনি হোৱাৰ লগে লগে এটা এটাকৈ খাপ-হিলৈবোৰ গৰজি উঠিল। ৰজা পাত্ৰ মন্ত্ৰী প্ৰজাই গম পালে, ধৰণী নিৰঞ্জন-শূন্য হল। স্বয়ং স্বৰ্গদেউ জয়ধ্বজসিংহই অশৌচ মানি পাগুৰি সোলোকালে, গুৱাপান খোৱাৰপৰা বিৰত থাকিল।

ৰজাৰ পাত্ৰসকলে শ্ৰাদ্ধৰ যা-যোগাৰত সহায় কৰিলে। শ্ৰাদ্ধৰ সময়ত স্বৰ্গদেউ সসৈন্যে নিজেই আহিল। নদীৰ তীৰতে ৰজাৰ বাহৰ পাত্ৰসকলে নিৰ্ম্মাণ কৰি থৈছিল। শ্ৰাদ্ধৰ আগে আগে স্বৰ্গদেউ আহি অশেষ বয়বস্তুৰে বাহৰত প্ৰবেশ কৰিলে। ভাণ্ডাৰী বৰুৱাৰ যোগে সেইবোৰ চাৰি ভাগ কৰি এভাগ গোবিন্দৰ, এভাগ কেশৱদেৱৰ আৰু এভাগ ভকতসমূহক দিয়ালে। চতুৰ্থভাগ নিজে দান-দক্ষিণা কৰিবলৈ ৰাখিলে। ৰজাৰ তৎপৰতা আৰু পাত্ৰমন্ত্ৰী-সৱৰ সহযোগত সমাৰোহেৰে শ্ৰাদ্ধ-শান্তি হৈ গ'ল। দক্ষিণপাট সত্ৰৰ অলপ আগতে প্ৰতিষ্ঠা হৈছিল। স্বয়ং বনমালীদেৱ প্ৰভু আদ্যশ্ৰাদ্ধত উপস্থিত হৈছিল।

লক্ষ্মীনাৰায়ণদেৱো গড়মূৰৰপৰা আহিছিল। আন সন্তসবো আহি পাতি থোৱা বাহৰত বিৰাজমান হৈছিল। শ্ৰাদ্ধৰ অন্তত সভাঘৰত প্ৰবেশ কৰি অসংখ্য প্ৰজাৰ ঘণ্টালৰ মাজত স্বৰ্গদেৱে ঘোষণা কৰিলে—

শুনিয়ো মোহোৰ বাক্য বৈষ্ণৱ সমাজ ॥
দেৱে পাতি থৈয়া আছে এহে মহাশিষ্ট।
যিজনে নামানে তাক বোলো নিষ্টে নিষ্ট ॥
দণ্ড কৰিবোহোঁ তাক মোৰ দোষ নাই।
এহি বুলি চলি গৈলা ভুন্দুভি বজাই ॥

(দ্বিজ অম্বৰীষ, পদ—৭১)

ৰাজাজ্ঞা উদ্ঘোষিত হোৱাৰ পাছতে বনমালীদেৱ প্ৰভু প্ৰমুখ্যে সন্তসৱে তুমুল হৰিধ্বনিৰ মাজত কেশৱদেৱৰ শিৰত মালা দি অধিকাৰ নিৰ্ম্মালি প্ৰদান কৰিলে।

নিৰঞ্জনদেৱে ১৫৮০ শকৰ ফাগুন মাহত বৈকুণ্ঠ প্ৰয়াণ কৰিলে। নৰিয়া ৰজাৰ দিনবপৰা আনুমানিক ১৫৬৬ শক মাঘৰপৰা ১৪ বছৰ কাল অধিকাৰ পদ ভোগ কৰিলে। এই চৌধ্য বছৰে সত্ৰ ধৰ্ম্মৰ বিকাশত বহুত গুৰুত্বপূৰ্ণ অৱদান আৰু স্থায়ী ধাৰাণ আৰু ৰীতি প্ৰৱৰ্ত্তাই গ'ল। তাৰ ফলত সত্ৰায়ণ বৈষ্ণৱ ধৰ্মই এটা সুদৃঢ় আৰু প্ৰশস্ত পথেদি আগ বাঢ়িবলৈ সুবিধা পালে।

**চৰিত্ৰ আৰু কৃতিত্ব**—আহোম ৰজাই ধনে-জনে মাটিয়ে-বাৰীয়ে দান কৰি ৰাজ-কতপা মাৰি তামৰ ফলি দান কৰি স্থাপিত কৰা সত্ৰ হিচাপে আউনী-আটীয়েই আদি সত্ৰ। এই নতুন আৰু বুৰঞ্জীৰ পৰিবৰ্ত্তনবাহী ঘটনাৰ যন্ত্ৰ স্বৰ্গদেউ জয়ধ্বজসিংহ সঁচা, কিন্তু যন্ত্ৰী আছিল প্ৰভু নিৰঞ্জনদেৱ। আগতে কৈ অহা হৈছে,.অমঙ্গল নিবাকৰণৰ উপায় বিহাব লগতে সত্ৰ এখন স্থাপন কৰাৰ সুবাসনা ৰজাদেৱৰ মনত প্ৰভু নিৰঞ্জনদেৱেই সুমুৱাই দিলে। নিৰঞ্জনদেৱৰ শুদ্ধ সাত্বিক অথচ তেজস্বী ব্যক্তিত্ব আৰু বাগ্-বৈদগ্ধ্যই জয়ধ্বজসিংহ স্বৰ্গদেউক মুগ্ধ আৰু প্ৰভাবান্বিত নকৰাহেঁতেন, আউনীআটীহে নালাগে বাকী কেইখন সত্ৰবো উদ্ভৱ নহলহেতেন। যি প্ৰতিকূল প্ৰতিবেশৰ বা-মাৰলীৰ সোঁ-মাজত সোমাই গোপালদেৱে ধৰ্ম্ম প্ৰচাৰ কৰিছিল তাৰ প্ৰেৰণাতে নিৰঞ্জনদেৱ বনমালীদেৱ এই-সকলো উদ্বুদ্ধ হৈছিল। ভগাৰজা চুৰমফাৰ লগত সপ্ৰেম সম্বন্ধ স্থাপন, নৰিয়া-ৰজাক কৃষ্ণতশৰণ লগোৱা আৰু জয়ধ্বজসিংহ ৰজাক শৰণ দিয়া; এইবিলাক

কৃতকাৰ্য্যতাৰপৰাই নিৰঞ্জনদেৱ কেনে বিচক্ষণ পুৰুষ আছিল তাক বুজিব পাৰি। ধৰ্ম্ম-জগতৰ প্ৰতিকূল শক্তিৰ গতি সলনি কৰি প্ৰাথমিক অনুকূল পৰিবেশৰ সৃষ্টি কৰাৰ কৃতিত্ব আৰু গৌৰৱ প্ৰভু নিৰঞ্জনদেৱে পাই থাকিব।

পঞ্চম বছৰৰ দ্বিতীয় সংখ্যাৰ বাঁহীত (৫৭ পৃঃ) সম্পাদকীয় চ'ৰাত ৺লক্ষ্মীনাথ বেজবৰুৱাই লিখিছিল, "বনমালীদেৱ নিৰঞ্জনদেৱৰ বন্ধু আছিল; নিৰঞ্জনদেৱে ৰজাক কৈ বন্ধুক কোচবেহাৰৰপৰা অনাই দক্ষিণপাট সত্ৰ পতাই দিয়ালে।" তেতিয়াৰ দক্ষিণপাটীয় প্ৰভুগৰাকীয়ে এই কথাৰ লগত একমত নহৈ লিখিছিল যে বনমালীদেৱক নিৰঞ্জনদেৱে অনোৱা নাছিল; জয়ধ্বজসিংহই ভটীয়াপাৰৰ পুখুৰী উছৰ্গাৰ উপলক্ষ্যে নিজেই অনাইছিল। বনমালীদেৱ নিৰঞ্জনদেৱৰ পৰম বন্ধু আছিল; এই কথা চৰিত পুথিত ফট্‌ফটীয়াকৈ ওলাই আছে। পাছে ৰজাই নিৰঞ্জনদেৱৰ কথামতেই যে সেইজন মহাসন্তক আনিছিল এনে নহবও পাৰে। সূৰ্য্যক কোনেও দেখুৱাই দিব নালাগে। তথাপি এই কথা কব লাগিব যে আউনীআটী সত্ৰ পতাৰ উদ্দীপনা আৰু জনপ্ৰিয়তাই জয়ধ্বজসিংহ স্বৰ্গদেৱক অনুপ্ৰাণিত কৰিছিল। ধৰ্ম্ম বিস্তাৰত সহায় কৰাও যে ৰজাৰ এটা গুৰু দায়িত্ব তাৰ ভাবে মনত খোপনি লৈছিল। এই ৰাজ-দায়িত্ব উপলব্ধিৰ মূলতে নিৰঞ্জনদেৱৰ প্ৰেৰণা, আলাপ-চাতুৰ্য্য আৰু সত্বোজ্জ্বল ব্যক্তিত্বৰ প্ৰভাৱ নুই কৰিলে বুৰঞ্জীৰ ঘটনাৰ কাৰ্য্য-কাৰণ সম্বন্ধ নাই বুলি উলাই কৰা হব। অনুৰূপে বৰদোৱা সত্ৰয়ো মাটি-বাৰী ধন-সম্পদ পোৱাত নিৰঞ্জনদেৱৰ প্ৰভাৱ আছিল। বৰদোৱাৰ চৰিত পুথিত ইয়াৰ উল্লেখ পোৱা যায়।

প্ৰথম ৰাজসত্ৰ হিচাপে আউনীআটীৰ সুস্থ ঐতিহ্য সৃষ্টি কৰাৰ গুৰু দায়িত্ব নিৰঞ্জনদেৱে নিশ্চয় উপলব্ধি কৰিছিল। সেই দায়িত্বৰ প্ৰতি সততে সচেতন থাকি এইজনাই একোটা ৰীতিৰ প্ৰচলন কৰি গৈছিল। উদাসীন সত্ৰৰ ডেকা গ্ৰহণৰ প্ৰণালীটোৰো প্ৰথম প্ৰৱৰ্ত্তক নিৰঞ্জনদেৱকে বুলিব লাগিব। বুলিব লাগিব এইবাবেই যে তাৰ পূৰ্ব্বে শঙ্কৰদেৱ, দামোদৰদেৱ, বংশীগোপালদেৱ আৰু জয়হৰিদেৱে অন্তিমকালত আপ্ত শিষ্য বা সত্ৰতে থকা এজন যোগ্য ভকতক বাচি ধৰ্ম্মাধিকাৰৰ ভাৰ দি গৈছিল; সুকীয়াকৈ ডেকা গ্ৰহণৰ প্ৰয়োজন অনুভৱ কৰা নাছিল। শ্ৰীশঙ্কৰে জ্যেষ্ঠ পুত্ৰ থকাতো মাধৱদেৱক, শ্ৰীদামোদৰে নিজৰ ভতিজাকক এৰি পাটবাউসীত ভট্টদেৱক, প্ৰিয় শিষ্য বলদেৱ, বংশীগোপালদেৱ প্ৰভৃতিক স্ব স্ব স্থানত অধিকাৰ পাতিছিল। বংশীগোপালদেৱে যদিও মিশ্ৰদেৱক

পুত্ৰ স্বৰূপে তুলি লৈছিল তথাপি নিৰ্ম্মালি দি ডেকা অধিকাৰ পাতি লোৱা নাছিল। তেওঁৰ কালত জয়হৰিদেৱেহে লড়ি-গোসাঁই নামে জনাজাত আছিল। তথাপি প্ৰয়াণৰ সময়ত মিশ্ৰদেৱক নিজৰ গা-মলচি গাৰ বদল দিলে। এই প্ৰথাৰ দুৰ্গুণ এয়েই যে পাছত ভক্তসকলৰ মাজত ফলা-ফলি হোৱাৰ সূত্ৰপাত হয়, নিৰঞ্জনদেৱে ইয়াৰ প্ৰমাণ সম্ভৱতঃ নিজেই দেখিছিল। প্ৰথমৰেপৰা এজন ডেকা-গোসাঁই মনোনীত কৰি লৈ শিক্ষা-দীক্ষা আৰু সত্ৰীয়া-প্ৰণালী পৰম্পৰাৰ মাজত ডাঙৰ-দীঘল কৰিলে ভৱিষ্যতলৈ এনে আহুকাল থকাৰ সম্ভাৱনা কমি যায়। তাতে আউনীআটী হ'ল প্ৰথম ৰাজসত্ৰ আৰু তাৰ মান-মৰ্য্যাদা, সম্পত্তিৰ ন্যাসাধ্যক্ষতা লোভনীয় হৈ পৰিছিল। এনেস্থলত সত্ৰৰ উত্তৰাধিকাৰী সম্পৰ্কে দৃঢ় আৰু স্থায়ী ব্যৱস্থা কৰি যোৱাৰ প্ৰয়োজনীয়তা নিৰঞ্জনদেৱে উপলব্ধি কৰিছিল। সেই দেখিয়েই নিজবংশৰ কেশৱদেৱক অনাই নিজৰ তত্ত্বাৱধানত ৰাখি পঢ়ুৱাই শুনাই সৰুৰেপৰা শিক্ষিত, চৰিত্ৰবান আৰু ভক্তিপৰায়ণ কৰি তুলিছিল। এনে কৰাত নিৰঞ্জনদেৱৰ সান্নিধ্য আৰু আধ্যাত্মিক স্পৰ্শত কেশৱদেৱে সত্ৰ চলোৱাৰ বহুত প্ৰয়োজনীয় গুণ আয়ত্ত কৰিবলৈ সুযোগ পাইছিল।

অকল ইমানতে এই দূৰদৰ্শী অধিকাৰজনা ক্ষান্ত নাথাকি ৰজাৰ অনুমোদন লোৱাৰ নিয়ম এটাও প্ৰৱৰ্ত্তন কৰি গ'ল। ৰাজৰোষৰ দুষ্পৰিণাম তেওঁ নিজেও আগছোৱা জীৱনত ভোগ কৰিব লগা হৈছিল। তদুপৰি ৰজা ৰাইজ আৰু গুৰুৰ একসূত্ৰবন্ধন ৰাজ্যৰ পক্ষে যে মঙ্গলদায়ক তাক হৃদয়ঙ্গম কৰি ৰজাকো বুজাইছিল, প্ৰজাকো জনাইছিল আৰু নিজেও সেই মতে চলিছিল। ডেকাজনকো ভক্তসকল আৰু ৰজাৰ অনুমোদন ক্ৰমে অধিকাৰ পদত নিৰ্ম্মালি দিয়াৰ যি ব্যৱস্থা কৰি গ'ল তাৰপৰাই অসমত ৰজা, প্ৰজা আৰু গুৰু-ঘৰৰ মাজত এটা আপোন ভাবৰ বন্ধন সুদৃঢ় হৈ ৰ'ল। এই ব্যৱস্থা পাছত স্থাপিত হোৱা ৰাজ-সত্ৰ কেউখনেও অনুসৰণ কৰিছিল; কিন্তু ইয়াৰ প্ৰৱৰ্ত্তক আছিল দীৰ্ঘদৰ্শী কৰ্ম্মবিচক্ষণ নিৰঞ্জনদেৱ।

নৰিয়া ৰজাদেৱৰ দিনতে আউনীআটী সত্ৰ প্ৰথম স্থাপন হোৱাৰ পাছতে ৰাজ-অনুমোদন লৈ উজনিৰ বিভিন্ন অঞ্চলত বাহৰ পাতি শৰণ ভজন দিয়াৰ সুস্থ পৰম্পৰাও নিৰঞ্জনদেৱেই সৃষ্টি কৰে। ইয়াৰ আগতে বংশীগোপালদেৱ প্ৰভৃতি মহা মহন্তসকলেও বিভিন্ন ঠাইত ফুৰি শৰণ ভজন লগাইছিল। পাছে সেইবোৰক ঠিক চহৰ ফুৰা বুলিব নোৱাৰি। স্থান পৰিবৰ্ত্তন, নতুন সত্ৰ নিৰ্ম্মান

আৰু বিক্ষুব্ধ ৰজাৰ হাত সাৰিবলৈ অন্তৰিত হৈ ফুৰিব লগা হোৱাত পলৰীয়া সত্ৰবিলাকৰ সাময়িক ভাবে সৃষ্টি হৈছিল। তাৰপৰাও ধৰ্ম্মপ্ৰচাৰৰ উদ্দেশ্য সিদ্ধ হৈছিল সঁচা কিন্তু সেইবোৰ অৱস্থা-বিপৰ্য্যয়ৰ পৰিণামহে। সুপৰিকল্পিত শিষ্যভ্ৰমণ নাছিল। সুপৰিকল্পিত ভাৱে শিষ্যৰ গাওঁত ভ্ৰমণ, যাক চহৰ ফুৰা বোলে, তাৰ প্ৰথম প্ৰচলন নিৰঞ্জনদেৱে কৰিছিল। আউনীআটী সত্ৰৰ অধিকাৰ হৈয়েই চ্যুতিংফা বা নৰিয়া ৰজাদেৱক জনাই মেদেলা, তিপাম, অভয়পুৰ, মথুৰাপুৰ প্ৰভৃতি স্থানত চক্ৰ কৰি বহুত লোকক শৰণ ভজন দিলে, অভকতীয়া লোকক ভকতীয়া কৰি সাত-ৰাজ মাৰি যি এক-ৰাজ হৈছিল তাক ধৰ্ম্মৰ ডোলেৰে আৰু কটকটীয়া কৰি দিলে।[১১]

এইবিলাক শুভফলদায়ক পৰম্পৰাৰ প্ৰৱৰ্ত্তন কৰাৰ উপৰিও প্ৰভুৱে সত্ৰৰ ভিতৰুৱা অনুশাসনৰো কটকটীয়া ৰীতি-নীতি ভাগে ভাগে গত লগাই দিছিল। এই বিষয়ত ৰজাঘৰীয়া নিয়ম-কাৰণ আৰু ব্যৱস্থাৰো অনুসৰণ কৰিছিল। নিৰঞ্জনদেৱ এজন কঠোৰ অনুশাসকো আছিল—'যাৰ তেজে সৰ্ব্বলোক কম্পিয়া আছিল'। সেইদিনতে প্ৰৱৰ্ত্তিত পাৰিপাট্য আৰু অনুশাসন আজিও সামান্য হীনডেঢ়ি ঘটিলেও চলি আছে। প্ৰথম অৱস্থাতে যি গুৰি-শকত ঐতিহ্য চলিল, সেয়ে সত্ৰৰ অনুশাসন আৰু পৰিচলনাক আগলৈকো লাট লগাই দিছিল।

**সাহিত্যিক অৱদান**—নিৰঞ্জনদেৱ এজনা কবিও আছিল। মহামোহ কাব্যৰ ৰচয়িতা বৰযদুমণিৰ শিষ্য ৰমানন্দই লিখা মহামোহ কাব্যত নিৰঞ্জনদেৱক 'মহাগুণবন্ত, ধৰ্ম্মতো শ্ৰীমন্ত, কবিগুণে পৰিপাটি' বুলি বখানিছে। তেওঁৰ ৰচিত গীত-মাত দুই-এপদ এতিয়াও সত্ৰত গোৱা হয়। কিন্তু সবাতোকৈ নিৰঞ্জনদেৱৰ সুদূৰ-প্ৰসাৰী সাহিত্যিক দৃষ্টিৰ পৰিচয় পোৱা যায়, কৃষ্ণমিশ্ৰ যতিৰ বিখ্যাত সংস্কৃত নাটক 'প্ৰবোধচন্দ্ৰোদয়' অসমীয়া অঙ্কীয়া নাটত ৰূপান্তৰ কৰাই ভাওনা কৰোৱাত। অঙ্কীয়া নাটৰ ইতিবৃত্তত এই সাহিত্য কৰ্ম্মৰ এটা সুকীয়া গৌৰৱময় স্থান আছে। সৰুতে নাটকৰ ভাও দেখি মনত থকা কথাৰেহে যে মহামোহ কাব্য লিখিছিল, কবি ৰমানন্দই নিজেই স্বীকাৰ

---

১১। পদ ২ মেদেলা, তিপাম দেশ অভয়পুৰত।
মথুৰাপুৰৰ আদি নানা দেশ সত্ৰ॥
ফুৰিলন্ত ভকতক শৰণ লগাই।
অধৰ্ম্মীক দণ্ড কৰি ধৰ্ম্ম প্ৰবৰ্ত্তাই॥
(কবিচন্দ্ৰ দ্বিজ, পদ ২২)

কৰিছে।[১২] এই প্ৰচেষ্টাই এটা পৰম্পৰা সৃষ্টি কৰি যাব নোৱাৰিলে ; অসমীয়া সাহিত্যৰ এটি নাট্যধাৰা গুৰিতে হেৰাল।

## ওপৰঞ্চি

আমাৰ সত্ৰীয়া ইতিহাসৰ বহুত ডাল-জোৰাদিয়া কাহিনীয়ে ইতিহাসৰ ঘাই কথাক আচ্ছন্ন কৰি থোৱাৰ দৃষ্টান্ত বহুত আছে। কথাগৰকা লোকসকলৰ মাজত এইবোৰ কথা কেতিয়া কেনেকৈ উদ্ভব হ'ল ঠাৱৰোৱা টান, কিন্তু চালি-জাৰি চালে সেইবোৰৰ গুৰিতে হয় কল্পনা, নহয় পূৰ্ব্বাপৰ কথাৰ সানমিহলিৰপৰা হোৱা ভুল ওলাই পৰিব। আউনীআটী সত্ৰ স্থাপন সম্পৰ্কেও এনে এটা কাহিনীয়ে ডাল পাত মেলি ঘাই গুৰিগছ ছাটি থৈ লুকুৱাই পেলোৱাদি পেলাইছে।

জয়ধ্বজসিংহ ৰজা হোৱাৰ পাছত অমঙ্গল উৎপাত ভূমিকম্প আদি হ'ল। ৰজাক বুজালে যে তেওঁৰ কাৰাগাৰত মিশ্ৰবাপুক বধ কৰাৰ কাৰণে দেৱতা কুপিত হোৱাত এনে হৈছে। ৰজাই এই কথা শুনি মিশ্ৰবাপুৰ কোন আছে তেওঁত শৰণ লবৰ ইচ্ছা কৰি কুৰুৱাবাহীলৈ লোক পঠালে। মিশ্ৰপত্নী বিধবা আই গৰাকীয়ে পুতেক দুটিক লুকুৱালে আৰু নিৰঞ্জনদেৱকহে পঠালে। খেনোৱে কয় বোলে নিৰঞ্জন বাপুৱে এই কথা শুনা মাত্ৰকতে নিজে আগবাঢ়ি আহিল। ৰজাই মিশ্ৰ-বাপুৰ পুতেক বুলি তেওঁতে শৰণ ললে। পাছত ভুল ধৰা পৰিল যে নিৰঞ্জন মিশ্ৰপুত্ৰ নহয়, সত্ৰৰ পাঠকহে। ৰজাই বোলে নিজৰ মৰ্য্যাদা ৰাখিবলৈ নিৰঞ্জন-দেৱক আউনীআটী সত্ৰ পাতি দি মাটি-বাৰী ধন-সম্পত্তি দি সকলো মহন্তৰ ওপৰত আসন দিলে।

এই কাহিনী যে পাবত গজা তাক অলপ পখিয়াই চালেই বুজা যাব।

(১) প্ৰতাপসিংহ স্বৰ্গদেৱে মুকুন্দ গোসাঁইক মাৰিলে ১৫২৯ শকত, মিশ্ৰ-বাপুক বধ কৰিলে বা বধৰ ভাগী হ'ল ১৫৫৪ শকত। জয়ধ্বজসিংহ স্বৰ্গদেউ পাটত উঠিল ১৫৭০ শকত, ভূমিকম্প হৈছিল ১৫৭১ শকত, আন উৎপাত তাৰো বহুত পাছতহে হৈছিল। মিশ্ৰদেৱৰ দেহত্যাগৰ প্ৰায় কুৰি বাইশ বছৰ পাছত যদি কিবা উৎপাত অমঙ্গল হৈছিল তাক কুৰিবছৰ আগৰ ঘটনাৰ লগত সাঙোৰাৰ কি যুক্তি থাকিব পাৰে? তেতিয়াৰ দিনত কুৰিবছৰৰ আগৰ কথা সাধুকথাৰ দৰেই হৈছিল। আজি-কালিৰ দৰে বছৰি বছৰি সোঁৱৰণী সভা আৰু সপ্তাহ পাতি স্মৃতিক সজীৱ কৰি ৰখাৰ নিয়মো নাছিল। মিশ্ৰদেৱৰ প্ৰয়াণৰ পাছতো প্ৰতাপসিংহ ৰজাই অখণ্ড প্ৰতাপেৰে প্ৰায় দহ বছৰকাল দেশ শাসন কৰিলে। মৃত্যুৰ আগতে মিশ্ৰ-

---

১২। * লিখকৰ "পঞ্চপুষ্প" গ্ৰন্থৰ মহামোহ কাব্য বিচাৰ প্ৰবন্ধ পঢ়ি চাওক।

দেৱক মৰা বাবে বাকুকটাত যজ্ঞও কৰিলে ( সাতসৰি বুৰঞ্জী, পৃঃ ২৬৩ )। আহোম মতেও শান্তি-স্বস্ত্যয়ন কৰিলে ( দেওধাই বুৰঞ্জী, ছেদ ১২০ )। তাৰ উপৰিও মাজত দুজন ৰজা হল আৰু ভাগিল। এতিয়া আকৌ প্ৰায় দুই যুগৰ পাছত মিশ্ৰবাপুৰ বধৰ পাপে আচম্বিতে উক দিলে বুলি জয়ধ্বজসিংহ ৰজাদেৱে ভবাৰ কি যুক্তি আছে? কলীয়াবৰত পৈয়েক মৰিল, ঢেঁকি দিওঁতে মনত পৰিল; ইও এটা তেনে ধৰণৰেই ক'ৰবাৰ কথা কৰবাত লেটিওৱা কল্পিত কাহিনী।

সন্তচৰিত্ৰ লীলা নামৰ এখন পুথিয়ে আৰু এখোপ উধাই কৈছে বোলে জয়ধ্বজ ৰজাই, মহন্তৰ দোষতহে এনে বিঘিনি ঘটিছে এই আশঙ্কা কৰি "মিশ্ৰবাপু আছে কোন শীঘ্ৰে আনিয়োক" বুলি আদেশ দিলে। বংশীগোপালৰ দিনৰে যি ৰজাৰ নাতিয়ে কুকুৰাবাহীৰ লগত সম্পৰ্ক পাতিছিল ৰজা হৈ তেওঁ কবকে নোবৰা হ'ল; মিশ্ৰবাপু নো কোন! মিশ্ৰবাপুৰ হাড়তো বন গজিল অথচ এতিয়া সেই 'মিশ্ৰবাপু আছে কোন' বুলি আনিবলৈ মানুহ পঠালে। জয়ধ্বজসিংহ স্বৰ্গদেউ ৰাজ্যত কি হৈছিল বা হৈছে একোৰে ভু-ভা নৰখা অঁকৰা অজলা ৰজা আছিল নে কি?

বিধবা মিশ্ৰগোসাঁনী আইয়ে ৰামকৃষ্ণক বাজ কৰি থৈ নিৰঞ্জনদেৱক আগ কৰি পাচিলে। এই কিংকথাও অবিশ্বাস্য, কাৰণ মিশ্ৰদেৱৰ পুত্ৰৰ বয়স তেতিয়া ২৪ৰ কম নহব। ১৫৫৪-ত পিতৃবিয়োগৰ সময়ত তেওঁ দুই-আঢ়ৈ বছৰীয়া শিশু আছিল। এনে এজন চফল ডেকাক লুকুৱাই প্ৰায় আদহীয়া নিৰঞ্জনদেৱক আগবঢ়াই ৰজাক ভুৱা দিবলৈ যোৱাৰ পৰিণাম কি আই গোসাঁনীয়ে নিজ অভিজ্ঞতাৰে শিকি থৈছিল। যদি কিবা দায় লগাৰেই ভয় কৰিছিল তেনে হলে এই ভুৱা দিয়া কামটোও জানো সমানে দায় লগা বিধৰ নাছিল? এই কাহিনীৰ আবিষ্কৰ্ত্তাসকলে এটা কথা পাহৰি গৈছিল। ৰজাই বধিব বুলি নিজৰ ল'ৰাক বাৰু লুকুৱালে, সেইটো একো দূষণীয় কাম নহয়। কিন্তু বলি হবলৈ যিজনক পঠালে বুলি কৈছে সেইজনক যদি ৰজাই বধ কৰিলেহেঁতেন আই গোসাঁনী যে ব্ৰহ্মবধৰ ভাগী হ'লহেতেন এইকথাও গমি চাবলৈ বা যাক সুধি পুছি এই কাম কৰিছিল সেই বৈষ্ণৱসকলৰো এইকথা সোঁৱৰাই দিবলৈ মনত নেখেলালে নে? আচলতে এই গোটেইবোৰেই পাছৰ কালৰ ভকতীয়া জুহালত উদ্ভৱ হোৱা বা অ'ৰ কথা ত'ত সনা মোট-সলোৱা কথা। নিৰঞ্জনদেৱক কুকুৰাবাহীৰপৰা যজ্ঞলৈ নিয়াই নাছিল। পিতৃ নৰিয়া ৰজাৰ দিনতে পতা আউনীআটীৰপৰাই নিৰঞ্জনদেৱ গোবিন্দ সহিতে সেই যজ্ঞলৈ গৈছিল। এটাই কেউখন পুৰণি চৰিত পুথিয়ে তাকেই কৈছে। বুৰঞ্জীবোৰতো ক'তো নিৰঞ্জনদেৱক মিশ্ৰপত্নীয়ে আগবঢ়াই দিয়াৰ কথা ঘুণাক্ষৰেও উল্লেখ কৰা নাই। বহুতকাল পাছত ৰচিত হোৱা সন্ত চৰিত্ৰ দুই এখনে কিংবদন্তীৰ ওপৰত আঁউজি

এইবিলাক কথা প্ৰচাৰ কৰি গৈছে। সেইবোৰ যুক্তিসহ নহয়; প্ৰাচীন চাক্ষুষ-দ্ৰষ্টা চৰিতকাৰসকলৰ কথাৰ লগতো অমিল! তাৰ এটা দৃষ্টান্ত লোৱা হওক।

গোবিন্দদাসৰ সৎসম্প্ৰদা কথামতে জয়হৰিয়ে দুইটি শিশুকে পাঠক দেউৰ কোলাত দি ক'লে "জানা পাঠক আতা, তোমাক দুই ডেকা সমন্বিতে সত্ৰ সভা দিলো। তুমি পঢ়াই শুনাই ডাঙৰ কৰি অধিকাৰী পাতিবা। তুমি ভক্তৰূপে থাকিবা।" ইয়াত জয়হৰিদেৱে প্ৰয়াণৰ কাল ওচৰ চপা যেন পাই দুইটি শিশুকে নিৰঞ্জনদেৱৰ কোলাত দিয়া বুলি কোৱা হৈছে, কিন্তু আচলতে সেই দুইটি কোলাত লব পৰা শিশু হৈ থকা নাছিল। দুয়োজনেই চেঙেলীয়া ডেকা আছিল। জয়হৰিদেৱৰ প্ৰয়াণৰ শক সঠিককৈ জনা নাযায়, কিন্তু ৰমানন্দ দ্বিজৰ কথামতে যি বুজা যায় বুঢ়াৰজাৰ মৃত্যুৰ পাছত 'ৰজাৰ কুমৰ ৰজা ভৈলেক ভকত'। তেওঁ কুৰুৱাবাহীৰ মঠ-মণ্ডপ ভালকৈ সজাই দি জয়হৰিদেৱক নিৰ্ভয় দি সত্ৰ পাতিবলৈ দিলে। কিছুদিনৰ পাছত তেওঁ নৰিয়া পৰিল আৰু সেই নৰিয়াতে দেহ ৰক্ষা কৰিলে। বুঢ়াৰজাৰ মৃত্যু হয় ১৫৬৩ শকত আৰু তেওঁৰ জীৱিত পুতেকৰ ভিতৰত বৰজন চুৰম্‌ফা সেই শকতে ৰজা হয়। চুৰম্‌ফা বা ভগাজন ৰজা হোৱাৰ এবছৰৰ পাছতো যদি জয়হৰিৰ দেহাৱসান ঘটিছিল তেনেহলেও ১৫৬৪ শক হয়। ইপিনে ১৫৫৪ শকত মিশ্ৰদেৱৰ মৃত্যু শকত ৰামচন্দ্ৰ দুবছৰীয়ামান, তেওঁতকৈ ডাঙৰ ৰামকৃষ্ণ আনুমাণিক পাঁচ-বছৰীয়া আছিল। তেনেহলে ১৫৬৪ শকত ৰামচন্দ্ৰৰ বয়স অলপ কম বেছি, বছৰ ১২।১৩ আৰু ৰামকৃষ্ণৰ বয়সো সেইদৰে ১৪।১৫ বছৰ হব। এই বয়সৰ লৰাক কোনেও শিশু নোবোলে আৰু কোলাতো নবহুৱায়। এই এক বিসঙ্গতি।

দ্বিতীয় আষাৰ নোহোৱা নোপোজা কথা জয়হৰিদেৱৰ মুখত ওলোৱা বুলি কোৱা হৈছে। সত্ৰ-সভাৰ ভাৰ দিয়াৰ অৰ্থ হ'ল অধিকাৰৰূপে অধিষ্ঠিত কৰা। কাৰণ অধিকাৰজন সত্ৰৰ সম্পত্তিৰ ৰখীয়া বা ন্যাসপালক হব পাৰে, কিন্তু সেইবুলি কেৱল সত্ৰ-সভাৰ ন্যাসপালকৰূপে, এজন বিষয়া থকাৰ দৰে থকাৰ কথা আজিলৈকে কতো দেখাও নাই শুনাও নাই। শিশু ৰজাক আগত থৈ মন্ত্ৰীয়ে ৰজাৰ নামত কাম চলোৱাৰ দৰে শিশু দুজনক আগত থৈ ভকত এজনে শৰণ ভজন দি সেৱা-সৎকাৰ লৈ সত্ৰ চলোৱাযাৰ নোহোৱা নোপোজা কথা। সত্ৰ-সভাৰ ভাৰ দিয়াৰ অৰ্থ হ'ল সত্ৰৰ গৰাকী অৰ্থাৎ অধিকাৰ হোৱা। এনে স্থলত কিছুকাল অধিকাৰ হৈ থাকি গাদী এৰি দি পুনৰ সত্ৰৰ ভকত হৈ যাৰ পৰা সেৱা লোৱা হৈছিল সেই সকলকে আকৌ পৰি সেৱা কৰিবলৈ কৈ যোৱাযাৰ অদ্ভুত বিধান যেন লাগে। এনে সদাচাৰবিৰুদ্ধ নীতি থাকিব নোৱাৰে। জয়হৰিদেৱে এনে নীতিৰ বিধান কৰাৰ নিশ্চয় কোনো কাৰণ নাছিল। এইবোৰ স্বকপোলকল্পিত কাহিনী বহুত পাছত লিখা সন্তচৰিত্ৰবোৰত ঠাই পাইছিল, আৰু সেইবাবেই ১৪।১৫ বছৰীয়া উঠন

যুৱকক শিশু বুলি কোলাত দিয়াৰ নিচিনা দেশকালৰ অসঙ্গতি কল্পনাকাৰসকলৰ কাহিনীত অজ্ঞাতে সোমাই থাকিল। গোজেই কেনেকৈ গছ হৈ পৰে এইবোৰ তাৰেই প্ৰমাণ। বুৰঞ্জীত যে, জয়ধ্বজসিংহ নিৰঞ্জনদেৱৰ শৰণ লোৱা আৰু তামৰ ফলি কৰি মাটি-বৃত্তি দিয়া বুলি উল্লেখ আছে এই কথা প্ৰকৃত তথ্য। তাৰ লগতে সান খালে—গোবিন্দ ঠাকুৰক অনাই আউনীআটী সত্ৰ-খন পাতি দিয়া কথাষাৰ। প্ৰকৃতপক্ষে আউনীসত্ৰ সৰুকৈ হলেও পাতি দিছিল তেওঁৰ পিতৃজনা চুত্যিংফা বা নৰিয়া ৰজাদেৱে। ঢকুৱাচাপৰিত যজ্ঞ কৰোঁতে নিৰঞ্জনদেৱক আউনীআটীৰপৰাই নিয়াইছিল আৰু সবাতোপৰি স্থান দি মান্য সৎকাৰ কৰিছিল। পাছত জয়ধ্বজ সিংহ স্বৰ্গদেৱে তামৰ ফলি কৰি মাটি-বৃত্তি দিয়া বুলি উল্লেখ আছে; এই কথাই প্ৰকৃত। তাৰ লগতে সান খালে গোবিন্দ ঠাকুৰক অনাই আউনীআটী সত্ৰখন পাতি দিয়া কথাষাৰ। কিন্তু গোবিন্দঠাকুৰ ইতিপূৰ্ব্বেই নিৰঞ্জনদেৱৰ লগতে আছিল। ৺গোবিন্দক কুৰুৱাবাহীৰপৰা জয়ধ্বজ সিংহৰ যজ্ঞলৈ নিয়া নাছিল, নব-প্ৰতিষ্ঠিত আউনীআটীৰপৰাই লৈ গৈছিল। মাটি-বৃত্তি গৰু-ম'হ পাইক আদি দি ৰাজদত্ত মৰ্য্যাদা দিয়াৰ কাৰণেই কিছুকাল পাছত জয়ধ্বজসিংহই আউনীআটীৰ স্থাপক বুলি জনাজাত হোৱাষাৰত একো আচৰিত হবলগীয়া নাই। পাছে সমকালীন লোকে লিখা চৰিত কথাৰ প্ৰকৃত বৃত্তান্ত পুথিৰ পাততে লুকাই থাকিল। আনকি সত্ৰৰ লোকসকলেও জনপ্ৰবাদতে প্ৰত্যয় গৈ সেই সুৰতে কথা কবলৈ ধৰিলে। কোনোবাই কৰা কামৰ সুখ্যাতি কোনোবাই ভোগ কৰাৰ দৃষ্টান্ত ইতিহাসত বিৰল নহয়।

---

# তৃতীয় খণ্ড

( বিস্তাৰ-কাল, ১৫৮০-১৭০৭ শক )

শ্ৰীশ্ৰীকেশৱদেৱ
শ্ৰীশ্ৰীৰামচন্দ্ৰদেৱ আৰু শ্ৰীশ্ৰীদামোদৰদেৱ
শ্ৰীশ্ৰীহৰিদেৱ
শ্ৰীশ্ৰীপ্ৰাণহৰিদেৱ

## ষষ্ঠ অধ্যায়

# শ্ৰীশ্ৰীকেশৱদেৱ

১৮৮০ শকৰ ফাগুনত শ্ৰীশ্ৰীকেশৱদেৱ প্ৰভু আউনীআটী সত্ৰৰ দ্বিতীয় অধিকাৰ ৰূপে ধৰ্ম্মাসনত অধিষ্ঠিত হ'ল। নিৰঞ্জনদেৱৰ শ্ৰাদ্ধসমাৰোহ, ৰজাৰ সাক্ষাৎ সহযোগ আৰু পাত্ৰমন্ত্ৰীসকলৰ সব্যস্ত তৎ-কাৰিতা দেখি প্ৰজাসকলে বিস্ময় মানিছিল। তাৰ পৰিণামে পূৰ্ব্বতো অধিক প্ৰজা সমাগমেৰে সত্ৰত দলদোপ লাগিবলৈ ধৰিলে। উজনি অসমত ভাগৱতী ধৰ্ম্মৰ বিস্তাৰ দিনক দিনে বাঢ়ি গ'ল।

নিৰঞ্জনদেৱৰ প্ৰয়াণৰ এবছৰ পূব নৌহওঁতেই ৰজাই কেশৱদেৱক এবাৰ নগৰলৈ মতাই নিয়াইছিল। কেশৱদেৱে ৰজাক নিৰ্ম্মালি দিছিল আৰু দুয়ো পূৰ্ব্বাপৰ ৰীতি-নীতি অব্যাহত কথাৰ বিষয়ে কথাবতৰা হৈছিল। ৰজাই মান্য-সৎকাৰ কৰি বিস্তৰ বয়-বস্তু সহ গোসাঁইক বিদায় দিছিল। এই নিমন্ত্ৰণ যে কেৱল শিষ্টাচাৰপ্ৰযুক্তহে আছিল এনে নহয়, এটা ৰীতি স্থাপন কৰাৰ উদ্দেশ্যেহে ৰজাই কেশৱদেৱলৈ এই নিমন্ত্ৰণ আগবঢ়াই নগৰলৈ নিয়াইছিল— কবিচন্দ্ৰ দ্বিজই কোৱাৰদৰে "পূৰ্ব্বাপৰ নীতিকথা কহি নৃপবৰ। নানা বস্তু দিয়া ৰাজা বিদায় দিলন্ত॥" ( '৬৭ পদ ) কথাষাৰৰ তাৎপৰ্য্য আছে। অধিকাৰজনে পদত অধিষ্ঠিত হোৱাৰ পাছতে এবাৰ ৰাজধানীত গৈ ৰজাক আশীৰ্ব্বাদ নিৰ্ম্মালি দি আহিব লাগে এই পূৰ্ব্বাপৰ নীতি পোন প্ৰথমে জয়ধ্বজসিংহ ৰজাৰ নিমন্ত্ৰণেই প্ৰতিষ্ঠা কৰিলে। পাছলৈ প্ৰতিজন অধিকাৰেই এই নীতি ৰক্ষা কৰি ৰজাঘৰ আৰু সত্ৰৰ সম্বন্ধ কটকটীয়া কৰি ৰাখিছিল।

এইমতে ৰজাঘৰ প্ৰজাঘৰ আৰু গুৰুঘৰৰ সমন্বয় আৰু সৌষ্ঠৱ বৰ্দ্ধিত কৰি ভক্তিধৰ্ম্ম প্ৰজ্বলিত কৰি থাকোঁতেই ৰাজ্যত এক অথন্তৰ ঘটিল—'যৱন উঠিল আহি অসম দেশত'। এই যৱন উঠাই হ'ল ১৫৮৩ শকৰ মিৰজুম্লাৰ অসম আক্ৰমণ। স্বপক্ষীয় কিছুলোকৰ বাতুলি-স্বভাৱ, ৰণত হেলা আৰু ৰাজকৰ্ম্মত আওকণীয়া ভাব বা কৰিলেও গা লাগি নকৰাৰ নিমিত্তে ক্ষুণ্ণ আৰু হতাশ হৈ স্বৰ্গদেৱে বিশ্বস্ত মন্ত্ৰীক বঙালক ছল চাই যুদ্ধ কৰিবৰ নিমিত্তে থৈ নামৰূপলৈ গ'ল। অবাধ বা অল্পবাধ গতিৰে মিৰজুম্লা গড়গাওঁ সোমালহি। যুদ্ধভঙ্গ হৈ

ৰজা নামৰূপলৈ গ'ল আৰু শত্ৰুৰপৰা আঁতৰত থাকিল। গুৰু-গোসাঁইসকলেও এই সময়তে সত্ৰৰ মূল বিগ্ৰহ লগত লৈ নিৰাপদ স্থানলৈ আতৰি গ'ল। কেশৱদেৱ গোসাঁই উত্তৰ লক্ষীমপুৰৰ লেঙ্গিদি ( লেংদি ) নামৰ ঠাইতে অস্থায়ী সত্ৰ পাতি ৰ'লগৈ। তাতো ভকতসকলৰ কিছুমানে খাণ্ডা, বাৰু, কাড়, ধনু আদি যুদ্ধাস্ত্ৰেৰে সজ্জিত হৈ পহৰীয়াৰূপে সাৱধানে দিন কটাইছিল "খাণ্ডা বাৰু হিলৈ কাণ্ড ধনু ধৰি কৰে। কতোসৱ ভকত আছিল পাটোৱাৰে।"

ৰজাৰ আদেশত ঘোঁড়াকোঁৱৰ আৰু লাচিত মহাবীৰে লৌহিত্যৰ তীৰত বাজু পাতি আছিল। বঙালক পালেই ডগা দি কাটে। সেই কাৰণে শত্ৰুৱে সত্ৰ লুড়িবলৈ সুযোগ নাপালে। কেশৱ গোসাঁয়েও কৃষ্ণসেৱাৰ প্ৰসঙ্গ ক্ষতি-ক্ষুণ নোহোৱাকৈ চলাই থাকিব পাৰিলে।[১] ১৮৮৪ শকত সময়ৰ শৰ বুজি স্বৰ্গদেৱে মিৰজুম্লাৰ লগত সন্ধিৰ প্ৰস্তাৱত সম্মতি দিব লগা হ'ল। গড়গাওঁ লণ্ডভণ্ড কৰি যবন সেনা পালটি গৈ গুৱাহাটীত ৰ'লগৈ। স্বৰ্গদেউ জয়ধ্বজসিংহ নগৰলৈ উলটি আহি পুনৰ শাসন ভাৰ ললে। ভগনীয়া ৰজা বোলা উপলুঙা নামষাৰ হলে কাললৈকে থাকি গ'ল। গড়গাৱঁলৈ উলটি আহি বঙালৰ অধীনত সৰহদিন ৰাজ্য ভুৰ্ভোগ কৰাৰ দুৰ্ভাগ্যৰপৰা ঈশ্বৰে স্বৰ্গদেৱক ৰেহাই দিলে। মুদগৰ ৰোগত আক্ৰান্ত হৈ শৰীৰ বিধাৰণ হেন জানি আউনীআটীৰ কেশৱদেৱ বাপু আৰু দক্ষিণপাটৰ বনমালী গোসাঁইক মতাই নি আশীৰ্ব্বাদ ললে। বনমালী গোসাঁয়ে মূৰত ধৰি নাম সোৱঁৰাই আছিল—স্বৰ্গদেউৰ প্ৰাণ কণ্ঠগত

---

১। চৰিতকাৰৰ এইবোৰ কথা বুৰঞ্জীৰ লগত হুবহু মিলি যায়। ঘোঁড়া-কোঁৱৰ আৰু লাচিতে লৌহিত্যকূল ৰক্ষা কৰাৰ বিষয়ে শৰৎ দত্ত সম্পাদিত অসম বুৰঞ্জীত এইদৰে আছে—"আৰু লোহিতৰ উত্তৰে দক্ষিণে আমাৰ লোক যি সৈতে আছিল সি-সকলে দগা দি বঙালক কাটি মাৰি আছিল। বুঢ়া ঘোঁড়াকোঁৱৰে, মোমাই তামুলী বৰবৰুৱাৰ পুতেক লাচিত ডেকাই উত্তৰ কোলত দগা দি বঙালক কাটিছিল—

অসম বুঃ ( শৰৎ দত্ত ) ছেদ ৪৩

ইয়াৰ লগত চৰিতকাৰ অম্বৰীষ দ্বিজই কোৱা কথাখিনি মিলাই চাওক।

ঘোঁড়া কোঁৱৰ মুখ্য নৃপতিৰ।
লাচিত ফুকন নামে তেহো মহাবীৰ॥
ৰাজাৰ আদেশে দুয়ো হুয়া একসাজ।
লোহিতৰ তীৰে দুয়ো পাতিলেক বাজ॥
সিকাৰণে কেৱে লুড়িবাক নপাৰিলা।
কেশৱ গোসাঁই তাতে আনন্দে ৰহিলা॥

পদ ১৪২।৪৩

হোৱা যেন দেখিছে নিলগি আছিল। ১৮৮৫ শকৰ কাতিমাহৰ ২৫ দিন যোৱাত ৰাজ্য-সুখ আৰু ৰাজ্য-দুখ দুয়োটাই সমানে ভোগ কৰি স্বৰ্গদেউজনাই পৰলোকলৈ গতি কৰিলে। তেওঁৰে নিলগীয়া ভায়েক চাৰিংৰজা চুপুংমুং চক্ৰধ্বজ সিংহ নাম লৈ সিংহাসনত উঠিল।

স্বৰ্গদেউ চক্ৰধ্বজসিংহৰ দিনতে দিহিঙৰ উত্তৰে থকা আউনীআটী সত্ৰখন বাৰিষাৰ মহাবেগী দিহিঙে পাৰৰ গছ-গছনি ঘৰ-দুৱাৰ আৰু সত্ৰৰ কাষৰো চপৰা-চপৰে খহাবলৈ-ধৰিলে। সত্ৰৰ আসন্ন বিপদৰ কথা ভাবি কেশৱদেৱ প্ৰভু আৰু ভকতসকলৰ মনত সংশয় মিলিল। প্ৰভুৱে সকলো বৃত্তান্ত ৰজাত জনালে। পূৰ্ব্বৰ সত্ৰৰ উত্তৰত সুবিধাৰ ঠাই চাই মহামতি ৰজাই হাটী বাটী দেৱগৃহ আদি বিতোপনকৈ সজাই উছৰ্গি দিলে। খহনীয়াৰ গৰাহত পৰি আউনীআটী সত্ৰই এই প্ৰথমবাৰৰ কাৰণে স্থান পৰিবৰ্ত্তন কৰিলে, নতুন সত্ৰত থিতাপি হৈ লোৱাৰ পাছতে। এনেতে কুৰুৱাবাহীৰ মিশ্ৰপুত্ৰ ৰামকৃষ্ণদেৱ বৈকুণ্ঠী হয়। ৰজাৰ আদেশমতে আউনীআটীৰপৰা কেশৱদেৱ প্ৰভু গৈ ৰামকৃষ্ণৰ ভায়েক ৰামচন্দ্ৰক সত্ৰৰ ভাৰ দিয়াৰ মীমাংসা দি আহিল। তেতিয়াৰপৰাই কুৰুৱাবাহী সত্ৰত জ্যেষ্ঠানুক্ৰমে অধিকাৰ হোৱাৰ নিয়ম চলিল। ৰামকৃষ্ণদেৱৰ কৰ্ম্মলৈ আউনীআটীৰ কেশৱদেৱ, দক্ষি ণপাটৰ ·বনমালীদেৱ আৰু গড় মুৰৰ লক্ষ্মীনাৰায়ণদেৱ তিনিও গৈৰামচন্দ্ৰদেৱক নিৰ্ম্মালি দান কৰিলে।

বনমালীদেৱ প্ৰভুৰ আমন্ত্ৰণ ক্ৰমে কেশৱদেৱ প্ৰভু দক্ষিণপাট সত্ৰলৈ গ'ল। তাত যথাযোগ্য আদৰ সাদৰ কৰি বনমালীদেৱে হেনো কৈছিল "আতা নিৰঞ্জনে বড় কৰ্ম্ম কৰিলন্ত ; তোমাক সত্ৰত থাপি দেহক তেজিল।" গড়মুৰত লক্ষ্মীনাৰায়ণদেৱেও সত্ৰৰ দেৱগৃহ উছৰ্গাৰ অৰ্থে কেশৱদেৱক নিয়াইছিল। এই কৰ্ম্মৰ অলপ দিন পাছত লক্ষ্মীনাৰায়ণদেৱ নৰিয়া পৰিল। তেওঁৰ দেহত আই-সকলে দেখা দিলে। দেৱ কেশৱে বাৰ্ত্তা পাই গড়মুৰলৈ গৈ পীড়িত জনাক নৰিয়াপাটিতে দেখা কৰিলে। লক্ষ্মীনাৰায়ণে বৰ ভাল পাই হাতত হাত থৈ সবাকে শুনাই বুলিলে—"মই পূৰ্ব্বে আউনীআটী সত্ৰত আছিলোঁ। তাৰপৰা আহি এই সত্ৰ পাতিলোঁ। এতিয়া তোমাৰ হাততে এই সত্ৰ অৰ্পিলোঁ ; যাক যোগ্য বুলি ভাবা তাকে দিয়া।" ১৬১৫ শকৰ পোষৰ কৃষ্ণাষ্টমীত লক্ষ্মীনাৰায়ণদেৱ বৈকুণ্ঠী হ'ল। কেশৱ প্ৰভুৱেই গৈ দিহা-পোহা দি ক্ৰিয়াকাণ্ড কৰাই ডেকা-বাপু বলৰামদেৱক অধিকাৰ নিৰ্ম্মালি দিলে। এই প্ৰকাৰে চাৰিওখন সত্ৰৰ

একসূত্ৰতা ৰক্ষাকৰণত আৰু সম্প্ৰীতি বঢ়োৱাৰ কাৰণে কেশৱদেৱে অহোপুৰুষাৰ্থ কৰিছিল। এই কাৰ্য্যত কোনো প্ৰকাৰ মান অভিমানক প্ৰশ্ৰয় নিদি উদাৰ আৰু প্ৰীতিপূৰ্ণ হৃদয়েৰে কাম কৰিছিল। চাৰি ৰাজ-সত্ৰৰ বুৰঞ্জীত কেশৱদেৱ প্ৰভুৰ এইখিনি অবিস্মৰণীয় অৱদান।

চক্ৰধ্বজসিংহ স্বৰ্গদেৱেও মৃত্যুৰ সময়ত আউনীআটী আৰু দক্ষিণপাটৰ দুয়োজন গোসাঁই প্ৰভুকে বিচাৰিছিল। আউনীআটীৰজনা সত্ৰত নাছিল বাবে পোৱা নগ'ল। দক্ষিণপটীয়াজনায়ে চক্ৰধ্বজসিংহক মৃত্যুমঙ্গল সোঁৱৰাইছিল। তাৰ পাছত ৰজা ভঙা-পতাৰ উজান উঠিল। ৰজাঘৰীয়া বিদ্ৰোহ ষড়যন্ত্ৰই মূৰ দাঙি উঠাত ৰজা স্বতন্ত্ৰীয়া গুচি পাত্ৰ-মন্ত্ৰীৰ অধীন হোৱাদি হ'ল। হলেও এইবোৰ ৰজাঘৰীয়া আপদৰ ঢৌৱে সত্ৰক কোবোৱাগৈ নাছিল। সত্ৰৰ নাম-প্ৰসঙ্গ ধৰ্ম্মপ্ৰচাৰ কাৰ্য্য সকলো নিৰুপদ্ৰবে চলি আছিল। কেবাজনো ৰাজপাটত উঠিল, পাটৰ পৰা নামিলো, নামিও দেহা নাবাচিল। শেহান্তত গদাধৰসিংহ ৰাজপাটত উঠিল। পাত্ৰ-মন্ত্ৰীৰ মইমতীয়া বল হ্ৰাস পালে, স্বৰ্গদেউ গদাধৰ-সিংহই শাসনৰ কঠোৰ গদা উদ্যত কৰি সুস্থিৰ ৰাজ্যপালন আৰু শত্ৰুবিতাড়ণৰ দৃঢ় নীতি পুনঃ প্ৰৱৰ্ত্তন কৰিলে। আউনীআটী সত্ৰৰ গাদীত তেতিয়াও প্ৰভু কেশৱদেৱেই অধিষ্ঠিত আছিল।

১৬০৩ শকত গদাধৰসিংহ ৰজা হৈছিল। তাৰপৰা কেইবছৰমানলৈ এইজনা স্বৰ্গদেৱেও ধৰ্মৰাজ্যত কোনো বিঘিনি ঘটোৱা নাছিল। তাৰ পৰিবৰ্ত্তে আভ্যন্তৰীণ সুস্থিৰতা আৰু বাহিৰৰ বঙ্গাল আক্ৰমণ প্ৰতিহত কৰাত আত্মশক্তি নিয়োজিত কৰিছিল। তেওঁৰ দিনতেই আমাৰ সেনাই মঞ্জুৰখাঁক পৰাজিত কৰি খেদি নি মানাহ পাৰ কৰি থলে—১৬০৪ শকত।

ধৰ্ম্মৰ বিষয়তো গদাধৰ স্বৰ্গদেউ প্ৰথম ডোখৰত বৰ উদাৰ অথচ নিৰপেক্ষ আছিল। তেওঁ গোসাঁই-মহন্তক মান্য কৰিছিল, লুইতক পূজা দিছিল, বিশ্বনাথত জপ হোম কৰোৱাইছিল, দৌল বন্ধাইছিল। এইজনা ৰজাই আউনীআটীৰ কেশৱদেৱকো বৰ ভক্তি শ্ৰদ্ধা কৰিছিল। ৰাজপাটত উঠাৰ কিছুদিন পাছতে তেওঁ পূৰ্ব্বাপৰ নিয়ম ৰক্ষা কৰি সভা পাতিলে আৰু কেশৱদেৱক পৰম মান্য কৰি গড়গাওঁলৈ নিয়ালে। নৌকাশালত স্থান দি প্ৰভুক ৰাখিছিল আৰু ঘৰ ওপোচাই বস্তু-সম্ভাৰ আগবঢ়াইছিল। ৰাজসভালৈ যোৱাৰ পথত বস্ত্ৰৰ ওপৰত বস্ত্ৰ পাৰি দি কেশৱদেৱক সমাদৰি নিছিল। কেশৱদেৱৰ অনু-ৰোধকো উপেক্ষা কৰি ৰজাই আগে আগে নগৈ সমানে সভাগৃহলৈ সোমাই

গৈছিল। এইদৰে সভাত নৃপতিক আশীৰ্ব্বাদ নিৰ্মালি দি ৰজাৰ বাক্য ধৰি দুই কুমাৰক কৃষ্ণত শৰণ লগালে। দুয়োজন চৰিতকাৰেই এই কথা লিখিছে যদিও[২] বুৰঞ্জীবিলাক এই বিষয়ত নিমাত। পাছে প্ৰকৃততে ঘটা বহুত ঘটনাই বুৰঞ্জীকাৰৰ চালনিত সৰকি যায় অথবা ৰজাঘৰীয়া কাৰ্য্যৰ ভিতৰুৱা নহয় বুলি জ্ঞান কৰাৰ ফলত এফলীয়া হৈ থাকি যায়। ১৬০৬ শকত তিংখাঙত ৰহদৈ পুখুৰী উছৰ্গা কৰাওঁতেও গদাধৰসিংহ স্বৰ্গদেৱে আউনীআটীৰপৰা কেশৱদেৱক বৰ সমাদৰ কৰি নিয়াইছিল বুলি বুৰঞ্জীয়ে কৈছে।

১৬১২ শকত ১০৮ ব্ৰাহ্মণৰ হাতে বিশ্বনাথত জপ হোম কৰোৱালে। সেই প্ৰসঙ্গতো কেশৱদেৱ প্ৰভুক সমস্তমস্তকমণিৰূপে গণ্য কৰি আগভাগ দিছিল। (কবিচন্দ্ৰ দ্বিজ, ১০৫, তুং খুং বুৰঞ্জী, ছেদ নং ১)

এইদৰে ১৬০৩ শকৰপৰা ১৬১৪ লৈকে সত্ৰসভা আৰু ভকতৰ বিশেষ অহিত চিন্তা নকৰাকৈ গদাধৰসিংহই ৰাজ্য শাসন কৰিছিল। মাজতে ১৬১০ শকত তিৰীলগীয়া ভকতবিলাকক শত্ৰৰপৰা গুচাইছিল। ইয়াকো সত্ৰবিলাকৰ প্ৰতি দ্ৰোহ আচৰণ কৰা বুলি কব নোৱাৰি। আওপকীয়াকৈ হলেও এই

---

২ (ক) পাছে গদাধৰ সিংহ নৃপতি ভৈলন্ত।
কেশৱ দেৱকো তেহো সাদৰি নিলন্ত॥
দুই কুমাৰক তথা শৰণ লগাই।
অনেক সম্ভাৰে পূজি দিলন্ত বিদায়॥ (অম্বৰীষ দ্বিজ, ২০৬)

(খ) পূৰ্ব্বে মহাৰজা গদাধৰ সিংহ ভৈলা।
নিজ বাহুবলে সমস্তকে নিযোজিলা॥ -৯৩
দেৱ কেশৱক গডগ্ৰাম আনিলন্ত।
নৌকাশালে থান দিয়া বস্ত্ৰ দিয়াইলন্ত॥
বস্ত্ৰৰ ওপৰে বস্ত্ৰ পাৰিয়া আছন্ত।
তাৰ ওপৰত দেৱ নৃপ চলিলন্ত॥ -৯৪
আগ হুয়ো বাপু বাক্য বোলয় নৃপতি।
নৃপতি আগত দেৱে নকৰন্ত গতি॥
দেৱে বোলে মহাৰজা চলোহো পাছত।
তথাপি নযাৱে ৰজা দেৱৰ আগত॥
এতেকে সমানে যান্ত দেৱ নৰপতি।
সৈন্যৰ গিৰত দলদোপ বসুমতি॥
সত্ৰক আসিয়া দেৱে দুয়ো কুমৰক।
সেৱা কৰাইলন্ত ধৰি নৃপৰ বাক্যক॥ ৯৬ (কবিচন্দ্ৰ দ্বিজ)

আদেশৰপৰা সত্ৰ পৰিচালনাৰ হিতৰ বাহিৰে অহিত হোৱা নাছিল। গদাধৰ-সিংহই বৈষ্ণৱ-নিৰ্য্যাতন নীতি গ্ৰহণ কৰিলে ৰজা হোৱাৰ প্ৰায় বাৰ বছৰৰ পাছত ১৬১৪-১৬১৫ শকত। সত্ৰীয়া চৰিতকাৰসকলেও এইছোৱা কালৰ কথাত গদাধৰক শ্ৰদ্ধাশীল ৰজাৰূপেই বৰ্ণনা কৰিছে। তেনেহলে ১৬১৪ শকত হঠাতে এনে কি ঘটিল তেওঁ শাসনকালৰ বাৰ বছৰীয়া নীতিক পৰিহাৰ কৰি মেধি মহন্তসকলক দণ্ড কৰি নিৰ্ব্বাসন দিয়া, ভকতবিলাকক খেদি দি সত্ৰ ধ্বংস কৰা আৰু সত্ৰীয়া ধন-সম্পত্তিকো আগ্ৰহি অনাৰ বিপৰীত কাৰ্য্যনীতি গ্ৰহণ কৰিব লগা হ'ল? এই কথাৰ গুৰিতে ৰজাৰ মতিবিমোহন নে, ধৰ্ম্মদ্বেষ নে, ৰাজনৈতিক প্ৰয়োজন?

এই কথাৰ সম্ভেদ পাবলৈ হলে অলপ তললৈকে পম খেদিব লাগিব। ষোড়শ শতিকাৰ শেহৰ ফালে অসমৰ বিভিন্ন স্থানত প্ৰতি অঞ্চলতে সত্ৰ-স্থাপনৰ ধুম উঠিছিল। সত্ৰসংখ্যা বৃদ্ধিৰ ঘাই কাৰণ দুটা। ৰজাই ঘাই সত্ৰ-কেইখনৰ উপৰিও বহুত সৰু-সুৰা সত্ৰকো মাটি-বাৰী দি উদগণি দিছিল। ৰজাৰ অনুগ্ৰহ-দৃষ্টিয়ে ধৰ্ম্মবিতৰকসকলক নিৰ্ভয় আৰু উৎসাহ দিছিল। দ্বিতীয় কথা হ'ল আদি ধৰ্ম্মপুৰুষসকলৰ সৰহ ভাগেই গৃহী আছিল। সেইসকলৰ সতি-সন্ততিবিলাকক শিষ্যসকলে আৰু আনলোকেও সমান মান-ভাগেৰে আদৰ কৰিছিল। মূল অধিকাৰৰ পৰলোক হলে পুত্ৰসকলৰ প্ৰত্যেকে স্বয়ঙে প্ৰবৰ্ত্তি সত্ৰ স্থাপন কৰিবলৈ ধৰিলে। অধিকাৰ অনুক্ৰমৰ ধৰা-বন্ধা অনুশাসন নথকাত আৰু এটাইবিলাক পুত্ৰৰে মূলজনৰ উত্তৰাধিকাৰী হব পৰাৰ অৰ্হতা স্বতঃসিদ্ধ হৈ পৰাত, মূলসত্ৰৰ পৰা ফাটি শাখাস্বৰূপ অসংখ্য সত্ৰৰ উদ্ভৱ হ'ল। গুৰুসকলৰ যিমান পুত্ৰ সিমান বেলেগ বেলেগ সত্ৰ স্থানে স্থানে হবলৈ ধৰিলে। এক মূল, এক ধাৰা হলেও কাৰো কোনো অধীন বা আজ্ঞাপৰ নাছিল। শলা-বস্তি নিয়মেৰেও বহুত সত্ৰ বাঢ়িছিল। এইদৰে খৰালি কালত বাটে পোৱালি মেলাৰ দৰে সত্ৰ স্থাপনৰ জাউৰি উঠিছিল। অপ্ৰিয় হলেও কব লাগিব যে এসময়ত সত্ৰ-স্থাপন জীৱিকা-সংস্থাপনৰ উপায়ো হৈ পৰিছিল। এইটোৱে ধৰ্ম্মপ্ৰচাৰৰ কাম বিকেন্দ্ৰীকৃত কৰিলে যদিও সত্ৰবোৰ ক্ৰমাৎ সম্পদ সমৃদ্ধিত মূজুৰা পৰি যাবলৈ ধৰিলে। সেই কাৰণেই সত্ৰবিলাকৰ চক্ৰবৃদ্ধি ৰোধ কৰিবলৈ পাছত যোগ্যানুক্ৰমৰ উপৰিও জ্যেষ্ঠানুক্ৰম বা পুত্ৰানুক্ৰম ব্যৱস্থাৰ প্ৰৱৰ্ত্তন হ'ল। পাছে ইয়াৰ আগতেই সত্ৰবোৰৰ সংখ্যা চতুৰ্গুণে বাঢ়িল, সেই অনুপাতে সত্ৰবাসী ভকতবো। এইসকল ভকত যে সকলোৱেই

উদাসীন আছিল তেনে নহয়।[৩] তাৰ ভিতৰত এক বুজন সংখ্যক ভকত স্ত্ৰী-লাগ আছিল; লৰা তিৰোতা লৈ ঘৰ পাতি সত্ৰত বাস কৰি নাম-প্ৰসঙ্গ কৰি কাল কটাইছিল। 'দক্ষিণপাট সত্ৰ' নামৰ গ্ৰন্থত বুৰঞ্জীবিদ বেণুধৰ শৰ্ম্মা ডাঙৰীয়াই ৫২ পৃষ্ঠাৰ পাদটীকাত কলীয়াবৰৰ শ্ৰীগজেন্দ্ৰ ফুকনৰ ঘৰত থকা 'অসম বুৰঞ্জী' পুথি এখনৰপৰা দিয়া উদ্ধৃতিখিনিয়ে এই বিষয়ে চমৎকাৰী তথ্য বহন কৰিছে—"ভকতৰ বিচাৰ কৰিলত নগাৰঁৰ বৰদোৱাৰপৰা মাজুলীলৈকে সৰু সৰু নামঘৰত বা থান-সত্ৰত ঘৰ পাতি থকা ৩০০০ ভকত ওলাল। সকলোটিকে তোলাই অনাই নিবোক চেউনীত ১২০০, তৰাজান চেউনীত ৫০০, গাগলডুবিত ৪০০, ঘিলাধাৰী চেউনীত ৯০০, এই তিনিহেজাৰ লোকক দা-কুঠাৰ দি সিসকলৰ ওপৰত ডাক বুলি এটাক হাজৰিকা পাতি ৰাজখোৱা পাতি ৰাজ্য পাতিলে। অকল বৰদোৱা থানতেই ২০০০ ভকত ওলাল। সিসকলকো ঠান্‌বান্ কৰি কতোক ঘিলাধাৰী চেউনীত বহুৱালেগৈ। সত্ৰবিলাকৰ মুৰ্ত্তিকো ভাঙিলে।" এইখিনি ৰাজ্যখনৰ একখণ্ডৰহে লেখা, গোটেই ৰাজ্যত যে কিমান আছিল তাক অনুমানহে কৰিব পাৰি!

আন এদিনা গদাধৰ স্বৰ্গদেউ কৰবালৈ যাওঁতে লোকে নাম গোৱা শুনি লগৰ বিষয়াক সুধিলে, ইয়াত কোনে ইমান হাই-উকমি কৰিছে? বিষয়াজনে ভকতসকলে গোট খাই নাম গাইছে বুলি কোৱাত, ৰজাই হেনো কৈছিল— "গুচিল মোৰ কাজ, হাত তালি দিয়া মৰে কিবা আছে কাজ।" (পদ্য বুৰঞ্জী)। এইজনা ৰজায়ে আন এসময়ত মহন্তসকলে যধে-মধে মালা মন্ত্ৰ দি অন্যায় কৰা বুলি খং কৰি কৈছিল—"লোকক দিয়াছে মন্ত্ৰ কাঠৰ যে মালা। তাক লৈয়া নাম গাৱে মোক কৰে হেলা।" (পদ বুৰঞ্জী ৭২)। গদাধৰসিংহ স্বৰ্গদেউ

---

৩। অলপতে প্ৰকাশিত হোৱা "তেলপানী সত্ৰৰ প্ৰতিষ্ঠাতা শ্ৰীশ্ৰীনৰবৰদেৱৰ চৰিত্ৰ" নামৰ পুথিত সপ্তদশ শক-শতাব্দীৰ নৰবৰদেৱে ভবিষ্যত অধিকাৰ হোৱাৰ বিষয়টো কেনেকৈ ৰেহা লগাই দিলে তাক উল্লেখ কৰিছে। নৰবৰদেৱে নিজৰ পুতেক তিনিজনক জ্যেষ্ঠানুক্ৰমে অধিকাৰ হবলৈ আৰু পাছত তিনিওজনৰ সন্তানৰ ভিতৰত জ্যেষ্ঠজন অধিকাৰ হবলৈ পৰামৰ্শ দি "একোজনে ভিন্ন সত্ৰ নলৈব" বুলি নিৰ্দ্দেশ দি গৈছিল। সত্ৰবিলাকৰ চক্ৰবৃদ্ধি বোধ কৰিবলৈ এনে সুস্থিৰ নিৰ্দ্দেশৰ প্ৰয়োজন হৈ পৰিছিল। ৩ পৃষ্ঠাত পাদটীকাত প্ৰকাশকে লিখা কথাষাৰ প্ৰণিধান যোগ্য। "এতিয়ালৈকে (নৰবৰদেৱৰ দিনলৈকে) গুৰুসকলৰ যিমান পুত্ৰ হৈছিল সিমান বেলেগ বেলেগ সত্ৰও হৈছিল।"

ধৰ্ম্মবিদ্বেষী নাছিল,[৪] এই কথা আগতে কোৱা হৈছে৷ তথাপিও যে মহন্তসকলে মালা-মন্ত্ৰ দি অন্যায় কাজ কৰিছে বুলি কৈছে, সেইটো ভকতসকলে ৰাজ-কাৰ্য্যলৈ হেলা কৰাৰ দায় ধৰিহে কৈছে। পাছে গদাধৰ মহাৰজাৰ যি দোষেই নাথাকক, তেওঁ যে এজন কাৰ্য্যৰ ভাও বুজা, কৰ্ম্মমূলক দৃষ্টি থকা ৰজা আছিল তাত সন্দেহ নাই। ধৰ্ম্মপালনৰ নামত যেতিয়া সমাজ আৰু ৰাষ্ট্ৰৰ হানি ঘটে, ব্যক্তি উদ্যমহীন আৰু অকামিলা হয়, দায়িত্ব পালনৰপৰা দূৰতো বিদূৰ থকাৰ প্ৰবৃত্তি জন্মে, তেতিয়া সি ধৰ্ম্ম হৈ নাথাকে। ধৰ্ম্মপ্ৰৱৰ্ত্তক মহাপুৰুষৰো এনে ধৰ্ম্মপালন নিশ্চয় অভিপ্ৰেত নাছিল। কীৰ্ত্তন পুথিৰ দামোদৰ বিপ্ৰাখ্যানত প্ৰভূত সম্পত্তি ভোগ কৰিও অল্প অল্প কৰি বিষয় সুখ তেজি কৃষ্ণত সকলো অৰ্পণ কৰাৰ প্ৰণালীকে কাহিনীৰ ছলেৰে মহাপুৰুষে উপদেশ দিছে। "গৃহতে থাকিয়া, হৰিক স্মৰিয়া, মোক্ষ সাধা হৰিনামে" আদি কীৰ্ত্তনৰ উপদেশবোৰেও কৰ্ম্মলৈ পিঠি নিদিয়াকৈ ধৰ্ম্মাচৰণৰ শ্ৰেষ্ঠত্বৰ কথাহে বাৰম্বাৰ সকিয়াই দিছে। অৱশ্যে মহাৰজা গদাধৰে ইমানবোৰ ভাবি-চিন্তি মহন্তসকলে অন্যায় কৰিছিল বুলি কৈছিল এনে কথা নহয়, কিন্তু তেওঁৰ স্বাভাৱিক কৰ্ম্মমূলক দৃষ্টিত এইকথা ধৰা পৰিছিল। পাছে ভকতে নো ৰাজকাৰ্য্য বা আন কাৰ্য্যলৈ হেলা কৰিলে কেনেকৈ ?

পূৰ্ব্বে সত্ৰ বা মন্দিৰৰ কাৰণে মাটি-বৃত্তি আৰু কোনো স্থলত পাইক, ভকত, সেৱাইত আদি দান কৰি তামৰ ফলি দিওঁতে, "তিনি প্ৰসঙ্গ শ্ৰৱণ, কীৰ্ত্তন কৰি ৺দেৱক আশীৰ্ব্বাদ কৰি পুত্ৰ-পৌত্ৰাদিক্ৰমে ভোগ কৰিব" বা "স্বৰ্গদেৱৰ পুণ্যে পূজা নৈবেদ্য বন্তি জ্বলাই থাকিব" অথবা "স্বৰ্গদেৱৰ কুশল চিন্তিব" এনেদৰে লিখা থাকে। এনেস্থলত স্বৰ্গদেৱক আশীৰ্ব্বাদ দিয়া, পুণ্যাৰ্থে পূজা কৰা বা কুশল চিন্তাই সেইসকল লোকৰ পক্ষে ৰাজকাৰ্য্য। সেই ৰাজকাৰ্য্য কৰিবৰ কাৰণেই চলিবৰ অৰ্থে মাটি-বৃত্তি দিয়া হৈছিল। কিন্তু ৰজাই তেনে ভাৰ নিদিয়াকৈ সত্ৰ-সভাত বা নামঘৰত ভকতৰূপে বা মহন্তৰূপে থকাসকলে ৰাজকাৰ্য্য কৰিছোঁ বুলি নিজে ভাবিলেও ৰজাই স্বীকৃতি নিদিয়া সত্ৰতো নাম-প্ৰসঙ্গ কৰোঁতাসকলক ৰাজ্যৰ কামকে কৰিছে বুলি গণ্য কৰিবলৈ আৰু তাৰ কাৰণে ৰজাৰ অৰ্থে খাটি দিয়াৰপৰা ৰেহাই দিবলৈ গদাধৰসিংহ স্বৰ্গদেউ প্ৰস্তুত নথকাৰ কাৰণো আছে।

---

৪ এই মত বুৰঞ্জীবিদ শৰ্ম্মা ডাঙৰীয়ায়ো দক্ষিণপাট সত্ৰ গ্ৰন্থৰ ৫৩ পৃষ্ঠাৰ পাদটীকাত ভালকৈ প্ৰমাণ কৰি দেখুৱাইছে।

আহোম শাসনৰ ৰাজহনীতি মূলতে শ্ৰমাধাৰী। ৰজাঘৰীয়া পৰোক্ষ কৰ, কাটল, পদ, পঞ্চক, বেঠ, বেগাৰ আদি থাকিলেও সেইবিলাক সকলোৱে নিয়মিত দেয় পৰোক্ষ কৰ আছিল। মাটি স্বৰ্গদেৱৰ, তাক ভোগ কৰা বাবে শ্ৰমৰূপ কৰ গাবে খাটি শোধাব লাগিছিল। আলি, পুখুৰী আদি খনাৰপৰা ৰণ কৰিবলৈ যোৱালৈকে সকলো প্ৰকাৰৰ গাৰ খাটনি ৰাজকৰৰ সমতুল্য আছিল। দুই এক শ্ৰেণীৰ লোক আৰু তিৰুতাক বাদ দি সকলো লোকেই প্ৰয়োজন হ'লে, ডাক পৰিলে ৰণলৈকো যাব লাগিছিল। সেই সূত্ৰেই "মাতিলে ৰণলৈকে যাবা, নামাতিলে ভোজলৈকো নাযাবা" বা "মুনিহ মৰে ৰণত, তিৰী মৰে বিয়নত" আদি প্ৰবচন বাক্যৰ উদ্ভৱ হৈছিল। এনে শ্ৰমনিৰ্ভৰ অৰ্থনীতিৰ আধাৰত শাসিত ৰাষ্ট্ৰত যদি শ্ৰম নকৰা বা শ্ৰমৰপৰা ৰেহাই পোৱা মানুহৰ সংখ্যা বৃদ্ধি পাবলৈ ধৰে, দূৰদৰ্শী ৰজাৰ শঙ্কিত সচকিত হোৱাষাৰ অমূলক কথা নহয়। অথচ স্বৰ্গদেউ গদাধৰসিংহৰ শাসন কালত এনে লোকৰ সংখ্যাই সীমা চেৰাই গৈছিল। গুৰুসকলৰ আজ্ঞাপৰ, আজ্ঞাপৰসকলৰ পুত্ৰ-পৌত্ৰাদি, এই ক্ৰমে সত্ৰসংখ্যা দিনক দিনে বাঢ়ি যি গৈছিলেই, তাৰ লগতে শলাবন্তিৰ অগ্নি লৈ শলাবন্তি সত্ৰ বা থান পতাৰপৰা আৰু ডাঙৰ সত্ৰৰ অধিকাৰসকলে শ্ৰৱণী আদি যোগ্য ভকতকো কেতিয়াবা কৃপা কৰি শিচ ভজাবলৈ আদেশ দিয়াত সত্ৰৰ সংখ্যা গণিব নোৱৰা হৈছিল। গুণাভিৰাম বৰুৱাৰ ব্যাখ্যামতে যদি 'এটকা মহন্ত' কথাষাৰৰ ব্যাখ্যা গ্ৰহণ কৰা হয় তেনেহলেও আজিকালিৰ তুলনাত বহুত বেছি সত্ৰ সংখ্যা পোৱা যায়। বৰুৱা ডাঙৰীয়াই লিখিছিল, "দেশত মহন্তৰ সংখ্যা কড়ি টকাৰে এটকা" অৰ্থাৎ 'এটকা ৰূপত যিমান কড়ি পায় তিমান। সেয়েহলে টকাত একাওন, কড়ি ১২৮০ খান সত্ৰ। সেই সকলো নাম পোৱা এতিয়া দুষ্কৰ। অনেক সত্ৰৰপৰা অনেক ন ন সত্ৰ ওলাইছে।"[৫] এটকা মহন্ত বা ১২৮০ খন সত্ৰও বাচ-বিচাৰ কৰি স্বীকৃতি দিয়া সত্ৰহে, আগতে আৰু বা কিমান আছিল! আকৌ সেইবোৰত থকা ভকতৰে লেখ বা কি আছিল কোনে তত্ত্ব লৈছিল। পূৰ্ব্বাপৰ প্ৰথা অনুসাৰে সত্ৰস্থ ভকত-বৈষ্ণৱসকলে ৰাজ্যৰ কামৰ কাৰণে বাহিৰ ওলাব ল'গা নহৈছিল। ৰজাৰ হৈ কোৰ-কুঠাৰো নলৈছিল। হিলৈ, বৰটোপ ধনু কাড় লৈ ৰণযাত্ৰাও কৰিব লগা নহৈছিল। তেনেহলে

৫ আসাম বন্ধু—১ম খণ্ড ১০ম সংখ্যা (১৮৮৫ চন) 'আগৰ দিন আৰু এতিয়াৰ দিন—সপ্তম অধ্যায়—ধৰ্ম্মৰাজ্য মহন্ত।'

কিমান বস্তুৱা মানুহ অবস্তুৱা হৈছিল সহজে অনুমান কৰিব পাৰি। শতিকে যি বুজা যায় শাক ষোড়শ শতিকাৰ শেষ ভাগৰপৰা তাৰ পাছৰ শতিকাৰ আগ দশকলৈকে অসম ৰাজ্যত আজি-কালিৰ নিবস্তুৱা সমস্যাৰ বিপৰীতে অবস্তুৱা সমস্যাৰ উদ্ভব হৈছিল।

পলৰীয়া কালত নিজৰ ৰাজ্যখন চুক-কোণ মাৰি তন্ন-তন্নকৈ চাই ফুৰাৰ সুযোগ পোৱা স্বৰ্গদেউ গদাধৰসিংহই এই সমস্যাৰ গুৰুত্ব উপলব্ধি কৰিছিল। পাছে সেই সমস্যাৰ সমাধানকল্পে সংস্কাৰ নীতি গ্ৰহণ নকৰি দলন-নীতি গ্ৰহণ কৰিলে। পোনতে সংস্কাৰমূলক প্ৰতীকাৰৰ যে যত্ন কৰা নাছিল এনে নহয়। প্ৰথমতে ১৬১০ শকৰ ফাগুনত "সকলো সত্ৰৰ উদাসীনক ৰাখি স্ত্ৰীলাগ ভকতক গুচালে[৬]"। সেইবিলাকৰ একো হানি নকৰাকৈ মাটি-বাৰী দি বিভিন্ন স্থানত বহুৱালে। এই ব্যৱস্থাৰপৰা আশানুৰূপ ফল ফলিয়ালে বুলি অনুমান নহয়। উদাসীনৰ সংখ্যা একেই নাথাকি ক্ৰমাৎ বাঢ়িলহে। ইয়াৰ কাৰণ সত্ৰবৃদ্ধি ৰোধ কৰিবলৈ ৰজাই একো ব্যৱস্থা লব নোৱাৰিছিল। সত্ৰবোৰ স্বকীয় ৰস-প্ৰাচুৰ্য্য আৰু সাময়িক ভাবতৰঙ্গৰ পোষণ পাই আপোনা-আপুনি চাৰিওফালে শিপাইছিল। উদ্যমশীল ৰজা গদাধৰৰ পক্ষে এই পৰিস্থিতি ক্ৰমাৎ অসহনীয় হৈ পৰিল। এইবাৰ সংস্কাৰ নীতিৰ পৰিবৰ্তে সংহাৰ নীতিৰে নিৰ্বিচাৰে ছিটিকা-পাশ ক্ষেপন কৰিলে।

পোনতে ঠাকুৰীয়া মহন্তসকলক ধৰিলে। তুংখুঙ্গীয়া বুৰঞ্জীয়ে এনে ১৮ জনৰ লেখা দিছে—"১৬১৪ শকত ঠাকুৰীয়া ভকতৰ মেধিসকলক ভাই-পো সহিতে নামৰূপলৈ নি সংঘাৰ কৰিলে। তাৰে লেখা—বাঁহবৰীয়া যদুমণি১, ভাগিৰ জগবন্দন১ এওঁৰে পুতেক শত্ৰুষণ (শত্ৰুঘ্ন)১ কণ্ঠভূষণ১ চেঁচামুখৰ ব্ৰহ্মানন্দ১, সহদেৱ১, জামদেৱ১ ৰামগোবিন্দ১, কাটনিপৰীয়া সুন্দৰীবন১, বুধবৰীয়া বিজয়১, লেংদিৰ ৰতিকান্ত১, এওঁৰে পুতেক জয়গোপাল১, নমটীয়া বিনন্দশ্যাম১, মোৱামৰীয়া সদায়খোৱা১, মধাই১, বৈকুণ্ঠ২, পুতেক ৰঘুনন্দন১, গজলিয়াল কেহো১, ভায়েক২, লৰালুৰি ছুই চাৰি পলাই এৰাল।"

গদাধৰসিংহদেৱে সংঘাৰ কৰা ১৮ জনেই গোপাল আতা প্ৰবৰ্ত্তিত কাল-সংহতিৰ মহন্ত বা মহন্ত-সন্তান। টোকোলাইত পতা ব্ৰাহ্মণীয়া কেইজনক প্ৰাণে মৰা নাছিল। সেইসকল কোন পন্থীয়া সঠিককৈ ঠাৱৰ কৰা টান।

---

৬ তুং খুং বুং—ছেদ ৪১।

যিমান দূৰ সম্ভৱ ব্ৰাহ্মণীয়া কেইজনো কাল-সংহতিৰে মহন্ত আছিল। কাল-সংহতিভুক্ত দুই এখন বামুণীয়া সত্ৰৰ চৰিত পুথিৰপৰা এনে ধাৰণা কৰাৰ উপাদানো আছে। পাছে প্ৰথম কোবতে এটাই কেইজন কাল-সংহতিৰ মহন্তক সংহাৰ কৰাৰ তাৎপৰ্য্য কি? তেওঁলোকে নো এনে কি নকৰা দোষ কৰিলে? এই প্ৰশ্নৰ উত্তৰ পোৱাকৈ প্ৰকাশিত বুৰঞ্জী এখনেও একাষাৰকো কোৱা নাই। চৰিতপুথি দুই চাৰিখনে যি দুই এটা কাৰণ দেখুৱাইছে সিও পতিয়ন যোৱাকৈ খাপ নাখায়। চৰিতপুথিৰ মতে এই মহন্ত সকলে মূৰ্ত্তিপূজা নামানিছিল, আন দেৱী-দেৱ সেৱা উপাসা নকৰিছিল বাবে স্বৰ্গদেৱে দ্বেষ্য কৰি কাল-সংহতি বা শিৱ সম্প্ৰদাৰ মহন্তসকলৰ প্ৰতি এনে অকাৰ্য্য কৰিলে। পাছে এই কথা সম্পূৰ্ণ সঁচা বুলি মানি লবলৈ টান। স্বৰ্গদেউ গদাধৰসিংহ পন্থ উপপন্থৰ পোষক নাছিল। তেওঁৰ প্ৰজাই আন দেৱী-দেউ সেৱা উপাসা নাই কৰা বুলি যে তেওঁৰ টোপনি অহা নাছিল এনেও নহয়। প্ৰতিমাপূজাৰ কথা যে কোৱা হয় সিও অসাৰ আৰু আধাৰহীন কথা। অসম বুৰঞ্জীত আহোম ৰাজকুলত প্ৰতিমাভঞ্জক ৰজাৰূপে এজনে চাব ৰাখি থৈ গৈছে—তেওঁ হৈছে স্বৰ্গদেউ গদাধৰসিংহ। এইজন ৰজাই দক্ষিণপাটৰ সোণৰ প্ৰতিমা ভঙাই দ'লৰ কলচী কৰালে, আউনীআটীৰ গোবিন্দকো পানীত পেলাবলৈ হুকুম দিছিল। তেনেজন ৰজাই প্ৰতিমাপূজা নকৰা বাবে কালসংহতীয়া মহন্তসকলক প্ৰাণদণ্ড দিয়াৰ হেতু দৰ্শাবলৈ গলে পানীমিঠৈ সম যুক্তি হব। এই নিৰ্য্যাতনৰ গুৰি কৰবাত কিবা নিশ্চয় আছিল। সেইকথা ৰাজনীতিৰ চতুৰ ৰজাই গোপন ৰাখিছিল। বুৰঞ্জী-লিখকেও কেৱল ঘটনাটো যথাশ্ৰুত সঁচিপাতত আঁচি থলে। সেই গুৰি ক'ত এতিয়া অনুমানহে কৰিব পাৰি, ঠাৱৰাব নোৱাৰি।

তথাপি কাল-সংহতিৰ মহন্তসকলেই পোনকোবৰ বলি হোৱালৈ চাই সেই কথাৰপৰাই কিবা উৱা পাব পাৰি নেকি চোৱা যাওক।

১৫৯২ শকৰপৰা ১৬০৩ শকলৈকে এইছোৱা অসম বুৰঞ্জীত লেথেৰি নিছিগা ৰাজ-ভগনৰ কাল। হাজৰিকাৰ পৰ একে চিপে বৰবৰুৱা হোৱা এক ডেবেৰায়ে ৰজা আৰু পাত্ৰসকলক নকৰিবৰ চকৰি কৰিছিল। ডেবেৰাই এনে মূৰে ভৰি কাঢ়িবলৈ সুযোগ পালে ৰামধ্বজ ৰজাৰ অপাত্ৰত কৃপাদৃষ্টিৰ ফলত। সেই উপকাৰী ৰামধ্বজ ৰজাকো ডেবেৰা অজগৰেই গিলিলে। তেওঁৰ আগৰজনা আৰু পাছৰ দুজনাকে দংশিলে এই ডেবেৰা নামৰ বৰবৰুৱায়ে। এই সকলো অকাৰ্য্যৰ মূল কাৰণ আছিল গকুলপুৰীয়া বা পৰমানন্দ বৈৰাগীৰ

উদয়াদিত্য ৰজাৰ ওপৰত সুদৃঢ় প্ৰভাৱৰপৰা হোৱা কাৰ্য্যাৱলী। বৰাগীয়ে উদয়াদিত্য ৰজাক ছন্দে বন্দে মোহিত আৰু বশ কৰিছিল। বৰাগীৰ চক্ৰান্ততে কাল-সংহতিৰ বাৰেজন মহন্তক আনি ৰজাই বলেৰে বৰাগীত শৰণ লগাইছিল। বাৰেও মহন্ত নিৰুপায় হোৱা দেখি সৌকাজনৰ সেৰক ডেবেৰা হাজৰিকা মহন্তসকলৰ কাষ চাপিল। ডেবেৰাই কলে—"তোৰাসৱৰ চৰণে ৰাখিবা, আৰ প্ৰতিকাৰ যিৰূপে হয় কৰা যাব" এই বুলি ৺দেৱৰ ভায়েক সৰু গোহাঁইৰে কথা হৈ দুয়ো চক্ৰান্ত কৰি ৺দেৱক ( উদয়াদিত্য ৰজাদেৱক ) পৰ্ব্বতলৈ নি মাৰিলে।" ( তুংখুঙ্গীয়া বুৰঞ্জী ছেদ ৩ )। ইয়াৰপৰা দেখা যায়, এই মহন্তসকলৰ সহযোগ পাই ডেবেৰা হাজৰিকাৰ প্ৰতাপ চৰিল আৰু পাটত থকা ৰজাক বিচ্যুত কৰিবলৈ তেওঁৰে সৰু ভায়েকক শিখণ্ডীৰূপে ললে। ইয়াৰ পাছৰপৰাই কোনো সত্ৰই ভবিষ্যত সুবিধা কিবা হব বুলি কোঁৱৰ পোহাৰ গোপন কাৰ্য্য কৰিবলৈ ধৰিলে। গঁদাধৰসিংহ স্বৰ্গদেৱে পলাইফুৰা কালতো এনে কোঁৱৰ পোহাৰ দুই চাৰি দৃষ্টান্ত নিশ্চয় দেখিছিল। মহন্তসকলক হাতত লৈ ডেবেৰাই কি অঘটন ঘটালে তাকো নিজ-চকুৰে দেখিছিল। এনে অৱস্থাত কালসংহতিৰ মহন্তসকলৰ ওপৰত চোভা বৈ যোৱাটো একো বিচিত্ৰ কথা নহয়। সেই দেখিয়েই এই সংহতিৰ মহন্তসকল তেওঁৰ দলননীতিৰ প্ৰথম বলি হবলগীয়া হৈছিল।

কোনো অপ্ৰিয় কাম প্ৰথমতে কৰিবলৈ মানুহে হেহোঁ-নেহোঁকৈ থাকে কিন্তু এবাৰ যদি কিবা জুতিত কৰি পেলায় তেনেহলে পাছলৈ সীমাকো চেৰাই যায়। গদাধৰ ৰজাৰ বেলিকাও তেনেকুৱাই হল। কাল-সংহতিৰ মহন্তসকলৰ নিৰ্ব্বাসন আৰু সংহাৰৰ পাছত আন সত্ৰ আৰু ভকতসকলক ধৰিলে। এইবাৰৰ উদ্দেশ্য অলপ বেলেগ। পলৰীয়া কালত ডাঙৰ সত্ৰবোৰৰ, বিশেষকৈ দক্ষিণপাট, আউনীআটীৰ নিচিনাবিলাকৰ সমৃদ্ধি, পয়োভৰ, মান-মৰ্য্যাদা আৰু প্ৰজাৰ আনুগত্য দেখিবলৈ পাইছিল। কোনো সত্ৰত বৰা, শইকীয়া আদি হোৱাও হেনো দেখিছিল। অধিকাৰসকলৰ ৰাজবৈভৱ আৰু প্ৰতাপো গদাধৰে কোঁৱৰ অৱস্থাত অনাই বনাই ফুৰোঁতে দেখা পাইছিল, সেইবোৰ মনতে আছিল। সকলোতকৈ দক্ষিণপাটৰ শিষ্যবৎসল বনমালী গোসাঁয়ে পাটত থকা শিষ্য-ৰজাৰ দেখাদেখিকৈ পক্ষপাতিতা কৰিছিল। বনমালী গোসাঁয়ে যি ৰাজতুল্য প্ৰতাপ লাভ কৰিছিল তাৰপৰা বিচ্যুত হোৱাৰ আশঙ্কাতো বন্দৰ বৰফুকনত—'ৰাজত্যি ভিক্ষা' কৰি গদাধৰক ৰজা নাপাতিবলৈ অনুৰোধ কৰিছিল।

আনকি চেতিয়া ফুকনৰ যোগে বনমালীদেৱে ৰাজখোৱালৈ সোণৰ খাৰু, টেমী, কেৰু, কুনৃমিন কুনখা, কাপৰ ভেট দিছিল। বহুতে ৰাখিলে কিন্তু সন্দিকৈ ফুকন আৰু খামৰাক চাৰিঙ্গীয়াফুকনে নাৰাখিলে ( সাতসৰি বুৰঞ্জী ; ছেদ ২২৭ )। পূৰ্ব্বতে গদাধৰ কোঁৱৰে ৰাজপাট লবলৈ বনমালীদেৱৰ সহায় প্ৰাৰ্থনা কৰিছিল। দেৱে সেই প্ৰাৰ্থনালৈ কাণ নিদিলে বৰং, ডেকাজনাই বোলে কিবা বঢ়াকৈহে বাক্য বুলিলে। ( তুং খুং বুৰঞ্জী, ছেদ ৪৯ )। পাটত থকা ৰজাৰ বিৰোধিতা নকৰি গদাধৰক সহায় নকৰা বনমালীদেৱৰ একো অনুচিত কাৰ্য্য হোৱা নাছিল। পাছে শিষ্য-প্ৰীতিত যিমানখিনি কৰিব লাগিছিল তাতকৈ বঢ়াকৈ কৰিলে। আনকি গদাধৰক ৰজা পাতিবৰ শুনি দক্ষিণপটীয়া ডেকাজনাই ফুকনবোৰত কৈ ৰজা গুচাবৰ কাৰণে নাৰেৰে উজাই-যাওঁতে সদ্য-ৰজা গদাধৰে আশীৰ্ব্বাদ বিচৰাতো আশীৰ্ব্বাদ নিদিলে। মুঠতে কবলৈ গলে, দক্ষিণপাটৰ অধিকাৰ বনমালীদেৱ আৰু ডেকা বামদেৱ গোসাঁই দুয়োজনাই ৰজা ভঙা-পতাব নলঙা জোঙখনত ইমানকৈ নালাগিলেও পাৰিলেহেঁতেন। লগাব ফলত গদাধৰসিংহৰ পোহনীয়া আখেজ দুগুণে চৰিল। ডাঙৰ সত্ৰ কেইখনৰ ওপৰত অবিশ্বাস জন্মিল। সত্ৰৰ ঐশ্বৰ্য্য বৈভৱ ৰজাৰ অহিতেও প্ৰয়োগ হোৱাৰ সম্ভাৱনাৰ কথা ভাবি সশঙ্কিত হ'ল। এনেতে বেজদলৈ ৰঙাচৰণ ভাণ্ডাৰী বৰুৱাই মহাৰাজত একাষাৰ কথা কলে—"ভকতৰ ঘৰত ধন কেলেই লাগিছে? চাউল কঠাহে লাগে, তাকো সেৱক-শৰণীয়াই দিছে। যদি ৺দেৱৰ আজ্ঞা হয় সেই ধন আনিব পাৰোঁ।" এনে মনে চিতে খোৱা পৰামৰ্শ এটা পোৱাৰ পাছত নেবা বুলিলেও চাবি চাপৰ বোৱা ৰজাক আৰু কোনে পায়? ৰজাদেৱে বোলে—"মোৰো মনত আছে। ভাল, বৰুৱা, তঞি চাউতাঙ্গ দি সেই ধন অনা; পাচে মই ভকতক যি বোলো বুলিম।" এই আজ্ঞা পাই বেজদলৈএ কলা চাউদাঙ্গক দেৱতাৰ আজ্ঞা লিখাই বুজাই কণা চেকেৰাইক, আচুবুলীয়া, এই দুইক লগত দি পাঁচিলে। সিহঁতো গৈ সকলো মহাজনসকলক অনেক লাঞ্ছনা কৰি ডাঁৰি বান্ধি ধন আনিলে। দক্ষিণপাটৰ সুবৰ্ণ মূৰ্ত্তিকো আনি ভাঙ্গি পৰ্ব্বতৰ দ'লৰ ঘট দিলে। পূৰ্ব্বৰ অপৰাধক লৈ দক্ষিণপটীয়া ৰামগোসাঁইৰো মৰ্য্যাদা নষ্ট কৰি চক্ষু কাঢ়িলে।" ১৬১৫ শকৰ ভাদ্ৰত আউনীআটীয়া বাপুক ( কেশৱদেৱ ) ধন ডাণ্ডি লৈ শদিয়াত থলে নি। গবিন্দ ঠাকুৰকো মহাৰজাই পানীত পেলাব দিলে। বিশ্বাসে গোবিন্দ ঠাকুৰক লুকুৱাই থৈ গোবিন্দ ঠাকুৰৰ সদৃশ আন মূৰ্ত্তিক চাঙ্গিনী ঘাটে লোহিতত পেলালে।" ( তুং খুং বুৰঞ্জী, ছেদ ৫০ )

বেজদলৈ ৰঙাচৰণ বৰুৱাৰ বংশ আউনীআটীৰ তিনিপুৰুষীয়া সেৱক আছিল। সত্ৰৰ সকলো কামতে তেওঁ আৰু তেওঁৰ পিতৃপিতামহ সৌহাৰ্দ্যস্বৰূপ আছিল। বেজদলৈয়ে এই কাৰ্য্য কৰিছিল বুলি ভাবিবলৈ মনেই নাগুৱায়। পাছে ৰাজকাৰ্য্যৰ গতি বিপৰীত, কাৰ মহিমা কোনে পায়? বেজদলৈ ৰঙাচৰণে কিজানি ভাবিছিল স্বৰ্গদেৱৰ দক্ষিণপাটৰ ওপৰতহে আখেজ আছে, এতেকে দক্ষিণপাট আদি দুই চাৰিখন সত্ৰতে তেওঁৰ ধনাগ্ৰহ অভিযানৰ সামৰণি পৰিব, তেওঁৰ গুৰুঘৰ আউনীআটীক নাপাবগৈ। কিন্তু বেজদলৈয়ে ভাবি চাবলৈ অৱসৰ নাপালে যে যিপাট শৰ দক্ষিণপাটলৈ সেইপাট আউনীআটীলৈকো আছে। তাৰ ফলত উলুৰ লগত বগৰি পোৰাৰ দৰে আউনীআটীৰ কেশৱদেৱ গোসাঁইৰো লটিঘটিৰ সীমা নাথাকিল।

দক্ষিণপাট সত্ৰক সৰ্ব্বশেষ লুৰি অনাৰ পাছত ৰজাৰ দূত আহি আউনীআটীত উপস্থিত হ'ল। " ৰজাৰ আদেশ-এহেজাৰ কড়ি আৰু যি পাৰে গৰু, ম'হ তুৰন্তে দি পঠাব লাগে। কেশৱদেৱ গোসাঁয়ে সেইবোৰ অবিলম্বে দি পঠালে কিন্তু ইয়াতে ৰিষ্ট খণ্ডিল বুলি নিশ্চিন্ত হব নোৱাৰিলে। গোবিন্দৰ গুৰিত গৈ দীঘল দি কাতৰ ভাবে তুতি কৰিবলৈ ধৰিলে। যি আশঙ্কা কৰিছিল সেয়ে হ'ল, অলপদিন পাছতে মূৰত স্বৰগ পৰা আদেশ আহিল, গোবিন্দ ঠাকুৰকো সত্ৰৰপৰা আঁতৰাই পানীত পেলাব লাগে। ভাবিছিল হবলা ৺গোবিন্দ নাথাকিলে সত্ৰ ভাগি যাব বা ঐশ্বৰ্য্য বৈভৱ লোপ পাব। এই কাৰ্য্যৰ কাৰণে এজন শইকীয়াৰ ওপৰত ভাৰ দিলে। সেই শইকীয়াজন সত্ৰ পোৱাৰ লগে লগে বৰজনা লাই (পাছত ৰুদ্ৰসিংহ) গোহাঞিয়ে দূত পঠিয়াই গোবিন্দ ঠাকুৰক যেনে তেনে ৰক্ষা কৰিবলৈ গুপুতে বাক্য কৈ পঠালে। শইকীয়াৰ পো উভয় সঙ্কটত পৰিলে—এক ভিতি গড় এক ভিতি গড়খাই। গোবিন্দ ঠাকুৰক পানীত পেলালে ৰাজকুমাৰে শুদাই নেৰে, নেপেলালে ৰজাই মাৰে। ইয়াৰ উপায় প্ৰভু কেশৱদেৱকে সুধিলে গৈ। কেশৱদেৱ প্ৰভুৱেও বৰদেউৰী, ভাগৱতী আদিৰ লগত গোপনে আলচ কৰি বেজি নামৰ বামুণ এজনৰ ঘৰত গোবিন্দক লুকুৱাই থলেনি; পাছত তাৰোপৰা নিয়াই সৰ্ব্বানন্দ মুদৈ নামৰ এজন লোকৰ ঘৰত এজন বা দুজনৰ বাদে কেৱে নজনাকৈ থোৱালে। সৰ্ব্বানন্দ মুদৈয়ে অতি সন্তৰ্পণে কাৰো ক'তো সন্দেহৰ চকু নপৰাকৈ গোবিন্দক পূজা-পাতল দি আঁৰকৈ থলে। গোবিন্দসদৃশ মূৰ্ত্তি এটা লুইতৰ পানীত পেলাই

দেখুৱাই প্ৰকৃত গোবিন্দকে জলশায়ী কৰিলে বুলি ৰজা প্ৰজাৰ মাজত ৰাষ্ট্ৰ কৰি দিলে[৭]।

সেই একে আদেশতে গোবিন্দৰ লগতে কেশৱদেৱ প্ৰভুও সত্ৰৰপৰা আঁতৰিব লগা হ'ল, সেই কালৰ সুদূৰ অজাস্তি মুলুক সদিয়ালৈ। মাথোন আঠজন ভকত লগত যাবৰ কাৰণে অনুমতি পালে। ডেকাজনা দামোদৰ দেৱো লগত গ'ল। বাকী ভকতসকলেও গোপনভাবে ঘূৰি ফুৰি য'ত যেনেকৈ পাৰে নাম কীৰ্তন প্ৰসঙ্গ নেৰাকৈ কাল কটাবলৈ ধৰিলে।

প্ৰভু কেশৱদেৱ ১৬১৬ শকৰ মাঘমাহত লুইতেদি উজাই গ'ল। যাওঁতে বাটত মঠা, কমলাবাৰী, গামটৌ, দিখৌমুখ, কাণ্ডিগ্ৰাম, শিঙিৰাদৈ আদি ঠাইত ৰৈ গৈছিল। শিঙৰাদৈ জানৰ মুখতে ইতিপূৰ্ব্বে দক্ষিণপাটৰ ৰাজদণ্ডত হৃতচক্ষু অধিকাৰ ৰামদেৱ গোসাঁই বনবাসত থকাদি আছিলগৈ। কেশৱদেৱে সেই ঠাই পাই তাতে ৰৈ দক্ষিণপটীয়াজনক দেখা কৰিলেগৈ। দুইকো দুয়ো আঁকোৱালি ধৰিলে। দুখ-বেজাৰত আৰু প্ৰেমভাৰত দুইজনাই উদগত ক্ৰন্দন ৰোধ কৰিব নোৱাৰিলে। শিঙৰাদৈৰপৰা ক্ৰমে উজাই গৈ প্ৰায় এমাহ মানৰ পাছত সদিয়া পালেগৈ।

সদিয়াত কেশৱদেৱে নিতৌ ব্ৰহ্মপুত্ৰত স্নান তৰ্পণ মালাজপ আদি পূৰ্ব্বতো অধিককৈহে কৰিছিল। ভকতসকলেও সেই অৱস্থাত যথাসম্ভৱ সত্ৰৰ নিয়ম পালি সুদিনৰ অপেক্ষাত কাল কটাইছিল। লোহিতত বাঢ়নি পানী আহিল। চাৰিও দিশ সাগৰসঙ্কাশ হ'ল, গৰু ম'হ উটি যাবলৈ ধৰিলে, কিন্তু আচৰিত কথা, কেশৱদেৱ থকা ঠাইখিনি নুবুৰিল। ব্ৰহ্মপুত্ৰই স্বপ্ন দেখুৱালে—নিৰঞ্জনদেৱৰ অস্থিক তেওঁৰ গৰ্ভত ঠাই দিব লাগে। স্বপ্নাদিষ্ট হৈ নিৰঞ্জনদেৱৰ অস্থি সদিয়াৰ ওচৰৰ কুণ্ডিল সমাগমত নিক্ষেপ কৰিলে। এদিন বোলে বনৰীয়া হাতী-এজাক আহিছিল। দেখি সকলো ভয়ত অস্থিৰ হল। কিন্তু হাতীয়ে কাৰো একো অপকাৰ নকৰিলে, যূথপতি হাতীটোৱে বোলে প্ৰভু কেশৱৰ বাসাঘৰৰ ওচৰত আঠু ললে; পাছত গোটেই জাক হাতী গম্ভীৰ খোজেৰে আনফালে গুচি গ'ল। এইবোৰ মহিমাৰ কথা অহুকাণে পহুকানে ৰজাৰ কাণতো পৰিলগৈ। বিস্ময় হৈ ৰজাই ভাণ্ডাৰী বৰুৱা মাধৱচৰণক আজ্ঞা

---

৭ বনমালীদেৱে গদাধৰ ৰজাৰ অকাৰ্য্য ভুগিবলৈ বা দেখিবলৈ নাপালে। তাৰ প্ৰায় দহ বছৰ আগতে প্ৰভুজনাই বৈকুণ্ঠ প্ৰয়াণ কৰিছিল। ৰামদেৱ গোসাঁই দক্ষিণ-পাটৰ দ্বিতীয় অধিকাৰ। গদাধৰে ৰাজপাট লোৱাৰ সময়ত এওঁৰেই ডেকা বাপু আছিল।

কৰিলে বোলে বাপুৰ কাৰণে কিছু বয়বস্তু পঠাই দিয়া। ৰজাৰ শহুৰেক সদিয়াখোৱা গোহাঁইৰ পদ লৈ সদিয়াত আছিল। তেওঁলৈকো আজ্ঞা পঠিয়ালে বোলে—"বাপুক তেওঁৰ দেশত থৈছোঁ আৰু তাকো ধৰ্ম্মপৰীক্ষাৰ কাৰণেহে, তেওঁক যথাযোগ্য শুশ্ৰূষা কিয় কৰা নহয়!" দুতে গৈ ভাণ্ডাৰী বৰুৱাই পঠোৱা বয়-বস্তু সদিয়াত কেশৱদেৱক ভেটালে, সদিয়াখোৱা গোহাঁইয়েও দূতৰ মুখে ৰাজ-অজ্ঞা শুনি যথাৰৎ মান-সৎকাৰ কৰি প্ৰভু কেশৱক বিস্তৰ দ্ৰব্য ভেটালে।

সেই অৰধি সকলো লোকৰ ভয় গুচিল। আগেয়ে বহুত লোকে কেশৱদেৱৰ গুৰিলৈ গুপুতে অহা-যোৱা কৰিছিল, এতিয়া প্ৰকাশ্য সমাগম আৰম্ভ হ'ল। চাৰিও পিনৰপৰা জুমাজুমে মানুহ কেশৱদেৱৰ চৰণত সেৱা কৰিবলৈ আহিবলৈ ধৰিলে। এই কালতে প্ৰভুৱে বিস্তৰ অভকতীয়া লোকক ভকতীয়া কৰিলে, হিন্দুধৰ্ম্মৰ সদাচাৰৰপৰা নিলগত থকা বহুতো গোষ্ঠীয় জাতিৰ লোকক ভক্তিধৰ্ম্মৰ পথ দেখুৱালে। বিশেষকৈ সোণোৱাল কছাৰীসকলৰ অপাৰ লোক এই সময়তে প্ৰভুত শৰণ ললে।

মলুক কছাৰী মিৰি আছে যত যত।
সিসৱেও সেৱা আসি কৰয় সতত॥
হেন দেখি পৰম কৃপায়ে দেৱ হৰি।
তাসম্বাক পঠাৰন্ত বচনে সাদৰি॥ —(৩০২ পদ)

(অম্বৰীষ কৃত কেশৱ চৰিত)

তেতিয়াৰপৰাই সদিয়াৰ চাৰিও পাশে আউনীআটীয় সত্ৰৰ সেৱকৰ সংখ্যাই অধিক। এতিয়াও আউনীআটীয় গুৰুৰ প্ৰতি মিৰি, মিছিমি আদি গোষ্ঠীয় লোকসকলৰ অসীম ভক্তি আৰু আগ্ৰহ অক্ষুণ্ণ অবিকৃত হৈ আছে।

কেশৱদেৱ সদিয়াত এবছৰতকৈ কিঞ্চিৎ অধিক কাল আছিল। এনেতে ১৬১৭ শকৰ ফাগুনৰ ১৪ দিন যোৱাত স্বৰ্গদেৱ গদাধৰসিংহক কালে মোৰ বুলিলে। বৰপুতেক শ্ৰীশ্ৰীৰুদ্ৰসিংহ মহাৰাজ ৰাজপাটত উঠাৰ তিনি মাহৰ পাছতে স্বৰ্গদেৱে ১৬১৮ শকৰ জেঠ মাহত দূত পঠাই কেশৱদেৱক নৌকাযোগে সদিয়াৰপৰা অনোৱালে। ভাগৱতাদি য'ত যি থৈ গৈছিল তাকো গোটাই-পিটাই অনাই যথাস্থানত থোৱালে। পূৰ্ব্ব সত্ৰৰ সমীপতে নতুনকৈ সজাই দিয়া আউনী-আটী সত্ৰ যথাপূৰ্ব্ব নিৰ্ব্বাধ নিঃশঙ্ক হৈ চলিবলৈ ধৰিলে। ঔৱাগুৰিত আউনী-আটীৰ শাখাসত্ৰ এখন আছিল; সেইখন জুয়ে পোৰাত সেই সত্ৰখনো ডেকা

বৰবৰুৱা[৮] কমললোচনৰ হতুৱাই স্বৰ্গদেৱে নতুনকৈ কৰাই দিলে। একে সময়তে আনো মেধি মহাজন বাপুসকলকো স্থানে স্থানে পাতিলে। যিসকল মহন্তক ৰজাই পাতিলে, তেওঁবিলাকক লৈ পৰম্পৰাই চলি অহা প্ৰকৃত মহন্তসকলক এটকাব কড়ি লেখেৰে স্বীকৃতি দিলে। সেয়ে এটকা মহন্ত। গোসাঁই মহন্ত-সকলৰ মান-মৰ্য্যাদা, আগপিছ আদিৰ নিয়মো আগতকৈ অলপ পৰিবৰ্ত্তন কৰি বিধান কৰি দিলে। এইবোৰ কৰিছে সেই শকৰে আহিন মাহত ৰুদ্ৰসিংহ মহাৰজা শিঙৰি ঘৰত উঠিল। পিতৃৰ দলননীতিৰ পৰিবৰ্ত্তে পালন-পোষণ নীতিক পুনৰ ৰাজ্যনীতি ৰূপে প্ৰতিষ্ঠা কৰিলে আৰু ইয়াকে কৰি মোৱামৰীয়া দ্ৰোহৰ নিচিনা সম্ভাব্য উপদ্ৰৱ এটাৰপৰা দেশখনক ৰক্ষা কৰিলে।

১৬১৯ শকৰ ফাগুনত স্বৰ্গদেৱে জয়সাগৰ পুখুৰী উছৰ্গিবলৈ কেশৱদেৱক নিয়াইছিল। উজনি নামনি সকলো ফালৰপৰা মহাজনসকলকো আমন্ত্ৰণ কৰি অনাইছিল। কেশৱদেৱক সবাবো ওপৰত মান্য সৎকাৰ কৰি, প্ৰজাসবকো বিস্তৰ দান-দক্ষিণা কৰিছিল। এই মহোৎসৱৰপৰা কেশৱদেৱ সত্ৰলৈ উলটি আহি নিৰঞ্জনদেৱৰ মহোৎসৱ বৰ ধুমধামেৰে পালন কৰিলে। ১৬২২ শকত স্বৰ্গদেৱৰপৰা আকৌ আমন্ত্ৰণ আহিল—জয়সাগৰ পুষ্কৰিণীৰ পাৰত সদ্যনিৰ্ম্মিত তিনিওটা দ'ল আৰু তাৰ মূৰ্ত্তি প্ৰতিষ্ঠা কৰ্ম্মত স্বৰ্গদেৱক আশীৰ্ব্বাদ কৰিবৰগৈ লাগে। স্বৰ্গদেৱৰ যুবক কালৰ প্ৰথম গুৰুৰ নামৰ লগত সমিল-মিল ৰাখিয়ে বিষ্ণুমন্দিৰত প্ৰতিষ্ঠিত বিগ্ৰহৰ নাম হ'ল 'কেশৱৰায়'।

ইয়াৰপৰা কেশৱদেৱ সত্ৰলৈ উলটিল কিন্তু ডেকাজনা দামোদৰদেৱক কলিয়াবৰৰ ফালে পঠালে। ডেকাজনে সেইফালে বহুত লোকক শৰণীয়া কৰিলে।

১৬৩৬ শকৰ ভাদমাহৰ ১৩ দিন যোৱাত মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গী হ'ল। বৰজনা গোহাঁই ৰাজপাটত বহিল, নাম ললে শিৱসিংহ। শিৱসিংহ স্বৰ্গদেৱ সেই শকৰে ফাগুনত শিঙৰি ঘৰত উঠিল আৰু ৰং আনন্দ কৰি সাদিনীয়া মহোৎসৱ পাতিলে। আপোন ৰাজ্যত থকা সাধুসন্তসকলক সেই মহোৎসৱ উপলক্ষ্যে একত্ৰিত কৰিছিল। এই মহোৎসৱ উপলক্ষ্যে যি সকল সন্ত মহন্ত ৰাজসভাত উপস্থিত হৈছিল, স্বৰ্গদেউ ৰুদ্ৰসিংহই বিধান কৰি যোৱা নিয়ম মতেই তাতো কেশৱদেৱকেই সৰ্বাগ্ৰমান্যতা প্ৰদান কৰিছিল আৰু তেৱেঁই পোন প্ৰথমে ৰজাৰ শিৰত নিৰ্ম্মালি দিছিল।

---

৮ এওঁ দিহিঙ্গীয়া আলুন বৰবৰুৱাৰ পুতেক

এই মহোৎসৱৰ কিছুদিন পাছত ব্ৰহ্মপুত্ৰই গড়া খহাই সত্ৰৰ অপকাৰ কৰিবলৈ ধৰিলে। ৰজাই সেই কথা গম পাই কাণফলা গোঁহাইৰ ভোগ-দখলত থকা ছাগৰখা নামে ঠাইত টুনি নদীৰ কাষত নতুন সত্ৰ নিৰ্ম্মাণ কৰাই দিছিল। তিনি হাজাৰ লোকে ৰজাৰ আদেশত এই সত্ৰ বন্ধাৰ কাম কৰিছিল। প্ৰভু ছাগৰখীয়াৰ নতুন সত্ৰত দেৰ বছৰ কাল আছিল। শিৱসিংহৰজা সোনাৰি বাহৰত থাকোঁতে ১৬৪৮ শকৰ পুহত মাজতে এবাৰ নিৰ্ম্মালি দি আহিছিল। ৰাজমাওসকলে এই যাত্ৰাত বিশেষভাবে ভক্তিভাবে সমাদৰ কৰিছিল।

ছাগৰখা নামৰ ঠাইৰ নতুন সত্ৰতে কেশৱদেৱ প্ৰভু নৰিয়া পৰিল, জ্বৰ-কাহ দুয়োটাই পীড়িবলৈ ধৰিলে। ডেকাজনা গোঁহাইক উজনিলৈ পঠাইছিল, ভকত পঠাই তেওঁক মতাই অনালে। প্ৰভুৰ অসুখৰ বাৰ্ত্তা ৰজাঘৰেও শুনিবলৈ পাই উদ্বিগ্নচিত্তে বাতৰি লৈ আছিল। লেখত ১২ জনা ৰজাৰ চাউল-খোৱা এইজনা প্ৰভুৰ বয়সো চাৰিকুৰি দহৰ ওচৰা-ওচৰি হৈছিল। অধিকাৰৰ আসন অলংকৃত কৰি থকাই ৬৮ বছৰ হৈছিল। এনে দীৰ্ঘকাল সত্ৰৰ মুখ্যপীঠ উজলাই সুদীৰ্ঘ কৰ্ম্মজীৱন যাপন কৰাৰ গৌৰৱ আন কোনো সত্ৰৰ অধিকাৰৰ জীৱনত ঘটিছে নে নাই আমি নাজানো। এই নৰিয়াও দীৰ্ঘদিনীয়া নাছিল। তাৰ মাজতে প্ৰভু এদিন অজ্ঞান হৈ পৰিল। সেই দিনা আকৌ জ্ঞান পাই পাছৰ দিনা কৃষ্ণা-অষ্টমীত পূৰ্ব্ববৎ নিত্যকৃত্য যথাৱতে কৰি অসুখীয়া গাৰেই গোবিন্দ মহাপ্ৰভুক সেৱা কৰি বিদায় মাগিলে। ৰাতি দুই দণ্ড যাওঁতে সেই দিনাই কৃষ্ণ কৃষ্ণ স্মৰি ইহলীলা সম্বৰণ কৰি বৈকুণ্ঠগতি লাভ কৰিলে।

কেশৱদেৱ প্ৰভুৰ প্ৰয়াণৰ বাতৰি শুনি স্বৰ্গদেউ শিৱসিংহই নেওগ গোঁহাই, কাম কাকতি আৰু ভাণ্ডাৰী বৰুৱা মাধৱচৰণক প্ৰভুৰ শ্ৰাদ্ধৰ কাৰণে যি যি বয়বস্তু লাগে লৈ সত্ৰলৈ যাবলৈ আদেশ কৰিলে। মাধৱচৰণ বৰুৱাই ঠায়ে ঠায়ে দূত পাচি বয়বস্তু সংগ্ৰহ কৰিলে, নিজৰ ফালৰপৰাও বহুত ধন ললে, পাত্ৰমন্ত্ৰী-সকলৰ পৰাও গোটালে। অপৰ্য্যাপ্ত নাৱত সেইবোৰ ভৰা দি সত্ৰলৈ আনি ভেটালে। আন ভক্ত প্ৰজায়ো অসংখ্যাত বস্তুজাত 'ভেটালেহি। বয়বস্তুৰে সত্ৰৰ ভঁড়াল দোলাকাৰ হ'ল। ৰাখিবলৈ ঠাই নোহোৱা হৈ পৰাত বাহিৰতো বেৰাদি বস্তু ৰাখিব লগা হৈছিল। যথা সময়ত শ্ৰাদ্ধ-শান্তি মহা পয়োভৰেৰে সম্পন্ন হ'ল। সত্ৰৰ দুই ডেকা বাপুৰ ভিতৰত ৰঙাচৰণ বোলাজনে পিণ্ডাদি দান কৰিলে। উছৰ্গাৰ বস্তু ৰঙাচৰণ আৰু দামোদৰ দুই ডেকাই দুভাগে দিলে। এই উপলক্ষ্যে চাৰি ৰাজ-সত্ৰৰ, দক্ষিণপাট, গড়মুৰ আৰু কুৰুৱাবাহীৰ অধিকাৰ-

সকলৰ উপৰিও আন সত্ৰৰ অধিকাৰসকলো আহিছিল। তাৰ ভিতৰত কোৱামৰা আৰু নৰোৱাৰ মহন্তকো সমাদৰ কৰি অনোৱা হৈছিল। মহাপুৰুষৰ নাতিৰ ফালৰ বাবে এওঁলোকে বিশেষ সমাদৰ পাইছিল। যাৰ যেনে প্ৰাপ্য, যেনে সম্মান আৰু যোগ্যতা, সেই অনুক্ৰমে দান-দক্ষিণা আৰু শুশ্ৰূষা কৰা হৈছিল। মধুমিশ্ৰ মহাজন আৰু পীতাম্বৰ কন্দলীয়ে পুৰোহিত স্বৰূপে প্ৰভুৰ কৰ্ম্মচয় কৰাইছিল।

শ্ৰাদ্ধৰ অন্তত আবেলি পৰত ভক্ত, সাধু, মহন্ত সমস্তকে নামঘৰত বহুৱাই নেওগ গোহাঁই আৰু ভাণ্ডাৰী বৰুৱা ডাঙৰীয়া দুজনে ৰাজ-আজ্ঞা শুনালে—

ৰজাৰ আদেশে ডেকা বাপুক সম্প্ৰতি।
তোৰাসৱে অভিষেক কৰিবে যুগুতি॥

(অম্বৰীষকৃত কেশৱদেৱৰ চৰিত ৫৪৯),

কেশৱদেৱে থৈ যোৱা ইঙ্গিতানুসাৰেই ৰজাদেৱে সৰুজনা ডেকাবাপু ৰঙাচৰণদেৱক অধিকাৰ পদত অভিষিক্ত কৰাৰ আজ্ঞা শুনোৱালে। এইজনা ডেকাবাপুৰ ঘৰুৱা নামহে ৰঙাচৰণ আছিল, প্ৰকৃত নাম আছিল শ্ৰীশ্ৰীৰামচন্দ্ৰদেৱ।

## চৰিত আৰু কৃতিত্ব

নিৰঞ্জনদেৱৰ পাছতে কেশৱদেৱৰ সুদীৰ্ঘ ৬৮ বছৰ অধিকাৰ থাকিবলৈ পোৱাটো আউনীআটীয় সত্ৰৰ কাৰণে দেৱতাৰ বৰ স্বৰূপ হ'ল। এইছোৱা কাল একপ্ৰকাৰ ৰাজভগনৰ আৰু পাত্ৰবিপ্লৱৰ কাল। কোনোজন ৰজা এমাহৰো কম কাল পাটত বহিবলৈ পাইছিল। ইজনৰ পিছত সিজনকৈ ৰজা পতা হৈছিল, সেইদৰে ভঙ্গাও হৈছিল আৰু শেহত প্ৰাণকো নাশ কৰা হৈছিল। ৰজা গুচি পাত্ৰমন্ত্ৰীৰ হাতৰ ক্ৰীড়াকন্দুক হৈ পৰিছিল। স্বৰ্গদেউ চক্ৰধ্বজৰ স্বৰ্গ-প্ৰয়াণৰ পাছৰপৰা স্বৰ্গদেউ গদাধৰসিংহ ৰাজপাটত বহালৈকে মাজৰ সাতজন ৰজাৰ এজনেও আয়ুস ভোগ কৰি বা স্বাভাৱিকভাবে দেহা এৰাৰ সুযোগ নাপালে। পাত্ৰমন্ত্ৰীৰ দ্বেষ্য কলহৰ উত্তপ্ত বতাহত কোনেও স্বস্তিৰে নিশ্বাস লব পৰা নাছিল। ৰাজ্যই শান্তিৰ মুখ দেখা পাওঁ পাওঁ হৈছিল, গদাধৰসিংহৰ সিংহাসন আৰোহণৰ লগে লগে, কিন্তু সিও মিছা হ'ল। মতি বিমোহিত গদাধৰ ৰজাই য'ত হিলৈগুটিৰে কাম সিজিলহেঁতেন তাত বৰটোপ হানিলে। সত্ৰ-সভা থান-বান হ'ল; সন্ত-মহন্তৰ প্ৰাণৰো সংশয় হ'ল। এনে অৰাজকতা, অশান্তি অনিশ্চয়তা আৰু নিৰ্য্যাতনৰ আপদীয়া কাল ডোখৰত কেশৱদেৱৰ নিচিনা এজন ব্যক্তি-মহিমা সম্পন্ন, জড়াহীন বৃদ্ধ আৰু অভিজ্ঞ অধিকাৰ গাদীত থাকি আউনীআটীৰ সত্ৰ-ধুৰা

বহন কৰিছিল॥ নহলে সত্ৰৰ সংগঠন আৰু অনুশাসনৰ দৃঢ়তা গুচি সকলো নিয়ম-নীতি সোলোক-ঢোলোক হ'লহেঁতেন, পূৰ্ব্ব মৰ্য্যাদাও অক্ষুণ্ণ ধাৰাৰে নৰ'লহেঁতেন।

কেশৱদেৱৰ দিনতে ব্ৰহ্মপুত্ৰই দুবাৰকৈ সত্ৰ খহাইছিল। নতুন সত্ৰ পাতি থান-থিতকৈ লব লগা হৈছিল। কেশৱদেৱৰ ব্যক্তিত্বৰ গুণতে এইবিলাক বিপদে ভকত-বৈষ্ণৱক বিমোৰ-বিবুদ্ধিত পেলাব পৰা নাছিল। এই দীৰ্ঘকালত সত্ৰৰ অধিকাৰ সঘনে সলনি হোৱা হলে বাঘজৰীৰ কোঢ়ামুঠীয়া বল শিথিল হ'লহেঁতেন, শ্ৰী-সমৃদ্ধিও মোলান পৰিলহেঁতেন, শিচ্-শৰণীয়া বিস্তাৰৰ কথা দূৰতো বিদূৰ। কেশৱদেৱ ইয়াৰ ভিতৰতে নিজে চহৰ ফুৰি দুজনা ডেকাক পঠাই শৰণ ভজন বিতৰণৰ কাম যথাসম্ভৱ কৰি আছিল। সদিয়াত নিৰ্ব্বাসিত হৈ থকা সংবৎসৰ কালছোৱাও শুদাই যাবলৈ দিয়া নাছিল। ৰাজদণ্ডকো ধৰ্ম্ম-বৃদ্ধিৰ কামত লগালে। তেতিয়ালৈকে ভক্তিমাৰ্গৰ ভূ-কে নোপোৱা, অৱহেলিত সমাজক ভকতীয়া পথলৈ আনিলে প্ৰথম কেশৱদেৱেই। লবাব সাঁথৰতো 'সদিয়ালৈ নাযাবা' বোলা নিষেধ বাক্যই স্পৰ্শ কৰা ঠাই ডোখৰতো তেওঁৰ কাৰ্য্যৰ ফলতে অশেষ লোক বিৰাট অসমীয়া হিন্দু সমাজৰ অন্তৰঙ্গ হৈ পৰিল। ইয়াৰ ফলত আহোম ৰাজাৰ লগত পুৰণি সম্বন্ধ এটা আৰু দৃঢ় হ'ল। বিপদকো সম্পদৰূপে ব্যৱহাৰ কৰাৰ কৌশল কেশৱদেৱ প্ৰভুৱে নিজ জীৱনৰ দৃষ্টান্তৰে শিকাই থৈ গৈছে।

কেশৱদেৱ ঈশ্বৰ দেখাত সুপুৰুষ আছিল। সভাস্থলত প্ৰৱেশ কৰা মাত্ৰেই সমূহস্থ লোকক তেওঁৰ দিব্য তেজে ধৰষে বুলি চৰিত পুথিত কোৱা আছে। অস্মিতা বা ব্যক্তিমহিমাও আছিল অনন্যসাধাৰণ। শিৱসিংহ স্বৰ্গদেউৰ ৰাজ-সভাত প্ৰৱেশ কৰোঁতে ৰাজ-ভৃত্যবিলাকে স্বৰ্গদেৱৰ উপস্থিতিকো ক্ষন্তেকলৈ বিস্মৰণ কৰি কেশৱদেৱক দেখা মাত্ৰকে সেৱা কৰিবলৈ আঠু লৈছিল। এই কথা যে দূষণীয় হব তাক ভাবি চাবলৈকো মনত নপৰিল। স্বৰ্গদেৱে নিজেই বিস্ময় মানিছিল কিন্তু দায় হলে ধৰা নাছিল। বৰ বৰ বিষয়াই সেৱা কৰিবলৈ আহে, সচকিত ভাবে মৃত্তিকা আসনতে বহে। মহাপ্ৰতাপী বিষয়াৰো প্ৰভুৰ ওচৰ পালে প্ৰতাপ কেনিবা পলায়। চৰিতকাৰ অম্বৰীষে কৈছে—'নৃপতিৰ বিদ্যমানে, ভয় নাই এতমানে, কেশৱদেৱৰ আগে যথা।'

প্ৰতাপীৰো প্ৰতাপধৰষা এনে এজন তেজস্বী পুৰুষৰ কিন্তু বিষয়লৈ ধনিষ্ঠামানো আসক্তি নাছিল। নিজেও অনাড়ম্বৰ, নিৰলঙ্কাৰ উত্তৰীয়সম্বল জীৱন

যাপন কৰিছিল। কপাহী কাপোৰৰ বাহিৰে আন বস্ত্ৰ ব্যৱহাৰ নকৰিছিল, সোণ-ৰূপৰ অলঙ্কাৰ দূৰতো বিদূৰ। 'কপাসৰ বস্ত্ৰ বাঝে অলঙ্কাৰ নাই।' কোনোবাই সৰহীয়াকৈ কিবা দিলেও ব্যক্তিগতভাৱে একো গ্ৰহণ নকৰিছিল।

কেশৱদেৱৰ দিনচৰ্য্যাও বিৰামহীন আৰু নিসন্ধি। অম্বৰীষ চৰিত পুথিত এই দিনচৰ্য্যাৰ বিতং বিবৰণ দিয়া আছে। তলত দিয়া নিত্যকৃত্যৰ স্থূল তালিকাৰপৰাই তাৰ বিষয়ে কিছু জনা যাব আৰু লগে লগে তেওঁৰ দিনৰ সত্ৰৰ দৈনন্দিন প্ৰসঙ্গৰ আভাসো পোৱা যাব।

নিশা চাৰি দণ্ড থাকোঁতে ঃ—শয্যাত্যাগ, আচমন, শৌচাচাৰ, সাতঘট জলেৰে উষ্ণস্নান।

ব্ৰহ্মমুহূৰ্ত্তত ঃ—সন্ধ্যা, বন্দনা, গোবিন্দ ঠাকুৰত সেৱা, মালাজপ। নামঘৰত বৈষ্ণৱসকল গোট খাই নাম গায়, তাৰ পাছত ডেকা ভকতসকলে তাল লৈ নাম গায়। সেই সময়তে প্ৰভুৱে আঠু কাঢ়ি সেৱা কৰি পিছু হৈ হৈ নামঘৰৰপৰা ওলাই যায়। হাত-ভৰি ধুই চ'ৰাত বহে।

চাৰি দণ্ড বেলাত ঃ—নাম সাঙ্গ হয়। প্ৰভুক সেৱা কৰি বৈষ্ণৱসকল নিজ ঠাইলৈ যায়। কিছু সময়ৰ পাছত পুনৰ নামঘৰলৈ যায়। বৈষ্ণৱসকলে উঠি হৰিধ্বনি কৰে। কেশৱদেৱ প্ৰভুৱে কঠত বহি ভাগৱত ব্যাখ্যা কৰে। বৈষ্ণৱসকলে শুনে। সতানন্দ ভাগৱতীয়ে পাঠ যোগায়।

বেলা এক প্ৰহৰত ঃ—পদ ভাগৱত পাঠ বাসুদেৱ পাঠকে পঢ়ে। প্ৰায় পঞ্চাশটা মান পদ পঢ়ে। তাৰ পাছত গায়ন বায়নে গীত পদ খোল তাল ধৰে, তেনে সময়তে দেউৰীসকলে গোবিন্দ মহাপ্ৰভুৰ নিৰ্ম্মাল্য প্ৰসাদ দিয়েহি। প্ৰভুৱেও মালা সামৰি নিৰ্ম্মাল্য গ্ৰহণ কৰে, প্ৰসাদ মুখত দিয়ে। তাৰ পাছত মুখ্য মুখ্য ভকতসকলে প্ৰভুক সেৱা কৰেহি। প্ৰভুৱেও তুখন এখনকৈ গুৱা দিয়ে। ইয়াৰ পাছত প্ৰভু অলপ সময় চ'ৰাত বহেগৈ। তাৰ পিছত অভ্যন্তৰলৈ গৈ হৰি নিবেদিত অন্ন ভোজন কৰে। ভোজনান্তে অলপ বিশ্ৰাম।

বেলা ঃ—বিশ্ৰামান্তে শৌচাচাৰ কৰি স্নান কৰি চ'ৰাত বহে। সেই সময়তে লোকজনে আহি উপহাৰ দ্ৰব্য লৈ সেৱা কৰে। নামঘৰত সেই সময়তে ভক্তসকলে কঠত বহি তাল লৈ নাম গায়—তাৰ পাছত পদ পঢ়ে। পদ পঢ়াৰ অন্তত কেশৱদেৱ গোসাঁই নামঘৰলৈ আহে, কঠত বহি ভাগৱত ব্যাখ্যা কৰে। ভাগৱত পাঠৰ অন্তত ভকত-

সকলে গোসাঁইক সেৱা কৰে। গুৱা দি আশীৰ্ব্বাদ কৰে। তাৰপৰা সভক্তে উঠি মনিকূট নামঘৰ প্ৰদক্ষিণ কৰি গোবিন্দৰ গুৰিলৈ যায়; সেৱা কৰে। গোবিন্দৰ ঘৰত ঘণ্টা, বড়কাঁহ, শঙ্খ, কৰতাল, দুন্দুভি, ঢোলৰ সমৰোল ধ্বনি কৰি আৰতি কৰা হয়। আৰতিৰ পাছতে তালসহ ভকতে উঠা নাম ধৰে; কেতিয়াবা চাবিশ, কেতিয়াবা পাঁচশমানো ভকত গোট খায়। গোসাঁয়ে নামক প্ৰদক্ষিণ কৰে।

সেহি বেলা দেৱ হৰি।
ফুৰা প্ৰদক্ষিণ কৰি॥
জপমাল্য হাতে ধৰি।
হৃদয়ে ব্ৰহ্মাক স্মৰি॥

ইয়াৰ পাছত গোসাঁই নিজ বাসা গৃহলৈ যায়।

চাৰি দণ্ড নিশা যাওঁতে:—নাম থয়। বাসুদেৱ আৰু কৃষ্ণায়ে পাল কৰি পদ পঢ়ে। পদৰ অন্তত গোসাঁই প্ৰভু আকৌ নামঘৰলৈ আহে। হৰিধ্বনি হয়। আকৌ দুই অধ্যায় পদ গায়। পদৰ অন্তত সকলে ঘৰাঘৰি যায়।

কেশৱদেৱ প্ৰভুৱেও চাউল সিজায়। সেই সময়তে ভকতে পদো পঢ়ি শুনায়।

ভোজনৰ অন্তত গায়নসকলে গীত গাই শুনায়। গোসাঁই সেৱা কৰি ঘৰাঘৰি যায়।

প্ৰভুৱে শয়ন কৰে।

সত্ৰৰ নিত্যপ্ৰসঙ্গ আৰু অধিকাৰৰ দিনচৰ্য্যা আজিও প্ৰায় একেদৰেই চলি আছে; অলপহে লৰচৰ হৈছে। দুই এটা ক্ৰম বাঢ়িছেও।

১৫৬৫ শকৰপৰা ১৬৪৮ শকলৈকে নিৰঞ্জনদেৱ আৰু কেশৱদেৱ এই দুজনা আদি প্ৰভুৰ অধিকাৰত্বৰ পাদোন শতকতকৈ অধিক (৮২) কালছোৱাতে আউনীআটী সত্ৰৰ স্বীয় অনন্যসাধাৰণ ৰূপৰ বিকাশ হৈছিল। পাছৰ অধিকাৰ-সকলে কেৱল সেই ৰূপ চিৰ-সমৃদ্ধ কৰি ৰখাৰ গুৰু দায়িত্ব বহন কৰিছিল: এই কালখণ্ডতে ৰাজ-অনুগ্ৰহ, ৰাজ-নিগ্ৰহ, উঠন-পতন, ধ্বংস-নিৰ্ম্মাণৰ খাল-বাম পাৰ হৈ স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনত আহি সত্ৰখনে সুনিশ্চিতৰূপে আত্মপ্ৰতিষ্ঠা লাভ কৰিলে। সত্ৰৰ নিয়ম-শৃঙ্খলাৰ সুনিৰ্দ্দিষ্ট গত লাগিল। সদিয়াৰপৰা নগাওঁৰ পশ্চিম মূৰলৈকে শিষ্য-সেৱকৰ সংখ্যা দুৰবি বন বঢ়াদি কাণ্ডাৎ কাণ্ডাৎ

বাঢ়ি গ'ল। সবাতোকৈ প্ৰতিকূল পৰিস্থিতিৰ লগত যুজি, বিপদ-আপদক তৃণ হেন জ্ঞান কৰি, বিৰুদ্ধশক্তিকো নেওচি, এটা অনুষ্ঠান কেনেকৈ স্থিৰ প্ৰতিষ্ঠিত হৈ আগুৱাব পাৰে তাৰ সমুজ্জ্বল দৃষ্টান্ত দি গ'ল দুজনা সুকৌশলী হৃদিস্থ-হৃষীকেশ সত্ৰাধিকাৰ প্ৰভুৱে।

সুকৌশলী বোলা কথাষাৰ নিকাৰণ নহয়। কেশৱদেৱ প্ৰভুৱে এক ডজন ৰজাৰ চাউল খালে। চক্ৰধ্বজসিংহ স্বৰ্গদেৱ স্বৰ্গী হোৱাৰ দিন ধৰি গদাধৰসিংহ স্বৰ্গদেউ ৰাজপাটত উঠালৈকে, পাটত উঠাৰ দিনাই নমাৰ দিন গণিব লগা হোৱা ৰজাও কেইবাজনো আহিল আৰু গ'ল। ৰজা ভঙা-পতা এটা ৰাজনৈতিক ক্ৰীড়াত পৰিণত হৈছিল। ডেবেৰা এজনেহে যে দশমৰ পদ কৰিছিল তেনে নহয়, আৰু বহুতেও কৰিছিল। কোন কেতিয়া কাৰ ফলীয়া হয় তাৰো স্থিৰতা নাছিল "দেৱাঃ নজানন্তি"। এনে ক্ষেত্ৰত সৰ্ব্বজন-সেব্য, সমৃদ্ধিমান, আৰু প্ৰজাৰো দেহলাও স্বৰূপ কেশৱদেৱৰ নিচিনা এজন ব্যক্তি ৰাজভগনৰ মেৰপাকৰ-পৰা দূৰতো বিদূৰ হৈ থাকিব পৰাষাৰ ধৈৰ্য্যশীল, নিৰ্মোহ আৰু ক্ষমতানিৰাসক্ত স্বভাৱৰ পৰিচায়ক। কেশৱদেৱ প্ৰভুৱে ৰাজ্যখনত ক্ষমতাৰ আজোৰা-আজুৰিৰ কালছোৱাতো কোনো ৰজাৰ পক্ষ লোৱা নাছিল, কাৰো বিপক্ষে একো নকৰিছিল। কেশৱদেৱ প্ৰভুক ৰাজনীতিনিৰপেক্ষ ধৰ্ম্মপালননীতিৰ প্ৰৱৰ্ত্তক বুলি কব পাৰি। প্ৰভুৰ এই গুণৰ কাৰণেই সম্ভৱত উদ্ধতগদা গদাধৰসিংহ মহাৰজায়ো প্ৰভুক আন একো অপকাৰ নকৰি নৌকা যোগে সদলবলে সদিয়ালৈ পঠায়ে ক্ষান্ত হৈছিল।

---

## সপ্তম অধ্যায়

# শ্ৰীশ্ৰীৰামচন্দ্ৰদেৱ ( ১৬৪৮-১৬৪৯ শক )
## আৰু
# শ্ৰীশ্ৰীদামোদৰদেৱ ( ১৬৪৯ ভাদ-১৬৫৯ চ'ত )

কেশৰদেৱ প্ৰভুৱে প্ৰথমতে নিজৰ বংশৰ কোনো লৰা নোপোৱাত দামোদৰ নামৰ মোমায়েকৰ পুতেক ভায়েক এজনক ডেকা অধিকাৰ পতাৰ মানসেৰে সত্ৰত আনি ৰাখিছিল। আগছোৱাত তেওঁকেই ডেকা অধিকাৰ বুলি ৰজা-প্ৰজাৰ আগত পৰিচয় দিছিল। কলিয়াবৰ আদি ঠাইলৈ চহৰ ফুৰিবলৈকো পঠাইছিল। দামোদৰক অনাৰ কিছুদিন পাছত তেওঁৰ নিজৰ বংশৰ লৰা এটি পোৱা গ'ল। এওঁ হ'ল নিৰঞ্জনদেৱৰ বৰদেউতাক বিশ্বম্ভৰৰ নাতি কৃষ্ণচৰণৰ কনিষ্ঠপুত্ৰ আৰু কেশৰদেৱৰ বংশ সম্বন্ধীয় খুড়াৰ পুতেক ভাই। প্ৰখ্যাত নাম ৰঙাচৰণ। গুপ্তনাম ৰামচন্দ্ৰ। এওঁকো সত্ৰলৈ অনা হ'ল আৰু সৰুজনা ডেকা-বাপুৰূপে সত্ৰত জনাজাত হ'ল। ৰঙাচৰণ পিতৃৰ দ্বিতীয় পুত্ৰ আৰু কনিষ্ঠও। তেওঁৰ জন্মৰ আগতে পিতৃৰ একটি মাত্ৰ লৰা আছিল ৰামজয়। বংশতো সেই একেটিয়েই সন্তান আছিল। বৰদেউতাক বিশ্বম্ভৰৰ দুই পুতেকৰ ভিতৰত গোপীনাথ কন্দলীৰ বংশ নাতিয়েক কেশৰদেৱতে অন্ত পৰিল। এতিয়া মাথোন বিশ্বম্ভৰৰ ইজন পুত্ৰ ৰমাকান্তৰ বংশহে ৰৈছেগৈ। তেওঁৰ লৰা ৰামজয়ক সত্ৰলৈ উদাসীন হবলৈ লৈ আহিলে বংশ লোপ পোৱাৰ আশঙ্কাই দেখা দিছিল; তেতিয়া কিজানি ৰঙাচৰণৰ ( ৰামচন্দ্ৰ ) জন্ম হোৱা নাছিল। ৰঙাচৰণৰ জন্ম হোৱাত তেওঁকে ডাঙৰ হ'লত সত্ৰলৈ লৈ আহিল আৰু বাসুদেৱ মিশ্ৰৰ গুৰিত ভাগৱত অধ্যয়ন কৰিবলৈ দিলে। ৰামজয় বিবাহ কৰাই গৃহী হ'ল আৰু চাৰিপুত্ৰৰে পুত্ৰবান হ'ল। বংশছেদ হোৱাৰ আশঙ্কা সম্পূৰ্ণকৈ দূৰীভূত হোৱাৰ পাছতহে ৰঙাচৰণক সত্ৰলৈ দ্বিতীয় ডেকাবাপুৰূপে অনা হ'ল। ৰামজয়ক আনিলে বংশছেদ হ'ব বুলি আশঙ্কা কৰি কেশৰদেৱে আগতে নিজৰ মোমায়েকৰ পুতেকক ডেকাৰূপে আনিছিল। পাছত নিজ বংশ অৰ্থাৎ নিৰঞ্জনদেৱৰ বংশজাত সন্তান ৰঙাচৰণক অনাৰ পাছত তেওঁৰ ওপৰতে ডেকাপদবি দিয়া সমীচীন হ'ব আৰু

ভক্ত-বৈষ্ণৱৰো মান্যতা লাভ কৰিব পাৰিব বুলি ভাবি স্বৰ্গদেউ শিৱসিংহক তেওঁৰ কথাই কৈ গৈছিল বুলি অনুমান হয়। ইয়াৰ মূলতে আহোম শাসনপ্ৰণালীৰ অনুকৰণ। আহোম ৰাজানুক্ৰমত ৰাজবংশৰ বাহিৰে আনে ৰজা হ'ব নাপায়, 'ৰজাৰ পোৱালিহে ৰজা হ'ব পায়'। এই নীতিকে অনুসৰণ কৰি প্ৰথম অধিকাৰজনাৰ বংশৰে এজন অধিকাৰ হোৱাৰ নীতি গ্ৰহণ কৰা হৈছিল। গৃহীসত্ৰই এনে নীতি অনুসৰণ কৰাত একো অসুবিধা নাছিল কিন্তু উদাসীন সত্ৰ তিনিখনৰ বিষয়ে এইটো চিন্তনীয় বিষয় হৈ পৰিছিল। প্ৰথম সত্ৰ হিচাপে আউনীআটীয়েই ইয়াৰ উপায় চিন্তিব ল'গা হৈছিল আৰু আন উপযুক্ত লোক বিচাৰি পাবলৈ আছিল যদিও নিৰঞ্জনদেৱে নিজবংশৰ লৰা কেশৱদেৱক খা-খবৰ কৰি আনি লৈছিল। দক্ষিণপাটতো বনমালীদেৱে নিজৰ জ্যেষ্ঠ ভ্ৰাতৃৰ পুতেক ৰামদেৱক আনিলে। সেই বংশৰে এখন গৃহীসত্ৰৰো প্ৰৱৰ্ত্তন কৰিলে যাতে সেই বংশতে অধিকাৰ পদৰ যোগ্যলোক ভৱিষ্যতলৈকো পাব পাৰি। গড়মূৰতো তদনুৰূপ ব্যৱস্থাই হৈছিল। তিনিওখন উদাসীন সত্ৰৰ লগত একোখনকৈ আশ্ৰমী সৰু সত্ৰ স্থাপিত হৈছিল। এই সত্ৰ কেইখনৰ মূল উদ্দেশ্য আছিল শিক্ষিত আৰু সুসংস্কাৰসম্পন্ন, সৎচৰিত্ৰবান, কিশোৰ বালক মূল সত্ৰক দান কৰা।

এই পৰম্পৰা ৰক্ষা কৰাৰ অৰ্থেই কেশৱদেৱ উপায়ন্তৰ হৈ দামোদৰক ডেকাৰূপে আনিছিল যদিও শেহত নিজবংশৰ সৰুজনা ডেকাবাপুকে মনোনয়ন দি গ'ল। দেখাত আৰু ন্যায়তঃ কেশৱদেৱৰ পাছত দামোদৰদেৱেই সত্ৰাধিকাৰ হব লাগিছিল। এই লৈ সত্ৰৰ ভকত বৈষ্ণৱৰ মাজত নিশ্চয় আলোচনা-বিলোচনা নোহোৱাকৈও থকা নাছিল। নিৰ্মালি দিবলৈ অহা প্ৰভুসকলৰ মনতো এই বিষয়ে যে অলপ খুকুৰি নাছিল এনেও নহয়। কেশৱদেৱৰ আদ্য-শ্ৰাদ্ধৰ দিনা আবেলি নামঘৰত গোটখোৱা সন্ত মহন্ত আৰু ভকত বৈষ্ণৱৰ সমূহত সৰুজনা ডেকাবাপু ৰঙাচৰণক অধিকাৰ পতাৰ অৰ্থে যেতিয়া নেওগ গোহাঁয়ে স্বৰ্গদেউ শিৱসিংহৰ আদেশ শুনালে, নিৰ্ম্মালি দিবলৈ নিমন্ত্ৰিত হৈ অহা দক্ষিণপাটৰ প্ৰভুজনাই এই কথাত আসোঁৱাহ ধৰি এষাৰ মাত নমতাকৈ থাকিব নোৱাৰিলে। নেওগ গোহাঁয়ে যেতিয়া কলে—

ৰাজাক আজ্ঞাক কৰিয়োক দেৱগণ ॥
ৰাজাৰ আদেশে ডেকাবাপুক সম্প্ৰতি।
তোৰাসবে অভিষেক কৰিবে যুগুতি ॥

এই কথাত দক্ষিণপাটৰ জনাই আসোঁৱাহ ধৰি কলে—

দক্ষিণপাটৰ গোসাঁই বুলিলা বচন।
তেনয় বচন গোহাঁই বোলা কি কাৰণ॥
দামোদৰ ডেকাবাপু আছয় পূৰ্ব্বতে।
কিমতে নিৰ্ম্মাল্য দিবো মুপুছি ভক্তে॥

তাকে শুনি গড়মূৰৰ জনাই মাত লগালে—

গড়মূৰ গোসাঁই পাচে দিলন্ত উত্তৰ।
যিহেতু কহিয়া আছে আজ্ঞা নৃপতিৰ॥
কিসক নিদিবো আমি আসিসা নিৰ্ম্মালি।
অভিষেক কৰিলন্ত এহি হৌক বুলি॥

বৈষ্ণৱসকলেও হৰিধ্বনি কৰি কেশৱদেৱ প্ৰভুৰ ইচ্ছা আৰু শিৱসিংহ স্বৰ্গদেউৰ আজ্ঞা দুয়োঁটোকে মূৰপাতি গ্ৰহণ কৰিলে। শ্ৰীশ্ৰীৰামচন্দ্ৰদেৱ প্ৰভু আউনীআটীৰ তৃতীয় অধিকাৰ হ'ল।

ৰামচন্দ্ৰদেৱ অধিকাৰৰ আসনত বহাৰ অলপদিন পাছতে শিৱসিংহ স্বৰ্গদেৱে পাত্ৰমন্ত্ৰী সমন্বিতে আউনীআটীলৈ আগমনৰ ইচ্ছা জনাই অধিকাৰ প্ৰভুলৈ খবৰ দিযালে আৰু ইপিনে স্বৰ্গদেৱৰ থকাৰ স্থান দিহা-পোহা কৰা আৰু বাহৰ আদি নিৰ্ম্মাণ কৰিবলৈ মাধৱচৰণ ভাণ্ডাৰী বৰুৱাক আগতীয়াকৈ সত্ৰলৈ পঠাই দিলে। বৰুৱায়ো বাহৰ আদি নিৰ্ম্মাণ কৰাই স্বৰ্গদেৱৰ যাতে কোনো পিনৰপৰা অসুবিধা নহয় তাৰ সুব্যৱস্থা কৰি স্বৰ্গদেৱলৈ খবৰ দিয়ালে। নিৰ্দ্দিষ্ট দিনত স্বৰ্গদেউ পাত্ৰমন্ত্ৰী সৈন্য সকলেৰে সৈতে সত্ৰ পালেহি। অধিকাৰ আৰু তৎকালীন ডেকা দামোদৰ দুয়োজনাই আগবাঢ়ি গ'ল। ৰজায়ো ভিতৰ কৰাপাটতে গোবিন্দক মান্য কৰি শিবিকা এৰিলে। ৺গোবিন্দৰ কণ্ঠমালা, শিৰোমালা, তিলক পিন্ধাই দুইজনা দেৱে আদৰিলে। পাৰিথোৱা বুলনিবস্ত্ৰৰ ওপৰেদি নামঘৰত প্ৰৱেশ কৰি স্বৰ্গদেৱে পোনে পোনে গৈ গোবিন্দক সেৱা কৰিলেগৈ, গোবিন্দৰ অৰ্থে বহুত টকাও দিলে। দুয়োজনা প্ৰভুৱে নিৰ্ম্মাল্য প্ৰসাদ দিলে। ৰজায়ো পৰম ভক্তিৰে সেইবোৰ গ্ৰহণ কৰিলে। ৰীতি অনুসাৰে দিয়ন-থোৱন হৈ যোৱাৰ পাছত স্বৰ্গদেৱে সত্ৰৰপৰা বিদায় ললে।

স্বৰ্গদেউ এজনৰ সত্ৰ দৰ্শনৰ অৰ্থে এই প্ৰথম ৰাজকীয় আনুষ্ঠানিক আগমন। ইয়াৰ আগলৈকে এনে ৰাজকীয় কাৰ্য্যসূচীৰ ভিতৰুৱাকৈ কোনো সত্ৰলৈ কোনো এজন স্বৰ্গদেউ যোৱা নাছিল। সত্ৰীয়া বুৰঞ্জীত এইটো এটা লেখত

লবলগীয়া ঘটনা। ইয়াৰ পাছৰপৰা স্বৰ্গদেউসকলে নিজ ৰাজত্বকালত এবাৰ হলেও তীৰ্থ কৰিবলৈ অহাদি সত্ৰত সেৱা কৰি যোৱাৰ নিয়ম চলি গ'ল। সত্ৰ দৰ্শনৰ আনুষ্ঠানিক কাৰ্য্যক্ৰম আৰু নীতি-নিয়মৰো ৰেহ লাগিল। স্বৰ্গদেউ জয়ধ্বজসিংহ নিৰঞ্জনদেৱৰ শ্ৰাদ্ধৰ সময়ত আউনীআটী সত্ৰলৈ এবাৰ আহিছিল কিন্তু সেইবাৰ সত্ৰদৰ্শন কৰাকৈ আনুষ্ঠানিক ভাৱে অহা নাছিল। শিৱসিংহ স্বৰ্গদেৱৰ এই প্ৰথম সত্ৰদৰ্শনৰ কাৰ্য্যক্ৰমে আউনীআটীৰ মান মৰ্য্যাদা আৰু এখোপ চৰালে। প্ৰতিদিনে লানি নিচিগাকৈ ভক্ত প্ৰজাসকল আহিবলৈ ধৰিলে।

এই যাত্ৰাতে স্বৰ্গদেৱে সত্ৰৰ ঘৰ-দুৱাৰ প্ৰাচীন আৰু জীৰ্ণ হোৱা দেখিছিল। সেই কথা মনত আছিল।

কেশৱদেৱৰ সাংবৎসৰিক শ্ৰাদ্ধ নাপালেই, অধিকাৰ হোৱাৰ আঠমাহ পাছতেই ৰামচন্দ্ৰদেৱ টান নৰিয়াত পৰিল। সত্ৰত কেশৱদেৱৰ অস্থি লৈ ভাটিলৈ যোৱাৰ কথা উঠিছিল, তাকো নিষেধ কৰিলে, বোলে—অলপদিন অপেক্ষা কৰাই ভাল ; কিজানি আমাৰ অস্থিও লগতে নিব লগা হয়। প্ৰভুৰ ককায়েক ৰামজয়ৰ পুত্ৰ হৰিদেৱ সেই সময়ত মালীপুৰৰ ছাত্ৰশালত পঢ়ি আছিল। তেওঁক ছাত্ৰশালৰপৰা অনাই সত্ৰত ডেকাৰূপে ৰাখি পূৰ্ব্বত কোৱা নীতি অনুসৰি অধিকাৰ পদ দিয়াৰ ব্যৱস্থা কৰিলে। হঠাতে নৰিয়াৰ গতি বিপৰীত হ'ল আৰু সেই নৰিয়াতে ভাদৰ শুক্লা অষ্টমীত বৈকুণ্ঠপ্ৰাপ্তি ঘটিল—শক ১৬৪৯। দাহাদি শ্ৰাদ্ধকৰ্ম্ম ভতিজাক হৰিদেৱেই কৰিলে। কেশৱদেৱৰ বাকী ছয়টা মাসিক আৰু সপিণ্ডন দামোদৰদেৱে কৰিলে। ৰামচন্দ্ৰদেৱ দেখাত গৌৰাঙ্গ শৰীৰ, গহীন গম্ভীৰ আছিল। ভাগৱত ব্যাখ্যানত অলপ দিনতে নিপুণ হৈ পৰিছিল। কেশৱদেৱ প্ৰভু থাকোতেই ৰামচন্দ্ৰদেৱক ভাগৱত ব্যাখ্যানৰ ভাৰ দিছিল। তেওঁৰ গুণাৱলীৰ কথা 'হৰিদেৱ-চৰিত'ৰ লেখক নাৰায়ণ শ্ৰৱণিয়ে এইদৰে কৈছে—

গহন গম্ভীৰ সৰ্ব্বগুণৰে মন্দিৰ।
গৌৰাঙ্গ শৰীৰ ধীৰ বুদ্ধিত সুথিৰ॥
মহন্তৰ গুণ যত আছয় জানিয়া।
কেশৱ গোসাঁই মতাই আগক আনিয়া॥
খুড়াৰ তনয় মোৰ সম্বন্ধত ভাই।
বুলি স্নেহে ভাগৱত শাস্ত্ৰক পঢ়াই॥

ৰাখিলা সত্ৰত তান্ক দিয়া স্থান মান।
ৰহিলন্ত ভাগৱত কৰিয়া ব্যাখ্যান॥ (৪১-৪৩)

এইজনা প্ৰভুৱে অধিকাৰ পদৰ কাম কৰিবলৈ মাত্ৰ ৮ মাহ সময় পালে, কিন্তু ইয়াৰ ভিতৰতে লোকৰঞ্জক হৈ উঠিছিল। এই লোকৰঞ্জনৰ মূলতে আছিল তেওঁৰ ঈৰ্ষা আৰু অসূয়াবিহীন নিৰ্দ্দন্ত নিৰ্ম্মোহ স্বভাৱ।

# শ্ৰীশ্ৰীদামোদৰদেৱ

(শক ১৬৪৯ ভাদ—১৬৫৯ চ'ত)

শ্ৰীশ্ৰীৰামচন্দ্ৰ বৈকুণ্ঠী হোৱাৰ পাছত আদ্য-শ্ৰাদ্ধৰ দিনা সন্ত-মহন্ত আৰু ভকত-বৈষ্ণৱৰ থূলত শিৱসিংহ স্বৰ্গদেৱৰ ৰাজ-আজ্ঞা ঘোষিত হ'ল—

পূৰ্ব্বে দামোদৰ, ডেকা বাপুকেসে, কেশৱদেৱে আনিলা।
নৃপ পাত্ৰ মন্ত্ৰী সমস্তৰ আগে, বহুবাৰ ভেটাইছিলা॥
সিসব কথাক শুনিয়া আমিও পাতিলোহো অধিকাৰী।
সাধু মহাজন আসিষা নিৰ্ম্মালি দিয়োক আতি সাদৰি॥
(অম্বৰীষ)

ৰজাৰ আদেশৰ এই বাক্য কেইআষাৰত বিচাৰপূৰ্ব্বক সিদ্ধান্ত আৰু তাৰ সপক্ষে দিয়া যুক্তিৰ আভাস পোৱা যায়। কেশৱদেৱে পূৰ্ব্বে দামোদৰকেহে ডেকা হিচাবে নৃপ, পাত্ৰ, মন্ত্ৰীক ভেটোৱাৰ কথা ভাবিহে যেন আন এজনক এৰি দামোদৰক অধিকাৰী পতাৰ সিদ্ধান্ত কৰিলে এনে এটা সংবৃত তথ্য এই আদেশত লুকাই আছে।

পূৰ্ব্বে কেশৱদেৱৰ ইচ্ছা জানি শিৱসিংহ স্বৰ্গদেৱে সৰু হোৱা সত্বেও আৰু সত্ৰলৈ পাছত অহাতো ৰামচন্দ্ৰদেৱকে নিৰ্ম্মালি দিয়াৰ আদেশ দিছিলে। নিয়ম অনুসাৰে ৰজাই অধিকাৰ কোন হব নিৰ্ব্বাচন নকৰে। ভকত-বৈষ্ণৱৰ লগত পৰামৰ্শ কৰি সত্ৰাধিকাৰেহে নিৰ্ব্বাচন কৰে। ৰজাৰ ফালৰপৰা অনুমোদন লাগে। আধুনিক আইনৰ গতত পেলাই কবলৈ হ'লে ৰজাৰ অনুমোদন সাপেক্ষে

সত্ৰাধিকাৰে নিৰ্ব্বাচন কৰে ( subject to the approval of the king )। গতিকে কেশৱদেৱৰ ইচ্ছানুসাৰেই ৰামচন্দ্ৰদেৱকে ৰজায়ো ভাল বুলি অভিমত দিলে। এই কথাত দামোদৰদেৱে যে অসন্তোষ পাইছিল সেই কথা ৰজাৰ কাণত নপৰাকৈ থকা নাছিল। কোনো চৰিত পুথিত নাই যদিও পৰম্পৰাই ভকতসকলে শুনি অহা মতে ৰজাই হেনো দামোদৰদেৱক সম্প্ৰতি ডেকা স্বৰূপে থাকিবলৈ পৰামৰ্শ দিছিল আৰু ভবিষ্যতত অধিকাৰ হবৰ তেওঁৰ স্বত্ব থাকিল বুলি আশ্বাসো দিছিল। স্বৰ্গদেৱৰ এই মীমাংসাত সত্ৰস্থ সমূহেও ওজৰ উলিওৱা নাছিল বা উলিয়াবলৈ সাহ কৰা নাছিল। পাছত ৰামচন্দ্ৰদেৱে যদিওবা বংশতে অধিকাৰ থাকক বুলি হৰিদেৱক অধিকাৰ পতাৰ উদ্দেশ্যই আনিছিল, ৰামচন্দ্ৰদেৱ চলাৰ পাছত ৰজাৰ আদেশ আৰু ভকত বৈষ্ণৱৰ মীমাংসামতে দামোদৰদেৱেই অধিকাৰ হ'ল আৰু হৰিদেৱ ডেকা অধিকাৰ হৈ থাকিল। হৰিদেৱৰ চৰিতকাৰ নাৰায়ণ শ্ৰৱণিয়ে সেই কথাকে অলপ লুকঢাক কৰি লিখিছে—

বয়সত অলপ দেখি সমস্তো আলচি।
ডেকা ভাৰে থৈলা সবে ৰাজাত কাণচি॥
ভৈলা অধিকাৰী পাছে দামোদৰদেৱ।
মহা ধীৰ সাধু যাত পৰে নাহি কেৱ॥
দেৱ কেশৱৰ মামাসুত ধৰ্ম্মৰন্ত।
সাধু সম্প্ৰদায় ধৰ্ম্ম ধৰি ৰহিলন্ত॥ ৫৬-৫৭ পদ

দামোৰদদেৱৰ দিহামতেই হৰিদেৱে সত্ৰতে থাকি ভাগৱত অভ্যাস কৰি থাকিল। বাসুদেৱ মিশ্ৰ ভাগৱতীয়ে তেওঁক সততে ভাগৱতশাস্ত্ৰৰ পাঠ দিছিল।

অধিকাৰৰ ৰীতি অনুসাৰে দামোদৰদেৱে স্বৰ্গদেৱক নিৰ্ম্মালি দিবলৈ গ'ল। স্বৰ্গদেউ সেই সময়ত সোণাৰি বাহৰত আছিলগৈ। দামোদৰদেৱে তাতে গৈ নিৰ্ম্মালি আশীষা দিলে। এই ছেগতে সত্ৰখন পুনৰ বৃহৎৰূপে সজোৱাৰ কথাও ৰজাৰ ওচৰত নিবেদন কৰিলে। লগতে কেশৱদেৱ আৰু ৰামচন্দ্ৰদেৱৰ অস্থিও গঙ্গাত লগোৱাৰ প্ৰস্তাৱ কৰিলে। স্বৰ্গদেৱে শুনি আনন্দ পালে। সত্ৰ সজোৱাৰ ভাৰ বৃদ্ধ মাধৱচৰণ ভাণ্ডাৰী বৰুৱাক দিলে আৰু অস্থি নিয়াৰ কাৰণে বৈৰাগী জনচেৰেক লগত দিলে। দামোদৰদেৱ সত্ৰলৈ উলটি আহিল।

সত্ৰত আহি দামোদৰদেৱে তীৰ্থত লগাবলৈ অস্থি নিয়াৰ যা-যোগাৰ আৰু দিন-বাৰ ঠিক কৰিলে। নিৰ্দ্দিষ্ট দিনত কেশৱদেৱৰ অস্থি তাম্ৰ-পাত্ৰত থৈ পাটৰ কাপোৰেৰে ঢাকিলে। দামোদৰদেৱে সেই পাত্ৰ শিৰত লৈ নামঘৰত থলে, লগতে

ৰামচন্দ্ৰদেৱৰ অস্থিও লগে আৰু সকলো ভকতেই সেৱা কৰিলে। পাছত দুইতৰ ঘাটলোকে দামোদৰদেৱে সেই অস্থি আগবঢ়াই নি নৌকাত যথাস্থানত ৰখালেকে সকলো ব্যৱস্থা চাই-চিন্তিহে সত্ৰলৈ উভতি আহিল। সত্ৰৰ বৈষ্ণৱ আৰু ৰজাই দিয়া বৈৰাগী সমুদায় গোটখাই ২০।২৫ জনমান যাত্ৰী আছিল। নাও যেতিয়া গুৱাহাটী পোৱাৰ খবৰ পালে তেতিয়াৰ বৰফুকন বিজয় ছুৰবাৰ পুত্ৰ গদাধৰ ফুকনে নিজে আহি অস্থি থকা নৌকা আগ বঢ়াই নিলেহি। গুৱাহাটীত সাদিন সভা কৰি বৰফুকনেও বহুত দান-দক্ষিণা কৰিলে আৰু যাত্ৰাৰ সকলো সা-সুবিধা কৰি দিলে। অস্থি লৈ বৈৰাগীদলে[১] পুনৰ যাত্ৰা কৰিলে, প্ৰথমে পদ্মাৰ গঙ্গাত নিৰঞ্জনদেৱ, কেশৱদেৱ আৰু ৰামচন্দ্ৰদেৱৰ অস্থি লগাই পিণ্ডদান কৰি গীতাপাঠ ব্ৰাহ্মণভোজন কৰালে। তাৰপৰা ক্ৰমে বিভিন্ন তীৰ্থত অস্থি লগাই বৈৰাগীদল জগন্নাথ পালেগৈ। তাৰপৰা এটা চাৰিজনীয়া দল কাশী বৃন্দাবন মথুৰা আদি ক্ষেত্ৰত অস্থি লগাবলৈ গ'ল। এটা দল উভতি আহি কটাৰ চকিত বলহি; তাৰপৰা ফুকনে নাও দি অনালে। আহিয়ে পোনে ৰজাক দেখা কৰি সকলো বৃত্তান্ত বিবৰি কলে, স্বৰ্গদেউক গঙ্গাজল প্ৰসাদ দিলে আৰু অনুমতি লৈ সত্ৰ পালেহি।

ইটো দলত আছিল গোবিন্দ, ৰমানন্দ, বৃন্দাবনীয়া আৰু কেশৱদেৱ-চৰিত লেখক অম্বৰীষ। দেৱত্ৰজনৰ অস্থি কণ্ঠত বান্ধি এইসকল খোজ কাঢ়ি আগবাঢ়িল। তেওঁলোকে পাটনা, কাশী, প্ৰয়াগ, মথুৰা, বৃন্দাবন আদি ঠাইত অস্থি-কৰ্ম্ম সমাপন কৰি ঘূৰি পাটনাইদি গয়ালৈ গ'ল। গয়াকৰ্ম্ম শেষ কৰি পুনঃ পাটনাৰ গঙ্গাতীৰত গীতাপাঠ-ব্ৰাহ্মণভোজন কৰি অসমলৈ উলটিল আৰু ৰজাক খবৰ দিলে। ৰজাৰ অনুমতি পাই সত্ৰত প্ৰৱেশ কৰিলে।

ইয়াত নিচেই চমুকৈ অস্থি যাত্ৰাৰ বিৱৰণ দিয়া হ'ল। এই যাত্ৰাৰ অন্যতম

---

১ বৈৰাগী বুলি ৰজাৰ অনুমোদিত একশ্ৰেণীৰ লোক আছিল। তেওঁলোকে দেশবিদেশৰ ভূ লৈ ফুৰে আৰু স্বৰ্গদেউক জনায়হি। এওঁলোকে বৈৰাগীৰ ভেশ ধৰি ফুৰিছিল। এনে ভেশচন কৰি ফুৰাৰ কাৰণ দুটা,—এটা হৈছে চোৰ—ডকাইতৰপৰা পৰিত্ৰাণ পোৱা, দ্বিতীয়তে ভেশচন কৰি ফুৰিলে পৰদেশৰ তথ্য সংগ্ৰহ কৰিবলৈ সুবিধা হয়। সত্ৰাধিকাৰ বা সত্ৰৰ আনলোক অসমৰ বাহিৰলৈ গ'লে ৰাজ অনুমতি লব লাগিছিল। এনে ক্ষেত্ৰত ৰজাই বৈৰাগী দুই চাৰিজন লগত দিছিল। তেওঁলোকে বাট-পথ চিনাই লৈ যায়। লগত যোৱা সত্ৰৰ ভকত-বৈষ্ণৱেও অসম পাব হ'লে বৈৰাগীৰ বেশ ধৰে। উভতি আহিলে সত্ৰত তেওঁলোক বৈৰাগী বুলি প্ৰসিদ্ধ হৈছিল।

যাত্ৰী অম্বৰীষ দ্বিজে তেওঁৰ ৰচিত কেশৱ-চৰিতত এই যাত্ৰাৰ বিস্তৃত বিৱৰণ দি গৈছে। সেই কালত অসমৰ মানুহে তীৰ্থ কৰিবলৈ যোৱাৰ নিয়ম, তীৰ্থলৈ যোৱা বিভিন্ন পথ-ঘাট, আচাৰ-ব্যৱহাৰ আদি বিভিন্ন বিষয়ৰ বিস্তৃত বিবৰণ আৰু আনো বহুত কথা চৰিতপুথিখনৰ এই অংশৰপৰা জানিব পাৰি। পুৰণি অসমীয়া সাহিত্যৰ ভ্ৰমণ কাহিনীৰূপে ইয়াক গণ্য কৰিব পাৰি। ইয়াৰ পাছৰ-পৰাই আউনীআটী সত্ৰৰপৰা গুৰুসকল চলাৰ পাছত এই ধৰণৰ অস্থি-যাত্ৰা প্ৰচলন হৈ গ'ল। ইয়াৰ প্ৰথম প্ৰৱৰ্ত্তক প্ৰভু দামোদৰদেৱ ; প্ৰথম উৎসাহদাতা স্বৰ্গদেউ শিৱসিংহ।

আউনীআটী, দক্ষিণপাট আদি সত্ৰত দৈনিক প্ৰসঙ্গত গোৱা একপ্ৰকাৰ নামক বৰাগী নাম বোলা হয়। ইয়াকে বৃন্দাবনীয়া নামো বোলা হয়। এই নাম গোৱাৰ প্ৰণালী আৰু সুৰ আনবোৰ নামতকৈ পৃথক। দামোদৰদেৱৰ আগলৈকে বৰাগী নামৰ উল্লেখ চৰিতপুথিত পোৱা নাযায়। কেশৱদেৱৰ দিনৰ দৈনিক সত্ৰকৃত্যৰ বিস্তৃত বিবৰণতো বৰাগী নামৰ উল্লেখ নাই। এই নাম অস্থি-যাত্ৰী বৰাগীসকলে ভাটীলৈ যাওঁতে মথুৰা, বৃন্দাবন আদি ঠাইত শিকি অহা ভজন কীৰ্ত্তনৰ অসমীয়া সংস্কৰণ বুলি ধাৰণা হয়। কেশৱদেৱৰ অস্থি লৈ মথুৰা বৃন্দাবনৰ ফালে যোৱা দলটো বৃন্দাবনত ছমাহমান আছিল বুলি চৰিতপুথিৰপৰাই জানিব পাৰি। তেওঁলোকেই উভতি আহি সত্ৰতো এইবিধ নামৰ প্ৰচলন কৰাষাৰ সম্ভৱ কথা যেন লাগে। বৰাগীসকলে আহি প্ৰচলন কৰা বাবে এই নামবোৰে বৰাগী নাম পালে। গুৰিতে বৃন্দাবনত শিকি অহা নামৰ সুৰ আৰু গায়ন প্ৰণালীৰ বাবে বৃন্দাবনীয়া নাম বুলিও খ্যাত হৈছিল। বৃন্দাবনৰ লীলা বৰ্ণাই এই গীতবিলাক ৰচনা কৰা হৈছিল সেই কাৰণেও বৃন্দাবনীয়া নাম হৈছিল বুলিব পাৰি। দামোদৰদেৱ প্ৰভুৰ দিনতে এইবিধ নামে নিত্য-প্ৰসঙ্গত ঠাই পাইছিল। পাছত তৎপৰবৰ্ত্তী অধিকাৰ হৰিদেৱ প্ৰভুৱে প্ৰাতস আৰু বিয়লিৰ বৰাগী নামক বিভাগি নিবন্ধ কৰি দিলে। আউনীআটীৰ পাছত আন কেইখন সত্ৰয়ো এইবিধ নামক নিত্য-প্ৰসঙ্গৰ ভিতৰুৱা কৰিলে। ৰচনাবিলাকৰ অলপ তাৰতম্য আছে। পাছৰ অস্থিযাত্ৰী বৰাগীসকলেও উলটি আহি এই নামসমূহত নতুন নামৰ সংযোজনা কৰিছিল বুলি মনত ধৰে।

আগতে কোৱা হৈছে, শিৱসিংহ স্বৰ্গদেৱে আউনীআটী সত্ৰদৰ্শন কৰিবলৈ যাওঁতে ঘৰ-দুৱাৰবোৰ জীৰ্ণ দেখা পাই অসন্তোষ পাইছিল ; পাছত সোণাৰি বাহৰতো দামোদৰদেৱে সেই কথা সকিয়াই দিছিল। এইবোৰ কথাকে মনত

সুঁৰবি হবলা মাধৱ ভাণ্ডাৰী বৰুৱাক সত্ৰৰ জীৰ্ণসংস্কাৰ কৰি দিবলৈ পাচিলে। বৃদ্ধ হলেও ভাণ্ডাৰী বৰুৱাই নিজ গুৰুদায় বুলি ভাবি এই কাম বৰ পৰিশ্ৰম আৰু তৎপৰতাৰে হাতত ললে। জীৰ্ণসংস্কাৰ কামতে তেওঁ ক্ষান্ত থাকিব নোৱাৰি বহুত খিনি নবনিৰ্ম্মাণৰ কামো কৰিলে। সত্ৰৰ নিৰ্ম্মাণ সাজনটো একেই থাকিল যদিও ঘৰ-দুৱাৰ আহল-বহল হ'ল, আলি-পদুলি সুচল আৰু শোভন হ'ল। হাটী-বাটী দীৰ্ঘ আৰু প্ৰশস্ত হ'ল। সত্ৰৰ নবনিৰ্ম্মাণৰ পাছৰপৰা যাত্ৰীৰ সংখ্যাও বৃদ্ধি পাবলৈ ধৰিলে। তিথিয়ে উৎসৱে সত্ৰ গুচি প্ৰজাপুঞ্জৰূপ নদীৰ গম্যস্থল সমুদ্ৰ যেন হবলৈ ধৰিলে—'সত্ৰং প্ৰজাপুঞ্জসৰিৎসমুদ্ৰম্'।

প্ৰায় ১১ বছৰ কাল সত্ৰৰ বিবিধ উন্নতি সাধন কৰি ১৬৫৯ শকৰ চ'তৰ শুক্লাদশমীৰ দিনা কেইদিনমানৰ অসুখতে সজ্ঞানে কৃষ্ণনাম উচ্চাৰণ কৰি দামোদৰদেৱে মৰ্ত্ত্যলীলা সম্বৰণ কৰিলে। শ্ৰাদ্ধাদিৰ কাম ডেকাজনা হৰিদেৱে কৰিলে। একাদশ দিনা পূৰ্ব্বাপৰ নিয়ম অনুসৰি ৰজাৰ আজ্ঞামতে সন্ত-মহন্ত-সকলে হৰিদেৱক অধিকাৰৰ নিৰ্ম্মালি প্ৰদান কৰিলে।

দামোদৰদেৱ ধীৰ বুদ্ধিৰ কৰ্ম্মনিপুণ লোক আছিল। দেখাত গৌৰাঙ্গবৰণ, কথাতো মধুৰালাপী আছিল। আৰম্ভণিতে তেওঁৰ পক্ষে যে সত্ৰৰ বায়ু সৰ্ব্বতো-প্ৰকাৰে অনুকূল আছিল এনে অনুমান কৰিব নোৱাৰি, কিন্তু মধুৰ স্বভাৱ আৰু কৰ্ম্মনিপুণতাৰ গুণৰ প্ৰতিকূল বায়ু ওলোটাই বোৱালে। সত্ৰৰ সমৃদ্ধি আৰু সুনাম অকল ৰক্ষাহে কৰিলে এনে নহয়, বহুত বঢ়ালেও।

---

## অষ্টম অধ্যায়

# শ্ৰীশ্ৰীহৰিদেৱ ( শক ১৬৫৯-১৬৮২ )

শ্ৰীশ্ৰীহৰিদেৱ প্ৰভু নিৰঞ্জনদেৱৰ বংশজ সন্তান। ৰামচন্দ্ৰদেৱৰ ককায়েক ৰামজয়ৰ পত্নী কেতেকীৰ উদৰত হৰিদেৱৰ জন্ম হয়। তেওঁ ৰামজয়ৰ জ্যেষ্ঠ সন্তান। পিতৃ ৰামজয় নামৰ লগত খাপ খুৱাই দৈৱজ্ঞই নাম থলে হৰিজয়। পাছত সত্ৰলৈ অহাৰপৰা হৰিজয়ৰ পৰিবৰ্ত্তে পূৰ্ব্বপ্ৰথা অনুসাৰে দেৱপৰ হব লগা হোৱাত হৰিদেৱ নামহে প্ৰখ্যাত হৈ পৰিল। ৰামজয়ৰ আৰু তিনি পুত্ৰ হৈছিল; তেওঁলোকৰ নাম আছিল ক্ৰমে জয়হৰি, জয়কৃষ্ণ আৰু প্ৰাণহৰি। হৰিদেৱক ৫।৬ বছৰমান বয়সতে ৰামকন্দলি নামৰ সেইকালৰ এজন বিখ্যাত পণ্ডিতৰ ছাত্ৰশালত থৈ পঢ়াৰ ব্যৱস্থা কৰি দিলে। তাত প্ৰথমে ব্যাকৰণ পঢ়িছিল। উজনি অসমৰ সংস্কৃত পঢ়াশালিত তেতিয়াও কলাপ-ব্যাকৰণেই চলি আছিল;[1] ৰত্নমালাৰ প্ৰৱেশ হোৱা নাছিল। ৰামকন্দলিৰ ছাত্ৰশালত কিছুকাল পঢ়ি ব্যাকৰণত প্ৰয়োজনীয় প্ৰৱেশ হোৱাৰ পাছত হৰিদেৱক আন শাস্ত্ৰ পঢ়াৰ উদ্দেশ্যেৰে মালীপুৰ ছাত্ৰশালৰ অন্তেবাসী কৰি থোৱা হ'ল। তাতো কিছুকাল পঢ়িল। আউনীআটীত ৰামচন্দ্ৰদেৱ যেতিয়া অধিকাৰ হ'ল, ৭ মাহমান পাছত অসুস্থ হৈ বিষম যেন পাই হৰিদেৱক সত্ৰলৈ মতাই অনালে। উদ্দেশ্য আছিল অধিকাৰ পদ দিয়াৰ। ৰামচন্দ্ৰদেৱৰ বৈকুণ্ঠ-গতিৰ পাছত ভকত-বৈষ্ণৱসকলৰ বিবেচনা আৰু ৰজাৰো সিদ্ধান্ত অনুসৰি দামোদৰদেৱ অধিকাৰ হ'ল আৰু হৰিদেৱক ডেকাভাবে মান-সেৱা দিয়া হ'ল। দামোদৰদেৱৰ দিনতে হৰিদেৱে সত্ৰত থাকি সত্ৰৰে সুজান বৃদ্ধভাগৱতী বাসুদেৱ মিশ্ৰৰপৰা ভাগৱতৰ পাঠ লৈ ভাগৱত ব্যাখ্যাত পটু হৈ উঠিল।

হৰিদেৱ ডেকাকালৰপৰাই ভৱিষ্যাৱগ্ৰাহী শক্তিমান পুৰুষ আছিল।

---

১ পুৰণি সত্ৰ দুই এখনত এতিয়াও কলাপ-ব্যাকৰণৰ পুথি পোৱা যায়। এই লিখকৰ ঘৰতো কলাপ-ব্যাকৰণৰহে জীৰ্ণ তুলাপতীয়া পুথি পোৱা গৈছিল। উজনি খণ্ডত ৰত্নমালাৰ প্ৰচলন কেতিয়াৰপৰা হ'ল সঠিককৈ নিৰ্ণয় কৰা টান; অনুমান হয়, ৰাজেশ্বৰ-সিংহ স্বৰ্গদেউৰ দিনৰপৰাহে।

ডেকাকালতে তেওঁ এৰাতি এটা সপোন দেখিছিল। সেই সপোনতে এজন ব্ৰাহ্মণে তেওঁক তুলসীৰ নিৰ্ম্মালি দিছিল। সাৰ পাই উঠি দেখে সপোনত পোৱা তুলসীপাত তেওঁৰ হাতত আছে! চৰিতকাৰ নাৰায়ণ শ্ৰৱণিয়ে লিখিছে —'ইটো কথা কৈলা প্ৰভু আমাত প্ৰস্তুত।' ত'ত ডেকা হৈ থাকোতেই যেতিয়া স্বৰ্গদেউ শিৱসিংহ সত্ৰলৈ আহিছিল তেতিয়া ৰজাদের উভতি যাবৰ সময়তে হৰিদেৱে কৈছিল—"মহাৰাজে অলপতে এটা ভয় পাব, সকলো সময়তে সাৱহিতে থাকিব।" স্বৰ্গদেৱে কলে, বাপুৱে আমাক আশীৰ্বাদ কৰি থাকিব। অলপদিন পাছতে স্বৰ্গদেৱ সদলবলে পশু চিকাৰলৈ গৈছিল (সম্ভৱ বাঘ-চিকাৰ)। গড়া দি ভেটি সেই পশুক বধো কৰিলে। এনেতে ঘোৰ বাতবৃষ্টি হবলৈ ধৰিলে; সূচীভেদ্য অন্ধকাৰত বাট-পথ আদি দূৰৈৰ কথা, নিজৰ গাটোকে নেদেখা হ'ল। ৰাশি ৰাশি জোৰ লগাই মহাৰাজ সসৈন্যে আগুৱাবলৈ ধৰিলে। এনে সময়তে মুষলধাৰে বৰষুণ আহিলে; জোৰবোৰ ভূতে সুমুৰাদি বৰষুণে ক্ষন্তেকতে সুমুৰাই পেলালে। সকলোৰে ভয়ত প্ৰাণ অন্তৰীক্ষ-প্ৰায় হ'ল। বতাহে মানুহকে উৰুৱাই নিয়ে যেন কৰিলে. কাৰো থৰ-যুগুতি নাই, কেতিয়া গছ-গছনি ভাঙ্গি মূৰত পৰে। এনেতে মাউত কেইটাই উপস্থিত বুদ্ধি খটাই স্বৰ্গদেউক চাৰিওফালে হাতীৰেই আবৰি ধৰিলে। এনেদৰে সশঙ্কিত চিত্তে নাখাই নবৈ প্ৰায় গোটেই ৰাতিটো স্বৰ্গদেৱে হাবিতে কটালে। শেহ নিশা বতাহ শাম কাটিলে আৰু বৰষুণো এৰিলে। তেতিয়া জোৰ লগাই সসৈন্যে বাহৰ ঘৰত প্ৰবেশ কৰিলেগৈ। পাছত হৰিদেৱৰ কথা সুঁৱৰি স্বৰ্গদেৱৰ ডেকা বাপুলৈ অসীম শ্ৰদ্ধা উপজিল; পাত্ৰ-মন্ত্ৰীক মাতি আনি কলে—"আউনীআটীয়া ডেকা বাপু মনুষ্য নহয়, এই কথা সমস্তে জানিবাহঁক। যাৰ ইচ্ছা তেওঁত শৰণ লবি, নহ'লেও ভালমতে মান্য সেৱা কৰি আশয় কৰিবি।"

ইয়াৰ অলপদিন পাছতে বৰৰজা ফুলেশ্বৰী কুঁৱৰীয়ে গৌৰীসাগৰ পুখুৰী খনাই হৰি-হৰ মূৰ্ত্তি প্ৰতিষ্ঠা কৰাই চাৰি সত্ৰীয়াৰ সমে হৰিদেৱ ডেকা গোসাঁইকো নিয়াইছিল। মহোৎসৱ দান-দক্ষিণা কৰি সবাকো বিদায় দিলে। হৰিদেৱক ভটিয়াপাৰৰ বাহৰলৈ নিয়াই তাত কতো দিনমান ৰাখি ভাগৱত শ্ৰৱণ কৰিলে। তাত য'ত যি অভকতীয়া হৈ আছিল সেই সকলকো ৰজাই আজ্ঞা কৰি হৰিদেৱত শৰণ লোৱালে। অন্তেষপুৰৰ কুঁৱৰী আৰু আন আন সকলকো শৰণীয়া কৰালে। বিদায়ৰ সময়ত খাটোলা, সোণ, ৰূপ, বস্ত্ৰ, অলঙ্কাৰ আদি মান দি সপ্ৰেমে বিদায় দিলে।

ডেকা হৈ থকা কালতে হৰিদেৱে বহুত ঠাইলৈ চহৰ ফুৰিবলৈ গৈছিল আৰু অগণন লোকক ভকত কৰাইছিল। এনেদৰে ফুৰোঁতে কায়িক কষ্টলৈকো অকণো কাণ নকৰিছিল। এবাৰ ব্ৰহ্মপুত্ৰইদি অগাধ অৰণ্যৰ কাষে কাষে যাওঁতে খাদ্য-সম্ভাৰ শেষ হ'ল; নিৰাহাৰে কটাব লগা হৈছিল। আচম্বিতে বিপৰীত দিশৰপৰা অহা নাৱৰীয়াসকলে কিছু চাউল-পাত দিয়াত অনাহাৰে বেছি কষ্ট পাব লগা নহ'ল।

অধিকাৰৰ নিৰ্ম্মালি লোৱাৰ এমাহৰ পাছত পূৰ্ব্বাপৰ ৰীতি অনুযায়ী ৰাজধানীলৈ গৈ স্বৰ্গদেৱক নিৰ্ম্মালি দিলেগৈ। এইজনা প্ৰভু সত্ৰতে বহি থাকি সুখ নাপাইছিল। ডেকাপদত থকা দিনৰপৰা উজনি নামনি কৰি চহৰ ফুৰি ধৰ্ম্ম প্ৰৱৰ্ত্তাই বেছি আনন্দ পাইছিল। অধিকাৰ পদত অভিষিক্ত হোৱাৰ পাছৰপৰা নিজে আৰু সত্ৰৰ আন সন্তসৱক পঠাই দিশে বিদিশে সদিয়া পৰ্য্যন্ত অভকতীয়াক ভকতীয়া কৰিলে, ভকতীয়াক মালা মন্ত্ৰাদি দি ৰহস্য বুজালে আৰু ৰাজ্যখনক সৎপথত প্ৰৱৰ্ত্তাবলৈ যত্ন কৰিলে। অধিকাৰ হোৱাৰ পাছত ৰজাই আকৌ এবাৰ নি ৰংপুৰত মান্য সৎকাৰ কৰি কিছুদিন ৰাখিলে। সেই সময়তে বহুত পাত্ৰ-মন্ত্ৰীয়ে শৰণ ভজন ললে। এইবাৰ ৰাজধানীলৈ যাওঁতে ভায়েক দুই ডেকা বাপু জয়কৃষ্ণদেৱ আৰু প্ৰাণহৰিও আছিল। ক্ৰমে স্বৰ্গদেউৰ লগত হৰিদেৱৰ পৰম প্ৰীতি আৰু আধ্যাত্মিক সম্বন্ধ ঘনিষ্ঠ হৈ আহিল। স্বৰ্গদেউ নিজেও সত্ৰলৈ আহি নৃত্যগীত আদি শুনি ভক্তিবিনোদ লাভ কৰিছিল, প্ৰভুকো আৰু বৈষ্ণৱসকলকো নিজ ঠাইলৈ নিয়াই সাদৰ অভ্যৰ্থনা কৰিছিল—।

"কৃষ্ণত ভকত শিৱসিংহ নৰপতি।<br>
সন্ত বৈষ্ণৱৰ হিতকাৰী মহামতি॥<br>
আন পাত্ৰ-মন্ত্ৰী যত সবে সমন্নিতি।<br>
ভৈলা আতি শ্ৰীহৰি দেৱৰ বশবৰ্ত্তী॥<br>
বাৰম্বাৰ গোবিন্দৰ সত্ৰে আসি পশি।<br>
নৃত্যগীতে বঞ্জিয়া সেৱন্ত মহাযশী॥<br>
নিজ আবাসকো নিয়া ভক্তবৃন্দ সমে।<br>
আচন্ত দেৱক বৈষ্ণৱকো প্ৰেমক্ৰমে॥"

(১১৯-২০ পদ, হৰিদেৱ চৰিত)

এবাৰ মহাৰাজ শিৱসিংহই সন্তধৰ্ম্মৰ প্ৰমাণ সম্পৰ্কে আলোচনা কৰিবলৈ ৰংনাথৰ দ'লৰ চ'ৰাত মহাজনসকলৰ সভা পাতিলে। এই সভালৈ প্ৰভু

হৰিদেৱো বিশেষভাৱে আমন্ত্ৰিত হৈছিল। লগতে হামাড়বৰীয়া, ছকলিয়াল, নগড়িয়াল, বাংশবৰীয়া, সোকাজনীয়া, কাটনিপৰীয়া, জঁাজীয়াল, ম'ৰামৰীয়া আদি সমস্তকে একত্ৰিত কৰিছিল। আলোচনাৰ সিদ্ধান্ত হ'ল যে প্ৰতিমাৰ অৰ্চ্চন, ভাগৱতশাস্ত্ৰ যি সত্ৰত নাই, একাদশী অমাবস্যা যাত্ৰা এইবোৰৰ আচৰণ যিবিলাক সত্ৰই নকৰে, সেইবোৰে শাস্ত্ৰসম্মতভাৱে প্ৰবৰ্ত্তা নাই ; এতেকে সেই সত্ৰৰ সন্তবিলাকে শাস্ত্ৰসম্মতভাৱে ভকতিৰ দীক্ষা লব লাগে। প্ৰভু হৰিদেৱ স্বৰ্গদেৱৰ ওচৰতে নিজ আসনত আছিল। তেওঁকে এইসকল মহন্তক পুনঃ শৰণ কৰাবলৈ আদেশ কৰিলে। প্ৰভুৱে ধৰ্ম্মাচৰণ সম্পৰ্কে এই ধৰণৰ বলাৎকাৰ উচিত নহয় বুলি বিবেচনা কৰিছিল। ৰজাৰ স্পষ্ট আদেশ উলঙ্ঘা কৰাও এক বিপদজনক কথা। তথাপি উচিত বুজনি দিয়া তেওঁৰ কৰ্ত্তব্য বুলি ভাবি কলে—"এই সকলেও নাম গুণ গাই কৃষ্ণকেহে ভজে, তাৰাসবো মহাসন্ত, যাৰ যেনে ভাবনা তেনেমতে প্ৰৱৰ্ত্তি আছে ; থাকিলেও ঈশ্বৰ কৃষ্ণৰ নামতেহে মজি আছে, এতেকে সত্য নামধৰ্ম্মৰ একো বিঘিনি হোৱা নাই।" ৰজাই এই কথা শুনি অল্প কোপাবিষ্ট হৈ কলে "বাৰু এওঁলোকে যি ধৰ্ম্মত প্ৰৱৰ্ত্তিছে তাক প্ৰমাণি কওক। মহা মহা পুৰুষসকলেও বেদশাস্ত্ৰৰ মতক উলঙ্ঘা নকৰে, এওঁলোকে সেইবোৰ কিয় ত্যাগ কৰিছে? এতিয়া মোৰ আগত সেইবিলাকে নিজ নিজ যুক্তি অনুসাৰে আপোনাৰ মতক প্ৰপঞ্চি কওক।" মহন্তসকলে যাৰ যেনে ক্ষমতা নাম-মাহাত্ম্যৰ যুক্তি দেখুৱাই আপোনাৰ মত থাপিবলৈ যত্ন কৰিলে কিন্তু তেওঁলোকৰ যুক্তিত ৰজা পতিয়ন নগ'ল। সেই সকলোকে শৰণ লগাবলৈ হৰিদেৱক আদেশ কৰিলে। গত্যন্তৰ নোহোৱাত হৰিদেৱ প্ৰভুৱেও তাকে কৰিলে। সন্তসকলৰো বহুতে আহি গোৰিন্দক সেৱা কৰিলেহি। স্বৰ্গদেৱৰ আজ্ঞামতে সেই সেইসকলক মূৰ্ত্তি ভাগৱত দিয়া হ'ল। এইসকল মহাজনৰে কিছুমানক গড়মুৰীয়াজনাকো শৰণ লগাবলৈ দিলে[২]।

বৰৰজা ফুলেশ্বৰী কুঁৱৰীৰ মৃত্যুৰ পাছত যি শ্ৰাদ্ধ মহোৎসৱ হৈছিল আৰু তাৰ পাছত শিৱসাগৰৰ পুখুৰী খনাই উছৰ্গা কৰোঁতেও যি মহোৎসৱ হৈছিল

২ স্বৰ্গদেউ শিৱসিংহৰ দিনৰ এই সভাৰ কথা বুৰঞ্জীতো তদ্ৰূপ ভাবেই পোৱা যায় —তুংখুঙীয়া বুৰঞ্জী, ছেদ ৬৯ চাওক। আৰু আন বুৰঞ্জীতো আছে। স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনতো (১৬২৪ শক) অনুৰূপ এখন মহাজন-সভা হৈছিল। তাৰ বিষয় আছিল শূদ্ৰে ব্ৰাহ্মণক শৰণ লগাব পোৱা বচন শাস্ত্ৰত কৰবাত আছে নে কি?

তালৈ নি চাৰিও সত্ৰীয়াকে শিৱসিংহ স্বৰ্গদেৱে বিশেষ সমাদৰ কৰিছিল। ইয়াৰ পাছত ৰজাত অনুমতি লৈ হৰিদেৱ গোসাঁই ভটীয়াই তীৰ্থলৈ গৈছিল। লগত দুই ভায়েক আৰু আন ভক্তসকলো গৈছিল। এই যাত্ৰাত অশ্বক্ৰান্ত, মণিকূট আদি ঠাইত প্ৰচুৰ দান-দক্ষিণা কৰিলে। উভতি আহোঁতে অভয়পুৰ গাৱঁত শাখা সত্ৰ এখন পাতি তিনিখন মূৰ্ত্তি স্থাপন কৰি পঞ্চভোজ্যৰ ব্যৱস্থা কৰি দিলে। নিজনামে এই সত্ৰৰ নাম থলে হৰিপুৰ। এইজনা প্ৰভুৱে গোবিন্দপুৰ সত্ৰখনো নতুনকৈ ভাল কৰালে। এই সময়তে শিৱসিংহ স্বৰ্গদেৱে 'দণ্ডপ্ৰহৰ'[৩] যন্ত্ৰ এটি সত্ৰত দান কৰিছিল। সত্ৰত আগতেও হয়তো এনেকুৱা যন্ত্ৰ আছিল ; সেইটো সম্ভৱতঃ অকামিলা হৈ গৈছিল।

১৬৬৬ শকত শিৱসিংহ স্বৰ্গদেউ স্বৰ্গী হয়। তেওঁৰে অনুজ চাৰিজীয়া ৰজা প্ৰমত্তসিংহ নাম লৈ ৰাজপাটত উঠিল। এওঁৰ দিনতে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা আউনীআটী সত্ৰৰ প্ৰধান পৃষ্ঠপোষক হৈছিল। তেওঁ গোবিন্দৰ মন্দিৰৰ অৰ্থে দৰ্পণ-দুৱাৰ তিনিযোৰ দিছিল। অন্যান্য বয়বস্তুও বিস্তৰ দিছিল।

সেই সময়তে হৰিদেৱ প্ৰভুৱে সত্ৰৰ পুথি-ভঁৰালটি টনকিয়াল কৰি পেলালে। এখন বৃহৎ আখৰৰ ভাগৱত লিখাই গোবিন্দত অৰ্পণ কৰি থাকিলে। ইয়াৰ বাহিৰেও পুৰাণ, মহাভাৰত, ৰামায়ণ, সংহিতা, ব্যাকৰণ আদি বিবিধ শাস্ত্ৰ নকল কৰাই পুথি-ভঁড়ালৰ কলেৱৰ বৃদ্ধি কৰিলে। ইমানতে ক্ষান্ত নাথকি সেইবোৰ যাতে ব্ৰাহ্মণ শূদ্ৰ ভকত বৈষ্ণৱ নিৰ্ব্বিশেষে সকলোৱে পঢ়ে তাৰ

---

৩ দণ্ডপ্ৰহৰ যন্ত্ৰৰ আন নাম ঘটী-যন্ত্ৰ। যন্ত্ৰটো এনে—এটা জকা বা ডাঙৰ টৌত পানী ভৰি থাকে। তাতে হিচাবমতে কৰা সূক্ষ্ম ফুটা থকা ঘটী এটা ওপঙাই দিয়া হয়। সেই ফুটাইদি পানী সোমাই ঘটীটো বুৰিবলৈ একদণ্ড লাগে। তেনেকৈ আন এটা ঘটী থাকে, সেইটো একপ্ৰহৰত বুৰে। এই ঘটী যন্ত্ৰৰ অৱশেষ আউনীআটী সত্ৰত এতিয়াও আছে। একপ্ৰহৰ হ'লে বৰকাঁহত একোব মাৰে, দুইপ্ৰহৰত দুকোব, এই অনুক্ৰমে। ঘটীটো এবাৰ বুৰাৰ লগে লগে এক দণ্ড হয়, লগে লগে আন এটা ঘটী ওপোঙাই দি বুৰাটো তুলি আনি থোৱা হয়। এই কাৰণে তেনে নিচান মতে ফুটা কৰা দুটা ঘটী লাগে। ঘটীটো এবাৰ বুৰাৰ পাছত ফুটা থকা কাঠ এদালত মাৰি এদাল পুতি থোৱা হয়। সেইটো এক দণ্ড যোৱাৰ চিন। সেইদৰে দ্বিতীয়বাৰ বুৰাৰ পাছত দ্বিতীয় এডাল মাৰি পোতা হয়, সেইটো দুই দণ্ড যোৱাৰ চিন। এই মাৰি বা দণ্ডৰপৰাই পুৰাকালত সময়খিনিয়েও দণ্ড নাম পাইছিল। দিন আৰু নিশাৰ বেলেগ বেলেগ হিচাব ৰখা হয়।

পৰিপাটি ব্যৱস্থাও এইজনা প্ৰভুৱে কৰি দিলে। পঢ়িব খোজা লোকক চাউল-কানি দিও উৎসাহ দিছিল। মাজে সময়ে নপঢ়াজনক দণ্ডিত কৰি হ'লেও পঢ়িবলৈ বাধ্য কৰাইছিল।

প্ৰভুৰ এইবাৰ গঙ্গা গয়া জগন্নাথ আদি ক্ষেত্ৰলৈ যাবলৈ হেপাহ হ'ল। খাটনিয়াৰক পঠাই ৰজাত অনুমতি খুজি পঠালে। স্বৰ্গদেউ প্ৰমত্তসিংহই বাটত অপায় অমঙ্গল হব বুলি আশঙ্কা কৰি প্ৰভুক যাবলৈ অনুমতি নিদিলে, কিন্তু ভক্তগণক পঠাই গঙ্গা গয়া আদি ক্ষেত্ৰত উপৰিজনা অধিকাৰৰ অস্থিকৰ্ম্ম কৰাৰ অনুমতি দি সা-সুবিধা যতনাই দিয়ালে। সেইদেখি অধিকাৰজনাই ইচ্ছা থকাতো যাব নোৱাৰিলে। ভক্তসকল গৈ যথাৱতে তীৰ্থ কৰ্ম্ম কৰি উলটি আহি পোনে পোনেই ৰজাত তীৰ্থনিৰ্ম্মাল্য অৰ্পণ কৰিলেগৈ। তাৰপৰা সত্ৰলৈ আহিল।

প্ৰমত্তসিংহ স্বৰ্গদেউৰ লোকান্তৰপ্ৰাপ্তিৰ পাছত ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱ আউনীআটী সত্ৰলৈ আহিছিল। ৺গোবিন্দক সেৱা কৰি নৃত্য-গীত আদি শুনি পৰম সন্তোষ পালে। সত্ৰত সেই সময়ত ভেৰী-বাদ্য নথকা হেতুকে ৰজাই দুটা ভেৰী-বাদ্য সত্ৰত দান কৰিলে। তেতিয়াৰপৰা সত্ৰত ডবা কাঁহ আদিৰ উপৰিও ভেৰী-বাদ্যৰ প্ৰচলন হ'ল আৰু তাক বজাবৰ কাৰণে ভেৰুৱাৰ বাবো সৃষ্টি হ'ল।

দামোদৰদেৱ প্ৰভুৰ দিনতে সত্ৰৰ প্ৰসঙ্গক্ৰমৰ অন্তৰ্ভুক্ত হোৱা বৰাগী নামৰ পুৱা আৰু বিয়লিৰ বাবে বিভাগি দিয়াৰ উপৰিও হৰিদেৱ প্ৰভুৱে সত্ৰত এটা নতুন হৰিনাম মহোৎসৱ প্ৰৱৰ্ত্তন কৰিলে। সেই মহোৎসৱ হ'ল পাল-নাম। এই উৎসৱ আজিও আউনীআটী সত্ৰৰ প্ৰধান বাৎসৰিক পৰ্ব্ব। আউনীআটী বুলিলেই পাল-নাম আৰু পাল-নাম বুলিলেই আউনীআটীৰ কথা মনত পৰে। গুৰিতে হৰিদেৱ প্ৰভুৱে প্ৰৱৰ্ত্তন কৰোঁতে এই উৎসৱ বাৎসৰিক নাছিল, মাসিকহে আছিল। প্ৰতিমাহতে পাঁচদিনকৈ চাৰিওহাটীৰ ভকতে পাল পাতি অবিশ্ৰামকৈ নাম গাইছিল দেখি ইয়াৰ নাম পাল-নাম হৈছিল। শেষৰ দিনা ৰাতিও ভক্তসকলে প্ৰায় ওৰে ৰাতি নাম গায়। হৰিদেৱৰ প্ৰৱৰ্ত্তিত পাল-নামৰ শেষৰ দিনাৰ শেহ ৰাতিৰ কাৰ্য্যক্ৰম চৰিতকাৰে এইদৰে দিছে। শেহৰ দিনা ৰাতি নাম চলি থাকে। ৰাতি ছয় দণ্ডমান থাকোঁতেই স্নান কৰি ডেকা কেইজনা আৰু সাতমানভনীয়া বৈষ্ণৱসকলৰ সৈতে অধিকাৰ প্ৰভুৱে বৈষ্ণৱক প্ৰদক্ষিণ কৰে। প্ৰদক্ষিণ কৰোঁতে শিৰত শালগ্ৰাম লৈ থাকে। বৈষ্ণৱসকলে উঠি দুই শাৰী

হৈ হাতে তাল ধৰি নাম গাই থাকে। আগে আগে দেউৰীসকলে ধূপ দীপ লৈ যায়। শঙ্খ শিঙা ডবা ঘণ্টা কালি ভেৰী ঢোল বৰকাঁহৰ সমৰোল উঠে। তেতিয়া উৎসৱ অতিশয়কৈ চৰে। এইদৰে চাৰিবাৰ প্ৰদক্ষিণ কৰি প্ৰভু হৰিদেৱে জানু পাৰি দণ্ডবতে ভক্ত আৰু গোবিন্দক সেৱা কৰে। দণ্ডৱতে পৰি নিজৰ সম্বন্ধি আৰু জগতৰ সম্বন্ধিও প্ৰাৰ্থীহৈ আশীৰ্ব্বাদ লয়। প্ৰতি আশীৰ্ব্বাদতে ভক্তসকলে হৰিধ্বনি উচ্চাৰণ কৰে আৰু সকলো সমৰ্পি একমাত্ৰ কৃষ্ণত ভকতি বাঞ্ছা কৰে। প্ৰাতসৰেপৰা ক্ৰম অনুসাৰে নাম ভাগৱত হোৱাৰ পাছত বৈষ্ণৱসকলে উঠি নাম গায় (উঠা নাম)। নামৰ অৱশেষত পুনঃ আশীষ লয়। পূৰ্ব্বৱতে আশীৰ্ব্বাদ হয়। এই অনুক্ৰমে প্ৰতিমাহে মহোৎসৱ হয়।

পাল-নাম তেতিয়াৰপৰা এতিয়ালৈকে প্ৰায় এই অনুক্ৰমে চলি আছে[৪]। মাহেকে মাহেকে নহৈ এতিয়া বছৰেকীয়া মহোৎসৱৰূপেহে কাতিৰ ২৫ তাৰিখৰ পৰ ২৯ তাৰিখলৈকে ৫দিন ব্যাপি এই পাল-নাম মহোৎসৱ হয়। সেই কেইদিন সত্ৰত অপৰ্য্যাপ্ত প্ৰজা হয়। মাহেকীয়া পাল-নাম উঠি গৈ তাৰ ঠাইত নিত্য প্ৰসঙ্গৰ ভিতৰুৱা পাঁচতীয়া পাল-নাম বুলি এটা প্ৰসঙ্গও সোমাল। পাঁচজন ভকতে গায় বাবে ইয়াক পাঁচতীয়া বোলা হয়।

হৰিদেৱ প্ৰভু গয়া গঙ্গালৈ যাবলৈ নাপালে, কিন্তু তীৰ্থ ভ্ৰমণৰ হেপাহ মনতে ৰৈ গ'ল। সেই দেখি গুৱাহাটীৰ ফালেই ভাই ভতিজা সহিত ওলাই আহিল। গুৱাহাটীত তেতিয়া তৰুণ দুৱৰা বৰফুকনৰ পুতেক দশৰথ ফুকন আছিল। তেওঁ বৰ ধৰ্ম্মপৰায়ণ আৰু গুৰুভক্তিপৰায়ণ। তেওঁ আউনীআটীৰে সেৱকো। কামৰূপৰ বহুত মঠ মণ্ডপ স্বৰ্গদেউৰ আজ্ঞাৰে তেওঁ জীৰ্ণোদ্ধাৰ কৰি দিছিল[৫]। বহুতো ফলিত তেওঁৰ নাম আছে। ফুকনে বহুত বস্তু সম্ভাৰ ভেটি বিপুল সম্বৰ্দ্ধনা জনাই প্ৰভুক অশ্বক্ৰান্তৰ বাহৰত নি থলে। তাতে বহুত লোকক শৰণ লগায়। অশ্বক্ৰান্তত কিছুদিন থকাৰ পাছত মূল গুৰুদেৱ দামোদৰৰ আদি স্থান চাই আহিবলৈ প্ৰভুৰ ইচ্ছা হল। সেই অনুৰূপে ফুকনক কৈ সকলো সা-সুবিধা কৰাই ললে আৰু শুভ দিন বাৰ চাই যাত্ৰা কৰিলে। পাটবাউসীৰ অধিকাৰ আছিল ধৰ্ম্মদেৱ। ধৰ্ম্মদেৱে বৰ আদৰ আস্থা কৰি প্ৰভুক আগবঢ়াই নি বাসাঘৰ

---

৪ পাল-নামৰ বিস্তৃত বিবৰণ গ্ৰন্থৰ আগলৈ পাব।

৫ বশিষ্ঠাশ্ৰমৰ ফলিত আছে—"শ্ৰীমত্তৰুণদুৱৰাবৃহৎফৰুনতনুজশ্ৰীমদ্দশৰথাভিধেয়-সেনাধ্যক্ষো বশিষ্ঠাশ্ৰমগিৰ্য্যুপৰি প্ৰসাদমচীকৰত্তৰ্কনাগৰসেন্দুশাকে। ১৬৮৬"

কৰি দি প্ৰভুক থাকিবলৈ সুবিধা কৰি দিলে। ইয়াত থাকি শ্ৰীশ্ৰীদামোদৰদেৱৰ পাদুকা সেৱা কৰি দুয়োজন ধৰ্ম্মগুৰুৱে সদালাপ ধৰ্ম্মালোচনা আৰু উৎসৱেৰে কেইদিনমান কটালে। দশৰথ ফুকনক কৈ হৰিদেৱে পাটবাউসীত হৰিমূৰ্ত্তি এখন দিয়ালে, তেওঁৰ মঙ্গল উপস্থিতিতে সেই মূৰ্ত্তিৰ অভিষেকৰ বিধিৰে প্ৰতিষ্ঠাও হৈ গ'ল। এইদৰেও কেইদিনমান আনন্দেৰে কটাই হৰিদেৱ গোসাঁয়ে বিদায় ললে। বিদায়ৰ সময়ত দুয়োজনৰ আধ্যাত্মিক প্ৰেমৰ হৃদ্যতা আৰু চকুৰ লোৱে সকলোকে বিমোহিত কৰিছিল। তাৰপৰা বিদায় লৈ বাটত দুই এঠাইত থাকি হাজোলৈ মাধৱ-দৰ্শনৰ অৰ্থে আহিল। তাত অপুনৰ্ভবাদি তীৰ্থ কৰি মাধৱত পূজা দিলে আৰু বৰ সমাৰোহেৰে হৰিনাম কীৰ্ত্তন কৰালে। দশৰথ ফুকনে হাজোৰপৰাই সৈন্য-সামন্ত সহ আগবঢ়াই আনি গুৱাহাটীৰপৰাও ব্ৰহ্মপুত্ৰইদি বহুতখিনি দূৰলৈকে আগবঢ়াই দি গ'ল। ৰাজধানী পাই প্ৰভুৱে ৰাজেশ্বৰসিংহ স্বৰ্গদেউক দেখা কৰি নিৰ্ম্মালি কাঁৰণ দি চাৰিংসত্ৰ আৰু কাণ্ডিগ্ৰাম সত্ৰত কিছুদিন থাকি কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই নিৰ্ম্মাণ কৰা দৌল এটা উছৰ্গিলে[৬]।

হৰিদেৱ প্ৰভুৰ বয়স তেতিয়া প্ৰায় ৬৪ বছৰ। হঠাতে গাত বেদনা হৈ কষ্ট পাবলৈ ধৰিলে। ৰাজেশ্বৰসিংহ স্বৰ্গদেউ সেই সময়ত গজপুৰত আছিল। বাপুৰ শৰীৰ গতিকৰ খবৰ পাই সত্ৰলৈকে আহিল। স্বৰ্গদেউক সত্ৰৰ কৰা-পাটৰপৰাও আগবঢ়াই অনাৰ শকতি প্ৰভুৰ নাছিল। ডেকা প্ৰাণহৰিদেৱেহে আগবঢ়াই নিলে। স্বৰ্গদেৱে গোবিন্দক সেৱা কৰি অধিকাৰ গৃহত অধিকাৰক দেখা কৰি শৰীৰৰ অৱস্থা দেখি বিমৰ্ষ হ'ল। অধিকাৰদেৱে ভায়েক প্ৰাণ-হৰিদেৱক আগবঢ়াই শেহাই শেহাই বুলিলে—"এওঁক অধিকাৰ পদত থাপিলোঁ, ৰাজ আজ্ঞা হব লাগে।" এইবুলি অনুৰোধ কৰিলত স্বৰ্গদেৱেও ভাল বুলি কলে। প্ৰভুৱে ৰজাক কলে—

"ইটো মহা সত্ৰ ভক্ত ধৰ্ম্ম ভাগৱত।
যিমতে কুশলে সবে ৰহিবে সতত॥
সবেখানি আপুনি চিন্তিবে তযু লাগে।
শুনি নৃপে বুলিলা সদ্বুদ্ধি অনুৰাগে॥
ভাল বাপু তযু যাক বুলিছে সাক্ষাৎ।
আমিও বুলিলো বাঙ্কি নাহিকে ইহাত॥"

(হৰিদেৱ চৰিত)

৬ এই দ'ল এতিয়াও নামতিত আছে। মানুহে সাধাৰণতে নামতি দ'ল বোলে।

স্বৰ্গদেউ দান-দক্ষিণা কৰি উলটি গ'ল। ইপিনে মহাবেদনাত প্ৰভুৰ শৰীৰ দিনে দিনে হ্ৰটি যাবলৈ ধৰিলে। পাছলৈ কেইদিনমান অন্ন এৰি আমলখি শিলিখা গুঞ্জা আদি খাই দিন যাপন কৰিবলৈ ধৰিলে; অন্নৰ লগত সম্পৰ্কই নাই। এই সময়তে বিপদৰ উপৰি বিপদে দেখা দিলে। ডাঙৰ ভুঁইকপ আহিল, অগ্নিয়ে হাটী এটা দহিলে। ৰজা-ঘৰৰপৰাও কিবা দায় লাগিল। এদিন বেদনা বেছি হৈ প্ৰভু বিমূৰ্চ্ছিত হৈ পৰিল, কিন্তু কিছুপৰৰ পাছত চেতন পাই ৰামকৃষ্ণ নাম লবলৈ ধৰিলে। সত্ৰত নবান্ন উৎসৱ পালন কৰা হয়। নবান্ন কোন দিনা কিমান সময়ত হব খবৰ লৈ আছিল। সেইদিনাই দেহত্যাগ কৰিম বুলি প্ৰভুৱে নিশ্চয় কৰি সকলো ভকত বৈষ্ণৱক জনালে। কেইদিনমানৰ পাছতে নবান্ন মিলিল। সেইদিনা দেউবাঁৰ হতুৱাই গোবিন্দত নিবেদিত নবান্ন-প্ৰসাদ অনাই অৰ্ঘাতকৈ অলপমান মুখত দিলে, তাৰে অলপ কণ্ঠাধঃ হ'ল, অলপ নহ'ল। সেইদিনাই প্ৰভুৱে প্ৰাণহৰিদেৱক নিৰ্ম্মাল্য আশীষদি যিকণ শক্তি আছিল তাৰেই দুআষাৰ উপদেশ বাণীও শুনালে। এনেতে চেতন হেৰাল। সকলোৱে ধৰি চ'ৰাগৃহৰ চালপীৰাত শুৱালেহি। তাতে আকৌ চেতন পাই প্ৰসাদীদ্ৰব্য অনাই গাত লগাই ৰামকৃষ্ণ নাম লবলৈ ধৰিলে। মৃত্যুৰ লক্ষণ প্ৰকাশ পালে, ভক্তসকলে অন্তৰ্জল গৰ্ত্তত মৃত্যুমঙ্গল আচৰিলে; গীতা, সহস্ৰনাম, শালগ্ৰাম কণ্ঠত দিলে, শঙ্খ ঘণ্টা ডবা ৰৰকাঁহৰ সমৰোল উঠিল। এনেভাবে ইষ্টমন্ত্ৰ জপ কৰি কৰি প্ৰভুৱে দেহত্যাগ কৰি বৈকুণ্ঠগতি কৰিলে—১৬৮২ শকৰ, আঘোনৰ শুক্লা একাদশী নিশা ছয় দণ্ড থকাত।

যথাসময়ত স্বৰ্গদেউলৈ বাতৰি পঠোৱা হ'ল। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ আৰু কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই অশেষ দুখ-বেজাৰ কৰিলে। দুয়ো উপঢৌকন দ্ৰব্য সহ লোকজন পঠাই শ্ৰাদ্ধৰ আয়োজনত বিস্তৰ সহায় কৰিলে। শ্ৰাদ্ধৰ শেষত নামঘৰত আজ্ঞা শুনোৱা হ'ল। উপস্থিত তিনি সত্ৰৰ তিনিজনা প্ৰভুৱে শান্তি অভিষেক কৰি নিৰ্ম্মালি আশীষ দি প্ৰাণহৰিদেৱক অধিকাৰ পাতিলে। শ্ৰীশ্ৰী প্ৰাণহৰিদেৱ আউনীআটী সত্ৰৰ ষষ্ঠ অধিকাৰ হ'ল।

## চৰিত্ৰ আৰু কৃতিত্ব

শ্ৰীশ্ৰীহৰিদেৱ এগৰাকী বাক্‌সিদ্ধ পুৰুষ আছিল। শিৱসিংহ স্বৰ্গদেৱৰ চিকাৰলৈ গৈ অথন্তৰ হোৱাৰ কথা অলপদিন আগতে যেনেকৈ কৈছিল আৰু ফলিয়ালেও সেইদৰে। এবাৰ হৰিদেৱৰ ভায়েক জয়হৰিদেৱৰ সহধৰ্ম্মিণী

লীলাৱতী আই সত্ৰলৈ আহিছিল। তেওঁৰ ইতিপূৰ্ব্বে পাঁচ পুত্ৰ আছিল। আই গৰাকীয়ে গোবিন্দক সেৱা কৰি অধিকাৰ হৰিদেৱক (আৰু সম্বন্ধতো বৰজনাকক) সেৱা কৰিবলৈ গ'ল। হৰিদেৱ সেই সময়ত পূজাঘৰত। হৰিদেৱে ছুটা চাকি হাতত লৈ বোৱাৰীয়েকক উপহাস কৰি কলে—"মোক ছুটি মহাজন দিব লাগিব।" সময়ত লীলাবতী আইৰ গৰ্ভত ছুটি যমজ সন্তান হ'ল—প্ৰাণনাথ আৰু পদ্মপাণি। হৰিদেৱ কোনো কালেই নিষ্ক্ৰিয় বা বিৰামপ্ৰিয় লোক নাছিল। সত্ৰত বহি থকাৰ স্বভাৱ তেওঁৰ নাছিল। ডেকাপদত থকাৰেপৰা চহৰ ফুৰি ভাল পাইছিল। তেওঁৰ দিনতে সত্ৰত ভালেমানখিনি নতুন নিয়ম-পদ্ধতিৰো প্ৰৱৰ্ত্তন হ'ল। পাল-নামৰ প্ৰৱৰ্ত্তন, বৰাগী নামৰ বিভাজনৰ উপৰিও হৰিদেৱ প্ৰভুৱে পাথী সত্ৰকেইখন সুসংগঠিত কৰিলে। পহুমৰা নামৰ নিৰঞ্জনদেৱৰ বংশৰ গৃহী সত্ৰখনো তেওঁৰ দিনতে স্থাপিত হোৱা। সেইখন আছিল আউনী-আটীৰ সৰু সত্ৰ। ইয়াৰ উপৰিও এইজনা প্ৰভুৱেই দেবেৰাপাৰ, কাণ্ডিগ্ৰাম, গোবিন্দপুৰ এই কেইখন সত্ৰকো পুনৰ্গঠিত আৰু সমৃদ্ধ কৰি তাৰ মৰ্য্যাদাৰ নিয়ম লগাই দিছিল। এই পহুমৰা সত্ৰৰপৰা অনা একোজন ডেকাক এই পাথী-সত্ৰ কেইখনৰ ভাৰ দি থোৱাৰ নিয়মো হৰিদেৱৰ দিনতে আৰম্ভ হয়। পাছলৈকো এই নিয়ম চলি আছিল। হৰিদেৱে প্ৰাণহৰিদেৱক গোবিন্দপুৰ সত্ৰৰ ভাৰ দি থৈছিল। ডেকাজনা জয়কৃষ্ণৰ অকালতে পৰলোক হোৱাত প্ৰাণহৰিদেৱক গোবিন্দপুৰৰপৰা অনাই ডেকা পাতিলে। তেতিয়াৰপৰাই গোবিন্দপুৰত থকাজনাক সত্ৰৰ দ্বিতীয়জনা ডেকাৰূপে পৰিগণিত কৰাৰ নিয়ম চলিল। সেই কাৰণে পাছলৈ পহুমৰা সত্ৰৰ বংশ ছেদ হোৱাত গোবিন্দপুৰ সত্ৰত বেলেগ ডেকা ৰখা নহলেও সত্ৰত দ্বিতীয়জনা সৰু ডেকা বাপুক গোবিন্দপুৰীয়া বোলাৰ অভ্যাসটো বৈ গ'ল। এতিয়া সত্ৰত যদি গোবিন্দপুৰীয়া বোলা গোসাঁই বালক থাকেও তেওঁ মূল সত্ৰতে থাকে।

ধৰ্ম্ম বিষয়তো হৰিদেৱে নীতি-নিয়মৰ আৰু পৰম্পৰাৰ ইফাল সিফাল হোৱা সমূলি সহিব নোৱাৰিছিল। তেওঁৰ ভতিজাক লক্ষ্মীনাথ খড়্গা উপাধ্যায়ৰ ছাত্ৰশালত পঢ়ি থাকোঁতে এবাৰ সত্ৰৰ পৌষ মাসৰ শুক্লা অষ্টমীৰ মহোৎসৱলৈ আহিছিল। লগত আছিল তেওঁৰ সহপাঠী নকৰিয়াল সত্ৰৰ ডেকা এজনো। ছুয়োৰো কপালত ৰঙা চন্দনৰ ফোঁট। হৰিদেৱ পূজাঘৰত আছিল। ছুয়ো ডেকাই তাতে গৈ সেৱা জনালে। তেওঁলোক ছুজনৰ কপালত ৰঙা চন্দনৰ ফোট দেখি হৰিদেৱৰ খঙে মূৰৰ চুলি পালেগৈ। ওচৰতে থকা গুৱা-কটাক কলে

"এডাল বেত আনগে—ৰঙা চন্দনৰ ফোট লৈ যে দেবীৰ ভকত যেন হৈ আহিছে, ইয়াৰ কাৰণ কি সোধো।" গুৱাকটীয়াই বেত এডাল আনি দি দুৱাৰ বন্ধ কৰিলে। লক্ষ্মীনাথৰ গাত দুই তিনিকোবমান মাৰিলে, নকৰিয়ালৰ জনাকো দুকোবমান মাৰিলে। পাছত দুইজনে কান্দি দীঘল দি পৰাত ক্ষান্ত হ'ল। পাছত হৰিদেৱে লক্ষ্মীনাথক বহুত বুজালে, "তুমি ভবিষ্যতে এই আসনত বহি ধৰ্ম্মপালক হব লাগিব, সেই দেখি তোমাক গীতা ভাগৱত দিছো।" এইবুলি বস্ত্ৰাদি দি সোধ-পোছ কৰি বিদায় দিলে। দুয়ো ডেকা গোসাঁই ছাত্ৰশাললৈ উভতি গ'ল।

এই কথাতো হৰিদেৱৰ বাক্-সিদ্ধিৰ প্ৰমাণ পোৱা যায়। লক্ষ্মীনাথ যেতিয়া ছাত্ৰশালত তেতিয়া তেওঁৰ ওপৰত দুজন দদায়েক আৰু তিনিজন ককায়েক আছিল। তেওঁ যে হৰিদেৱৰ পাছৰ জনৰ পাছতে সত্ৰাধিকাৰ হব লাগিব এনে ধাৰণা সাধাৰণ যুক্তিত কৰাৰ কাৰণ নাছিল, কিন্তু হৰিদেৱৰ ভবিষ্যপ্ৰসাৰী মনে সেই কথা চুকি পাইছিল।

১৪ বছৰ কাল সত্ৰধুৰা বহন কৰি বেদসিদ্ধ বিশুদ্ধ মাৰ্গৰ বিস্তাৰ আৰু বিতৰণ কৰি এইজনা অধিকাৰে অক্ষয় কীৰ্ত্তি ৰাখি গ'ল।

---

## নৱম অধ্যায়

# শ্ৰীশ্ৰীপ্ৰাণহৰিদেৱ ( ১৬৮২-১৭০৭ শক )

প্ৰাণহৰিদেৱৰ জন্ম হয় ১৬২৬ শকৰ পুহৰ শুক্লা অষ্টমীত। ৯ বছৰ বয়সত উপনয়ন সংস্কাৰ হৈ যোৱাৰ পাছতে ককায়েক হৰিদেৱে সত্ৰলৈ আনে আৰু সংস্কৃত শিক্ষাৰ লগে লগে ভাগৱতো অভ্যাস কৰায়। জয়হৰিদেৱক পুত্ৰ-পৰিবাৰসহ পহুমৰা সত্ৰত থলে আৰু প্ৰাণহৰিদেৱক গোবিন্দপুৰ সত্ৰতে থলে। গোবিন্দপুৰ সত্ৰও সেই সময়ত বিস্তৰ ঐশ্বৰ্য্য বিভূতিৰে মণ্ডিত আছিল। পাছে হাতীৰ উপদ্ৰৱৰ কাৰণে প্ৰাণহৰিদেৱে তাক হোহোঁকাই নি চকুৰাখানাত পুখুৰী, কুঁৱা, মণিকূট, নামঘৰ, হাটী-বাটী, ৰাজ-আলি সকলো পৰিপাটি লগাই এখন চালে চকুৰোৱা সত্ৰ নিৰ্ম্মাণ কৰালে। চৰিতকাৰে লিখিছে—"হাবুঙ দেশত, দ্বিতি আউনীআটী, অধিকাৰী প্ৰাণহৰি।" ১৬৭২ শকত সত্ৰৰ ঘাইজনা ডেকা অধিকাৰ জয়কৃষ্ণদেৱৰ অকাল মৃত্যুত প্ৰাণহৰি-দেৱ আউনীআটীৰ ডেকা অধিকাৰ হ'ল। তেওঁৱেই হৰিদেৱৰ অন্ন সিদ্ধ কৰি দিছিল। দহবছৰকাল ডেকা অধিকাৰ হৈ থকাৰ পাছত ১৬৮২ শকত হৰিদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছত ১৬৮২ শকত অধিকাৰ পদত অভিষিক্ত হয়। ভতিজাক গোবিন্দদেৱক ডেকা অধিকাৰ পাতিলে। প্ৰাণহৰিদেৱে চলাজনাৰ শ্ৰাদ্ধ-শান্তি হৈ যোৱাৰ পাছত ভতিজাক লক্ষ্মীপতি আৰু শ্ৰীনাথক ভকত কিছু আৰু বৈৰাগী জনদিয়েক লগত দি তেওঁৰ অস্থি গয়া গঙ্গাদি তীৰ্থত লগাবৰ কাৰণে ভাটীলৈ পঠিয়ালে। বৰাগীৰ লগত যোৱাসকলে মাজে মাজে হেনো বাটত বৰাগীৰ বেশ ধৰি যাব লগা হৈছিল। সেই কাৰণে উভতি অহাৰ পাছত তেওঁলোক বৰাগী বুলি খ্যাত হৈছিল। তীৰ্থৰপৰা উভতি অহাৰ পাছৰপৰা লক্ষ্মীপতিক 'বৰাগীজনা' বুলি সত্ৰৰ লোকে কথা-বতৰাত উল্লেখ কৰিবলৈ ধৰিলে। শ্ৰীনাথ বোলাজনে এই নাম নাপালে, কাৰণ তেওঁ বিবাহ কৰাই গৃহী হৈ পহুমৰাত থাকিলগৈ।

প্ৰাণহৰিদেৱৰ ভতিজাকসকলৰ ভিতৰত জ্যেষ্ঠ গোবিন্দদেৱ ডেকা অধি-কাৰ হ'ল, চক্ৰপাণি দেৱেৰপাৰত থাকিল, লক্ষ্মীপতি গোবিন্দপুৰত। লক্ষ্মী-নাথ কাড়িগাওঁ ( কাণ্ডিগ্ৰাম ) সত্ৰত ৰ'ল। শ্ৰীনাথ আশ্ৰমী হৈ পহুমৰাত

থাকিল। প্ৰাণনাথ আৰু পদ্মপাণি ছাত্ৰশালত পঢ়ি থাকিল। এই মতে হৰিদেৱৰ দিনত প্ৰৱৰ্ত্তিত ৰীতিমতে ভিন্ ভিন্ পাখী-সত্ৰত ডেকাসকল ভিয়ে ভিয়ে ৰ'ল।

অলপ দিনৰ পাছতে ৰাজেশ্বৰসিংহ স্বৰ্গদেউ সোৱনশিৰিৰ পাৰত বাহৰ কৰি আছিলহি; তাতে ডেকাসকল আৰু ভক্ত-সমন্বিতে প্ৰাণহৰিদেৱ প্ৰভুৱে ৰজাক পূৰ্ব্বাপৰ ৰীতি অনুসৰি নিৰ্ম্মালি দি আশীৰ্ব্বাদ দিয়েগৈ।

লক্ষ্মীসিংহ স্বৰ্গদেৱে বচাৰ কছাৰিবিলাক অভকতীয়া হৈ থকা দেখি তেওঁবিলাকক ভকতীয়া কৰাৰ প্ৰয়োজন বোধ কৰিলে। সেই মৰ্ম্মে এজন দূত পঠাই প্ৰাণহৰিদেৱলৈ বাৰ্ত্তা পঠালে বোলে বচা অঞ্চলত বহুত অভকতীয়া লোক এতিয়াও আছে। বাপুৱে গৈ সেইসকলক শৰণীয়া কৰিব লাগে। ৰজাৰ ইচ্ছা অনুসৰি প্ৰাণহৰিদেৱ সদলবলে গৈ সেই ঠাই পালেগৈ। তাত থকা কছাৰি প্ৰভৃতি লোকক বালক, যুবা, বৃদ্ধ সকলোকে শৰণ দি সেইসবক বস্ত্ৰ আৰু মিঠৈ দি আনন্দ বঢ়ালে। সিসকলেও—

গুচাইলা অশুচি দ্ৰব্য পাতিলা[1] পেলাইলা।
পিন্ধিয়া নিৰ্ম্মাল্য শিৰে তিলক ধৰিলা॥
অভকত হুয়া তাত নৰহিল কেৱ।
আসিলা তথাৰ পৰা প্ৰাণহৰি দেৱ॥ প্ৰাণহৰিদেৱ চৰিত, ২২০

ইয়াৰ পাছত বকতা, টকৌবাৰী, লাখটকা চহৰ আদি বিভিন্ন ঠাইত চহৰ ফুৰি ধাই আলিৰ কাষত এটি পুষ্কৰিণী খনালে। হালধিআটী গাঁৱৰ এজন ব্ৰাহ্মণে প্ৰভুক গৃহাগত কৰাৰ কামনাৰে বাহৰ সজাই প্ৰভুত প্ৰাৰ্থনা জনালেহি। প্ৰাৰ্থনাত সদয় হৈ প্ৰভু বচা অঞ্চলৰপৰা হালধিআটীলৈ গ'ল; তাতে কেইদিনমান থাকিল। দূৰ-দূৰণিৰপৰা প্ৰজাসকল আহি হলধিআটীতে প্ৰভুক সেৱা কৰিলেহি। হালধিআটীৰ এজন বিপ্ৰৰ কথাতে যে প্ৰাণহৰিদেৱ তেওঁ সজাই দিয়া বাহৰলৈ যাবলৈ ওলাল ইয়াৰো কাৰণ আছে। পূৰ্ব্বে এই হালধিআটীতে নৰিয়া ৰজাদেৱে নিৰঞ্জনদেৱক আৰু গোবিন্দ ঠাকুৰক নি যজ্ঞ কৰাইছিল। সেই দিনৰপৰা হালধিআটী আউনিআটী সত্ৰৰ কাৰণে পৱিত্ৰস্মৃতিবিজড়িত পুণ্যস্থান আছিল। তাৰ ব্ৰাহ্মণসকলো আউনীআটীৰ প্ৰধান সত্ৰৰ প্ৰাচীন সেৱক আছিল।

---

১ পাতিলা—বন্ধনৰ আহিলা, চক

সেইসময়ত গোবিন্দপুৰ সত্ৰত বৰাঙ্গীজনা ডেকা লক্ষ্মীপতিদেৱ আছিল। হাবধিআটীয়ে মহা বুলি জানি লক্ষ্মীপতিদেৱে প্ৰভুক এবাৰ গোবিন্দপুৰত পদাৰ্পণ কৰি যাবলৈ অনুৰোধ কৰিলে। সেই অনুৰোধ ৰক্ষা কৰি প্ৰভু গোবিন্দপুৰ সত্ৰলৈ আহি অলপ দিন থাকিল। বাটত আহোঁতে কেবা ঠাইতো ৰৈ আহিছিল। গোবিন্দপুৰৰপৰা কুণ্ডপুৰ সত্ৰলৈ গ'ল; ত'ৰপৰা ঘূৰি আহি গোবিন্দপুৰত দিনচেৰেক থাকি কাড়িগাওঁ সত্ৰলৈ গ'ল। গোবিন্দপুৰ সত্ৰৰ শোভা আৰু সুচাৰু পৰিচালনা দেখি বৰাঙ্গীজনা ডেকা লক্ষ্মীপতিক বিস্তৰ প্ৰশংসা কৰিলে।

এই যাত্ৰাতে কাড়িগাওঁ সত্ৰতো সোমাই তাত এক মহোৎসৱ পাতিলে। এই মহোৎসৱৰ সময়তে কাড়িগাওঁ সত্ৰৰ নতুন নামকৰণ কৰি বিষ্ণুপুৰ নাম থলে। তেতিয়াৰপৰা এই সত্ৰ বিষ্ণুপুৰ নামে জনাজাত হ'ল।

লক্ষ্মীসিংহ স্বৰ্গদেৱে ৰুদ্ৰসাগৰ পুখুৰী উছৰ্গালৈ চাৰিও সত্ৰৰ অধিকাৰসকল আৰু আন মহন্তসকলকো আমন্ত্ৰণ কৰিছিল। সেই সুযোগতে স্বৰ্গদেৱে ভাগৱত শুনিবলৈ ইচ্ছা কৰাত আউনীআটীৰ বিদ্যাবাগীশ ভাগৱতীয়ে ভাগৱত ব্যাখ্যা কৰি শুনালে। এইজনা বাগীশ বিদগ্ধ পণ্ডিত, আৰু কথাকুশল ভাগৱত ব্যাখ্যাকাৰ আছিল।

ভাগৱত শুনিলন্ত ৰঙ্গে নৰদেৱ।
বিদ্যাবাগীশৰ সম নাহিকে বিদগ্ধ॥
শুনিয়া পণ্ডিত মানে ভৈলেক তবধ॥

(প্ৰাণহৰিদেৱ চৰিত ২০৫)

এইজনা বিদ্যাবাগীশৰ কথা চৰিতকাৰে স্থানান্তৰত বৰ উচ্চ বাক্যে প্ৰশংসা কৰিছে— বৃহস্পতি সম বিদ্যাবাগীশ পণ্ডিত।
যাহাৰ সমান কেহো নাহিকে পণ্ডিত॥

এই বিদ্যাবাগীশৰ কথা আন ঠাইত আৰু কোৱা হব। প্ৰাণহৰিদেৱে নিজে শাৰীৰিক ভাবে অপাৰগ হোৱাত সত্ৰৰ ভাগৱত পাঠৰ ভাৰ এওঁৰ ওপৰত দিছিল। এইজনা অধিকাৰৰ দিনৰপৰাই ভাগৱত পাঠৰ বাব ভাগৱতীজনে পালে। তেওঁ বিদ্যাবাগীশ আছিল বাবে সত্ৰৰ ভাগৱতীজনক আজিও বাগীশ বোলা হয়।

ৰুদ্ৰসাগৰ উছৰ্গাৰ অলপ দিন পাছতে প্ৰাণহৰি প্ৰভুৰ দ্বিতীয় ভতিজাক চক্ৰপাণিদেৱ অসুস্থ হৈ পৰিল। এওঁ ঢেবেৰাগুৰি সত্ৰৰ ভাৰপ্ৰাপ্ত

হৈ আছিল। অসুখ টান হোৱাত তেওঁৰ চিকিৎসাৰ কাৰণে ৰংপুৰলৈ লৈ যোৱা হ'ল। দুৰ্ভাগ্যৰ কথা, অসুখ ভাল নহ'ল, তেওঁ ৰংপুৰতে দেহা এৰিলে। লগত যোৱা প্ৰাণনাথেই তেওঁৰ শেষ কৰ্ম্ম কৰিলে। দেৱেবাপাৰ সত্ৰৰ দায়িত্ব প্ৰাণনাথৰ ওপৰত পৰিল।

এওঁৰ দিনতে ১৬৯১ শকত মোৱামৰীয়া বিপ্লৱৰ প্ৰথম সংহাৰী শিখাই সত্ৰকো ছুলেহি। এই যাত্ৰাত ৮০০০ টকা লৈয়ে ক্ষান্ত হৈছিল।

এওঁৰ দিনতে লক্ষ্মীসিংহ মহাৰাজ স্বৰ্গী হোৱাত তেওঁৰ পুতেক গৌৰীনাথ সিংহ ৰজা হ'ল। ঠায়ে ঠায়ে দূত পঠাই স্বৰ্গদেউ গৌৰীনাথে পূৰ্ব্বৰ ধাৰাৰে মহন্ত-সকলক আনি সভা মহোৎসৱ পাতিলে। তালৈ এটাই কেউখন পাখীসত্ৰৰ ডেকা কেইজনে সৈতে প্ৰাণহৰিদেৱো গৈছিল। এই সভা সাতদিন হৈছিল। এই কেইদিন প্ৰভু ৰংপুৰত বিশেষভাবে সজোৱা বাহৰত আছিল। তাৰপৰা উলটি আহি চাৰিমাহমানহে সত্ৰত আছিল। এনেতে প্ৰভু আকৌ ৰংপুৰলৈ যাব লগা হ'ল, লগতে গ'ল বৰজনা ডেকা গোবিন্দপুৰৰ লক্ষ্মীপতি। ৰংপুৰত বঙালশালত থকাৰ বাহৰ কৰি দিয়া হৈছিল। এনেতে দিখৌৱে দেশ বুৰালে। চাৰিওফালে পানীয়ে একাকাৰ কৰিলে, কিন্তু সকলোৱে দেখি বিস্ময় মানিলে যে প্ৰভু থকা ঠাইখিনি সমূলি নবুৰাকৈ থাকিল। দিখৌৱে অনুগ্ৰহ কৰিলে সঁচা কিন্তু কালে অনুগ্ৰহ নেদেখুৱালে। সেই ঠাইতে উৎকট নৰিয়া পৰি বৰজনা ডেকা গোবিন্দদেৱ হানি হ'ল। গোবিন্দপুৰীয়া বৰাগীজনাই (লক্ষ্মীপতি) অন্ত্যেষ্টিক্ৰিয়া কৰিলে।

সত্ৰলৈ উভতি অহাৰ পাছত লক্ষ্মীপতিদেৱক ডেকাপদ দিলে আৰু লক্ষ্মীনাথ-দেৱক গোবিন্দপুৰীয়া বাব দিলে। এনেতে কুণ্ডিলৰপৰা এদল লোক আহি সত্ৰত উপস্থিত হ'ল। অধিকাৰ প্ৰভু বহুতদিন কুণ্ডিলৰ শিষ্যসকলৰ তালৈ যোৱা নাই। কুণ্ডিলবাসীৰ মনত অসন্তোষ। এতেকে প্ৰভু এবাৰ কুণ্ডিললৈ যাব লাগে—এই বুলি নানা কাকুতি মিনতি কৰিবলৈ ধৰিলে। দূৰণীয়া শিষ্যসকলৰ কাতৰ প্ৰাৰ্থনা এৰাব নোৱাৰি বয়সৰ হেচাকো নগণি প্ৰভু প্ৰাণহৰি যাবলৈ ওলাল আৰু ৰজাত এই ইচ্ছাৰ কথা জনালে। স্বৰ্গদেউ গৌৰীনাথে বহুত ভাবি-চিন্তি নিষেধ কৰিলে। তাৰ কাৰণ প্ৰভুৰ বয়স তেতিয়া আশীৰ ওচৰা-ওচৰি। তাতে মোৱামৰীয়াৰ বিঘাত দেখাত শান্ত হৈ আছিল যদিও সেইবোৰে যে দৰক লৈহে আছিল এই কথা ৰজাই বুজিছিল। সেইদেখি প্ৰভুৰ যোৱাষাৰ ৰজাই ভাল নুবুলিলে। যদি যাবই লাগে তেনেহলে ডেকাজনাকে (বৰাগী-

জনাকে) পঠোৱা হওক বুলি ৰজাই বাৰ্ত্তা পঠালে। প্ৰভুৱে বৰাগীজনাক যাবলৈ দিবলৈ ইচ্ছা কৰা নাছিল। তাৰ পৰিবৰ্ত্তে সকলোৱে লগত আলচি গোবিন্দ-পুৰীয়া লক্ষ্মীনাথকে যাবলৈ কলে। কিন্তু বৰাগীজনা আগৰেপৰা দেশ-বিদেশ ফুৰা গোসাঁই ডেকা। কুণ্ডিললৈ যাব লাগে শুনি উৰুলীকৃত হ'ল। প্ৰভুৱে আজ্ঞা দিলে হয়, কিন্তু সৰ্ব্বান্তঃকৰণে নহয়। প্ৰভুৱে খেদ কৰি কৈছিল—

> আমাক লাগয় যাক নযায় সিজন।
> এহি বুলি মৌন ভৈলা শুবুলি বচন॥
> ঈশ্বৰ ইচ্ছাক জানি দিলন্ত বিদায়।
> চলি গৈলা লক্ষ্মীপতি আনন্দ বধাই॥

(বলোৰাম কৃত প্ৰাণহৰি চৰিত, ২৫০-৫১)

লক্ষ্মীপতি সমদলে গৈ সদিয়া পালে। সদিয়াবাসীয়ে, বিশেষকৈ সোণোৱাল-সকলে জুমে জুমে শৰণ ললে। তাতে কিছুদিন থাকি উজাই গৈ কুণ্ডিলত থাকিলে। তাতে বৰাগীজনা ডেকা প্ৰভুৰ অলপদিনীয়া অসুখতে লোকান্তৰ ঘটিল। ৰাম গুৱাকটা নামৰ এজন ভকতে দাহকৰ্ম্ম আৰু তিনিদিনলৈকে পিণ্ড দিলে। বাকীসকলে তিনিদিনে আহি সত্ৰত দুখৰ বতৰা কলে। চতুৰ্থাৰ কাৰ্য্য সত্ৰত লক্ষ্মীনাথদেৱে কৰিলে। লক্ষ্মীপতিৰ মৃত্যুত প্ৰাণহৰি প্ৰভুৰ দিনৰ দ্বিতীয়জনা নিৰ্ম্মালি দিয়া ডেকাই ইহলোক ত্যাগ কৰিলে। গোবিন্দপুৰীয়া লক্ষ্মীনাথদেৱ ডেকা অধিকাৰ হ'ল। কুণ্ডিলত যি ঠাইত বৰাগী-জনা ডেকাক দাহ কৰা হৈছিল সেই ঠাই আজিও বৰাগীথান নামে প্ৰসিদ্ধ[২]। তাত সণোৱাল সম্প্ৰদায়ৰ আউনীআটীয় সত্ৰই পতা এজন মেধি থাকে। প্ৰাণ-হৰিদেৱেই বিভ্ৰাটৰ সময়ত লুপ্তপ্ৰায় মায়ামৰা সত্ৰখন আউনীআটীৰ সত্ৰৰ-পৰাই মাজুলীৰ অগ্নিচাপৰিত নামঘৰ মণিকূট কৰাই পুনঃ নিৰ্ম্মাণ কৰাই দিছিল।

প্ৰাণহৰিদেৱৰ বয়স আশী বছৰ আঠ মাহ হ'ল। দেশতো নানা উৎপাত অথন্তৰ মিলিল। এদিন ভকতসকলক মাতি আনি কলে—"আমাৰ কাল হ'ল বুলি জানিবা, বয়স আশীৰ ওপৰ হ'ল, তথাপি এই গুৰুভাৰ বহন কৰি আছো। সম্প্ৰতি শৰীৰত শক্তি নাই কেনেকৈ এই ধৰ্ম্ম অবিচ্ছিন্নে প্ৰৱৰ্ত্তাবলৈ সমৰ্থ হম।"

২ পূৰ্ব্বে কেশৱদেৱৰ যিঠাইত আছিল তাতে এই বৰাগী লক্ষ্মীপতিৰ পৰলোক হোৱাত তাৰ নাম এতিয়াও বৰাগীমঠ বুলি অভিহিত হৈ আছে।

এইবুলি ভকতসকলৰ পৰামৰ্শ মতে সেই দিনাৰপৰা নিজৰ অন্নমুঠি নিজে ৰান্ধি-বলৈ এৰি ভতিজাক প্ৰাণনাথক সেই ভাৰ দিলে। শাওণ মাহ পৰাৰ লগে লগে এদিন ভকতসকলক মাতি আনি সবাৰে সমুখত লক্ষ্মীনাথদেৱক অধিকাৰ নিৰ্ম্মালি দি কালক মাথোন অপেক্ষি ৰ'ল।

এইদৰে থাকোঁতেই অসুস্থ বোধ কৰিলে। অন্ন-পান এৰি কেৱল গঙ্গাজল মাত্ৰ পান কৰিবলৈ ধৰিলে। অসুখৰ কথা শুনি দক্ষিণপাট আৰু গড়মূৰৰ প্ৰভু দুজনাই আৰু আন বহুতে চাই গ'লহি। দুদিনমান জ্বৰ হ'ল। ১৭০৭ শকৰ শাওণৰ ২০ দিন যোৱাত কৃষ্ণা ত্ৰয়োদশীৰ দিনা ২ প্ৰহৰ ছয় দণ্ড মিলোঁতে প্ৰভুক অন্তৰ্জল স্থানলৈ নিয়া হ'ল। হৰিধ্বনি আৰু বাদ্যভাণ্ডই দশোদিশ মুখৰিত কৰিলে। মৃত্যুমঙ্গলৰূপে অনেক তীৰ্থৰ জল, দ্ৰব্য স্পৰ্শ কৰোৱা হ'ল, মুখ্য ভক্তসকলে বট-পটৰ ছাঁয়া দিলে, জগন্নাথৰ পট দৰশালে, কৃষ্ণ-নাম লিখা দিব্যবস্ত্ৰ গাত দিলে, গীতাসহস্ৰনাম হৃদয়ত থলে, শিৰত শালগ্ৰাম আৰু তুলসীৰ মালা ৰাখিলে, হাতত ধাইফল অশ্বত্থ আদি দিলে। বেদমন্ত্ৰ, গীতা আৰু ভাগৱত পাঠৰ গম্ভীৰ ধ্বনিৰ মাজত কৃষ্ণ কৃষ্ণ নাম স্মৰি প্ৰভুৱে দিব্যধামলৈ গতি কৰিলে।

প্ৰাণহৰিদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ বাতৰি শুনি স্বৰ্গদেউ গৌৰীসিংহই শ্ৰাদ্ধৰ অৰ্থে বহু দ্ৰব্যসম্ভাৰ দি নাওশলীয়া ফুকন আৰু খঙ্গীয়া ফুকনক সত্ৰলৈ পঠালে। আনো বহুত ডা-ডাঙৰীয়া আহি সত্ৰত উপস্থিত হ'ল। দক্ষিণপাট, গড়মূৰ, কুৰুৱাবাহী, ডিফলুকে আদি কৰি সকলো সত্ৰৰ সন্ত-মহন্ত ইজনৰ পাছত সিজনকৈ যথাৰীতি আহি পালে। সকলোকে ভিনে ভিনে যথাযোগ্য বাসাঘৰ দিয়া হ'ল। সত্ৰ দিব্যপুৰীত পৰিণত হ'ল।

একাদশীৰ শ্ৰাদ্ধৰ অন্তত গোবিন্দগৃহত সভা হ'ল। খঙ্গীয়া ফুকনে ৰাজ-আজ্ঞা শুনালে। সকলো সন্ত-মহন্তই আৰু ভক্তবৃন্দই আনন্দিত হৈ ভাল বুলি শলাগিলে। যথাৰীতি অধিকাৰৰ শান্তি নিৰ্ম্মালি লৈ শ্ৰীশ্ৰীলক্ষ্মীনাথদেৱ প্ৰভু আউনীআটীৰ সপ্তমজনা অধিকাৰৰূপে ধৰ্ম্মাসনত অধিষ্ঠিত হ'ল।

## চৰিত্ৰ আৰু কৃতিত্ব

প্ৰাণহৰিদেৱ অধিকাৰৰ দিনতে সত্ৰত ভকত-বৈষ্ণৱৰ সংখ্যাও সৰ্ব্বোচ্চ আছিল। চৰিতকাৰ বলোদলৈয়ে সংখ্যা দি কৈছে—

দুই যে সহস্ৰ ভক্ত আৰু চাৰিশত।
চাৰিহাটী সমে এই জানা স্বৰূপত॥ (পদ ১১৫)

চৰিতকাৰৰ এই সংখ্যাটো অতিৰঞ্জন নহয়, অতিৰঞ্জন কৰাৰ কাৰণো নাই। বিশেষকৈ ৰুদ্ৰসিংহ স্বৰ্গদেউৰ দিনৰপৰা স্বৰ্গদেউ ৰাজেশ্বৰসিংহৰ দিনলৈকে এইছোৱা কাল অসমৰ বুৰঞ্জীৰ মুধা-ফুটা কাল; শান্তি সমৃদ্ধিৰে স্মৰণীয় যুগ। তাতে স্বৰ্গদেউসকলৰ নিষ্ঠাময় পোষকতাই সত্ৰবোৰক বহুপ্ৰকাৰ সুযোগ দান কৰিছিল। এনে এটা জয়-জয় ময়-ময় যুগত যদি আঢ়ৈ হেজাৰ ভক্তৰ সমৰোল হৰিনামৰ স্নিগ্ধগম্ভীৰ ধ্বনিয়ে আউনীআটী সত্ৰৰ চৌদিশ ছুতি অমৰাৱতী যেন কৰিছিল তাত আচৰিত হবলগীয়া একো নাই।

প্ৰাণহৰিদেৱৰ দিনৰ সত্ৰৰ আৰ্জা সম্বন্ধেও চৰিতকাৰৰ বিবৰণ মোহনীয়, তাৰ একাংশ উদ্ধৃতিয়েই পূৰ্ণ চিত্ৰ এটা দাঙি ধৰিবলৈ পৰ্য্যাপ্ত হ'ব।

গোবিন্দৰ গৃহ নাম মন্দিৰ প্ৰধান।
বৈকুণ্ঠত ভক্তসমে যেহেন বিমান॥
তাহাৰ উত্তৰ পাৰ্শ্বে অধিকাৰী ঘৰ।
দেৱৰ বিমান যেন অতি ৰুচিকৰ॥
তাৰ পশ্চিমত ধন ভাণ্ডাৰ আছয়।
তাৰ পাছে তণ্ডুল ভাণ্ডাৰ বিৰাজয়॥
কুবেৰৰ নিধি যেন সীমা সংখ্যা নাই।
গোবিন্দৰ ঐশ্বৰ্য্যৰ জানা সেহি প্ৰায়॥
চাৰিদিশে চাৰিহাটী যেহেন পৰ্ব্বত।
সাৰশেযে কৈবে কোনে কতেক ভকত॥

মধ্যস্থানে দীঘি-পুষ্কৰিণী পুষ্পবাড়ী।
কূপসৰ আছে কত কহিতে নাপাৰি॥
দুই বাট গৃহ দীৰ্ঘ আলি গিৰিসম।
ভয়ঙ্কৰ চাৰি গড় বংশ নিৰূপম॥
পূৰ্ব্বদিশে গড়ৰ ভিতৰে চাৰি কোষ।
শত্ৰুৰ বিষাদ দেখি মিত্ৰৰ সন্তোষ॥
উত্তৰ হাটীৰ পাছে ভাণ্ডাৰ দুতয়।
ভাগৱত আদি নানা দ্ৰব্য সমস্তয়॥
নৌকাশাল কত আছে নাজানি অলেখ।
দিব্য নৌকা আছে কত কহিবে অসংখ্য॥ (পদ ১৩৬-১৪১)

ইয়াত বৰ্ণিত সত্ৰৰ আৰ্জা মূলতে আজিও একে থাকিলেও স্থানবিশেষে লৰচৰ বা হ্রাস হৈছে। উত্তৰহাটীৰ পিছত ভাগৱতাদি পুস্তকভাণ্ডাগাৰ আজি বেলেগ নাই। নৌকাশাল বুলিবলৈকো আচুতীয়া স্থান সম্প্ৰতি নাই। দীৰ্ঘ পুষ্কৰিণী আছে যদিও পূৰ্ব্বৰ দৰে মধ্যস্থলত নাই। কিন্তু চাৰিওফালে পুষ্কৰিণী সদৃশ দীৰ্ঘ জলাধাৰ আছে।

হৰিদেৱ প্ৰভুৰ দিনতে পুৰাণ, স্মৃতি, ব্যাকৰণ, সংহিতা ( স্মৃতি ) আদি বিভিন্ন শাস্ত্ৰবিলাক নকল কৰাইছিল আৰু ভকত-বৈষ্ণৱসকলক পঢ়িবলৈ নানা প্ৰকাৰে উদগণি দিছিল। এই শাস্ত্ৰবিলাকৰ সংৰক্ষণ আৰু সদুপযোগৰ সুবিধাৰ কাৰণেই সম্ভৱতঃ উত্তৰহাটীৰ কাষতে পুথি-ভঁড়ালৰ বেলেগ ঘৰ এটাও আছিল। হাটীৰ 'পাছ' বোলোতে বোধহয় পিছফালে নহয়, উত্তৰহাটীৰ কাষতে ধনভঁড়ালৰ পিছফালেও হব পাৰে। সত্ৰৰ ডেকাজনাৰ বহা সদায় উত্তৰহাটীত থাকে। গ্ৰন্থ-ভাণ্ডাগাৰৰ ভাৰ হয়তো ডেকাজনাৰ ওপৰত আছিল এনেও হব পাৰে।

এওঁৰ দিনৰ বাগীশগৰাকীৰ পাণ্ডিত্যৰ কথা আগতে উন্নুকিওৱা হৈছে। বুৰঞ্জীৰ মতে মোৱামৰীয়াৰ হাতত তেওঁ লাঞ্ছিত হ'ব লগাও হৈছিল। এই বিদ্যাবাগীশজনাই হৰনাথ সেনাপতি ফুকনৰ অনুৰোধত নীতি-লতাঙ্কুৰ গ্ৰন্থৰ সংকলন আৰু তাৰ অসমীয়া গদ্যানুবাদ ৰচনা কৰিছিল। পুৰণি অসমীয়া সাহিত্যত এইখন প্ৰথম ৰাজনীতিৰ গ্ৰন্থ।

প্ৰাণহৰিদেৱে ২৫ বছৰ কাল সত্ৰৰ ধৰ্ম্মপীঠ অলংকৃত কৰিছিল। তাৰ আগতে দহ বছৰ কাল ডেকা পদৰ দায়িত্ব বহন কৰি আছিল। এই ৩৫ বছৰ কালৰ শেহৰ ফালটো সুযাপ্য আছিল বুলি কব নোৱাৰি। তিনিজনকৈ ডেকা গোস্বামী ইজনৰ পাছত সিজনকৈ তেওঁৰ চকুৰ আগতে হানি হ'ল। মোৱামৰীয়াৰ উপদ্ৰৱৰ প্ৰথম হেঁচাটো এওঁৰ দিনতে আহিছিল ; সেইযাত্ৰাত কথমপি সত্ৰখন ৰ'ল কিন্তু ধন-মান নৰ'ল। তথাপি ধৈৰ্য্য আৰু সাহসেৰে সত্ৰৰ ধৰ্ম্ম-কৰ্ম্ম, প্ৰচাৰ, সুযশ সমূলি শিথিল নোহোৱাকৈ বৃদ্ধবয়সলৈকে বৰ্ত্তাই ৰাখিছিল। অশেষ ধৈৰ্য্যশীল আৰু স্থিৰ চিত্তৰ লোক নহ'লে এনে অৱস্থাত দোঁ খাব লগা হয়, প্ৰাণহৰিদেৱ হোৱা নাছিল। এইজনা অধিকাৰ স্বভাৱতে মৃদু প্ৰকৃতিৰ আছিল, কাৰো প্ৰতি কঠোৰ হব নোৱাৰিছিল। এই বিষয়ত তেওঁ আগৰজনা অধিকাৰ হৰিদেৱ গোসাঁইৰ বিপৰীত আছিল। হৰিদেৱ যদি সূৰ্য্য, প্ৰাণহৰিদেৱ চন্দ্ৰ। আউনীআটী সত্ৰত এই অনুক্ৰমটো পাছলৈকো বাগৰি আছিল।

---

# চতুৰ্থ খণ্ড

( বিপত্তি-কাল, ১৭০৭-১৭৬০ শক )

শ্ৰীশ্ৰীলক্ষ্মীনাথদেৱ
শ্ৰীশ্ৰীপদ্মপাণিদেৱ
শ্ৰীশ্ৰীলক্ষ্মীৰামদেৱ
শ্ৰীশ্ৰীকুশৰামদেৱ

## দশম অধ্যায়

# শ্ৰীশ্ৰীলক্ষ্মীনাথদেৱ ( শক ১৭০৭—১৭২৬ )

লক্ষ্মীনাথ, জয়হৰিদেৱ আৰু লীলাৱতীদেৱীৰ চতুৰ্থ পুত্ৰ। ৯ বছৰ বয়সত উপনয়ন হয়। উপনয়নৰ সময়ত দণ্ড, ছত্ৰ, কমণ্ডলু লৈ মাকৰপৰা গুৰুক ( অৰ্থাৎ পিতৃ জয়হৰিক ) দিলেহি। পিতৃজনাই সুধিলে "তোমাক কি বস্তু লাগে কোৱা" লক্ষ্মীনাথে হেনো কৈছিল—"মহাধৰ্ম্ম ভাগৱত লাগে।" বৰদেউতাক হৰিদেৱ প্ৰভুৱে উপনয়নৰ পাছত 'খৰ্গ' উপাধ্যায়ৰ তাত পঢ়িবলৈ পঠালে। উপাধ্যায়ৰ গুৰিত ব্যাকৰণ আদি প্ৰয়োজনীয় শাস্ত্ৰ পঢ়াৰ পাছত সত্ৰলৈ আনি দশৰথ নামৰ তুৰলীয়া ভাগৱতী এজনাৰ ওচৰত ভাগৱত অভ্যাস কৰাইছিল। ছাত্ৰশালত থাকোঁতেই ৰঙা কৌট মাৰি সত্ৰলৈ আহোঁতে হৰিদেৱৰ কঠোৰ শাস্তি পাব লগা হৈছিল এইকথা আগতে উল্লেখ কৰা হৈছে। সকতেই প্ৰাণহৰিদেৱৰ চহৰ ফুৰা কালত এওঁ কেইবাবাৰো লগতে আছিল। এইদৰে নানাভাৱে প্ৰাণহৰিদেৱে শিক্ষা-দীক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল।

এবাৰ লক্ষ্মীনাথ কিবা সঞ্চিত ৰোগত ভুগিছিল, আৰু সত্ৰৰ চিকিৎসকৰ ক্ৰিয়াত একো ফল নধৰাত ভাটীৰ ফালে গ'ল। ইয়াৰ আগতে লক্ষ্মীপতিক ভাটীৰ ফালে লোকক শৰণ-ভজন দিয়াৰ অৰ্থে পঠিয়াইছিল। লক্ষ্মীনাথে শিলঘাটতে তেওঁক লগ পালে। তাতে দুয়োজন দুমাহমান আছিল। অসুখৰ কিছু আৰাম পোৱাত লক্ষ্মীপতি চাৰিদুৱাৰৰ ফালে গ'লগৈ। লক্ষ্মীনাথদেৱ কিছুদিন কাজলীমুখ, জাগী আদি ঠাইতো অলপ অলপ দিন আছিল। কাজলীমুখতে চাৰিবছৰ মান আছিল। সম্পূৰ্ণকৈ আৰোগ্য নোহোৱাত ভাল বৈদ্যৰ সন্ধানত গুৱাহাটীৰ ফালে যোৱাৰ মনস্থ কৰি প্ৰাণহৰি প্ৰভুক খবৰ দিলে। প্ৰভুৰ কথামতে গুৱাহাটীত ফুকনে সকলো প্ৰকাৰ সুবিধা কৰি দি মহাবৈদ্যসকলক চিকিৎসা কৰিবলৈ লগালে আৰু এওঁলোকৰ চিকিৎসাতে সুফল পালে। লক্ষ্মীনাথদেৱ সম্পূৰ্ণকৈ আৰোগ্য হ'ল আৰু সুস্থ হৈ অশ্বক্ৰান্তত আৰোগ্যস্নান কৰিলে। তাৰ অলপদিন পাছতে সত্ৰলৈ উলটিল। সত্ৰত অলপদিন থাকিয়েই কাড়িগাওঁ, লক্ষীমপুৰ, বাচকটা আদি ঠাইত চহৰ ফুৰি আছিল। প্ৰাণহৰিদেৱলৈ ৰজাৰ আহ্বান অহাত লক্ষ্মীনাথদেৱক ৪ মাহ

কাল সত্ৰতো থাকিব লগা হৈছিল। সেই সময়তে অপায় মিলিল। বৰজন ডেকাৰ হঠাতে ৰংপুৰতে পৰলোক হ'ল। লক্ষ্মীপতিদেৱ ডেকাপদত অধিষ্ঠিত হোৱাত লক্ষ্মীনাথক অধিকাৰে গোবিন্দপুৰত দিলে, প্ৰাণনাথক দেবেৰাপাৰত আৰু পদ্মপাণিদেৱক কাড়িগাৰঁত দিলে। শ্ৰীনাথ আশ্ৰমী হৈ পছমৰাত থাকিল। সদিয়াত চহৰ ফুৰিবলৈ গৈ লক্ষ্মীপতিৰ হঠাতে লোকান্তৰ হোৱাত গোবিন্দপুৰীয়া লক্ষ্মীনাথদেৱ ডেকা অধিকাৰ হ'ল; আৰু ১৭০৭ শকত প্ৰাণ-হৰিদেৱৰ বৈকুণ্ঠপ্ৰাপ্তিৰ পাছত লক্ষ্মীনাথদেৱে অধিকাৰৰ নিৰ্ম্মালি গ্ৰহণ কৰিলে। অধিকাৰৰ নিৰ্ম্মালি লোৱাৰ মাহেকৰ অন্তত লক্ষ্মীনাথদেৱ সমাৰম্ভে ৰাজসভালৈ গৈ স্বৰ্গদেউ গৌৰীনাথসিংহক আশীষ মালা পিন্ধালেগৈ। ৰজাই ভাগৱত শুনিবলৈ ইচ্ছা কৰাত বৰ-ভাগৱতীয়ে ভাগৱত শুনালে। তাৰ পাছত বাগীশ-দেৱে ব্যাখ্যা কৰিলে। তাৰ পাছত চ'ৰাত তিনি মুখ্য গোহাঁঞি প্ৰমুখে সকলোৱে সেৱা কৰি ৰূপ, বস্ত্ৰ, প্ৰণামী দিলে। সত্ৰলৈ উভতি আহি সত্ৰৰ উন্নতি সাধনত মনযোগ দিলে।

এনেদৰে ডেৰবছৰ কাল উকলিবলৈ কোনোমতে পালেহে, নল মৰি গজালি ওলোৱা মোৱামৰীয়াৰ মাৰণ আকৌ ব্যাপক হৈ পৰিল। ১৭০৯ শকত জাপৰিভিটাত ৰণ ওলাল বুলি স্বৰ্গদেৱে বাতৰি পালে। মোৱামৰীয়া ডফলা বহতীয়া ছয়ো মিলি দেশ ৰাজ্য ভাঙিবলৈ ধৰিলে। মোৱামৰীয়াৰ উৎপাত ক্ৰমে উত্তৰ পাৰলৈকো বিয়পিল। স্বৰ্গদেৱে সলাল গোহাঁই, মৰঙ্গীখোৱা, মিৰি সন্দিকৈৰ দিহিঙ্গীয়া ফুকন, চাওদাঙৰ বৰুৱা লেফেৰা এইসকলক গা মানুহে সৈতে ৰণলৈ পঠালে। এইসকলেও সৈন্যে সৈতে লৌহিত্য পাৰ হৈ তিনি-ঠাইত কোঠ মাৰিলেগৈ। মোৱামৰীয়াই ছল চক্ৰান্ত কৰি অসাজু অৱস্থাতে আক্ৰমণ কৰা যেন দেখি কোঠৰপৰা ৰাজকীয় সৈন্য যুজলৈ উলিয়াই দিলে। আমাৰ মানুহ হুহকি আহিল; দিহিঙ্গীয়া ফুকন, মৰঙ্গীখোৱা গোহাঁই ৰণত পৰিল। কোঠত যি আছিল সেইবিলাকো ভাগি পলাল। ৺দেৱে পাছত আকৌ নাওবৈচাই সৈতে তিনিজন ফুকনক গা মানুহে সৈতে ৰণলৈ দিলে। তেওঁলোকো লৌহিত্য পাৰ হৈ সোমদিৰি খৰাৰবৰি আদি ঠাইত কোঠ পাতি-লেগৈ। ইয়াতে নাওবৈচা ফুকনৰ নপৰীয়া হ'ল; তেওঁ স্বৰ্গদেৱলৈ জনাই যুদ্ধ নকৰি গুচি গ'ল। বাকী দুজনে স্বৰ্গদেৱলৈ ৰণ টান বুলি জনালে। স্বৰ্গদেৱে এইবাৰ কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁইক সসৈন্যে পঠালে। বৰপাত্ৰ গোহাঁই বহুত সৈন্যৰে লোহিত পাৰ হৈ কোঠ মাৰি ৰহিল। কিন্তু এই সকলো

আয়োজনো মৰণত শৰণ দিয়া উন্মত্ত মোৱামৰীয়াৰ ক্ৰোধাগ্নিত ইন্ধন হৈ পৰিল। ৰাজকীয় সৈন্যই সামান্য পৰাভৱতে যেনিয়ে তেনিয়ে বিভঙ্গে পলাল। ৰজাৰ নগৰ আৰু আশে পাশেও বিপ্লৱাগ্নি ছিটিকি পৰিল। বৰপাত্ৰ গোহাঁই লেফেৰা বৰুৱা এই সকলো সেই ফালেই লৰ ধৰিলে। মাজুলী আৰু উত্তৰ পাৰৰ সেই খণ্ড মোৱামৰীয়াই ফুকন বৰুৱা পাতি শাসন কৰিবলৈ আৰম্ভ কৰিলে। ৰজায়ো নগৰ এৰি গুৱাহাটীলৈ ভটিয়াই যোৱাৰ আলচ কৰিলে। গোসাঁইসকললৈকো কিছুদিনলৈ সত্ৰ এৰি থকাৰ আজ্ঞা দিলে।

এই অস্থিৰ পৰিস্থিতিৰ সময়তে এদিন মাজৰাতি দোলাকাষৰীয়া কাণকুৰীয়া লেফেৰা বৰুৱা আউনীআটী সত্ৰলৈ আহি প্ৰভু লক্ষ্মীনাথক জগালেহি। লেফেৰা বৰুৱাই ৰজাৰ নিৰ্দ্দেশ শুনাই ক'লে "জগন্নাথ, স্বৰ্গদেৱে প্ৰভুৰ মৰমত হে মোক প্ৰভুৰ ওচৰলৈ পঠাইছে, ৰজাৰ নগৰতো ৰিঙ্গাৰৱা লাগিছে, এইস্থান এৰি অন্য স্থানলৈকে প্ৰভু যাব লাগে—ৰজাই এই খৰতৰ বাণী পঠাইছে, ভাতৃসৱ আৰু গোবিন্দক লৈ ৰাত্ৰিভাগে অতি শীঘ্ৰে যোৱাই ভাল। এতিয়া সেৱাহে জনালোঁ।" প্ৰভুৱে লেফেৰাক আশীৰ্ব্বাদ কৰি বিদায় দি ভাই-ভতিজা কেইজন ৰাতিয়েই মতাই অনালে। লগত বাগীশ, বৰদেউৰী, বৰ আলধৰা প্ৰভৃতি পোন্ধৰজনমান মুখ্য ভক্ত লৈ ৰাতিয়েই নাৱত উঠিল আৰু মেঘাচ্ছন্ন ৰাতিৰ ঘোপমৰা অন্ধকাৰতো ভটীয়াই নাও মেলিলে। ৰাতি পুৱাবৰ সময়ত নাও গৈ দৰিয়া নদীৰ মুখ পালে। তাৰ ওচৰতে মধুমিশ্ৰৰ সত্ৰ আছিল। প্ৰভুৰ ইচ্ছা হ'ল, তাতে অলপ দিন থাকি কাৰ্য্যৰ ভাও বুজে ; আৰু ৰাজ্যৰনো গতি কেনে হয় তাকো চায়। পাছে বাগীশে সেই ঠাইত থকা ভাল নহব বুলি কলে আৰু লগৰীয়া ভকতসকলেও তাতে হয়ভৰ দিলে। প্ৰভুৱে তথাপি ৫ জন ভকতক তাৰপৰা গৈ সত্ৰৰ খা-খবৰ দিবলৈ আৰু ব্যৱহাৰৰ দ্ৰব্য কিছু আনিবলৈ পঠালে ভকত কিজন কিছুদুৰ গৈছিল, কিন্তু শত্ৰুৰ চকু এৰাই যাব পৰাৰ আশা নেদেখি উভতি আহিল। ছুজন ভকতে ওচৰৰ গাৱঁৰপৰাই কিছু দ্ৰব্য সংগ্ৰহ কৰি আনিলে। আকৌ নৌকা মেলি দিলে। এইবাৰ গৈ একেবাৰে ধনশিৰিত ৰ'লগৈ। এইখিনি যাত্ৰাত অনাহাৰ অনাটন ভোগ কৰি যাব লগা হৈছিল। যাওঁতে উজাই অহা নৌকাযাত্ৰীয়ে ভকতসকলৰ অৱস্থা দেখি নিজৰ ভাগৰে খাদ্যসামগ্ৰী কিছু দি গ'ল। এইদৰে মাজতে এসাঁজ কোনোমতে আধাপেটীকৈ হলেও খাইছিল। এনেকৈ ক্ষুধা আৰু চিন্তাত আতুৰ হৈ ভক্তসহ প্ৰভু বিশ্বনাথ পালেগৈ আৰু তাৰপৰাই কলীয়াবৰলৈ লোক পঠিয়াই শিষ্যবৰ্গক খবৰ দিয়ালে আৰু ছুইমুনি-

শিলাত নাও ৰখালেগৈ। ৰাইজে প্ৰভু অহা বাৰ্ত্তা পাই উপায়ন সহ সেৱা কৰিলেহি। কেবাদিনৰ মূৰত ইয়াতেহে প্ৰভু আৰু ভকতসকলে নিশ্চিন্ত হৈ এসাঁজ ভাত খাবলৈ পালে। ইয়াৰপৰাই কলীয়াবৰৰ বৰশ্ৰৰণি সত্ৰৰ মহন্তই প্ৰভুক নিজ সত্ৰলৈ আদৰি নিলেহি। কলীয়াবৰৰ লোকসকলেও ইয়াতে আহি দলে দলে সেৱা কৰিলে। ইয়াতে কৰ্হাল বৰুৱাই আহি বহুত সম্ভাৰ সহ সেৱা কৰিলে আৰু কৰ্হাল বৰুৱাৰ মুখে গম পালে যে মৰাণৰপৰা আঁতৰি থকাৰ যুক্তিৰে স্বৰ্গদেউ গৌৰীনাথ সিংহও ভটিয়াই গৈছে। কলীয়াবৰতে কিছুদিন থকাৰ কাৰণে কৰ্হাল বৰুৱা আৰু তাৰ প্ৰজাসকলৰ সনিৰ্ব্বন্ধকো এৰাই প্ৰভুৱে গুৱাহাটীলৈ যোৱাকে স্থিৰ কৰি কাজলীমুখত নাও ৰখালেহি। ইয়াতে মৰঙ্গী ৰাজখোৱাই বহুত সম্ভাৰ যোগালে। কাজলীমুখৰপৰা কোনো ঠাইতে বাস নকৰাকৈ গুৱাহাটীত প্ৰৱেশ কৰি তাৰ আমনি সত্ৰত থকা ভকতসকলক খবৰ দিলে। গগৈ বৰফুকন তেতিয়া গুৱাহাটীৰ বৰফুকন। প্ৰভু গৈ পোৱাৰ খবৰ পাই তেওঁ লৰালৰিকৈ বাহৰ সজাই দিলে। তাতে শ্ৰীনাথ, পদ্মপাণি আৰু ভক্তসকলে সৈতে লক্ষ্মীনাথ প্ৰভু উদ্বিগ্নচিত্তে বাস কৰি থাকিল। বৰফুকনে সপত্নীক সেৱা কৰিলেহি। পানীফুকনেও ইয়াতে পৰমাৰ্থ তত্ত্ব গ্ৰহণ কৰিলে।

ইপিনে সেই ৰহস্যময়ী ৰাতি পুৱালত সত্ৰৰ ভকতসকলে সাৰ পাই উঠি গম পালে ডেকাদ্বয় আৰু কিছু ভকতসহ গৰাকীজনা সেই ৰাতিয়েই কোনোৱা ফালে গ'ল। কলৈ গ'ল বা কেনি গ'ল কোনেও কব নোৱাৰি বিমোৰত পৰিল। এটাইবিলাকে গোট খাই আলচ কৰি গড়মুৰত কি হৈছে বা তাৰ কিবা সম্ভেদ তাৰ অধিকাৰ জনাই কব পাৰে নেকি সুধিবলৈ কিছুমান ভকত গড়মুৰলৈ গ'ল। গড়মুৰেও শুনি বৰ বেজাৰ পালে। ভকতসকলক খুৱাই বুৱাই ভকত পঠিয়াই মৰাণৰ নবনিযুক্ত ফুকনলৈ এই কথাৰ জান দিলে। মৰাণৰ ফুকনজন বুদ্ধিমন্ত চতুৰ লোক আছিল; তেওঁ চাৰিমাহ কাল সত্ৰ কেইখন বিঘিনি নোহোৱাকৈ কৌশলেৰে ৰক্ষা কৰিছিল। এনেতে এইজন ফুকনক মৰাণৰ নতুনকৈ হোৱা ৰজাই মাতি পঠিয়ালে। ফুকনেও গুপুতে কিবা সম্ভেদ পাই ভকতসকলক গোপ্য কৰি কলে বোলে "আমাৰ ৰজাই মাতিছে যেতিয়া গতি বৰ ভাল দেখা নাই। কিবা অথন্তৰ ঘটিব। এতেকে তোমালোকে পলাই হলেও সাৰিবলৈ যত্ন কৰাহে ভাল। মই ৰজাৰ আজ্ঞাত যাবলৈ ওলাইছোঁ।" এইবুলি মৰাণৰ ফুকন গ'লগৈ। ভকতসকলে গোবিন্দক নি আন ঠাইত থোৱাৰ বাহিৰে আন একো সতৰ্কতা অৱলম্বন নকৰিলে।

শাওণ মাহ পৰিল, সত্ৰৰ চাৰিগড়ৰ বাহিৰত জলস্থল একাকাৰ হ'ল। শাওণৰ শুক্লা ত্ৰয়োদশীৰ দিনা মৰাণে হঠাতে আহি সত্ৰ বেঢ়ি ধৰিলে। ভকত-বৈষ্ণৱসকলে ভাবিছিল, ইমান পানী ভাঙি মৰাণ নাহিছে এখোন, কিন্তু মৰাণে যে দুকুল-ডকা পানীৰ সুৰিধা লৈ অতৰ্কিতে এনে দুষ্কাৰ্য্য কৰিব তেওঁলোকে ভাবিবই পৰা নাছিল। ভকতসকলৰ চুলিৰ আগে জীৰ গ'ল, তাৰ ভিতৰতে এজন সাহসী লক্ষীমপুৰীয়া বিপ্ৰ মৰাণৰ লগত কথা হবলৈ আগবাঢ়ি গ'ল, পিছে পিছে গ'ল গুৱাপান লৈ শম্ভু ধনভঁড়ালী। তেওঁবিলাকে ৰাঙলী চৰাত গৈ ঠগি আগ বঢ়াই মৰাণক আশ্বাসিবলৈ যত্ন কৰিলে। এই মান-সৎকাৰ পাই আৰু কাকুতি-মিনতি শুনি মৰাণৰ মন কোমলক চাৰি সিহঁত দুগুণে জ্বলিহে উঠিল। সেই দুজনকে পোনতে কাটিলে। মৰাণৰ মূৰ্ত্তি দেখি বাকীবিলাকৰ ভয়ত চূৰ্ত্তি হেৰাল, কোনোৱে পুখুৰীত জাপ দিলে, কিছুমান নামঘৰত দুৱাৰ মাৰি সোমাল। পুখুৰীত পৰাবোৰৰ ভালেমানক খুচি মাৰিলে। নামঘৰত সোমোৱা-বিলাকক মাৰিবলৈ নামঘৰতে জুই দিলে। পাছে নামঘৰত জুই ভালকৈ নালাগিল। তাকে দেখি ভাবিলে হেন্দু দেৱতাৰহে মহত্ব, এতেকে সেই মহত্ব নষ্ট কৰিবলৈ চুঙাত মূত্ৰ পুৰিষ ভৰাই নামঘৰত সিঁচি দিলে। চাৰিও ফালে জুই লগাই দিলে। অগ্নিয়ে এফালৰপৰা সকলোকে দহি নিবলৈ ধৰিলে, ধান-ভাণ্ডাৰ পুৰি ভস্ম কৰিলে। ভকত কিমান মৰিল, কিমান পলাই সাৰিল তাৰ লেখ দিবলৈ কোনো উপায় নাথাকিল। মৰাণে সত্ৰ সমূলে উচ্ছন্ন কৰিলে। যিবা কিছু লোক পলাই সাৰিল তেওঁবিলাকৰো বিলাই বিপত্তিৰ পাৰ নাছিল। তাৰে কেইজনমানে পলাই উৰাই নানা লেকাত ভুঞ্জি গুৱাহাটী ওলাইছিলগৈ আৰু লক্ষ্মীনাথদেৱক কান্দি কান্দি দুখৰ বতৰা জনাইছিলগৈ। এই বাৰ্ত্তা শুনি প্ৰভুৰ মূৰ্দ্ধাস্ফুট হোৱা যেন হ'ল, ভকতসকলো শোকত বিকল হ'ল। তথাপি ধৈৰ্য্য ধৰি নিত্যনৈমিত্তিক নিয়ম প্ৰবৰ্ত্তাই আমনি সত্ৰতে প্ৰভুৱে শুভদিনৰ আশাৰে দিন নিয়াবলৈ ধৰিলে।

এই অনুক্ৰমে মৰাণে মাজুলীৰ এটাই কেউখন প্ৰধান সত্ৰতে মাৰি কাটি জুই দি গোটেইখন তহিলং কৰিলে। দক্ষিণ-পটীয়া প্ৰভুৱে কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁইৰ পৰামৰ্শমতে দ্ৰব্য বস্তু যতনাই লৈ দিহিঙে পাৰ হৈ ৰংপুৰলৈ গ'ল। তাতে ভটীয়া বৰবৰাৰ কৃষ্ণৰামে গৃহস্থী সত্ৰৰো ল'ৰা-তিৰুতাসকল আনি প্ৰভুক বৰভঁড়ালত ৰাখিলেগৈ। প্ৰভু যোৱাৰ পাছত মটকে আহি নামঘৰ মণিকূট বৰভঁড়াল ভকতহাটী সকলোতে জুই লগাই বস্ত্ৰ-বস্তু সোপাকে সৰকালে। ভকত-

সকলো পলাই যাবিল ; বৰ-আলধৰাজন পলাব খোঁজোতেই পিছফালৰপৰা মৰা যাঠ এপাতে শালি পেলালে। ( বেণুধৰ শৰ্ম্মা 'দক্ষিণপাট সত্ৰ' ৬১ পৃঃ )।

গড়মূৰ সত্ৰই হ'লে বীৰত্বৰ সৈতে মোৱামৰীয়াৰ সম্মুখীন হৈছিল ; অকল বেণুধৰ শ্ৰীকৃষ্ণৰেই সেৱক হৈ নাথাকি প্ৰয়োজন হলে আপদে বিপদে যে চক্ৰধৰ শ্ৰীকৃষ্ণৰো সেৱক হব পাৰি তাৰো দৃষ্টান্ত দেখুৱালে।

"আত পাচে পুনৰ সেই মোৱামৰীয়াই লোহিত পাৰ হৈ গড়মূৰৰ সত্ৰত ধৰিলেহি। তাতে ভকতহঁতৰে প্ৰধান ৰণ হ'ল। ৰণত ভকত বিস্তৰ পৰিল। মোৱামৰীয়াও কিছু পৰিল। গড়মূৰৰ গোসাঁই কথমপি এৰাই আহি নগৰ পালেহি। সত্ৰতো জুই লগালে।" তুঃ খুঃ—ছেদ ১৮৫। এই সত্ৰ কেইখনৰ প্ৰতি আক্ৰোশ হ'ল—এওঁলোক শাস্ত্ৰীয় মতে চলা সত্ৰ, মোৱামৰীয়াৰ ধৰ্ম্মমতৰ সমৰ্থন যি নকৰেই, সেইমতৰ নামত জুইতো খেৰ নিদিয়ে। দ্বিতীয় কাৰণ হ'ল, এওঁলোক আহোম শাসনৰ সমৰ্থক, এইবাবেও পোতক তোলাৰ পৈশাচিক হেপাহ তেওঁলোকৰ মনতে আছিল। তৃতীয় কাৰণটো হ'ল ধন-বস্তুৰ লোভ। এই কেইখন সত্ৰ ঐশ্বৰ্য্যশালী আছিল, মোৱামৰীয়াক আন নহলেও বিদ্ৰোহ চলাবলৈকো ধন লাগে। এই অৰাজক অৱস্থাত লুড়ি নিয়াই তেওঁলোকৰ পক্ষে ধন যতনোৱাৰ উজু উপায় আছিল আৰু তাকেই কৰিছিল।

গুৱাহাটীত আমনি সত্ৰ বুলি তেনেকুৱা একো সত্ৰ তেতিয়াও নাছিল। গঁগে বৰফুকনে সজাই দিয়া বাহৰতে একপ্ৰকাৰে আছিল। ডেকা দুৱৰাৰ ঘৰৰ দশৰথ ফুকনে গোবিন্দৰ নামত কুৰিপুৰা মাটি উছৰ্গা কৰে। সেই মাটিতেই সম্ভৱ আমনি সত্ৰখন লক্ষ্মীনাথদেৱৰ কথামতে দশৰথ ফুকন আৰু কোনোবা পাঠকচন্দ্ৰই নিৰ্ম্মাণ কৰাই দিয়ে আৰু তাত বাসুদেৱ মূৰ্ত্তি প্ৰতিষ্ঠা কৰায়। আমনি সত্ৰ স্থাপন সম্পৰ্কে প্ৰাণহৰিদেৱৰ চৰিতকাৰে এইদৰে লিখেছি—

আছিল পাঠকচন্দ্ৰ গোবিন্দৰ হিত।
বুহন্ত ফুকন দশৰথ শুদ্ধ চিত॥
গোবিন্দৰ প্ৰিয় দুয়ো ভক্ত শুদ্ধমতি।
ভৈলা গুৰুআজ্ঞা পাছে দুইহান্তকো প্ৰতি॥
এহিসে কাৰণে সত্ৰ ভৈলা আমনিত।
স্থাপিলন্ত বাসুদেৱ মূৰ্ত্তি বিপৰীত॥

গোবিন্দ ঠাকুৰ লক্ষ্মীনাথ দেৱবৰ।
বঞ্চিলা বৈষ্ণৱসব কাল বহুত্তৰ॥
(প্ৰাণহৰিদেৱ চৰিত, ৩৫৬-৩৫৮)

এই আমনি সত্ৰ পাছত আৰু বেছি ঠাই জুৰি ডাঙৰকৈ পতা হৈছিল। বৰ্ত্তমান প্ৰাগ্‌জ্যোতিষ কলেজৰ চৌহদো আমনি সত্ৰৰ একাংশ আছিল। এই কথা পাছত বহলাই কোৱা হব—কুশৰামদেৱৰ বৃত্তান্তত।

সত্ৰ এখন হ'ল হয়, মূৰ্ত্তিও স্থাপিত হ'ল কিন্তু গুৱাহাটীত থাকিব লগা বা কিমান দিন হয় তাৰে ঠিকনা নাই, এনে অৱস্থাত লক্ষ্মীনাথদেৱৰ মন উগুল-থুগুল। গোবিন্দ ঠাকুৰ লগত নাই। বহুত গুণা-গঁথা কৰি নাথাকি যি হওক সি হওক বুলি গোবিন্দক বিচাৰ-খোচাৰ কৰি য'ত আছে তাৰেপৰা লৈ আহিবলৈ বুলি চাৰিজন ভকতক পাচিলে। ভকত কেইজনেও গুৰু-আজ্ঞা শিৰত লৈ গুৱাহাটীৰপৰা গৈ নাহৰণি খাট পালেগৈ। তাতে কমলাই নামৰ ব্ৰাহ্মণ ভক্ত এজনক লগত লৈ ৰাতি লুইত পাৰ হৈ অগ্নিদগ্ধ সত্ৰ পালেগৈ। গোবিন্দ য'ত আছিল সেই কথা ব্ৰাহ্মণ ভক্তজনে জানিছিল। তাৰপৰাই স্তুতি-নতি কৰি কান্ধত লৈ দিহিং পাৰকৈ নিলে। নৌকাত তুলি লুইত পাৰ হৈ নাহৰণি খাটত কেইদিনমান বিশ্ৰাম লৈ কেইদিনমানৰ মূৰত গুৱাহাটী পালেগৈ। প্ৰভু আগবাঢ়ি আহি গোবিন্দক আদৰি নিলে। পাছদিনা বৈদিক বিধিমতে স্নান কৰাই অলঙ্কাৰ বেশ আদি পিন্ধাই সিংহাসনত থলে।

৺গোবিন্দ প্ৰভু থিত দিয়াৰ বাৰ্ত্তা শুনি বৰফুকনেও আহি সেৱা কৰি গ'ল। মোৱামৰীয়াৰপৰা গুৱাহাটীত আহি আঁতৰি থকা স্বৰ্গদেউ গৌৰীনাথ সিংহয়ো গোবিন্দাগমনৰ বাৰ্ত্তা শুনি সেৱা কৰাৰ ইচ্ছা জনাই প্ৰভুলৈ বাৰ্ত্তা পঠালে। ইপিনে আমনি সত্ৰখন সৰাই-পোছাই তামোল গছ কলগছ যোৰা-যোৰে ৰুই চাংঘৰ[১] সাজি সম্ভ্ৰম হৈ ৰ'ল। নৰোত্তম বৰদেউৰীয়ে গোবিন্দক সুশোভনকৈ সজাই-পৰাই শৃঙ্গাৰ কৰাই থলে। গোবিন্দৰ দুই পাৰ্শ্বত দুই মূৰ্ত্তিও সজালে— "চাৰিবেদ যেন মূৰ্ত্তিক ধৰিয়া, থাকে তাঙ্ক সেৱা কৰি।" স্বৰ্গদেউ পাত্ৰ-মন্ত্ৰী-সমে হয় হস্তী দোলাৰে সেইখিনি পালেগৈ; ৰজাৰ দুই পাশে অস্ত্ৰধাৰী সৈনা; ভৃত্যসকলে দণ্ড-ছত্ৰ ধৰি আছিল। ৰজাক আদৰিবলৈ আগে আগে গায়ন-বায়ন

---

১ চাংঘৰ—স্বৰ্গদেউসকল সত্ৰলৈ গ'লে ৰাজৰ দুশ বেওঁমান আগৰপৰা কৰাপাটলৈ বাটৰ দুয়োকাষে চাং পাতি তাত ভেটি বা ৰাজউপায়ন সজাই থোৱা হয়। উপায়নৰ বস্তু মাহ, প্ৰসাদ, কল, কুঁহিয়াৰ, গাখীৰ, গুৰ, মিঠৈ ইত্যাদি।

আৰু তাৰ পাছতে প্ৰভু লক্ষ্মীনাথ ওলাই গ'ল। ধূপ, ধুনা, গন্ধ, চন্দনেৰে আদৰি আনিলে, ভিতৰলৈ সোমোৱা বাট-ডোখৰতো অনেক মাঙ্গলিক কাৰ্য্য কৰিলে। এইদৰে গৈ গোবিন্দ মণ্ডপত সোমাই স্বৰ্গদেউজনাই অনেক স্তুতি-নতি কৰি গোবিন্দক পৰি সেৱা কৰিলে। পূজাৰীয়ে গোবিন্দৰ মালা দিলে। তাৰপৰা ওলাই আহি স্বৰ্গদেউ নামঘৰত বহিল। প্ৰভু লক্ষ্মীনাথো ভ্ৰাতৃ সমে বহিল; তাৰপাছত ভকতসকলো বহিল; ৰজাৰ লগত যোৱা পাত্ৰ-মন্ত্ৰীসৱো বহিল। বাগীশে ভাগৱত কলে, ৰজাই তাক কিছুপৰ শ্ৰৱণ কৰিলে। ৰজাৰ আদেশত ভোলাই বৰুৱাই ভকতসকলক সন্তোষিলে। ভকতসকলেও জয়ধ্বনি কৰি আশীৰ্ব্বাদ কৰিলে। ৰজাই ক'লে "বৈষ্ণৱসকল মোত প্ৰসন্ন হবা, যেন দেশবাসী প্ৰজাগণ সন্তোষে সুস্থ মনে থাকে।" এই নম্ৰ-মিষ্ট ভাষণেৰে সকলোকে আপ্যায়িত কৰি ৰজাদেৱ বাহিৰলৈ ওলাই আহিল। প্ৰভুৱে যাৰ যথা যোগ্য তুলসীৰ মালা দিলে আৰু যথাস্থানত আগবঢ়াই থলেগৈ। স্বৰ্গদেৱলৈকো ৰাজযোগ্য বস্ত্ৰ অলঙ্কাৰ পঠালে।

গুৱাহাটীলৈ আহোঁতে প্ৰভুৰ লগত পদ্মপাণি, প্ৰাণনাথ আৰু পুত্ৰ-ভাৰ্য্যাসহ শ্ৰীনাথ, এই তিনিও ভায়েক আহিছিল। দেশৰ অস্থিৰতালৈ চাই কোন মুহূৰ্ত্তত কি ঘটে তাক আগতে জনা সম্ভৱ নাছিল; গতিকে এটাই কেউজন ডেকা গোসাঁই আৰু শিশু পুত্ৰ একে ঠাইতে থকাটো বিপদজনক আৰু সত্ৰৰ স্থিতিৰ কাৰণে আশঙ্কাজনকো। এনে কাৰণতে দূৰদৰ্শী প্ৰভুৱে শ্ৰীনাথদেৱক স্ত্ৰীপুত্ৰ সহ জাগীলৈ পঠালে; জাগীতো এখন শাখা-সত্ৰ আছিল। প্ৰাণনাথদেৱক নগাৱঁলৈ পঠালে। আমনিত প্ৰভু আৰু ডেকাজনা পদ্মপাণিদেৱ থাকিল। এই সময়তে নৰোত্তম বৰদেউৰী আৰু বিদ্যাবাগীশৰ পৰলোক ঘটে।

এই সময়তে দৰঙ্গী ৰজাই ভোটৰ কোঁৱৰ, হৰদত্ত চৌধুৰীৰ লগ লাগি সৈন্য জৰাই স্বৰ্গদেৱৰ বিৰুদ্ধে ৰণ উলিয়াবলৈ যো-জা কৰিলে। স্বৰ্গদেৱে সৈন্য পঠাই ধৰাই সেইবিলাকক দমন কৰিলে, বাকীবোৰ পলাল। দৰঙ্গী পিতা-পুত্ৰক ধৰাই অনাই কাৰাগাৰত ৰাখিলে শালত দিবলৈ। এই কথা প্ৰভুৱে গম পাই লোক পঠাই দৰঙ্গীয়া কোঁৱৰটিৰ প্ৰাণ ভিক্ষা কৰিলে। প্ৰভুৱে জনাইছিল—"ৰাখিলে আৰু শিকাই বুজাই বৰাব পাৰিলে আগলৈ আমালৈহে আছে।" স্বৰ্গদেৱে ভাল বুলি দৰঙ্গী কৃষ্ণনাৰায়ণ কোঁৱৰক প্ৰভুৰ হাতত দিবলৈ চোলাধৰা ফুকনক অদেশ কৰিলে। দৰঙ্গী ৰজাক শালত দিলে। ফুকনে আনি কোঁৱৰক প্ৰভুক ভেটালে। প্ৰভুৱে কোঁৱৰক শৰণ দি লগতে ৰাখিলে।

কৃষ্ণনাৰায়ণক পাছত ৰজা পাতিছিল। তুংখুঙীয়া বুৰঞ্জীত এই সন্দৰ্ভত এই কথা নাই, তাত শালত দিয়া বুলিহে আছে। পাছে সেইখন বুৰঞ্জীৰে ৩১৬ ছেদত আমাৰ ৰামদেউ কটকীয়ে স্বৰ্গদেৱ কমলেশ্বৰৰ আজ্ঞাৰে কৃষ্ণনাৰায়ণ আৰু হইনাৰায়ণক ভঙ্গাৰ কথা কওঁতে কৈছিল—"আমাৰ দেশৰ দেশ-বিভ্ৰাটত আপোন দেশ গুৱাহাটীলৈ গৈ আপোন সম্বন্ধে নিচাওদেও থকাত ৰাজা হংসনাৰায়ণে দ্ৰোহ আচৰিব খুজিলে। ৺এ ক্ষমা দি পুতেকক ৰজা পাতিলে। পুতেকেও বৰাগীৰ লগ লৈ অনিবন্ধে ফুৰিছিল। কছাৰী ৰণলৈ যি অনোৱা হ'ল তাতে ৰণ নকৰি বৰমুৰাৰে মিল ভাব হৈ দেশলৈ গুচি গ'ল। এতেকে ৺এ ছুয়ো ৰজাক ভাঙিছে।" ইয়াৰপৰা বুজা যায়, স্বৰ্গদেৱে ক্ষমা দিয়াষাৰ সঁচা, চৰিত-পুথিৰ কথা অমূলক নহয়।

আগৰ বাৰত পৰাজিত হৈ হৰদত্ত চৌধুৰী পলাই গ'ল হয়, কিন্তু পুনৰ সৈন্য গোটাই লগতে বঙ্গাল সৈন্য ( হিন্দুস্থানী চিপাহী ) কিছুমানো ভেৰোণীয়াকৈ লৈ আহি স্বৰ্গদেউৰ বিৰুদ্ধে ৰণ হুঙ্কাৰ দিলে। নগৰত থকা নিৰাপদ যেন নেদেখি স্বৰ্গদেউ উজাই যাবলৈ ওলাল ; যোৱাৰ আগতে সন্দিকৈৰ গগৈ ফুকনক ভাঙি দিহিঙ্গীয়াৰ শলগুৰীয়া ৰাজখোৱা মেধি নামৰ এজনক বৰফুকন পাতিলে। গগৈ ফুকনক স্বৰ্গদেৱে একো দায় ধৰি ভঙা নাছিল ; কেৱল কৈছিল, "আমি উজাই যাব লগা হ'ল, ফুকন তোমাৰ দেখোঁ গাটি অপাও, উজায়ো যাব নোৱৰা। এতেকে ফুকন তুমি অসন্তোষ নকৰিবা, তোমাৰ বৈনাই দিহিঙ্গীয়াৰ শলগুৰীয়া ৰাজখোৱাক বৰফুকন পাতিবলৈ আজ্ঞা কৰিছোঁ।" এই আজ্ঞা শুনি উচাপ খাই গগৈ বৰফুকন বহাঘৰলৈ গৈ অসন্তোষ কৰি সোমাই থাকিল। লক্ষ্মীনাথদেৱৰ চৰিতকাৰে ফুকনৰ এই অকাৰণ পতনৰ গুৰিতে প্ৰভুজনাৰ অভিশাপ বুলি কৈছে। গগৈ বৰফুকনৰ লগত দশৰথ ফুকনৰ কিবা কাৰণত মনান্তৰ ঘটিছিল। বৰফুকনে কিবা দায় উলিয়াই দশৰথক গুচাবলৈ ৰজাত জনালে। জনালে হয়, পাছে স্বৰ্গদেৱে নুগুচালে। দশৰথ ফুকন লক্ষ্মীনাথদেৱৰ প্ৰপন্ন শিষ্য, তেওঁৰ প্ৰতি অযথাই অন্যায় আচৰণ কৰিবলৈ চেষ্টা কৰা শুনি গগৈ ফুকনৰ ওপৰত ক্ৰোধ উপজিল—প্ৰভুৰ মুখৰপৰা ওলাই গ'ল—"ফুকন ভাগিয়া সিটো থাকোক সোমাই।" তাৰ কেইদিনমানৰ পাছতে গগৈ বৰফুকন ভাগিল আৰু ভাগি অসন্তোষ কৰি ঘৰত সোমাই থাকিল।

স্বৰ্গদেউ নগাৰলৈ গ'ল যদিও লক্ষ্মীনাথদেৱ আৰু ডেকাজনা গুৱাহাটীতে আছিল। নগাৰত ফুকন বকৰাবিলাকে ৰাজ্যৰ অথিৰ অবিৰ অৱস্থাৰ সুযোগ

লৈ প্ৰজাৰ ওপৰত অত্যাচাৰ কৰিছিল। এই অত্যাচাৰ ৰাজভক্ত নিৰীহ প্ৰজাবো অসহনীয় হৈ উঠিল। ৰজাক তাতে পাই এদিন প্ৰজাসকলে যাঠি জোং লৈ ৰজাক বেঢ়ি বহুত গৰিহা কৰিলে। ৰজায়ো শেহন্তত প্ৰজাৰ ইচ্ছানুসাৰে বৰুৱা ফুকন সলনি কৰি দিলে। এই হবলগীয়া বিদ্ৰোহ কোনোমতে শান্ত কৰিলেহে এনেতে বৰাগী ৰজা বুলি এটা ওলাই মোৱামৰীয়া মাৰি ফুৰিছিল। সিহঁতক মাৰিবলৈ, ৰজাই বৰবৰুৱাক কৈ কিছু নগএগা থৰঙ্গী মানুহ পঠাইছিল। আমাৰ মানুহে সিহঁতক ৰৰাই নগাওঁ সুমুৱালেহি আৰু স্বৰ্গদেৱৰ বাহৰ বেৰি ধৰিলে। স্বৰ্গদেউ পানীতুৱাৰেদি ওলাই ভটিয়াৰ খোজোতেই সিহঁতে আগভেটি ধৰিলে। স্বৰ্গদেৱে লগত থকা নাথুসিং জমাদাৰক গুলি দিবলৈ আদেশ কৰিলে; সিবোৰে ভয় পাই উভতি গ'ল। এইটো ১৭১৪ শকৰ আহাৰ মাহৰ কথা। নগাৰঁৰপৰা ভাগি গৈ স্বৰ্গদেৱে ওচৰৰ এডলীয়াবৰৰ আউনীআটী সত্ৰত সোমাই ডেকাজন প্ৰাণনাথ গোসাঁইক কলে—"ডেকা বাপু, তুমি সত্ৰতে থাকা, যদি পাৰা আমাৰ ল'ৰা-তিৰুতাবোৰ চপাই আনি থবাহি।" এইবুলি স্বৰ্গদেউ আলি এৰি জলাহৰ বাটে গৈ কছাৰীৰ দক্ষিণপটীয়া ডেকাগোসাঁইৰ সত্ৰ পাই তাতে দক্ষিণপটীয়া ডেকাগোসাঁইৰ সৈতে নাও লৈ ক্ৰমে ভটীয়াই গুৱাহাটী পালেগৈ। (তুংখুঙ্গীয়া—২১৮)। প্ৰাণনাথদেৱো কাৰ্য্য-প্ৰবৰ পুৰুষ আছিল। ৰাজপত্নী-সকলক চপাই অনাই পাছত গুৱাহাটীত ৰজাৰ লগত দিলেগৈ।

এনেতে লক্ষ্মীনাথদেৱৰ শৰীৰ কিছুদিন অসুস্থ হৈছিল। নগাৰঁৰপৰা প্ৰাণনাথদেৱক অনাই শান্তি-স্বস্ত্যয়ন কৰোৱাত সুস্থ হ'ল। কাতি মাহৰ শেষত প্ৰভুৱে পালনাম পাতিলে। ইয়াৰ আগতে হৰিদেৱ প্ৰভুৰ দিনৰপৰা প্ৰতিমাহৰ শেষত পাঁচ দিন পালনাম গোৱাৰ ৰীতি চলি আহিছিল। দেশবিভ্ৰাটৰ অপায়ত সেই নিয়ম ৰক্ষা কৰা সম্ভৱ নহ'ল দেখি লক্ষ্মীনাথ প্ৰভুৱে কাতিমাহৰ শেহৰ পাঁচ-দিনত পালনাম উৎসৱ কৰাৰ নিয়ম কৰিলে। সেই অবধি আউনীআটীত কাতি-মহীয়া বছৰেকীয়া পালনাম গোৱা প্ৰথা চলিল। আমনি সত্ৰৰ এই পালনামৰ কেইদিন দিনে নিশাই-নামকীৰ্ত্তন আৰু হৰিধ্বনি শুনি স্বৰ্গদেউৰ সংশয় হ'ল—আৰু বা কিজানি কি হ'ল। গম লৈ যেতিয়া কথাৰ গুৰি পালে তেতিয়াহে স্বস্তি অনুভৱ কৰিলে।

সেহি কালে এক দস্যু মনে ৰজা হুয়া।
নৃপতিক বেৰিলেক দুষ্ট প্ৰজা লৈয়া॥

(লক্ষ্মীনাথ চৰিত্ৰ ৪৮১, পদ)

স্বৰ্গদেউ নৃপতি গড় দেই পলাই ভাটিলৈ গ'ল। নগৰৰ প্ৰজাবৰ্গ ভয়াকুল হ'ল।

এই মনে 'ৰজা হোৱা দস্যু' আছিল বৰাগী এটা—"এনেতে পাকতি গুৰীয়া, চেংলেংহটীয়া ডোম শ দিয়েক গোট খাই লুথুৰাসনৰ হৈধন সৈতে বৰাগী এটাক ৰজা পাতি লৈ ভটীয়াই গুৱাহাটীলৈ গৈ ৺ৰ বাহৰৰ বৰ দুৱাৰ ঘৰত জুই লগালে। পাচে ৺এ বণ বুলি ভয় পাই গড় দেই ওলাই নাৱত উঠি লোহিতে ভটীয়াই গৈ নগৰবেৰা পালে।" (তুংখুং—ছেদ ২৩৭)। তাৰপৰাই স্বৰ্গদেৱে বঙাল চিপাহী পঠিয়ালে। বঙ্গাল চিপাহীয়ে দুৰ্জ্জনবিলাকক ধৰি আনি দিলে। ৰজাই সেইবোৰক বিগুটি বিগুটিকৈ শাস্তি দি মৰালে, বৰাগীক শূলত দিয়ালে।

গুৱাহাটীত পৰিস্থিতি অশান্ত, হৰদত্ত বীৰদত্তৰ আক্ৰমণো চলি আছিল। ইয়াতে গোভা আৰু নেলীৰ ৰজাই সেৱা কৰিলেহি। লক্ষ্মীনাথদেৱ নাৰঙ্গীৰ ওচৰত বোন্দাশিলেদি গৈ জাগীৰ চকিত ৰ'লগৈ। তাৰপৰা পুৰণিগুদামৰ এডলীয়াবৰৰ শাখা সত্ৰত থাকিলেগৈ। সেই সত্ৰতে ধৰ্ম্ম নিয়ম অনুসাৰে গোবিন্দ সহিত কিছুদিন থাকিল।

চাহাবান লোকৰ বা ফিৰিঙ্গীৰ সহায়ত স্বৰ্গদেৱে ১৭১৫ শকত ৰংপুৰ অধিকাৰ কৰি মোৱামৰীয়াক উৎখাত কৰিলে। ১৭১৬ শকৰ জেঠত যোৰহাটলৈ ৰাজধানী তুলি আনিলে। তাতে ১৭১৭ শকত শাওণ মাহত স্বৰ্গী হ'ল। ইতি-পূৰ্ব্বেই স্বৰ্গদেৱে আথানি হোৱা মানুহবোৰক স্বস্থানত পাতিলে। সত্ৰবিলাকো পুনঃ সজাই দিলে। লক্ষ্মীনাথদেৱকো উজনিলৈ আহিবলৈ নিৰ্দ্দেশ দিলে। কমলেশ্বৰ সিংহ স্বৰ্গদেৱে মহন্তসকললৈ আমন্ত্ৰণ দিলে। লক্ষ্মীনাথদেৱো নাৱেৰে উজাই গ'ল, কিন্তু ব্ৰহ্মপুত্ৰৰ পানী শুকাই যোৱাত এঠাইত নাও লাগি ধৰাত উজাব নোৱাৰিলে। আনফালে ঘূৰি যাবলৈকো সময় তাকৰ গতিকে হৰ আৰু প্ৰাণনাথ নামৰ দুজনক বামেদি পঠাই এই অসুবিধাৰ কথা বুঢ়াগোহাঁইত সংবাদ দিয়ালে। নাও ঘূৰাই পকাই প্ৰভু পলমকৈ হ'লেও দিচৈ নগৰ.পালেহি। ৰজাক নিৰ্ম্মালি আশীৰ্ব্বাদ দি কিছুদিন দিচৈতে নাৱৰ খাপৰতে থাকিল। তাৰপৰা ধনশিৰি, কুকুৰাবাহী, গোলাঘাট, বচা আদি ঠাইত অলপ অলপ দিন আছিল। বচা চহৰতে উজাই অহা বৰফুকনেও লগ ধৰিলে। এনে সময়তে প্ৰাণনাথৰ টান নৰিয়া হৈছিল, বৰফুকনে ভাল বৈদ্য অনোৱাই চিকিৎসা কৰোৱাত ভাল হ'ল যদিও সাময়িক ৰূপেহে। কি দুৰ্ব্যাধি হ'ল, তাতে প্ৰাণনাথে ইহসংসাৰ এৰিবলগীয়া হ'ল। প্ৰাণনাথক ডেকা পতাৰ ইচ্ছা আছিল, কিন্তু হৈ

সুঠিল। পদ্মপাণিদেৱক ডেকা পদ দিলে। লক্ষ্মীৰামক গোবিন্দপুৰত আৰু কৃশৰামদেৱক দেৱেৰাপাৰত বাব দিলে। পদ্মপাণিৰ শিৰত অধিকাৰৰ মালা অৰ্পণ কৰিলে। সিপিনে ভাৰ্য্যা-পুত্ৰ এৰি শ্ৰীনাথদেৱৰ পৰলোক ঘটে। তেওঁৰ কাজকৰ্ম্ম কৰাই ভাৰ্য্যা-পুত্ৰক অনোৱালে; ভাটিৰ ফালে নগৈ খুটাৰ কাণত সজোৱা সত্ৰত থাকিলহি। ৺গোবিন্দক আগতে পঠাই দিছিল। তাৰপৰা প্ৰভু আহি দিচৈত আছিল। তাতে অসুস্থ হৈ পৰিল। বুঢ়াগোহাঁই পূৰ্ণানন্দই খা-খবৰ লৈ চিকিৎসা কৰোৱালে, একো ফল নধৰিলে। সেই অসুখতে ১৭২৬ শকৰ জেঠৰ ২০ দিন যাওঁতে কৃষ্ণাদশমীত বৈকুণ্ঠলোকলৈ গতি কৰিলে। অগণন প্ৰজাৰ অনুগমনেৰে পূতদেহ ব্ৰহ্মপুত্ৰৰ পাৰলৈ লৈ গৈ দাহ কৰা হ'ল। অস্থি শিৰত লৈ পদ্মপাণিদেৱ সত্ৰলৈ আহিল।

লক্ষীনাথদেৱৰ ধৰ্ম্মাধিকাৰ কালৰ সৰহছোৱা প্ৰবাসতে গ'ল, ১৭০৯ শকৰপৰা ১৭২০ শকমানলৈ সত্ৰৰ বাহিৰতে কটালে। বাকী কাল ডোখৰ বিধ্বস্ত সত্ৰৰ শৃঙ্খলা লগাওঁতেই অতিবাহিত হ'ল। এইজনা প্ৰভুৱে বিপত্তি কালতো বুদ্ধিভ্ৰংশ নোহোৱাকৈ উপস্থিত কাৰ্য্য কৰিব পাৰিছিল আৰু এনে নিৰভ্ৰবুদ্ধিৰ কাৰণেই সত্ৰৰ লুপ্তশ্ৰী পুনৰ উদ্ধাৰ কৰিবও পাৰিছিল।

একাদশ অধ্যায়

# শ্ৰীশ্ৰীপদ্মপাণিদেৱ ঃ ( ১৭২৬-১৭৪০ শক )

পূৰ্ব্বে হৰিদেৱ গোসাঁয়ে ভাইবোৱাৰীয়েক লীলাৱতীক জ্বলি থকা চাকি হাতত লৈ মহাজন দুজন দিব লাগিব বুলি উপহাসৰ চলেৰে আশীৰ্ব্বাদ দিছিল। সেই আশীৰ্ব্বাদৰ ফলতে লীলাৱতী আইৰ গৰ্ভত ১৬৬৮ শকত দুটি যমজ সন্তানৰ জন্ম হয়। এই দুটি শিশুৱেই প্ৰাণনাথদেৱ আৰু পদ্মপানিদেৱ। যমজ হলেও জন্মৰ অগাপিছা হিচাপে প্ৰাণনাথক সকলোৱে জ্যেষ্ঠ বুলি জানিছিল। পদ্মপাণিদেৱৰ ল'ৰাকালৰপৰাই প্ৰাক্তন-সিদ্ধ ভক্তিভাবৰ চিন দেখা গৈছিল। পিতৃদেৱেক হৰিজয়দেৱে পদ্মপাণিক শিশুকালত এখন বিষ্ণু-প্ৰতিমা কৰাই উমলিবলৈ দিছিল। পদ্মপাণিৰ সকলো ধেমালি সেই প্ৰতিমাখনতে আৱদ্ধ আছিল। প্ৰতিমাক গা ধুওৱা, পূজা কৰা, কাপোৰ পিন্ধোৱা, এইবোৰ ধেমালিতে তেওঁ মগ্ন আছিল। পদ্মপাণিদেৱে লোকৰ মুখত শুনি শুনিয়ে সৰুতেই নাম-কীৰ্ত্তনো গাবপৰা হৈছিল। বংশৰ নিয়ম অনুক্ৰমে ৯ বছৰতে উপনয়ন কৰ্ম্ম হৈ গ'লত পদ্মপাণিদেৱ অধ্যয়নৰ কাৰণে সাজু হল। দক্ষিণপাৰে উজনিত ( সৌমাৰ পৃষ্ঠত ) মঠা উপাধ্যায় বুলি এজন বিদগ্ধ পণ্ডিত আছিল। সেই কালৰ পণ্ডিতসকলৰ ভিতৰত তেওঁৰ নাম আছিল সৰ্ব্বাগ্ৰগণ্য। হৰিদেৱ গোসাঁয়ে পদ্মপাণিক পঢ়িবৰ কাৰণে তেওঁৰ ঘৰতে থলে। পদ্মপাণিও ঘৰৰপৰা গৈ মঠা উপাধ্যায়ৰ ঘৰত প্ৰবাস খাটি অধ্যয়ন কৰিবলৈ ললে। পদ্মপাণিদেৱে ইয়াত প্ৰায় পাঁচ ছয় বছৰমান অধ্যয়ন কৰাৰ পাছতে হৰিদেৱ প্ৰভু বৈকুণ্ঠী হয়। প্ৰাণহৰিদেৱ অধিকাৰ হৈ পদ্মপাণিদেৱক বেলগুৰি সত্ৰৰ ভাৰ দিলে। তেওঁ তালৈ যাব লগা হ'ল। নাম-কীৰ্ত্তনত তেওঁ বৰ পটু আছিল। নিজেই ভোৰ-তাল ধৰি নাচি-বাগি ভকতসকলৰ লগত হীৰা-নাম গাইছিল। প্ৰাণহৰি প্ৰভুৰ দিনতে তিনিজন ডেকা গোসাঁই হানি হোৱাত লক্ষ্মীনাথদেৱ ডেকা অধিকাৰ হ'ল। লক্ষ্মীনাথদেৱৰ কালতে ডেকা অধিকাৰ প্ৰাণনাথদেৱ গতায়ু হ'লত পদ্মপাণিদেৱ ডেকা অধিকাৰ স্বৰূপে আছিল। লক্ষ্মীনাথদেৱ বৈকুণ্ঠী হোৱাৰ পাছত ১৭২৬ শকৰ জেঠমাহত পদ্মপাণিদেৱ ৰাজাজ্ঞা অনুসাৰে অধিকাৰ পদত অভিষিক্ত হয়। তেওঁৰে ভতিজা লক্ষ্মীৰামদেউ ডেকা অধিকাৰ হ'ল।

তেতিয়া ৰাজপাটত আছিল স্বৰ্গদেউ কমলেশ্বৰ সিংহ। ১৭২৬ শকৰ চ'তৰ ১৬ দিন যাওঁতে বৃহস্পতিবাৰে ৮৩ আউনীআটীলৈ গোবিন্দঠাকুৰক সেৱা কৰিবলৈ গৈছিল।

শাস্ত্ৰপাৰদৰ্শিতা, নামকীৰ্ত্তনত নিপুণতা, ব্যাখ্যানপটুতা, এইবিলাক গুণ ঘৰত বহি থাকিও মানুহে আৰ্জ্জিব পাৰে, কিন্তু বিপদ-বিঘিনি অতিক্ৰম কৰোঁতে যি অভিজ্ঞতা আৰু শিক্ষা হয় কাৰ্য্যক্ষেত্ৰত তাৰ সমান উপকাৰী একো হব নোৱাৰে। পদ্মপাণিদেৱে মোৱামৰীয়া বিভ্ৰাটৰ সময়ত লক্ষ্মীনাথদেৱৰ লগত স্থানান্তৰী হৈ এই অভিজ্ঞতা আৰু শিক্ষা লাভ কৰিছিল। পাছত অধিকাৰত্বৰ কালছোৱাত সেইবোৰ কামত লাগিছিল; ১৭২৯ শকৰ ভাদ মাহত ব্ৰহ্মপুত্ৰৰ বাঢ়নি পানীয়ে কালমূৰ্ত্তি ধৰি আউনীআটী সত্ৰৰ ফালে হাতোৰা মেলিলে। কৰা-পাটৰপৰা আৰম্ভ কৰি সত্ৰৰ ভেটি এফাল নিলেই। কাথৰ খলকি ওপৰলৈ পানী উঠি দক্ষিণহাটীও খহিলে। পদ্মপাণিদেৱৰ চৰিতকাৰ প্ৰাণনাথ দাস পাঠকে এই সত্ৰ খহনীয়াৰ বৰ সুন্দৰ বৰ্ণনা দিছে। তেওঁৰ মতে ব্ৰহ্মপুত্ৰই আপোনাকে শুচি কৰোঁ বুলিহে এনে মহা মহন্তৰ পুণ্যস্থান নিজৰ বুকুত সুমুৱাই লৈছে তেওঁ লিখিছে—

গিৰগিৰ কৰি সৱ নিয়ন্ত খসাই।
পৰয় বোবোৰা জল যেহেন উখল।
গুচে পাক তেখনে সুশান্ত হোৱে জল॥
এহিমতে নিতে নিতে আসন্ত খসাই।
লক্ষ্মীনাথদেৱৰ থানক পাইলা যাই॥
তীৰ্থৰো আশ্ৰয় যিটো মহন্তৰ স্থান।
অহোভাগ্য বুলি দেৱে তীৰ্থে কৰে মান॥
জৈত থাকে সন্তসৱ উদাৰ চৰিত্ৰ।
কীট পতঙ্গকো তথা কৰয় পৱিত্ৰ॥
দেশকো পৱিত্ৰ কৰে ইটো কোন চিত্ৰ।
পৱিত্ৰকাৰীকো তথা কৰয় পৱিত্ৰ॥
হেন অনুমানি ব্ৰহ্মপুত্ৰ তীৰ্থৰাজ।
মহাভাগ্য বুলিয়া সাধিবে নিজ কাজ॥
হেন মানি নিজগণ সঙ্গে লৈয়া যাই।
আপোন শুদ্ধিৰ অৰ্থে নিলন্ত খসাই॥

স্থান মান সভাঘৰ আৰু কৰাপাট ।
সমস্তে নিলন্ত খানি মিলিল ছুৰ্ঘট ॥
কাখৰ প্ৰলম্পি জল উৰ্দ্ধক উধাইল ।
খনেকতে দক্ষিণৰ হাটীক খসাইল ॥

( পদ্মপাণি চৰিত্ৰ পদ ৯৬৯—৯৭৩ )

অনন্যোপায় হৈ ডাঙৰ ডাঙৰ নাৱত বস্তু সামগ্ৰী ভৰা দি ভকতসকলে সৈতে পদ্মপাণিদেৱ আলিমূৰত ৰ'লগৈ। গোবিন্দ সহিত প্ৰভু নিজেও নৌকাতে থাকিল। ইতিমধ্যে ব্ৰহ্মপুত্ৰৰ কোবাল খলকে নামঘৰকো নিঃচিহ্ন কৰিলে। সত্ৰৰ সকলো ভকত-বৈষ্ণৱ আলিমূৰত ৰ'লহি যদিও তাতো পানীৰ কোব দেখি নাথাকি উজাই গ'ল। গৈ গৈ টুনি নৈৰ উত্তৰ পাৰে এডোখৰ বৰ বাম ঠাই দেখি প্ৰভুৱে তাতে সত্ৰ পতাৰ কথা ভাবিলে, আৰু হেনো সেই ঠাইৰ নাম বৰবাম থলে। প্ৰভুৱে বলো বৰদলৈৰ হতুৱাই স্থানৰ ভাল বেয়া গণালে। বলোদলৈয়ে গণিপঢ়ি ভেটি পতাৰ যেনে লক্ষণ হব লাগে তেনে নেদেখি ভাল নুবুলিলে। পদ্মপাণি প্ৰভুৱে শুনিলে কিন্তু নিমুকি থাকিল। প্ৰভুৰ অন্তৰত কি আছিল কোনেও তৰ্কিব নোৱাৰিলে।

পাছদিনা ৰাতিপুৱাই হাটীমতাই প্ৰভুৰ আদেশ শুনাই ফুৰিলে—"সকলো বৰবামলৈ যাব লাগে ; ন-ভঙ্গা ঠাই তাতে প্ৰাবাসিক সত্ৰ এখন সত্বহতে পাতিব লাগে।" এই আদেশ শুনা মাত্ৰকে ভকতসকলে নিজ নিজ বহা কৰিবলৈ আৰম্ভ কৰিলে। প্ৰভু তিনিদিন নৌকাতে আছে ; কিন্তু প্ৰভু থকা বহা-ঘৰ তেতিয়ালৈকে হোৱা নাই। সত্ৰ নিৰ্ম্মাণ কৰাৰ মুল ভাৰ আছিল চাউল ভাণ্ডাৰীৰ ওপৰত। প্ৰভুৱে ক্ৰোধ কৰি চাউল ভাণ্ডাৰীক ভাঙ্গি হৰ শৰ্ম্মা নামৰ বৈষ্ণৱ এজনক চাউল ভাণ্ডাৰীৰ বাব দি কঠোৰ আদেশ শুনালে—"কাইলৈ দিনৰ ভিতৰত মোৰ ঘৰ হব লাগিব।' হৰ শৰ্ম্মা কাৰ্য্যদক্ষ মানুহ আছিল। তেওঁ তৎক্ষণাৎ ওচৰৰ গাৱঁৰ ৰাইজ মতাই আনি দিনে নিশাই ধুমাজয় কাম আৰম্ভ কৰি দিলে। প্ৰভুৰ বাসাঘৰ ৰাতিৰ ভিতৰতে উলিয়াই দিনটোত বেৰা দি গধুলিলৈ সোমাবপৰা কৰি দিলে। পাছদিনা ভগাজন ভাণ্ডাৰীয়ে সন্তাৰ আনি প্ৰভুৰ চৰণত পৰি অনেক কাতৰ স্তুতি কৰিবলৈ ধৰিলে। প্ৰভুৰ মন কুমলিল, নিৰ্ম্মালি আশীষ দি তেওঁক শ্ৰৱণি পাতি থলে।

সত্ৰৰ এনে অৱস্থা দেখি পদ্মপাণি প্ৰভু পৰম ছুখিত হৈ সৰুজনা ডেকা কামদেৱক ( পাচত কুশদেৱ ) মাতি ৰাজমন্ত্ৰীলৈ পত্ৰ এখন দিবলৈ কলে। আন

এখন পত্ৰ দি বাণেশ্বৰ বৰ খাটনিয়াৰক ৰজাঘৰলৈ পঠালে। খাটনিয়াৰে বুঢ়াগোহাঁইৰ যোগে স্বৰ্গদেউ কমলেশ্বৰ সিংহক সকলো আদ্যোপান্ত জনালে। স্বৰ্গদেৱে সত্ৰৰ জল-বিভ্ৰাটৰ কথা আগতে শুনিছিল। প্ৰভুৰপৰা পত্ৰ পাই স্বৰ্গদেৱে বুঢ়াগোহাঁই ডাঙৰীয়াক নকৈ সত্ৰ কৰাই দিবলৈ আদেশ কৰিলে। বুঢ়া গোহাঁয়ে এই কামৰ কাৰণে দুহেজাৰ পাইক দিলে আৰু চোৰাধৰা বৰাক টাৰ ধৰি মাটি জুখি চমজাই দিবলৈ আদেশ কৰিলে। চোৰাধৰা বৰুৱাৰ লগত প্ৰভুৱে ভকত দিলে। তেওঁলোকে বাৰেও চহৰত ৰজাৰ আদেশ শুনাই দিলে যে এই সীমা যি লঙ্ঘন কৰিব বা অন্যথা কৰিব সি ৰজাৰো দ্ৰোহীয়া আৰু মহন্ততো ঘাটি হব। চোৰাধৰা বৰাই চাৰি হজ কৰি চাৰিখুঁটা মাৰি দিলে। তাৰ পাছত মাটিৰ পৰিমাণ উলিয়াই পালে ৬০ পুৰা। প্ৰভু সেইখিনিতে সন্তুষ্ট হ'ল। কাকতি, কটকী, বৰা, সকলোকে বস্ত্ৰাদি দি সন্তুষ্ট কৰি বিদায় দিলে। সত্ৰ সজাৰ গোটেই ভাৰ আৰু ২০০০ পাইক পৰিচালনাৰ দায়িত্ব দুজন ভাণ্ডাৰী বৰুৱাক দিছিল। চাৰি হাটীৰ ভিতৰত উত্তৰ হাটীটো দীঘল হৈছিল; পিছলৈ সেই হাটীৰ নাম দীঘলী হাটী হ'ল। সত্ৰৰ বাকী ঘৰ-দুৱাৰো অতি শীঘ্ৰে হৈ গ'ল। শুভদিনত সকলো মাঙ্গলিক কাৰ্য্য কৰি ৰজা প্ৰজাক আশীৰ্ব্বাদ দি ভকত বৈষ্ণৱ সহ প্ৰভু নবনিৰ্ম্মিত সত্ৰত প্ৰৱেশ কৰিলে।

নতুন সত্ৰত প্ৰৱেশ কৰাৰ দেড় বছৰমান পাছতে ১৭৩২ শকত স্বৰ্গদেউ কমলেশ্বৰ সিংহ বসন্তৰোগত ভুগি স্বৰ্গী হয়। চন্দ্ৰকান্ত সিংহ ৰাজপাটত উঠে। চন্দ্ৰকান্ত স্বৰ্গদেউক নিৰ্ম্মালি দিবলৈ পদ্মপাণিদেৱ আৰু আন মহন্ত সকলো গৈছিল। "সবাৰে অগ্ৰত গণি সন্তৰ প্ৰবৰ। দিলন্ত নিৰ্ম্মাল্য পদ্মপাণি যোগেশ্বৰ।" ইয়াৰ পাছতে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱেও আউনীআটী সত্ৰলৈ গৈ গোবিন্দক সেৱা কৰেগৈ। পদ্মপাণিদেৱে নিজে চোকা দৃষ্টি ৰাখি পূৰ্ব্বাপৰ ধাৰাণমতে ৰাজযোগ্য উৎসৱ সমাৰোহেৰে সত্ৰত স্বৰ্গদেৱক স্বাগত সমাদৰ কৰে। ৰজা পাত্ৰ-মন্ত্ৰীৰ উপৰিও চাৰলৈ অহা প্ৰজাসকলকো চিৰা, আখৈ, দৈ, পিঠা, মিঠাই পৰমান্নৰে ভুৰি-ভোজন কৰায়।

পূৰ্ব্বে পদ্মপাণিদেৱক নিৰ্ম্মালি দিবলৈ দক্ষিণপটীয়া প্ৰভু বিষ্ণুদেৱ গোসাঁই আউনীআটীলৈ আহোঁতে অলপ কিবা অপ্ৰীতিৰ উদ্ভৱ হৈছিল হবলা। কিন্তু পাছত দক্ষিণপাট সত্ৰলৈ নিমন্ত্ৰণ পাই প্ৰভু পদ্মপাণিয়ে সেইবোৰ কথা মনত নাৰাখি যথা-নিয়মে খা-খবৰ দি সত্ৰত উপস্থিত হ'লগৈ। দুয়োজন মহাসন্তই হাতত ধৰাধৰি কৰি প্ৰেম-প্ৰীতি নিবেদন কৰিলে। দক্ষিণপাটৰ জনায়ো পূৰ্ব্বৰ

কথা পাহৰি যাবলৈ অনুনয় কৰি বহুত সাদৰি কথা কলে। এই কেইখন সত্ৰৰ এনেদৰেই প্ৰীতি ভাতৃত্ব চলি আহিছে। কেতিয়াবা যদি কিবা কথাত মনত ক্ষন্তেকীয়া মালিন্যৰ ছাঁ পৰেও সিও শৰৎকলীয়া ডাৱৰ, এই আছে এই নাই।

চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে সাদিন ব্যাপি এক মহোৎসৱ পাতিছিল, সেই সভালৈ গৈ পদ্মপাণি প্ৰভুৱে ৰজাক আশীৰ্ব্বাদ দি যোৰহাটতে কিছুদিন থাকি গ'ল। সভাৰ অলপ দিন পাছতে বৰফুকনে মান আনিলে। পদ্মপাণিদেৱ তেতিয়াও যোৰহাটতে আছিল। মানৰ কু-কীৰ্ত্তিৰ কথা ইতিমধ্যে চাৰিও ফালে বিয়পি পৰিছিল। নগৰতো ৰিঙ্গাৰৱা লাগিল; ভকতসকলেও হুলস্থুল লগালে। প্ৰভুৱেও নগৰ ত্যাগ কৰাৰ মনস্থ কৰিলে। দিনত নাহি ৰাতি ৰাতি নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ বৰবাম সত্ৰ সোমালহি। পাছে বাটত বৰ কষ্ট পালে। মনো চিন্তাকুল আৰু ভয়াকুল। সাতে সোতৰে লগ লাগি প্ৰভুৰ শৰীৰ অসুস্থ হৈ পৰিল। কথাৰ প্ৰকোপত স্বৰভঙ্গও হ'ল; বৈদ্যৰ ঔষধে ক্ৰিয়া নকৰা হ'ল। নৰিয়া পৰাৰ কথা শুনি দক্ষিণপটীয়া বিভুদেৱ গোসাঁই আৰু গড়মূৰ সৰুসত্ৰৰ পূৰ্ণদেৱ গোসাঁয়েও দেখা কৰি গ'লহি। আহিন এৰি কাতি সোমাল, ক্ৰমে অসুখ বাঢ়িবলৈ ধৰিলে আৰু হৃৎকণ্ঠ বায়ু ( হেকটি ) বন্ধ নোহোৱা হ'ল। লক্ষ্মীৰামদেৱ, কুশৰামদেৱ, ৰামবাগীশ বৰদেউৰী, বাণেশ্বৰ খাটনিয়াৰ, চাউল-ভৰালী, সকলো প্ৰভুৰ ওচৰৰপৰা নগুচা হ'ল। মাজে মাজে সুস্থ বোধ কৰে—আকৌ বিষম পাই শয্যাশায়ী হয়, এইদৰেই তিনি মাহমান গ'ল। মাঘমাহত শৰীৰৰ অৱস্থা বিগতিক বুলি প্ৰভুৱে বুজি পালে। লক্ষ্মীৰামদেৱক স্নান কৰি আহিবলৈ কলে। স্নান কৰি লক্ষ্মীৰামদেৱ আহি কাষত বহিল। প্ৰভুৱে মালা এধাৰি হাতত লৈ কলে— "প্ৰভু গোপালদেৱৰ মহাধৰ্ম্ম ৰক্ষাৰ মহাভাৰ প্ৰভু নিৰঞ্জনদেৱ পৰম্পৰাই মোৰ শিৰত পৰিলে, মই তাক শিৰত ধৰি কিছুকাল বহন কৰিলো। আজিৰপৰা তুমি তাক প্ৰতিপাল কৰা"—এই বুলি মালাখণ্ড লক্ষ্মীৰামদেৱৰ মূৰত দিলে। লক্ষ্মীৰামদেৱেও মূৰ চপৰাই গ্ৰহণ কৰিলে।

এইদৰে লক্ষ্মীৰামদেৱক অধিকাৰ আৰু গোবিন্দপুৰীয়া কুশৰামদেৱক ডেকা অধিকাৰ পাতি ১৭৪০ শকৰ মাঘমাহৰ শুক্লাচতুৰ্থীত প্ৰভু পদ্মপাণিয়ে মৰ্ত্তলীলা সামৰি ঈশ্বৰধামলৈ গতি কৰিলে। প্ৰভুৰ মৃত্যুৰ সময়ত বাসত্তৰ বছৰ বয়স হৈছিল আৰু ১৫ বছৰতকৈ কিঞ্চিত অধিক কাল ধৰ্ম্মাসনত অধিষ্ঠিত আছিল।

প্ৰভুৰ প্ৰয়াণৰ সময়ত মানৰ প্ৰথম আক্ৰমণ হৈ গৈছিল। চন্দ্ৰকান্তসিংহক

ৰজা ভাঙ্গি পুৰন্দৰ সিংহক স্বৰ্গদেউ পাতি লৈছিলহে। পুৰন্দৰ সিংহৰ পিতৃ ব্ৰজনাথ গোহাঁয়ে প্ৰভুৰ প্ৰয়াণৰ বাতৰি শুনি অৰ্থ-দ্ৰব্য দি বিষয়াসকলক শ্ৰাদ্ধলৈ পঠাইছিল। শ্ৰাদ্ধৰ অন্তত খঙ্গীয়া ফুকনে ৰাজ-আজ্ঞা শুনালে—স্বস্তি শ্ৰীশ্ৰীমহাৰাজৰ আদেশ। ডেকা জনা অধিকাৰী বুলিছে বিশেষ গোবিন্দপুৰীয়া ডেকা ভাগে ভৈল। এহি বাক্য বুলিয়া খঙ্গীয়া মৌন ভৈল।" এনে ৰজাঘৰীয়া পয়মাল আৰু প্ৰজাঘৰীয়া অথন্তৰৰ দিনতো, ৰাজ আসনৰ চাৰি খুটা যেতিয়া দেখাতে হেলেকলেকীয়া, তেনেদশাতো সত্ৰলৈ লোকজন, দ্ৰব্য পঠোৱা, ৰাজ-আজ্ঞা শুনোৱাক সৰু কাম বুলি স্বৰ্গদেউ বা মন্ত্ৰী কোনেও অৱহেলা কৰা নাছিল। আনকি পদ্মপাণিদেৱৰ অস্থি নিয়াৰ বন্দোবস্তও গুৱাহাটীৰপৰা কৰাই দিছিল। উত্তৰ ভাৰতৰ সমস্ত তীৰ্থতে পদ্মপাণি প্ৰভুৰ অস্থিকৰ্ম্ম কৰা হৈছিল।

পদ্মপাণিদেৱ পূৰ্ব্বজনাৰ দৰে মৃদু প্ৰকৃতিৰ নাছিল বুলি অনুমান হয়। সকলো বিষয়তে কঠোৰ আৰু অনুশাসন-প্ৰিয় অধিকাৰ আছিল। তেওঁৰ দিনতে মানৱ আক্ৰমণৰ কাল-সন্ধিৰ সূত্ৰপাত হৈছিল যদিও মানৰ উপদ্ৰৱ বা সত্ৰৰ হানি বিঘিনি একো নোহোৱাকৈ তেওঁৰ দিন কেইটা পাৰ হৈ গ'ল। পদ্মপাণিদেৱৰ দিনত ব্ৰহ্মপুত্ৰই সত্ৰ খহোৱা আৰু বৰবাম সত্ৰৰ নিৰ্ম্মাণ এই দুটাই প্ৰধান ঘটনা।

---

## দ্বাদশ অধ্যায়

# শ্ৰীশ্ৰীলক্ষ্মীৰামদেৱ ঃ ( শক ১৭৪০ মাঘ—১৭৪৩ আঘোণ )

হৰিদেৱৰ ভ্ৰাতৃ জয়হৰিদেৱৰ সাত পুত্ৰৰ মধ্যম কনিষ্ঠ আছিল শ্ৰীনাথদেৱ। প্ৰাণহৰিদেৱৰ দিনতে তেওঁ সকলোৰে অনুৰোধক্ৰমে বিবাহ কৰাই আশ্ৰমী হয়। শ্ৰীনাথদেৱৰ পত্নী পঙ্কমৰা (পকামূৰা) গাৱঁত থকা সাত্বিক বিপ্ৰ কোনোবা দেৱবৰৰ কন্যা চন্দ্ৰাৱলী দেৱী। এই বিবাহৰ ফলস্বৰূপে চাৰিপুত্ৰ দুই কন্যাৰ জন্ম হয়। লক্ষ্মীৰাম, দত্তদেৱ, কামদেৱ ( কুশৰাম ) আৰু বিশ্বম্ভৰ। দ্বিতীয় পুত্ৰ দত্তদেৱৰ অলপ কালতে লোকান্তৰ ঘটিল। প্ৰথম পুত্ৰ লক্ষ্মীৰামৰ ১৬৯৭ শকৰ ভাদ মাহৰ জন্মাষ্টমীৰ দিনা ( কৃষ্ণ অষ্টমী ) জন্ম হয়। লক্ষ্মীৰামদেৱৰ যথা সময়ত উপনয়ন সংস্কাৰ সম্পন্ন হৈছিল কিন্তু মোৱামৰীয়াৰ দেশবিভ্ৰাটৰ নিমিত্তে ছাত্ৰশালত গৈ পঢ়াৰ সুবিধা নহ'ল, ঘৰতে পঢ়া-শুনা কৰিবলৈ ধৰিলে। মৰাণে দেশ লুৰি লুৰি দণ্ড-পাট অধিকাৰ কৰিলে। এনে অৱস্থাত লক্ষ্মীনাথদেৱৰ লগত তিনিও ভায়েক প্ৰাণনাথ, পদ্মপাণি আৰু পুত্ৰ ভাৰ্য্যা সহিত শ্ৰীনাথদেৱো গুৱাহাটীলৈ ভটিয়াই গ'ল। লক্ষ্মীৰামৰ বয়স তেতিয়া বাৰ বছৰ, ইতিপূৰ্ব্বেই উপনয়ন হৈ গৈছিল। কুশৰামদেৱ আৰু কনিষ্ঠ বিশ্বম্ভৰৰ বয়স ক্ৰমে সাত আৰু পাঁচ। কন্যা দুগৰাকীৰ কথা একো জনা নাযায়। গুৱাহাটীত প্ৰবস্থুৱা সত্ৰখন ঠিক-ঠাক লগায়েই প্ৰভু লক্ষ্মীনাথে নাৰায়ণ কন্দলি নামৰ কামৰূপৰ পণ্ডিত এজনক অনাই লক্ষ্মীৰামক সত্ৰতে পঢ়াবলৈ দিলে। নাৰায়ণ কন্দলিয়ে কম সময়ৰ ভিতৰতে ব্যাকৰণশাস্ত্ৰ পৰিপাটিকৈ পঢ়ালে।

তাৰ পাছত গঙ্গাৰাম উপাধ্যায় বুলি এজনেও আন আন শাস্ত্ৰ কিছু পঢ়ালে। ৺গৌৰীসিংহ স্বৰাজ্যত প্ৰতিষ্ঠিত হোৱাৰ পাছত গুৱাহাটীৰপৰা সত্ৰলৈ উলটি অহাৰ সময়তে প্ৰাণনাথদেৱৰ পৰলোক হোৱাত লক্ষ্মীৰামদেৱে গোবিন্দপুৰৰ ভাৰ লব লগা হলেও অধ্যয়নলৈ পিঠি দিয়া নাছিল। টুনি নৈৰ কাষৰ বৰবাম সত্ৰত থকা কালতে ৰঙ্গামটীয়াৰ ছাত্ৰশালত কিছুকাল পঢ়িছিল। দেশৰ অস্থিৰ অবিৰ অৱস্থাতো লক্ষ্মীৰামে অধ্যয়ন তপস্যা এৰি দিয়া নাছিল। অসীম মনৰ বলৰ কাৰণেই সকলো বাধা প্ৰতিহত কৰি কালত কৃতবিদ্য লোক হৈ পৰিছিল। লক্ষ্মীনাথদেৱৰ বৈকুণ্ঠস্থিতি হোৱাৰ পাছত ডেকা অধিকাৰৰ বাব লৈ থাকি শেহত

১৭৪০ শকৰ মাঘ মাহত পদ্মপাণিদেৱ চলাৰ পাচত লক্ষ্মীৰামদেৱে অধিকাৰৰ পদ অলঙ্কৃত কৰিলে।

লক্ষ্মীৰামদেৱ ডেকা হৈ থকা কালতে গুৱাহাটীৰ বৰফুকন কলীয়া ভোমোৰা ওৰফে প্ৰতাপবল্লভ 'বৃহৎ-ফুকনে' পদ্মপাণি প্ৰভুলৈ নাও মানুহ পঠিয়াই এখন চিঠি দিলে—"বোলে প্ৰভু এইফালে বহুত কাল অহা নাই, আন সন্ত-সকলবো সমাগম হোৱা নাই, মানুহবিলাক অধম হৈছে। এতেকে প্ৰভু এই দেশলৈ আহিব লাগে, মোকো পদধুলি দি পবিত্ৰ কৰিব লাগে এই প্ৰাৰ্থনা।" পদ্মপাণি প্ৰভুৱে এই আমন্ত্ৰণ ৰক্ষা কৰাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি ডেকাজনা লক্ষ্মীৰামকে গুৱাহাটীলৈ যাবলৈ নিৰ্দ্দেশ দিলে, লগত দেউৰী, ভাগৱতী, পাঠক, ওজা গায়ন-বায়ন আৰু ভক্তবৃন্দ সকলো সত্ৰীয়া অঙ্গ পূৰাকৈ দি পঠিয়ালে। বৈষ্ণৱ সহিতে লক্ষ্মীৰামদেৱ ভটীয়াই গ'ল। বাটত যাওঁতে বৰডুবি, ঘিলাধাৰী, বিশ্বনাথ আদি ঠাইত অলপ অলপ দিন বৈ গল। বাটতে দৰঙ্গী ৰজাই আহি সেৱা কৰি গ'লহি, আনো বহুলোকে সেৱা কৰাৰ সুযোগ পালে। এনেদৰে গৈ গুৱাহাটীৰ ওচৰ পোৱাৰ লগে লগে বৰফুকনলৈ বাতৰি পঠোৱা হ'ল। বৰফুকনে পানীদিহিঙ্গীয়া ৰাজখোৱাক চান্দকুচীয়া বুজৰবৰুৱা সমে আগবাঢ়নীয়া ৰূপে পঠাই দিলে। ছয়োজন বিষয়াই লগত প্ৰজাগণ লৈ নৈৰ মাজৰপৰাই ঢোলে-ডগৰে আগবঢ়াই নিলেহি। ছশাৰী নৌকাই সমান তালে তালে বঠাৰ চাব দি আগ বাঢ়িল, চেৰে চেৰে হৰিনামৰ স্নিগ্ধ গম্ভীৰ ধ্বনিয়ে ব্ৰহ্মপুত্ৰৰ বুকু উদ্বেলিত কৰি পেলালে। পাৰত অগণন প্ৰজাই হৰিধ্বনি দি সমাদৰ জনালে। এই দৃশ্য দেৱৰো বাঞ্ছিত! নাও আহি বৰঘাটত ৰ'লহি। পানীফুকনে সসৈন্যে সেৱা কৰিলেহি; পানীফুকনে শৰণ আৰু মালা মন্ত্ৰও গ্ৰহণ কৰিছিল। গুৰুৰ প্ৰতি আনুগত্য আৰু ধৰ্ম্মনিষ্ঠা তেওঁৰ পুত্ৰ-পৌত্ৰাদি পৰ্য্যন্ত প্ৰৱৰ্ত্তিছিল। তাৰ পাছতে হয়-হস্তীৰে আহি কলীয়া ভোমোৰা বৰফুকনে সুবৰ্ণ-ৰজতাদি ভেট দি সপুত্ৰ ভাৰ্য্যায়ে প্ৰভুক সেৱা কৰিলে। বৰঘাটৰপৰাই সমদল আৰু সমৰোল বাদ্যভাণ্ডে সকলোৱে প্ৰভুক আগবঢ়াই লৈ গৈ আমনি সত্ৰত প্ৰৱেশ কৰোৱালে। ইয়াৰ পাছত ডিমৰুৱা ৰজা আহিল, তাৰ পাছতে বেলতলীয়া ৰজায়ো সভাৰ্য্যে সেৱা কৰিলেহি। বৰদুৱৰীয়া আৰু লুকিৰ ৰজায়ো সেৱা জনালেহি।

বৰফুকনে বশিষ্ঠ, অশ্বক্ৰান্ত, হাজোৰ মাধৱ আদি দৰ্শন কৰাৰ অৰ্থে লক্ষ্মীৰামদেৱক নাও মানুহ দি সকলো প্ৰকাৰে সুবিধা কৰি দিয়ে। প্ৰভু সেইবোৰ ঠাইলৈ যোৱাৰ লগে লগে উখল মাখল লাগে তাতে বৰফুকনৰ

প্ৰভাৱত সকলো ঠাইতে প্ৰভুক বিপুল সম্বৰ্দ্ধনা জনোৱা হৈছিল। কামৰূপৰ তীৰ্থসকল দৰ্শন কৰি গুৱাহাটীলৈ যেতিয়া উভতি আহিল বৰফুকনে লক্ষ্মীৰাম-দেৱৰ সত্ৰলৈ উলটি যোৱাৰ যা-যোগাৰ কৰি দি পুনঃ বিদায়ৰ সেৱা কৰি গ'লহি। উভতিবৰ সময়ত ডিমৰুৱা ৰাজ্যত ডিমৰুৱা ৰজাই বাহৰ সজাই দি প্ৰভুক কিছুদিন ৰাখিলে। ডিমৰুৱা দুই কুমাৰে সেই সময়তে শৰণ ললে আৰু ৰজা সহিতে সকলোকে প্ৰভুৱে ভোজন কৰালে। ডিমৰুৱা ৰাজ্যত আনো অভকত লোক যি আছিল সেইবিলাককো হৰিসমুখ কৰালে, অনাচাৰ গুচাই সজ ভকতি ৰীতিৰ শিক্ষা দিলে। সেই লগতে ডিমৰুৱা ৰজাই এখন ডাঙৰকৈ সভাও কৰাইছিল। পাছত ভুৰবন্ধা, বেবেজিয়া, নাগাঁও এইক্ৰমে ঠায়ে ঠায়ে লোকসকলক শৰণ দি সভা মহোৎসৱ কৰাই প্ৰভু সত্ৰ পালেহি। ১৭২৯ শকৰ ভাদ মাহ, সত্ৰ তেতিয়া জলমগ্ন, নৌকাসহিত লক্ষ্মীৰামদেৱো আলিমূৰত বলগৈ; পদ্মপাণি প্ৰভুক নৌকাতে সেৱা কৰিলেগৈ; গোবিন্দকো সেইৰূপেই কৰিলে কাৰণ মহাপ্ৰভু নিজেও তেতিয়া নৌকাস্থ। দীঘলীহাটীত বাসা কৰাই তাতে ৰ'ল।

লক্ষ্মীৰামদেৱৰ এই ভাটী যাত্ৰা আৰু চহৰভ্ৰমণৰ কথা কিঞ্চিত্ দীঘলীয়া কৰাৰ কাৰণ হৈছে এই যাত্ৰাৰ এটা উদ্দেশ্য আৰু গুৰুত্ব আছিল আৰু তাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰা। পদ্মপাণিদেৱ অধিকাৰ হোৱাৰ (১৭২৬) দুবছৰমান পাছতে বৰফুকনৰ আমন্ত্ৰণ পত্ৰ আহিছিল। ১৭২৮ শক মানত লক্ষ্মীৰাম গুৱা-হাটীৰ ফালে যায়। লক্ষ্মীনাথদেৱে গুৱাহাটী এৰাৰ ৮।৯ বছৰমানহে হৈছিল; এইটো একো ডাঙৰ ব্যৱধান নহয়। ইপিনে দস্যুৰাদ্ৰোহ দমন কৰিছিলহে, অন্যান্য বহুত আপদীয়া আৰু জঞ্জলীয়া বিষয়ে তেওঁক আগুৰি আছিল, তথাপি যে বৰফুকন কলীয়াভোমোৰাই নাও মানুহ পঠিয়াই পদ্মপাণি প্ৰভুক গুৱাহাটীলৈ আমন্ত্ৰন জনালে ইয়াৰ কাৰণ কি? বহুত দিন সন্ত সমাগম নোহোৱাটোৱেই? অথবা সেইফালৰ মানুহ ধৰ্ম্মবিহীন অধম হোৱা বাবেই? ইয়াৰ দুয়োটাই সঠিক কাৰণ বুলি কব নোৱাৰি। ৭।৮ বছৰ সেইফালে সন্তসমাগম হোৱা নাই; তাৰ বাবে মানুহবিলাক অধম হোৱা নাছিল। কামৰূপত ধৰ্ম্ম প্ৰচাৰ হোৱা নাছিল; এই কথাও নহয়। বহুতো প্ৰাচীন সত্ৰ আৰু দ'ল দেৱালয়েৰে কামৰূপ ভৰপূৰ। ধৰ্ম্মপ্ৰচাৰ কৰা সন্ত-মহন্তও বহুত আছিল। এইবোৰ কাৰণতে বৰফুকনে আউনী সত্ৰাধিকাৰক জৰুৰী আমন্ত্ৰণ দিয়া নাছিল। কলীয়া ভোমোৰা বৰফুকন স্বয়ং আউনীআটীৰ সেৱক আছিল[১]। তেওঁৰ বিষয়ে চৰিতকাৰেও—'বিখ্যাত ভকত

সুধাশয় মহামতি, সদা মাধৱৰ পাৱে কৰন্ত ভকতি' ( লক্ষ্মীৰাম-চৰিত পদ ১১৮ ) বুলি বৰ প্ৰশংসাপৰ বাক্য প্ৰয়োগ কৰিছে। আৰাধ্য গুৰুক নি সেৱা সংকাৰৰ সুযোগ লোৱা এটা গৌণ কাৰণ হব পাৰে কিন্তু সেইটোৱেই মুখ্য কাৰণ এই বুলিয়ে নহয় যেন লাগে যে ১৭২৮ বা তাৰ ইফাল সিফালৰ বছৰ কেইটা গুৱাহাটীৰ বৰফুকনৰ কাৰণে শুদাশুদি বছৰ নহয় যে বৰফুকনে ৰাজকাৰ্য্য জাঙুৰ খাই পৰা জঞ্জালৰ মাজত ধৰ্ম্ম প্ৰচাৰলৈ মন দিব। মুখ্যভাৱে আউনী-আটীয়া প্ৰভুৰ আমন্ত্ৰণো বৰফুকনৰ শাসন-চাতুৰ্য্যৰে এটা অঙ্গহে। এই নিমন্ত্ৰণৰ আগতে বদন বৰফুকনে মেলি থৈ যোৱা বিহ, কামৰূপীয়া প্ৰজাৰ বিদ্ৰোহ কিছুদিনৰ কাৰণে লেলেটীয়া হৈ আছিল। হৰদত্ত চৌধুৰীৰ বিক্ৰমত গৌৰীসিংহ স্বৰ্গদেউ গুৱাহাটী এৰি নগাৱঁলৈ স্থানান্তৰী হব লগা হৈছিল। এই বিদ্ৰোহ দমন কৰিয়ে কালীয়াভোমোৰাই প্ৰতাপ বল্লভ খিতাপ পালে। দূৰদৰ্শী বৰফুকনে এই কথা উপলব্ধি কৰিছিল যে কামৰূপীয়া প্ৰজাৰ আনুগত্য সদায় দমননীতিৰেই সম্ভৱ নহব। তেওঁলোকৰ আনুগত্য আৰু প্ৰীতি সামনীতিৰেহে লাভ কৰিব পৰা যাব। সেই অৰ্থে কামৰূপৰ চৌধাৰী, বৰকাথ, পাটোৱাৰী আদি ভাল মানুহখিনিক মাটি বাৰী দি প্ৰভাৱ প্ৰতিপত্তি অক্ষুন্ন ৰাখিবলৈ চেষ্টা কৰিছিল, দ'ল দেৱালয়বিলাকত মাটি বাৰীও ৰজাক কৈ দিয়াইছিল। এইখিনি কৰিও তেওঁ ভাবিছিল উজনিত যেনেকৈ চাৰিওখন ৰাজ সত্ৰই আহোমশাসনৰ পোষকতা কৰিছিল, তেওঁলোকৰ শিষ্য-প্ৰশিষ্যসকলেও বিদ্ৰোহ কৰা নাছিল। আহোম ৰাজনীতিয়েও শিৱসিংহ স্বৰ্গদেউৰ দিনৰ পৰাই এই সত্ৰ কেইখনক বিশেষকৈ ৰাজ্যখনৰ এটা ডাঙৰ একতা-বিধায়ক শক্তি বুলি পৰিগণিত কৰিছিল আৰু কামত খটাইছিল। এই কাৰণেই লক্ষ্মী-সিংহ স্বৰ্গদেৱে আউনীআটীৰ ষষ্ঠ অধিকাৰ প্ৰাণহৰিদেৱক বচাৰ কিৰাতবিলাকক শৰণ দিবলৈ বিশেষভাৱে অনুৰোধ কৰি পঠাইছিল। প্ৰাণহৰিদেৱেও সেই অনুৰোধ ৰক্ষা কৰি বচাৰ বহুত লোকক শৰণীয়া কৰিছিল। তাৰপৰা ভাল

---

১। কলীয়া ভোমোৰা বৰফুকন যে আউনীআটীৰে প্ৰপন্ন শিষ্য আছিল তাত সন্দেহ নাই। গুৱাহাটীৰ আমনিসত্ৰত থকা ( এতিয়া উত্তৰ গুৱাহাটীত ) গোপীনাথ মূৰ্ত্তি কলীয়াভোমোৰা ফুকনেই দিয়া। এই সম্পৰ্কে ষষ্ঠ বঃ ২য় সং বাহীত কোনোবাই তেওঁক ন-গোসাঁইৰ শৰণীয়া বুলি লিখাত স্বৰ্গীয় হিতেশ্বৰ বৰুৱাই শুধৰণি জনাই লিখিছিল—"বৰফুকনে ন-গোসাঁইৰ ঘৰত শৰণ লৈছিল বুলি লিখকে কৈছে, কিন্তু আমি জানো বৰফুকন আউনীআটীৰহে শৰণীয়া।" ( আলোচনী ৬ষ্ঠ বঃ, ৪ৰ্থ সং পৃঃ ১৮০ ; শক ১৮৩৬ )

ফলো পোৱা গৈছিল। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত জপৰা শইকীয়াৰ নেতৃত্বত বচাৰ মানুহে স্বতন্ত্ৰে প্ৰৱৰ্ত্তিৱলৈ থৰোঁতে সেই বচাৰ এফাল মানুহে পূৰ্ণানন্দ-বুঢ়াগোহাঁইৰ লগ ললে। সেই মানুহখিনি পূৰ্ব্বৰ প্ৰাণহৰিদেৱৰ প্ৰভাৱৰ লোক। এইবিলাক ভাবিচিন্তিয়ে কলীয়াভোমোৰা বৰফুকনে আউনী-সত্ৰাধিকাৰক গুৱাহাটীলৈ নি কামৰূপৰ সমাজৰ নেতৃস্থানীয় লোকসকলক প্ৰভু লক্ষ্মীৰামৰ সান্নিধ্য কৰাই দিছিল—

অনন্তৰে বুজৰ বৰুৱা বৰকাথ
অঠৰয় পৰঙ্গনা অধিকাৰ জাত
চৌধাৰী পাটোৱাৰী সমন্বিতে আসি
প্ৰভুক প্ৰণামি সবে থাকন্ত উপাসি ॥

( লক্ষ্মীৰাম চৰিত্ৰ পদ-১২০ )

লক্ষ্মীৰামদেৱৰ সান্নিধ্য আৰু ভ্ৰমণৰ ফলত ডিমৰুৱা আৰু বেলতলাৰ ৰজাই আউনীআটীৰ লগত ধৰ্ম্মসূত্ৰে আবদ্ধ হ'ল। কামৰূপৰ প্ৰজাসকলেও ধৰ্ম্মৰ যোজক-প্ৰভাৱত উজনিৰ ৰাজসত্ৰৰ ডেকা অধিকাৰ জনাৰ সংস্পৰ্শ পাই পূৰ্ব্বৰ দ্বেষ অসন্তোষ পাহৰি গ'ল। তাৰ পাছৰপৰাই কামৰূপীয়া প্ৰজাৰ বিদ্ৰোহ মতি যি নাইকিয়া হলেই মানৰ আক্ৰমণৰ সময়ত বহুত কামৰূপীয়া সৈন্যই হাদিৰা চকীত প্ৰাণ আহুতি দিছিলগৈ। আউনীআটীৰ প্ৰপন্ন শিষ্য কলীয়াভোমোৰা বৰফুকন আহোম শাসনৰ বেলিমাৰ যুগৰ পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ লগতে শেষ বিচক্ষণ ৰাজপুৰুষ।

লক্ষ্মীৰাম প্ৰভু সৰুৰেপৰা স্বভাৱ-গায়ক আছিল। নিজ বহাত মাজে মাজে সুললিত গীত গাইছিল আৰু ললিত স্বৰে মুৰুলী বজাইছিল। গুৱাহাটীৰ পৰা সত্ৰলৈ উলটি অহাৰ পাছত কৰবাত মুৰুলী-সংবাদ গীত শুনি ৰাধাকৃষ্ণ ভাৱনা কৰিবৰ মন গ'ল। পাছে কোনোবা এজন ব্ৰহ্মচাৰীক অনাই গীত মাতৰ আখৰা কৰি ৰাধা-কৃষ্ণৰ কথা লৈ এটা ডাঙৰ ভাৱনা কৰিলে।

এবাৰ উজনিৰ জাজী, চাৰিং, শিৱসাগৰ, দিহিং, অভয়পুৰ, ডিপাম, বকতা আদি ঠাই চহৰ ফুৰি সত্ৰ পোৱাৰ অলপদিন পাছতে পদ্মপাণিদেৱ বৈকুণ্ঠী হ'ল। লক্ষ্মীৰাম অধিকাৰ হ'লত তেওঁৰ ভায়েক কৃশৰাম ডেকা অধিকাৰ হ'ল।

চন্দ্ৰকান্ত সিংহ দ্বিতীয়বাৰ ৰজা হোৱাৰ উপলক্ষ্যে যি মহোৎসৱ হৈছিল তাত স্বৰ্গদেৱক নিৰ্ম্মালি দিবলৈ লক্ষ্মীৰামদেৱ যাব নোৱাৰিলে বা ইচ্ছা কৰিয়েই

নগ'ল। তাৰ পৰিবৰ্তে ডেকাজনা কুশৰামদেৱকে পঠালে। দ্বিতীয়-বাৰৰ ৰাজত্ব কালতে স্বৰ্গদেউ চন্দ্ৰকান্ত ও কুঁৱৰী আৰু তিনিজনা গোহাঁইসহ সদলে আৰু সসৈন্যে সত্ৰলৈ আহিছিল। গোবিন্দক সেৱা কৰি অনেক বয়-বস্তুও দিছিল।

কুশৰামদেৱ অলপ একাচেকা প্ৰকৃতিৰ লোক আছিল। কোনো কাৰ্য্যত ককায়েক অধিকাৰৰ লগত মতৰ মিল নোহোৱাত আৰু ভকতসকলৰো অমিল কাৰ্য্যত বিসঙ্গতি পাই দক্ষিণপাটত যাদৱৰায়ৰ সেৱা কৰোঁগৈ বুলি সত্ৰৰপৰা ওলাই গ'ল। পাছত তালৈকো নগৈ ১৭৪২ শকৰ আহিনত ভটীয়াই গ'ল। লক্ষ্মীৰামদেৱে এই কথাত বিষম পাই অম্বৰীৰ ভঁৰালী আৰু লক্ষ্মীগুৰাকটাক কুশৰামদেৱক ওভোতাই আনিবলৈ পঠিয়ালে। তেওঁলোকে গৈ কুশৰামদেৱক দেৰগাঁৱত লগ ধৰিলে। বহুত বৰাই বুজায়ো ডেকা অধিকাৰক সত্ৰমুৱা কৰিবলৈ ভক্ত দুজন সক্ষম নহ'ল। ভঁৰালী আৰু গুৰাকটা বিমন হৈ উলটি আহি প্ৰভুক সকলো কথা কলত 'গোবিন্দৰ ইচ্ছা' এই এষাৰ মাত্ৰ কথা কৈ প্ৰভু মৌন হৈ থাকিল।

কুশদেৱ প্ৰভু অলপদিন দেৰগাঁৱত থাকি নগাঁও পালেগৈ; নগাঁৱতে বহুত দিন থাকিল। এনেতে লক্ষ্মীৰামদেৱ নৰিয়া পৰিল। প্ৰভুৱে হৰ ভাণ্ডাৰীক কুশৰামদেৱলৈ অসুখৰ খবৰ দিবলৈ কলে। হৰ ভাণ্ডাৰীয়ে ছজন ভকতক কুশৰামদেৱক আনিবলৈ পঠালে। ভকত কেইজনে গৈ সকলো বৃত্তান্ত কোৱাত কুশৰামদেৱে ঠেঁহ এৰি নৌকাযোগে খৰধৰকৈ আহিল। আহিয়েই অসুস্থ ককায়েকক সেৱা কৰিলে। দুয়ো দুয়োকো কিছুপৰ ৰ'লাগি চাই থাকিল; দুয়োৰো চকুত ধাৰাসাৰে পানী। বহুতদিনীয়া বিৰহৰ পাছত দুয়োকো দুয়ো চায়ো মাতবোল কৰিব নোৱাৰিলে। ভকতসকলেও উচুপিবলৈ ধৰিলে। চকুৰ পানীয়ে ফটা বাঁহ আকো জোৰা লগালে। ডেকাপ্ৰভু কান্দি কান্দি ওলাই বহালৈ গ'ল।

প্ৰভুৰ অসুখ ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে। এদিন গা বিধাৰণ হেন জানি কুশৰামদেৱক মতাই অনালে। ভাগৱতী ধৰ্ম্মৰ পৰম্পৰা দামোদৰ, বংশী-গোপাল, জয়হৰি, নিৰঞ্জনদেৱ ক্ৰমে যথাৰীতি অধিকাৰৰ মালা শিৰত দিলে। কুশৰামদেৱে মুৰ চপৰাই মালা গ্ৰহণ কৰি সেৱা কৰিলে। প্ৰভু লক্ষ্মীৰামদেৱে উপদেশ দি কলে—

অধিক কি কৈবো মঞি তোমাৰ আগত।
সমস্তে কাৰ্য্যত তুমি আপুনি শকত॥

বিপ্ৰ বৈষ্ণৱত যেন সুহিবে বিৰোধ।
তেন মতে আচৰিবা দিলো এই বোধ॥
(লক্ষ্মীৰাম চৰিত-৩২০)

অধিকাৰৰ মালা দি লক্ষ্মীৰাম প্ৰভু সাৱধান হ'ল। ভকতসকলক কলে বোলে বেলা আৰু দিনটোহে আছে, এই বুলি গঙ্গোদক পান কৰিলে। গোপাল ভাগৱতীক অনাই ভাগৱতৰ দশমস্কন্ধৰ শিশুলীলা খণ্ড পঢ়িবলৈ কলে! শুনি থাকি আকৌ সুধিলে বেলা কিমান আছে, বোলে একপ্ৰহৰ আছে। এই কথা শুনি প্ৰভু চকুমুদি ধ্যানস্থ হ'ল; মুখত অস্পষ্ট কৃষ্ণনাম। ওচৰত থকা সকলোৰে চৰণত পৰি কান্দিবলৈ ধৰিলে; হুৰা-হুৰা লাগিল। নাম ঘৰত শঙ্খ ডবা কাহঁৰ সমবোল উঠিল। প্ৰভুক যথা নিয়মে বাহিৰলৈ নিয়া হ'ল। শক ১৭৪৩, মাহ আঘোণ, কৃষ্ণাষ্টমী।

একাদশ দিনা শ্ৰাদ্ধ শান্তিৰ পাছত ৰাজ আজ্ঞা শুনোৱা হ'ল। সন্ত মহন্তসকলে কুশৰাম দেৱক অধিকাৰ নিৰ্ম্মালি দিলে। ভায়েক বিশ্বম্ভৰ ডেকা অধিকাৰ হ'ল।

লক্ষ্মীৰামদেৱ প্ৰভুৱে মাত্ৰ দুমাহ কম তিনি বছৰহে অধিকাৰৰ আসন শুৱনি কৰিছিল। প্ৰয়াণ কালত বয়স ৪৬ পাৰ হৈ ৪৭ বছৰত সোমাইছিলহে। এইজনা প্ৰভু অত্যন্ত মৃদু স্বভাৱৰ আছিল। ভকত বৈষ্ণৱৰ মনত দুখ নিদিছিল, প্ৰয়োজন হ'লেও আগৰজনাৰ নিচিনাকৈ কঠোৰ মূৰ্ত্তি ধৰিব নোৱাৰিছিল। সৰুৰেপৰা সঙ্গীতবিদ্যাৰ অনুশীলন কৰাৰ ফলত কোমল চিত্ত আৰু আবেগ প্ৰৱণ আছিল। তেওঁ যে সুগায়ক আছিল এই কথা চৰিতকাৰে কাব্যিক বোল দি এইদৰে বৰ্ণাইছে।

নিজস্থানে বহি গীত গাৱয় শোভন।
শুনি মোহ হয়ে গীতে অধিকাৰীগণ॥
সুললিত কৰিয়া তোলয় দিব্য-স্বৰ।
স্ৰবিয়া পৰয় জল আপুন নেত্ৰৰ॥
অনেক বিনোদৰসে তোলে স্বৰ জাতি।
পশুপক্ষীসৱে হেলাৱয় কাণপাতি॥

অধিকাৰ পদত অভিষিক্ত হোৱাৰ পাছৰপৰাই শৰীৰ অসুস্থ নোহোৱা হ'লে আৰু দেশৰো অৱস্থা ভালে থকা হ'লে এইজনা প্ৰভুৰপৰা নাট-গীত বিষয়ত সত্ৰই বহুত অৱদান পালেহেঁতেন।

## ত্ৰয়োদশ অধ্যায়

## শ্ৰীশ্ৰীকুশৰামদেৱ ঃ (শক ১৭৪৩-১৭৬০)

শ্ৰীনাথৰ দ্বিতীয় পুত্ৰ কুশৰামদেৱৰ জন্ম হয় ১৭০২ শকৰ কৃষ্ণা চতুৰ্থীত। দেশ বিভ্ৰাটৰ কাৰণে বংশৰ নিয়ম অনুসৰি ৯ বছৰত উপনয়ন দিয়া সম্ভৱ নহ'ল। ১৭১৫ শকত ১৩ বছৰ বয়সতহে কুশৰামদেৱৰ উপনয়ন সংস্কাৰ সম্পন্ন হয়। শ্ৰীনাথদেৱ তেতিয়া নগাঁৱৰ পুৰণিগুদামৰ সত্ৰত আছিল। উপনয়নৰ পাছত পিতৃদেৱেকে গুৱাহাটীৰ নাৰায়ণ কন্দলীৰ ছাত্ৰশালত পঢ়িবলৈ পঠায়। তাত কিছুদিন পঢ়াৰ পাছত দিচৈ বৰচাপৰিত সত্ৰ কৰি থকা লক্ষ্মীনাথ প্ৰভুক পিতৃদেৱেকৰে সৈতে গৈ কুশৰামদেৱে সেৱা কৰিলেগৈ। তাতে পিতৃ আৰু বৰপিতৃ দুয়ো পৰামৰ্শ কৰি কলঙৰ পাৰতে গঙ্গাধৰ অধ্যাপকক ছাত্ৰশাল কৰাই দি কুশৰামদেৱক শাস্ত্ৰ অধ্যয়ন কৰিবলৈ পঠিয়াই দিলে। কিছুদিন পঢ়াৰ পাছত দেৱেৰাপাৰত সত্ৰৰ ভাৰ ললেহি আৰু পদ্মপাণি প্ৰভুৰ দিনত গোবিন্দপুৰীয়া ডেকাৰূপে আছিল। গোবিন্দপুৰীয়া হৈ থকা দিনতে পদ্মপাণি প্ৰভুৰ অনুমতি লৈ দেৰগাঁও, নাহৰণি, চৰাইবাহী, দৈয়াঙৰচা, দিচৈ, হেলোঙাপাৰ (চাৰিং) আদি ঠাইত চহৰ ফুৰি বহুত লোকক শৰণীয়া কৰি আহিছিল।

গোবিন্দপুৰীয়া অৱস্থাতে কুশৰামদেৱ আকৌ ভাটীৰ ফালে, ওলাল, কিছুদূৰ পাইছিলগৈও কিন্তু এনেতে পদ্মপাণিদেৱৰ অসুখ হোৱাত তেওঁৰ আজ্ঞাত পুনৰ সত্ৰলৈ উভতি আহিব লগা হৈছিল। পাছে অধিকাৰ প্ৰভুৰ অসুখ ভাল হোৱাত পুনৰায় ভাটীযাত্ৰা কৰি গুৱাহাটী পালেগৈ। ভাটীত তেতিয়া বদনচন্দ্ৰ দ্বিতীয়বাৰ বৰফুকন হৈ আছে। গতিকে কুশৰামদেৱৰ এই যাত্ৰা ১৭৩২ শকৰপৰা ১৭৩৬ শকত ভিতৰতে হব[১]। কুশৰামদেৱৰ আগমন বাৰ্ত্তা পাই বৰফুকনে সসৈন্যে আগবঢ়াই নিলেহি। ঘাটৰপৰা আমনি সত্ৰলৈকে খাটোলাৰে গ'ল। সত্ৰতো গৈ বদন বৰফুকনে সপৰিবাৰে সেৱা

---

১। ১৭৩২ শকৰ আঘোণ মাহত কলীয়া ভোমোৰা বৰফুকন গুৱাহাটীত ঢুকায়। তেওঁৰ ঠাইত বদন চন্দ্ৰ বৰফুকন দ্বিতীয় বাৰ বৰফুকন হয়। বদন বৰফুকনো আউনীআটীৰ সেৱক আছিল। সত্ৰলৈ তেওঁ সোণৰ কোৱা অৰ্ঘা দান কৰিছিল।

কৰিলে। গুৱাহাটীত থকা সময়ত বৰফুকনে মাজে মাজে আহি সেৱা কৰি আছিল। বৰফুকনৰ ৰাজনৈতিক বিপৰ্য্যয়ৰ সম্ভাৱনাৰ খবৰ পাই কুশৰামদেৱ সত্ৰলৈ উলটিল।

পদ্মপাণিদেৱৰ প্ৰয়াণৰ পাছত কুশৰামদেৱ গোবিন্দপুৰীয়া গুচি ডেকা অধিকাৰ হ'ল আৰু ডেকা অধিকাৰ হিচাপেই চন্দ্ৰকান্ত সিংহক দ্বিতীয়বাৰ ৰজা হোৱাৰ নিৰ্ম্মালি দিবলৈ গৈছিল। তাতে কেইমাহমান থাকিলো। তাৰপৰা উলটি আহি সত্ৰত থাকোঁতে কিবা কথাত উছাট মাৰি সত্ৰৰপৰা ওলাই গৈ কিছুদিন নগাঁৱত আছিলগৈ। লক্ষ্মীৰাম প্ৰভুৱে মানুহ পঠিয়ায়ো মতাই আনিব নোৱাৰিলে। পাছত প্ৰভুৰ অসুখ টান বুলি খবৰ পাই প্ৰয়াণৰ কেইদিনমান আগতে সত্ৰলৈ আহিল। লক্ষ্মীৰাম প্ৰভু ইষ্টধামলৈ গতি কৰাৰ পাছত শ্ৰাদ্ধ শান্তি শেষ হোৱাত অধিকাৰ নিৰ্ম্মালি আৰু শান্তি অভিষেক গ্ৰহণ কৰে। ভায়েক বিশ্বম্ভৰদেৱ ডেকা স্বৰূপ আছিল যদিও নিৰ্ম্মালি লোৱা নাছিল। পাছত তেওঁ বিবাহ নকৰালে বংশত ছেদ পৰাৰ আগন্তুক দেখি কুশৰামদেৱে তেওঁক আশ্ৰমী হোৱাৰ অনুমতি দি বিবাহ কৰাই দিলে।

অধিকাৰ পদত অভিষিক্ত হোৱাৰ অলপ দিন পাছতে কুশৰামদেৱ ৺যাদৱৰায়ক সেৱা কৰিবলৈ দক্ষিণপাটলৈ যায়। দক্ষিণপাটৰ অধিকাৰ তেতিয়া বিভুদেৱ গোসাঁই। বিভুদেৱ গোসাঁয়েও অনুসৰি ধাৰাণ আগবঢ়াই নি সমাদৰেৰে সোধপোছ কৰে। যাদৱৰায় মহাপ্ৰভুক সেৱা কৰি প্ৰভু গড়মূৰলৈ আহে। গড়মূৰতো বংশীগোপাল মহাপ্ৰভুক সেৱা কৰে। গড়মূৰৰ তেতিয়াৰ অধিকাৰ ৰঘুদেৱ গোসাঁইৰ লগত মধুৰ বচনে প্ৰিয়ালাপ কৰি প্ৰভু সত্ৰলৈ ওলটে। পাছত এবাৰ গুৱাহাটীৰ খনামুখ ঘাটৰ বাহৰত কুৰুৱাবাহীৰ জনাৰ লগতো প্ৰভুৰ সাক্ষাৎ হৈছিল। কুৰুৱাবাহীৰ জনা কুশৰামদেৱৰ সখি আছিল। তাতে দুয়োৰো মধুৰ বিশ্ৰম্ভালাপ আৰু দেশপ্ৰজাৰ ভবিষ্যত সম্পৰ্কে 'কথাবতৰ হৈ কেইদিনমান বৰ প্ৰীতি সন্তোষে কটালে। কুশদেৱ গোসাঁইৰ বাকী তিনি সত্ৰ ভ্ৰমণৰ উদ্দেশ্য আছিল বিপদৰ সময়ত মৈত্ৰীবন্ধন সুদৃঢ় কৰা। এইটো পূৰ্ব্বাপৰ ৰীতিও, ইগৰাকী সিগৰাকীৰ গুৰিলৈ বিনা নিমন্ত্ৰণে নগৈছিল, এতিয়াও নাযায়। কুশদেৱ গোসাঁয়ে কালৰ প্ৰয়োজন বুজি নিজেই খবৰ দি যাদৱৰায় বংশীগোপালক সেৱা কৰিছিলগৈ। সেই সুযোগতে আপদ-বিপদত কৰণীয় সম্পৰ্কেও আলোচনা কৰিছিল।

বৰবাম সত্ৰখন আচল যেন পাই প্ৰভু কুশৰামদেৱে সেই সত্ৰ এৰি

পুৰণি ঠাইত সত্ৰ পাতেগৈ। কেশৱদেৱ প্ৰভুৰ দিনতেঁ এই ঠাইতে সত্ৰ আছিল বুলি লোক পৰম্পৰাই মানুহে শুনিছিল। সেই ঠাইতে আকৌ সত্ৰ পতাৰ মূল কাৰণো সেয়েই। তাৰ উপৰি ঠাই ডোখৰ ৰৱবামৰ নিচিনা চাৰিও ফালৰপৰা সহজে প্ৰৱেশিব পৰা মাজালি ঠাই নহয়। দুৰ্বৃত্তৰ আক্ৰমণাদি হ'লেও সেই ঠাই পাওঁতে সময় লাগিব আৰু তেনে পৰিস্থিতি হলে ব্যৱস্থা লোৱাৰো সময় পোৱা যাব। ৰজাৰ তেতিয়া থান্‌থিতেই নাই, গতিকে ৰাজ সহায়তা নোহোৱাকৈয়ে ভকত বৈষ্ণৱসকলে লগত কিছু পাইক লৈ নিজেই সেই সত্ৰ নিৰ্ম্মাণ কৰে। সত্ৰৰ আৰ্জা অৱশ্যে পূৰ্ব্ববৎ আছিল। নামঘৰ মণিকূট আগচালি থকা ভকতহাটী ভঁৰাল ইত্যাদি পূৰ্ব্বৰ নিচিনাই আহল বহল আৰু শোভন আছিল।

মানৰ প্ৰথম আৰু দ্বিতীয় আক্ৰমণত মাজুলীৰ সত্ৰবিলাকৰ বিশেষ ক্ষতি হোৱা নাছিল। তৃতীয়বাৰত মিঙ্গিমহা তিলোৱা সসৈন্যে আহিছিল। মানে পতা ৰজা চন্দ্ৰকান্ত সিংহক যথাযোগ্য উপায়ন দিবলৈ। জয়পুৰত তেতিয়া চন্দ্ৰকান্ত সিংহযে নিযুক্তি দিয়া পতাল ৰৰবৰুৱা কোঠ মাৰি সাৱধানে আছিল। মান সেনাপতি তিলোৱাই এই প্ৰাৰম্ভ দেখি চোভা কৰি ছলেৰে ৰৰবৰুৱাক বন্দী কৰি মাৰিলে। এই ঘটনাত চন্দ্ৰকান্ত সিংহই এইবাৰ মান অমিলভাৱে আহিছে বুলি ভাবি ৰৰসেনাপতিৰ ভায়েক কলিবৰ বুঢ়াগোহাঁঞিক যুদ্ধ কৰিবলৈ পঠাই নিজে গুৱাহাটীলৈ গুচি গ'ল ( ১৭৪২, চ'ত-২ )। চন্দ্ৰকান্ত সিংহ নাৱেৰে ভটীযাই যাওঁতে গোসাঁইসকললৈকো অন্তৰি থাকিবলৈ পৰামৰ্শ দি পঠাইছিল। চন্দ্ৰকান্তই পঠোৱা দূতৰ মুখে এই বাৰ্ত্তা শুনি কৃশদেৱ গোসাঁয়ে ভকতসকলৰ লগত আলচ কৰিলে। সকলোৱে সত্ৰৰপৰা অন্তৰি যোৱাকে স্থিৰ কৰিলে। ককায়েকৰ আজ্ঞাত ভায়েক বিশ্বম্ভৰদেৱো মাতৃ আৰু ভাৰ্য্যাসহ নাৱত উঠিল। যাওঁতে বাটত ঘিলাধাৰী, মঙ্গলদৈৰ মুখ আৰু কুৰুৱাত কেই-দিনমানকৈ থাকি গুৱাহাটী পালেগৈ। তাত গৈ গুৱাহাটী নগৰৰ আমনি সুত্ৰেতে নাথাকি গেৰুৱাজানত[২] থাকিল। চন্দ্ৰকান্দ্ৰ সিংহ তাৰ আগতে গৈ গুৱাহাটী পাইছিল।

গেৰুৱাজানত থাকোঁতেই বিশ্বম্ভৰদেৱৰ জ্বৰ হ'ল আৰু সেই জ্বৰতে অলপ-

২। বৰ্তমানে তাক ধোঁৱাজান বোলে, ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে ধোঁৱাজান সেইখিনিতে ব্ৰহ্মপুত্ৰত পৰিছে।

দিনৰ ভিতৰতে তেওঁ দেহত্যাগ কৰিলে। বিশ্বম্ভৰদেৱে বিয়া কৰোৱা সৰহদিন হোৱা নাছিল। সতি-সন্ততি হ'বলৈকো নাপালে। তেওঁৰ দেহান্তৰৰ লগে লগে বংশত আৰু দ্বিতীয় পুৰুষ নাথাকিল, যাৰপৰা বংশ বিস্তাৰ হব পাৰে। নিৰঞ্জন দেৱৰ বংশত ছেদ পৰিল। এই কথাতে কুশদেৱৰ আৰু ভক্তবৃন্দৰ মনত অধিক সন্তাপ হ'ল। কুশদেৱ গোসাঁইৰ ভাবিচিন্তি টোপনিকে নহা হ'ল। প্ৰকৃতপক্ষে কবলৈ গ'লে সাত ভাই ককাইৰ ভিতৰত কেৱল এজনক মাত্ৰ বিবাহ কৰিবলৈ দি এটাই কেউজনক উদাসীন হবলৈ দিয়া যি নিয়ম কৰিছিল সেই কালত বংশ ৰক্ষাৰ কাৰণে সেয়ে যথেষ্ট নাছিল। মাৰি-মৰক, দেশবিভ্ৰাট, যুদ্ধ-বিগ্ৰহ আৰু অচিকিৎসা বা সুচিকিৎসাহীনতাৰ কাৰণে তেতিয়াৰ দিনত সাত আঠ জন ভাই-ককাইৰ ভিতৰত এজনমানেহে আয়ুসৰ বলে পৰিপক্ক বৃদ্ধত্ব লাভ কৰিব পাৰিছিল! এনে অৱস্থাত এটা বংশত যদি শতকৰা নবৈজন পুৰুষেই বিবাহ নকৰে তেনেহলে ছেদ নোহোৱাকৈ চাৰি পুৰুষ কাল এটা বংশ বৰ্ত্তি থকাষাৰেই আচৰিত কথা। ইমানবিলাক ডেকা অবিবাহিত হব লগা হৈছিল পাখী-সত্ৰবোৰৰ ৰক্ষাৰ কাৰণে। বংশৰ ডেকাসকলক প্ৰশিক্ষণ দিয়াৰ বাহিৰে চাৰিপাঁচখন উদাসীন পাখী সত্ৰৰ কি প্ৰয়োজন আছিল বুজা নাযায়। অস্তু, সেইবোৰ কথা খুচৰি লাভ নাই।

বিশ্বম্ভৰৰ মৃত্যুত কুশৰামদেৱৰ শিৰত আকাশী স্বৰগ পৰাদি পৰিল। লৰালৰিকৈ সত্ৰলৈকে উলটি আহিল। সত্ৰত আহি চাৰিহটীয়া সকলো বৈষ্ণৱক মতাই আনি এই বিষয়ে আলচ কৰি দত্তক পুত্ৰ গ্ৰহণ কৰাকে স্থিৰ কৰিলে। সকলোৱে দত্তক পুত্ৰ গ্ৰহণৰ সুযোগ্য ভাগৱত-ধৰ্ম্মৰ পৰম্পৰাৰে প্ৰসিদ্ধ বংশত ওপজা সুযোগ্য আৰু অল্প বয়স্ক শিশুৰ সন্ধান কৰিবলৈ ধৰিলে। দক্ষিণপাট ( গৃহী ) গড়মূৰ (সৰু) কুৰুৱাবাহী ক'তো দত্তক গ্ৰহণযোগ্য শিশুৰ সন্ধান নাপাই আধলীয়া যদুমণিৰ বংশৰ মাহৰাসত্ৰৰ অধিকাৰ বাসুদেৱ গোসাঁইলৈ মনত পৰিল। বাসুদেৱ গোসাঁই কুশদেৱ গোসাঁইৰ পৰম মিত্ৰ আছিল। পহুমৰাৰপৰা বিশ্বম্ভৰদেৱৰ বিধবা পত্নী আই গোসাঁনীয়েও ( মুক্তি আই ) মাহৰা গোসাঁইৰ উপযুক্ত দত্তক যোগ্য ল'ৰা আছে বুলি খবৰ পঠিয়ালে। এই খবৰ পাই কুশৰামদেৱে ভকত বৈষ্ণৱক গোটাই আনি কলে, 'মাহৰাসত্ৰৰ বাসুদেৱ গোসাঁই আছে। যদুমণিদেৱৰ বংশই পুত্ৰ-পৌত্ৰাদিক্ৰমে এই সত্ৰ পালন কৰি আহিছে। ব্ৰহ্মসংহতিয়েই তেওঁলোকৰো প্ৰৱৰ্ত্তন। আমাৰ মিতিৰ সম্বন্ধও অলপ আছে। বাসুদেৱ গোসাঁই শুদ্ধাশয় সাধু পুৰুষ। তেওঁৰ শিশুকে যদি দত্তকৰূপে লোৱা

হয় তোমালোকৰ মনোনীত হয় কি নহয় জনাব লাগে।' শ্ৰীৰামবাগীশ, ধৰ্মেশ্বৰ ৰবদেউৰী প্ৰভৃতি মুখ্য ভক্তসকলে একবাক্যে সমৰ্থন জনালে। পাছে প্ৰভুৱে জয়হৰি শৰ্মা মলীয়া বৰাক ল'ৰা চাবলৈ লক্ষীমপুৰলৈ পঠাই দিলে। জয়হৰি শৰ্মা মলীয় বৰা নামৰ এজন মুখ্য বৈষ্ণৱে মাহৰাসত্ৰত গৈ কুশদেৱ প্ৰভুৰ ইচ্ছাৰ কথা বাসুদেৱ গোসাঁইক আদ্যোপান্ত বিবৰি কলে। বাসুদেৱ গোসাঁয়ে কলে, "আউনীআটী শ্ৰেষ্ঠ সত্ৰ, আমাৰ সকলোৰে নমস্য, আউনীআটী অধিকাৰৰ কথা আমি অৱশ্যে ৰাখিব লাগে। তেওঁৰ ইচ্ছামতে পুত্ৰ নিয়ক, আমাৰ আপত্তি নাই। পাছে এটা কথাহে, দত্তক পুত্ৰ লবলৈ হ'লে পাঁচবছৰৰ অধিক বয়স হোৱা প্ৰশস্ত নহয়; পাঁচবছৰৰ কম হ'লেহে পুত্ৰেষ্টি কৰি গোত্ৰছেদ কৰি লব পাৰি। মোৰ এটা ল'ৰাৰ বাহিৰে বাকী এটাই কেউটাৰে পাঁচবছৰ উকলি গৈছে। সেই এটিৰ গাত হলে ভৱিষ্যৎ মহন্তৰ চিন দেখা পাইছোঁ, তোমালোকে চাব পাৰা। মোৰ ভাইৰো উপযুক্ত লৰা আছে; তাকো চাব পাৰা।" এইবুলি এটাইকেউটি ল'ৰা আগলৈ আনি দেখুৱালে। বাসুদেৱ গোসাঁইৰ কনিষ্ঠ পুত্ৰ দেৱদত্তক দেখি আউনীআটীৰ বৈষ্ণৱজন মুগ্ধ হ'ল। জয়হৰি মলীয়া ৰবাই যি কথা-বতৰা হ'ল, যেনে দেখিলে, সকলো কথা কুশদেৱ প্ৰভুক উভতি আহি সাঙ্গোপাঙ্গে জনালে। প্ৰভুৱে শুনি সন্তুষ্ট হৈ চাৰিজনক দত্তক শিশুটি আনিবলৈ পঠাই দিলে। শিশুৰ মাতৃ কালিন্দী আই পুত্ৰবিচ্ছেদৰ আগন্তুক দেখি অতিশয় বিহ্বল হৈছিল। বাসুদেৱ গোসাঁয়ে বহুত বুজাই বৰাইহে শান্ত কৰিব পাৰিছিল। পাছদিনা পুত্ৰক লৈ পিতৃ গোসাঁইজনে নিজেই সত্ৰলৈ আহিল। দিন বাৰ চাই বৈদিক বিধি অনুসাৰে ১৭৪৩ শকৰ মাঘ মাহত মাহৰা শিশু দত্তদেৱক কুশদেৱ গোসাঁয়ে দত্তকপুত্ৰৰূপে গ্ৰহণ কৰিলে।

ইয়াৰ পাছত বাসুদেৱ গোসাঁই সপত্নীক সত্ৰলৈ আহিছিল। কুশদেৱ গোসাঁয়ে কলে, "এক পুত্ৰে পুত্ৰবান নহয়, মোক আৰু এটি পুত্ৰ দান কৰিব লাগে।" বাসুদেৱ গোসাঁয়ে ঈষত হাঁহি কলে, "আমি এতিয়া বুঢ়া হলোঁ, এতিয়া আৰু পুত্ৰ হবৰ কাল নাই, তথাপি সাধুৰ বাক্য খণ্ডন যাব নোৱাৰে, আশীৰ্ব্বাদ কৰক আৰু যদি এটি সন্তান হয় সত্ৰকে দিম।" কুশদেৱে আৰু বাসুদেৱ দুয়োজনাই গোবিন্দক সেৱা কৰিবলৈ মণিকূটলৈ গ'ল। চাকি এটা ধৰি কুশদেৱ গোসাঁয়ে আশীৰ্ব্বাদ কৰিলে। কথিত আছে গোবিন্দৰ আসনৰপৰা ফুল এপাহ সৰি পৰিল। গোবিন্দই প্ৰাৰ্থনা মঞ্জুৰ কৰিছে বুলি চিন পাই সকলোৱে আনন্দাশ্ৰু টুকি বিদায় ললে। এই দৈবানুকূল্যৰ ফলতে বাসুদেৱ গোসাঁইৰ

আৰু এটি পুত্ৰ সন্তানৰ জন্ম হ'ল—নাম ধৰ্ম্মেশ্বৰ। এই বালককো পাছত যথা বয়সত আনি বিধানমতে কৃশদেৱে দত্তকস্বৰূপে গ্ৰহণ কৰিলে। দুইটি গৃহীত পুত্ৰকে কৃশদেৱৰ ভ্ৰাতৃবধূ বিধবা মুক্তি আয়ে সযত্নে লালন পালন কৰিছিল। কিছুদিন পাছত বাসুদেৱ গোসাঁইৰ ভায়েকৰ পুতেক এজনকো আনি লৈছিল। তেওঁৰ নাম আছিল পূৰ্ণানন্দ আৰু বয়সতো ই দুজনাতকৈ জ্যেষ্ঠ। এইজনা ডেকা পাছত "আকাশৰ তৰা যেন খসিয়া পৰিল।" সেই কথা পাছে পৰেও হব[৩]।

১৭৪৩ শকত মান সেনাপতি মিঙ্গিমহা তিলোৱাই লোকক দেখাই যোগেশ্বৰ সিংহক বহিৰজা পাতি নিজে উঠিৰজা হৈ ৰাজ্য চলাইছিল। বৰ গোহাঁই, ফুকন, বৰবৰুৱা আদি বিষয় সবহভাগেই আছিল মানে পতা। মাজুলী খণ্ডতো মানৰ বিষয়া ঠায়ে ঠায়ে পাতি দিছিল। প্ৰথমছোৱাত তেওঁলোকে বশ্যতা স্বীকাৰ কৰাবোৰক বিশেষ একো কৰা নাছিল, পাছলৈ এবাৰ নৰ-শোণিতৰ আস্বাদ পোৱা বাঘৰ দৰে একো বাচ-বিচাৰ নকৰাকৈ উপদ্ৰৱ অত্যাচাৰ চলাবলৈ ধৰিলে আৰু শেষত লুণ্ঠন, হত্যা, গৃহদাহ, নাৰীধৰ্ষণ, এইবোৰ মানৰ ক্ৰীড়ামোদত পৰিণত হৈছিল। এবাৰ যোগেশ্বৰসিংহ বোলে আউনীআটীলৈ গৈছিল, আন সত্ৰবোৰৰপৰা মুখত দেখুৱাই হ'লেও কোনোবা একোজনে একোবাৰ ৰংপুৰলৈ গৈ মানেপতা ৰজাক দেখা দি আহিছিল। আউনীআটীৰ কৃশদেৱ যোৱাও নাছিল আৰু কাকো পঠোৱাও নাছিল। যোগেশ্বৰসিংহ নিজেই এবাৰ আহি সত্ৰৰ ওচৰত বাহৰ কৰি থাকিলহি। ভকতক পঠাই কৃশদেৱ প্ৰভুৱে ভালমন্দ সোধালে কিন্তু বিলক্ষণ, যেন দেখি নিজে হলে নগ'ল। সত্ৰৰ অধিকাৰে দেখা নকৰাত যোগেশ্বৰ ৰজা গুচি গ'ল কিন্তু মনত কক্ষা ৰাখিহে গ'ল। উভতি গৈ মানৰ ৰজা অৰ্থাৎ এইক্ষেত্ৰত মিঙ্গমহা তিলোৱাক লগলেগে বোলে আউনীআটীলৈ গৈছিলো, মোক সোধ-পোছ নকৰিলে। আন সত্ৰৰ অধিকাৰসকল হলে ইয়ালৈকে আহি গৈছে। অকল আউনীআটীৰ জনাই মানৰ কথা নুশুনে। শুনি তিলোৱা বৰগোহাঁইয়ে অত্যন্ত কোপাবিষ্ট হৈ সত্ৰত জুই দিবলৈ আদেশ দিলে। কোনোবা দুৰৱী

৩। মাহৰা (আজি কালি বৰমাহৰা বুলিহে জনাজাত) সত্ৰৰ মূল হ'ল, বংশীগোপালদেৱৰ লগৰীয়া আৰু পৰম বন্ধু আধলীয়া যদুমণি। আধাৰ যদুমণি আৰু দেউ যদুমণি বুলিও তেওঁৰ কথা উলেখ কৰা হয়। তেওঁৰ চাৰিপুত্ৰ আছিল—জগতানন্দ, কমলাকান্ত, অচ্যুতানন্দ আৰু নিত্যানন্দ। জ্যেষ্ঠ জগতানন্দই আদি সত্ৰত থাকে। আজিকালি সেই সত্ৰৰ নাম 'বৰমাহৰা'।

ফুকন এজন মানৰ বশ হৈ মানসেনা লৈ সত্ৰৰ ফালে অহা খবৰ পালে। তেওঁ অহাৰ কথা শুনি ভাৱ-গতি বুজিবলৈ গোসাঁই প্ৰভু সত্ৰৰপৰা আঁতৰি থাকিল। গোবিন্দ মহাপ্ৰভুকো গুপ্ত কৰি থলে। এইদৰে লুকাই থাকোঁতেই শুনিবলৈ পালে যে মানে সত্ৰ দাহ কৰিলে, কুশদেৱ লৌহিত্য পাৰ হৈ দিকৰং নদীয়েদি উজাই গৈ বালিসত্ৰত থাকিলেগৈ। গোবিন্দ মহাপ্ৰভুকো গুপ্তস্থানৰ-পৰা তালৈকে লৈ গ'ল। কুশদেৱ গোসাঁয়ে ঠিক কৰিলে যে আৰু লুকাই শুফুৰে যি হয় হব। এই বুলি চাণ্ডিনিজানৰ গুৰিতে থাকিবলৈ ললে। তাত থাকোঁতেই পৰম্পৰে শুনিবলৈ পালে বোলে সত্ৰখন আকৌ সজাই দিলে। আঘোন গৈ পুহ সোমালত গোসাঁই প্ৰভু এড়ি চাপৰিত থাকিলগৈ আৰু তাৰ-পৰাই গতি গোত্ৰৰ বুজলৈ সত্ৰত প্ৰবেশ কৰিলে। বৈষ্ণৱ সকলেও স্বকি স্বকি স্থানত বহা সাজি ৰ'ল। পাছে ইমানতে যে দুৰত্যকাল উকলিল এনে নহয়। মান অহা গম পালেই প্ৰভু সবৈষ্ণৱে ঘোৰ অৰণ্যত সোমায়, মান উলটি যোৱা বাতৰি শুনিলে আকৌ সত্ৰলৈ আহি কেইসাঁজমান সুখেৰে খায়। সত্ৰত থাকিলেও গুপ্তভাৱে থাকে।

এনে সময়তে মোৱামৰীয়াৰ বাপসমে বাচ-কটীয়াই গড়মূৰ আৰু দক্ষিণ-পাট সত্ৰৰ গোসাঁইকো চপাই মানৰ লগত যুঁজ দিয়াব আলচ কৰিলে। কুশদেৱ গোসাঁইকো মাতিছিল কিন্তু ভাওগতি দেখি তালৈ নগ'ল। এনে সময়ত মানে লোহিত পাৰ হৈ উত্তৰ পাৰত ভালকৈ ধৰিলেহি। দেখি সকলোৰে পাটাৰাৰ ভাগিল।

> সমুখ হুইবাক নোৱাৰিলে একোজন।
> অস্ত্ৰ শস্ত্ৰ এৰি পলাইলেক তেতিক্ষণ॥
> দেখি ম্লেচ্ছসেনা পাচে পাচে যায় খেদি।
> পাইলে ৰাখ নাই সৱে পেলাৱয় ছেদি॥
> পলাইবে নোৱাৰি সবে কৰে কাউবাউ।
> নাই অস্ত্ৰশস্ত্ৰ মোত বিচাৰিয়া চাৱ॥
> হুহিকে যুঝাৰ থাকো সদায় গ্ৰামত।
> প্ৰাণে নামাৰিয়ো আমি তোমাৰ ৰায়ত॥
> কৰন্ত ক্ৰন্দন আতি চতুৰ্ভিতি বেঢ়ি।
> কতো সব পলাৱয় পুত্ৰ ভাৰ্য্যা এৰি॥

( কুশৰামদেৱ চৰিত্ৰ—৪৯৪ )

এইদৰে মানে প্ৰজাক্ষয় কৰি চতুৰ্দিশে হাহাকাৰৰ সৃষ্টি কৰিলে। মান-বিষয়া নাখাম ফুকন আৰু চেক ফুকন গড়মুৰত বাহৰ সজাই ৰ'ল। উদ্দেশ্য আছিল সত্ৰীয়া ধন আদায় কৰা। সেইমতে বাকী সত্ৰৰপৰা আদায় কৰিলেও এক কৃশদেৱ গোসাঁইক বিচাৰি নাপাই ক্ষুব্ধ হৈ আছিল। দিখৌমুখীয়া ৰাজখোৱাই মানক বৰিলে, মানৰ লগতে অবিশ্ৰাম থাকে। এই মানসেৱকীয়া ৰাজখোৱাজনেই চেক-চাখাম ফুকনদ্বয়ক কলে বোলে "কৃশদেউ গোসাঁইক মই ধৰি আনি দিব পাৰোঁ।" চেক ফুকনে কলে, "তোৰ গোসাঁয়ে চোন আমাক নাচাও বুলি বৰ প্ৰতিজ্ঞা কৰি বহি আছে, বাৰু তই যদি আনি দিব পাৰ তেনেহলে নিশ্চয় উচিত বঁটা দিম।"

দিখৌমুখীয়াই কিছু মানসেনা লগতলৈ সত্ৰত সোমাল গৈ। কৃশদেৱ প্ৰভুৱে দেখা নিদি গুপ্তভাৱে থকা ঠাইতে সোমাই থাকিল। দিখৌমুখীয়াই উলটি গৈ সেই কথাকে মানৰ আগত দহখন কৰি কলেগৈ। ক্ৰোধান্বিত হৈ চেক ফুকনেও যেনেকৈ পাৰ ধৰি আন বুলি আদেশ দিলে। এই আদেশত দিখৌমুখীয়া আকৌ লৰিল; গধুলিতে গৈ বৰবাম সত্ৰত থিত দিলে। বৰ-ভাণ্ডাৰী হৰবাপুৱে মানক ভক্ষ্য ভোজ্য দি আতিথ্য কৰিলে। ৰাতি ভকত-সকলে গোসাঁইক লুকাই থকা ঠাইতে দেখা কৰি আগ-পাছ আলচ কৰিলে। ভকতৰ পৰামৰ্শ আছিল টকা-পয়চা দি হলেও মানৰ সৈমান হব লাগে। ভকতসকলৰ কথা শুনি মনত অলপ বিচাট লাগি গোসাঁয়ে কলে,—"এই ম্লেছ মানৰ ভয়ত কিমান হাবিয়ে হাবিয়ে ফুৰিলোঁ তাৰ লেখ নাই, কাইলৈ মই মানৰ আগত নিজেই দেখা দিম, যি হয় হব। মোক দণ্ড দিয়াই যদি গোবিন্দৰ ইচ্ছা তাক কোনে খণ্ডাব পাৰিব।" এই বুলিলত ভকতসকল ঘৰাঘৰি গ'ল, প্ৰভুৱে শয়ন কৰিলে। পাছদিনা মানৰ অভিপ্ৰায় বুজ লবৰ কাৰণে কাটনি বৰাক দিখৌমুখীয়াৰ গুৰিলৈ পঠালে। দিখৌমুখীয়াইঁতে কাটনি বৰাকো ধৰি লগত ললে আৰু প্ৰাণৰ ভয় দেখুৱাই প্ৰভু ক'ত আছে তালৈকে লৈ যাবলৈ কলে। কাটনি বৰাক লগত লৈ মানইঁতে গড়ৰ ভিতৰত প্ৰভু থকা ঠাই বেঢ়ি ধৰিলে। গোসাঁই ওলাই আহিল, ভকতসকলেও চাৰিও ফালৰপৰা আহি প্ৰভুক আবৰি ধৰিলে। এইদৰে এটাইবিলাকে সত্ৰৰ ভিতৰত প্ৰৱেশ কৰিলে। গোসাঁই ঈশ্বৰেও স্নান কৰি ইষ্টাৰ্চ্চন আচৰি ওলাই মেলি খোটোলাত বহিলগৈ, বৈষ্ণৱ-সকলো প্ৰভুৰ লগে লগে গ'ল। কৃশদেৱৰ মুখলৈ চাই ভকতসকলে হা-হুতাশ কাঢ়িবলৈ ধৰিলে জানো আজি প্ৰভুৰ কি প্ৰমাদ ঘটে এই আশঙ্কাত।

চাৰিওফালে প্ৰজাৰ মুখতো ধান দিলে আথৈ হোৱাৰ অৱস্থা হ'ল। এইদৰে অলপ দূৰ যোৱাৰ পাছতে বাটতে দিখৌমুখীয়াই পৰি সেৱা জনালে। প্ৰভুক যাবলৈ ক'লে। চাৰিওফালৰ প্ৰজাৰ মুখ দেখি দিখৌমুখীয়াই কিজানি ভয়ো খালে, সেইদেখি নিজকে দোষী যেন ভাবিও পাপ খণ্ডাবলৈকে সেৱা কৰিবও পাৰে, নতুবা কপটসেৱাও হব পাৰে।

প্ৰভু গৈ মানৰ থলীত সোমালগৈ ভকতসকলে নামকীৰ্ত্তন কৰি আবৰি আছে। মানে সভাস্থলী কৰি তালৈকে মতাই নিয়ালে। প্ৰভু উপস্থিত হোৱাৰ লগে লগে নাথাম ফুকনে তৰ্জ্জি গৰ্জ্জি বহুত কিবাকিবি লাঘব বচন বুলিলে আৰু কুৰি হেজাৰ টকা দিব লাগে বুলি বান্ধ জুৰিলে। ভয় দেখুৱাবলৈ নাথামে হাতৰ যাঠি ডাল লক্ষ্যহীনভাৱে মাৰি পঠিয়ালে। ভকত-সকল প্ৰাণৰ ভয়ত চিটিকি পলাল। প্ৰভু অচল অটল হৈ থিয় দি থাকিল, কাষতে লৰচৰ নকৰাকৈ প্ৰভুৰ ছুয়োকাষে ৰল চাউলভঁৰালী হৰনাথ শৰ্ম্মা আৰু জয় হৰি শৰ্ম্মা মলীয়া বৰা। এতেকতে সূৰ্য্য অস্তগত হ'ল। গোসাঁই আৰু বৈষ্ণৱ ছজনক বন্দীয়া ঘৰত থলে। তাতে মান ফুকনহঁতে পোন্ধৰ হেজাৰ টকাৰ খাস্তিক কৰি পুৱা হলত গোসাঁইক এৰি দিলে। ৰাতি অনাহাৰে আছিল, পুৱা নদীৰ কাষৰতে ঘৰ এটি সজাই দি তাতে প্ৰাতঃকৃত্যাদি কৰিবৰ কাৰণে চেক ফুকনে নিজে প্ৰভুক আগবঢ়াই দি থৈ আহিল। গোসাঁইৰ তেজস্বিতা আৰু মহন্ত মূৰ্ত্তি দেখি অবিবেচক মানুহ ফুকনহঁতৰো শ্ৰদ্ধা উপজিল আৰু বৰ গোসাঁই বুলি মান্য সৎকাৰে পাছত গোসাঁইক সত্ৰত আগবঢ়াইথৈ আহিল।

যিটো মানে জগতকে লগাইলেক চঙ্ক।
বৰ গোসাঁই বুলি সিসবেও নমিলন্ত ॥
পাছে চেক ফুকনেও গৌৰৱ কৰিয়া।
আগবাঢ়ি গোসাঁইক থৈলন্ত মানে লৈয়া ॥

(কুঃ ৰাঃ চঃ পদ ৫২৯)

যি হবৰ হ'ল, গ'ল কথা গুচিল। পাছে এদিন ধৰ্ম্মেশ্বৰ নামে মলীয়াৰ বজাই মগলু ব্ৰাহ্মণেৰে সজাঁতি কৰি মান ৰজাৰ ওচৰত গোচৰ দিলে যে মানে আমাক অকল প্ৰাণে মৰাই নাই ধন-বস্তুও লুটি-পুটি নিছে, ইয়াৰ বিচাৰ কৰিব লাগে। মগলু ব্ৰাহ্মণজনে মান ভাষা জানিছিল গতিকে কথা বতৰা বুজাই দিব পাৰিছিল। মানৰজাই (এই ক্ষেত্ৰত তিলোৱা) হেনো কলে যে, মানে যি যি অপকাৰ কৰিছে আমাক প্ৰমাণ কৰি কওক, যাৰ যিবা

আনিছে ওলোটাই দিয়া হব। মলীয়াৰ ৰজা আৰু মগলু ব্ৰাহ্মণে কৃশদেৱ প্ৰভুলৈকো মানে ১৫০০০ টকা ধন আগ্ৰহি নিয়াৰ কথা মান ৰজাৰ আগত গোচৰ দিবলৈ অনুৰোধ কৰি দূত পঠিয়ালে। তদনুসাৰে কৃশদেৱ গোসাঁয়ে ৰংপুৰলৈ গৈ নাৱঁতে থাকি ৰজাক দেখা কৰি আদ্যোপান্ত সকলো কথাৰ গোচৰ দিলে। মান ৰজাই মগলু ব্ৰাহ্মণজনৰপৰা সকলো কথা বুজি লৈ অসম দেশৰ বৰ গোসাঁই বুলি জানি মূৰ দোৱালে আৰু চ'ৰাতে বহি ১০,০০০ টকা ওলোটাই দিলে। বাকী পাঁচ হেজাৰ ফুকন বৰুৱাবোৰে নিলে বাবে ওলোটাই দিব নোৱাৰিলে। সত্ৰ উপদ্ৰৱৰ ঘাই গুৰি দিখৌমুখীয়া ৰাজখোৱাক মান ৰজাৰ আদেশত সেনাই ধৰি বান্ধি আনি সভাতে পেলালে। গোসাঁইক সুধিলে ইয়াক কি শাস্তি দিব লাগে? গোসাঁয়ে কলে—"যাৰ যি দুঃখ হয় ঈশ্বৰৰ ইচ্ছাত হয়, ইয়াক এৰিহে দিব লাগে।" কৃশদেৱ প্ৰভুৱে দ্ৰোহীয়াকো শাস্তি দিয়াৰ সুবিধা পায়ো যে ক্ষমাহে কৰিলে তাক দেখি মুগ্ধ হ'ল আৰু বীৰ সেনাপতিয়ে আগতকৈও অধিক শ্ৰদ্ধাৰে মূৰ দোৱাঁলে। যথাযোগ্য সম্মান দেখুৱাই সত্ৰলৈ বিদায় দিলে।

এনেতে ফিৰিঙ্গি অহাৰ বাতৰি ওলাল। ফিৰিঙ্গিৰ লগত যুঁজিবলৈ অসংখ্য সেনা আহি দিচৈ নগৰত সন্মিলিত হ'ল। মানৰজা তিলোৱাই বৰ গোসাঁইক মাতি পঠিয়ালে। কৃশদেৱ গোসাঁয়ো এই মতে গলত মান ৰজাই সভাৰ দুৱাৰৰপৰা আগবঢ়াই নিলে; আসন দি বহুৱাই বিনয় কৰি কলে—"ভাটীত ফিৰিঙিৰ যুদ্ধ হৈছে। আমিও ত্বৰিতে যুদ্ধাৰ্থে ভাটীলৈ যাবলৈ ওলাইছো; আমাক আশীৰ্ব্বাদ কৰি থাকিবা। যুদ্ধত জিনি অতি শীঘ্ৰে আমি উলটি আহিম আৰু তেতিয়া ডকাইতবিলাকক ধৰি ধৰি শাস্তি দিলেহে গোসাঁইৰ কাৰ্য্য সাধিলো বুলি ভাবিম।" এই বুলি বিদায় দিলত গোসাঁই বহালৈ গৈ কিছুদিন দিচৈতে থাকিল। সমান্য ঘটনা, সেয়ে প্ৰজাৰ ওপৰত কৃশদেৱ গোসাঁইৰ প্ৰভাৱ অধিকাধিক ব্যাপক্ত কৰিলে।

মান ৰজা ভাটীলৈ যুদ্ধ কৰিবলৈ গ'ল। কৃশদেৱ গোসাঁই দিচৈতে থাকিল। দিচৈত থাকোঁতেই প্ৰভুৱে খবৰ পালে চাহাবৰ লগত যুদ্ধত মান-সেনা ঘটিল। এনেতে দিচৈত থকা এক মানৰ ফুকনলৈ ভাটীৰপৰা এখন গোপন চিঠি আহিল। তাত লিখা আছিল যে, বৰ গোসাঁই হলেহে ফিৰিঙিক জিনিব পৰা যাব এতেকে তেওঁক নেৰিবা। এই কথা গম পাই প্ৰভু অন্তৰি ওচৰৰ অৰণ্যত সোমাল। এবাৰ মানে গৈ তাতে বেঢ়ি ধৰিছিল পাছে অতৰ্কিত গতিৰে প্ৰভু তাৰ পৰাই কেনিবাদি নোহোৱা হ'ল। মানবোৰ উলটি আহিল। প্ৰভু ৰাতি দিচৈ নৈ

পাৰ হৈ গৰু মৰাস্ত কেইদিনমান গুপ্তভাৱে কটাই ফুৰিছিল। এইদৰে ছদ্ম ৰূপে বনে বনে ফুৰিব লগা হৈছিল।

এইবোৰ কথা বুৰঞ্জীত নাই থাকিবৰ কথাও নহয়। মানৰ দিন কেইটাৰ নোম-শিঁৱৰোৱা ঘটনাৰ কথা আছে কিন্তু সেই কেই বছৰ মানে কেনেকৈ শাসন কৰিছিল, কিভাৱে বিষয়াবিলাকে ৰাজকাৰ্য্য চলাইছিল এইবোৰ বিষয়ে বুৰঞ্জীয়ে খা-খবৰ একো লিখি থৈ যোৱা নাই, হয়তো অপ্ৰয়োজনীয় বুলিও ভাবিছিল। চৰিতপুথিৰ এই বিবৰণবিলাক কাল্পনিক নহয় পঢ়োঁতেও মনেপতা কথা যেন নালাগে। ইমানবোৰ খন্তীয়া খুচৰীয়া তথ্য দি মনেপতা কথা লিখিবও নোৱাৰি। চৰিতপুথিবিলাকৰ এই বিবৰণবিলাক সংগ্ৰহ কৰিলে মানৰ দিনৰ দুই চাৰিটা দিশৰ তথ্যপাতি পোৱা যাব আৰু নজনা কথাও বহুত জনাৰ সুবিধা হব। কেৱল আউনীআটীৰ অধিকাসকলৰ চৰিত পুথিতহে যে এনে বিবৰণ আছে তেনে নহয়। আনবোৰ সত্ৰৰ পুথিতো অনুৰূপ চিত্তাকৰ্ষক সত্য কাহিনী বিচাৰিলে ওলাব পাৰে। মিঙিমাহা তিলোৱাই ১০,০০০ টকা ঘুৰাই দিয়া আৰু দিখৌমুখীয়া ৰাজখোৱাক শাস্তি দিবলৈ ধৰি বান্ধি অনাৰ-পৰা এই সেনাপতিজনৰ এটা মহৎ দিশৰ অলপ আভাস পোৱা যায়। মানৰ উপদ্ৰৱ অত্যচাৰ মূলত যে আমাৰ নিজৰে মোট সলোৱা বিষয়াসৰ্পও ভালেমান আছিল তাকো বুজিব পাৰি। সেনাপতিজনৰ ন্যায় বিচাৰৰপৰা ইয়াকেই অনুমান হয় যে যুদ্ধ জিনা সৈন্যৰ গাঁৱৰপৰা ৰচদ আৰু সমল সংগ্ৰহ কৰাৰ সাধাৰণ দুৰ্নীতি একপ্ৰকাৰ নিদিয়া অধিকাৰ। সৈন্যবিলাকে সকলো যুদ্ধতে ক্ষমতাৰ এনে অপব্যৱহাৰ কৰে। তাকে সীমা চেৰাই মানুষিক সীমা অতিক্ৰম কৰি পাশবিক সীমাত পৰিলে সেনাপতিৰ কৰ্ত্তব্য তাক ৰোধ কৰা আৰু ক্ষতিৰ পূৰণ কৰা। মানবিলাকে আমাৰো দুই চাৰিজন নীল বৰণীয়া বিষয়াৰ প্ৰৰোচনাত পৰি পাশবিক কাণ্ড কৰিলে। সেনাপতিজনে সকলো কথা নজানিবও পাৰে বা জানিও তেওঁৰ পক্ষে ৰোধ কৰা সম্ভৱ নাছিল। কিন্তু গোচৰ দিয়াত যে সুবিচাৰ কৰিলে তাৰপৰা ন্যায়নিষ্ঠাৰ মহৎ গুণফেৰা আমি পিশাচ বুলি ভবা মানুহ-জনৰ গাতো দেখা পাওঁ। দ্বিতীয়তে আউনীআটীৰ সত্ৰাধিকাৰজনাক সন্মান-পূৰ্ব্বক ব্যৱহাৰ কৰাৰপৰা এনে অনুমানো হয় যে তৃতীয়বাৰ মান আহিছিল বোধহয় অধিকৃত দেশ শাসন কৰাৰ অভিপ্ৰায়েৰে। ৰজালৈ ৰাজ অলঙ্কাৰ লৈ অহা, যোগেশ্বৰ সিংহক নামত ৰজা পাতি মানসেনাপতিয়ে শাসন কৰাৰ উদ্দেশ্যও সেয়ে আছিল। নহলে পভাল ৰৰবৰুৱাই কোঠ মাৰি প্ৰাৰম্ভ কৰাত

মান সেনাপতি ইমান সচকিত শঙ্কিত হবৰ একো কাৰণ নাছিল। শাসন কাৰ্য্যত দেখাদেখিকৈ একো দ্ৰোহ নকৰা লোকসকলক সন্তুষ্ট কৰাও এটা ৰাজনৈতিক কৌশল। মানেও এই ৰাজনৈতিক কৌশল প্ৰয়োগ কৰিছিল। বিশেষকৈ যেতিয়া শুনিলে সত্ৰৰ গোসাঁইসকলৰ প্ৰজাৰ ওপৰত অসীম সুপ্ৰভাব আৰু এই গোসাঁইসকলৰ মুখ্য হ'ল আউনীআটীৰ জনা। তেওঁক ভালৰি বোলোৱা ব্যৱহাৰ ধৰ্ম্মভাৰত কৰা নাছিল, কৰিছিল নবাধিকৃত ৰাজ্যত বিদেশী শাসন সুদৃঢ় কৰাৰ প্ৰাথমিক কৌশল ৰূপেহে। কুশদেৱ গোসাঁইৰ সমুজ্জ্বল ব্যক্তিত্বয়ো যে মানপ্ৰধানক কিছু আচ্ছন্ন কৰিছিল ইয়াত সন্দেহ নাই। পাছে কাৰ্য্যচতুৰ কুশদেৱ প্ৰভুৱে কৌশলী নীতিৰে মানক মুখেৰে ভাল লগাই থাকি সিহঁতৰ ফন্দীত নপৰাকৈ নিজকে সৰুৱাই ৰাখিছিল। নহলে বৰ-গোসাঁই হলেহে ফিৰিঙিক জিনিব পাৰিবা বোলা পত্ৰখনৰ কথা শুনা মাত্ৰকে দিচৈ বাহৰৰপৰা অন্তৰ্হিত হোৱাৰ একো কাৰণ নাছিল। মান সেনাপতিয়ে বৰগোসাঁই হলেহে তেওঁ ফিৰিঙিক জিনিব পাৰিব বুলি ভবাৰ কি কাৰণ? হব পাৰে? এতিয়ালৈকে অসম ৰাজ্যত কোনোখন লেখত লবলগীয়া ৰণতে মান হৰা নাছিল। এই ৰণত হাৰি কিজানি ভাব হ'ল অসম দেশৰ বৰগোসাঁইক আগতে অপমান উপদ্ৰৱ কৰাৰ দোষতে তেওঁলোক এই ৰণত হাৰিল; এতেকে বৰগোসাঁইক তুষ্ট কৰি থাকিব লাগে। অথবা এই গোপন পত্ৰৰ মৰ্ম্ম এনেও হব পাৰে যে ইংৰাজ সৈন্যৰ লগত বেয়াকৈ হাৰি দুৰ্দ্ধৰ্ষ মান সেনাপতি তিলোৱাব বোধোদয় হ'ল সে এইবাৰ সেনৰ এজ্ঞাত। ইংৰাজক হৰুৱাব লাগিলে অসমীয়াৰ সহযোগো লগা হব, দ্ৰোহ আচৰিলে জয়ৰ আশা দূৰতে বিদূৰ। এই ভাবিয়েই হবলা বৰগোসাঁই আউনীআটী অধিকাৰৰ ঐশ্বৰ্য্য, বিভূতি, মৰ্য্যাদা আৰু প্ৰজাৰ ওপৰত প্ৰতিপত্তিক কামত লগোৱাৰ অভিপ্ৰায়ে এই পত্ৰ দিছিল। কুশাগ্ৰবুদ্ধি কুশদেৱ গোসাঁয়ে তাক বিফল যি কৰিলেই, তাৰ বিপৰীতে ইংৰাজকহে মানৰ বিৰুদ্ধে অভিযানত যৎসামান্য হ'লেও সহায় কৰিলে।

আত্মগোপন কৰি ফুৰোঁতেই কহন নামৰ এজন ভকতে কুশদেৱ গোসাঁইক ইংৰাজসকলে মানক জিনি আগুৱাই অহাৰ সমস্ত খবৰ দিলে। আমাৰ পূৰ্ব্বৰ ফুকন বৰুৱা সকলেও আশ্বাস দি কলে যে এতিয়া সত্ৰলৈ যোৱাৰপৰা একো হানি নহব। সেইমতে গোসাঁয়ে নাও মেলি বৰডুবিত গৈ ঘিলাধাৰীত থকা মাতৃ আৰু ভাইবোৱাৰীয়েকক দেখা কৰিলেগৈ। তাৰপৰা গৈ কলঙৰ ঘাটত ৰল। তাত দেখা পালে, ইংৰাজ ফৌজে নাৰৰ অভাৱত পাৰ হব পৰা

নাছিল। প্ৰভুৱে নিজৰ নৌকাৰে ফৌজ পাৰ কৰি দিলে। ইয়াতে কুশদেৱৰ মাতৃ শ্ৰীনাথদেৱৰ বিধৱাপত্নী আইৰ মৃত্যু হয়। কাজ কৰ্ম্মাদি কৰি খানাপাৰালৈ গৈ কুৰুৱাবাহী অধিকাৰজনাৰ লগত দেখা সাক্ষাৎ কৰিলে। এইদৰে নানা ঠাইত ফুৰি টুনি নৈৰ ভিতৰ সোমাই সত্ৰত প্ৰৱেশ কৰিলে। কিন্তু সত্ৰতো সৰহদিন নাথাকিল। দিখৌমুখত ইস্কট ( Scott ) চাহাব আছে বুলি শুনি নৌকা মেলি শীঘ্ৰে বেগে গৈ দিখৌমুখ পালেগৈ। দিখৌমুখৰ জাহাজত থকা ইস্কট চাহাবক খবৰ দি দেখা কৰিলেগৈ।

কুশদেৱ গোসাঁয়ে চাহাবক নিজ সত্ৰৰ কথা কলে, সত্ৰবিলাকক কেনেকৈ পূৰ্ব্বৰ ৰজাসকলে মান্য কৰিছিল আৰু তাৰ পোষকতা কৰিছিল, ৰজা ঘৰৰ লগত সত্ৰৰ কেনে সম্বন্ধ আছিল সেইবোৰো সবিস্তাৰে কলে। দোৱনীয়াই সকলো কথা বুজাই দিলে, স্কটে মনোযোগেৰে শুনিলে। কুশদেৱ গোসাঁয়েও আশীৰ্ব্বাদ কৰি সত্ৰলৈ উলটি আহিল। ইংৰাজ অহাৰ লগে লগে সত্ৰবোৰৰ স্বাৰ্থৰ হকে তেওঁলোকৰ দৃষ্টি আকৰ্ষণ কৰা এয়ে প্ৰথম। স্কট চাহাবৰো দেশৰ ধৰ্ম্মীয় স্থিতি আৰু সংগঠিত ব্যৱস্থা সম্পৰ্কে কোনো প্ৰকাৰ ভুল ধাৰণা যাতে নহয় তাৰ কাৰণে এনে সাক্ষাতৰ প্ৰয়োজনো আছিল। ইয়াৰ পাছত যেতিয়া কুশদেৱ গোসাঁই ভটীয়াই ভাগিৰথী স্নান কৰিবলৈ যায় তেতিয়া গোৱালপাৰাৰ পগলাৰ টেকত থকা স্কট চাহাবক দেখা কৰে। স্কট চাহাবেও বাটত সকলো সুবিধা পোৱাৰ অৰ্থে এখন পত্ৰ আৰু এজন জমাদাৰ লগত দিলে।

দক্ষিণপাটৰ বিভুদেৱ গোসাঁই এনেতে বৈকুণ্ঠী হ'ল। দক্ষিণপাটৰ এইজনা প্ৰভু নিবৃত্তি শাস্ত্ৰত ৰত পৰম মহন্ত আছিল। তেওঁৰ ভতিজাক বাসুদেৱ গোসাঁইক অধিকাৰ নিৰ্ম্মালি দি কুশৰামদেৱে দিচৈ নগৰত ( যোৰহাট ) নবিন চাহাবক ( Newvil ) দেখা কৰিলেগৈ—'দেখিয়া চাহাবে প্ৰত্যুত্থানক কৰিলা। ফুকন বৰুৱা সমে আগবাঢ়ি গৈলা।' চাহাবে আগমনৰ কাৰণ সুধিলে। প্ৰভুৰ কথা শুনি চাহাবেও বৰ সন্তোষ পালে আৰু সন্তাগ্ৰণী বুলি প্ৰশংসা কৰিলে।

ইয়াৰ পাছতে ১৭৫৪ শকত হৰনাথ চাউল ভাণ্ডাৰীক সত্ৰৰ ভাৰ দি গুৱাহাটীৰ ফালে যাওঁ বুলি ওলাই গ'ল। যাওঁতে সিপাৰ হৈ দিখৌ নগৰত ( শিৱসাগৰ ) ৰেইড চাহাবকো দেখা কৰি তাতে তিনিমাহমান থাকি গুৱাহাটীমুৱা হ'ল। লগত ডেকাজনা আৰু গোবিন্দপুৰীয়াজনাকো নিলে। বাটত যাওঁতে ঠায়ে ঠায়ে বৈ লোকজনক শৰণাদি দি ধীৰে ধীৰে ভটীয়াই গৈ

আছিল। গুৱাহাটী পাওঁ পাওঁ হওঁতেই নগৰৰ ফুকন বৰুৱা সবে শুনি নিজ নিজ নৌকা লৈ আগুৱাই গ'ল। প্ৰভুৰ নাৱৰ ছুই কাষে ভকতসকলৰ শাৰী-পতা নাও। ভকতসকলে নাম গাই চেৰে চেৰে বৈঠা মাৰি গৈছিল। ইমান নাও হ'ল যে নাৱৰ হেন্দোলনি খাই ব্ৰহ্মপুত্ৰৰ খলক উঠা-পানীয়ে পাৰকে খহাওঁ যেন কৰিছিল। এই জল-খলকৰ লগতে শঙ্খ, ঘণ্টা, কাঁহৰ সমৰোলে চৌদিশ কঁপাই তুলিছিল। চাহাবসকলেও এই দৃশ্য চাবলৈ ওলাই আহিছিল।

চাহাব সকলো গোসাঁই আসিবাৰ কথা।
শুনিয়া বজাই সবে চাহিলেক তথা॥
অজস্ৰলোকৰ এহে পৰম ঈশ্বৰ।
কাৰ্য্যদ্বাৰে কাৰণ বুজিয়া নিৰন্তৰ॥
এমনে প্ৰাৰম্ভে যান্ত শ্ৰীনাথসুত।
ব্ৰাহ্মী সম্পতিয়ে অতিশয় হুয়া কৃত॥
(কৃশৰামদেৱ চৰিত পদ ৭৯৩-৯৪)

প্ৰভু এইবাৰ গৈ আমনি সত্ৰৰ ঠেক পৰিসৰত নাথাকি শগুণঠুটি বালিত[৪] সজা বাহৰত থাকিলগৈ। এই সময়ত ভিতৰতে মেথি চাহাবক দেখা কৰিলেগৈ। লগত ডেকা আৰু গোবিন্দপুৰীয়া ছুয়োজনাকে লৈ গৈছিল। চাহাবেও আগবঢ়াই নিলে, দেশৰ ৰীতি-নীতিৰ কথাও চাহাবে বহুত সুধিলে কৃশৰামদেৱেও সেইবোৰৰ পৰিপাটিকৈ উত্তৰ দিলে। এই সময়তে ইংৰাজে মাটি-বাৰী দেৱোত্তৰ ব্ৰহ্মোত্তৰ আদিৰ বিচাৰ কৰি কৰ বহুৱাইছিল। সত্ৰৰ ব্ৰহ্মোত্তৰ আৰু দেৱোত্তৰ সম্পৰ্কেও মীমাংসা কৰিবলগীয়া আছিল। সেই-বিলাকৰে সুবিচাৰযুক্ত বন্দৱস্তৰ কথা তুলিলে। তাৰ কমিছনাৰ চাহাবে সহানুভূতিৰে বিচাৰ কৰাৰ আশ্বাস দিলে। এই ছেগতে আমাৰ পূৰ্ব্বৰজা অমাত্যই সত্ৰ পালনৰ কেনেকৈ পোষকতা কৰিছিল তাৰ কথা প্ৰভুৱে দোৱ-নীয়াৰ যোগে বিবৰি কলে। ইংৰাজৰ আমোলতো যেন পূৰ্ব্ব নিয়মৰ অন্যথা কৰা নহয় সেই বিষয়ে অনুৰোধ কৰিলে। দেৱৰ ব্যক্তিত্বত মেথি চাহাব মুগ্ধ হ'ল আৰু আহিবৰ সময়তো আগবঢ়াই থৈ মুৰ দোৱাই অভিবাদন কৰিলে।

৪—কামাখ্যা পৰ্ব্বতৰ নামনিৰপৰা বৰ্ত্তমান সোনাৰাম হাইস্কুলৰ ওচৰলৈকে পৰা বালিৰ চৰটোক শগুনঠুটি বালি বুলিছিল। চৰাই ঠোঁটৰ দৰে বালিচৰটোৰ পছিম মূৰটো বাঢ়ি গৈছিল বুলি এই নাম হ'ল। এই চৰ কম বেছিকৈ সদায় পৰে।

মাটি-বাৰীৰ বন্দৱস্তী শেষ নোহোৱালৈকে কুশদেৱ গোসাঁই গুৱাহাটীত থাকিব লগা হ'ল। শগুনঠুটিৰ বালিৰ বাহৰতে কুশদেৱে পাঁচ মাহ কটালে। বাৰিষা ওচৰ চাপিলত তাত থকা সম্ভৱ নহব জানি প্ৰভুৱে বালি এৰি বামলৈ আহিবলৈ মনস্থ কৰিলে। এই উদ্দেশ্যে সুবিধাজনক মাটি চাবলৈ ভক্ত-সকলক নিৰ্দ্দেশ দিলে। আগৰ আমনি সত্ৰৰ ওচৰতে ভৰলু নদীৰ পশ্চিম পাৰে বৰ্ত্তমান প্ৰাগজ্যোতিষ কলেজৰপৰা ভৰলুমুখ থানালৈকে এইখণ্ডত গৃহাদি সাজিব পৰা, ব্ৰহ্মপুত্ৰৰো কাষতে, এডোখৰ সুবিধা ঠাই পোৱা গ'ল। সেই ঠাইতে পূৰ্ব্বৰ লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীৰ[৫] টোল ( ঘৰ দুৱাৰে সৈতে আহল বহল চৌহদ ) আছিল। ব্ৰহ্মচাৰীৰ ১৭৩২ শকত মৃত্যু হয়। তাৰ পাছত তেওঁৰ তোলনীয়া পুত্ৰ পৰশুৰাম বৰুৱা প্ৰভৃতিৰ পুতেকসকল বৰ্ত্তমান ৺তৰুণ ৰাম ফুকন, ৺কামাখ্যা ৰাম বৰুৱা প্ৰভৃতিৰ ঘৰ বাৰী থকা ঠাইলে উঠি আহিল। ভৰলুৰ পশ্চিম পাৰৰ মাটি চন পৰি আছিল। কুশৰামদেৱে সেই ঠাইতে ভক্তসকলক আজ্ঞা দি ভিনে ভিনে বাসগৃহ, নামঘৰ মণিকূট আদি নিৰ্ম্মাণ কৰি বালিৰ বাহৰৰপৰা উঠি নতুনকৈ পতা সত্ৰত প্ৰবেশ কৰিলে। ইয়াতে কুশৰামদেৱ বহুত দিন আছিল, পাছত জেনকিন্সন চাহেবে এইখিনি মাটি কুশৰামদেৱক খুজি লৈ চৰকাৰী কৰিলে, আৰু তাৰ পৰিবৰ্ত্তে আমনি সত্ৰত ডাঙৰ শালৰ খুটা অনাই পূৰ্ব্বৰ আমনি সত্ৰৰ ঠাইতে বিভিন্ন ঘৰবোৰ স্থায়ীভাৱে কৰাই দিলে। বাহিৰত হস্তীশাল, অশ্বশাল, কৰাপাট আদিৰে নামঘৰ, মণিকূট ভকতহাটী সহিত সত্ৰখন দ্বিতি আউনীআটী যেন হ'ল। এই সত্ৰ গড়টোৰ পূব পাৰে। সেই গড়টো বৰ্ত্তমানে আলি হৈ পৰিল।

এই সত্ৰত থকা কালতে কুশদেৱে অশ্বক্ৰান্তত আমন্নাদি দান কৰি অন্নৰদোল, সবৎসা গাভী, সোণৰূপ আদি দান কৰি এক বিৰাট উৎসৱ পাতিছিল।

---

৫—লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী কৰ্ণাট দেশৰ ব্ৰাহ্মণ আছিল। স্বৰ্গদেউ গৌৰীনাথ সিংহৰ দিনত এওঁ অসমলৈ আহিছিল। সেই একে সময়তে স্বৰ্গদেৱৰ আমন্ত্ৰণক্ৰমে মোৱামৰীয়া বিদ্ৰোহ দমাবলৈ কেপ্তেইন বেলেচো ফিৰিঙ্গি সৈন্যদল সহ অসম পাইছিলহি। লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী এজন বিচক্ষণ লোক আছিল। তেওঁ হিন্দুস্থানৰপৰা লোক অনাই অসমতো স্বৰ্গদেৱৰ আজ্ঞাৰে·ফৌজ গঠন কৰিছিল। তেওঁ উভতি নগল, অসমতে থাকি কেইজনমান অনাথ ব্ৰাহ্মণ বালক দত্তক পুত্ৰ কৰি লৈছিল। এই দত্তক পুত্ৰ কেইজনৰপৰা কেইবাটাও বিখ্যাত পৰিয়াল বাঢ়িলে। ৺তৰুণ ৰাম ফুকন, ৺গুণাভি-ৰাম বৰুৱা, ৺আনন্দৰাম ঢেঁকিয়াল ফুকন, ৺কামাখ্যাৰাম বৰুৱা প্ৰভৃতি এই কেইটা পৰিয়ালৰে সন্তান।

ইয়াতেই দামোদৰদেৱৰ আদি সত্ৰ পাটবাউসীৰ সন্তদেৱ গোস্বামীৰ লগত সাক্ষাৎ হয়। সন্তদেৱ গোসাঁই চাহাবক দেখা কৰাৰ উদ্দেশ্যে গুৱাহাটীলৈ আহিছিল। সেই যাত্ৰাতে কুশদেৱ গোসাঁইৰ তাতো সোমাল। ছুইকো ছুয়ো চাই পৰম পুলকিত হ'ল। সাধুবাদ আৰু স্তুতিবাক্যেৰে নিৰ্ম্মাল্য তাম্বুলাদি ঠগিত আগবঢ়াই দি ছুইকো ছুয়ো শ্ৰদ্ধা নিবেদন কৰি কথা-বতৰা হৈছিল। উজনিৰাজ্যৰ সন্তাগ্ৰগণী আৰু নামনি ৰাজ্যৰ সন্তশিৰোমণিৰ এই সুহৃদসঙ্গম ভকতসকলৰ কাৰণে এটি পাহৰিব নোৱাৰা দৃশ্য আছিল।

১৭৫৭ শকৰ ( ১৮৩৬ চন ) কথা। তেতিয়া পুৰন্দৰ সিংহ উজনি খণ্ডৰ ৰজা হৈ অলপ দিন আছে। তেওঁ আউনীআটী গোসাঁইৰ আশীৰ্ব্বাদ নিৰ্ম্মালি লোৱাৰ ইচ্ছা কৰিলে। ৰজাই ভাবিলে আউনীআটী গোসাঁই ভাটীত নাথাকি মোৰ দেশত থাকিব লাগে, নহলে মোৰ দেশে শোভা নাপায়। এই ভাবি মনাই মজিন্দাৰ বৰুৱাক লোকজন সহ গুৱাহাটীলৈ পঠালে। আউনীআটীৰ প্ৰভুক যেনে তেনে আনিব লাগে বুলিও টানি কৈ পঠালে। সিবিলাকেও গৈ অশেষ কাকুতি মিনতি কৰি প্ৰভুক প্ৰাৰ্থনা জনালে। তেতিয়া প্ৰভুৰ গুৱাহাটীত পতা নসত্ৰখনত বহুত জঞ্জাল মাৰিবলগীয়া হৈ আছিল। এইবোৰ সাতে পাছে ভাবি ডেকাজন প্ৰভু দত্তদেৱকে পঠোৱাৰ ঠিৰাং কৰিলে। সেই-মতে দত্তদেৱ প্ৰভু আহি কলীয়াবৰ পাওঁতেই শুনিলে যে পুৰন্দৰ সিংহ ৰজাও তাতে আছে। দত্তদেৱ প্ৰভুৱে তাতে পুৰন্দৰ সিংহক মালা আৰু আশীৰ্ব্বাদ নিৰ্ম্মালি দিলে। ৰজাদেৱে কুশদেৱ প্ৰভুৰ নহাৰ কাৰণ সোধাত দত্তদেৱে সন্তোষজনক কাৰণ পৰিপাটীকৈ বুজাই দিয়াত ৰজাৰ অসন্তোষ নোহোৱা হ'ল। এইদৰে ছুয়োকুল সন্তোষজনকভাৱে ৰজাই চলিব পৰাটো কুশদেৱ গোসাঁইৰ এটি বিশেষ গুণ আছিল।

এই যাত্ৰাতে দত্তদেৱ গোসাঁই উজাই আহি মূল সত্ৰত প্ৰবেশ কৰি ৺গোবিন্দকো সেৱা কৰিলেহি। গৰাকী নোহোৱা উৰঙা সত্ৰখনৰ আকৌ হেন্দোল মেদোল লাগিল। কিন্তু এবছৰতকৈ অলপহে বেছিদিন থাকিবলৈ পালে। এনেতে খবৰ আহিল ভাটীত অধিকাৰ প্ৰভুৰ অসুখ টান, ডেকা গোসাঁই শীঘ্ৰে গুৱাহাটীমুৱা হব লাগে। দত্তদেৱ প্ৰভু উধাতু খাই অহাদি আহি গুৱাহাটীৰ সত্ৰ পালেহি। দেখে যে প্ৰভুৰ নৰিয়া টান, হৰিদলৈ বেজে ঔষধৰ ক্ৰিয়া কৰিছে কিন্তু ৰোগৰ একো উপশম হোৱা নাই। ১৭৫৯ শকৰ মাঘলৈকে তথাপি প্ৰভুৱে মাঘমহীয়া কৃত্য প্ৰাতঃস্নান এৰা নাছিল।

মাঘৰ অষ্টমীৰপৰা তাকো নোৱাৰা হ'ল। তথাপি সত্ৰৰ কাম চলাই আছিল। এদিন বলোদলৈ লিখকক (চৰিত লিখোঁতা) দেহান্তৰপৰা সংবৎসৰলৈকে কাজকৰ্ম্মত কি কি লাগে ফৰ্দ্দ কৰাই সেইবোৰ যতনাই থবলৈ কলে। ৫৯ শকটো এইদৰে কোনোমতে পাৰ হ'ল। ৬০ শকৰ বহাগত পিত্তৰ বেদনাত ভুগি কষ্ট পাইছিল, হৰিদলৈৰ ঔষধত তাকো অলপ ভাল পালে। নামঘৰলৈ আহি আশীৰ্ব্বাদ লৈ যায় কোনোদিনা তাকো নোৱাৰে। ৰাতি প্ৰায়ে গোবিন্দ যেন বিমুখ হৈছে এনে চিন থকা সপোন দেখে। গোবিন্দক এৰি ফুৰিব লগা হোৱাত প্ৰভুৱে নিজকে সদায় জগৰীয়া যেন অনুভৱ কৰিছিল। পাছে বহাগৰ একাদশীৰপৰা অন্ন জল ত্যাগ কৰিলে। গুৱাকটাজনক মতাই আনি কলে—"মোক আবুৰে ৰাখিবি, মোৰ ইষ্টদেৱ গোবিন্দৰ ওচৰত দেহত্যাগ কৰিবলৈ মই নাসাধিলোঁ।" গুৱাকটাই এই ইঙ্গিত বুজিলে। হৰিদলৈয়ে নাৰীজ্ঞান কৰি বিসদৃশ যেন পালে। প্ৰভুৱে দুয়োজন ডেকাকে মতাই সত্ৰ পালনৰ উপদেশ দিলে। বৈষ্ণৱ সকলকো কলে, "পুত্ৰ দুইজনক সমুখত কৰি এই সত্ৰ ৰক্ষা কৰিবা।" ইয়াৰ পাছতে প্ৰসাদী দ্ৰব্যসকল সমলাই থোৱালে। শয়ন নৌকাত দুচটা আমৰ পাট আছিল। তাকো কামত লাগিব বুলি অনাই থোৱালে। এইদৰে সন্ধ্যাকাল নিৰৰ্ত্তিলত প্ৰভুক আনি চ'ৰাত থলে। মানুহে চাৰিওফালে কন্দা কটা কৰা দেখি প্ৰভুৱে নিষেধ কৰিলে। এইদৰে দ্বাদশী, এয়োদশী আৰু চতুৰ্দ্দশী গ'ল, বহাগৰ ২৮ দিন যাওঁতে বুধবাৰে পূৰ্ণিমা লাগিল। সেই দিনা সত্ৰত প্ৰজাই নধৰা হ'ল, সকলোৱে প্ৰভুক সেৱা কৰিবলৈ ঠেলা হেঁচা কৰিবলৈ ধৰিলে। সকলোকে আশীৰ্ব্বাদ কৰি প্ৰভুৱে কলে—মই এতিয়া শৰীৰ অসুস্থ বোধ কৰিছোঁ, সকলো প্ৰজা যেন ঘৰলৈ যায়। মানুহ-বিলাক আঁতৰি গলত প্ৰভুৱে গুৱাকটাক স্নান কৰাবলৈ কলে। গুৱাকটাই গা-ধুৱাই দিলত প্ৰভুৱে গায়ত্ৰী জপ কৰিলে, গোবিন্দ স্তুতি কৰিলে আৰু বৰজনা ডেকা দত্তদেৱৰ শিৰত অধিকাৰৰ মালা আৰু সৰুজনা ধৰ্ম্মেশ্বৰৰ শিৰত ডেকা অধিকাৰৰ মালা দি গজেন্দ্ৰ স্তৱ আবৃত্তি কৰিবলৈ ধৰিলে। ক্ৰমে শ্বাসবায়ু ৰুদ্ধ হৈ অহা দেখি প্ৰভুক বেজবৰুৱাই দাণ্ডি লবলৈ কলে। বৈষ্ণৱসকলে চাৰিওফালে অষ্টোত্তৰশত তুলসী গছ ৰুই অন্তৰ্জ্জল গৰ্ত্ত কৰি থোৱা ঠাইত ব্ৰাহ্মণে প্ৰাণোৎসৰ্গ কৰালে। মঙ্গলবাদ্যৰ তুমুল ধ্বনিত আকাশ বতাহ খলকি উঠিল; তাৰ মাজতে ১৭৬০ শক উত্তৰায়ণ ২০

বহাগ বিশাখা পূৰ্ণিমা, দিনৰ চাৰিদণ্ড যোৱাত ত্ৰিশুক্ল সংযোগৰ পুণ্য ক্ষেণত প্ৰভুৱে নশ্বৰ দেহা এৰি গোবিন্দধাম লাভ কৰিলে।

দত্তদেৱ গোসাঁই ঈশ্বৰে কৃশদেৱ প্ৰভুৰ প্ৰয়াণৰ বাতৰি কমিছনাৰ চাহবক জনালে। তদুত্তৰত চাহাবে জনালে—“অসম দেশৰ সৰ্ব্বোপৰি জ্ঞানবান আৰু অতিশয় গুণবান এজন পুৰুষৰপৰা এইদেশ বঞ্চিত হ’ল। আমাৰ গভীৰ সমবেদনা জ্ঞাপন কৰিছোঁ।”

নগৰৰ সকলো হিন্দুলোকে প্ৰভুৰ প্ৰয়াণৰ খবৰ পোৱা মাত্ৰকতে স্নান কৰি সেইদিনা হবিষ্য কৰি থাকিল।

কৃশদেৱ প্ৰভুৰ মৃত্যুৰপৰা আৰু দত্তদেৱ প্ৰভুৰ অধিকাৰ পদৰ ৰাজ আজ্ঞালৈকে সকলো বৃত্তান্তৰ চাক্ষুষ দ্ৰষ্টা আৰু অংশগ্ৰহণ কৰোঁতা আউনী-আটীৰো মুখ্য সেৰক হৰকান্ত বৰুৱা সদৰ আমিনে তেখেতৰ আত্মজীৱনীত প্ৰভুৰ প্ৰয়ণৰ পাছৰ কথাখিনিৰ বৰ মনোগ্ৰাহী বৰ্ণনা দিছে। সেইখিনি কথা তলত হুবহু তুলি দিয়া হ’ল।

“শ্ৰীশ্ৰী আউনীআটীয়া অধিকাৰী কৃশদত্তে গোসাঁঞী ভৰলু নদীৰ পশ্চিম ব্ৰহ্মপুত্ৰৰ পাৰত সত্ৰ কৰি আছিল। এই সনৰ ( ১৭৬০ শক ইং ১৮৩৯ চন ) আমালোক কাছাৰীত কৰ্ম্ম কৰি আছিলোঁ। দিবা ১১টা সময় এনে শ্ৰুত হ’ল, আউনীআটীয় অধিকাৰী গোসাঁই চলিব লগা হৈছে। গোটেই কাছাৰী ঘৰ ওহোল-মোল হৈ যেই যেইপিনে আছিল, সেইপিনে ভৰলু সত্ৰৰ পিনে লৰি গ’ল। মঞো সেই পিনে কাছাৰীৰ কাপুৰেৰে লৰি গৈ দেখিলোঁ, নামঘৰলৈ যোৱা বুলনিত পশ্চিমে চোতালত ছৈ ঘৰ কৰি আঁৰ-কাপুৰেৰে বেড়ি থৈছে। গোসাঁই ঈশ্বৰে গজেন্দ্ৰ স্তব বুলি আছে আৰ কাপুৰৰ বাহিৰে পৰ্ব্বতীয়া ফোকন, প্ৰিয়নাথ, লখী বৰকটকী ও সোমদত্ত কটকী ও মাধৰাম ৰাজখোৱা ও দেৱৰৰ বৰদলৈ চৰ্দ্দাৰ পঞ্চায়ত প্ৰভৃতি অনেকলোক আঠু কাড়ি কাড়ি আছিল। কিয়ৎখন পৰে ডেকা দুইজনাক আৰু কাপুৰৰ ভিতৰ কাৰ্য্যকাৰক ভকতসকলে, সোমাই দিলে। এনেতে গজেন্দ্ৰ স্তব সমাপ্ত হোৱা মাত্ৰেই প্ৰথম দেৱদত্ত ডেকাজনাক, দ্বিতীয়ত শ্ৰীধৰ্ম্মেশ্বৰ ডেকা গোসাঞিক মালা দিলে। তৎক্ষণাৎ ওপৰৰ ছৈ গুচাই দিয়াত মূল মন্ত্ৰ উচ্চাৰণ কৰি পূৰ্ণিমা তিথিত শৰীৰ এৰিলে এবং দুইজনা আৰ কাপোৰৰ বাহিৰ হৈ আহিল। ও লোকসকলে অত্যন্ত ক্ৰন্দন কৰিব ধৰিলে ও কোলাহল হ’ল। এনেতে প্ৰধান প্ৰধান ভকতসকলে সকল লোকক সান্ত্বনা কৰি কলে, ‘ঈশ্বৰৰ অজ্ঞাত লোকসকল ভাবিবৰ নিমিত্তে

আহিছিল। এতিয়া ইচ্ছা ও সময় হ'ল, গ'ল। তোমালোকে কিয় খেদ কৰা। পৰম্পৰ এই মত হৈ গৈছে। ইয়াত খেদ কৰাৰ কি কাম। এইমত কৈ সান্ত্বনা কৰি, সেই পূৰ্ণিমা দিনা তেতিয়াই নাৱত তোলি বাদ্য ভণ্ড সহিত আমি প্ৰভিতি লোকসকল ও ডেকা দুই জনাও একত্ৰে আহি, অশ্বক্ৰান্ত তীৰ্থত আৰ কাপুৰ তৰি অগ্নিকৰ্ম্ম কৰিলে। সন্ধ্যাৰ পৰ সকল স্ব স্ব স্থানে গ'ল ॥ ৭৬ ॥

"পৰে ৩ দিনত শ্ৰীশ্ৰীদত্তদেৱ অধিকাৰ গোসাঁঞীয়ে কৰ্ম্ম কৰি ৩।৪।৫।৬ টকা ৰাজা মহৰী টাকা দক্ষিণা দিলে। আমালোকে ভকতসকলক জিজ্ঞাসা কৰাতে আপোন গোত্ৰ লৈ নহা হেতু তিনিদিনত কৰ্ম্ম কৰা প্ৰকাশ কৰিলে ॥ ৭৭ ॥

"তদপৰ দক্ষিণা লবলৈ, অথচ গুৰুঘৰৰ দক্ষিণা, কাকতী, কটকী, দলৈ সকলে ওজৰ কৰাত, গোসাঁঞী ও ভকতসকলে কৈছিল যে, আউনীআটীয়া গোসাঁইৰ শিষ্য জগত জুৰি আছে। সেই সকলে দক্ষিণা নললে কোন লব? এনে কোৱাতে দক্ষিণা ললে ॥ ৭৮ ॥

"সেইদিনা মঞি ও গৌৰীকান্ত ও অন্যান্য মানুহ সহিত, সন্ধ্যা সময় পাৰ হৈ, অশ্বক্ৰান্তৰ ব্ৰহ্মকুণ্ডত নাও চাপিল। তাৰেপৰা উজাই ব্ৰহ্মকুণ্ড পোৱাতে এনে সুঘ্ৰাণ ও আমোদিত হ'ল যে, কি আতৰ, কি চন্দন, কি আগৰ কোনেও নিৰ্ণয় কৰিব নোৱাৰিলে। গোটেইখন পৰ্ব্বত সুঘ্ৰাণ হৈ আছে। ক্ৰমে ক্ৰমে অগ্নি কৰ্ম্ম কৰা স্থানত দেখা গ'ল ধম ধম কৰি অগ্নি জ্বলি আছে। তেতিয়াই মঞিও অন্যান্য নাৱৰপৰাই, সেই অগ্নি চাই সেৱা কৰা হ'ল। তদপৰ আহি ৰামকুণ্ড পোৱাত সেই আমোদিত সুঘ্ৰাণ গুচিল ॥ ৭৯ ॥

"অতঃপৰ দত্তদেৱ ডেকাজনাক অধিকাৰ গোসাঞীয়ে মালা দিলে, কিন্তু ৰাজঘৰৰ কথা শুনাই দিয়া নিয়ম থাকাতে, সেই মত যুক্তি কৰি আজেণ্ট নবাব গৱৰণৰ জেনেৰেল ফ্লানচিচ্ জিন কিঞ্চন সাহেবক জনালত, দেৱৰৰ বৰদলৈ, মিথি চাহেবত খাটনি কৰি, তেৱে কথা শুনাবৰ আজেণ্ট চাহাবে আজ্ঞা কৰিলে। এই কথা আমাৰ ৰমাকান্ত সেই সময় দৌৰাৰ (ফৌজদাৰী) চেৰস্তাত থকাত শুনি, গুৱাহাটীয়া দলৈয়ে আজ্ঞা শুনাবৰ নাই, আমাৰ ঘৰৰ হে ৰাজ আজ্ঞা শুনাই দিবৰ নিয়ম, বুলি আপত্য কৰাত দেৱৰৰ বৰদলৈ সহিত কথা শুনাই আজ্ঞা কৰিলে··· ॥ ৮০ ॥

"পৰে দিন ধাৰ্য্য পূৰ্ব্বক নামঘৰতে সকলো ভকত ও ৰাপুৰাম বৰফুকন ও

মাধৱৰাম ৰাজখোৱা আমি প্ৰভিতি অনেক লোক নিয়ম মত আসনে বহাতেও অধিকাৰী আসনে অধিকাৰ, ডেকাজনাৰ আসনে ডেকাজনা বহাতে দেৱৰৰ বৰদলৈ[৬]ও ৰমাকান্ত দুয়োজনাই মধ্যে উপস্থিত, এই মতে কথা শুনালে, "আউনীআটী সত্ৰৰ কুশদেৱ গোসাঁঞী অধিকাৰ আছিল। তেওঁ অন্তিমকালে দত্তদেৱ ডেকাজনাকে অধিকাৰ পতি মালা দি গৈছে ও চাৰিহটীয়া ভকত সকলেও অধিকাৰ মান্য কৰিলৈছে ও আমিও দত্তদেৱ ডেকাজনা অধিকাৰী পদবীৰ যোগ্য হেন জানি তেওঁক অধিকাৰ পতা গ'ল। পূৰ্ব্ব নিয়মত কৰ্ম্ম কৰি থাকিব।" এই কথা প্ৰচাৰ হোৱাতে সকলোৱে হৰিধ্বনি কৰিলে এবং সভা বিসৰ্জ্জন হ'ল ।। ৮১ ।।"

দত্তদেৱ প্ৰভুতেই ৰাজ আজ্ঞা শুনোৱাৰ অন্ত পৰিল। তাৰ পাছত চৰকাৰী অনুমোদন বিচাৰও হোৱা নাই।

## চৰিত্ৰ আৰু কৃতিত্ব

কুশদেৱ গোসাঁইদেৱ ১৭বছৰ অধিকাৰ পদত থাকি প্ৰায় ৫৮ বছৰ বয়সত শৰীৰ ত্যাগ কৰে। অধিকাৰ ভোগৰ কাল সুদীৰ্ঘ নহলেও ঘটনাচক্ৰৰ প্ৰবাহৰ ফালৰপৰা চালে অত্যন্ত মহত্বপূৰ্ণ আছিল। তেওঁৰ দিনতে অসমীয়া জাতিৰ দুঃস্বপ্নসম মানৰদিনৰ অশান্তি উপদ্ৰৱ হৈছিল আৰু তাৰ কাৰণে তেওঁৰ নিজৰ এক অৰণ্য পৰ্ব্ব সংঘটিত হৈছিল। অগাধ অৰণ্যত সোমাই আত্মৰক্ষা কৰি ফুৰিব লগা হৈছিল—গোবিন্দৰ ইচ্ছা বুলি সেইবোৰ সহ্য কৰিও আন মানুহৰ দৰে দোঁ খাই পৰা নাছিল। ধৰ্ম্মশীল মতি, চাণক্যৰ কৌশল, বৃহস্পতিৰ বুদ্ধি, অভিভৱকাৰি ব্যক্তিত্ব এই এটাইবোৰ গুণ এজন পুৰুষতে গোবিন্দ মহাপ্ৰভুৱে অৰ্পণ কৰিছিল। আহোম স্বৰ্গদেৱে যেনেকৈ ভক্তি আৰু শ্ৰদ্ধা কৰিছিল, মান সেনাপতিয়েও

---

৬। চৰিত পুথিত দেৱৰৰ দলৈৰ কোনো কথা লিখা নাই। তাত লিখা আছে—

> স্বস্তি শ্ৰীবৰচাহাবৰ, শুনিয়ো এবে আদেশ।
> শ্ৰীডেকাজনাদেৱ অধিকাৰী, বুলিবে কৰি বিশেষ ॥
> তানে ভ্ৰাতৃ শ্ৰীধৰ্মেশ্বৰদেৱ ডেকা অধিকাৰ ভৈলা।
> এহি বাক্য বুলি, ৰমাকান্ত ডেকা বৰুৱায়ে মৌন ভৈলা ॥
> (কুঃ ৰাম দেঃ চঃ পদ ১০২৪)

দত্তদেৱৰ চৰিতকাৰ শ্ৰীধৰ ওজায়ো ৰমাকান্ত বৰুৱাৰ কথাহে কৈছে, দেৱৰৰ বৰদলৈৰ নামকো কোৱা নাই।

সেইদৰে বৰগোসাঁই বুলি সসম্ভ্ৰমে সমাদৰ কৰিছিল আৰু ইংৰাজ ৰাজ-বিষয়ায়ো অসমৰ সম্ভ্ৰাগ্ৰগণী বুলি মুৰ দোৱাঁইছিল। এইজনা প্ৰভু কৰ্ম্মত যেনেকৈ প্ৰখৰ আছিল তেনেকৈ সন্ধিৰ বাঁহো বুদ্ধিৰে কাটিব জানিছিল। শিৱসাগৰত ৰেইড্ চাহাবক দেখা কৰাৰ উপলক্ষ্যে যাওঁতে সিপাৰ হৈ নাৱতে থাকি চাই থাকোতেই এখন অৰণ্য কাটি তাত সত্ৰ বাহৰ পাতি নগৰ যেন কৰি পেলাইছিল। মানুহে ইমান সোনকালে এখন আৰণ্যক নগৰত পৰিণত কৰা দেখি বিস্ময় মানিছিল। ৰেইড্ চাহাবেও প্ৰভুৰ এই কৰ্ম্মকুশলতাৰ প্ৰমাণ দেখি আউনীআটী সত্ৰাধিকাৰৰ প্ৰভাৱ, প্ৰতিপত্তি আৰু নিপুণতাৰ চিন পাই ৰাষ্ট্ৰৰ এজন ধৰণী পুৰুষ বুলি অভিহিত কৰিছিল।

কুশদেৱ তেজস্বী পুৰুষ আছিল, তেওঁৰ তেজস্বিতা কেতিয়াবা উগ্ৰতাৰ স্তৰলৈকো উঠিছিল। ককায়েকৰ লগত অলপ কথাতে ধৰি সত্ৰৰপৰা অন্য ঠাইলৈ 'গুচি যোৱা' প্ৰথম বাৰত মাতি পঠিয়ালতো নহা কাৰ্য্য তেজস্বিতা নে উগ্ৰতা বুজা টান হৈ পৰে। পদ্মপাণিদেৱৰ অন্তিম সময়ৰ অসুখত পৰ দিয়াৰ পাল বতাই দিয়া, অন্য যোগাৰ পাতি কৰা আৰু আন কাম কাজৰো দায়িত্ব কুশৰামদেৱে কৰিছিল। তেওঁ তেতিয়া গোবিন্দপুৰীয়াহে ককায়েক লক্ষ্মীৰাম ডেকা অধিকাৰ, তেওঁৰ বয়স তেতিয়া ৩৮ বছৰ কিন্তু ভকত বৈষ্ণৱসকলে অধিকাৰ, ডেকা অধিকাৰতকৈ ও তেওঁকহে বেছি ভয় কৰিছিল। পদ্মপাণিদেৱৰ চৰিত লিখকে পদ্মপাণিৰ অন্তিম সময়ত তেওঁৰ কঠোৰ আদেশবোৰৰ কথা কওঁতে মন্তব্য দিছে যে কামদেৱ (অৰ্থাৎ কুশদেৱ) ডেকা জনাৰ কথা পেলাবলৈ 'কাহাৰ বাপৰ সাধ্য'।

সত্ৰৰ অনীতি বা ধৰ্ম্ম পালনত বিজুতি বা পৰম্পৰাৰপৰা এধানমানো বিচ্যুত হোৱা দেখিলে কুশৰামদেৱে সুদৃঢ় মুষ্টিৰে তাৰ প্ৰতিকাৰ কৰিছিল। মাহৰাৰ বাসুদেৱ গোসাঁইৰ ভায়েকৰ পুৰ্ণানন্দ নামৰ ল'ৰা এটিও কুশদেৱ প্ৰভুৱে সত্ৰলৈ আনি লৈছিল। তেওঁ বয়সত বাকী দুজনাতকৈ জ্যেষ্ঠ আছিল আৰু ডেকা পদবিত আছিল। কিন্তু তেতিয়া ডেকা অধিকাৰৰ নিৰ্ম্মালি দিছিল নে নাই জনা নাযায়। কুশদেৱ গোসাঁই গুৱাহাটীত থাকোঁতে তেওঁ কি সূত্ৰে কেনেকৈ কুলোচিত বৈষ্ণৱ পন্থা এৰি বৈষ্ণৱসকলে গৰিহা কৰা আনমতে প্ৰৱৰ্ত্তিছিল, পাষণ্ড আচাৰ কি কৰিছিল জনা নাযায়। চৰিত পুথিত 'পাষণ্ডৰ বাদে তাৰ ভিন্ন ভৈল মতি' বুলি কৈছে। এই কথা কুশদেৱে শুনি 'হানন্তা ভৈলো' বুলি ক্ৰোধান্বিত হ'ল। তেতিয়াই বয়সত সৰু দ্বিতীয়জনা দত্তদেৱক অনাই

ডেকা পদবীৰ নির্মালি দি পূর্ণানন্দক সত্ৰৰপৰা বাহিৰ কৰি দিলে। দেশস্থ লোককো সেই মতত প্ৰৱৰ্ত্তিবলৈ নিষেধ কৰি দিলে। পূর্ণানন্দ সত্ৰৰপৰা ওলাই গ'ল[৭]—আকাশৰ তৰা যেন খসিয়া পৰিলা'।

কুশদেৱ সম্পৰ্কে এটি ৰূপক বৰ্ণনাৰে দুইজন চৰিতকাৰে একে ধৰণৰ উক্তি কৰিছে—

কুশদেৱ সূৰ্য্য দত্ত চন্দ্ৰোদয়।
ভৈল দেখি ভক্তকুল আনন্দ হৃদয়॥

( কুশদেৱচৰিত পদ ১০৪৬ )

প্ৰচণ্ড মাৰ্ত্তণ্ড কুশদেৱ অস্ত গৈল।
শান্ত ৰশ্মি দত্তদেৱ সমুদিত ভৈল॥

( দত্তদেৱচৰিত ২৯৩ )

প্ৰকৃততে লক্ষ্মীৰাম চন্দ্ৰ অস্ত হোৱাত কুশৰাম সূৰ্য্যৰ উদয় হ'ল আকৌ কুশৰাম সূৰ্য্য অস্তমিত হোৱাত দত্তদেৱ চন্দ্ৰৰ উদয় হ'ল।

---

৭। পুথিত আছে—"পাষণ্ডৰবাদে তান ভিন্ন ভৈল মতি॥ আপুনাৰ কুলোচিত ধৰ্ম পৰিহৰি। পাষণ্ড পথত ৰতি কৰয় গুপ্ত কৰি॥" পাষণ্ড মতটো কি আছিল কোৱা নাই কিন্তু সি কুলোচিত নহয়। এই পূর্ণানন্দ পূৰ্বৰ নিজৰ সত্ৰ আৰু ঘৰ মাহবালৈকো উভতি নগ'ল। বিবাহ কৰি গৃহী হৈছিল। পাছত বোলে পুত্ৰ-সন্তান এৰি নিৰুদ্দেশ হ'ল।

## চতুৰ্দ্দশ অধ্যায়

# শ্ৰীশ্ৰীদত্তদেৱ গোস্বামী

### ( শক বহাগ ১৭৬০--১৮২৬ জেঠ )

দত্তদেৱ প্ৰভু ১৭৬০ শকত অধিকাৰ পদত অধিষ্ঠিত হ'ল। তাৰ পাছতো গুৱাহাটীতে সাতমাহমান থাকিবলগীয়া হ'ল। কুশলদেৱ গোসাঁইৰ প্ৰয়াণৰ চাৰিমাহ পাছত দত্তদেৱ প্ৰভুৱে বটু খাউণ্ড আৰু কৃষ্ণৰাম মহন্তক পঠিয়াই গঙ্গা গয়াদি ক্ষেত্ৰত কুশদেৱ প্ৰভুৰ অস্থিকৰ্ম্ম কৰোৱালে, আৰু সাতমাহ পৰিলত গুৱাহাটী সত্ৰৰ সুব্যৱস্থা কৰি চাৰি সত্ৰীয়াৰ নিৰ্ম্মালি লবলৈ মাজুলী সত্ৰলৈ অহাৰ ঠিক কৰিলে। গুৱাহাটী এৰাৰ আগতে প্ৰভুৱে কমিছনাৰ জেনকিনছন চাহাবক বিদায় লোৱাৰ অৰ্থে দেখা কৰিবলৈ গ'ল। প্ৰভু গুৱাহাটী এৰি যাবলৈ ওলোৱা বুলি জানি জেনকিনছন চাহাবে কলে—"ইয়াতে নিৰ্ম্মালি লওক, গোস্বামী সকলক মতাই অনাও, আমিও সকলোৱে চাওঁ।" দত্তদেৱ গোসাঁয়ে কলে—"পূৰ্ব্বাপৰ এই কাম গোবিন্দৰ সম্মুখত হব লাগে, ইয়াত কৰিলে অশোভন হব।" এই কথা শুনি চাহাবে সন্তুষ্টচিত্তে প্ৰভুক বিদায় দিলে। প্ৰভুৱে নৌকাযোগে গুৱাহাটী এৰিলে। প্ৰভু যাবলৈ ওলোৱা বুলি শুনি সেই সময়ত গুৱাহাটীতে থকা পুৰন্দৰ সিংহ গৈ নৌকাতে সেৱা কৰিলেগৈ ৰজা প্ৰজাৰ হিন্দোল উঠিল। শাৰী শাৰী নাৱঁৰ লগতে ব্ৰহ্মপুত্ৰৰ গতিও উজাই যোৱা যেন দেখা গৈছিল। প্ৰভুৰ আগমনত উজনী সত্ৰত এটা নতুন সুমধুৰ পৰিবেশৰ সৃষ্টি হ'ল। সকলোৰে মন প্ৰফুল্ল, স্ব স্ব কৰ্ম্মত উৎসাহ আৰু পৰস্পৰ কপট বিৰাগ নোহোৱা বন্ধুত্বই বিৰাজ কৰিলে। "যেহেন চন্দ্ৰৰ ৰশ্মি অতি সুশীতল, তেনেমতে প্ৰভুৰ শাসন সুনিৰ্ম্মল।" সত্ৰ সুন্দৰ পৰিপাটি-ভাৱে চলিবলৈ ধৰিলে।

১৭৬১ শকৰ বহাগ মাহত কুশৰামদেৱৰ সপিণ্ডন শ্ৰাদ্ধ মহোৎসৱ ধুম-ধামেৰে হৈ গ'ল। এই উৎসৱৰ বৈষ্ণৱভোজনত প্ৰভুৱে স্বহস্তে ৰন্ধন কৰি বৈষ্ণৱসকলৰ অপাৰ সন্তোষ বিধান কৰিছিল। অশেষ আভ্যন্তৰীণ পয়মাল, ৰাজভগন আৰু দেশ লৰ্বুং-লুঠুং হোৱা সত্বেও দত্তদেৱৰ দিনত সত্ৰত ছশতকৈও অধিক ভকত আছিল।

এইদৰে অনুৰক্ত ভক্তগণে সৈতে সত্ৰত থাকি প্ৰভুৱে বহুত দিনৰপৰা জেঁাট লাগি থকা আউলবোৰ ভাঙিলে। পূৰ্ব্বৰপৰা চলি অহা ৰীতিমতে গীত নাট, কীৰ্ত্তন, এইবিলাক ৰচনা কৰি ভক্তসকলক শিক্ষা দিলে। ভাৱনা পাত্তি ভাৱৰীয়াসকলক নিজেই শিক্ষা দি নিপুণ কৰি তুলিলে। দিনে দিনে নানা সুৰত নতুন নতুন গীত ৰচনা কৰিলে আৰু নাটো কেইবাখনো লিখিলে। এই সময়তে কিছুমান সংস্কৃত শ্লোক আৰু স্তোত্ৰও ৰচনা কৰিছিল। পণ্ডিত সকলেও সেইবোৰক সুকবিতা বুলি প্ৰশংসা কৰিছিল। অকল প্ৰাচীন বিদ্যাৰ অনুশীলন আৰু প্ৰয়োগতে প্ৰভু ক্ষান্ত আছিল এনে নহয়, আধুনিক বিষয়ৰো জ্ঞান আহৰণ কৰিছিল। বঙ্গীয় সংবাদপত্ৰবোৰ অনাই নিয়মিতৰূপে পঢ়িছিল, আৰু মাজে মাজে প্ৰবন্ধাদি লিখিও প্ৰকাশ কৰিছিল। এইভাৱে প্ৰভু দত্তদেৱে আৰম্ভনি কালছোৱাতে সত্ৰলৈ এটা সাংস্কৃতিক জাগৰণ আনিবলৈ যত্ন কৰিছিল।

এবাৰ যোৰহাট নগৰলৈ কমিছনাৰ বাহাদুৰ জেন্‌কিন্‌ছন্ চাহাব আহিছিল। তেওঁক দেখা কৰিবৰ মনেৰে প্ৰভুৱে লৰালৰিকৈ যোৰহাটত বাহৰ পতাই যোৰহাটলৈ গ'ল। প্ৰভুৰ আগমনৰ সময়ত বিৰাট সমদল, বাদ্য-ভাণ্ডৰ তুমুল সমৰোল, আকাশভেদি হৰিধ্বনি, পথুলিয়ে পথুলিয়ে উথুলি মুথুলি, ওৰে বাটতে ভকতসকলৰ সাষ্টাঙ্গ প্ৰণাম, সকলো মিলি যোৰহাট নগৰখন 'ৰামৰে নগৰ' হৈ পৰিল। গৈ পোৱাৰ পিছদিনাই নিৰ্দ্দিষ্ট সময়ত খাটোলাত উঠি জন্‌কিন্‌ছন্ চাহাবক দেখা কৰিবলৈ গ'ল। গোসাঁইৰ লগত অযাচিতভাৱে ইমান জন-সমাগম দেখি এটা নেদেখা দৃশ্য দেখা দি চাহাব আচৰিত হ'ল,। আগবাঢ়ি আহি নতশিৰে সম্ভাষণ জনালে। সসম্ভ্ৰমে আনি যথাযোগ্য আসনত বহুৱাই কথা-বতৰা সুধিলে। দেশৰো আও-ভাও আৰু ৰীতি-নীতিৰ কথা সুধি বহুত বিষয়ে চাহাবে আলোচনা কৰিলে। পাছে চাহাবে চন্দুকত ভৰাই থোৱা বিলাতী বাদ্যযন্ত্ৰ এটা অনাই বজাই দেখুৱালে। এইদৰে বহুত সময় আলাপ কৰি দেৱক বিদায় দিলে। প্ৰভু অহাৰ নিচিনাকৈ যাওঁতেও সাড়ম্বৰে বহালৈ উভতি গ'ল।

সেই সময়তে ৰজা পুৰন্দৰসিংহই দূত পঠাই গোসাঁইক মতাই নি সেৱা কৰিলে। নিৰ্ম্মাল্য আশীষ দিয়াৰ পাচত প্ৰভুৰ লগত ৰজাই বহুত কথাবতৰা হ'ল। পুৰন্দৰসিংহ তেতিয়া ইংৰাজৰ অনুগ্ৰহভোগী, নামত ৰজা, তথাপি আহোম ৰাজবংশৰ শেষ চিন ছায়া-স্বৰ্গদেউ বুলি হলেও প্ৰজাই শ্ৰদ্ধা কৰিছিল। গোসাঁইসকলেও পূৰ্ব্বপ্ৰথাৰ উলঙ্ঘা নকৰি আশীষ নিৰ্ম্মালি দিছিল। প্ৰভু

যোৰহাট বাহৰত থাকোঁতেই এদিন কামেশ্বৰসিংহ যুৱৰাজ সেৱা কৰিবলৈ আহিল, লগত বহুত বৰুৱা, ফুকন, গায়ন বায়ন, তন্ত্ৰীবাদক আৰু ওজাও আহিছিল। গায়ন-বায়নসকলে গীতবাদ্য শুনালে, কামেশ্বৰসিংহ ৰজাই ঢোলক বজাই দেখুৱালে। বেলা অৱসান হলতহে গীত-বাদ্যৰ সামৰণি পৰিল, আৰু সকলোৱে প্ৰভুক সেৱা কৰি মেলানি মাগিলে। কামেশ্বৰসিংহই সেৱা কৰাৰ পাছ দিনাই প্ৰভু সত্ৰলৈ উলটি আহিল।

১৭৬৩ শকৰ চ'ত মাহত ডেকাজনা ধৰ্ম্মেশ্বৰদেৱকো লগত লৈ প্ৰভু শিৱসাগৰলৈ আহিল। তেতিয়া ৰংপুৰ নাম গুচি শিৱসাগৰ নাম প্ৰখ্যাত হৈছে। তালৈ যোৱা এমাহ পাছতে ১৭৬৪ শকৰ বহাগৰ পূৰ্ণিমাত কৃশৰামদেউৰ তিথি পৰিল। এই তিথি মহোৎসৱ সকলোৰে অনুৰোধত শিৱসাগৰ বাহৰতে পাতিবলৈ স্থিৰ হ'ল, লগতে কালিদমন ভাৱনাৰো আখৰা চলিল। উৎসৱৰ কাৰণে এখন ডাঙৰ ৰভা দি শুকুল্যা কাপোৰেৰে বেৰি বিতোপন মণ্ডপ তৈয়াৰ কৰিলে। ভাওনাৰ দিনা ৰাতি শ শ বন্তি জ্বলিল। ভাৱনা চাবলৈ স্বদেশী বিদেশী বহুত মানুহ আহিছিল। ফুকন, বৰুৱা, গোসাঁই, কাকতি প্ৰভৃতি অনেক গণ্যমান্য লোকেও ভাৱনা চাবলৈ আহিছিল। সেইবিলাকক যাৰ যেনে যোগ্য আসন সেইমতে ব্যৱস্থা কৰি দিয়া হৈছিল। হৰনাথ বৰুৱাই চাৰিওফালে ঘূৰি তদাৰক কৰিছিল।[১] এই ভাৱনালৈ চাহাববিলাকো আহিছিল। তেওঁবিলাকৰ কাৰণে বেলেগ কোষ্ঠ কৰি তাত শাৰী শাৰী চকি পাতি দিলে। গোৰা ফৌজ যি আছিল তাৰ কেপ্তেন চাহাবো বহুত চিপাহী লৈ ভাৱনা চাবলৈ আহিল। প্ৰভু দত্তদেৱ নিজেও আহিল আৰু সভামধ্যত প্ৰৱেশ কৰিলে। ভাৱনা আৰম্ভ হ'ল, গায়ন-বায়নে পূৰ্ব্বৰঙ্গ সমাপ্ত কৰিছিলহে এনেতে সভাত হুলস্থুল লাগিল। কিবা কাৰণত হৰনাথ বৰুৱাৰ কাৰ্য্যত চিপাহীবিলাক জকি উঠিল। সভা জুৰি তোলপাৰ লাগিল। ৰাইজ চতুৰ্দ্দিশে ভাগিল। গতি ভাল যেন নেদেখি চাহাব কেজন উঠি উঠি গুচি গ'ল। গায়ন-বায়ন, ভাৱৰীয়া ঠাইতে যেনিবা ভিতৰ সোমাল। দত্তদেৱ প্ৰভু সমজ্যাৰ অৱস্থা দেখি ভিতৰলৈ সোমাই গ'ল। চিপাহীবোৰে গোটেই স্থান বেৰি লৈ হৰনাথ বৰুৱাক বিচাৰি ফুৰিবলৈ ধৰিলে। হৰনাথ বৰুৱা টিপতে পলাই পত্ৰং দিলে। পলাই গৈ মণিকূটত লুকাল, তাতো ভয়ত থৰথৰকৈ কঁপি আছিল। মণিকূটত নিৰাপদ যেন নাভাবি পাছত তামী অৰ্ঘা আদি ধোৱা গৰ্ত্তত গৈ সোমাই

১ এই হৰনাথেই মণিৰামদেৱানসংক্ৰান্ত ঘটনাত বিখ্যাত হৈ পৰিছিল।

থাকিল। চিপাহীবোৰে পিত্‌পিত্‌ কৈ বিচাৰি গোটেইখন চলাথ কৰিলে, কিন্তু বসুমতীৰ গৰ্ত্তত পেটপেলাই আঠুত মূৰ সুমুৱাই পৰি থকা হৰনাথক বিচাৰি উলিয়াব নোৱাৰি খঙত গালি-শপনি পাৰি নিজ স্থানলৈ গুচি গ'ল। সেই ৰাতি ওৰা পাতি লওঁতেই ভাৱনা সামৰিব লগা হ'ল। ফৌজী কেপ্তেনজন কি কাৰণত রুষ্ট হ'ল, চিপাহীবোৰনো জকিল কেলেই, হৰনাথ বৰুৱাইনো কি দোষ কৰিলে, এই কথাবোৰৰ একো আগ-গুৰি নোলাল। শিৱসাগৰত তেতিয়া বৰ চাহাব আছিল বোৰতি চাহাব ( Capt. Brudey )। আগৰাতি ভাৱনাত চিপাহীৰ দৌৰাত্ম্যৰ কথা ভেওঁক জনোৱা হলত শুনি বৰ বেয়া পালে। তৎক্ষণাৎ প্ৰভুলৈ দুখ কৰি এখন পত্ৰ দিলে আৰু চিপাহীবোৰৰ ব্যৱহাৰকো নিন্দা কৰি সিহঁতক সতৰ্ক বাক্য শুনালে। আকৌ ভাৱনা পাতিবলৈ প্ৰভুক অনুৰোধ জনাই বোৰতি চাহাবে লিখিলে যে এইবাৰ একো গোলমাল হব নোৱাৰে; আৰু তেওঁ নিজেও সেই ভাৱনাত উপস্থিত থাকিম বুলি প্ৰতিশ্ৰুতি দিলে। বোৰতি চাহাবৰপৰা এই নিৰ্ভয়-পত্ৰ পাই প্ৰভুৱে আকৌ ভাৱনা পাতিলে। এইদিনা ভাৱনাত বোৰতি চাহাব নিজেই উপস্থিত আছিল, আনো চাহাব লোক আহিছিল। কোনো প্ৰকাৰ হাই-উৰুমি নহল। অসংখ্য প্ৰজাৰ কাঁহ পৰি জীন যোৱা নীৰৱতাত ভাৱনা সুকলমে হৈ গ'ল।

শিৱসাগৰত থাকোঁতেই প্ৰধান চাউল-ভঁৰালী হৰনাথ শৰ্ম্মাৰ পৰলোক হয়। এই হৰনাথ চাউল-ভঁৰালীয়েই মান ফুকন নাখামৰ প্ৰক্ষিপ্ত পৰি-ঘালৈকো কেৰেপ নকৰি কুশদেৱ গোসাঁইক আবৰি আছিল। এওঁৰ লোকান্তৰৰ লগে লগে সত্ৰৰ ধৰণী খহিল। এওঁৰ ঠাইত বেথাৰাম শৰ্ম্মা চাউল-ভঁৰালী হ'ল। হৰনাথ শৰ্ম্মাৰ বিয়োগ বাতৰি পাই প্ৰভুৱে ডেকা ধৰ্ম্মেশ্বৰদেৱক লৰালৰিকৈ সত্ৰলৈ পঠাই দিলে। প্ৰভু শিৱসাগৰতে আৰু কিছুদিন থাকি প্ৰায় এবছৰৰ মূৰত সত্ৰলৈ উলটি আহিল।

সত্ৰত অলপ দিন থাকি চৈত্ৰা ত্ৰয়োদশীৰ বাৰুণী স্নান কৰিবলৈ দত্তদেৱ প্ৰভু মাঘত ভাটীলৈ যাত্ৰা কৰিলে। এই যাত্ৰাত ডেকাজনাৰ উপৰিও বিশ্বম্ভৰদেৱৰ বিধবা পত্নী মুক্তি আই লগত আছিল। গঙ্গাস্নান কৰি ১৭৭০ শকত উভতি আহি গুৱাহাটীৰ আমনি সত্ৰত ৰয়। আগৰ ঘৰ-দুৱাৰ বেয়া হৈ যোৱাত নতুনকৈ ঘৰ-দুৱাৰ সজাই ল'ব লগা হৈছিল। মুক্তি আই গুৱাহাটীত নবৈ উজাই আহি নিজ পছমৰা সত্ৰত ৰ'লহি।

ডেকাজনা সহ প্ৰভু গুৱাহাটীতে গোপীনাথৰ সেৱা কৰি কেইবছৰমান তাতে ৰঙ্কিলে। এনেতে সত্ৰত অলপ অথন্তৰ ঘটিল। বেথাৰাম শৰ্ম্মা চাউল-ভঁৰালী ৰাজৰোষত পৰিল। ৰাজৰোষত পৰাৰ কাৰণ হ'ল এই—সত্ৰৰ মাটি খান্দোতে মজাঠিমৰাৰ কুমাৰ এজনে কিছু ধন পাই লৈ গ'ল আৰু কাকো ফুটকে নকলে। পাছত কথাটো জনাজনি হ'ল। ইকাণে সিকাণে এই বাৰ্ত্তা আহি প্ৰভু আৰু ডেকাজনাৰ অনুপস্থিতিত সত্ৰ চলোৱাৰ ভাৰপ্ৰাপ্ত মানভগীয়া চাউল-ভঁৰালী বেথাৰাম শৰ্ম্মাৰ কাণত পৰিল। তেওঁ ধনপোৱা কুমাৰক ধৰাই আনি বন্দী কৰি থ'লে। কুমাৰৰ স্বজনে গৈ বোৰতি চাহাবত গোচৰ দিলে। বোৰতি চাহাবে নিজে সত্ৰলৈ আহি এই কথাৰ অনুসন্ধান কৰি কথা সঁচা যেন পাই বিচাৰত চাউল-ভঁৰালীক এবছৰ কাৰাদণ্ডৰ হুকুম দিলে। এই খবৰ পাই ডেকাজনা ধৰ্ম্মেশ্বৰদেৱ সত্ৰলৈ আহিল। চাউল-ভাণ্ডাৰীয়ে এবছৰ ফাটক খাটি পুনৰ সত্ৰলৈ আহি পূৰ্ব্বৰ নিজ বাবতে থাকিল। ধৰ্ম্মেশ্বৰ ডেকা গোসাঁই আকৌ গুৱাহাটীলৈ গ'লগৈ। পাঁচ ছয় বছৰ গুৱাহাটীত প্ৰবাস কৰি ১৭৭৬ শকত দত্তদেৱ প্ৰভু সত্ৰলৈ ঘূৰি আহে। এই প্ৰবসুৱা কাল ডোখৰতে বঙালী গীত মাত শুনি ভাল পাই প্ৰভুৱে তাৰ সুৰবোৰ শিকি লয় আৰু দুই চাৰি গীত নিজেও ৰচনা কৰি সেই সুৰতে গাইছিল।

দত্তদেৱ প্ৰভুৰ চাৰি-সত্ৰীয়াৰপৰা নিৰ্ম্মালি অভিষেক লোৱা বহুত-দিনলৈকে হোৱা নাছিল। কুশদেৱ গোসাঁই প্ৰায় প্ৰবাস আৰু অজ্ঞাত বাসত কটাব লগা হোৱাত সত্ৰত নানা আউল-আহুকালো বহুত গোট খাইছিল। সেইবোৰ অতাঁই মেলি লওঁতেও কিছুদিন গ'ল। প্ৰবাসতো কিছুকাল কটাব লগা হোৱাত হৈ নুঠিল। এনেয়ে এই কাম চলাজনাৰ আদ্যশ্ৰাদ্ধৰ দিনাই হৈ যায়। কিন্তু এই ক্ষেত্ৰতো কুশদেৱ প্ৰভুৰ শ্ৰাদ্ধ প্ৰবসুৱা সত্ৰত কৰিব লগা হোৱাত চাৰিসত্ৰীয়াৰ নিৰ্ম্মালি লোৱা সম্ভৱ হৈ নুঠিল। ১৭৭৯ শকত (ইং ১৮৫৭) বিদ্ৰোহী ৰজা কন্দৰ্পেশ্বৰক ছল কৰি নি ইংৰাজে কলিকতাত বন্দী কৰি থ'লে। একে কাৰণ দেখুৱাই তেওঁলোকে মণিৰাম আৰু পিয়লিক ফাঁচী দিলে। অভিনৱ কৰ, কাটল, আৰু মাটিবাৰীৰ নতুন আচহুৱা বন্দবস্তৰ কাৰণেও জঞ্জাল বাঢ়ি গৈছিল। দেশত শান্তি নাছিল। এইবোৰ সাতেসোতৰে দত্তদেৱ প্ৰভুৰ নিৰ্ম্মালি অভিষেক লোৱা সকাম ফেৰা পাছুৱাই থাকিব লগা হৈছিল। এই অতি প্ৰয়োজনীয় কামটো এনেকৈ

পাছুৱাই খোৱাটো ঘাই সত্ৰ কেইখনৰ অধিকাৰসকলেও ভাল পোৱা নাছিল। শুনা যায় দক্ষিণপাটৰ তেতিয়াৰ সত্ৰাধিকাৰ আৰু বয়সতো বৃদ্ধ বাসুদেৱ প্ৰভুৱে এই বিষয়ে দত্তদেৱ প্ৰভুক বিশেষভাৱে সকিয়াই আছিল। সেহেত ১৭৮১ শকত দত্তদেৱ প্ৰভুৱে নিৰ্ম্মালি অভিষেকৰ আয়োজন কৰিলে। এই অভিষেক কাৰ্য্য দক্ষিণপাটৰ বাসুদেৱ গোসাঁয়েই কৰিলে। সেই উপলক্ষ্যে সত্ৰত দত্তদেৱ প্ৰভুৰ স্বৰচিত কংসবধ নাট অভিনীত হ'ল। সেই শকতে দক্ষিণপাটৰ বাসলৈ প্ৰভু আমন্ত্ৰিত হ'ল আৰু প্ৰভুৱে দক্ষিণপাটৰ অতিথি-স্বৰূপে তিনিদিন কটালে।

১৭৮৪ শকত ছুৰলীয়া লাট ( Lft. Governor ) বিডন চাহাব ( Sir Asely Beadon ) জাহাজেৰে অসমলৈ আহিছিল। তেওঁ অহা জাহাজখনৰ নাম আছিল "সোনামুখী"। এই জাহাজতে বিষয়াসকল আৰু সন্তসকলৰো কাকো মতাই আনি এখন সভাপাতি ছুৰলীয়া লাটে শান্তিৰ ঘোষণা শুনাইছিল। দেশৰ নেতৃস্থানীয় লোকৰ নিৰ্দ্দেশ মতে পূৰ্ব্বপ্ৰথা অনুসৰি আসনাদিৰ ব্যৱস্থা কৰিছিল। শান্তি-বাণী শুনোৱাৰ পাছত এই সভা ভঙ্গ হ'ল। সন্ত-মহন্তসকল জাহাজৰ পৰা নামি নিজ নিজ বাহনত উঠি ঘৰাঘৰি গ'ল। দত্তদেৱ প্ৰভুৱে জাহাজৰে বেলেগ কোঠা এটাত ছুৰলীয়া লাটৰ লগত সুকীয়াকৈ দেখা কৰিলে। ছুৰলীয়া লাটে এই সুযোগতে দেশৰ নিয়ম কাৰণ, ধৰ্ম্ম-শাসনৰ ৰীতি, সত্ৰ-সমাজৰ সম্বন্ধ আদি বহুত কথা জানি ল'লে। এইদৰে কথা পাতি থাকোঁতেই বহুত সময় হ'ল, ইপিনে জাহাজ মেলিব খোজা যেন পাই পাৰত থকা অগণন প্ৰজাই হাঁহাকাৰ কৰি উঠিল। কন্দৰ্পেশ্বৰসিংহকো বোলে ইংৰাজে এনেকৈয়ে জাহাজত তুলি হঠাতে জাহাজ মেলি দিছিল। এনেকৈ হুৰা ছুৰা লাগি থাকোঁতেই জিলাৰ বৰ চাহাব বেকেট চাহাবে ( W. Backett ) যেতিয়া প্ৰভুক আগবঢ়াই থ'লেহি জাহাজৰ সমুখত গগন ফলা হৰি ধ্বনিৰ ৰোল উঠিল। তেতিয়াহে প্ৰজাই স্বস্তি অনুভৱ কৰিলে।

১৭৮৫ শকৰ মাঘত অৰ্ধোদয় গঙ্গাস্নান কৰি আহিল। ছুবছৰমান সত্ৰত কোনো বিপদ আপদ নাছিল। বৰ শান্তি শৃঙ্খলাৰে চলি আছিল। ১৭৮৭ শকত এদিন আবেলি কেনেবাকৈ জুই লাগি সত্ৰৰ নামঘৰ, মণিকূট, ভঁৰাল সকলো পুৰিলে। দক্ষিণ, উত্তৰ আৰু পশ্চিমহাটী আৰু চাউল-ভাণ্ডাৰ মাত্ৰ ৰ'ল। পুৰহাটীত থকাসকল ইহাটী সিহাটীকৈ গোঁজা মাৰি থাকিল।

গোবিন্দক নি চাউল ভাণ্ডাৰত থোৱা হ'ল। এনে দুৰ্য্যোগ আগতেও কেইবাবাৰো হৈছে, গতিকে ভকতসকলে নিৰুদ্বেগচিত্তে কেইদিনমানৰ ভিতৰতে থাকিব পৰাকৈ সত্ৰৰ ঘৰদুৱাৰ নিৰ্ম্মাণ কৰি ললে। অগ্নিকাণ্ডৰ অলপ দিন আগতে গঙ্গাদাস নামৰ নিম্বাৰ্ক সম্প্ৰদায়ৰ বৈষ্ণৱ এজন তেওঁলোকৰ আখাৰাৰ (আশ্ৰম) কাৰণে হাতী কিনিবলৈ অসমলৈ আহি শিষ্টতা অনুসৰি আউনীআটী সত্ৰত প্ৰভুক সেৱা কৰিবলৈ আহিছিল। তাতে তেওঁ কেইদিনমান আছিল আৰু তাৰপাছত লক্ষীমপুৰৰ ফালে গ'ল। যাওঁতে টকা দুহেজাৰ প্ৰভুৰ হাতত থৈ গৈছিল। ইতিমধ্যে সত্ৰৰ অগ্নিকাণ্ডত আন ধন সোণৰ লগতে সেই টকা দুহেজাৰো অগ্নিয়ে দহিলে। গঙ্গাদাস উভতি আহিলত টকা পোৰা যোৱাৰ কথা ঘুণাক্ষৰেও নকৈ প্ৰভুৱে নিজৰ পৰাই দুহেজাৰ টকা উলিয়াই মানুহজনক দি দিলে।

আউনীআটীয় অধিকাৰে ৰাজদণ্ড ভৰিব লগা হ'ল। সিও ৰায়তৰ দোষতহে ভূস্বামী হিচাপে। ৰাৱণে সীতাক হৰি নিলে, বন্ধন হ'ল মহাসাগৰৰ। অসমত ইংৰাজ চৰকাৰে আফুখেতি উঠাই দিলে আৰু নিজে কানিৰ বেপাৰী হ'ল। অসমীয়া দুই চাৰি কৃষকে পূৰ্ব্বৰ সহজমতে লুকাই চুৰকৈ হলেও আফুখেতি কৰি আছিল। আউনীআটী সত্ৰৰ মাটি খাই থকা এজন কৃষকে লুকাই আফুখেতি কৰিছিল। চৰিয়াৰ মুখে গম পাই পুলিচে তাক ধৰি নিলে। সেই সময়ত ইস্কন্‌চন বুলি এজন বৰচাহাব আছিল। তেওঁ বোলে বহুত অকাৰ্য্য কৰি মানুহক হাৰাশাস্তি কৰিছিল। আচল নামটো Encrounch। ইস্কন্‌চন নামৰ এই নতুনকৈ অহা বৰচাহাবে মাটিৰ মালিক বুলি সত্ৰৰ অধিকাৰ দত্তদেৱ প্ৰভুৰ ওপৰতে চমন জাৰি কৰিলে। অগত্যা প্ৰভু শিৱসাগৰলৈ যাব লগা হ'ল। প্ৰভুৰ বাহৰতে সোধ হ'ল আৰু ইস্কন্‌চন চাহাবে আউনীআটী অধিকাৰক পাঁচশ টকা দণ্ড কৰিলে। প্ৰভুৱেও লগে লগে পাঁচশ টকা কছাৰীলৈ পঠাই দি সত্ৰলৈ উভতি আহিল। বিস্ময়কৰ কথা যে প্ৰভু উলটি আহি সত্ৰ পালে কি নাপালে হোলোকা হোলোকে তেজ বতিয়াই সেই ইস্কন্‌চন চাহাব সিফলীয়া হ'ল। ইপিনে প্ৰভু আহি সত্ৰ পোৱাৰ পাছদিনা চ'ৰাত বহাৰ লগে লগে ক'বনো ইমান সেৱা কৰা মানুহ সত্ৰলৈ আহিল যে গোবিন্দৰ ইচ্ছাত পাঁচশৰ দুগুণ সেৱামাননি একে দিনাই উঠিল। দোষীক শাস্তি দিবলৈ পৰমেশ্বৰে কেতিয়াবা একোজন মহামহিম পুৰুষক নিমিত্ত কৰে।

১৭০২ শকত দক্ষিণ পাটৰ বাসুদেৱ প্ৰভু বৈকুণ্ঠী হয়। আদ্যশ্ৰাদ্ধলৈ

নিমন্ত্ৰিত হৈ প্ৰভু দত্তদেৱ তালৈ যায় আৰু নতুন অধিকাৰ শুভদেৱ গোসাঁইক নিৰ্ম্মালি অভিষেক কৰে। কেইবছৰমান পাছত গড়মূৰৰ হৰিদেৱ গোসাঁইৰ বৈকুণ্ঠপ্ৰাপ্তি হোৱাত নতুন অধিকাৰ ভদ্ৰকৃষ্ণদেৱকো অনুৰূপভাৱে দত্তদেৱ প্ৰভুৱে নিৰ্ম্মালি অভিষেক কৰে। সেই উপলক্ষ্যে গড়মূৰ সত্ৰত দত্তদেৱ প্ৰভুৰ ৰচিত হৰিশ্চন্দ্ৰ উপাখ্যান নাটৰ ভাৱনা পতা হৈছিল। এই অনুক্ৰমে প্ৰভুৱে নিজৰ পীঠাধিস্থানৰ কালছোৱাত দক্ষিণ-পাটৰ নৰদেৱ গোস্বামী, গড়মূৰৰ ৰঘুচন্দ্ৰদেৱ গোস্বামী, কুৰুৱাবাহীৰ শ্ৰীকান্তদেৱ গোস্বামী আৰু দিফলু সত্ৰৰ কৃষ্ণনাথ চন্দ্ৰদেৱ গোস্বামীক মুঠ চাৰিখন সত্ৰৰ ছয়জন অধিকাৰ গোসাঁইক নিৰ্ম্মালি দিছিল।

১৭৯৩ শকৰ কথা, দত্তদেৱ প্ৰভুৱে আউনীআটী সত্ৰলৈ কলিকতাৰপৰা এটা ছাপ-যন্ত্ৰ অনাই সত্ৰৰ পূৰ্ব্বদিশে এটি ছপাশাল বহুৱালে। ছপাশালৰ নাম দিলে ধৰ্ম্মপ্ৰকাশ যন্ত্ৰ। নামটোৱেই ছপাশাল স্থাপনৰ উদ্দেশ্য খ্যাপন কৰে। খৃষ্টীয় পাদুৰীবিলাকে ছপাশাল পাতি অৰুণোদয় কাকত আৰু বিভিন্ন খ্ৰীষ্টধৰ্ম্মীয় পুস্তক প্ৰকাশ কৰি ধৰ্ম্মপ্ৰচাৰ কৰাৰ কৌশল প্ৰভুৱে স্বচক্ষে দেখা পাইছিল। ছপাশাল নতুনকৈ সোমোৱা সভ্যতাৰ এটা মহৎ দান। তাৰ সুযোগ লৈ অসমীয়া ভাষাত সাপ্তাহিক সংবাদ উলিওৱা আৰু আমাৰ দেশত পুৰণি ধৰ্ম্মগ্ৰন্থ ছপাই অসমীয়াৰ মাজত স্বধৰ্ম্ম প্ৰকাশ কৰাৰ কাৰ্য্য-কল্পনা গ্ৰহণ কৰাটো ইংৰাজী শিক্ষাৰ লগত সম্পৰ্ক নথকা প্ৰাচীন সংস্কৃতিৰ বাহক পুৰুষ এজনৰ পক্ষে কালাগ্ৰপ্ৰসাৰিণী চিন্তা বুলি কব লাগিব। বিদেশীয়ে প্ৰকাশ কৰা অৰুণোদয়ৰ পাছতে আসমীয়া লোকে উলিওৱা প্ৰথম সংবাদপত্ৰ হ'ল প্ৰভু দত্তদেৱৰ মহনীয় কীৰ্ত্তি আসাম-বিলাসিনী। বিলাসিনী একেৰাহে বাৰবছৰ চলি বন্ধ হৈছিল—সত্ৰ খহনীয়াৰ দুৰ্য্যোগত। বাৰ বছৰ একেৰাহে চলা অসমীয়া সংবাদ পত্ৰ বা মাসিক পত্ৰ আজিও এই স্বাধীনোত্তৰ অসমতো বিচক্ষণ কৃতিত্ব হৈয়ে আছে। অসমীয়া সাহিত্যৰ পুৰণি আমোল ৰত্নৰাজি ছপাই ঘৰে ঘৰে পোৱাৰ দিহা কৰিবলৈ যোৱাষাৰো এটা যুগান্তৰকাৰী প্ৰযত্ন। কীৰ্ত্তন, ৰুক্মিণীহৰণ, গুণমালা আদি গ্ৰন্থ ছপোৱা প্ৰকাশক আজি বহুত আছে কিন্তু ১৭৯৩ শকত ( ১৮৭১ চনত ) এই কাৰ্য্যৰ প্ৰয়োজনীয়তা পোনতে উপলব্ধি কৰিছিল অসমৰ দুৰ্গম স্থান মাজুলীৰ সত্ৰ এখনৰ ৩১ বছৰীয়া এজন অধিকাৰ প্ৰভুৱে। এই বিষয়ে পাছত আৰু কোৱা হব।

১৭৯৬ শকটো আউনীআটীৰ কাৰণে এটা বিশেষ অৰ্থত শোকজনক বছৰ বুলি কব লাগিব। কুশৰামদেৱৰ ভ্ৰাতা বিশ্বম্ভৰদেৱৰ বিবাহৰ অলপ

দিন পাছতে নিঃসন্তানৰূপে বিয়োগ ঘটিল। তেওঁৰ পত্নী মুক্তি আই নিৰঞ্জনদেৱৰ বংশৰ শেষ চিহ্ন আছিল। এই শকৰে আহিনৰ পূৰ্ণিমাত দীৰ্ঘকাল বৈধব্য যাপন কৰি আই মাতৃৰো স্বামিপ্ৰাপ্তি ঘটিল। ভাগৱতী সংস্কৃতিৰ ধাৰক মহিমাময় বংশ এটাৰ এই শেষ চিহ্নও বিলুপ্ত হ'ল। ডেকা অধিকাৰ ধৰ্ম্মেশ্বৰদেৱে আই মাতৃৰ ঔৰ্দ্ধদেহিক ক্ৰিয়া সম্পাদন কৰিলে। পহুমৰা নামৰ আউনীআটী সৰু সত্ৰৰো ইমানতে ইতি পৰিল।

নতুন বছৰ ১৭৯৮ শকত (১৮৭৭ চনৰ ১ জানুৱাৰী) মহাৰাণী ভিক্টোৰিয়াক ভাৰত সম্ৰাজ্ঞী বুলি দিল্লীৰ এক দৰবাৰত ঘোষণা কৰা হয়। গোটেই দেশত সেই উপলক্ষ্যে খেল ধেমালি, আতচ্‌বাজি, সভা-সমিতি, পান-ভোজনাদিৰো নানা বিধৰ ব্যৱস্থা হৈছিল। শিৱসাগৰতো এখন উৎসৱ বা দৰবাৰ সভাৰ আয়োজন কৰা হৈছিল। তাৰ এজন প্ৰধান কাৰবাৰী আছিল গঙ্গাগোবিন্দ ফুকন। ডেপুটি কমিছনাৰ ক্েম্বেল চাহাবে (Lft R Campbell) চাৰিসত্ৰীয়া কেউজনালৈ নিমন্ত্ৰণ জনালে। নিমন্ত্ৰণ পাই বহু ভক্ত লগত লৈ প্ৰভু শিৱসাগৰলৈ গৈ নিজ বাহৰত থাকিল। আন সত্ৰৰ অধিকাৰসকলো স্ব স্ব স্থানত ৰ'লগৈ। শিৱসাগৰৰ গণ্য মান্য আউনীআটীৰ সেৱক কৃষ্ণপ্ৰাণ চাংকাকতি, শ্যামসুন্দৰ দুৱৰা প্ৰভৃতিয়ে আহি প্ৰভুক সভাৰ আওভাওৰ আভাস দি শেহত ক'লে যে এক গোলহে লাগিছে, কমলা-বৰীয়াও নিমন্ত্ৰত হৈ আহিছে। মেম্বৰ গঙ্গা গোবিন্দ ফুকনে দীননাথ বেজবৰুৱাৰ লগত যুক্তি কৰি প্ৰভুসকল বহাৰ শ্ৰেণী নিবন্ধন কৰিছে—এই ক্ৰমে আউনীআটী, গড়মূৰ আৰু কমলাবাৰী আগৰ শাৰীত। তাৰ পাছত অন্যসকল বহিব। এই কথা শুনি দত্তদেৱ প্ৰভুৱে ক'লে— "মই কষ্ট কৰি আহিছোঁ সভালৈ যাম বুলি। পুৰ্ব্বাপৰ নিয়মানুসাৰে সভাত বহিম তাৰ অন্যথা কৰিলে সভালৈ নগৈ ইয়াতে থাকিম।" প্ৰভুৰ এনে খাটাং উত্তৰ শুনি কৃষ্ণপ্ৰাণ চাংকাকতিয়ে শীঘ্ৰে গৈ কেম্বেল চাহাবত সাঙ্গোপাঙ্গ বিবৰি ক'লে। চাহাবে এই কথা শুনি পুৰ্ব্বৰ ৰজাদিনীয়া প্ৰথা অনুসাৰে গোসাঁইসকলক বহুৱাৰ নিৰ্দ্দেশ দিলে। আৰু সেই মতেই আসন ক্ৰমৰ দিহা হ'ল। এই জুবিলিৰ বৰ্ণনা দত্তদেৱচৰিত লিখক শ্ৰীধৰ বৰুৱা ওজাই যেনেকৈ দিছে তাতকৈ ভালকৈ দিব নোৱাৰি। গতিকে শ্ৰীধৰ ওজাৰ পদখিনিকে এই গ্ৰন্থৰ শেষত 'চৰিত-চয়ন' নামৰ অধ্যায়ত তুলি দিয়া হৈছে।

১৭৯৫ শকত (১৮৭৪ ফেব্ৰুৱাৰী) কিটিং চাহাব (colonel Keatings) অসমৰ চীফ কমিচনাৰ হৈ আহিল। ১৭৯৮ শকত তেওঁ জিলা অফিচ

চাই চাই ককিলামুখত ৰৈছিলহি। তাতে তেওঁক দত্তদেৱ প্ৰভুৱে দেখা কৰিলে। চীফ কমিচনাৰেও যথাযোগ্য সম্বৰ্দ্ধনা কৰি প্ৰভুৰ লগত নানা কথা বতৰা হৈ বৰ ভাল পালে। পাছৰ বছৰৰ ফাল্গুনত সত্ৰ চাবৰ মন কৰি প্ৰভুলৈ পত্ৰযোগে বাৰ্ত্তা জনালে। প্ৰভুৱেও যথাযোগ্য সমাদৰ কৰিবৰ কাৰণে যা-যোগাৰ কৰিলে। সত্ৰৰ অন্তৰ-চৌপাশ পৰিচ্ছন্ন কৰি প্ৰবেশ-পথ জুৰি কল-পুলি ৰোৱালে। কলপুলিত পুষ্পমালা আঁৰিলে। দ্বিতীয় কৰাপাটৰপৰা কাপোৰ পাৰি দিলে। অহাৰ দিনা চাহাব আহিবৰ কাৰণে গালিচা সতৰঞ্চি চকি মেজ সজাই থ'লে। কিটিং চাহাব জাহাজৰপৰা নামি ঘোঁৰাৰে আহিল। গীত বাদ্যেৰে ভকতসকলে আগ বঢ়ালে। চাহাব বাহিৰ কৰাপাটতে ঘোঁৰাৰ-পৰা নামিল। তাৰপৰা খোজ কাঢ়ি আহি নামঘৰৰ মুখ পাওঁতে প্ৰভুৱে নিজে আগবাঢ়ি আদৰিলে। সুসজ্জিত আসনত বহি দোৱনীয়াৰ সহযোগত দুয়ো বহুত বিষয়ৰ আলাপ কৰিলে। সত্ৰৰ প্ৰথা অনুসৰি চাহাবলৈ ধুনীয়া উপ-ঢৌকন আগ বঢ়ালে। ঘূৰি পাকি সত্ৰখন চোৱাৰ পাছত চাহাবে সত্ৰৰ ছপাখানা সোমাই কাম-কাজ চালে আৰু চাই প্ৰশংসা কৰিলে। পুনঃ সত্ৰৰ গায়ন-বায়নে চাহাবক জাহাজ ৰখা ঠাইত আগবঢ়াই থলেগৈ। ইংৰাজশাসন প্ৰৱৰ্ত্তিত হোৱাৰ পাছত প্ৰধান ইংৰাজ ৰাজপুৰুষৰ অসমৰ সত্ৰত এই প্ৰথম পদাৰ্পণ আৰু এই সন্মান প্ৰদৰ্শনৰ মুলতে দত্তদেৱ ঈশ্বৰ পুৰুষৰ মনোহাৰী ব্যক্তি-মহিমা।

এই সময় ছোৱাত ১৮০২ শকত দক্ষিণপাটৰ ফল্গুৎসৱৰ কাৰণে প্ৰভুৱে নিমন্ত্ৰণ পালে। এই সাদৰ নিমন্ত্ৰণ গ্ৰহণ কৰি ডেকাজনে সৈতে প্ৰভু নাৱেৰে গৈ নিৰ্দ্দিষ্ট দিনা আবেলি সত্ৰৰ ঘাট পালেগৈ। দক্ষিণপাটৰ তৰফৰপৰা নৈৰ তীৰত বাসাঘৰ সজাই থোৱা আছিল। তাৰ ভকতসকলে যাক যি লাগে তৎক্ষণাৎ যোগাৰ কৰি দিলে। এনেতে গধূলি হ'ল। পাছদিনা প্ৰসঙ্গাদি সমাপন কৰি খোটোলাত উঠি দক্ষিণপাটৰ সত্ৰাভ্যন্তৰ প্ৰবেশ কৰিলে। সত্ৰৰ ভকত বৈষ্ণৱে গীতবাদ্যৰে আদৰি নিলে। ভিতৰ কৰাপাটতে খাটোলাৰপৰা নামিল। বৰপূজাৰীয়ে ধূপ, ধুনা, চন্দন আদিৰে আদৰণি সন্মান জনালে। তাৰপৰা খোজকাঢ়ি গৈ নামঘৰৰ দুৱাৰমুখ পালত প্ৰভু শুভদেৱ গোসাঁয়ে প্ৰভু দত্তদেৱক আৰু দক্ষিণপটীয়া ডেকাজনা নবদেৱ গোসাঁয়ে আউনীআটীৰ ডেকা-জনা ধৰ্ম্মেশ্বৰ গোসাঁইক হাতে হাত ধৰি আগবঢ়াই নিলে। পোনতে গৈয়ে কেউজনে মণিকূটত যাদৱৰায়ক সেৱা কৰিলে, পুনঃ আহি নামঘৰত বহিল।

মঙ্গলবাৰ্ত্তা দি সোধামুখি হৈ যোৱাত সভাগৃহত গৈ দুয়ো অধিকাৰ আৰু দুই ডেকা-অধিকাৰ যথাস্থানত বহিল। অসংখ্যাত লোকে চৌদিশে বেঢ়ি ধৰিলে। প্ৰথমতে আলহী সত্ৰৰূপে আউনীআটীৰ ভক্তসকলে হিৰা নাম গালে, নামান্তে দক্ষিণপাটৰ গোস্বামীপ্ৰভুক আশংসা কৰিলে। ইয়াৰ পাছত গায়ন-বায়ন আৰু গীত হ'ল, ওজা কীৰ্ত্তনীয়াই ওজা গালে আৰু লগে লগে দিনৰ কামৰ সামৰণি পৰিল। ৰাতি ভাৱনা হ'ল। সাগৰ-সন্ধাশ প্ৰজাৰ ঢৌ উথলিল। জন্মাবধি কংসবধ পৰ্য্যন্ত কৃষ্ণলীলাৰ ভাৱনা। প্ৰভু দত্তদেৱ আহি বহাৰ লগে লগে প্ৰভুক চাবলৈ প্ৰজাৰ উস্‌মিস্ লাগিল—বহাবোৰো উঠিল, থিয় হৈ থকাবোৰেও আগুৱাবলৈ ঠেলা-হেঁচা লগালে। বহুত যত্ন কৰিহে শৃঙ্খলা ঘূৰাই আনিবলৈ ভকতসকল সমৰ্থ হৈছিল। পুৱালৈকে ভাও চলিল। ভাও চাই ভাল পাই প্ৰভুৱে গায়কসকলক এশটকা বঁটা দিলে।

পুৱা আহি স্নান, পূজা আদি সমাধা কৰিলে। এনেতে দক্ষিণপাটৰ বহুতো ভক্ত সেৱা কৰিবলৈ আহিল। দক্ষিণপাটৰ গৃহীসত্ৰৰ কেশৱদেৱ গোসাঁয়েও আহি সপুত্ৰে সেৱা কৰিলে। কেশৱদেৱ গোসাঁয়ে পুত্ৰকেইটি আগবঢ়াই দি ক'লে, "এই পুত্ৰকেইটি প্ৰভুৱে নিয়ে যদি দিলোঁ, কিন্তু শেহৰটিক হলে গোবিন্দক দিলোঁ। এতিয়া নিয়ে, পাছে নিয়ে নিজ ঠাইলৈ নিব পাৰে।" প্ৰভুৱে ক'লে, 'সম্প্ৰতি থাওক, পাছে নিয়া হ'ব, কাৰণ আমাৰ এতিয়া যোৰহাট নগৰলৈ যোৱা হ'ব।' এইদৰে যথানিয়মে সকলোকে সম্ভাষা কৰি যাদৰবায়ত বিদায় লৈ প্ৰভু যোৰহাটৰ ফালে গ'ল। কেশৱদেৱ গোসাঁয়ে সমৰ্পণ কৰা শেহৰটি পুত্ৰ আন কোনো নহয় তেওঁৱেই দত্তদেৱ প্ৰভুৰ পাছৰজনা মহিমোজ্জ্বল সত্ৰাধিকাৰ শ্ৰীশ্ৰীকমলদেৱ গোস্বামী। যথাস্থানত সেই কথা বিবৰি কোৱা হ'ব। উল্লুকিয়াইহে থোৱা হ'ল।

যোৰহাটৰপৰা উভতি অহাৰ পাছত মাঘমাহৰ শ্ৰীপঞ্চমীত ভকত বৈষ্ণৱ সকলে দত্তদেৱ প্ৰভুৰ জন্মতিথি পাতিবলৈ আৰু এক সভা পাতি দক্ষিণপাট সত্ৰাধিকাৰকো সেই সভালৈ নিমন্ত্ৰণ কৰি অনাৰ ইচ্ছা প্ৰকাশ কৰিলে। প্ৰভুৱেও সন্মতি দিলে। সেই উপলক্ষ্যে সত্ৰৰ ভাৱৰীয়া ভকত-বৈষ্ণৱে কংসবধ ভাৱনাৰ নাট মেলিলে। প্ৰভুৱে নিজে শিক্ষা দি নিয়মিত আখৰা কৰোৱালে। দক্ষিণপাটৰ শুভদেৱ গোসাঁইলৈকো নিমন্ত্ৰণ পঠোৱা হ'ল। সেই নিমন্ত্ৰণ নিজনা প্ৰভুৱেও সানন্দে গ্ৰহণ কৰিলে। শুভদেৱ প্ৰভু থকাৰ কাৰণে নৈৰ পাৰত বাহৰ সজোৱা হ'ল। চাউল ভাণ্ডাৰীয়ে সিধা-পত্ৰ যাক যেনেকৈ

লাগে চাউল, মাহ, দধি-দুগ্ধ আদিৰ যোগান ধৰিলে। পাছদিনা শুভদেৱ গোসাঁইক গায়ন-বায়নে আদৰি আনিলে—কৰাপাটৰ গুৰিত ৰবদেউৰীয়ে গন্ধ-পুষ্প দিলে। শুভদেৱ প্ৰভু খাটোলাৰপৰা নামি নামঘৰৰ গুৰিলৈকে খোজ কাঢ়ি আহিল। তাতে দত্তদেৱ প্ৰভুৱে দক্ষিণপাটীয় প্ৰভুক আৰু ধৰ্ম্মেশ্বৰদেৱে ডেকাজনাক হাতে হাত লগাই আদৰি আনিলে। নামঘৰত এটাই কেউজনা গোসাঁই প্ৰভু অলপ বহি মণিকূটলৈ গৈ গোবিন্দক সেৱা কৰিলে। তাৰপৰা আহি পুনৰ নামঘৰত বহিলহি। প্ৰভুদ্বয়ক চাবৰ কাৰণে অসংখ্যাত প্ৰজাৰ আন্দোল উঠিল। দক্ষিণপটীয়া আলহী ভকতসকলে প্ৰথমে উঠি নাম-কীৰ্ত্তন, গায়ন-বায়ন, ওজা আদি গাই শুনালে। আলহী সত্ৰৰ ভকতসকলৰ গীত-বাদ্য হৈ যোৱাৰ পাছত আউনীআটীৰ গায়ন-বায়ন, ওজা কীৰ্ত্তন আদিৰে দিবসৰ কৃত্যৰ সমাপ্তি ঘটিল। ৰাতিলৈ কংসবধ ভাৱনা চাবলৈ অসংখ্য লোকৰ সমাগম হ'ল। নামঘৰৰ বেৰ তুলি দি চাৰিওফালে ওখ ভেটি তুলি দিয়া হৈছিল। তাতো মানুহেৰে গেজেপ খালে। শিৱসাগৰ আৰু যোৰহাটৰপৰা ভালেমান ভদ্ৰলোকো এই ভাৱনা চাবলৈ আহিছিল। অসংখ্য দীপ আৰু ম'টাৰ পোহৰত গোটেই স্থলী দিন যেন হৈছিল। তাৰ পোহৰত দুই অধিকাৰ প্ৰভু দুই ডেকা চতুশ্চন্দ্ৰবৎ প্ৰকাশ কৰিছিল। ভাৱনা সমাপ্ত হওঁতে ৰাতি পুৱাইছিল।

গড়মুৰ ভদ্ৰকৃষ্ণ গোসাঁয়ে নিজ বংশৰ ল'ৰা নথকাত কুৰুৱাবাহীৰ পৰা ৰঘুদেৱ গোসাঁইক অনাইছিল। ৰঘুদেৱক সত্ৰৰ ভাৰ দি ভদ্ৰকৃষ্ণ প্ৰভু শান্তিপুৰলৈ কিছুদিনৰ কাৰণে পঢ়িবলৈ গল। তাতে নৰিয়া পৰি ভাল নোহোৱাত সত্ৰলৈ উভতি গুচি আহিল। সত্ৰতো আহি নৰিয়া ভাল নহল। ক্ৰমাৎ টান হৈ ভদ্ৰকৃষ্ণ গোসাঁইৰ বৈকুণ্ঠপ্ৰাপ্তি ঘটিল। ৰঘুদেৱ গোসাঁই অধিকাৰ হ'ল। তেওঁক নিৰ্ম্মালি দিবলৈ প্ৰভু দত্তদেৱলৈ আমন্ত্ৰণ আহিল। দত্তদেৱ প্ৰভু গড়মুৰত দুৰাতি আছিল।

প্ৰভুৰ সত্ৰভ্ৰমণৰ এই খণ্ড সবিস্তাৰে লিখাৰ উদ্দেশ্য হৈছে প্ৰভুসকলৰ ইখনে সিখনৰ আদৰ সমাদৰ কৰাৰ ধৰণ-কাৰণ, সত্ৰকেইখনৰ পৰস্পৰ আধ্যাত্মিক সখ্যস্থাপন আৰু সোহাৰ্দ্দ্য-বিনিময়ৰ পদ্ধতিৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰা। প্ৰভু দত্তদেৱৰ সুদীৰ্ঘ অধিকাৰত্ব, উদাৰ আৰু সাদৰী মাত কথাৰ কাৰণে এই সখ্যবিনিময় অধিকতৰ ঘনিষ্ঠ হৈ পৰিছিল। এনেতে সত্ৰখন ব্ৰহ্মপুত্ৰৰ খহনীয়াৰ গ্ৰাসত পৰিল। সত্ৰ পুনঃ স্থানান্তৰিত কৰিবলগীয়া হ'ল। এইবাৰ বৰ্জা ঘৰ

নাই সত্ৰ নিৰ্ম্মান কৰাই দিবলৈ। শিষ্য আৰু ভক্তমণ্ডলীৰ সহায়ত দত্তদেৱ প্ৰভুৱে নতুন সত্ৰ নিৰ্ম্মাণ কৰালে। খহনীয়াত পৰা সত্ৰখনেই বজা ঘৰৰপৰা সাজি দিয়া শেষ সত্ৰ আছিল।

১৮০৬ শকৰ মাঘত এটি শোকাবহ-ঘটনাই প্ৰভুক অকল শোকাকুল কৰাই নহয় বিপাঙতো পেলালে। ডেকজনা ধৰ্ম্মেশ্বৰদেৱৰ বয়স তেতিয়া ৬৩ হলেও গোসাঁই জনা বৰ কৃচ্ছ্ৰসাধনকাৰী আছিল। মাঘমাহত নিতৌ ব্ৰহ্মপুত্ৰত প্ৰাতঃস্নান কৰিবলৈ ৩ মাইল মান দূৰত থকা ধোবাডুবি নামৰ ঠাইলৈ পাঁচ ছয় জনমান লোক লৈ স্নান কৰিবলৈ গৈছিল। এনে সময়তো ব্ৰহ্মপুত্ৰত নৌকা যাত্ৰা কৰি আছিল। অন্য সময়তো ব্ৰহ্মপুত্ৰত প্ৰাতঃস্নান কৰাৰ বোলে প্ৰভু-জনাৰ সহজ আছিল। সেইবাৰ মাঘৰ বিশেষ প্ৰাতঃস্নান আৰু সন্ধ্যা, তৰ্পণ, পূজা, পাঠ আদি নৌকা-গৃহতে কৰিছিল। প্ৰতিদিন সত্ৰলৈ আহি গোবিন্দক সেৱা কৰি আকৌ উলটি যায়। অসুখ-বিসুখ একো নাছিল, হৃষ্টপুষ্ট বিৰাট শৰীৰ। এদিন স্নান তৰ্পণ কৰি উঠি গীতাপাঠ কৰি আছিল। থাকোঁতে সেইপিনেই ধ্যানমগ্ন হোৱাৰ দৰে বিমূৰ্চ্ছিত হৈ পৰিল আৰু সেয়ে পূত প্ৰোজ্জ্বল জীৱনবো শেষ[২]। লগত ভকত সকলে সত্ৰত খবৰ দিলে। শ্ৰাদ্ধাদি কাৰ্য্য ককায়েক দত্তদেৱ প্ৰভুৱে কৰিলে। সত্ৰ দ্বিতীয়বাৰ ডেকাশূণ্য হোৱাত প্ৰভু একপ্ৰকাৰ বিপাঙত পৰিল।

মাহৰা সত্ৰৰ বাসুদেৱ গোস্বামীৰ অন্যতম পুত্ৰ দত্তদেৱ প্ৰভুৰ ককায়েক চন্দ্ৰকান্ত গোস্বামীৰ দুই পুত্ৰ আছিল, শিৱকান্ত আৰু উমাকান্ত। উমাকান্ত বোলাজন সৰুৰেপৰা সত্ৰত আছিল। ধৰ্ম্মেশ্বৰদেৱৰ পৰলোকৰ সংবৎসৰ উপৰান্তে ১৮০৮ শকৰ বহাগতে এই উমাকান্তকে উৰুক্ৰম নাম দি দত্তদেৱ প্ৰভুৱে ডেকাপদত অধিষ্ঠিত কৰিছলে।

এই শকতে বহাগ মাহত কুশৰাম দেৱৰ তিখিত ভাৱনা কৰিবলৈ

---

২ বাচাৰাম খাওন্দ কৃত ৺দত্তদেৱৰ চৰিতত ( ১৮২৬ শক ) ধৰ্ম্মেশ্বৰদেৱৰ মৃত্যু-কথা ঈষৎ অন্তৰকৈ কোৱা হৈছে—"১৮০৭ শকৰ ফাগুন মাহত ৺ধৰ্ম্মেশ্বৰদেৱ গোস্বামী তীৰ্থলৈ যাওঁ বুলি বিদায় লৈ সত্ৰৰপৰা যাত্ৰা কৰি ব্ৰহ্মপুত্ৰত ৰাতি থাকি পৰদিনা বালিত চইঘৰ সজাই ৺দত্তদেৱ গোস্বামীলৈ খবৰ দি সপ্তমী তিথিত যোগাসনে বহি ধ্যানমগ্ন হ'ল। লগত থকা ভকতসকলে আচৰিত মহিমা দেখি সত্ৰলৈ আহি প্ৰভুক জনালত প্ৰভুৱে গৈ দেখিলে যোগাসনত বহি ধ্যানত আছে। ওচৰ পাই গাত হাত বুলাই মাত দিয়াত ধৰ্ম্মেশ্বৰদেৱ গোস্বামী প্ৰভুৱে ধ্যান ভঙ্গ কৰি দণ্ডৱতে পৰি অধিকাৰ প্ৰভুৰ পাৱত ধৰি স্তুতি ভক্তি কৰি বিদায় লৈ ৰাতি দুপৰত নৰতনু এৰি বৈকুণ্ঠ যাত্ৰা কৰিলে।" (পৃঃ ৮)

প্ৰভুৱে জানকীহৰণ নামৰ ভাৱনা নাট ৰচনা কৰে। ১৮০৮ শকৰ ভিক্টোৰিয়া জুবিলি উপলক্ষ্যে নাটৰ ভাৱনা পতা হৈছিল। 'ইতিহাসমালা' নামৰ অসমীয়া গদ্যত লিখা সাধুকথাৰ পুথি এখনো ছপাই উলিয়ায়। এইখন বোধহয় আধুনিক অসমীয়াত লিখা প্ৰথম শিশু-সাহিত্যৰ পুথি। ইয়াৰ গদ্য এক উত্তম চানেকি বুলি কব পাৰি।

১৮১৩ শকত দত্তদেৱ প্ৰভুৰ অধিকাৰ পদ অলঙ্কৃত কৰা ৫০ বছৰ পূৰ হ'ল। ইয়াৰ আগতে ১৮০৮ শকত মহাৰাণী ভিক্টোৰিয়াৰ ৰাজত্বৰ সোণালী জয়ন্তী অসমৰ ৰাইজে দেখিবলৈ পাইছিল। অসমৰ ধৰ্ম্মৰাজ্যৰ চক্ৰৱৰ্ত্তী ৰজা স্বৰূপ এই মহামহিম পুৰুষজনাৰো জুবিলি কৰিবলৈ বুলি গোটেই অসমৰ ৰাইজক্ে গোবিন্দ মহাপ্ৰভুৱে কিবা এটা অভূতপূৰ্ব্ব প্ৰেৰণা দিলে। কেৱল অসমীয়া ৰাইজেই নহয়, বঙালী, মাৰোৱাৰী, হিন্দুস্থানী, দেশত যি আছিল সেই বিলাকেও মহা আনন্দত প্ৰভুৰ জুবিলি পতাৰ উদ্যমেৰে লাগি গ'ল। গাঁৱে গাঁৱে, নামঘৰে নামঘৰে সবাহ ভাৱনাৰ আয়োজন হ'ল। সত্ৰৰ কথাই নাই, তাৰ উলহ মালহ কোনে চায়? সত্ৰৰ মহোৎসৱলৈ চাৰওদিশৰপৰা লানি-নিছিগা ধাৰেৰে মানুহ আহিবলৈ ধৰিলে। ৰাইজে নিজেই পইচা তুলি, বস্তু-সামগ্ৰী দি এই মহোৎসৱৰ যাৱতীয় ব্যয় বহন কৰিছিল। বহাগৰ পূৰ্ণিমাৰ দিনা "ছয় ডাঁৰ বেলি উঠাৰেপৰা পূজা হোম নাম-কীৰ্ত্তন, ভিক্ষাৰীক একোখনি বস্ত্ৰ, একোটি ছৰতীয়া, এটি মানুহে দুসাজ খাব পৰাকৈ সকলো পূৰ কৰি চাউল-সিধা দিছিল। উৎসৱত গোট খোৱা লোকসকলক জলপান খুওৱা হৈছিল, ৰাতি সকলো ঠাইৰ বাটে পত্থলিয়ে আৰু নগৰৰ সকলো আলিত কলপুলি পুতি চাকি লগোৱা হৈছিল। ৰাতি ভাৱনা পাতি আনন্দ উৎসৱ কৰিছিল ও গোটেই নগৰত ঘূৰি ঘূৰি ডিঙিত খোল, হাতত তাল ও মঞ্জিৰা লৈ শতাধিক ভদ্ৰলোকে নাচি নাচি সঙ্কীৰ্ত্তন কৰিছিল। উৎসৱৰ শেষত সকলো ঠাইৰপৰা একোখনি ভক্তি-পুৰ্ণ সেৱলি-পত্ৰ প্ৰভুৰ চৰণলৈ পঠাইছিল। প্ৰভুৱেও সকলো ঠাইলৈ আশীৰ্ব্বাদ পত্ৰ, মিঠৈ, তুলসীৰ নিৰ্ম্মালি ভকতৰ হাতত পঠাই শিষ্যসকলৰ মনত সন্তোষ দিছিল।"[৩]

মহোৎসৱ উপলক্ষ্যে শ্ৰীৰামবনবাস ভাৱনা পতা হৈছিল। এই নাটৰ প্ৰস্তাৱনাত উপলক্ষ্য-নিবেদনত বিশেষ শ্লোক আৰু গীত সূত্ৰধাৰৰ মুখত দিয়া হৈছিল—

৩ বাচাৰাম খাওন্দৰ দত্তদেৱ চৰিত (পৃঃ ৬—৭)

শূন্যে চ ৰসাশ্বকৌ জনগুৰুঃ শ্ৰীদত্তদেৱপ্ৰভু
বিদ্যাভূষণভূষিতদ্বিজবৰঃ প্ৰাপ্তোঽধিকাৰাস্পদম্
দ্বিগ্ গোত্ৰেন্দুশাকে বিয়চ্ছৰমিতাঃ পূৰ্ণাঃ সমা যস্য চ
গোস্বামী জয়তি স্বধৰ্ম্মনিয়তঃ স্বানাং মুদাঞ্চাবহন্ ।

( শূন্য ৰস অশ্ব কু ( পৃথিবী ) ১৭৬০ শকত জনগুৰু বিদ্যাভূষণেৰে ভূষিত পৰম দ্বিজ শ্ৰীদত্তদেৱ প্ৰভু অধিকাৰ পদত অধিষ্ঠিত হয। দিগ্ (১০) গোত্ৰ (৮) ইন্দু ১ ১৮১০ শকত ৫০ বছৰ পূৰ্ণ হ'ল ; সেই স্বধৰ্ম্মনিয়ত গোস্বামী প্ৰভুৰ জয় হওক আৰু তেওঁ আপোনজনৰ আনন্দ বৰ্দ্ধন কৰক। )

জয় জয় শ্ৰীদত্তদেৱ গোসাঁঞি।
পবিত্ৰ কীৰিতি যাৰ জগজনে গাই॥
শান্ত মূৰুতি ধীৰ বিমল আশয়।
নীতি কুশল সাধু সদয় হৃদয়॥
দীন দয়াল জিতেন্দ্ৰিয় দানী।
সন্তপ্ৰবৰ যশস্বী মহামানী॥
সত্য পৰায়ণ ধাৰ্ম্মিক সূৰি।
অনঘ সুকবি সদ্‌গুণ গণ ধুৰি॥
সুকৃতি ক্ষমাশীল বুদ্ধি বিমল।
গোবিন্দ চৰণে ভকতি অবিৰল॥
নিখিল বিদ্যা বিশাৰদ মৃদুভাষ।
বৰ্ণিত শ্ৰীধৰ শ্ৰীহৰিদাস॥

১৮১৫ শকত সত্ৰত পুনৰ অগ্নিদাহৰ দুৰ্য্যোগ ঘটিল। দুটা হাটী পুৰি শেষ হ'ল। জুই নুমোৱা সম্ভৱ নহ'ল ; আপোনা আপুনিহে নুমাই গ'ল। ১৮১০ শকৰপৰা ১৮১৮ শকৰ ভিতৰত বহুতো নাট, পদ, শ্লোক, স্তোত্ৰ, ৰচনা কৰে। ইয়াৰ ভিতৰত দ্ৰৌপদীৰ বস্ত্ৰহৰণ, পাণ্ডৱৰ বনগমন, ভীষ্মপৰ্ব্ব, দ্বাৰকাগমন নাট, কীৰ্ত্তন-পুথিত শিশুলীলাৰ যি যি কথা নাই তাকো পদ কৰি ছপাই উলিয়াইছিল। ১৮১৮ শকতে কৃষ্ণলীলামৃত নামৰ সংস্কৃত কাব্যপুথি এখন লিখি ছপাই উলিয়াইছিল।

১৮১৮ শকৰ পুহ মাহত কটন চাহাব যোৰহাটলৈ আহিছিল। প্ৰভুৱে দেখা কৰি চাহাবক এবাৰ সত্ৰখন দৰ্শন কৰিবলৈ আমন্ত্ৰণ জনালে। কটন চাহাবেও লক্ষীমপুৰৰপৰা উভতি আহোঁতে সত্ৰ চাম বুলি কৈ লখীমপুৰৰ ফালে

গ'ল। লক্ষীমপুৰৰপৰা উভতি আহোঁতে কটন চাহাব সত্ৰত সোমাল। চাহাবৰ অহাৰ তাৰিখ পোৱাৰ লগে লগে সত্ৰত ধুমধাম লাগি পৰিল। কৰাপাটৰ পৰা চ'ৰাৰ মুখলৈকে কল পুলি পোতাই ধ্বজপতাকাৰে সু-শোভিত কৰি থলে। ভকতসকলে বাদ্যভাণ্ডে আগবঢ়াই আনিলে। কৰাপাটতে গৈ ডেকাজনে অভ্যৰ্থনা কৰিলে, চাহাব পদব্ৰজে সত্ৰত সোমাল। প্ৰভু দত্তদেৱে চৰাৰ মুখত কটন চাহাবক আদৰণি জনালে। আসনত বহাই পূৰ্ব্বত ৰজাসকলক যিৰূপে সম্মান প্ৰদৰ্শন কৰিছিল ঠিক তেনেকৈ নহলেও অভিনন্দন পত্ৰসহ বাদ্যোচিত সম্বৰ্দ্ধনা জনাইছিল। চাহাবে সত্ৰখন ঘূৰি পাকি চালে, ছপাখানাও চালে। যাবৰ সময়ত হাতী দাঁতেৰে কৰা হাত এখন প্ৰভুৱে চাহাবক ভেঁট দিলে। সেই শিল্পকৰ্ম্মৰ সূক্ষ্মতা আৰু সৌন্দৰ্য্য মনোৰম আছিল। স্থানীয় লোকৰ হাতৰে কাৰুকৰ্ম্ম বুলি শুনি চাহাবে বিস্তৰ প্ৰশংসা কৰিছিল।

১৮১৯ শকত ভাৰতৰ কেইবা ঠাইত দুৰ্ভিক্ষ আৰু দুৰ্ভিক্ষতুল্য অৱস্থা হৈছিল। দুৰ্ভিক্ষপীড়িতসকলৰ সাহায্যাৰ্থে প্ৰভুৱে এহেজাৰ টকা দান পঠিয়াইছিল। সৰু হওক বৰ হওক এনে দান মাজে সময়ে কৰিয়ে আছিল। দত্তদেৱ প্ৰভুৰপৰা কোনে কি সহায় পালে তাৰ লেখ আজি পুৰাকৈ পাবলৈ নাই। পুৰীৰ পাণ্ডাক সত্ৰৰ ফালৰপৰা মাহিলি বৃত্তি দিছিল। জগন্নাথ ক্ষেত্ৰতো বহুত ব্যয় কৰি এটা পকা কুৱা কৰাই দিছিল। অসমৰ লোকৰ দেখা শুনাৰ সুবিধাৰ্থে বৃন্দাবনতো দুইজন ব্ৰজবাসীক বৃত্তি দি পালন কৰিছিল। গোলাঘাটত জলকষ্ট নিবাৰণৰ কল্পে এক পুষ্কৰিণী খন্দাৰ অৰ্থে ৫০০ টকা দান কৰিছিল।

১৮২০ শকৰ বহাগত প্ৰভুৱে অধিকাৰ পদত ৬০ বছৰ পূৰ কৰিলে। ৫০ বছৰীয়া জুবিলিৰদৰে ষাঠি বছৰীয়া জুবিলিও। গোটেই অসমতে স্বতঃস্ফূৰ্ত্তভাৱে পালন কৰা হৈছিল। এইবাৰৰ বিশেষ আছিল যে অসমীয়া মানুহৰ লগতে ভাৰতৰ অন্যপ্ৰদেশৰপৰা অহা হিন্দুসকলেও এই উৎসৱত শ্ৰদ্ধা ভক্তিৰে যোগ দিছিল। বিভিন্ন ঠাইত নামকীৰ্ত্তনৰ উপৰিও শিষ্য-অশিষ্য সকলোৱে সভা-সমিতি পাতি প্ৰভুৰ গুণ-গৰিমা বখানিছিল। নানা ঠাইৰপৰা প্ৰভুলৈ লিখিত অভিনন্দন পঠোৱাৰ ঢল উঠিছিল। "বিশেষকৈ যোৰহাট নগৰৰ ইউনিয়নৰ দহপুৰা মান মাটিত টিনপাতৰ ৰভা সাজি উৎসৱ কৰি ১৮১০ শকৰ দৰে সকলো কৰিছিল। আগতকৈ সৰহৰ ভিতৰত বাতি কমলাবাড়ীৰ ৰাজসূয় ভাৱনা পাতি জাৰ লণ্ঠন লগাই বিচিত্ৰকৈ সভা সজাই জিলাৰ ডেপুটি কমিছনাৰ, এচিচ্‌টেণ্ট কমিছনাৰ বাগিছাৰ চাহাব সকলক নিমন্ত্ৰণ কৰি বহুৱা হৈছিল।

সেই ৰাতি অসংখ্য প্ৰজা গোট খাইছিল। ৰাতি ৯ বজাৰপৰা ভাৰনা আৰম্ভ হৈছিল। তাৰ ভিতৰতে প্ৰভুৰ গুণ ইংৰাজী, বঙলা, সংস্কৃত, অসমীয়া ভাষাৰ গীত ৰচনা কৰি চাৰিজন বঙালি দুজন অসমীয়াই দৰ্শক সকলৰ মনোৰঞ্জন কৰিছিল। ইংৰাজী গান বাবু বিজয় কিশোৰ বন্দ্যোপাধ্যায় আৰু দীনেশচন্দ্ৰ ৰায় এই দুজনে গাইছিল; বঙালী গান বাবু বীৰেন্দ্ৰনাথ বসু আৰু শ্ৰীকৃষ্ণ পাল এই দুজনে গাইছিল, সংস্কৃত গান শ্ৰীযুত চন্দ্ৰ কান্ত শৰ্ম্মা ভট্টাচাৰ্য্যই গাইছিল, অসমীয়া গান শ্ৰীযুত বাচাৰাম খাউণ্ডে গাইছিল। পাছদিনাও লেটুগঞা সত্ৰৰ ভাৰনা কৰালে। শেষত সকলো কাৰ্য্য পুৰ্ব্বৰ দৰে প্ৰভুৰ চৰণলৈ পঠাই সেৱা কৰিলে।"[৪]

অভিনন্দন পত্ৰৰ নমুনা হিচাপে নগাঁৰৰ ৰাইজে দিয়া অভিনন্দন পত্ৰৰ একাংশ আৰু গদ্য সমুদায় তুলি দিয়া হ'ল।

পদ্যভাগ—ত্ৰিংশতি অধিক অষ্টাদশ শতাব্দীত
অধিকাৰীপদে প্ৰভু হোৱা অভিষিক্ত॥
অসমৰ শ্ৰেষ্ঠসত্ৰ আউনীআটীত।
আৰোহিলা তাৰ অতি উচ্চ আসনত॥
গুৰুভাৰ স্কন্ধে লই পৰম যতনে।
প্ৰবৰ্ত্তাইলা সত্ৰ সভা হৰষিত মনে॥
দয়া ক্ষমা ধৃতি পাণ্ডিত্যাদি গুণচয়।
উপাসিলে সবে তযু চৰণে নিশ্চয়॥
সেবিছা গোবিন্দদেৱ জ্ঞান ভক্তিযোগে।
আশ্ৰয় কৰিলা আতি যত দিব্য ভোগে॥
নিত্য নৈমিত্তিক আদি জ্ঞান কৰ্ম্ম পথ।
প্ৰচাৰি নবধা ভক্তি সাধি সৰ্ব্ব অৰ্থ॥
চতুবৰ্গ ভাল-ভাগী কৰিয়া প্ৰজাক।
ষাঠি বৰ্ষ ভকতিৰে তোষি দেৱতাক॥
লভিলা পৰম যশ খ্যাতি জগতত।
অদ্বিতীয় গুণশালী অসম ৰাজত॥
সিসব গুণত তুষ্ট হুয়া সৰ্ব্বজনে।
উছৰ্গিছে এই পত্ৰ তুৱা শ্ৰীচৰণে॥

৪ দত্তদেৱ চৰিত, বাচাৰম খাউণ্ড—পৃঃ ৮

গদ্য—

আজি আপোনাৰ নামত দশম বাৰ্ষিকী দ্বিতীয় মহোৎসৱ। আমি ইয়াৰ সুফল কামনা কৰিছোহঁক। আমি আনন্দেৰে কওঁহক বয়স আৰু গুণ, জ্ঞান, স্বভাৱ, ক্ষমতা আদিৰে আজি আপুনি অসমৰ এজন অদ্বিতীয় মহাপুৰুষ। লোক উপকাৰ ব্ৰতে আপোনাৰ গৌৰৱক আৰু বিশেষকৈ জিলিকাইছে। ষাঠি বছৰ অধিকাৰত্বৰ লগত আপোনাৰ দ্বাৰাই লোকৰ অনেক মঙ্গল সাধিত হৈছে। দেশত আচাৰ নীতি ধৰ্ম্ম কৰ্ম্মক প্ৰৱৰ্ত্তাইছে। লোকৰ জ্ঞানোন্নতিৰ বিষয়ত আপোনাৰ যত্নত একো ক্ৰুটি হোৱা নাই। সত্ৰত সঙ্গীতৰ উন্নতি হৈছে। গীত, নাটকাদি ৰচিত হৈছে। এখন ছপাখনা যন্ত্ৰও ৰখা হৈছে। আসাম বিলাসিনী আৰু আসামতৰা নামেৰে দুখন সংবাদপত্ৰও আপুনি যত্নেৰে বহুতদিন চলাইছিল। অন্নকষ্ট বিগ্ৰহ ইত্যাদিতো ৰজা-প্ৰজাক যথোচিত সহায় নকৰাকৈ আপুনি থকা নাই। সেই দেখি আমি আমাৰ প্ৰীতি, ভক্তি, শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ চিহ্নস্বৰূপে এই অভিনন্দন পত্ৰ অতি বিনীতভাবে শ্ৰীচৰণত অৰ্পণ কৰিলোহঁক। নগাঁও ২০ বৈশাখ ১৮২০ শক

৩০ বহাগত সত্ৰৰ ভকতসকলেও শ্ৰীধৰ ওজাই ৰচনা কৰা পদ, ছুলড়ি, লেচাড়ি আদি ছন্দত এখন সুমধুৰ অভিনন্দন পত্ৰ দিছিল। সকলোবোৰ অভিনন্দনৰ উত্তৰত প্ৰভুৱে আশীৰ্ব্বদীয়া পত্ৰ প্ৰেৰণ কৰিছিল। নিজৰ জীৱদ্দশাত ৰাইজৰপৰা দুবাৰকৈ অভিনন্দন স্তুতি পোৱা জুবিলি মহোৎসৱ হোৱা প্ৰথম অসমীয়া পুৰুষ শ্ৰীশ্ৰীদেৱদত্ত গোস্বামী। অসমীয়াৰ বাহিৰেও আধুনিক কালত বঙালী, হিন্দুস্থানী, মাৰোৱাৰী আদি সৰ্ব্বভাৰতীয় হিন্দুৰ শ্ৰদ্ধাৱনত স্তুতিপ্ৰবাহৰ পাত্ৰ হোৱা প্ৰথম অসমীয়া, ঋষিকল্প দত্তদেৱ ঈশ্বৰ পুৰুষেই।

১৮২০ শকৰ জুবিলীৰ আনন্দ কাঁহ পৰি জিন গ'ল, উৰুক্ৰমদেৱ অসুস্থ হৈ পৰিল। চিকিৎসাৰ কোনো প্ৰকাৰ ক্ৰুটি নঘটিল তথাপি ভাদমাহৰ ২ তাৰিখে ডেকাজনাই অকালতে তনুত্যাগ কৰিলে। ডেকাপদ আকৌ শূন্য হ'ল।

১৮১৩ শকতে দত্তদেৱ প্ৰভুৱে পূৰ্বৰ কথা সুঁৱৰি দক্ষিণপাটৰ আশ্ৰমী সত্ৰ কেশৱদেৱ গোসাঁইৰ পুত্ৰ কমলদেৱক গুপুতে অনাই অলপদিন সত্ৰত ৰাখিছিল। সকলোপিনে ভাল যেন পাই টকা এশ হাতত দি পুনঃ দক্ষিণপাট সত্ৰত থোৱাই দিছিল। তাৰ অলপ দিন পাছতে শম্ভু নামৰ ভকত এজনক

সকলো কথা বিবৰি আজ্ঞা কৰিলে বোলে তেওঁক আনিব লাগে—তেওঁ পিতৃদত্ত; এতেকে এই ল'ৰা আমাৰ। চিঠি এখন দি কেশৱদেৱ গোস্বামীক প্ৰভুৱে এই কথা জনালে। সেই মতে ভকত পাঁচজনে সৈতে সম্মিলিত হৈ নৌকাযোগে আহি ১৮১৯ শকৰ জেঠ মাহত কমলদেৱ গোসাঁয়ে দত্তদেৱ প্ৰভুৰ আশ্ৰয় ল'লে। দত্তদেৱ প্ৰভুৱে পঢ়া-শুনাৰ ব্যৱস্থা কৰি দিলে। উকক্ৰমদেৱৰ পৰলোকৰ পাছত ১৮২০ শকৰ মাঘমাহত শান্তি কৰি ডেকা পদৰ নিৰ্মালি দিলে।

অশীতিপৰ বৃদ্ধ প্ৰভুৰ সত্ৰৰ বাহিৰলৈ যাবলৈ শৰীৰে নটনা হ'ল। গুৱাহাটীত লৰ্ড কৰ্জ্জনৰ পদাৰ্পণ আৰু ভিক্টোৰিয়াৰ মৃত্যুৰ উপলক্ষ্যে হোৱা অনুষ্ঠানত বিশেষভাৱে নিমন্ত্ৰিত হোৱাতো যাব নোৱাৰি চিঠিৰে কুশল কামনা আৰু কৃতকাৰ্য্যভাৱে কাৰ্য্য সম্পন্ন হোৱাৰ আশীৰ্ব্বাদ দি আৰ্থিক সহায়তাহে পঠাইছিল। তথাপি সেই গাৰেই নিজৰ নিত্য-নৈমিত্তিক কৰ্ম্ম একোৰে হীন-ভেটি ঘটিবলৈ দিয়া নাছিল। নিজৰ অন্ন কেইটিও স্বহস্তে ৰন্ধন কৰিয়ে খাইছিল। লাহে লাহে ঘৰৰ ভিতৰতে সহায় নহ'লে চলিবলৈ টান পোৱা হ'ল। ভকতে ঘৰৰ ভিতৰতে বাঁহ বান্ধি দি ধৰি ধৰি ফুৰাৰ সুচল কৰি দিছিল। কমলদেৱ গোসাঁয়ে কলিকতাৰপৰা আৰামী চকী-গাড়ী এখন অনাই দিছিল, পাছে প্ৰভুৱে তাত বহি ফুৰা চকাৰ চল নাপাই কষ্টে-মষ্টে এঁত ত'ত ধৰিয়ে ফুৰিছিল। শৰীৰৰ কষ্টৰ কথা কিন্তু কাকো কুটাই নকৈছিল। এই অৱস্থাতেই সত্ৰত এটা ডাঙৰ পুখুৰী খন্দালে। পাছে লাহে লাহে লৰিব চৰিব নোৱাৰাৰ নিচিনা হৈ আহিল। নামঘৰলৈ ভকতে পীৰাত তুলি অনা নিয়া কৰে। সত্ৰৰ সকলো কাম কমলদেৱ গোসাঁয়ে চোৱাচিতা কৰে। পৰ্ব্বাদিৰ ব্যৱস্থাও কমলদেৱ প্ৰভুৱে অতি সভক্তিৰে নিজেই সম্পাদন কৰিছিল। এই সময়তে কীৰ্ত্তনঘৰ নতুনকৈ ভালকৈ নিৰ্ম্মাণ কৰা হৈছিল, সিও কমলদেৱ গোসাঁইৰ পৰিকল্পনা আৰু পৰিচালনা অনুসাৰে।

এদিন সাত মানভগীয়া আৰু মুখ্য ভকতসৱে জনালে যে ডেকাজনো আছে কিন্তু আৰু এজন লাগে ; এতেকে উরুক্রমদেৱৰ শ্ৰাদ্ধশান্তি যি বালকে কৰিছিল, মাহৰাৰ শিৱকান্ত গোসাঁইৰ পুত্ৰ লীলাকান্ত গোসাঁইক অনালে ভাল হয়। প্ৰভুৱে অনুমতি দিলত তেওঁক গোবিন্দপুৰীয়াকৈ ৰখা হ'ল। পাছত প্ৰয়াণৰ দহ দিনমান আগতে গোবিন্দপুৰীয়াৰ মালা দিছিল।

১৮২৫ শক, তেতিয়া প্ৰভুৰ বয়স ৮৫। সেই বয়সতো কুশদেৱৰ তিথিত ভাৱনা কৰিবলৈ ইন্দ্ৰজিতবধ নাট ৰচনা কৰে আৰু তিথিৰ দিনা সেই

নাইবে ভাৱনাও কৈছিল। এইদৰে ২৫শকটো যেন তেন মতে পাৰ হ'ল। ১৮২৬ শকৰ জেঠমাহ সোমবাৰৰপৰা প্ৰভুৱে গা বিষম পালে। বৈষ্ণৱসকলক যাক যি দিব লগা আছিল মাত্ৰামন্ত্ৰ দিবলৈ ধৰিলে। লীলাকান্তদেৱকো গোবিন্দপুৰীয়াৰ মাত্ৰ দিলে। শেষকালৰ আৱশ্যকীয় বস্তুৰ আৰু খৰচ-পাতিৰ প্ৰয়োজনীয় যুগুতি দিলে। ১১ জেঠৰ দিনা পাঁজী আনি পূৰ্ণিমা কোনদিনা আৰু সেইদিনা মহেন্দ্ৰযোগ কিমান সময়ত পৰে এই কথা চোৱাইছিল। ১৬ জেঠ দেওবাৰে পূৰ্ণিমা, ১১।১৫ ঘোৰালৈকে মহেন্দ্ৰযোগ থাকিব। প্ৰভুৱে যেনে কৈছিল সেইদিনাই আমাৰ সময়। সময়ত এই বস্তু দিবলৈ নাপাহৰিবা। এই বুলি ইষ্টৰত্ন প্ৰয়াণৰ সময়ত হাতত দিবলৈ দেউৰী-বাপুক কৈছিল আৰু ভঁৰালৰপৰা দুটি মোহৰ পেৰা অনাই তাৰপৰা ৰূপ উলিয়াই বৰ জকাত সিজোৱাই মলি গুচাই পুনৰ ভৰাই থোৱালে। ডেকাজনক চমজাই দি ক'লে—"এই টকাৰেই শ্ৰাদ্ধাদি হব লাগে। দিন কাল ভাল নহয়, বাইজ অভাৱগ্ৰস্ত, বাইজক কোনো প্ৰকাৰে টান দিব নালাগে।"

১৪ জেঠৰ দিনাৰপৰা নৰিয়া টান হ'ল। গুৱাহাটীৰপৰা কমলাকান্ত বেজবৰুৱাক টেলিগ্ৰাম দি মাতি পঠাইছিল। তেওঁ সেইদিনাই আহি সত্ৰ পালে। আহিয়ে গাটো ধুই প্ৰভু থকা ঠাইলৈ গৈ নাড়ী চাই পৰীক্ষা কৰিলে। ১৫ মিনিট মানৰ পাছত যেতিয়া ওলাই আহিল সকলোৱে উৎকণ্ঠিত হৈ কেনে পালে জানিবলৈ বিচৰাত বেজবৰুৱাই ক'লে—'দেখাত একেবাৰে শেষ সময় যেনেই লাগে, নাড়ীৰ গতি চাই ৰাতি এপৰমানলৈ থকাই টান, পাছে ভেশধাৰী মহুষ্যাকৃতিৰ নাড়ী চাই একো ঠিক কৰিব নোৱাৰি।" বেজবৰুৱাই যাক অন্তিম অৱস্থা বুলি কব খোজে সেই সময়তো প্ৰভুৱে যোগাসনত বহি হাতত জপমালা লৈ জপমগ্ন, কোনো অঙ্গৰ লৰচৰ নাই, নয়ন ঈষৎ নিমীলিত। ইপিনে ভকতসকলে শেষকালৰ প্ৰয়োজনীয় দ্ৰব্য সমলোৱাত ব্যস্ত হৈ পৰিছে। এইদৰে ৰাতি ১২ বজালৈকে জপমগ্ন ধ্যানস্থ হৈ থাকিল আৰু পাছতহে ধ্যানভঙ্গ কৰি ৰাতিৰ কৃত্যাদি কৰিলে। পাছদিনা ১৫ জেঠৰ শনিবাৰে পুৱা পূৰ্ব্বৰ নিয়মমতেই ভকতৰ সহায়ত স্নানাদি সমাপন কৰি পূজাত বহিলে— পূজাঘৰৰ দুৱাৰ বন্ধ হ'ল। ১০॥ বজাত শৰাইত গোবিন্দৰ প্ৰসাদ নিৰ্ম্মালি লৈ বৰদেউৰী বাপুৱে দুৱাৰ মেলি সোমাই প্ৰভুক সেৱা কৰিলেহি। নামঘৰৰ-পৰা আহি ভকতসকলেও সেৱা কৰি কোচ পাতি নিৰ্ম্মালি ল'লে। বৈষ্ণৱ-সকলৰ সেৱাৰ কথা প্ৰবিজ্ঞ গুৱা-কটা বাপুৱে যোৰহাটৰ বিষ্ণুৰাম বৰুৱাৰ

সহধৰ্ম্মিনী, মাজুটি জীয়েক আৰু জোঁৱায়েক যাদব চন্দ্ৰ বৰুৱাক সেইদিনা শৰণ লগাবলৈ শৰাই ভেটাই প্ৰভুক জনালে। প্ৰভুৱে তিনিওজনাকে যথানিয়মে স্পষ্টকণ্ঠে শৰণৰ মন্ত্ৰ গোৱালে, নীতি-নিয়ম আৰু তত্ত্বজ্ঞানৰ উপদেশ দিলে। এই সকলেই প্ৰভুৰ শেষ শৰণীয়া হোৱাৰ ভাগ্যলাভ কৰিছিল।

দুপৰীয়ালৈকে প্ৰভুৰ পূজাঘৰৰ বাহিৰত লোকে লোকাৰণ্য শেষবাৰৰ কাৰণে পৰমাৰাধ্যজনৰ চৰণত এটি সেৱা কৰিবৰ কাৰণে মানুহে ঠেলা হেঁচা কৰিছিল। বৰগুৱাকটাই দৰ্শকসকলক বিদায় দি পূজাঘৰৰ দুৱাৰ বন্ধ কৰি দিলে। পুনঃ দেৰমান বজাত প্ৰভু সদায় বহা ভিতৰ চৰাত বহিলহি। ডেকা-জনাও ওচৰতে বহিল। চাৰিওফালে ভকতে বিচা, পাৰমৰ্দ্দা আদি সেৱাৰ কাম কৰি আছিল। প্ৰভুৱে জপমালা লৈ আকৌ ধ্যানত বহিল। বাহিৰত নেৰা-নেপেৰা বৰষুণ। ৫ মান বজাত সমাধি ভঙ্গহোৱাৰ নিচিনাকৈ চকু মেলিলে। আৰু জাৰ লগা বুলি ক'লে। কাপোৰেৰে ভালকৈ আৱৰি দিয়াৰ পাছতে প্ৰভুৰ গাত জ্বৰে টানকৈ দেখা দিলে। প্ৰভুৱে পূৰ্ব্ববৎ আকৌ জপত ধৰিলে। বেজবৰুৱাই নাড়ী চাই বিষম বুলি কোৱাত বৈষ্ণৱসকলৰ থৰ-যুগুতি নোহোৱা হ'ল। বৰচৰাৰ পশ্চিম কাষৰ ফুলনিবাৰীত তুলসীৰ গুৰিত ওখকৈ ভেটি বান্ধি চৈ ঘৰ সাজি ঘট আৰু পঞ্চপল্লবাদি সজাই প্ৰস্তুতকৈ থ'লে। যোৰহাটৰ খগেশ্বৰ শৰ্ম্মা পণ্ডিতে ৰাতি এঘাৰমান বজাৰপৰা উচ্চৈস্বৰে গীতাপাঠ কৰিবলৈ ধৰিলে। প্ৰভুৰ বৰাগীনাম বৰ প্ৰিয় আছিল, বহুত নাম নিজেও ৰচিছিল। বৈষ্ণৱসকলে বৰচৰাত বৰাগী নাম গাবলৈ ধৰিলে। সেই নামৰ ধ্বনি প্ৰভুৰ কাণত পৰি প্ৰেমমগ্ন হৈ উঠিবলৈকে চেষ্টা কৰিছিল। ওচৰত বহি থকা মুখ্য লোকসকলে বৰাগী নাম গাবলৈ হাক দিয়াত বৈষ্ণৱসকলে নাম সামৰিলে। প্ৰভু আকৌ জপমগ্ন হ'ল। ৰাতি ১ মান বজাত পুনৰ জপ ভঙ্গ কৰি ক'লে —"আৱশ্যকীয় বস্তুলৈ পাহৰিলাইক নে কি?" এই কথাৰ ইঙ্গিত বুজি যোগেশ্বৰ শৰ্ম্মা গুৱাকটাই দুখনি গুৱাপান, সাজ কাপোৰ, টকা আদি সজাই প্ৰভুক ভেটাই জনালে—"প্ৰভুৱে যদি বৈকুণ্ঠ যাত্ৰাৰ ইচ্ছা কৰিছে তেনেহলে আউনীআটী সত্ৰৰ অধিকাৰ আৰু ডেকা অধিকাৰক নিৰ্ম্মালি দি স্থাপিত কৰক।" প্ৰভুৱে ডেকা অধিকাৰ কমলচন্দ্ৰদেৱক আৰু গোবিন্দপুৰীয়া লীলাকান্তদেৱক এজন এজনকৈ ওচৰলৈ মাতি নি শিৰত মালা পিন্ধাই আউনীআটী সত্ৰৰ অধিকাৰ আৰু ডেকা অধিকাৰ পদত স্থাপিত কৰিলে। প্ৰভুৱে আকৌ জপমালা হৃদয়ত চপাই ক্ষন্তেকতে ধ্যানস্থ হৈ পৰিল। ওচৰত থকা লোকে সময় হ'ল বোলাত

প্ৰভুৱে গম নোপোৱাকৈ আসনে সৈতে প্ৰভুক বৰচৰালৈ আনিলে। লগে লগে মজিন্দাৰজনে লোহাৰ শিকলি লগাই প্ৰভুৰ ভিতৰৰ এটাইবিলাক দুৱাৰত তলা মাৰিলে। ইফালে বৈষ্ণৱসকলে পূৰ্ব্বৰ আহিমতে শেষ সময়ৰ সকলো যোগাৰ শেষ কৰি প্ৰভুক তুলসী গুৰিলৈ নিবলৈ হৰিধ্বনি, বাদ্যভাণ্ড বজাই কোঢ়াল কৰিলত প্ৰভুৰ ধ্যান ভঙ্গ হলত সুধিলে—'বাজলৈ আনিলাহঁক নে কি?" এই কথা সুধি আকৌ নিমাত হৈ জপস্থ হ'ল। এনে আচৰিত দেখি ভয়, লাজ আৰু শোকত ইজনে সিজনক ছুৱিবলৈ ধৰিলে। বেজবৰুৱাও বাদ নপৰিল। বেজবৰুৱাৰো সেই একে উত্তৰ "এই সকল অসাধ্য পুৰুষ। সাধাৰণ লোকৰ দৰে নাড়ীজ্ঞানৰ সাধ্য নহয়।"

বৈষ্ণৱসকলে ইষ্টগুৰুক বৰচ'ৰাৰপৰা পুনৰ ভিতৰলৈ নিব খোজাত প্ৰভুৱে হস্তৰ দ্বাৰা বাৰণ কৰিলে। বৰচ'ৰাতে প্ৰভুক মাজত লৈ অভ্যাগত লোক আৰু বৈষ্ণৱসকলে ৰাতিটো কটালে।

পাছদিনা ১৬ জেঠত প্ৰভুৱে সুস্থ লোকৰ দৰে শৌচ স্নানাদি কৰি অকণো কম নকৰাকৈ আনকি মাটি-পানী লওঁতেও হাতৰ মাটি-পানী ছুবাৰ কম হোৱা যেন পাই তাকো বোলে পানী ঢালি দিয়া ভকতক সোঁৰৰাই দি পূৰাই লৈছিল। নিত্য-নিয়মিত ইষ্টাৰ্চ্চন সুস্থ লোকৰদৰেই কৰিলে; সৰ্ব্বাঙ্গ শৰীৰত ভগৱন্তৰ চৰণ-চাব লগাই সুগন্ধিচন্দনমিশ্ৰিত গঙ্গামৃত্তিকা সানি ল'লে। এইবোৰ কাম বৰচ'ৰাতে কৰিলে। পাছত বাগীশ বাপুৱে প্ৰভুৰ ওচৰত বহি গজেন্দ্ৰ স্তব আবৃত্তি কৰি আছে। ১০॥ মান বজাত বৰদেউৰীয়ে গোবিন্দপূজাৰ নিৰ্ম্মালি গন্ধচন্দন আনিলে। প্ৰভুৱে জপ ভঙ্গ কৰি গোবিন্দৰ গন্ধচন্দন মুৰ দোঁৱাই গ্ৰহণ কৰিলে। লগে লগে মহাপ্ৰস্থানৰ ভাব লাহে লাহে প্ৰকট হবলৈ ধৰিলে। বৈষ্ণৱসকলে হৰিধ্বনি কৰাৰ লগে লগে শঙ্খ, ঘণ্টা, ডবা, বৰকাঁহ, তাল, কালী, ভেৰী আদি দেববাদ্যৰ আকাশভেদি শব্দৰ তুমুল ৰোল উঠিল। বৰগুৱা-কটাই বিতোপনীয়া টোকনীয়া বন্ধা পাগুৰি থোৱা শৰাই আগত আনি দিলে, বৰদেউৰী বাপুৱে তাক প্ৰভুৰ শিৰত পিন্ধাই দিলে। সুনন্দ শৰ্ম্মা বৰদেউৰীয়ে পূৰ্ব্ব উপদেশ অনুসাৰে শেষকালৰ সুহৃদ-বস্তু আনি দিলত বৰদেউৰীয়ে প্ৰভুৰ হাতত দিলে। প্ৰভুৱে হাতত লৈ শিৰত লগাই হৃদয়ৰ কাষলৈ চপাই লৈ জপ কৰিবলৈ ধৰিলে। এইবাৰ বৈষ্ণৱসকলে প্ৰভুক বৰচ'ৰাৰপৰা তুলসী গুৰিলৈ নি ঘট, পল্লব, পঞ্চৰত্ন, তিল, কুশ, পুষ্প আদিৰে সুশোভিত কৰি থোৱা ভেটিৰ ওপৰত থলেগৈ। তাতে জগন্নাথৰ পট, শ্ৰীকৃষ্ণৰ মূৰ্ত্তি আনি বৰগুৱাকটাই

প্ৰভুৰ আগত ধৰি দৰ্শন কৰোৱালে। প্ৰভুৱে সেই পট মূৰ্ত্তিলৈ-চাই ১১ বাজি ১৪ মিনিট যোৱাত পূৰ্ণিমা তিথিৰ ত্ৰিশুক্লপূত মাহেন্দ্ৰ ক্ষণত বৈকুণ্ঠ ধামলৈ গতি কৰিলে। সেই সময়তো কোনো অঙ্গ লৰাচৰা বা মুখভঙ্গী বা ভ্ৰূকুটি আদি কোনো মৃত্যুচিহ্ন দেখা নগল, শৰীৰৰ কোনো অঙ্গ বা নখচন্দ্ৰাদিৰো বিৱৰ্ণভাৱ নহ'ল।

তুলসীগুৰিৰ কৰ্ম্ম শেষ কৰি ভক্তগণে প্ৰভুৰ শৰীৰ আথে বেথে তুলি এচটীয়া পাটৰ আমকাঠৰ জোৰা নলোগোৱা খুৰাৰ চালপীৰাত কঠ আৰু গাৰু আদি থলে। তাক ঘৃত প্ৰদীপ, চন্দনাদি সুগন্ধি দ্ৰব্য প্ৰচুৰ ফুলৰ মালাৰে সজাই পৰাই ব্ৰাহ্মণ ভক্তসকলে কান্ধত তুলি ললে। আন কেইজনে চামৰেৰে বিচি বিচি ওপৰত দণ্ডছত্ৰ ধৰি দুইকাষে থিয় হ'ল। চাৰিওফালে চাৰিজনে শুকুলা আঁৰ কাপোৰেৰে প্ৰভুৰ অন্তিম শয্যা আৰৰি ধৰিলে। তাৰ দুইকাষে দুই বৰজাপি ধৰা হ'ল। আগত জোৰ ধৰি নব প্ৰতিষ্ঠিত অধিকাৰ শ্ৰীশ্ৰীকমলচন্দ্ৰদেৱ গোস্বামী প্ৰভু, তাৰ পাছত কৰযোৰে ডেকা অধিকাৰ লীলাকান্ত প্ৰভু, সকলোৰে আগত শিশুভক্তবিলাকে ৰাম হৰিধ্বনি কৰি হাতত পতাকা লৈ থিয় হ'ল। গগন লঙ্ঘা হৰিধ্বনি আৰু দেৱবাদ্যবোৰৰ ৰোমাঞ্চকাৰী সমৰোল নিনাদত প্ৰভুৰ শেষ যাত্ৰা আৰম্ভ হ'ল। গায়ন-বায়নে স্বপ্ৰসিদ্ধ সমাৰোহেৰে পূৰ্ব্বে যেনেকৈ প্ৰভু ৰাজসভালৈ গৈছিল অনুৰূপ সমাৰোহেৰে যেন বৈকুণ্ঠ সভালৈকো গমন কৰিছে। এইদৰে ধীৰে সুস্থিৰে গৈ ৰাজ কৰাপাটৰপৰা ৯ নল মান ঠাই বগা আঁৰ কাপোৰেৰে বেৰি তাৰ ভিতৰত ভেটি বান্ধি ওখ কৰি থোৱা ঠাইত প্ৰভুৰ দাহকৰ্ম্মৰ ঠাই নিৰূপণ কৰা আছিল। তাতে নি প্ৰভুৰ নশ্বৰ দেহা নমোৱা হ'ল। স্নান, চিতা-উৎসৰ্গা, মুখাগ্নি আদি হৈ যোৱাৰ পাছতে প্ৰভুৰ দেহা বুকুত লৈ ধোঁৱালেশহীন আনন্দিত অগ্নিয়ে উৰ্দ্ধবাহু হৈ যেন নাচিবলৈ লাগিল। ওচৰে পাজৰে থকা কেঞা, বঙালী, মিৰি, নেপালী, হিন্দুস্থানী নিৰ্ব্বিশেষে অসংখ্য প্ৰজাই চিতাগ্নি সেৱা কৰি চকুপানী টুকিছিল। প্ৰভুৰ দেহৰ যোৰা-ছিগাৰ লগে লগে তণ্ডুপিণ্ড দিয়া স্থানৰ নিৰ্ব্বাচনৰ বিষয়ে বৈষ্ণৱসকলে মূল ভৰাসুঁতিৰ পাৰতে পিণ্ড দিয়াৰ প্ৰস্তাৱ কৰিলে। ব্ৰহ্মপুত্ৰৰ ঘাঁই ভৰাসুঁতিলৈ শুকান বালিয়ে এঘণ্টাৰ বাট। সত্ৰৰ কাষতে ওচৰতে মৰাঠি মৰা নৈৰ ব্ৰহ্মপুত্ৰেৰে সৈতে অলপ দূৰতে যোগ হৈছে। প্ৰভুৰ দাহকৰ্ম্মত উপস্থিত থকা বিষ্ণুৰাম তহচিলদাৰে এই প্ৰস্তাৱ মতে কাম কৰাৰ আগতে পাছৰ কথাও ভাবিচোৱা উচিত বুলি কৈ বুজালে যে ভৰাসুঁতিলৈ এঘণ্টাৰ বাট, ভবিৰ

তলত তপত বালি, মূৰৰ ওপৰত জেঠমহীয়া ৰ'দৰ তাপ, অধিকাৰ প্ৰভুৰ কোমল শৰীৰ, তাতে ভোকে লঘোণে জৰ্জ্জৰিত, এনে অৱস্থাত দহদিন জুৰি নিতৌ খোজ কাঢ়ি ইমান বাট যাব লগা হলে অধিকাৰ প্ৰভুৰ শৰীৰে নাটানিব। গতিকে মৰঠিমৰাৰ পাৰতে পিণ্ড দিব লাগে, সিও ব্ৰহ্মপুত্ৰেৰে একাকাৰ যেতিয়া ব্ৰহ্মপুত্ৰত দিয়া পিণ্ডৰ নিচিনাই হ'ব। এই কথাত সকলোৱে হয়ভৰ দিয়াত মৰঠিমৰাৰ পাৰতে পিণ্ড দান কৰি পূৰ্ব্বৰ নিয়মানুসাৰে এটা ঘৰ সাজি কমলদেৱ অধিকাৰ প্ৰভুক তালৈ লৈ যোৱা হ'ল।

ইপিনে প্ৰভুৰ শৰীৰ অগ্নিসাৎ হৈ আহিছে, এনেতে ওচৰৰ হাবিত বান্ধি থোৱা প্ৰভুৰ মৰমৰ দঁতাল হাতীটোৱে দাণ্ডা মৰা ভৰিৰেই হাবিৰপৰা ওলাই আহিল, ডাঙৰ সৰল কাঠ এডাল দাঁতত তুলি লৈ আহিছে। সকলোৱে চাই থাকোঁতেই সেই কাঠডাল চিতাগ্নিলৈ পেলাই হাতীটো তবক খাই ৰৈ আছিল, ছুই চকুৰ পানী মাটিত পৰি ডোঙ্গা বান্ধিছিল। দাহকৰ্ম্ম শেষ হ'লত দাহস্থলীত পানী ঢালি নুমাই ভস্মখিনি ন পাচিত ভৰাই ব্ৰহ্মপুত্ৰৰ ধাঁই সোঁতত পেলাবলৈ কোৱা বখানা কৰিছে, জুই নুমাবলৈ মৰঠিমৰাৰপৰা পানী আনিবলৈ যতন কৰিছে। এনেতে গুম্-গুমণি এটা উঠিল, ক'ৰপৰা বা কিহৰ কোনেও একো গম ধৰিব নোৱাৰিলে। পাছে চাই থাকোঁতেই ব্ৰহ্মপুত্ৰই জোৱাৰ তুলি ফেনে ফোটোকাৰে দাহস্থানলৈকে পানীৰে ঢৌৱাই পেলালে। চিতাভস্ম নিবৰ কাৰণে আকাঙ্ক্ষা কৰি বহুত মানুহ ৰৈ আছিল। সেই সকলোকে নিৰাশ কৰি দাহাৱশেষ সুপিকে সামৰি লৈ এঘণ্টামান পাছত নদৰাজ আকৌ হুঁহকি পূৰ্ব্বৰস্থানলৈ গ'ল। এনে আশ্চৰ্য্য মহিমা পথালি চকুৰেই দেখা পাই তবধ মানি সকলো লোক মৌন হৈ আছিল। পাছত আনন্দত সকলোৱে হৰিধ্বনি কৰি নাচিবলৈ ধৰিলে। দাহস্থানত ছুটি ঘৰ কৰি সকলো ঘৰা-ঘৰি গ'ল।

থান-ঘৰটি পাছত টিন পাতেৰে ভালকৈ সজোৱা হৈছিল। ইয়াৰ ভিতৰত প্ৰভুৰ চালপীৰাত মগজু-মৰা কঠ ঢাৰি পাৰি তাৰ ওপৰত গুণা-বনকৰা তুলি পৰা হ'ল, তুলিৰ ওপৰত শীতল পাটী, সেই পাটীৰ দাঁতিত বানত মৰা। পাটীৰ ওপৰত ছুফালে ছুটা গাৰু। উত্তৰ ফালে কৃষ্ণ-মূৰ্ত্তি, তাৰ কাষতে প্ৰভুৰ পট, কাষত ফুল তুলসীৰে ভৰা শৰাইত থোৰভঙা চুৰিয়া আৰু গুণাকটা খনীয়া, লোটাৰ মুখত গামোচা, আগত খৰম পিকদান, ভোগজৰা লোটা, এইদৰে আগতে প্ৰভু চৰাত যিমতে বহিছিল সেইমতে এই ঘৰৰ ভিতৰত সকলো

পৰিপাটিকৈ সজাই থোৱা হ'ল। তাত দুজন থান ঘৰীয়া ভকত থকাৰো ব্যৱস্থা কৰা হ'ল। শ্ৰাদ্ধৰ পাছ দিনাৰপৰাই সন্ধ্যাৰ পাছতে এই ঘৰৰ আৰতি গীত বাদ্য আদি চলি আছিল।[৫]

দত্তদেৱ প্ৰভুৰ বৈকুণ্ঠ প্ৰয়াণৰ কথা বিজুলী গতিৰে চাৰিওফালে ব্যাপক হৈ গ'ল। কমলদেৱ প্ৰভুৰ আজ্ঞামতে চৰকাৰী বৰমূৰীয়া সকললৈকো তাঁৰ যোগে খবৰ পঠোৱা হ'ল। সেই সকলৰপৰা শোক বাণীৰে সত্ৰৰ কাৰ্য্যালয় উপচি পৰিল। এই সকলৰ ভিতৰত মুখ্য আছিল চীফ কমিচনাৰ চাৰ ব্লেমফিল্ড ফুলাৰ আৰু অসমীয়াৰ প্ৰিয় চাহাব ডেপুটি কমিছনাৰ মেজৰ পি. আৰ. টি. গৰ্ডন। কলিকতীয়া বাতৰি কাকততো এই সংবাদ প্ৰকাশিত হৈছিল। প্ৰভুৰ প্ৰয়াণৰ বাতৰি পৰিবেশন কৰি আসাম-বিলাসিনী কাকতৰ এক বিশেষ সংখ্যা উলিওৱা হৈছিল। শিৱসাগৰ জিলাৰ কাছাৰীসমূহ শ্ৰাদ্ধৰ দিনটো বিশেষ বন্ধ ৰূপে ১৯০৪ চনৰ ৪ জুনৰ আসাম গেজেটত ঘোষণা কৰা হৈছিল। আসাম গেজেটৰ প্ৰথম পাততে প্ৰভুৰ বৈকুণ্ঠগমনৰ শোক সংবাদ প্ৰকাশিত হৈছিল।

শ্ৰাদ্ধৰ আয়োজন আৰু যোগাৰ যাতুমন্ত্ৰৰ বলত হোৱাদি ধুমধামেৰে হবলৈ ধৰিলে। এই শ্ৰাদ্ধও এক নোহোৱা-নোপোজা বিধৰ। ২০।২৫ হেজাৰ মানুহৰ দৈনিক সমাগম, সেইমতে ভোজন আৰু দান-দক্ষিণা। ইয়াৰ বিবৰণ নিজে দিয়াতকৈ সেই কেইদিন সত্ৰতে থাকি সকলো কাজ কাম নিজ চকুৰে দেখা আৰু তাৰ সোৱঁৰণ মচ খাবলৈ নোপাওতেই ৺দত্তদেৱ-চৰিতত সেই সকলো কথা ভক্তিভাবে বৰ্ণনা কৰা সেই কালৰ আউনী-আটী সত্ৰৰ এজন প্ৰমুখ ভক্ত বাচাৰাম খাওন্দৰ কথাৰে দিলেহে পাটকৰ বেছি মনোৰঞ্জক হ'ব।

"২২ জেঠ শনিবাৰৰপৰা মানুহ আহিবলৈ ধৰিলে। বামে-নাৱে জাহাজে যাৰ যেনে সুচল সেইদৰেই আহি সত্ৰত চাউল-সিধা খাই আনন্দ মনেৰে কৰ্ম্মৰ সমাৰোহ দেখিছিল। সেইলোকে যোগ্যানুৰূপ থাকিবলৈ ঘৰ পাইছিল। জগন্নাথৰ পাণ্ডা, মথুৰাবাসী, ব্ৰজবাসী, কাশীবাসী দেৰশমান আহিছিল। সন্ন্যাসী, ফকিৰ, বৈৰাগী, বৈষ্ণৱ, ব্ৰহ্মচাৰী, মৌনী আদি ফকিৰসকলেৰে চাৰিটি ঘৰ পূৰ হৈছিল। তেওঁলোকে আটা, ঘিউ, চেনী, চুজি, আলু, মছলা আদি মনৰ জোখাৰে সিধা আনি তেওঁলোকৰ নিজ নিজ ঠাকুৰ মূৰ্ত্তিখনিৰ আগত ভোগ চৰাই ভজন গাই আনন্দ লভিছিল। ভাটীৰপৰা তৰ্কচূড়ামণি পণ্ডিত, মীমাংসা

৫—এই থান এতিয়া নাই, ব্ৰহ্মপুত্ৰই সত্ৰখহনীয়াৰ লগতে সামৰি লৈছে।

পণ্ডিত ১৪জন আহি বেদ ব্যাখ্যাৰ তৰ্ক কৰি সকলোৰে মনোৰঞ্জন কৰিছিল। সোমবাৰৰ পৰা মানুহৰ ভিৰ বাঢ়িল। ঘাটেৰে ৮খন বৰনাও, সত্ৰৰ সৰুবৰ নাও ৩২খন, মিৰিৰ নাও ৬খন, নেপালীৰ নাও ৩খন, নদীয়ালৰ নাও ১২খন মোট ৬১খন নাৱেও মানুহ পাৰ কৰিব নোৱাৰিলে। মেইল ষ্টিমাৰে প্ৰতি মানুহে দু অনা দৰে পইচা লৈ ৪ ঘণ্টাত ৩০০৲ টকাৰ মানুহ পাৰ কৰাই নেথেৰিটিণ্ডৰ মানুহ পাৰ কৰা জাহাজলৈ টেলিগ্ৰাম দি অনাই মেইল ষ্টিমাৰ দিয়া হ'ল। সেইদিনা ২৪ জেঠ সোমবাৰ গধূলি ৭॥ বজাত মানুহ পাৰ কৰা বন্ধ হ'ল। যোৰহাট ষ্টেট ৰেইলওৱেৰ মেনেজাৰ ৬০।৭০খনমান পেচেঞ্জাৰ গাড়ী দিনত ও ৰাতি ৯ বজালৈকে মানুহ নিছিল। সোমবাৰে মানুহ পাৰ হ'ব নোৱাৰি বুটে, জাহাজে, হাবিয়ে, বননিয়ে ৰাতি কটালে। ২৫ জেঠ মঙ্গলবাৰে পুৱা পাঁচ বজাত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত ৬ জন কনিষ্টবল লগত লৈ শ্ৰীভোগৰাম গগৈ হেড্-কনিষ্টবল কমৰ বান্ধি সজাগৰ হ'ল। দক্ষিণ পাৰত শ্ৰীগোৰীনাথ গগৈ বৰদাৰোগা ডাঙৰীয়া, শ্ৰীমহীৰাম ঠাকুৰ হেড্-কনিষ্টবল, শ্ৰীত্ৰিবেণী দুবে হেড্-কনিষ্টবল, জনদিয়েক কনিষ্টবল আৰু শ্ৰীযুত কণকচন্দ্ৰ গগৈ বি. এ., বি. এল উকীলে সৈতে পুৱা ৫ বজাতে ঘাটত উপস্থিত হৈ আহাৰ পৰিহাৰ কৰি আচৰিত বুদ্ধিৰে ৰাতি ৯ বজালৈকে মানুহ পাৰ কৰালে। মানুহ পাৰ কৰোৱা নাও ৬১খন, জাহাজ এখন। প্ৰতি নাৱতে ১৫০ জনৰপৰা ৪০ জনলৈকে মানুহ নিব পাৰে, জাহাজত ৬।৭ শ মানুহ নিয়ে। বৰ দাৰোগা ডাঙৰীয়াই প্ৰতি ক্ষেপতে ইপাৰ সিপাৰ হৈ সতৰ্কতা কৰে। হেড্-কনিষ্ট আৰু কনিষ্টও সেইদৰেই। দাৰোগা ডাঙৰীয়াই খাবলৈ পোৱাৰ দূৰে থাওক, বাহি-গা ধুবলৈকো পাহৰিলে। বোধকৰো দাৰোগা ডাঙৰীয়াই ইমান সতৰ্কতা নকৰা হ'লে যিমানহে মানুহৰ ওপৰা-ওপৰি হৈছিল, নাৱ বুৰি মৰাৰ সম্ভৱ হৈছিল। তথাপি চাৰিভাগৰ এভাগ প্ৰজা পাৰ হ'ব নোৱাৰিলে। জাহাজ নাও উভয় হাৰিল। ঘাটৰ ৮, সত্ৰৰ ৩২ মোট ৪০খন নাৱে বিনা মাচুলে পাৰ কৰিছিল। বাকী ২১খন নাৱে প্ৰতি মানুহৰ দু অনা কৰি মাচুল লৈছিল। জাহাজৰ মাচুল প্ৰতিজনে এক দুই অনা দৰে। ২৬ জেঠ বুধবাৰেও দিনৰ বাৰ বজালৈকে নাৱ আৰু জাহাজে মানুহ পাৰ কৰাই অন্ত কৰিব নোৱাৰিলে। এই সমুদায় মানুহ দক্ষিণ পাৰৰ। ২৪, ২৫, ২৬, ২৭ এই চাৰিও দিনত জাহাজে ১৮০০ বাহিৰা নাৱে ৫৩৩, ৰেল কোম্পানীয়ে ৯০০ শ টকা পালে। এই প্ৰজাসকলে এটাই কেউদিন দুই বেলা চাউল সিধা পাইছিল। কোনে পালে, কোনে নাপালে বিচাৰ লবৰ কাৰণে ২৫ জন ভকতৰ গাত ভাৰ আছিল, মইও তেওঁবিলাকৰ লগতে খবৰ কৰা। ২৫ জেঠ মঙ্গলবাৰে দিনৰ বাৰ বজাত দক্ষিণ পাট সত্ৰৰ শ্ৰীশ্ৰীনবদেৱ অধিকাৰ গোস্বামী, শ্ৰীশ্ৰীভেকাজনা গোস্বামী বৈষ্ণৱবৃন্দ সহিতে খেল নাৱেৰে আহি ব্ৰহ্মপুত্ৰৰ পাৰত আউনীআটী সত্ৰৰপৰা সজাই থোৱা বাহৰৰ গুৰিত নাৱ বান্ধিলেহি। বাহৰৰ ওচৰত দুটি ভঁড়ালত সকলো বস্তু সুপ্ৰতুলকৈ ৰাখিছিল। নাৱ ৰখা মাত্ৰেই আউনীআটীৰ বড়া ভেটি ধৰাই শৰাই লৈ জনাই সকলোকে বোজ বাজ ধৰিলে। গড়মুৰ সত্ৰৰ গোস্বামীৰ কিবা অসুবিধা হেতু নিজে আহিব নোৱাৰি হাতীৰে কিছুমান

ভকত পঠাই দিলে। সেইদিনা প্ৰজাৰ ভিৰ অতি বেছি। ব্ৰহ্মপুত্ৰৰ বালি মানুহেৰে শুকুলা হৈছিল। দিনৰ তিনি বজাত দক্ষিণপাটৰ সত্ৰাধিকাৰ গোস্বামী প্ৰভু ও ডেকাজনা প্ৰভু খাটলাৰে আহি ভিতৰ কৰাপাটত খাটলাৰপৰা নামি বৈষ্ণৱসকলক লগত লৈ সংখ্যাতীত প্ৰজাবৃন্দৰ মাজত জিলিকি আউনী সত্ৰৰ ইষ্ট দেৱতা মহাপ্ৰভু গোবিন্দৰ মন্দিৰলৈ আহিছিল।"

"আউনীআটী সত্ৰাধিকাৰ গোস্বামী প্ৰভুৱে দক্ষিণ পাটৰ সত্ৰাধিকাৰ গোস্বামী প্ৰভুক আগবঢ়াই আনি বাঙ্গলীঘৰ পাৰ কৰাই নামঘৰৰ দুৱাৰমুখৰপৰা গৃহাভিমুখে যাত্ৰা কৰিলে। দক্ষিণপাটৰ সত্ৰাধিকাৰ গোস্বামী প্ৰভুৱে নামঘৰৰ মাজেদি গমন কৰি ঈশ্বৰ মহাপ্ৰভু গোবিন্দৰ মন্দিৰত সোমাই এক দণ্ডমানৰ পাছত ওলাই আহি ভিতৰ কৰাপাটৰ পৰা খাটলাৰে বাহিৰলৈ যাত্ৰা কৰিলে। আউনীআটী সত্ৰাধিকাৰ প্ৰভুৰ ও ডেকাজনা প্ৰভুৰ নিৰ্ম্মালি লবৰ কাৰণে পূৰ্ব্বাপৰ প্ৰথামতে বৰ নামঘৰটিত উত্তমৰূপেৰে বহুমূলীয়া কেবাবিধো চিত্ৰ-বিচিত্ৰ কাপোৰৰ চন্দ্ৰতাপ তৰিছিল আৰু ফুলৰ মালা, কলপুলি, মাঙ্গলিক বস্তুৰে গোটেই নামঘৰ সজ্জিত কৰিছিল। নামঘৰৰ পূৰ্ব্বৰ খোটালী এৰি দ্বিতীয় খোটালীত এটি চাৰিচুকীয়া বস্ত্ৰনিৰ্ম্মিত যজ্ঞমণ্ডপ কৰিছিল। মণ্ডপটিৰ চাৰিওফালে ৯ হাত ৯ হাত বহলৰ ঘুৰণীয়া বাঁহৰ চিলিঙিৰে শুৱনি কৰি দুৱাৰ ৰাখিছিল। চিলিঙি চাৰিখনিত বানাৰসি গুণাৰ বনকৰা কাপোৰেৰে সজাই ফুলৰ মালা আমডালি, দুৰ্ব্বা তুলসীৰেও শোভিত বস্ত্ৰ লতাদিৰে শুৱনি কৰিছিল। ওপৰৰ মণ্ডপটি চাৰিচুকীয়া দোলাকৃতি, চাৰিচুকত চাৰিটা ৰূপৰ কলসী, ওপৰত এটা ডাঙৰ সোণৰ কলসী। মণ্ডপৰ পশ্চিমফালে সিংহদুৱাৰ কৰি তাত বহুত তৰহৰ শুৱনি বস্তুৰে সজাইছিল। বস্ত্ৰমণ্ডপৰ তলত ৬ হাত ৬ হাত বহলৰ আঠ আঠ আঙুলমান ওখকৈ আঠকোণীয়া এটি ভেটি বান্ধি তাৰ ওপৰত পিঠাগুৰি, সেন্দুৰ, কলপতীয়া, সেউজীয়া, হেঙুলীয়া, হাইতলীয়া, মেঘবৰণীয়া আদি বহুবিধৰ বৰণেৰে সৰ্ব্বতোভদ্ৰ মণ্ডল পাতি মণ্ডলৰ আঠ কোণে আঠোটি ৰূপৰ ঘট, সোঁমাজত সোণৰ কলহ, সোণৰ ৰূপৰ ফুল বছা তামৰ কলহ, মুঠ এশ আঠটি কলহত জলপূৰ্ণ কৰি মুখত পঞ্চপল্লব, ভিডিত বগা কাপোৰত পঞ্চৰত্ন বান্ধি দিছিল। ওপৰত তিনিখলপীয়া সুন্দৰ বনকৰা চন্দ্ৰতাপ তৰি শুকুলী চোৰঁৰেৰে ভূষিত কৰিছিল। মণ্ডলৰ কেউপিনে সোণৰ ৰূপৰ তামৰ পুষ্পাসন পাতি গন্ধ-চন্দন, তুলসী, ফুল, দুৰ্ব্বাক্ষত মাঙ্গলিক দ্ৰব্যে ভৰপূৰ কৰি, পুষ্পাসনৰ ওচৰত শঙ্খ ঘণ্টা কোষা অৰ্ঘা তামী স্থাপিত কৰি সেই স্থানত বহিব পৰা সত্ৰস্থিত বাপুসকলৰ নিমিত্তে যোগ্যানুৰূপ আসন স্থাপন কৰি ৰাখিলে। নামঘৰৰ দৰে ৺ৰ মহাপ্ৰভু গোবিন্দৰ মন্দিৰ, বাঙ্গলী ঘৰ, বুলনি বৰ চ'ৰা আদি সকলো সজ্জিত কৰিছিল। আলিবাটৰ দুই কাষেৰে কলপুলি পুতি ফুলৰ মালা, ধ্বজ পতাকা, সুমঙ্গলী জলপূৰ্ণ ঘটাদিৰে সজাই প্ৰতি আলিৰ মুখে মুখে দোলাকৃতি বস্ত্ৰমণ্ডপ সাজি অনেক মাঙ্গলিক শুৱনি বস্তুৰে শোভা কৰিছিল। এইসকলোখিনি কাম ২৬ জেঠ মঙ্গলবাৰেই সমাধা হ'ল। পৰদিনাৰ জলপান সজোৱা আদি কাম কৰিবঁলৈ

সত্ৰস্থিত বৈষ্ণৱসকল, ও তত্বাৱধায়ক শ্ৰীযুত বিষ্টোৰাম বৰুৱা তহচিলদাৰ, শ্ৰীগুৰুপ্ৰসাদ তহচিলদাৰ, শ্ৰীযুত কৃষ্ণপ্ৰাণ চাংকাকতি, চাবেক চুপাৰিণ্টেণ্ডেণ্ট্ শ্ৰীযুত গোবীনাথ গগৈ বৰদাৰোগাই ভাৰ লৈ নামঘৰ সজোৱা আদি কামত। ২৫ জেঠ দহবজা বাত্তি নামঘৰ সজোৱা সহায়তাকাৰী শ্ৰীযুত বিষ্ণুপ্ৰসাদ দুৱৰা, বি. এল. উকীল, শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱা এই দুজনাও উপস্থিত জনদিয়েক ভদ্ৰলোকৰ সৈতে বালিত প্ৰজা চাবলৈ গৈ দেখিলো প্ৰজাৱে গুকুলা, সকলোৱে মুখত 'হে দয়াল গুৰু ক'লৈ গলা' আদি নানা শোকৰ গীত। বাত্তি জোনাক, প্ৰজাই বন্ধাই বাহ্নিছে, খোৱাই খাইছে, প্ৰভুৰ গুণকীৰ্ত্তন কৰিছে। শোভা দেখি আৰু ভিৰ দেখি ভাবিলোঁ ইক ঘোৰ বাৰিষাতে ইমান, খৰালি হোৱা-হেঁতেননো কি হ'লহেঁতেন? এইবোৰ কোৱা মেলা কৰি চকুৰ তৃপ্তি পলাই আহি আকৌ নামঘৰৰ কামত ধৰি পুৱা সমাধা কৰিলোঁ।"

"২৬ জ্যৈষ্ঠ বুধবাৰে পুৱা ব্ৰহ্মমূহূৰ্ত্ততে শ্ৰীশ্ৰীঅধিকাৰ প্ৰভুৱে স্নান আহ্নিক সন্ধ্যাদি কৰ্ম্ম কৰি বৈকুণ্ঠগামী প্ৰভুৰ নিত্যপূজা ঘৰত শ্ৰাদ্ধ কৰ্ম্মত নিমগ্ন হ'ল। বেলা দহবজাত শ্ৰাদ্ধ কৰ্ম্ম সমাধা কৰি ব্ৰহ্মপুত্ৰত পিণ্ড লগাবলৈ যুগুত কৰিলে। ভকতসকলে থোৰ ভঙ্গা পাতৰ চুৰিয়া, ফুল কটা বুকুচোলা, গুনা কটা পাটৰ চাদৰ লৈ তাল খোল শঙ্খ ডবা বৰকাঁহ যাৰ যি বস্তু গায় গায় লৈ আৰু ৮।৯ বছৰীয়া বয়সৰ ল'ৰাক ভকতসকলে সুন্দৰ কাপোৰ পিন্ধাই কেবাৰঙীয়া কাপোৰৰ হাতে পতি একোডালি পতাকা দি থিয় কৰালে। কুৰিজনমান ভকতে বীৰবেশেৰে কমৰ বান্ধি গাত বিচিত্ৰ সন্নাহ পিন্ধি হাতত ধনুশৰ লৈ সজাগ হ'ল। দেবকুৰিজন ভকতে হাতত ধৰাধৰি কৈ মণ্ডলাকাৰ হ'ল। মাজত শ্ৰীশ্ৰীযুক্ত অধিকাৰ প্ৰভুৱে সোণৰ পাত্ৰত পিণ্ড ভৰি থাটলাৰে বৰ গুৱা-কটা আদি বিশিষ্ট বিপ্ৰ বৈষ্ণৱ সঙ্গত। চতুষ্পাৰ্শ্বে বৈষ্ণৱসকলে হৰিধ্বনি, শঙ্খ, ঘণ্টা, ডবা, তাল, খোল, বেন বাদ্যেৰে সুমঙ্গ ধ্বনিৰে কোঢ়াল লগালে। প্ৰভুৰ দুই কাষে দুটি বৰজাপি ধৰি মণ্ডলাকৃতি বৈষ্ণৱসকলৰ মাজত ব্ৰহ্মপুত্ৰ মহানদ তীৰ্থত পিণ্ড লগাবলৈ যাত্ৰা কৰিলে। প্ৰভুৰ পিছত সংখ্যাতীত প্ৰজা উপচি গ'ল। এনেকুৱা সমাৰোহেৰে ব্ৰহ্মপুত্ৰ মহানদৰ গৰ্ভত বেদবিধি অনুসাৰে আৰু পূৰ্ব্ব প্ৰথামতে পিণ্ড দান (নিক্ষেপ) কৰি সত্ৰাভিমুখে যাত্ৰা কৰি প্ৰভু বিশ্ৰাম গৃহত অধিষ্ঠান হ'ল।

"প্ৰজাৰ ভিৰত সত্ৰ তলবলাবলৈ ধৰিলে। ভাগ্যে সেইদিনা সূৰ্য্যদেৱতাই শান্তমূৰ্ত্তি ধাৰণ কৰিলে, বায়ুদেৱতাই গা-জুৰণি বতাহ বলাবলৈ ধৰিলে। শ্ৰীগোবীনাথ গগৈ দাৰোগা ডাঙৰীয়াই পুৰাকালৰ ৰাজমন্ত্ৰীৰ ধৰণেৰে ভক্তি সহকাৰে হেন্দোলা হেন্দুলি গুচাই সুকণ্ডা নকৰা হলে আৰু আগদিনাৰ দৰে সূৰ্য্যদেৱতাই পিঠিফটা ৰ'দ দিয়া হলে মানুহ মৰি থাচ হ'লহেঁতেন। ধন্য বৰদাৰোগা, হাকিমৰ এনে সুবুদ্ধি হলে প্ৰজাৰ কোনো দুখ নহয়। প্ৰজা অলেখ, এটাৰ মূৰত মাৰ মাৰিলে হেজাৰটা মৰাৰ অনুমান হয়। তদুপৰি ব্ৰাহ্মণমূৰ্ত্তি উত্তপ্তালিত উপায় নাইকিয়া হৈছিল। বেলা ১১ বজাত নামঘৰৰ

যজ্ঞমণ্ডপৰ ওৰিত আউনীআটী সত্ৰৰ বাগীশ, বৰদেউৰী, পূজাৰী, গুৱাকটা, ভাগৱতী, চাউল-ভৰালী, পাঠক, বিশুদ্ধ মহাবৈষ্ণৱসকল, যোগ্যানুৰূপে আসনত বহি যাৰ যি কৰ্ম্মত মনযোগ দিলে। ১১॥ বজাত দক্ষিণপাট সত্ৰৰ শ্ৰীশ্ৰীঅধিকাৰ প্ৰভু ও অনেক শিষ্যলোকে সৈতে সভালৈ গমন কৰি কৰাপাটৰ মুখতে খাটলাৰপৰা নামি নিজ বৈষ্ণৱ-সকলৰ মধ্যত শোভা কৰি ভিতৰ কৰাপাটৰপৰা ভূমি-পাৰে আহি সজ্জিত বৰ নামঘৰৰ যজ্ঞমণ্ডপৰ দক্ষিণ পাৰ্শ্বে বৰখুটাৰ ওৰিত আসনত অধিষ্ঠান হ'ল। ডেকাজনা প্ৰভুও অধিকাৰ প্ৰভুৰ সঙ্গৰ নিজ বৈষ্ণৱসকলে বামপাৰ্শ্বে বেষ্টন কৰি বহিল। যজ্ঞমণ্ডপৰ পশ্চিমফালে সিংহদুৱাৰৰ ওৰিত দুখনি বগা কম্বলৰ ঠঙ্গা দুখনি আগলি কলাপাত পাৰি চাৰিখনি আসন পাতিলে। আউনীআটী সত্ৰস্থিত বৈষ্ণৱসকলে যজ্ঞমণ্ডপৰ পশ্চিমফালে বেন আদি বেৰ বাদ্য লৈ সজাগৰ হ'ল। নামঘৰৰ দুইটি পিৰালিত বাহিৰ গাঁৱৰ শিষ্যসকলে অনেক বাদ্যভাণ্ড লৈ সাজু হ'ল। উপস্থিত ভদ্ৰলোকসকলেও নামঘৰত আঠু লৈ কৰযোৰ হ'ল।"

"সকলো সুপ্ৰবৃত্তি হলত আউনীআটী সত্ৰাধিকাৰ গোস্বামী মহাপ্ৰভু ডেকাজনা গোস্বামীক সঙ্গত লৈ নামঘৰৰ যজ্ঞমণ্ডপৰ বেদিৰ পশ্চিমত পাৰি থোৱা আসনত পূৰ্ব্বাভিমুখে বহিল, পাছত পত্ৰাসনত ডেকাজনা বহিল। প্ৰজাসকল নিজম দিলে। ৺ৰ দক্ষিণপাটৰ সত্ৰাধিকাৰ মহাপ্ৰভু আউনীআটীয় গোস্বামী প্ৰভুৰ সমুখত কম্বলাসনত বহি সোণৰ ঘটৰ আমজালিৰে আউনীআটীয় প্ৰভুক বেদমন্ত্ৰেৰে শান্তি কৰিবলৈ ধৰিলে। দক্ষিণপাটৰ ডেকা অধিকাৰ গোস্বামী প্ৰভু পত্ৰাসনত বহি শান্তি কৰিবলৈ ধৰিলে। আউনীআটীয় সত্ৰস্থিত বাগীশবাপু, বৰদেউৰীবাপু, মধুমিশ্ৰ আৰু লেহুৱা পুৰোহিত এওঁবিলাকেও এইদৰে শান্তি কৰিবলৈ ধৰিলে। ১৫ মিনিট বেদমন্ত্ৰেৰে শান্তি হ'লত আউনীআটীৰ শ্ৰীকমলেশ্বৰ শৰ্ম্মা বৰদেউৰী বাপুৱে সোণৰ শৰাইত মহাপ্ৰভু গোবিন্দৰ মন্দিৰৰ মালা আনি শ্ৰীশ্ৰীকমলদেৱ গোস্বামী মহাপ্ৰভুক আউনীআটী সত্ৰৰ ধৰম গাদীৰ অধিকাৰৰ নিৰ্ম্মালি দিলে। প্ৰভুৰ বয়স ২৭।২৮ বৰ্ষ। শ্ৰীশ্ৰীলীলাকান্তদেৱ গোস্বামী প্ৰভুৰ শিৰত মালা পিন্ধাই আউনীসত্ৰৰ ডেকা অধিকাৰৰ নিৰ্ম্মালি দিলে। প্ৰভুৰ বয়স ১৩।১৪ বৰ্ষ। ৺ৰ দক্ষিণপাট সত্ৰাধিকাৰ গোস্বামী মহাপ্ৰভু থিয় হৈ শ্ৰীশ্ৰীকমলদেৱ গোস্বামী মহাপ্ৰভুক গল মালা আৰু শিৰমালা পিন্ধাই ৺ৰ আউনীআটী সত্ৰৰ অধিকাৰ পাতিলে। শ্ৰীশ্ৰীলীলাকান্তদেৱ গোস্বামী প্ৰভুকো সেইদৰে মালা পিন্ধাই ডেকা অধিকাৰ পাতিলে। ৺দক্ষিণপাট সত্ৰৰ ডেকা অধিকাৰ প্ৰভুৱেও উঠি মালা দিলে। সকলো বৈষ্ণৱে হৰিধ্বনি, জয়ঘোষা বাদ্যভাণ্ডাদি বজাবলৈ ধৰিলে। উপস্থিত অসংখ্য প্ৰজামণ্ডলীয়ে বৈকুণ্ঠগামী মহাপ্ৰভুৰ মুৰে শ্ৰীশ্ৰীকমলদেৱ মহাপ্ৰভুক আমাৰ ইষ্টদেৱতা বুলি দণ্ডৱতে পৰি সেৱা কৰিলে। তেনেতে আউনীআটীৰ অধিকাৰ প্ৰভু ও ডেকাজনা অধিকাৰ প্ৰভু ও দক্ষিণপাট সত্ৰৰ অধিকাৰ প্ৰভু ও ডেকাজনা অধিকাৰ প্ৰভু ৺ৰ মহাপ্ৰভু গোবিন্দৰ মন্দিৰলৈ বৰদেউৰী বাপুক আগওলৈ যাত্ৰা কৰিলে। মন্দিৰৰ ভিতৰত ভাগৱতী

ধৰ্ম্মালোচনা আৰু শিক্ষা দি সেৱা কৰি দহমিনিটমান পাছত নামঘৰলৈ দেউৰী বাপুক আগতলৈ যাত্ৰা কৰিলে। নামঘৰলৈ আহি নামঘৰৰ উত্তৰফালে আউনীআটী গোস্বামী প্ৰভু ও দক্ষিণফালে দক্ষিণপাটৰ গোস্বামী প্ৰভু ও ডেকাজনা প্ৰভু নিজ নিজ আসনত বহি ১৫ মিনিটমান সভা শুৱনি কৰিছিল। সভা নিজম, সভাত দহমিনিটমান বহি চাৰিওজনাই আগপিচকৈ গজেন্দ্ৰগমনে ভিতৰ কৰাপাটৰ মুখলৈকে গৈছিল। সেই গমনত কিনো ঐশ্বৰিক ভাব উদয় হৈছিল ভাবুক পাঠকে নিজেই ভাবি লব। কৰাপাটৰ মুখৰপৰা ঈশ্বৰ দক্ষিণপাট সত্ৰাধিকাৰ খাটলাত বহি বাহৰলৈ যাত্ৰা কৰিলে।

"সেইদিনা পুৱাৰেপৰা উপস্থিত প্ৰজাসকলক জলপান দিবলৈ আৰম্ভ কৰি বেলা চাৰি বজাত জলপান খুওৱা সামৰণি মাৰিলে। জলপান স্থান ব্ৰহ্মপুত্ৰৰ পাৰত চাৰি ঠাইত। চাৰিহটীয়া বৈষ্ণৱৰ সকলো বহাত চহৰীয়াক দিছিল। বৈকুণ্ঠগামী মহাপ্ৰভুৰ ভিতৰত ভদ্ৰলোকসকলৰ জলপান খুওৱাৰ কাৰবাৰী শ্ৰীগুৰুপ্ৰসাদ দুৱৰা তহচিলদাৰ, শ্ৰীবিষ্ণুপ্ৰসাদ দুৱৰা, বি. এ. বি. এল. উকীল। সকলো ঠাইত জলপানৰ বিলনীয়া সত্ৰস্থিত বৈষ্ণৱ। সকলো কৰ্ম্মৰ তত্বাবধায়কৰ ভাৰ শ্ৰীবিষ্ণুৰাম বৰুৱা তহচিলদাৰৰ গাত বৰাদ আছিল। শ্ৰীদীননাথ শৰ্ম্মা কটকী, শ্ৰীদেহিৰাম মৌজাদাৰ, শ্ৰীভুৱনেশ্বৰ শৰ্ম্মা বৰুৱা, এই তিনিজনাই বাপুসকলৰ জলপান তত্বাবধানৰ ভাৰ পাইছিল।"

"দক্ষিণাৰ্থী বাপুসকল বহিবলৈ সত্ৰৰ ভকতৰ বহাৰ আগফলৰ পিৰালি আৰু নামঘৰৰ দাঁতিত চাৰিথন ডাঙৰ ডাঙৰ ৰভাদি বাপুসকলৰ বহাৰ স্থান কৰিছিল। নামঘৰৰ ভিতৰত মহন্ত ও ভদ্ৰলোকসকলৰ বহাৰ স্থান হৈছিল। সত্ৰৰ ভিতৰত সকলো ঠাইতে বাপুসকলেৰে পুৰ হৈছিল। বেলা দুই বজাত দক্ষিণাৰ্থী বাপুসকলৰ যি বাহিৰত আছিল তেওঁলোকক ভিতৰলৈ সুমুৱালে। দক্ষিণা দিবৰ নিমিত্তে আন আন লোকৰ দৰে কোনো গৰাল মৰা নাই, কেৱল সত্ৰৰ দক্ষিণপাৰ্শ্বৰ ভিতৰৰ কৰাপাটটিৰ চাৰিফালে বাঁহৰ সামান্য জেওৰা দিছিল। দুইমূৰে দুইখনি জপনা। সেই কৰাপাটটি দিঘে ১৫ হাত পথালিয়ে ১২ হাত। দক্ষিণৰ মূৰৰ পশ্চিম চালত লোহা কাঠে মিহলি এটি পিজৰা বাখি তাৰ ওপৰত শ্ৰীশ্ৰীঅধিকাৰ প্ৰভু বহিবলৈ ঢাৰি, কঠ, তুলি বৰ-গাৰু সজালে। ওচৰত ৰূপৰ, তামৰ, পিতলৰ, তিনিখানি শৰাইৰে সুৱলা কৰিলে। পিজৰাৰ ভিতৰত তিনিটি চেচুকাঠৰ বৰপেৰাত বন্ধা টকাৰে পুৰ কৰি সুমাই দুৱাৰত চাবি লগালে। শ্ৰীৰূপৰাম ধন ভঁৰালী, শ্ৰীদুৰ্গানাথ ৰাজমেধি, শ্ৰীমহেশ্বৰ শৰ্ম্মা দুৱৰীয়া ভাগৱতী প্ৰভুৰ দক্ষিণ পাৰ্শ্বত বহিলত দুৱাৰমুখৰ আগে পাছে কিছুমান ডেকা ভকত সাজু হ'ল। সকলো সুপ্ৰতুল হল। দক্ষিণা দিবলৈ প্ৰভু যাত্ৰা কৰিলে।"

"এইৰূপে প্ৰভু গৈ কৰাপাটৰ ভিতৰৰ আসনত বহিলগৈ। দক্ষিণফালে বৰগুৱাকটা, ধন-ভঁৰালী, চাউল-ভঁৰালী, দুৱৰীয়া, ভাগৱতী, ৰাজমেধি। উত্তৰফালে বিষ্ণুৰাম বৰুৱা টহচিলদাৰ, পাচফালে দক্ষিণপাটৰ সিন্ধুৰাম বৰকাকতি, সন্মুখত মাটিয়া ওজা। গুৱাকটাৰ

আগত এখনি শৰাইত সোণৰ দুইঅনীয়া মোহৰ, একঅনীয়া সোণৰ থাতি, ধন ভৰালীৰ আগত দুখনি শৰাইত গোটা ৰূপ। দুৱাৰৰ মুখত শ্ৰীগোবীনাথ গগৈ বৰদাৰোগা। দক্ষিণা দিবলৈ দুৱাৰ মেলি দিয়া হ'ল। দক্ষিণাৰ্থী বাপুসকল গৈ হাতৰ আঁজলি পাতি দক্ষিণা ললে। মহাপ্ৰভুৱে অকাতৰে হাতৰ মুঠিৰে দান কৰিবলৈ ধৰিলে। গুৱাকটা বাপুৱে উপযুক্ত চাই একোটি সোণৰ মোহৰ বা একোথাতি সোণা মজামজিকৈ দান কৰিলে। কোনো ব্ৰাহ্মণক অসন্তোষ পোৱা যেন দেখিলে ওলোটাই আনি সন্তোষ কৰি পুনৰ দান কৰে। হাতৰ মুঠিত ভাগ্যানুসাৰে ১৮ টকাৰপৰা ৬ টকালৈ আহে, ১৫ টকা পোৱা সৰহ। কিছুমান বাপুসকলৰ পাছতে দেৰৰ গাঁৱৰ ফুলবাৰী সত্ৰৰ মহন্ত শ্ৰীকণিৰাম শৰ্ম্মা বুঢ়া গোসাঁয়ে লগত গণ আৰু মাজুই নামে দুটি পুত্ৰ ও মইনা নামৰ এটি নাতিনিয়েকক লৈ মহাপ্ৰভুৰ গুৰিত প্ৰণাম কৰি দুই হাতৰ আঁজলি পাতি আঁজলি ভৰাই দক্ষিণা পাবলৈ প্ৰাৰ্থনা কৰিলে। প্ৰভুৱে হাস্য কৰি কৰি দি থাকোঁতে মহন্তৰ কাজলি ভৰিলত সুধিলে—কাজলি ভৰিব পায়। মহন্তই আৰু ধৰিব বুলি কোৱাত প্ৰভুৱে আনন্দ মনে তিনি আঙুলিৰ টিপাৰে সোণৰ মোহৰ আনি মহন্তৰ হস্তত দি মহন্তৰ হস্তৰ কঁপনি দেখি ধনে সোণে হাতে কাপোৰেৰে বন্ধাই দি মহন্তৰ বৰপুত্ৰ গণক ১৮ টকা সোণৰ মোহৰ এটি, মইনাক নগদ ১০ টকা আৰু সোণ এখাতি দি বিদায় কৰিলে। মই মহন্তক মানুহ খেদাই বাট মোকোলাই বাহিৰলৈ নি লেখ কৰাত মহন্তৰ কাজলিত নগদ ৬৫ টকা ও সোণৰ মোহৰ নটিত ১৵০ ওঠৰঅনা, পুতেক নাতিনিয়েক তিনিওৰে ভিতৰত নগদ ৪৪ টকা, সোণ ।৵০ পাঁচ অনা, সৰ্ব্বমোট ১০৯ টকা আৰু সোণ ১।৶০ অনা পালোঁ। মহন্ত আনন্দত বিভোল হৈ সেইদিনা সত্ৰত থাকি চাউল সিধা খাই পৰদিনা যাত্ৰা কৰিলে। এইদৰে অধিক ব্ৰাহ্মণ মহন্তই মহন্তকৈ কিছু পৰিমাণহে কম দক্ষিণা পাইছিল। প্ৰভুক বিপ্ৰসকলে সাক্ষাৎ দাতাকৰ্ণ বুলি আখ্যা কৰিছিল। কৰাপাটত ৰাজ-দক্ষিণা ৰাতি ১০ বজাত বন্ধ কৰি নামঘৰত থকা ভদ্ৰলোক ও মহন্তসকলক দক্ষিণা দিবলৈ নামঘৰৰ পশ্চিম কোঠাত আদেশ কৰিলে। সেইসকলক যোগ্যানুৰূপ ৩৫ টকাৰপৰা ১৪ টকালৈকে আৰু দুই অনাৰপৰা আঠ অনালৈকে সোণৰ মোহৰ দান কৰিলে। নামঘৰৰ দক্ষিণা ৩ বজা ৰাতিলৈকে দি শেষ কৰিব নোৱাৰি পৰ দিনালৈ দিবৰ আজ্ঞা কৰি প্ৰভুৱে বিশ্ৰামাৰ্থে যাত্ৰা কৰিলে।

"প্ৰভুৰ ২৫ তাৰিখে ৰাতি নিদ্ৰা নাই, ২৬ তাৰিখে পুৱা ৪ বজাৰপৰা ৰাতি ১০॥ বজালৈকে অকণো অৱকাশ নাই, ইয়াৰ ভিতৰত বিশ্ৰাম ঘৰলৈ যোৱাও দেখা নাই। তাৰি চাওক কৰ্ম্মকৰা স্থানত দুইটি ঘৰ বিপ্ৰ বৈষ্ণৱ আদিৰে পৰিপূৰ্ণ, ৪ বজাৰপৰা ১০॥ বজালৈকে সেই লোকসকলৰ মাজত অসংখ্য বৰোৎসৰ্গৰ মালবস্তু প্ৰতি প্ৰতিকৈ নিজ হস্তেৰে লৈ গৈ মন্ত্ৰ উচ্চাৰণ কৰি আৰু সংখ্যাতীত প্ৰজা সংখ্যাতীত বাজনাৰ মাজত সোমাই ব্ৰহ্মপুত্ৰৰ তপত বালিত ৩ মাইল আৰু অসংখ্য প্ৰজাৰ মাজত নিৰ্ম্মালি লোৱা ও দিনৰ দুই বজাৰপৰা ৰাতি ৩ বজালৈকে দক্ষিণা দিয়া, ইমান পৰিশ্ৰমতো অকণো খঙ,

দুধ, ভাগৰ, এলাহ আদিৰ চিন পোৱা নহ'ল। আহা! কি ঐশ্বৰিক শক্তি! আমাৰ হলে পেটভৰা জলপান সাজি খাইয়ো, মিচিৰি চৰপৎ খাইয়ো তৎ নাপাইছিলোঁ। তিনি কি চাৰিখন ন নাৰত প্ৰভুৰ স্নানঘৰৰ পশ্চিম খোটালিত পাতি ভাত পানী ভৰাই লৈ চাৰিমোণ মিচিৰি তিয়াই ৰাখিছিল। ওচৰতে সংখ্যাতীত বান, মলা, নাৰিকলৰ কোটোৰা লৈ আঠজন বৈষ্ণৱ সজাগৰ বৈ আছিল। মিচিৰি চৰপৎ ২৫ তাৰিখৰপৰা ২৬ তাৰিখলৈকে চলিয়েই আছিল।

"২৭ জ্যৈষ্ঠ বৃহস্পতিবাৰে পুৰা পাৰ্থিৱ শ্ৰাদ্ধ কৰিলে। পিণ্ড গায়ন বায়ন কালী আদি বাম্ভ ভাণ্ডৰে নৈত লগালেগৈ। বেলা বাৰ বজাত শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰৰ গোস্বামীক মহাপুৰুষসকলৰ পূৰ্ব্বৰ নিয়মমতে বিদায় দিবলৈ আয়োজন হ'ল। বৈকুণ্ঠগামী প্ৰভু জীৱন-কালত যেনেকুৱা গাদীত বহিছিল ও যেনেকুৱা বেশভূষা কৰিছিল আৰু যেনেকুৱা ভোজন পাত্ৰ আদিত ভোজন কৰিছিল, পূজা কৰিছিল, ঠিক তেনেকুৱাকৈ ঈশ্বৰ দক্ষিণপটীয়া গোস্বামীক দিবৰ নিয়ম। সেইদৰেই সকলো বস্তু প্ৰস্তুত। (গাদী) মগজুমৰা ঢাৰি, মগজুমৰা ফুলাম কঠ, মগজুমৰা ফুলাম পাটি, চাতিন কাপোৰৰ তুলি দলিচা, চুলতানি বনাতত ৰেশমৰ বনকৰা চকদিয়া বৰগাৰু, বেতৰ বিচনি, কাঁঠৰ থৰম, ৰূপৰ শৰাই, পাটৰ ধুতি, গুণাৰ বনকৰা থনীয়া, শিংখাপৰ চোলা, ৰূপৰ চুলাদিয়া বৰজাপি ও ৰূপৰ চুলাৰ পানীজাপি, তামৰ কোষা অৰ্ঘা, তামী মালাপাত্ৰ, চন্দন পতা, জাতি চন্দন, কাঁহৰ ঘণ্টা। ভোজন পাত্ৰ—কাঁহৰ কাঁহী, ৰূপৰ সাফৰদিয়া বানবাতি, ৰূপৰ লোটা, পিতলৰ বেৰা, কাঁহৰ বাটি, কাঁহৰ কলহ, কাঁহৰ লোটা, কাঁহৰ চৰিয়া, তামৰ কলহ, কাঁহৰ ভোগজৰা, পিতলৰ কলহ, টৌ, হেতা, বাউলী, খুটি ইত্যাদি।"

"দিনৰ এক বজাত আউনীআটীৰ সত্ৰাধিকাৰ গোস্বামী, ও ডেকাজনা গোস্বামী যাবলৈ বিচিত্ৰ বেশভূষাৰে দুখনি খাটোলা সজ্জিত হ'ল। সাত মানভগীয়া বাপুসকলৰ কাৰণে দহোটি হাতী সুন্দৰকৈ সজোৱা হ'ল। ৫০০ জনমান বৈষ্ণৱে ঠোৰ ভাঙ্গি পাটৰ চুৰিয়া, পাটৰ চাদৰ, ফুলাম জালিকটা বুকুচোলা পিন্ধি সাজু হ'ল। সেইসকলৰ ভিতৰৰে ৮।৯ বছৰীয়া শিশু বৈষ্ণৱে সেই নিচিনাকৈ বেশভূষা কৰি চিত্ৰ-বিচিত্ৰ পতাকা হাতত লৈ দণ্ডায়মান হ'ল। অনেক সংখ্যাতীত লোকসকলে যাত্ৰা মানসে দণ্ডায়মান হ'ল। ভিতৰৰ কৰাপাটৰ মুখত শ্ৰীশ্ৰীসত্ৰাধিকাৰ প্ৰভু নিজ খাটলাত বহিল, শ্ৰীশ্ৰীডেকাজনা প্ৰভু নিজ খাটলাত বহিল। সাত মানভগীয়াসকল হস্তী-পৃষ্ঠত উঠিল। অধিকাৰ মহাপ্ৰভুৰ আগত সৰহভাগ পতাকাধাৰী শিশু বৈষ্ণৱে, তেওঁলোকৰ পাছত যোৰকালী, চতুঃপাৰ্শ্বে খাটলা বেৰা বৈষ্ণৱ, দুইকাষে দুই বৰ জাপি, দণ্ডছত্ৰ, শুকুলী চামৰ। পাছত ডেকাজনা প্ৰভুৰ চতুঃপাৰ্শ্বে বৈষ্ণৱসকলে মণ্ডলাকাৰে আবৃত কৰি গমন কৰিছিল। সত্ৰৰপৰা বাহিৰলৈ পথালিয়েও একমাইলমানলৈ লোকাৰণ্য, বিৰদি সন্ধি পাবলৈ ঠাই নাই। এই সমাৰোহ গৈ দুই বজাত ৺দক্ষিণপাট গোস্বামীৰ বাহৰ পাই নামঘৰত বহি ধৰ্ম্মালাপ কৰি সমাদৰে নম্ৰ হৈ ওপৰত লেখা সকলো বস্তু অধিকাৰজনা প্ৰভুক প্ৰণামতে দিলে। দক্ষিণাৰ

সংখ্যা—সোণৰ মালা, হীৰাপটা দুগ্‌দুগী এধাৰ, মোহৰ সোণ এটকা, নগদ ৪০ টকা। শ্ৰীশ্ৰীডেকা অধিকাৰ গোস্বামীক পাতৰ ধুতি, গুণাকটা খনীয়া, চাতিনৰ বুকুচোলা, উত্তম এখনি গামোচা, নগদ ২০ টকা, সোণ ৷০ তোলা দক্ষিণা দিলে। সেই স্থানত দর্শনাভিলাসী লোকসকলৰ বহিবলৈ ঠাই নাই, সকলো দণ্ডায়মান। মানুহৰ টেপাত প্ৰাণৰ সংশয় হৈছিল। তাতে বৰদাবোগা ভাঙৰীয়াই সাৱধানতা সহকাৰে যত্ন কৰিছিল। ঈশ্বৰ দক্ষিণপাট সত্ৰৰ বিপ্ৰ বৈষ্ণৱক ২৫ৰপৰা ১৫লৈকে টকা, দুই অনাৰপৰা দহ অনালৈকে সোণ দক্ষিণা দি শিষ্টালাপ ও সমাদৰ বিদায়।"

"সত্ৰাভিমুখে যাত্ৰা কৰি শেৰথকা বাপুসকলক ও সন্ন্যাসী, বৈৰাগী, ব্ৰহ্মচাৰী, পাণ্ডাসকলক যোগ্যানুৰূপ চল্লিচৰপৰা ১৮ ওঠৰ টকালৈকে ৰূপ ও ১ এক টকাৰপৰা চাৰি অনালৈকে মোহৰ সোণ দক্ষিণা দিও প্ৰাৰ্থনামতে মুগাৰ, কপাহী বস্ত্ৰাদি দান কৰি তেওঁলোকৰ মনোৰঞ্জন কৰি সাদৰ সম্ভাষণেৰে বিদায় দিলে।"

* * *

"২৮ জ্যৈষ্ঠ শুক্ৰবাৰে জ্ঞাতালীৰ দিনা সত্ৰস্থিত বৈষ্ণৱসকলক মৎস্য মাংস এৰি নিৰামিষ চাউল সিধা দিয়াৰ নিয়ম। বাজ-হটীয়া ও উপস্থিত শিষ্যাদিসকলক ও ওচৰৰ মহন্ত-সকললৈ পূৰ্ব্বাপৰ নিয়মমতে মৎস্য পৰিপূৰ্ণ চাউল সিধা দিয়াৰ প্ৰথা। ২৭ তাৰিখে ৰাতিয়েই ধানদিয়া বাপুৱে মৎস্যৰ কাৰণে নদীয়াল গাঁৱলৈ আজ্ঞা কৰিলে। বাকী বস্তু ভঁৰালত উপচি আছিল। ২৮ তাৰিখে পুৱা ব্ৰহ্মপুত্ৰৰ সৰু সোঁতাত আৰু ধোঁৱা-ডুবিত ও মৰঠিমৰা নৈত নানা ভৰহৰ সৰুবৰ মাছ তেল-ওপঙা দি পানীৰ ওপৰত লাওফুল ফুলাদি ফুলি আছে। নদীয়াল গঞাই মাছৰ নিমিত্তে আৰু দুখ কৰিব নলগা হ'ল। মাত্ৰ নাও আনি হাতেৰে ধৰি নাৱঁত ভৰালে। লগাতকৈ চাৰিভাগ সৰহকৈ বাজ-কৰাপাটত মাছ দমাই ধন ভঁৰালী বাপুক চমজাই দিলে। সেইদিনা যথানিয়মে জ্ঞাতালীৰ সম্ভাৰ পাব-লগীয়া লোকসকলক দিয়া হ'ল। সেই দিনাও ভঁৰালত বস্তুৰ অন্ত নপৰিল।"

## চৰিত্ৰ আৰু কৃতিত্ব—

১৭৬০ শকৰ ২২ বহাগত ( ইং ১৮৩৮ এপ্ৰিল ) অধিকাৰ পদগ্ৰহণৰ দিনৰ পৰা ১৮২৬ শকৰ ১৬ জেঠলৈকে ( ইং ১৯০৪ জুন ) এই ৬৬ বছৰীয়া সুদীৰ্ঘকাল আউনীআটীৰ ধৰ্ম্মৰ গাদী অলঙ্কৃত কৰি ৮৬ বছৰীয়া পৰিপক্ক বয়সত দত্তদেৱ প্ৰভুৱে এটি মৃত্যুঞ্জয়ী জীৱনৰ সামৰণি মাৰিলে। বেদৰ মৃত্যুঞ্জয় মন্ত্ৰত ( ত্ৰ্যম্বকং যজামহে ইত্যাদি ) কোৱাৰ দৰে এটা পৈণত পকা ফল গছত থকাৰ প্ৰয়োজন শেষ হ'লে যেনেকৈ বৃন্ত সংযোগৰপৰা বিচ্ছিন্ন হয় দত্তদেৱ প্ৰভুৰ জীৱনো কৰ্ম্মক্ষয় শেষ হোৱাত পকাফল এটিৰ দৰেই সংসাৰ বন্ধনৰ পৰ বিচ্ছিন্ন হ'ল। এনে দিব্য জীৱনৰ স্ফুৰণ দেখাৰ সৌভাগ্য যিসকল অসমবাসীৰ ভাগ্যত ঘটিছিল তেওঁবিলাক

ধন্য। প্ৰভুৰ চৰিত্ৰ আৰু দিগন্তবিসাৰী ব্যক্তিত্বই দূৰ-দূৰান্তৰপৰা সন্ন্যাসী বৈৰাগী বিচক্ষণ পণ্ডিতসকলক আকৰ্ষণ কৰিছিল। সেইসকল সত্ৰলৈ আহি এই "আচাম বাবাৰ" তেজঃ প্ৰভাৱত অভিভূত হৈ প্ৰশংসাত শতমুখ হৈছিল। প্ৰভুৰ মৃদুভাষ, গম্ভীৰ প্ৰকৃতি, অখণ্ডিত স্মৃতি, কুশাগ্ৰ তীক্ষ্ণবুদ্ধি, সাৰাসাৰ বিবেচন দক্ষতা, ইঙ্গিত মাত্ৰতে অন্তৰ্গতমন বুজাৰ ক্ষমতা আদি মন-বুদ্ধি-হৃদয়ৰ উৎকৰ্ষ গুণাৱলীৰ যশস্যাই দশোদিশ প্ৰলম্পিছিল। সবাতোকৈ আৰ্ত্ত, দীন, দৰিদ্ৰ আৰু শৰণাগতৰ প্ৰতি করুণাবিগলিত অকুণ্ঠিত দয়াপ্ৰবাহৰ কাৰণেই প্ৰভু সকলো শ্ৰেণীৰ অসমীয়া প্ৰজাৰ দেহলাও হৈ পৰিছিল। কাৰবাৰ সন্তান নাই—দম্পতীয়ে প্ৰভুৰ চৰণত দীঘল দি আশীৰ্ব্বাদ বিচাৰিছেহি—প্ৰভুৰ আশীৰ্ব্বাদত পাছৰ বছৰত পুত্ৰবতী বন্ধ্যা নাৰীয়ে আপুৰুগীয়া পুত্ৰক প্ৰভুৰ চৰণত সমৰ্পণ কৰিছেহি। কাৰো বা হালৰ গৰু নাই—খেতি কৰিব নোৱাৰি চকুৰে আন্ধাৰ দেখিছে। প্ৰভুৰ কাষত নিবেদন কৰি হালৰ গৰু কিনিবলৈ ধন পাইছে। ক'ৰবাত ভাল পুখুৰীৰ অভাৱত চ'তমহীয়া খৰত পানীৰ নিমিত্তে হাঁহাকাৰ লাগিছে, প্ৰভুৱে পুখুৰী খনাৰ খৰছ দিছে। এইদৰে প্ৰভু আউনীআটী সত্ৰৰ কল্পতৰুৰূপে বিৰাজ কৰিছিল। প্ৰভুৰ জীৱদ্দশাতে মহিমাময় সত্য বৃত্তান্ত আৰু উপাখ্যানবোৰ মুখে মুখে বাগৰিবলৈ ধৰিলে। তাৰ কিছুমান হয়তো ভক্তশিষ্যৰ ভাবপ্ৰসূত কল্পনাও হ'ব পাৰে, কিন্তু যিজন পুৰুষৰ কৰ্মনিচয়ক আশ্ৰয় কৰি এই উপাখ্যানবোৰে গজালি মেলিছিল সেইজনৰ সাধাৰণে ঢুকি নোপোৱা ব্যক্তি গৰিমাও যে সেই কাহিনীবোৰৰ উৎপত্তিৰ নিলগীয়া নিদান তাত সন্দেহ নাই।

দত্তদেৱ প্ৰভুৰ অধিকাৰত্বৰ কাল দুটা কাৰণত বিশেষ বুলি ক'ব পাৰি। মাজতে দামোদৰদেৱৰ অধিকাৰত্ব কাল ১১ বছৰৰ ব্যতিক্ৰম এৰিলে আউনীআটী সত্ৰৰ ধৰ্ম্মাধিষ্ঠান গুৰিৰেপৰা নিৰঞ্জনদেৱৰ বংশজসকলেই পূৰণ কৰি আহিছিল। কুশদেৱ প্ৰভুৰ ভায়েক বিশ্বম্ভৰদেৱৰ অকাল আৰু পিণ্ডবিলোপী মৃত্যুৰ পাছত সত্ৰৰ ধৰ্ম্মাধিষ্ঠান অগত্যা বংশান্তৰসম্ভূত এজনে গ্ৰহণ কৰিব লগা হ'ল। বংশান্তৰৰ প্ৰথম অধিকাৰৰ গুৰুদায়িত্ব সৌভাগ্যবশতঃ আৰু কুশদেৱ প্ৰভুৰ বিচক্ষণ বাচনিৰ বলত দত্তদেৱ গোসাঁইৰ গাত পৰিল। তাৰ লগে লগে সত্ৰৰ পৰিচালনাত অতৰ্কিত মৃদুপৰিবৰ্ত্তন এটাও পৰিলক্ষিত হ'ল। প্ৰথম অধিকাৰ নিৰঞ্জনদেৱৰপৰা তেওঁৰ বংশৰ শেষ অধিকাৰ কুশদেৱলৈকে অধিকাৰসকলৰ চৰিত্ৰত এটা বৈশিষ্ট্যৰ কথা ধৰা পৰে। নিৰঞ্জনদেৱৰ বিষয়ে চৰিতকাৰে

কৈছে—"যাৰ তেজে সৰ্ব্বলোক কম্পিয়া আছিলা।" কুশদেৱ গোসাঁইৰ বিষয়েও ৰূপকোক্তিৰে শ্ৰীধৰ ওজাই অনুৰূপ কথাকে কৈছে "প্ৰচণ্ড মাৰ্ত্তণ্ড কুশদেৱ অস্ত গৈলা।" এই যে সৰ্ব্বলোক কঁপি থকা আৰু প্ৰচণ্ড সূৰ্য্যৰ উগ্ৰ তেজস্বিতা আৰু কঠোৰতা গুণ এইটোৱেই নিৰঞ্জনদেৱৰ বংশৰ এটাই কেউজন অধিকাৰ প্ৰভুৰ চৰিত্ৰতে অল্প-বিস্তৰ প্ৰকাশ পাইছিল। নিৰঞ্জনদেৱৰ পূৰ্ব্বপুৰুষো ৰাজকাৰ্য্যত লেন-দেন কৰা ৰাজসিকতাৰ স্পৰ্শ থকা লোক। বংশৰ সেই গুণধাৰা ফল্গুধাৰা সদৃশ অধঃস্তন পুৰুষলৈকো প্ৰবাহিত হৈছিল। উদ্যতদণ্ড আহোম ৰাজশক্তিৰ সমাদৰ আৰু পোষকতা পাই সেই কঠোৰ অনুশাসন শীলতাই এফেৰি যে লাই পাইছিল তাত সন্দেহ নাই।

দত্তদেৱ প্ৰভুৰ ব্যক্তিত্বত এই উগ্ৰতাপূৰ্ণ তেজস্বিতা নাছিল, তেওঁ শান্তৰশ্মি চন্দ্ৰমাৰ তুল্য মৃদু অথচ ভক্তজনৰ আহ্লাদকাৰক। শুদ্ধসাত্বিকতাই তেওঁৰ চৰিত্ৰৰ বল। তেওঁ আছিল মৃদুভাষী আৰু পৰচিত্তবেত্তা কাৰ্য্যকুশল লোক। এই পৰিবৰ্ত্তনলৈকে ইঙ্গিত কৰি কুশদেৱ চৰিত লিখক নাৰায়ণ দাসে লিখিছে—

কুশদেৱ সূৰ্য্য অস্তে দত্ত চন্দ্ৰোদয়।
ভৈল দেখি ভক্তকুল আনন্দ হৃদয়॥ (১০৪৬ পদ)

আকৌ আন এঠাইত ৰূপকটো ব্যাখ্যা কৰি কৈছে—

যেন চন্দ্ৰোদয়ে প্ৰচণ্ড সূৰ্য্যৰ
তাপ হৰে উপৰত।
প্ৰভু দত্তদেৱো- দয়ে সৰ্ব্বলোক
ভৈলা জানা সেহিমত॥ (১০২৬ পদ)

প্ৰভুৰ অধিকাৰত্বৰ কালতে আউনীআটী সত্ৰৰ ভক্তবৰ্গই আৰু বাজহটীয়া শিষ্য মণ্ডলীয়ে শুদ্ধ সাত্বিক শক্তিৰ মহাকাৰ্য্যত নিজ নিজ কামত আনন্দেৰে মজি গৈছিল। শ্ৰাদ্ধৰ অভূতপূৰ্ব্ব জনসমাগম আৰু বিৰাট সমাৰোহ যি শ্ৰদ্ধা শৃঙ্খলাৰে পৰিচালিত হৈছিল তাতে সত্ৰস্থ বৈষ্ণৱসকলৰ ভক্তিপ্ৰণোদিত অক্লেশ অকাতৰ কৰ্ত্তব্য-ৰতিৰ প্ৰমাণ পোৱা গৈছিল। এনে কৰ্ম্মসিদ্ধি ডৰিত নহয়, "স্বান্তঃ সুখায়" কৰিলেহে হয়।

দুই ৰাজশক্তিৰ উদয়াস্ত কালত প্ৰভু দত্তদেৱৰ জীৱন-কৰ্ম্মই পাতনি মেলিছিল। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ ৰাজসভালৈকো গৈছিল, ডেভিদ স্কট চাহাবকো দেখা কৰিছিল। পুৰণিৰ বিননি যেনেকৈ শুনিছিল তেনেকৈ

নতুনৰ আগমনৰ সুপুৰভুননিও শুনিবলৈ পাইছিল। জীৱনত পুৰণিক ৰক্ষা কৰাৰ গুৰুদায়িত্ব প্ৰভুৱে যেনেকৈ পালিছিল নতুন পোহৰক সমাদৰ কৰাৰ প্ৰয়োজনীয়তাও সেইদৰে উপলব্ধি কৰিছিল। প্ৰভুৱে সত্ৰৰ প্ৰাচীন ৰীতি-নীতি, মান-মৰ্য্যাদা ক্ষুণ্ণ হবলৈ নিদিছিল। ১৮৭৭ চনত মহাৰাণী ভিক্টোৰিয়া ভাৰত সম্ৰাজ্ঞী বুলি ঘোষণা কৰা দৰবাৰলৈ নিমন্ত্ৰিত হৈয়ো চাৰিসত্ৰৰ আহোমৰ দিনীয়া মৰ্য্যাদা ৰক্ষা কৰাৰ অৰ্থে ইংৰাজ-ৰজাৰ আমন্ত্ৰণকো উপেক্ষা কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈছিল। কেম্বেল চাহাবে সময় বুজি শৰ মাৰিব নজনা হ'লে সেইদিনাৰ দৰবাৰ নক্ষত্ৰ-সঙ্কুল হৈয়ো চন্দ্ৰমাহীন ৰাত্ৰিতুল্য হ'লহেঁতেন। আকৌ সেই দত্তদেৱ প্ৰভুৱেই বঙলা-সংবাদপত্ৰৰ নিয়মিত পাঠক আছিল, সম-সাময়িক ৰাজনীতিৰ ভু ৰাখিছিল। সত্ৰৰ দেৱবাদ্যৰ লগতে ইংৰাজী বেণ্ডবাদ্যকো এফেৰি স্থান দিয়াত সৰ্ব্বপ্ৰথম সত্ৰাধিকাৰ। বেহেলাৰ সংযোগত সত্ৰীয়া গানৰ মধুৰতা আধান কৰিবলৈকো দত্তদেৱ প্ৰভু ঈশ্বৰেই এটা প্ৰশংসনীয় আৰম্ভণিৰে নিৰীক্ষা কৰিছিল। ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ প্ৰতিও তেওঁৰ শ্ৰদ্ধা বাঢ়িছিল। দত্তদেৱ প্ৰভুৰ নিৰ্দ্দিষ্ট পথতে কমলদেৱ গোসাঁয়ো অগ্ৰসৰ হৈছিল। এনেবোৰ কাৰণত আউনীআটী সত্ৰত বাৰেবঙলুৱা সোমাল বুলি একশ্ৰেণীৰ লোকে হাঁহাকাৰ কৰাও শুনা গৈছিল। পাছে আজি সঙ্গীতজ্ঞসকলে বিনা বিবাদে স্বীকাৰ কৰে যে আমাৰ সত্ৰবিলাকত সুৰ-সাধন আৰু গান-সাহচৰ্য্যৰ কাৰণে তন্ত্ৰীবাদ্যৰ প্ৰচলন থকা হ'লে পুৰণি সঙ্গীতৰ ৰক্ষণ আৰু বৰ্দ্ধন দুয়োটাৰে সহায়ক হ'লহেঁতেন।

ছপাখানা পাতি লৈ সাময়িক পত্ৰ প্ৰকাশ কৰা অকল সত্ৰৰ কাৰণেই নহয় অসমীয়া উদ্যমৰ ফালৰপৰাই এটা অভিনব আৰু বলিষ্ঠ কলপনাৰ কাম। অসমীয়াই উলিওৱা সাময়িক পত্ৰৰ ভিতৰত আসাম-বিলাসিনীয়েই পোনপ্ৰথমৰ সাময়িক মাহেকীয়া কাকত। অসমীয়া সাময়িক পত্ৰিকাৰ বুৰঞ্জীত অৰুণোদয়ৰ পাছতে বিলাসিনীৰ দ্বিতীয় স্থান। আসাম তৰা নামৰ এখন কাকতো এই সত্ৰৰ-পৰাই শ্ৰীধৰ ওজাৰ সম্পাদনাত আৰু দত্তদেৱ প্ৰভুৰ সহায়তাত ওলাইছিল। প্ৰথম সংগঠিত পুস্তক প্ৰকাশক হিচাপেও দত্তদেৱ প্ৰভুৰ স্থাপিত "ধৰ্ম্ম-প্ৰকাশ" যন্ত্ৰৰ নামকে লব লাগিব। এই সকলোবোৰ কাৰ্য্যই স্বকালিক লোকতকৈ আগবঢ়া চিন্তাশক্তি আৰু কৰ্ম্মোদ্যমৰ পৰিচয় দিয়ে। এইদৰে দত্তদেৱ গোসাঁই এজন অসমীয়া প্ৰাচীন ঐতিহ্যৰ বাহক হৈও উন্মেষশালিনী প্ৰতিভাসম্পন্ন যুগাগ্ৰগামী পুৰুষো আছিল।

আমি এই গ্ৰন্থৰে অন্যত্ৰ কৈ আহিছো যে একালত উজনি আসামৰ বিশেষকৈ বৰ্ত্তমান লক্ষীমপুৰ জিলা মাজুলী, দেৰগাঁও আৰু শিৰসাগৰ আদি অঞ্চলত ১০।১৫ মাইল অন্তৰে অন্তৰে ছাত্ৰশাল আছিল। পাছত মোৱামৰীয়াৰ উপদ্ৰৱ আৰু মানৰ অকথনীয় অত্যাচাৰৰ সময়ত ছাত্ৰশালহে নালাগে মানুহৰ ঘৰবাৰীয়েই কিমান অগ্নিসাৎ হ'ল, কিমান পৰিত্যক্ত হ'ল, ক'ৰ মানুহ ক'লৈ গ'ল তাৰ লেখ পাবলৈ নাই। আৰু এই বিভ্ৰাট এমহীয়া বা এবছৰীয়া নহয়, শকাব্দ ১৬৯০।৯১ৰপৰা ১744 লৈকে প্ৰায় অৰ্দ্ধশতাব্দী জোৰা, পুৰা দুই পুৰুষৰ এই দুৰ্দ্দিন। মোৱামৰীয়াৰ দেশ বিভ্ৰাটৰ পাছত ৰাজ্য সুস্থিৰ হবলৈ পালে কি নাপালে আকৌ মানৰ আক্ৰমণ। এনে অৱস্থাত ছাত্ৰশালবিলাকৰ কেনি কি হ'ল, অধ্যাপক পণ্ডিতসকলৰ কোন মৰিল কোন হাজিল তাক জনা সম্ভৱ নহয়। যিসকল পলাই উৰাই বাচিল তেওঁলোকেও পুত্ৰ-সন্ততিক শিক্ষা দিয়াৰ অনুকূল পৰিস্থিতি জীৱদ্দশাত নাপালে। গতিকে ছাত্ৰশালবিলাক লোপ পালে। ইংৰাজ দিনত যেতিয়া দেশ সুস্থিৰ হ'ল দশকৰ্ম্ম বিধি-ব্যৱস্থা আৰু সামান্য সংস্কৃতৰ জ্ঞান থকা লোকেই সংস্কৃত ঐতিহ্য ৰক্ষা কৰি আছিল। ছাত্ৰশাল বা অধ্যাপনাৰ ব্যৱস্থা থকা পণ্ডিত একেবাৰে আঙুলিত লিখিব পৰাত ৰলগৈ। সংস্কৃতৰ চৰ্চ্চা ডাঙৰ সত্ৰ কেইখনতো কিছু আছিল—কাৰণ এই কেই-খনত সংস্কৃত মূল ভাগৱতৰ ব্যাখ্যা নিত্য প্ৰসঙ্গৰ ভিতৰুৱা আৰু সেই ব্যাখ্যা কৰাৰ যোগ্য লোক নহলে নচলিছিল।

আগতে এইবোৰ শাস্ত্ৰৰ ব্যাখ্যাৰ পাণ্ডিত্য অৰ্জ্জন কৰিবলৈ ছাত্ৰশাল আছিল। ডেকা অধিকাৰৰ কাৰণে মনোনীত বা মনোনয়নৰ সম্ভাৱনা থকা বালকক উপনয়নৰ পাছতে ছাত্ৰশালত থোৱা হৈছিল। এইবিলাক কথা আগতে পাঠকে পাই আহিছে। পাছলৈ বাগীশ, ভাগৱতী, বৰদেউৰি, এই সকলেই সংস্কৃতৰ চৰ্চ্চাৰ বন্তিগছ জ্বলাই ৰাখিছিল। এওঁলোকৰ ওচৰতে সত্ৰস্থ শিশু-বৈষ্ণৱসকলে অল্পবিস্তৰ পঢ়িছিল, অতিশয় দুৰ্দ্দিনৰ কালতো। প্ৰভু দত্তদেৱ ইমানতে সন্তুষ্ট থকা লোক নাছিল। সত্ৰত সংস্কৃত শিক্ষা দিব পৰা এজন ভাল অধ্যাপক বিচাৰ কৰিলে। এজন ভাল অধ্যাপকৰ খা-খবৰ লৈ শেহত কামৰূপৰ এজন শ্ৰেষ্ঠ সংস্কৃত বিদ্বান্ ধীৰেশ্বৰ আচাৰ্য্য ( পাছত মহা-মহোপাধ্যায় ) দেউক সত্ৰলৈ নিয়াইছিল। দেৱে তাত অধ্যাপনা কৰাৰ উপৰিও দত্তদেৱ প্ৰভুৰ উদগণিত বহুতো শ্লোক আৰু তেখেতৰ শ্ৰেষ্ঠ কৃতি 'বৃত্তমঞ্জৰী' ৰচনা কৰে। এই বিষয়ে ধীৰেশ্বৰ আচাৰ্য্যৰ জীৱনী লেখক পণ্ডিত ৺কামাখ্যাচৰণ

ভট্টাচাৰ্য্যই লিখিছে—'দেউৰ সংস্কৃত সাহিত্য ৰচনা বিষয়ত প্ৰযোজক কৰ্ত্তা আছিল মাননীয় ৺দত্তদেৱ গোস্বামী।' জগতত সময়ে সময়ে ৺দত্তদেৱ গোস্বামীৰ নিচিনা বিদ্যানুৰাগী, গুণগ্ৰাহী, উদগণি দিওঁতা, পৃষ্ঠপোষক সাধু-পুৰুষ জন্ম হৈ থাকে বুলিয়েই সাহিত্যসেৱকসকলে সাহিত্যৰূপ মৌ পান কৰি আত্মানন্দ উপভোগ কৰে। আউনীআটীয় ভূতপূৰ্ব্ব উক্ত সত্ৰাধিকাৰ গোস্বামীৰ উদগণি নাথাকিলে বৃত্তমঞ্জৰীৰ নিচিনা এখন উৎকৃষ্ট ছন্দোগ্ৰন্থৰ জন্ম নহল-হেঁতেন[৬]।" শ্ৰীধৰ কন্দলীৰ 'কাণখোৱা' নামৰ জনপ্ৰিয় অসমীয়া পুথিৰ এখনি সংস্কৃত পদ্যাত্মক অনুবাদ কৰি দিবলৈ প্ৰভু দত্তদেৱে আচাৰ্য্য দেউক অনুৰোধ কৰে। আচাৰ্য্যই 'কৰ্ণভুক্' নাম দি সেই পুথিৰ সংস্কৃত পদ্য ভাঙনি কৰি দিছিল। দুখৰ বিষয় পুথিখন পোৱা নগ'ল।

আউনীআটী সত্ৰৰে আৰু এজন বহুগুণী সাহিত্যিক, সাংবাদিক, সঙ্গীতজ্ঞ কৃতি বৈষ্ণৱ আছিল শ্ৰীধৰ বৰুৱা। সাধাৰণতে শ্ৰীধৰ ওজা বুলিয়েই তেওঁ সত্ৰ মহলত জনাজাত আছিল। এওঁ নগাঁওৰ কৰ্হাল বৰুৱাৰ ঘৰৰ, দেউতাক সৰুতেই ঢুকুৱাত মাকে শ্ৰীনাথদেৱ গোসাঁইক গতাই দিয়ে। তেওঁৰ মোমায়েক এজন সত্ৰৰ নামলগোৱা আছিল। নাম আদিৰাম। আদিৰাম নামলগোৱাৰ লগত থাকি সত্ৰতে প্ৰতিপালিত হৈছিল। তেওঁ মেধাবী আছিল গতিকে সংস্কৃত অসমীয়া দুয়ো বিষয়তে অলপ কালতে দক্ষতা অৰ্জ্জন কৰিছিল। শ্ৰীধৰ সত্ৰৰ ওজা আছিল। তেওঁ বহুত গীত আদিও ৰচনা কৰিছিল। প্ৰভু দত্তদেৱৰ এওঁ বৰ প্ৰিয় আছিল আৰু ছপাখানাৰ কাম, আসাম-বিলাসিনীৰ বহুত প্ৰবন্ধ আৰু সম্পাদকীয় শ্ৰীধৰ ওজায়ে লিখিছিল। প্ৰভুৰ অনুগ্ৰহতে 'আসাম-তৰা' নামৰ মাহেকীয়া কাকত শ্ৰীধৰ ওজাৰ সম্পাদকত্বতে ওলাইছিল। শ্ৰীধৰ ওজাই নাট গীত লিখাৰ উপৰিও জয়দেৱৰ গীত-গোবিন্দৰ আৰ্হিত 'হৰি-সঙ্কীৰ্ত্তনম্' নাম দি এখন সংস্কৃত গীত-কাব্য লিখি ছপাই উলিয়াইছিল। এই পুথিৰ ভাষা সুললিত আৰু শ্লোকবিলাক বৰ মধুৰ আছিল। অসমৰ আধুনিক পণ্ডিতসকলে লিখা সংস্কৃত কাব্যৰ ভিতৰত এই-খনেই প্ৰথম সংস্কৃত কাব্য আছিল। শ্ৰীধৰ ওজাই দত্তদেৱৰ আদেশমতেই শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত গদ্যত লিখে। আধুনিক অসমীয়া গদ্যৰ আদিছোৱাত

৬ বৃত্তমঞ্জৰী গ্ৰন্থ আচাৰ্য্যজনা আউনীআটীত থাকোঁতেই সমাপ্ত হৈছিল। ১৮০১ শকত আচাৰ্য্য আউনীআটীত আছিল। গ্ৰন্থসমাপ্তৰ শ্লোকত "শ্ৰীগোবিন্দ-পদাৰবিন্দকৃপয়া নীতং সমাপ্তিম্ময়া" গোবিন্দ মহাপ্ৰভুৰ উল্লেখে সূচায়।

অসমীয়া গদ্যৰ সৰল আৰু সৰস ভঙ্গীৰ চানেকী এটা এই জীৱনী-গ্ৰন্থত পোৱা যায়।

এনেবোৰ সাহিত্য কৰ্ম্মত উৎসাহ দিয়াৰ উপৰিও পুৰণি পদগ্ৰন্থবোৰ ছপাই উলিয়াই সুলভ মূল্যত বিতৰণ কৰাও কম সাহিত্যসেৱা নহয়। মিছনেৰী সকলে খ্ৰীষ্টধৰ্ম্মৰ পুথি উলিয়াই মানুহৰ মন ভগাবলৈ কৰা প্ৰচাৰকৰ্ম্মৰ আগগুৰি আৰু বেহৰূপ প্ৰভুৱে দেখি আছিল। তাৰ জোখাই আমাৰ নিজ ধৰ্ম্মৰ প্ৰচাৰ তেনেকুৱা একো হোৱা নাছিল। তেতিয়া ছপাশাল ওলাই কিছুমান সুবিধা হৈছিল। সেই সুবিধা গ্ৰহণ কৰি আমাৰো যে ধৰ্ম্মপ্ৰচাৰ কৰাৰ প্ৰয়োজন দূৰদৰ্শী প্ৰভুৱে উপলব্ধি কৰিছিল। তাৰ ফলস্বৰূপেই ধৰ্ম্মপ্ৰকাশযন্ত্ৰৰ স্থাপন। কীৰ্ত্তন, ৰুক্মিণীহৰণ আদি মহাপুৰুষ শঙ্কৰদেৱৰ পুথি প্ৰথমে এই 'ধৰ্ম্মপ্ৰকাশ' যন্ত্ৰৰপৰাই ছপাপুথিৰ আকাৰত ওলায়। প্ৰভুৰ নিজৰ ৰচিত ধ্ৰুবচৰিত, গোবিন্দ গুণ-মালা, কৃষ্ণলীলামৃত আদি গ্ৰন্থও এই 'ধৰ্ম্মপ্ৰকাশ' প্ৰতিষ্ঠানৰে প্ৰকাশন আছিল।

প্ৰভু নিজেও এজন সুসাহিত্যিক সুকবি আৰু নাট-গীতকাৰ। সংস্কৃত ভাষাত যে অকল সুপণ্ডিতেই আছিল এনে নহয়; সেই ভাষাত উৎকৃষ্ট কবিতা ৰচনা কৰাৰ বাণীবৈদগ্ধ্যও প্ৰভুৰ আছিল। সেইবোৰ পঢ়ি বহুত দেশী-বিদেশী পণ্ডিতে অকুণ্ঠ প্ৰশংসা কৰিছিল 'শ্ৰীকৃষ্ণলীলামৃত' এনে এখনি মনোৰম লঘু কাব্যৰ পুথি। ১৮০৭ শকত লিখি এই পুথি ১৮১৮ শকত ছপাই উলিয়াইছিল। ছন্দৰ লালিত্য আৰু প্ৰসাদ গুণেৰে এই ক্ষুদ্ৰ কাব্যখনি সুপাঠ্য আৰু মনোগ্ৰাহী হৈছে। শেষৰ শ্লোকটো উদাহৰণৰূপে উদ্ধৃত কৰিলেই পাঠকে বুজি পাব।

স্কন্দাসনাশনসুভোজ্যকুমাৰকেতোঃ
শঙ্খাৰিধেয়ৰসুধাবিবুধো বুধোহি ॥
শ্ৰীকৃষ্ণদেৱচৰিতং ৰচয়ত্যপূৰ্ব্বং
ভক্ত্যা শৃণুধ্বমধুনা মধুনা প্ৰমেয়ম্।

[ স্কন্দ কাৰ্ত্তিক, কাৰ্ত্তিকৰ আসন ম'ৰাচৰাইৰ অশন সাপ, সাপ যাৰ সুভোজ্য সেই কুমাৰ গৰুড় যাৰ কেতু, বাহন বা চিন সেই বিষ্ণু শ্ৰীকৃষ্ণদেৱৰ অপূৰ্ব্ব চৰিত শঙ্খ বিধেয় ( অৰ্জ্জুনৰ দেৱদত্ত শঙ্খ ) যাৰ নাম, তেনে ৰসুধাবিবুধ-ভূদেৱ ( ব্ৰাহ্মণ ) পণ্ডিত দেৱদত্তই ৰচনা কৰিছে। এতিয়া সেই মৌ যেন সোৱাদ চৰিত সকলোৱে শুনা। ]

শ্ৰীকৃষ্ণ লীলামৃতৰ উপৰিও দত্তদেৱ প্ৰভুৱে কেইবাটাও সুন্দৰ স্তোত্ৰ ৰচনা কৰিছিল। তাৰ ভিতৰত দশাৱতাৰ স্তোত্ৰ আৰু প্ৰণতোদ্ধাৰ স্তৱ বিশেষ সমাদৃত হৈছিল। দশাৱতাৰ স্তোত্ৰটি প্ৰত্যেক অৱতাৰ বৰ্ণনৰ পাছত 'তং শ্ৰীকৃষ্ণং নমাম্যহং' এই নমস্কাৰ আবৃত্তিৰে সমাপ্ত কৰা হৈছিল। উজনি অসমৰ বিশেষকৈ শিৱসাগৰ জিলাত এই দশাৱতাৰ স্তোত্ৰটি প্ৰায় বুঢ়া মানুহৰ মুখত আমি শুনা মনত পৰে। প্ৰণতোদ্ধাৰ স্তৱটিও বৰ সুমধুৰ। যেনে—

> ৱেদান্ত ৱেদমখিলামৰসিদ্ধবৃন্দৈ
> ৰ্ৱন্দ্যং প্ৰপন্নজনপালকমিষ্টদেৱম্
> গোৱিন্দমাদিপুৰুষং শৰণং প্ৰপদ্যে
> মামুদ্ধৰ প্ৰণতৱৎসল দীনমাৰ্ত্তম্।
> সাধুপ্ৰিয়াৰ্থমসতাং পৰিপীড়নায়
> ৰূপং বহুধা ৱসুধাতলেঽস্মিন্।
> নান্যাগতিস্তৱ পদাব্জমৃতে জনানাং
> মামুদ্ধৰ প্ৰণতৱৎসল দীনমাৰ্ত্তম্।

প্ৰভুৱে কেইবাখনো পদপুথিও ৰচনা কৰিছিল। তাৰ ভিতৰতে ধ্ৰুব-চৰিত, দক্ষযজ্ঞ, ভাগৱতৰ বেদস্তুতি, পৰিবৰ্দ্ধিত গোবিন্দ গুণ-মালা, এই কিখনেই প্ৰধান। এই গ্ৰন্থবিলাক ৭০৷৮০ বছৰ আগতে ধৰ্ম্মপ্ৰকাশ যন্ত্ৰত প্ৰকাশ হৈছিল। এই পদ পুথিবিলাকৰ পদত ছন্দৰ জড়তা নাই, পদকৰ্ত্তাৰ নাম কৈ নিদিলে উনবিংশ শতিকাৰ প্ৰথম ভাগৰ এজন লোকে লিখা বুলি কবলৈ টান হ'ব। থাপতে ধ্ৰুবচৰিতৰপৰা চানেকীস্বৰূপে এডোখৰ তুলি দিয়া হ'ল—

> ধ্ৰুবৰ স্তুতি শুনি চক্ৰপাণি।
> সন্তুষ্ট হুয়া বুলিলন্ত বাণী॥
> শুন বাপু ধ্ৰুব ক্ষত্ৰিয় সুত।
> কৰিলি তপ অতি অদভুত॥ ১১৩
> বুজিলো তোহোৰ মন বাঞ্ছিত।
> দিবোহো স্থান লোক অবিদিত॥
> অতি জ্যোতিৰ্ম্ময় দেখি সুন্দৰ।
> যথাত গ্ৰহ ঋক্ষ নিৰন্তৰ॥ ১১৪
> ভ্ৰমিয়া ফুৰয় কৰি প্ৰকাশ।
> প্ৰলয়তো তাৰ নাহি বিনাশ॥

কাশ্যপ ইন্দ্ৰ ধৰ্ম্ম হুতাশন।
সপ্তৰ্ষিমণ্ডল তাৰকাগণ॥ ১১৫
প্ৰদক্ষিণ কৰি ভ্ৰমে সতত।
মৰণাৰ গৰু ফুৰে যিমত॥
যদিবা দুৰ্লভ স্থান লোকত।
তথাপিতো তোক দিলো স্নেহত॥ ১১৬
তোহোক দিয়া ৰাজ্য সিংহাসন।
তোৰ পিতা যেবে যাইবেক বন॥
পালিবি ৰাজ্য হুয়া মহীপাল।
ছত্ৰিশ সহস্ৰ বৎসৰ কাল॥
নহৈবে ইন্দ্ৰিয়ৰ অপাটৱ।
নাহি জৰা মৃত্যু দুঃখ কালৰ॥
ভুঞ্জিবা মহা ভোগ ইলোকত।
যজিয়া মোহোক যজ্ঞে সতত॥
অন্তে মোৰ স্থান যাইবি নিশ্চয়।
যাক সদা বন্দে লোক নিশ্চয়॥
ঋষি সমস্তৰো হোৱে উপৰ।
যি স্থানৰ পৰা নাসে পুনৰ॥
এহি বুলি দিয়া আপোন স্থান।
তেখনে হৰি ভৈলা অন্তৰ্দ্ধান॥

প্ৰভুৱে গদ্য প্ৰবন্ধও কিছুমান লিখিছিল। ইতিহাস মালা নামৰ এখনি সাধু কথাৰ কিতাপো লিখি প্ৰকাশ কৰিছিল। প্ৰভু দত্তদেৱৰ গদ্যও এটা বিশেষ ভঙ্গী-বিশিষ্ট। প্ৰভুৰ গদ্যঠাচত পুৰণি পদ পুথিৰ ভাষাৰ প্ৰভাব দেখা যায়। তথাপি জটিলতা বিহীন আৰু কোমল। নমুনা স্বৰূপে অলপ তুলি দিয়া হল।

"অপৰ সাক্ষী গোপালৰ বিষয়েও বিবেচনা কৰি দেখিলে অতিশয় আশ্চৰ্য্য জ্ঞান হয়। কথিত আছে যে কোনো দুজন ব্ৰাহ্মণ তীৰ্থ পৰ্য্যটনৰ নিমিত্তে বহিৰ্গত হৈ অনেক তীৰ্থ দৰ্শন কৰি পৰিশেষে বৃন্দাবন প্ৰাপ্ত হয়। তাতে বড়জন ব্ৰাহ্মণ ৰোগৰ দ্বাৰা পীড়িত হৈ অনেক কষ্ট পাই সৰুজন ব্ৰাহ্মণক কলে বোলে মোক প্ৰতিপাল কৰা, মই তোমাক কন্যাটি বিবাহ দিম।

সৰুজনে কলে যে আপুনি প্ৰতিজ্ঞা কৰিছে হয় আমাৰ বিশ্বাস নহয়, যদি আপুনি মোক কন্যা দিবৰ ইচ্ছা প্ৰকাশ কৰিছে তেনেহলে ইয়াৰ সাক্ষী ৰখা উচিত। নতুবা পশ্চাৎ অস্বীকাৰ কৰিলে আমাৰ উপায়ান্তৰ নথকা হব। এতেকে এটা প্ৰমাণ ৰাখিবই লাগে। দেশীয় কোনো লোক নাই কাক সাক্ষী ৰাখিব। অগত্যা গোপাল প্ৰতিমাকেই উভয়ে সাক্ষী মনোনীত কৰি তেওঁৰ সমীপত প্ৰতিজ্ঞা কৰিলে। পাছে সৰুজন ব্ৰাহ্মণৰ সেৱা শুশ্ৰূষাৰ দ্বাৰা বড়জনে আৰোগ্য লাভ কৰিলে। উভয়ে স্বদেশলৈ আহিলত সৰুজনে কন্যা বিবাহলৈ ধৰাত বড়জনে অস্বীকাৰ হলত গোচৰ উপস্থিত কৰিলে। বিচাৰ স্থলতে বড়জনে সাক্ষীৰ কথা উল্লেখ কৰাত বড়জনে কলে যে গোপাল আহি যদি সাক্ষী দিয়ে তেতিয়া কন্যা দিম। এই কথা কোৱাত বিচাৰক সকলে কন্যা দিবলৈ আজ্ঞা কৰিব নোৱাৰিলে। সৰুজন ব্ৰাহ্মণে গোপালক সাক্ষী দিবৰ নিমিত্তে স্বীকৃত হৈ বৃন্দাবনলৈ গৈ গোপালৰ নিকটত দণ্ডৱতে পৰি আৰ্ত্তভাৱে নানাপ্ৰকাৰ স্তুতি মিনতি কৰি হত্যা দিবলৈ প্ৰতিজ্ঞা কৰিলে। ব্ৰহ্মণ্যদেৱ গোপাল ব্ৰাহ্মণৰ কাতৰ বাক্যে দয়াৰ্দ হৈ স্বপ্নত আদেশ কৰিলে যে মই নিতান্ত তোমাৰ লগত যাম, তুমি পাছলৈ নাচাবা, পাছলৈ দৃষ্টি কৰিলে তাতে ৰম। ব্ৰাহ্মণে তথাস্তু বুলি আগমণ কৰিলে। এইৰূপে আহি কিছু দিনৰ পৰে দেশৰ ওচৰ পাই মনে মনে ভাবিলে যে কিজানি গোপাল অহা নাই সমাজত লাজ পাব লাগিব। যদি আহিছে তেনেহলে ইয়াত থাকিলেও মোৰ কথা অপ্ৰমাণ নহব। এই বিবেচনা কৰি পাছলৈ দৃষ্টি কৰাত গোপাল সেই ঠাইতে ৰ'ল। ব্ৰাহ্মণে সমুদায় কথা বিচাৰকৰ আগত প্ৰকাশ কৰাত সকলোৱে গৈ দেখা পাই আশ্চৰ্য্যান্বিত হ'ল। আৰু ব্ৰাহ্মণকো ধন্যবাদ দিলে ব্ৰাহ্মণৰ কথা সত্য যেন জানি মিছা কথা কোৱা বাবে বড়জন ব্ৰাহ্মণক দণ্ডবিধান কৰি কন্যা দিবলৈ আজ্ঞা দিলে। তদবধি সেই প্ৰতিমাৰ সাক্ষী-গোপাল নাম হ'ল। শ্ৰীক্ষেত্ৰৰ অদূৰে অৱস্থিত আছে।" ( গোবিন্দ গুণমালাৰ মুখবন্ধ )

সত্ৰত ভাৱনা কৰিবৰ কাৰণে প্ৰভুৱে ভালে কেইখন নাট লিখিছিল। সেইবোৰ হ'ল কালিদমন, কংসবধ, জানকী হৰণ, দ্ৰৌপদীৰ বস্ত্ৰহৰণ, পাণ্ডৱৰ বনগমন, ভৰতাগমন, অক্ৰূৰাগমন, ভীষ্মপৰ্ব্ব, উদ্যোগপৰ্ব্ব, ইন্দ্ৰজিত বধ, ৰাসলীলা। সেই নাটৰ ভাৱনাৰ আখৰা কৰোঁতে ভকত ভাৱৰীয়া সকলক নিজেই তালিম দিছিল। গীতকিছুমানৰ সুৰ দিয়া কামো নিজেই কৰিছিল। এই নাটবোৰত গীত বিলাকত মাজে মাজে বঙলা ভাষাৰ ঠাচ পোৱা যায়।

ইয়াৰ কাৰণ সেই যুগত বঙলা কিতাপ যি মানুহে পঢ়িছিলেই বঙলা ভাষাই "কেচুৱে বোলে মইহে ৰজা"ৰ দৰে অসমত ৰাজ্যও পাতিছিল। বঙলা গান, যাত্ৰা দল, বঙলা কীৰ্ত্তনৰ মধুৰ আৰু অলঙ্কাৰিক ৰচনা বিলাকৰ প্ৰতি প্ৰভুৰ ৰসজ্ঞ চিত্তত প্ৰীতি জন্মিছিল। সেই কাৰণেও তাৰ অনুকৰণ কৰাত হেপাহ হৈছিল—সেইবুলি অসমীয়া সুৰ তালৰ প্ৰতি প্ৰভুৰ অনুৰাগ কমিছিল এনে নহয় বা তাৰ অনুশীলনলৈ প্ৰভুৱে পিঠি দিছিল বুলিও কোনেও কব নোৱাৰে। প্ৰভুৰ ভাল বস্তু গ্ৰহণৰ প্ৰতি বিৰাগ নাছিল। সত্ৰত শিশু বৈষ্ণৱৰ প্ৰভাতী-গীতৰ লগত বেহেলা বাদ্যৰ সাহাৰ্য্যৰ প্ৰভুৱে প্ৰচলন কৰিছিল। বেনবাদ্য ব্যৱহাৰবো প্ৰৱৰ্ত্তন কৰিছিল। এই বেহেলা বাদ্য প্ৰভুক প্ৰথমে শুনাইছিল চিফ কমিছনাৰ জেনকিনচন চাহাবে। বাদ্যৰ মধুৰ ধ্বনিয়ে প্ৰভুক আকৃষ্ট কৰিছিল আৰু পাছত সেই বাদ্য নিজেও অনাই লৈ অভ্যাস কৰিছিল। স্তোত্ৰগীত আদিত সহবাদনৰূপে ব্যৱহাৰ কৰিবলৈ উদগনি দিছিল। শাস্ত্ৰীয় সঙ্গীতৰ প্ৰতিও প্ৰভুৰ শ্ৰদ্ধা বৃদ্ধি হৈছিল—বেহেলা আৰু তবলাৰ সংগত প্ৰভুৱে ভাল পাইছিল। প্ৰভুৰ এই গুণ-গ্ৰাহিতা আৰু ৰক্ষণশীলতাক প্ৰশ্ৰয় নিদি সংস্কৃতিৰ ক্ষেত্ৰত নতুন বস্তুকো আদৰিব পৰা হৃদয়-সংবাদ এটি অনুকৰণীয় গুণ। সংস্কৃতিৰ ক্ষেত্ৰত উদাৰতাৰ কাৰণেই সেই 'পাদমেকং নগচ্ছামি' বোলা পুৰণি-আকলুৱা সকলে আউনীআটীত বাৰে বঙলুৱা সোমাল বুলি হাঁহাকাৰ কৰি উঠিছিল। এতিয়া কিন্তু অসমৰ চিন্তাশীল সঙ্গীতজ্ঞ সকলে একমুখে স্বীকাৰ কৰে যে শাস্ত্ৰীয় পদ্ধতিৰ সুৰসাধন আৰু সাহচৰ্য্যৰ কাৰণে তন্ত্ৰী-বাদ্যৰ ব্যৱহাৰ নথকা আদিৰ কাৰণেই আমাৰ সত্ৰীয়া গীত-মাতৰ ঠেক হেৰাবলৈ পালে। কণ্ঠ-সাধনাৰ অভাৱত গায়ন পদ্ধতিত মাধুৰ্য্য কমিল। তন্ত্ৰীবাদ্যৰ প্ৰচলন থকা হলে আমাৰ সঙ্গীতত মধুৰতা বাঢ়িলহেঁতেন। প্ৰাচীন সঙ্গীতৰ ৰক্ষণ বৰ্দ্ধন দুয়োটাৰে সহায় হলহেঁতেন।

দত্তদেৱ প্ৰভুৰ চৰিত্ৰ অধ্যয়ন কৰিলে বুজা যায় যে প্ৰভু এজন আউনীআটী সত্ৰৰ অনন্যসাধাৰণ অধিকাৰ যি আছিলেই বৰ্ত্তমান ডেকা অধিকাৰ বিষ্ণুচন্দ্ৰ দেৱ প্ৰভুৱে কবৰ দৰে—"তেৰাৰ দিন আউনীআটী সত্ৰৰ এক গৌৰৱময় যুগ" (ধ্ৰুব চৰিত্ৰৰ পাতনি)। দত্তদেৱ গোসাঁই ঈশ্বৰ উনবিংশ আৰু বিংশ শতিকাৰ পাৰ্শ্ব-পৰিবৰ্ত্তন কালত অসমৰ এজন সৰ্ব্বতোভদ্ৰ প্ৰতিভোজ্জ্বল যুগপুৰুষ আছিল।

পঞ্চদশ অধ্যায়

# শ্ৰীশ্ৰীকমলদেৱ গোস্বামী

দত্তদেৱ প্ৰভুৰ শ্ৰাদ্ধ শান্তি মহা সমাহেৰে হৈ গ'ল। এই শ্ৰাদ্ধৰ কথা এটা বিশেষ সংবাদৰূপে গাৱেঁ গাৱেঁ মানুহে কৈ ফুৰিছিল। লগে লগে নতুন সত্ৰাধিকাৰ প্ৰভুৰ দান কীৰ্ত্তিৰ কথাও চাৰিওফালে বৈ বৈ গৈছিল। শ্ৰাদ্ধৰ পাছতে নতুন অধিকাৰে দত্তদেৱ গোসাঁই ঈশ্বৰৰ স্মৃতি ৰক্ষাৰ্থে দুটা সোণৰ পদক ঘোষণা কৰিলে। এটা এণ্ট্ৰেন্স্ পৰীক্ষাত প্ৰথম হোৱা ছাত্ৰৰ কাৰণে, আনটো দশম শ্ৰেণীৰ ছাত্ৰৰ মাজত পতা ৰচনা প্ৰতিযোগিতাত প্ৰথম হোৱা জনৰ বাবে। ইয়াৰপৰাই কমলদেৱ প্ৰভুৰ দত্তদেৱ গোসাঁই ঈশ্বৰৰ প্ৰতি কেনে গভীৰ হিয়াভৰা ভক্তি আছিল অনুমান কৰিব পাৰি।

সত্ৰৰ চলা-জনা অধিকাৰৰ অস্থি নিক্ষেপ কৰিবলৈ অধিকাৰ স্বয়ং প্ৰায়ে নাযায়, এই কাম কেতিয়াবা ডেকাজনে আৰু কেতিয়াবা সত্ৰৰ মুখ্য ভকত কেইজনমানে কৰাৰ নিয়ম চলি আহিছিল। কমলদেৱ প্ৰভুৱে এই কামটোকো আনলৈ নথৈ আৰু পলম নকৰাকৈ নিজেই গঙ্গা-যাত্ৰা কৰিবলৈ ওলাল। ইয়াৰ কাৰণে দুজন লোকক ঢাকালৈ পঠিয়াই এখন পিনিচ ( আহল বহল নৌকা যান ) জাহাজ দৈনিক দুশ টকাত ভেৰোনীয়াকৈ অনালে। সেই পিনিচ জাহাজেৰে, ৩।৪ খন মাত্ৰ বৃহৎ নৌকা লগত লৈ, দত্তদেৱ প্ৰভুৰ অস্থি লৈ ভাটীলৈ যাত্ৰা কৰিলে ১৮২৭ শকৰ বিজয়া দশমীৰ দিনা। এই যাত্ৰাত প্ৰায় ডেৰশ জনমান ভকত প্ৰভুৰ অনুগামী হৈছিল। ডেকাজন লগত যাবলৈ ইচ্ছা নকৰাত তেওঁৰ ওপৰত সত্ৰৰ ভাৰ দি পণ্ডিত এজনক ডেকাজনাৰ সংস্কৃত পঢ়া-শুনা আৰু আন শিক্ষাৰ দায়িত্বত ৰাখি থৈ গ'ল। বাটত যাওঁতে গমিৰি, বিহালী, বিশ্বনাথ, ঘিলাধাৰী, শিলঘাট, তেজপুৰ, কাজলীমুখ, আদি ঠাইত বৈ শিষ্যসকলৰ লগত অধিকাৰ হিচাবে প্ৰথম স্নেহ-সংযোগ স্থাপন কৰিলে। এই-দৰে ভটীয়াই গৈ গুৱাহাটীৰ ওচৰৰ কুকুৰাৰ বালিত ৰ'লগৈ। ইয়াতে গুৱাহাটীৰ উত্তৰপৰীয়া আৰু দক্ষিণপৰীয়াৰ মাজত প্ৰভুক কোন পাৰে ৰাখিব এই লৈ টনা আজোৰা লাগিল। শ্ৰীকৃষ্ণই অৰ্জ্জুন আৰু দুৰ্য্যোধনৰ প্ৰাৰ্থনা যেনেকৈ চতুৰ বুদ্ধিৰে সমাধান কৰিছিল সেইদৰে কমলদেৱ প্ৰভুৱেও যুক্তি দৰ্শালে এই

বুলি, "যিহেতু অশ্বক্লান্তৰ লোকসকলে প্ৰথমেই থাকিবলৈ অনুৰোধ কৰিলে উত্তৰ গুৱাহাটীতে প্ৰথমে কেইদওমান থাকি দক্ষিণ পাৰলৈ যোৱা উচিত। কিয়নো আমনি সত্ৰত মহাপ্ৰভু আছে। সেই মহাপ্ৰভুক সেৱা কৰা আমাৰ একান্ত কৰ্ত্তব্য।" এই নিবন্ধমতে অশ্বক্লান্ত বাহৰত কেইদওমান থাকি প্ৰভু সদলবলে গৈ দক্ষিণ গুৱাহাটীৰ বালিৰ বাহৰত থাকিল। ঠিক সেই সময়তে লেফ্‌টেনেণ্ট গৱৰ্ণৰ গুৱাহাটীলৈ আহি ব্ৰহ্মপুত্ৰতে সোনামুখী জাহাজত আছিল। প্ৰভু অহা গম পাই লাট বাহাদুৰে এজন মানুহৰ হাতত সম্ভাষণ পত্ৰ পঠাই দিলে। সেই পত্ৰ পাই প্ৰভুৱে নাৱেৰে গৈ দুৱলীয়া লাটজনক জাহাজতে দেখা কৰেহি। লগত আছিল ৺মাণিক চন্দ্ৰ বৰুৱা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, কৃষ্ণচন্দ্ৰ চৌধুৰী আৰু ভিবিৰাম বৰুৱা। দুৱলীয়া লাটে প্ৰভুক সমুচিত মৰ্য্যাদাৰে সম্বৰ্ধনা কৰে। কথা বতৰাৰ মাজত প্ৰভুৱে ভাটীলৈ যাত্ৰা কৰাৰ কথা জানিবলৈ পাই লাটে বৰ সন্তোষ পালে আৰু বাটত যাতে কোনো অসুবিধা নহয় তাৰ বাবে এখন পত্ৰ দিলে আৰু লগত সাতজন সশস্ত্ৰ চিপাহী দিলে।

গোসাঁয়ে পিনিচত মহাসমাৰোহেৰে যাত্ৰা কৰিলে। লগত বিউগোল বাজনাও আছিল। পুৱা গধূলি ভকতসকল একেঠাই হবলৈ গোসাঁয়ে বিউগোল বজোৱাৰ নিৰ্দ্দেশ দিছিল। জাহাজ গৈ বৰিশাল পাওঁতে এটা ৰহইচ্‌ লগা বিভ্ৰাট হৈছিল। তাতে এদিন বিউগোল বজাওঁতে ইংৰাজ ছাউনীত থকা চিপাহী-বিলাকে শুনি কিবা গোলমালৰ সম্ভাৱনা হৈছে বুলি ভাবি সমদলেৰে বিউগোল বজোৱা পিনে দৌৰি আহিল। জাহাজ ৰখাই কেপ্তেইনজনে যেতিয়া গোসাঁইৰ পৰিচয় পালে তেতিয়াহে জাহাজ চলাবলৈ দিলে আৰু তেনেকৈ বিউগোল বজোৱা যে নিয়ম নহয় তাক বুজাই দি আগলৈ তেনেকৈ বিউগুল নবজাবলৈ অনুৰোধ কৰিলে। পিনিচ গৈ কালীঘাট পালেগৈ, কিন্তু তাত হাইজা লাগি থকা বাতৰি পাই প্ৰভু তাত নাথাকি নৈহাটী পালেগৈ। নৈহাটীৰ গঙ্গাত প্ৰভু দত্তদেৱৰ অস্থি নিক্ষেপ কৰোঁতে কমলদেৱ প্ৰভুৰ দুচকুৰেদি সৰ্‌সৰ্‌ কৰে চকুলো বৈছিল। নৈহাটীত অস্থি নিক্ষেপৰ যাবতীয় শাস্ত্ৰীয় কৰ্ম্ম সমাধা কৰি প্ৰভু শান্তিপুৰলৈ গ'ল। শান্তিপুৰৰ মানুহবিলাকে প্ৰভুৰ ৰূপ-গুণৰ মহিমা দেখি মৰম আৰু শ্ৰদ্ধাত দ্বিতীয় গৌৰাঙ্গ আখ্যা দি পৰি পৰি সেৱা কৰিছিল। তাত থাকোঁতেই প্ৰসিদ্ধ যাত্ৰাদলৰ ওজা মতিলাল ৰায়ে আহি সাষ্টাঙ্গে প্ৰণাম কৰি প্ৰভুক এখন যাত্ৰা কৰি দেখুওৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। প্ৰভুৰ অনুমতি পাই 'গুৰুদক্ষিণা' নাটকৰ যাত্ৰাভিনয় কৰি দেখুৱালে। তেওঁলোকৰ সুন্দৰ

অভিনয় দেখি প্ৰভুৱে বৰ আনন্দ পালে আৰু গায়ক আৰু অভিনেতাসকলক পাটৰ আৰু মুগাৰ বস্ত্ৰ উপহাৰ দিলে।

গুৱাহাটীলৈ উভতি আহি প্ৰভুৱে নিজাকৈ এখন জাহাজ কিনিলে। কিন্তু সেই জাহাজখনৰ যন্ত্ৰপাতি জটিল আছিল আৰু সেই নিমিত্তে চালক সকলে চলোৱাত অসুবিধা পাইছিল। গতিকে সেই জাহাজখন কলিকতাত থকা অসমীয়া সদাগৰ ৺ভোলানাথ বৰুৱাৰ যোগেদি বিক্ৰয় কৰিলে। সেই টকাৰে সত্ৰৰ কাৰণে এটা ডাঙৰ তামীঘৰা আৰু সত্ৰৰ ভকতহাটীৰ কাৰণে সৰহীয়াকৈ কিছু টিনপাত কিনিলে। তথাপি কিছু টকা ক্ষতিগ্ৰস্ত হ'ব লগা হৈছিল। প্ৰভু গুৱাহাটীতে কিছুদিন আছিল। সেই সময়ত মহামতি গোখলে অসমলৈ আহিছিল। কমলদেৱ গোসাঁই গুৱাহাটীত থকা বুলি শুনি গোখলে মহোদয়ে দেখা কৰিলে। লগত সেই সময়ৰ গুৱাহাটীৰ প্ৰমুখ নাগৰিক কালীচৰণ সেন, মহেন্দ্ৰমোহন লাহিড়ী প্ৰভৃতি কেইবাজনো লোক আছিল। গোখলে মহোদয়ে বহুত সময় কথাবতৰা হৈ অসমৰ ধৰ্ম্ম আৰু সমাজ সম্বন্ধে ভালেখিনি কথা সুধি লৈছিল। বাহিৰত আহি তেওঁ গোসাঁই ঈশ্বৰৰ বিত্তৰ প্ৰশংসা কৰিছিল। সত্ৰলৈ উভতি আহোঁতে প্ৰভু বহাৰ বাহৰত কিছুদিন আছিল। তাত থাকোঁতেই দত্তদেৱ গোসাঁই ঈশ্বৰৰ তিথিৰ সময় পৰিল আৰু সত্ৰলৈ যাবলৈ চিন্তা কৰিলে।

এনেতে সত্ৰৰপৰা ডেকাজনা অধিকাৰ শ্ৰীলীলাকান্ত প্ৰভুৰ এখন চমকপ্ৰদ চিঠি আহিল। সেই চিঠিত ডেকাজনাই দত্তদেৱ প্ৰভুৰ শ্ৰাদ্ধ কৰিবলৈ অধিকাৰলৈ টকা খুঁজি পঠিয়াইছিল। চিঠি পাই অধিকাৰ গোসাঁই আচৰিত হ'ল, কাৰণ চলাজনা অধিকাৰৰ পিণ্ড-দান কৰাৰ কাম অধিকাৰৰহে, ডেকাজনাৰ নহয়। সেইকথা বুজাই ডেকাজনালৈ গোসাঁয়ে এখন চিঠি দিলে। পাছে সেই বুজনি দিয়া চিঠিৰ ফল হিতে বিপৰীতহে হল। শ্ৰীলীলাকান্ত ডেকা প্ৰভুৱে ভকতসকলৰ কিছুমানক এফলীয়া কৰি বা কিছুমান ভকতৰ প্ৰৰোচনা অনুসৰি সত্ৰত এখন সভা পাতিলে। তাত সকলোৱে যোগ নিদিলে, কিছুমান ভকতেহে যোগ দিলে। এই সভাতে চিঠিৰ মৰ্ম্মৰ বিপক্ষে যুক্তি দৰ্শাই এখন পত্ৰ যুগুত কৰি তাক অসমৰ লাটবাহাদুৰলৈ পঠিয়ালে। লাটবাহাদুৰে সেই চিঠি পাই শ্ৰীশ্ৰীকমলদেৱ গোসাঁইলৈ পঠাই দিলে আৰু অতি শীঘ্ৰে সত্ৰলৈ উভতি যাবলৈ পৰামৰ্শ দি এখন ব্যক্তিগত চিঠিও লগতে পঠালে। গোসাঁই প্ৰভু [illegible]কৈ আহি সত্ৰ পালেহি। সত্ৰ পাই গোসাঁয়ে লাটচাহাবলৈ লিখা চিঠিখন যুগুত

কুৰ্য্যাত কোন কোন আছিল তাৰ বিচাৰ কৰিলে আৰু তিনিজন প্ৰধান ভকতৰ গাত দোষ পাই ছুশ টকাকৈ দণ্ড কৰিলে। ভকত বুলিও এই তিনিজন উলা-মুলা নাছিল, সত্ৰৰ প্ৰধান ভকতৰে কেইজনমান। আদায় কৰা দণ্ডৰ টকাৰে অধিকাৰে সকলো ভকতক লুচি-পুৰিৰে ভুন্দনা খুৱালে। ভবিষ্যতে যাতে এনে ধৰণৰ গুপুত আঁহ-ফলা কাম চলিব নোৱাৰে তাৰ সতৰ্কতা হিচাবে ডেকা অধিকাৰৰ পূজাৰ সময় ব্যতিৰেকে আন সময়ত ভকতসকলৰ অহা-যোৱা বন্ধ কৰি দিলে। সত্ৰত ভকতসকলৰ মতি-গতি অলপ ভাল হোৱা যেন দেখি প্ৰভু চহৰ ফুৰিবলৈ গোলাঘাটৰ ফালে গ'ল।

অধিকাৰ চহৰ ফুৰিবলৈ যোৱাৰ পাছত নিতাল মাৰি থকা ভকতসকলৰ মাজত আকৌ গোপন গুঞ্জন চলিবলৈ ধৰিলে। সত্ৰৰ এদল ভকতৰ মন কিয় বিহ্বল দেখাত তাৰ একো কাৰণ বিচাৰি পোৱা নাযায়, কিন্তু পূৰ্ব্বাপৰ ভাবি চালে অনুমান কৰিব পাৰি। ডেকাজনা প্ৰভুৰ অসন্তোষৰ কাৰণ খেপিয়াই বেছি দূৰলৈ যাব নালাগে। লীলাকান্ত গোসাঁই নিচেই ল'ৰাকালতে সত্ৰলৈ আহিছিল আৰু দদায়েক উৰুক্ৰম গোসাঁইৰ লগত আছিল। সত্ৰত থকাসকলে ভাবিছিল যে উৰুক্ৰম গোসাঁইৰ পাছত লীলাকান্ত গোসাঁই ডেকা অধিকাৰ হ'ব। কিন্তু উৰুক্ৰম গোসাঁইৰ হঠাতে পৰলোক হোৱাত সত্ৰ ডেকাশূন্য হ'ল। দত্তদেৱ গোসাঁই ঈশ্বৰে ইতিপূৰ্ব্বে দক্ষিণপাটৰ কমলদেৱ গোসাঁইক অনাত লীলাকান্ত গোসাঁইৰ পিতৃদেৱ বৰ মাহৰাৰ শিৱকান্ত গোসাঁইৰ আশা ভঙ্গ হ'ল আৰু সত্ৰৰপৰা পুতেকক ঘৰলৈ লৈ গ'ল। পাছত উপনয়নৰ কাল হোৱাত সেই অৰ্থে সত্ৰলৈ আকৌ লৈ আহিছিল। দত্তদেৱ গোস্বামী প্ৰভুৱে ল'ৰাটিক কমলদেৱ গোস্বামীক গতাই থৈ যাবলৈ কৈছিল। কিন্তু সত্ৰৰে আন কিছুমানৰ প্ৰবোচনাত শিৱকান্ত গোসাঁয়ে ল'ৰাটি সেইমতে নথৈ আকৌ লৈ গুচি গ'ল। ঘৰত নি পিতাকে নিজেই উপনয়ন দিলেগৈ। ১৮২০ শকত উৰুক্ৰমদেৱৰ আকস্মিক পৰলোক হোৱাত ডেকা অধিকাৰ কাক পতা হ'ব সেই লৈ আলোচনা হওঁতে সত্ৰৰ কিছুমানে দত্তদেৱ গোসাঁইৰ পৰি-নাতি লীলাকান্ত গোসাঁইৰ নাম প্ৰস্তাৱ কৰিলে। আনবিলাকে সত্ৰত গোবিন্দপুৰীয়া হৈ থকা কমলদেৱ গোসাঁইৰ হৈ মাত মাতিলে। এই বিষয়ে সত্ৰত ভকতসকলৰ মত বিভক্ত হোৱাত দত্তদেৱ গোসাঁয়ে শিৱসাগৰৰ ৺কৃষ্ণপ্ৰাণ চাংকাকতি আদি বিশিষ্ট শিষ্য কেইজনমানক মতাই আনি তেওঁবিলাকৰো পৰামৰ্শ ল'লে. তেওঁবিলাকেও গোবিন্দপুৰীয়া এজন থাকোঁতে আন এজনক ডেকা পদ দিয়াৰ

নিয়ম নাই যেতিয়া কমলদেৱ গোসাঁয়েই ডেকা পদ পোৱা উচিত বুলি মত প্ৰকাশ কৰিলে। এই সময়তে লীলাকান্ত গোসাঁইকো পিতৃদেৱকে সত্ৰত থৈ গ'লহি। কিন্তু বহুদিনলৈকে তেওঁক গোবিন্দপুৰীয়া নিৰ্ম্মালি দিয়া হোৱা নাছিল। প্ৰয়াণৰ দহদিনমান আগতহে দত্তদেৱ প্ৰভুৱে তেওঁক গোবিন্দপুৰীয়া নিৰ্ম্মালি দিছিল। এইবোৰ কাৰণত লীলাকান্ত গোসাঁইৰ মনৰ ঘোপত অসন্তোষ লুকাই আছিল আৰু সেই কাৰণেই অধিকাৰৰ প্ৰতি যিমান শ্ৰদ্ধাশীল আৰু অনুগত হ'ব লাগিছিল সিমান হ'ব পৰা নাছিল। এই সুযোগকে লৈ কিছুমান ভকতে অভিসন্ধিমূলক কাৰ্য্যত লেটি লৈছিল। সংসাৰৰ বেছি আও-ভাও নুবুজা আৰু স্বভাৱতে সৰল প্ৰকৃতিৰ লীলাকান্ত গোসাঁয়ো তাতে ভোল গ'ল।

ভকত এচামৰ যে এনে মতি গতি হ'ল তাৰ গুৰিতে তিনিটা কাৰণ।

(১) নিৰঞ্জনদেৱৰ বংশ ছেদ হোৱাত আৰু সেই বাবে পহুমৰা সত্ৰত গোসাঁই ল'ৰা নথকাত কুশদেৱ গোসাঁয়ে বৰ মাহৰা সত্ৰৰপৰা ডেকা অনাৰ সূত্ৰপাত কৰিলে। সেই সত্ৰৰপৰাই ক্ৰমান্বয়ে পাঁচজন গোসাঁই ল'ৰাক ডেকা স্বৰূপে সত্ৰলৈ অনা হৈছিল। তাৰ ভিতৰত দত্তদেৱ গোসাঁইৰ বাহিৰে চাৰিজনৰ ডেকা অৱস্থাতে বা অধিকাৰ হবলৈ নৌ পাওঁতেই লোকান্তৰ ঘটে। হ'লেও সত্ৰস্থ লোকৰ মনত আউনীআটীৰ সৰু সত্ৰ পহুমৰাৰ স্থান মাহৰা সত্ৰই লোৱাৰ নিচিনা হৈছিল। গতিকে দক্ষিণপাট সত্ৰৰপৰা ডেকা এজন আহি মাজতে অধিকাৰ হোৱাষাৰ মাহৰা সত্ৰৰ গোসাঁইসকলে আৰু তেওঁলোকৰ ফলীয়া ভকতবিলাকে বিষম কথা যেন পাইছিল আৰু পেটে পেটে কুষাৰি পুহি ৰাখিছিল। কমলদেৱ গোসাঁইকো অকপট চিত্তে গৰাকী বুলি গ্ৰহণ কৰিবলৈ টান পাইছিল, নোৱাৰাতহে কৰিছিল।

(২) কুশদেৱ গোসাঁইৰ দিনত মাজুলীৰ মূল সত্ৰ ভকত বৈষ্ণৱৰ তত্ত্বাবধানতেই প্ৰায় চলি আছিল। কুশদেৱ গোসাঁই ফুৰি থাকি ভাল পোৱা বিধৰ লোক আছিল। তাতে মানৰ উপদ্ৰৱৰ সময়ত সত্ৰৰপৰা আঁতৰি বনে অৰণ্যে নিজকে সৰুৱাই গা ঢাকি ফুৰিবলগীয়া হৈছিল। শেহৰ ফালে এইজনা গোসাঁই গুৱাহাটীতে থাকিল আৰু তাতেই দেহৰক্ষাও কৰিলে। কুশদেৱ গোসাঁই যদিও দৃঢ় অনুশাসক আছিল তথাপি সত্ৰত সৰহখিনি কাল অনুপস্থিত থকা হেতুকে ভকত বৈষ্ণৱে সত্ৰ পৰিচালনাৰ কামত বহু পৰিমাণে স্বাধীনতা ভোগ কৰিবলৈ সুযোগ পাইছিল। দত্তদেৱ গোসাঁই মৃদু শাসক আছিল। সকলো কাম ভকত বৈষ্ণৱ আৰু বিশিষ্ট শিষ্যসকলৰ পৰামৰ্শ লৈহে কৰিছিল।

কমলদেৱ গোসাঁইৰ প্ৰকৃতি কিছুমান কথাত দত্তদেৱ গোসাঁইৰ বিপৰীত আছিল। চৰিতকাৰসকলে তেওঁলোকৰ প্ৰিয় ৰূপকটোৰ প্ৰয়োগ এই স্থলতো কৰি গৈছে। শান্তৰশ্মি দত্তদেৱ অস্ত যোৱাত তীক্ষ্ণৰশ্মি কমলদেৱ সূৰ্য্যৰ উদয় হ'ল। কমলদেৱ গোসাঁই তেজস্বী আৰু স্বাভিমানী থকাৰ উপৰিও অনুশাসক-ৰূপেও শিথিলতাৰ কাষকো নাচাপিছিল। নিজে যিটো ভাল বুলি ভাবিছিল অথবা যি কাম কৰিবলৈ মন মেলিছিল তাক আনে বাধা দিবলৈ সাহ নকৰিছিল বা কৰিলেও ফল নধৰিছিল। গতিকে তেওঁৰ দিনত মানভগীয়া বা মুখ্য ভকতসকলৰ আগৰ সমান কিবা কৰো বুলিলে কৰিবপৰা সুবিধা কমি গ'ল। ডেকাপদ পোৱাৰ এবছৰ পাছতে কমলদেৱ গোসাঁইক উজনি দিহিঙৰ ফালে অধিকাৰে বাহৰলৈ পঠিয়াছিল। দিহিঙৰ বাহৰত থাকোঁতে মিনাৰাম বৰা নামৰ সত্ৰৰ চহৰীয়া কাৰ্য্যবাহ এজনে তোলা ধন আৰু বয়বস্তু সত্ৰত সম্পূৰ্ণ জমা নিদি আত্মসাঁৎ কৰা যেন পাই প্ৰভুৱে হিচাবপত্ৰ খোজাত সেই মানুহজনে হিচাব দিয়ক চাবি উদ্ধত ব্যৱহাৰহে কৰিছিল। এই কথাৰপৰাই সত্ৰৰ বাব খাওঁতাসকলৰ পুঞ্জীভূত ৰোষৰ এটা বিশেষ কাৰণ অনুমান কৰিব পাৰি। তাতে দৈনিক ত্ৰিশ টকা হাৰে পিনিচ জাহাজ ভাড়া কৰাৰ উপৰিও গুৱাহাটীত আহি এখন জাহাজ কিনা আৰু তাকো লোকচান ভৰি বেচা আদি খবৰবোৰে সত্ৰৰ ধনভঁৰালৰ ভবিষ্যতৰ কথা ভাবি ভকত বৈষ্ণৱসকল উদ্বিগ্ন হৈছিল। পূৰ্ব্বতে অধিকাৰসকলে সত্ৰৰ অৰ্থে বৃহৎ ব্যয় কৰিব লগা হলে ভকতসকলক সুধি তেওঁবিলাকৰ অনুমোদন লৈহে কৰিছিল, আজিও তেনে কৰে। কিন্তু কমলদেৱ প্ৰভুৱে সোধা মেলা কৰাৰ প্ৰয়োজন বোধ নকৰি সত্ৰৰ সজ নীতি এটা উলঙ্ঘা কৰিছিল। এইবোৰ কথাকে কোৱা-বখনা কৰি মুখ্য বৈষ্ণৱসকলে বাকীবোৰৰো মন বিহৰাইছিল।

(৩) এই সকলোবোৰ কথা গোট খাই এচাম ভকতৰ মন বিদ্ৰোহী হৈ উঠিছিল। লীলাকান্ত গোসাঁইক অৱলম্বন কৰি সেই বিদ্ৰোহৰ বিহ মেটেকাই শিপা মেলিবলৈ ধৰিলে। তাতে তিনিজন ভকতক ত্ৰিশ টকাকৈ দণ্ড কৰাত দণ্ডিত ভকত কেইজন মনে মনে উগ্ৰ হৈ উঠিল আৰু তেওঁবিলাকৰ নেতৃত্বতে অধিকাৰক নমনা আৰু ডেকাজনকে অধিকাৰ বুলি মানি লোৱাৰ অসজ প্ৰচেষ্টা প্ৰকট হৈ উঠিল। শেহত তাকে লৈ বহুত অপ্ৰীতিকৰ ঘটনা আৰু মামলা মকৰ্দ্দমাই সত্ৰ অশান্ত কৰি পেলাইছিল।

লীলাকান্ত গোসাঁয়ে লগৰীয়া ভকতসকলে সৈতে বায়ু পৰিবৰ্ত্তনৰ ছলেৰে

সত্ৰৰপৰা ওলাই গৈ বৰঘোপত আছিলগৈ। লাহে লাহে লগৰ ভকতবিলাকে সেইখনকে আচল আউনীআটী বুলি প্ৰচাৰ কৰিবলৈ ধৰিলে। এই কথা কমলদেৱ প্ৰভুৰ কাণত পৰাত সত্ৰৰপৰা আপোন ইচ্ছাতে ওলাই যোৱাত লীলাকান্ত গোসাঁইক ডেকাপদৰপৰা অৱসৰ দিয়া হ'ল বুলি ঘোষণা কৰিলে। অবিলম্বে কুৰুৱাবাহী সত্ৰৰ হেমকান্ত নামৰ ল'ৰা এজনক আনি ১৮৩০ শকত গোবিন্দপুৰীয়া পাতি অলপ দিন পাছতে ডেকা অধিকাৰৰ বাবো দিলে। ইপিনে অধিকাৰৰ বিনা অনুমতিত সত্ৰৰ বয়-বস্তু লৈ যোৱা বুলি আপত্তি দৰ্শাই কমলদেৱ প্ৰভুৱে লীলাকান্ত গোসাঁইৰ ওপৰত মকৰ্দ্দমা তৰিলে। এই মকৰ্দ্দমাত ডিগ্ৰী পোৱা সম্পত্তি লীলাকান্ত গোসাঁই ডিব্ৰুগড়ৰ ফালে চহৰ ফুৰিবলৈ যাওঁতে পুলিচৰ সহায়ত কোৰোক কৰাই লৈ আহিল। এই সমুদায় বস্তু সত্ৰলৈ লৈ আহি নতুনকৈ হোৱা ডেকা অধিকাৰ হেমকান্ত গোসাঁইক চমজাই দিলে। ১৮৩১ শকত সত্ৰত জুই লাগি কিছুমান ঘৰ পুৰি গ'লত প্ৰভুৱে সেই সকলো ঘৰ পুনৰ নিৰ্ম্মাণ কৰায়, এই সময়তে চাৰ লেনচ্ হেয়াৰ ককিলামুখলৈ আহিছিল। তাতে কমলদেৱ গোসাঁইৰ লগত সাক্ষাৎ হয়।

নতুনকৈ পতা ডেকাজনক লগত লৈ প্ৰভু চহৰ ফুৰিবলৈ গ'ল। এই ডেকাজন শান্ত স্বভাৱ আৰু সুবিবেচনাৰ লোক আছিল। চহৰত ফুৰোঁতে এদিন তেওঁ অধিকাৰ প্ৰভুক ক'লে বোলে যদি ভগাজনা ডেকা অধিকাৰ সত্ৰলৈ উভতি আহে, তেনেহলে তেওঁ নিজে গোবিন্দপুৰীয়া হৈ থাকিব, যেনে তেনে শান্তি প্ৰৱৰ্ত্তিব লাগে। প্ৰভুৱে এই কথা শুনি বৰ সন্তোষ পালে আৰু শান্তি প্ৰৱৰ্ত্তাবৰ মনেৰে লীলাকান্ত গোসাঁইক লগ ধৰিবলৈ চেষ্টা কৰিলে। লীলাকান্ত গোসাঁইও সেই সময়ত নিজৰ সুবিধা ঠাই বুজি চহৰ ফুৰি ফুৰিছিল। কমলদেৱ প্ৰভুৱে তেওঁৰ নাওঁৰ পাছে পাছে নিজেও নাৱেৰে যাবলৈ ধৰিলে। ডেকাজনাৰ নাও যেনিয়ে যায় তেনিয়ে প্ৰভুৰো নাও দ্ৰুত গতিৰে আগ বাঢ়ে। লীলাকান্ত গোসাঁইক ধৰিবলৈহে এই অভিযান বুলি ভাবি সিপক্ষই প্ৰমাদ গণিলে। আৰু শেহান্তত উপায় নাপাই ডেকাজনাক কোনোবা গুপ্তস্থানত লুকুৱাই থ'লে। এইদৰে গৈ কমলদেৱ গোসাঁই ডিব্ৰুগড় চহৰ পালেগৈ। ডিব্ৰুগড় চহৰত থাকোতেই নতুনকৈ কিনা জাহাজ এখন ডিব্ৰু নদীত বুৰিল। বীমা কৰা আছিল বাবে দহ হাজাৰ টকা বীমা কোম্পানীৰপৰা পালে আৰু তাৰে এখন মটৰ লাঞ্চ্ অনাই ললে। সেই সময়তে নতুন জনা ডেকা

হেমকান্ত গোসাঁইক সত্ৰীয়া কাৰ্য্য সম্পাদনাৰ অৰ্থে সত্ৰলৈ পঠাই দিলে। সত্ৰলৈ আহিয়েই অসুস্থ হৈ পৰি ১৮৩৩ শকৰ আহিন মাহত হেমকান্ত গোসাঁইৰ অকালতে পৰলোক ঘটে।

এইজন দিব্য সম্ভাৱনা থকা ডেকা অধিকাৰৰ মৃত্যুৱেও শ্ৰীশ্ৰীকমলদেৱ গোস্বামীক বিশেষ দুঃখিত কৰিলে। তেওঁৰ মৃত্যুৰ পাছত, লীলাকান্ত গোসাঁইক ডেকা-পদৰপৰা অব্যাহতি দিয়াত কমলদেৱ প্ৰভুৰ কিঞ্চিৎ অনুশোচনাও হ'ল। মৃত্যুৰ আগতে হেমকান্ত ডেকা গোসাঁইয়ে শান্তিৰ অৰ্থে নিজে গোবিন্দপুৰীয়া হৈ থাকিব খোজাৰ আত্মত্যাগৰ প্ৰস্তাৱে অধিকাৰ প্ৰভুক অভিভূত কৰি পেলালে। তেওঁ লীলাকান্ত গোসাঁইক আকৌ ডেকাস্বৰূপে গ্ৰহণ কৰি সকলো বিবাদ-মালিন্যৰ অৱসান ঘটোৱাৰ প্ৰস্তাব দি যোৰহাটৰ জিলাধিপতিলৈ চিঠি দিলে। মহকুমাধিপতিয়ে সেই চিঠিৰ কথা লীলাকান্ত গোসাঁইক জনাই এনে অপ্ৰীতিকৰ অৱস্থাৰ অৱসান ঘটাবলৈ পৰামৰ্শ দিলে। লীলাকান্ত গোসাঁয়ে যোৰহাটৰ বিষ্ণুৰাম তহচিলদাৰৰ লগত পৰামৰ্শ কৰিলে। তহচিলদাৰ ডাঙৰীয়াইও যোৱা ভাল বুলি বুজনি দিয়াত ১৮৩৩ শকৰ আঘোন মাহৰ ২০ দিন যোৱাত শিৱসাগৰৰ উপায়ুক্ত, ৰায়বাহাদুৰ বিষ্ণুৰাম তহচিলদাৰ আৰু তেওঁৰ জ্যেষ্ঠপুত্ৰ শিৱপ্ৰসাদ বৰুৱাৰে সৈতে লীলাকান্ত গোসাঁই সত্ৰলৈ আহিল। কমলদেৱ প্ৰভুৰ আগ্ৰহ, লীলাকান্ত গোসাঁইৰ উপায়ান্তৰহীনতা আৰু ৰায়বাহাদুৰ বিষ্ণুৰাম তহচিলদাৰ, গঙ্গাগোবিন্দ ফুকন, সোমেশ্বৰ শৰ্ম্মা, পৰশুৰাম খাওন্দ প্ৰভৃতিৰ চেষ্টাত দুইজনা প্ৰভুৰ পুণৰ্মিলন সংঘটিত হ'ল। ফটা বাঁহ আকৌ যিমানখিনি যোৰা লাগিব পাৰে যোৰা লাগিল।

১৮৩৪ শকৰ আঘোন মাহত ভাৰত-সম্ৰাট পঞ্চম জৰ্জ্জৰ অভিষেক উৎসৱৰ উপলক্ষ্যে শিৱসাগৰত দৰবাৰ হৈছিল। সেই দৰবাৰলৈ অসমৰ প্ৰধান চাৰিসত্ৰৰ উপৰিও কেইজনমান বিশিষ্ট সত্ৰীয়াক আমন্ত্ৰণ জনাইছিল। পূৰ্ব্বৰে পৰা ৰাজসভাত চাৰিসত্ৰীয়াই আউনীআটী, দক্ষিণপাট, গড়মুৰ আৰু কুৰুৱাবাহী এই অনুক্ৰমে স্বৰ্গদেউসকলক নিৰ্ম্মালি আশীস দিছিল। বহাৰ ব্যৱস্থাও তদ্ৰূপ আছিল। এই দৰবাৰত দিহিঙৰ গোসাঁইকো চাৰিসত্ৰীয়াৰ সমানে আসন দিছিল। দক্ষিণপাটৰ জনা বয়োবৃদ্ধ আৰু আউনীআটীৰ জনা সম্বন্ধতো কনিষ্ঠ বাবে সেইজনাকে প্ৰথম আসন দিয়াৰ চেষ্টা চলিছিল। উপায়ুক্ত প্লেফেয়াৰ চাহাবেও কাৰো কাৰো কথাত পৰিয়ন গৈ এই ব্যৱস্থাকে সমৰ্থন কৰিছিল। পাছে কমলদেৱ প্ৰভুৱে পূৰ্ব্বপ্ৰথা-বিৰোধি এনে নতুন ব্যৱস্থাত

সৈমান হৈ আউনীআটীৰ স্থান-মৰ্য্যাদা হ্ৰাস কৰিবলৈ অমান্তি হ'ল। দক্ষিণপাটৰ অধিকাৰ সম্বন্ধত জ্যেষ্ঠজন হলেও নিজে ভাৰ লোৱা সত্ৰৰ মৰ্য্যাদা ক্ষুণ্ণ কৰা ব্যৱস্থাতো মত দিয়াটো কৰ্ত্তব্য-বিচ্যুতি বুলি কমলদেৱ প্ৰভুৱে গণ্য কৰিলে। প্ৰভুৰ আপত্তিৰ কথা প্লেফেয়াৰ চাহাবে ওপৰৱালা চাহাব কমিছনাৰ গৰ্ডন চাহাবক জনালে। গৰ্ডন চাহাবে তৎক্ষণাৎ তাঁৰযোগে প্লেফেয়াৰ চাহাবক নতুন ব্যৱস্থা ৰদ কৰি আউনীআটীয় অধিকাৰক যথাপূৰ্ব্ব আসন দিবলৈ আদেশ পঠিয়ালে।

এই উৎসৱত আউনীআটীয় বৈষ্ণৱসকলে গুৰুদক্ষিণা নাটৰ গীতাভিনয় কৰি ৰাইজৰ আনন্দ বিধান কৰিছিল। দৰবাৰৰপৰা প্ৰভু সত্ৰলৈ উলটি অহাৰ পাছতে মুখ্য কমিছনাৰ চাৰ আৰ্কডল আৰ্ল চাহাব সত্ৰলৈ আহি প্ৰভুক অভিবাদন কৰি গ'ল। ১৮৩৪ শকত মাঘত গড়মূৰীয় সত্ৰৰ শ্ৰীশ্ৰীপীতাম্বৰ গোস্বামীক অধিকাৰৰ নিৰ্ম্মালি দি বৃন্দাবনলৈ তীৰ্থ-মানসেৰে যাবলৈ ওলাই প্ৰভু কমলদেৱ গুৱাহাটী পালেগৈ। সত্ৰৰ ভাৰ ডেকা গোস্বামীৰ হাততে অৰ্পণ কৰি প্ৰভু এই যাত্ৰাত ওলাইছিল। পাছে গুৱাহাটী পাই প্ৰথম বিশ্ব-যুদ্ধৰ আপদীয়া দেশস্থিতিৰ কাৰণে সেই যাত্ৰা হোঁহোকাই ৰাখি পূৰ্ব্বৰ দত্তদেৱ প্ৰভুৰ ইচ্ছাৰ কথা সুঁৱৰি ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে অশ্বক্লান্তত এখনি শাখা সত্ৰ স্থাপন কৰিবলৈ মন মেলিলে। প্ৰভু ঈশ্বৰে ১৮৩৭ শকত অশ্বক্লান্ত দেৱালয়ৰ ব্যৱস্থাপক সকলৰপৰা ৬০ বিঘা মাটি লীজ বন্দবস্তত ল'লে। ১৮৩৯ শকৰ আগ ভাগতে সত্ৰ-নিৰ্ম্মাণ কাৰ্য্য সমাপ্ত কৰি গুৱাহাটীৰ ভৰলুমুখৰ আমনি সত্ৰৰ পৰা গোপীনাথ মহাপ্ৰভু প্ৰভৃতি বিগ্ৰহ গুৱাহাটীৰ নতুন সত্ৰলৈ আনিলে। আমনি সত্ৰ জঁয় পৰিল, উত্তৰ গুৱাহাটীৰ সত্ৰই নদন-বদন ৰূপ পালে। এই সত্ৰৰ লগতে প্ৰভুৱে সোণত সুৱগাৰ দৰে সংস্কৃত শিক্ষাৰ প্ৰচাৰৰ কাৰণে মহামহোপধ্যায় ধীৰেশ্বৰাচাৰ্য্যক অধ্যাপক নিযুক্ত কৰি সংস্কৃত ছাত্ৰশালো এখন পাতি দিছিল। সেই সময়ৰ অসম উপত্যকাৰ কমিছনাৰ কৰ্নেল পি. আৰ. টি. গৰ্ডন চাহাবে নতুন সত্ৰ চাবলৈ আহি প্ৰভুৰ কাৰ্য্য-কুশলতা আৰু সত্ৰৰ গঢ়-গতিৰ বিস্তৰ প্ৰশংসা কৰিছিল। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যই সত্ৰ-প্ৰতিষ্ঠা উপলক্ষ্যে এখন প্ৰশস্তি ৰচনা কৰিছিল। সেই সংস্কৃত প্ৰশস্তিখন ১৮৩৯ শকৰ আহিন মাহত ডিব্ৰুগড়ৰপৰা ওলোৱা "আলোচনী" নামৰ মাহেকীয়া কাকতৰ ৫১৪ পৃষ্ঠাত প্ৰকাশিত হৈছিল।[১]

১। গোটেই প্ৰশস্তিখন তুলি দিয়া অনাৱশ্যক। প্ৰয়োজনীয় অংশহে তলত তুলি দিয়া গ'ল।

পৃথিবী জোৰা প্ৰথম বৰ-ৰণ শেষ হোৱাৰ পাছত বৃন্দাবনলৈ যাবলৈ বুলি প্ৰভুৱে আয়োজন কৰিলে আৰু নাৰেৰে গৈ কলিকতাৰপৰা বৃন্দাবনলৈকে নাৰেৰে যোৱাৰ সুবিধা নাই বুলি শুনি মহেশ্বৰ ভাগৱতীকে দত্তদেৱ প্ৰভুৰ অস্থিসহ বৃন্দাবনলৈ পঠিয়াই দিলে। মহেশ্বৰ ভাগৱতীয়ে গৈ বৃন্দাবন আৰু যমুনাত অস্থি লগালে। তাৰপৰা উভতি আহি প্ৰভু উত্তৰ গুৱাহাটী সত্ৰতে কিছুদিন থাকিল। সেই সময়তে উত্তৰ গুৱাহাটীয়া ৰাইজৰ অনুৰোধত এখন হাইস্কুলৰ কাৰণে সাজ-সৰঞ্জামে সৈতে পাঁচ হেজাৰ টকা দান কৰিলে। সেই টকাৰেই উত্তৰ গুৱাহাটীত আউনীআটী কমলদেৱ ইনষ্টিটিউছন নামৰ হাইস্কুল এখন স্থাপিত হয়।

১৮৪২ শকত কুৰুৱাবাহীৰ শ্ৰীশ্ৰীযত্নচন্দ্ৰদেৱ গোস্বামীয়ে সত্ৰাধিকাৰ নিৰ্ম্মালি ল'বৰ কাৰণে আউনীআটীয় সত্ৰাধিকাৰ জনাক আমন্ত্ৰণ জনায়। আউনীআটীয় কমলদেৱ প্ৰভু গুৱাহাটীৰপৰা উজাই সত্ৰলৈ আহোঁতে নুমলীগড় বাহৰৰপৰা সেই শকৰ বহাগত উৎসৱ-সমাৰোহেৰে কুৰুৱাবাহীলৈ গৈ শ্ৰীশ্ৰীযত্নচন্দ্ৰ গোস্বামীক সত্ৰাধিকাৰৰ নিৰ্ম্মালি দিয়ে। নিৰ্ম্মালি লোৱাৰ পাছদিনা কুৰুৱাবাহীৰ জনাই বিদায় দিবলৈ আহোঁতে নুমলীগড়ৰ বাহৰলৈ কুৰুৱাবাহীৰ অন্যান্য পৰিজনো আহিছিল। পৰিচয় আদি হৈ যোৱাৰ পাছত কমলদেৱ গোসাঁয়ে প্ৰস্তাৱ কৰে যে আমাকো সত্ৰৰ কাৰণে গোসাঁই ল'ৰা এটি লগা হৈছে। এই বুলি উপনয়ন মাথোন হৈ যোৱা কুৰুৱাবহীয়া কিশোৰ এটিলৈ আঙুলিয়াই ক'লে, "এইটিয়েই হয়নে, নাই এনে সমবয়সীয় আন এটিয়েই হয়—এটি ল'ৰা আমাক লাগে।" এই অনুৰোধ শুনি কুৰুৱাবাহীয়াজনাই ক'লে, "এই লৰাটিৰ

স্বস্তি। শ্ৰীমদ্‌গোবিন্দপদাৰবিন্দদ্বন্দ্বনিবন্দ্যমানামন্দমকৰন্দধাৰাধাৰণচতুৰচাতক··· ···দেৱৰাজদেশীয়াউনীআটীয়সত্ৰাধিকাৰিগোস্বামীগোমীশ্ৰীশ্ৰীমৎকমলদেৱঃ।

তেনৈৱ মহাত্মনা মহামাহাত্ম্যৱতা মহাভাগেন মহভাগৱতা লৌহিত্যনদাদ্দক্ষিণেন প্ৰাগ্‌জ্যোতিষসমৱস্থিতপ্ৰাক্তনমাউনীআটীয়সত্ৰমানীয়াশ্বকূটপৰ্ব্বতমূত্তৰেন সমোপত্যকায়ামুপ-লৌহিত্যোত্তৰতীৰং চিত্ৰধ্বজপতাকাবালতোড়নসমলংকৃত—শ্ৰীশ্ৰীগোবিন্দমহামন্দিৰং নানাচিত্ৰচিত্ৰায়িত নিশান্তমণ্ডপং প্ৰণৱবিলসিতং সত্ৰৱাস্তব্যবৈষ্ণৱবাসোপযোগিমহাগাৰাণ-কৰোৎ পকেষ্টকচিততাৰোদৰলঘুতৰসৰোৱৰমাৰামং ৰমণীয়কুসুমোদ্যানমপ্যমৰশিল্পকল্প-শিল্পিৰ্ভিনিৰমায়ি প্ৰলঘুনা কালেন।

ৰক্ষ্যমানশ্লোকোল্লিখিতশকাব্দীয়সৌৰতপস্যমাস্যতিমহেন সত্ৰমেতৎ প্ৰতিষ্ঠিতঞ্চেতি।

সম্প্ৰতি হি—শিখিৰসনশিখীশব্যক্তমূৰ্ত্তীন্দুশোকে
সুৰপুৰমিৱ সত্ৰং স্বৰ্ণদীশোভিনাকে।
ইদমকলুষনীৰে কল্মষধ্বংসধাৰে
সততসুখসমীৰে ভাতি লৌহিত্যতীৰে॥

সমবয়সীয়া ল'ৰা আন এটি নাই, আছে সেইটিয়েইহে। গতিকে চিন্তা কৰি চাই পাছতহে কব পৰা হ'ব।" কমলদেৱ প্ৰভুৱে সেই কথাতে মান্তি হ'ল সঁচা, পাছে এই কথাও ক'লে "বৰ্ত্তমান আমাৰ গোলাঘাট বাহৰলৈ যোৱা হ'ব। গোলাঘাট বাহৰৰপৰা এই ধনশিৰি নদীয়েদিয়ে সত্ৰ অভিমুখে ভটীওৱা হ'ব। সেই সময়ত এই ল'ৰাটি আমি লগতে লৈ যাবলৈ পাব লাগিব।" এই বুলি বিদায় লৈ প্ৰভু গোলাঘাট বাহৰলৈ গ'ল। গোলাঘাট বাহৰত থাকোঁতেই প্ৰভুৱে ভকত পঠিয়াই লৰাটি সত্ৰলৈ নিয়া সম্বন্ধে কথা বতৰা খাটাং কৰি থ'লে। শাওণৰ আগ ভাগতে প্ৰভু ধনশিৰিয়েদি পূৰ্ব্বৰ কথামতে ভটীয়াই আহে। আহোঁতে গেলাবিলৰ মহুৰামুখৰ বাহৰত থাকোঁতেই কুৰুৱাবাহী সত্ৰৰপৰা লৰাটি আনি কমলদেৱ প্ৰভুক চমজাই দি যায়হি। শাওণত ল'ৰাটি সত্ৰলৈ আহে আৰু কাতিত গোবিন্দপুৰীয়া নিৰ্মালি প্ৰদান কৰা হয়। এই ল'ৰাটিয়েই বৰ্ত্তমান আউনীআটীয় সত্ৰাধিকাৰ ভাৰতবৰেণ্য ধৰ্ম্মাচাৰ্য্য শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ গোস্বামী।

১৮৪২ শকতে কমলদেৱ প্ৰভু সত্ৰ আহি পোৱাৰ অলপ দিন পাছতে ভাৰতৰ বৰলাট লৰ্ড চেমছ্ ফৰ্ড অসমলৈ আহে। মাজুলীত থকা সত্ৰাধিকাৰ সকলক লৈ এখন দৰবাৰ সভাৰ আয়োজন কৰা হৈছিল। সেই মহতী সভা কমলাবাৰী ঘাটৰ এটা চাপৰিত এটা বিৰাট মণ্ডপত (পূৰ্ব্বে অসমীয়া সদাগৰ ৺ভোলানাথ বৰুৱাৰ যোগে অনোৱা টম্বু ঘৰটিয়েই) অনুষ্ঠিত হৈছিল। সভাত পূৰ্ব্বৰ নিয়ম অনুসাৰেই আসনৰ ব্যৱস্থা কৰা হৈছিল। শ্ৰীশ্ৰীকমলদেৱ গোস্বামীৱে কাৰুকাৰ্য্য খচিত সোণৰ চুঙাত ভৰাই স্বৰ্ণাক্ষৰেৰে লিখা এখন অভিনন্দন পত্ৰ বৰলাটক প্ৰদান কৰিছিল। বৰলাটেও বহুমান পূৰ্ব্বক সেই অভিনন্দন গ্ৰহণ কৰি প্ৰভুক Princely abbot—'ৰাজতুল্য গুৰু' বুলি সম্বোধন কৰি যথাবিহিত উত্তৰ দিছিল। বৰলাট চেমছ্ ফৰ্ডে এই সভাত দিয়া বক্তৃতা মন দি পঢ়িবলগীয়া আৰু ইংৰাজ শাসকৰ সত্ৰ সম্বন্ধে কেনে উচ্চ ধাৰণা আছিল এই বক্তৃতাৰপৰা গম পাব পাৰি। বৰলাটে কৈছিল—

"অসমলৈ মোৰ এয়ে প্ৰথম আগমন। এই ছেগতে, ঐতিহাসিক মাজুলীলৈ আহি গোসাঁইসকলৰ ভকতবৈষ্ণৱ, সেৱকীয়া, শৰণীয়া, শিষ্য-প্ৰশিষ্য সমন্বিতে যে বৈষ্ণৱ ধৰ্ম্মাচাৰ্য্যসকলক দেখা পালো, এই বাবেই আনন্দ অনুভৱ কৰিছো। এতিয়াহে মই প্ৰকৃত পুৰণি অসমৰ অন্তৰত সোমাইছোহি। আপোনাসকলৰ ৰাজভক্তি ভৰা অভ্যৰ্থনাত সঁচাকৈয়ে মুগ্ধ হৈছো। বৃটিচ শাসক আৰু মাজুলীৰ ধৰ্ম্মগুৰুসকলৰ ভিতৰত যি মিলা-

প্ৰীতি আৰু আদৰ সম্ভাষা দেখিবলৈ পাইছো সেই সম্ভাষ আজিৰ নহয়—কেইবা শতাব্দী ধৰি অতীতৰপৰা চলি আহিছে। এতিয়াহে নালাগে অতীতৰপৰাই আসামখন ধৰ্ম্মপ্ৰধান দেশ। দুদিনমান হ'ল চিলেটৰ ইচলাম ধৰ্ম্ম প্ৰচাৰক চাহ জেলালৰ দৰ্গাহ চাবলৈ গৈছিলো। তাত ইচ্‌লামধৰ্ম্মীবিলাকৰ ধৰ্ম্মপৰায়ণতা নিজ চকুৰে দেখি আহিলো। আজি আকৌ হিন্দুৰ পুণ্যভূমিত থিয় হৈছোহি। ৪৫০ বছৰমান পূৰ্ব্বেই বৈষ্ণৱধৰ্ম্মৰ আন্দোলনে ভাৰতবৰ্ষৰ সকলোটিকে ঢৌৱাই পেলাইছিল। কিন্তু আসামত সেই আন্দোলন যিমান বলিষ্ঠ আৰু গভীৰ আছিল আন ক'তো সিমান নাছিল।

"প্ৰসিদ্ধ ধৰ্ম্মগুৰু চৈতন্যদেৱৰ পিতৃমাতৃ যেনেকৈ সুৰমা উপত্যকাৰে আছিল আসামৰ শ্ৰীদামোদৰদেৱ আৰু শ্ৰীশঙ্কৰদেৱ এই দুজনা ধৰ্ম্মগুৰুও ব্ৰহ্মপুত্ৰ উপত্যকাতে জন্মগ্ৰহণ কৰিছিল। সদৌ ভাৰততে এইসকল গুৰুৰ শিষ্য লাখ-বিলাখ আছে। মাজুলীত থকা সত্ৰবিলাক সেই আন্দোলনৰে যাউতীযুগীয়া চিন। মাজুলীৰ গোসাঁই-সকলে তাহানিৰেপৰা আজিলৈকে যি মঙ্গল সাধি আহিছে, তাক বহলাই বৰ্ণোৱা অসম্ভৱ। মঙ্গল বোলোঁতে এইবিলাক সদগুণৰ কথাকে কৈছো—দয়া, স্নেহ, সংযম, নম্ৰতা, ভক্তি, পবিত্ৰতা আৰু মধুৰ যুক্তিবাদ।

"মহাৰাজ ৰুদ্ৰসিংহই আউনীআটী গোসাঁইত শৰণ লোৱা ২৫০ বছৰমান হৈছে। সেইদিনাৰপৰা আজিলৈকে আহোমৰাজ আৰু আহোমৰ পিছৰ বৃটিছৰাজৰ লগত গোসাঁইসকলৰ স্বভাব আৰু স্নেহ-প্ৰীতি একেভাৱেই চলি আহিছে। ধাৰ্ম্মিক আহোম-ৰাজসকলে অমঙ্গল উৎপাত আৰু অন্যান্য বিপদ-বিঘিনিৰ হাত সাৰিবলৈ গোসাঁইসকলক যিৰূপে ৰক্ষাকৱচ দিছিল আৰু সেই ৰজাসকলে নিষ্কৰ বা অৰ্দ্ধনিষ্কৰকৈ যিবোৰ ভূমি সম্পত্তি দান কৰিছিল, সেইবোৰকে এতিয়াও বৃটিছ-ৰাজে অনুমোদন কৰি চিৰস্থায়ীকৈ ৰাখিছে। তাৰ পৰিবৰ্ত্তে সীমান্তত হোৱা কিবা এটা বিদ্ৰোহ দমাবলৈ যেতিয়াই কিবা এটা অভিযান পঠোৱা হয়, তেতিয়াই গোসাঁইসকলে হাতী, মানুহ, নাওদুনি, ৰছদ-পাতি আদি যুদ্ধৰ যাবতীয় সমল যোগান ধৰি চৰকাৰক সহায় কৰি আহিছে। এইবোৰ অত্যাৱশ্যকীয় বস্তু যোগোৱাৰ উপৰিও সাধু গোসাঁইসকলে পুৰুষানুক্ৰমে চৰকাৰৰ কল্যাণৰ অৰ্থে মনে-চিতে আশীৰ্ব্বাদ দি থকাটোও উল্লেখযোগ্য। গোসাঁইসকলে আগৰে পৰা অবিচলিত ৰাজভক্তি আৰু শান্ত নাগৰিকত্ব ৰক্ষা কৰি আহিছে। ধৰ্ম্মগুৰুসকলৰ আঁহি উপদেশৰ বলতহে ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰজাসকল ভাৰতৰ ভিতৰত শান্তিপ্ৰিয় মৰমিয়াল আৰু স্বভাৱতে প্ৰকৃতি-সন্তান হ'ব পাৰিছে।

ৰাজনৈতিক পৰিবৰ্ত্তনত আমাৰ মন এতিয়া উগুল-থুগুল। যুঁজাৰুবিলাকৰ দলগত চিঞৰ-বাখৰ আৰু উদ্ধত বোল-বচনে আকাশ-পাতাল খলক লগায়। সেইবোৰ খলকনিৰপৰা আঁতৰি আজি এই নিজম দেওবৰীয়া আবেলিটো যে সুন্দৰ দৃশ্যৰ মাজত বহি ভকত বৈষ্ণৱে সৈতে আপোনাসকলৰ নিচিনা ধৰ্ম্মাচাৰ্য্যসকলক দেখা কৰিব পাৰিলো

আৰু আপোনাসকলৰ প্ৰতি আমাৰ স্নেহ শ্ৰদ্ধা পূৰ্ব্বৰ দৰেই দৃঢ় হৈ থাকিব বুলি আশ্বাস দিব পাৰিলো, সেই বাবেই মোৰ মানত এই দেখা-সাক্ষাৎ বৰ সুমঙ্গলীয়া আৰু আনন্দদায়ক হৈছে। আগলৈকো আগৰ দৰেই ভাৰতৰ সুখ-শান্তিৰ নিমিত্তে আমি লগে-ভাগে কাম কৰিব পাৰোহঁক। সকলোটিকে পুনৰ ধন্যবাদ জনাই আপোনাসকল জয়যুক্ত হ'ব বুলি কামনা কৰিলো।"[২]

কমলাবাৰী দৰবাৰৰ এবছৰ পাছতে প্ৰভুক সন্মান জনাবলৈ অসমৰ চিফ্ কমিছনাৰ আউনীআটীলৈ আহিল। চিফ্ কমিছনাৰে পুৰণি নিয়ম মানি সত্ৰত সোমাইছিল আৰু সকলোবিলাক কথাবতৰা হৈ সত্ৰৰ যাবতীয় জানিব-লগীয়া কথা প্ৰভুক সুধি লৈছিল।

১৮৪৪ শকত প্ৰভুৰ শৰীৰ অসুস্থ হৈ পৰে আৰু এই অসুস্থ অৱস্থাৰ সুযোগ পাই সত্ৰৰো অলপ ভাল যেন হোৱা পুৰণি ব্যাধিয়ে আকৌ উক দিলে। দুই চাৰিটা অমঙ্গলীয়া আৰু বিৰুদ্ধবাদী লোকে সত্ৰত অপকাৰ কৰিবলৈ চেলু বিচাৰি আছিল। তাৰ সুচল লভিলে। এনে অৱস্থাত প্ৰভুৰ ৰোগৰ যেনে চিকিৎসা হ'ব লাগিছিল বা হ'ব পাৰিলেহেঁতেন তেনে সুচিকিৎসা নোহোৱাত ৰোগ ক্ৰমে টান হৈ গ'ল। প্ৰভুৱে অন্তিম সময় উপস্থিত হৈছে বুলি অনুমানি ভকত বৈষ্ণৱসকলোকে ওচৰলৈ মতাই অনালে। গোবিন্দপুৰীয়াজনা আৰু সাত আট জনমান ভকত সৰ্ব্বক্ষণে প্ৰভুৰ কাষতে আছিল। আটাইবোৰ গোটখালত ডেকা অধিকাৰক অধিকাৰৰ নিৰ্ম্মালি দি গোবিন্দপুৰীয়াজনাক ডেকা অধিকাৰ পাতি ফাগুনৰ ষোল দিন যোৱত, শুক্লা ত্ৰয়োদশী তিথিত, দিনৰ আঢ়েমান বজাত ত্ৰিশুক্লৰ সঙ্গমকালত কমলদেৱ প্ৰভুৱে বৈকুণ্ঠ লাভ কৰিলে।

নতুন অধিকাৰ লীলাকান্ত প্ৰভুৱে পিণ্ডাদি দান কৰিলে। শ্ৰাদ্ধ-উৎসৱ আউনীআটীয় গোসাঁইৰ যেনে হ'ব লাগে তেনে সমাৰোহ আৰু পৰিপাটি ৰূপেই হৈ গ'ল। পূৰ্ব্বৰ বিদ্ৰোহে মূৰ ডাঙি এই কামত আহুকাল লগাবলৈ একো চল নাপালে।

## চৰিত্ৰ আৰু কৃতিত্ব :

কমলদেৱ প্ৰভু বহু সদ্‌গুণৰ অধিষ্ঠান আছিল। সেই এটাইবোৰকে চেৰ পেলাই এটা গুণেই সকলো আপদ-বিপদৰ বাঁ-মাৰলীৰ মাজতো প্ৰভুক তৰাইছিল; সেই গুণটোৰ কাৰণেই প্ৰভু হিমাদ্ৰি-সদৃশ উন্নত শিৰ আৰু

২। অনুবাদ শ্ৰীযুত কেহুধৰ শৰ্ম্মাৰ।

সমুদ্ৰৱৎ অপৰিত্যক্তমৰ্য্যাদ হৈ থাকিব পাৰিছিল। সেইটো হ'ল প্ৰভুৰ 'জ্বলন্নিব ব্ৰহ্মময়েন তেজসা' ব্যক্তিস্বৰূপ। প্ৰভুজনাৰ শৰীৰৰ কান্তি যেনে কমনীয় আছিল, ব্যক্তিস্বৰূপো তেনে মোহনীয় আৰু তেজস্বী আছিল। এই গুণৰ প্ৰভাৱতে প্ৰবল শত্ৰুও ৰজাঘৰ প্ৰজাঘৰ দুয়োঠাইতে ভেচ্‌ভেচীয়া হৈ জঁয় পৰিছিল। দক্ষিণপাট সত্ৰত আলহী হৈ থাকোঁতে দত্তদেৱ গোসাঁই ঈশ্বৰক যেতিয়া পিতৃদেৱেকে কমলদেৱ প্ৰভুক সমৰ্পণ কৰিছিল তেতিয়াই কিজানি দিব্য-দৃষ্টিসম্পন্ন বৃদ্ধ অধিকাৰজনে পলকতে ভৱিষ্যত মূলাৰ চিন দুপতীয়াতে পাইছিল; নহলে আপোন বংশ মাহৰাৰ গোসাঁই ল'ৰা এটি থাকোঁতেও ক্ষণেকতে কমলদেৱক গ্ৰহণ কৰি পাছে পৰে নিয়া হ'ব বুলি নকৈ ভাবি চোৱা হব বুলিহে কলেহেঁতেন।

সকলো কামতে উৎসাহৰ আধিক্য আৰু আগৰণুৱা কৰ্ম্মোদ্যম প্ৰভুৰ জীৱনত ভাল আৰু কাল দুয়োটাই হৈছিল। ডেকা অধিকাৰৰ পদ পোৱাৰ পাছতে কীৰ্ত্তন ঘৰটো কিছু জীৰ্ণ আৰু সঙ্কীৰ্ণ যেন বুজি অধিকাৰৰ আজ্ঞা লৈ কীৰ্ত্তন ঘৰটি নিজৰ পৰিকল্পনা অনুসাৰে সুদৃঢ় আৰু ধুনীয়াকৈ সজালে। দত্তদেৱ প্ৰভুৰ যেতিয়া জৰা ভাব উপস্থিত হ'ল, স্বহস্তে অন্ন পাক কৰিবলৈ দেহাই নটনা হ'ল, কমলদেৱ প্ৰভুৱে আনন্দেৰে সেই সেৱাভাৰ গ্ৰহণ কৰি গুৰুজনাৰ দেহা আৰু বয়স অনুসাৰে উচিত বুজি আহাৰৰ ব্যৱস্থা কৰি দিছিল। নিজৰো সকলো কামৰে অনলস ব্যৱহাৰ আৰু আনৰো কৰ্ত্তব্য-চ্যুতি দেখিলে মুখ বুজি থকাৰ শৈথিল্য প্ৰভুৰ স্বভাৱতে নাছিল। এনেবোৰ গুণৰ কাৰণে সত্ৰৰ এদল ভকত পেটে পেটে কষ্ট হৈ পৰিছিল। পাছত গৈ থৈ গোপন ৰোষেই প্ৰকাশ্য-বিদ্ৰোহৰূপে প্ৰকাশ পাইছিল। ভালেই কেনেকৈ কাল হয় ই তাৰেই প্ৰমাণ।

প্ৰভু অতিশয় মনবলী "নাল্পেন সুখমস্তি" স্বভাৱৰ অধিকাৰ আছিল। বস্তু ললেও ভালৰ ভালটো লৈছিল, দিলেও মুঠিয়ে মুঠিয়ে দিছিল। ধনবোলা বস্তু হাতৰ মলি যেনহে জ্ঞান কৰিছিল; খৰচ কৰিবলৈ কোনোকালে কাতৰ নহৈছিল। দান কৰোঁতেও সেইদৰে মুক্তহস্ত আছিল। সত্ৰৰ দানেৰে উচ্চ ইংৰাজী স্কুল পতা, সংস্কৃত চতুষ্পাঠী স্থাপন আদি যুগানুসাৰী দানধৰ্ম্মৰ প্ৰথম আদৰ্শ দেখুৱাইছিল কমলদেৱ গোস্বামী প্ৰভুৱে' তাৰ আগতে কোনো সত্ৰাধিকাৰে ইংৰাজী স্কুল পাতিবলৈ ধন দিয়া নাছিল।

কমলদেৱ প্ৰভু এজন ৰসজ্ঞ আৰু কলামোদী পুৰুষ আছিল। প্ৰভুৰ ৰচিত 'যুগলমিলন' নামৰ নাটৰ অভিনয় শিৱসাগৰ আৰু আন ঠাইতো দৰ্শকক

মোহিত কৰিছিল। এই নাটখন ছপা হৈ ওলাইছিল; সমালোচকেও ইয়াৰ ভূয়সী প্ৰশংসা কৰিছিল। প্ৰভুৱে কবিতাও লিখিছিল, তাৰ বোলে দুই এটা সেইকালৰ পাঠ্য-পুথিতো সন্নিবিষ্ট হৈছিল। সেই সময়ৰ সাহিত্য-গতিৰ লগত যোগ ৰক্ষা কৰি প্ৰভুৱে সকলো সংবাদপত্ৰ আৰু সাময়িক পত্ৰ পঢ়িছিল। এই বিষয়ে এটি ৰগৰ উঠা কথাৰ উল্লেখ কৰিব পাৰি। প্ৰথম বছৰৰ বাঁহীৰ বেটুপাতত আৰু আৰম্ভনিত বুকুত মেঠনি মৰা মাইকী মানুহ এগৰাকীয়ে বাঁহী বজাই ম'ৰা নচুৱাই থকা ছবি এটা দিয়া হৈছিল। সেই ছবিটো লক্ষ্মীনাথ বেজবৰুৱাই দিছিল। যি অৰ্থত কাকতখনৰ নাম বাঁহী দিয়া হৈছিল সেই অৰ্থত মহিলাৰ মুখত বাঁহী বাজিব নালাগিছিল। পাছে বেজবৰুৱা কদোক কোনে জোকাই লয়? ভুলটো কোনোবাই মন কৰিছিল যদিও আঙুলিয়াই দিবলৈ সাহ কৰা নাছিল। আউনীআটীৰ কমলচন্দ্ৰদেৱ প্ৰভুৱে তেখেতৰ আগৰ কবিতা স্থলিৰাৰ পোতকস্বৰূপে এই ফাকি পদ্য লিখি বাঁহীলৈ পঠিয়াই দিয়ে।

আজি ৰাতি দহ বজাত স্নান কৰি আহি।
পঢ়িবলৈ ধৰোঁতে হাতত পৰিল বাঁহী॥
ময়ূৰপক্ষীয়ে পাখি কৰি পাহি পাহি।
বাঁহীত উঠিছে ম'ৰা দেখি উঠিল হাঁহি॥
আজিকালি কলিকতাত ৰাধাই বজায়।
বুকুত মেঠনি মাৰি ম'ৰা নচুৱায়॥
ৰাধাই বজায় বাঁহী ক'তো শুনা নাই।
উত্তৰ পঠাব মোলৈ বেজবৰুৱাই॥

বেজবৰুৱাৰ মুখত সোপা পৰিল। বৰ কৃতজ্ঞভাৱেৰে তেওঁ সেই কবিতাটো পাছৰ সংখ্যা বাঁহীত ছপাই উলিয়াই দিলে। তাৰপৰা আৰু সেই ছবিও নাইকিয়া হ'ল।

এই গ্ৰন্থৰ সম্পৎ-পৰিচয় অধ্যায়ত প্ৰভুৰ ৰচিত যুগলমিলন নাট, শ্ৰীকৃষ্ণলীলা পদপুথি আৰু গীতৰ নমুনা তুলি দিয়া হৈছে।

কিছুমান ল'ৰাক প্ৰশিক্ষণ দি নাটকীয় দল এটাও প্ৰভুৱে গঠন কৰি সত্ৰত পোষণ কৰিছিল। তেওঁলোকৰ দ্বাৰা কেইবাখনিও নাটক অভিনয় কৰাইছিল। এই দলটো প্ৰভুৰ শেষ সময়লৈকে সত্ৰত আছিল। সত্ৰৰ ভাওনাতো প্ৰভুৱে কিছু সংস্কাৰ কৰি দৰ্শকৰ অধিক মনোৰঞ্জন কৰাৰ চেষ্টা

কৰিছিল। তেতিয়াৰ দিনত তাৰ বিৰূপ সমালোচনাও নিৰুপকৰণীয়া চিন্তাৰ দুই চাৰিজন কলাসেৱীয়ে কৰা শুনা গৈছিল। আজিকালি আন সত্ৰয়ো তেনে সংস্কাৰ সাধন কৰি উন্নত অভিনয় কৰিছে। দত্তদেৱ প্ৰভুৰ সুযোগ্য আৰু অনুগত উত্তৰাধিকাৰী স্বৰূপে কমলদেৱ গোসাঁয়ে সেই পৰম্পৰা ৰক্ষা কৰি গান-বাজনাৰ শিক্ষাতো সত্ৰস্থ গায়ন-বায়নক সযত্নে উৎসাহ দিছিল, ভাৱনাও অধিক লোকৰঞ্জক কৰি তুলিছিল। কিন্তু তাক কৰোঁতে সত্ৰৰ বৈশিষ্ট্য আৰু প্ৰাচীন ঐতিহ্যৰ একেবিও হেৰফেৰ কৰা নাছিল। এইখিনিতে প্ৰভুসকলৰ কৃতিত্ব।

সত্ৰত পীঠাসীন হোৱাৰ দিনাৰপৰা কমলদেৱ প্ৰভুৱে এসাজ ভাতো সুখেৰে খাবলৈ নাপালে। যিবিলাক লোক সহায় সাৰথি হ'ব লাগিছিল সিবিলাকেই ফেৰ পাতি ধৰি প্ৰভুৰ কৰ্ম্মোদ্যমৰ গতি আনফালে ঢাল খুৱালে। অন্তৰ্বিৰোধ দমন কৰোঁতেই প্ৰভুৱে বহুত শক্তি ক্ষয় কৰিব লগা হ'ল। নহলে কমলদেৱ গোসাঁইৰপৰা সত্ৰয়ো আৰু দেশেও সংস্কৃতি, সাহিত্য, ধৰ্ম্ম, সকলো দিশতে বহুত উদগণিমূলক অৱদান লাভ কৰিলেহেঁতেন। তথাপি ওৰ নপৰা আলৈ আহুকাল আৰু অশান্তিৰ মাজতো প্ৰভুৱে নাট গীত ৰচনা কৰিবলৈ, সেইবোৰৰ উন্নতি সাধন কৰিবলৈ সময় পালে ক'ত, আৰু সময় পালেও সাহিত্যচৰ্চ্চাৰ কাৰণে প্ৰয়োজনীয় অনুদ্বিগ্ন মগ্ন-চিত্ততা কেনেকৈ আয়ত্ত কৰিলে ভাবিলে আচৰিত হ'ব লাগে। অশ্বক্ৰান্তৰ পাদদেশত লৌহিত্যৰ তীৰত এখন মনোৰম সত্ৰ স্থাপন কৰিছিল। তাক যুগোপযোগী এখন আদৰ্শকল্পিত সত্ৰৰূপে গঢ় দিয়াৰ শিৰসংকল্প লৈ আগো বাঢ়িছিল। প্ৰাৰম্ভ-কল্পত মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ নিচিনা বিশ্ৰুত পণ্ডিতৰ অধ্যাপনসৌষ্ঠৱেৰে চতুষ্পাঠী এখনো স্থাপন কৰিছিল। পাছে প্ৰভুৱে সেই সংকল্পক ৰূপ দিবলৈ নপালে তাৰ আগতেই স্বধামলৈ গতি কৰিলে। কমলনিৰ্ম্মল চন্দ্ৰদেৱ কলাকলাকৈ পূৰ্ণিমাৰ লগ্নত সোমাওঁতেই কালমেঘে আচ্ছাদিত কৰিলে।

---

ষোড়শ অধ্যায়

# শ্ৰীশ্ৰীলীলাকান্তদেৱ গোস্বামী

( শক ১৮৪৪ ফাল্গুন—১৮৪৮ আহাৰ )

বৰ-মাহৰা সত্ৰৰ বাসুদেৱ গোসাঁইৰ সৰু ছুৰ্জনা পুত্ৰ দত্তদেৱ আৰু ধৰ্ম্মেশ্বৰ আৰু পাছত ভায়েকৰ পুত্ৰ পূৰ্ণানন্দ বোলা এজন আউনীআটী সত্ৰলৈ ডেকাস্বৰূপে অহাৰ পাছত এই ছুই সত্ৰৰ মাজত মিত্ৰ-সম্বন্ধতকৈও অন্যপ্ৰকাৰ ঘন-সম্বন্ধ হ'ল। আগৰ পহুমৰা সত্ৰৰ স্থান বৰমাহৰা সত্ৰই কাৰ্য্যতঃ পূৰণ কৰিলে। এই সত্ৰৰ গোসাঁইসকলেও নিজৰ ল'ৰাক সত্ৰত দিবলৈ আনন্দ পাইছিল। বাসুদেৱ গোসাঁইৰ মাজুজনা পুত্ৰ চন্দ্ৰকান্ত গোসাঁইৰ ছুই পুত্ৰ শিৱকান্ত আৰু উমাকান্ত। উমাকান্ত গোসাঁই ধৰ্ম্মেশ্বৰদেৱৰ ডেকা অধিকাৰ হৈ থাকোঁতে উৰুক্ৰম নাম লৈ সৰু কালৰেপৰা সত্ৰতে আছিল। ধৰ্ম্মেশ্বৰদেৱৰ আকস্মিক প্ৰয়াণৰ পাছত তেওঁকে ডেকা অধিকাৰৰ পদ দিলে। উৰুক্ৰমদেৱে ককায়েক শিৱকান্ত গোসাঁইৰ পুত্ৰ লীলাকান্তক সৰুতেই আনি সত্ৰত লগতে ৰাখিছিল। ১৮২০ শকত উৰুক্ৰমদেৱৰ লোকান্তৰ ঘটাত সত্ৰত গোবিন্দপুৰীয়া হৈ থকা কমলদেৱ গোসাঁইক সেই শকৰে মাঘত দত্তদেৱ গোসাঁয়ে ডেকা অধিকাৰৰ নিৰ্ম্মালি দিলে। এই কাৰ্য্য শিৱকান্ত গোসাঁইৰ মনঃপুত নহ'ল আৰু পুতেকক সত্ৰৰপৰা লৈ গ'লহি। পাছত ভাৱি চিন্তি এবছৰৰ পাছত আকৌ লীলাকান্তদেৱক সত্ৰলৈ লৈ আহিছিল। দত্তদেৱ প্ৰভুৱেও কমলদেৱ গোস্বামীক শোধাই থৈ যাবলৈ ক'লে। পাছে কাৰ কথা শুনি, কি প্ৰবোচনা পাই শিৱকান্ত গোসাঁয়ে পুত্ৰক সত্ৰত নথৈ পুনৰ ঘৰলৈ লৈ গুচি গ'ল আৰু ঘৰতে উপনয়ন দিলেগৈ। পাছত তেওঁ বহুত ভাবিচিন্তি পুত্ৰটি পুনৰায় সত্ৰত থৈ গ'লহি। ১৮২৬ শকত দত্তদেৱ প্ৰভুৱে গোবিন্দপ্ৰাপ্তিৰ ৭।৮ দিনমান আগতে লীলাকান্তদেৱক গোবিন্দপুৰীয়াৰ নিৰ্ম্মালি দিলে।

নিচেই ল'ৰালি কালৰেপৰা সত্ৰত থাকি, ছুই-তিনিবাৰ সত্ৰ ত্যাগ কৰা আৰু আকৌ অহা, তাতে অসন্তুষ্ট ভকতৰ দল এটাৰ দ্বাৰা পৰিবেষ্টিত হৈ থকা লীলাকান্ত গোসাঁইৰ কোমল বয়সৰপৰাই মন বিহৰি আছিল। দত্তদেৱ

প্ৰভুৰ প্ৰয়াণৰ আগে আগে ডেকা অধিকাৰৰ নিৰ্ম্মালি লওঁতে লীলাকান্ত প্ৰভুৰ বয়স চৌধ্য কি পোন্ধৰ। সত্ৰৰ এদল ভকতবৈষ্ণৱৰ মনৰ দ'ম খোৱা কুষাবিৰ বিষাক্ত বতাহৰ মাজতে তেওঁ আগডোখৰৰ সত্ৰীয়া জীৱন কটাব লগা হৈছিল। ডেকাঅধিকাৰ বা গোবিন্দপুৰীয়া যথাক্ৰমে উত্তৰ আৰু পুবহাটীৰ ভিতৰতে থাকে। কিন্তু এনে সুস্থ পৰিবেশ সহজলভ্য হোৱা নাছিল। এইবোৰ সাতে-সোতেৰে লীলাকান্ত প্ৰভুৰ মনত তিক্ততাই বাহ লৈছিল। ডেকাঅধিকাৰ উৰুক্ৰমদেৱৰ লোকান্তৰৰ পাছতে কমলদেৱ প্ৰভুক ডেকাপদ দিয়াৰ কথা উঠোঁতেই যিসকলে আপত্তি দৰ্শাই লীলাকান্তদেৱৰ হক দেখুৱাই মাত মাতিছিল সেই সকলে এতিয়া লীলাকান্ত প্ৰভুৰ কাণৰ গুৰিত দিনে ৰাতিয়ে কোন-কোনাবলৈ ধৰিলে। লীলাকান্ত প্ৰভু সৰুৰেপৰা দদায়েক উৰুক্ৰমদেৱৰ লগত আছিল। সংসাৰৰ আও-ভাও বুজাৰ সুযোগ কমেই পাইছিল। তাতে প্ৰভু গৰাকী আছিল ঋজু-আশয়ৰ, যেয়ে যি কয় তাকে হয় বুলি ধৰিলোৱা বিধৰ লোক। এনে স্বভাৱৰ মানুহ দুষ্ট লোকৰ মেৰ-পাশত পৰিলে লটি-ঘটি হ'ব লগা হয়। লীলাকান্ত গোসাঁইৰ সেই দশাই হৈছিল। ডেকা হৈ থকা কাল-ডোখৰত তেওঁ অযথাই কষ্ট খাই ফুৰিলে। তেওঁ বৰণ কৰা কষ্ট কাৰো উপকাৰত নাহিল, 'ন দেৱায় ন ধৰ্ম্মায়'। প্ৰকৃতপক্ষে চাবলৈ গ'লে এক মাহৰা সত্ৰৰপৰা অহা বা দত্তদেৱ প্ৰভুৰ পৰিনাতি এইকথাৰ বাহিৰে কমলদেৱ প্ৰভুৰ পৰিবৰ্ত্তে তেওঁৰ অধিকাৰ হোৱাৰ আন যোগ্যতা নাছিল। লীলাকান্তদেৱক দদায়েকে সত্ৰত লগতে ৰাখিছিল। দত্তদেৱ গোসাঁয়ে নিজে খুজি অনা গোসাঁই ল'ৰা নাছিল। গোবিন্দপুৰীয়া পদো দিয়া নাছিল। উৰুক্ৰমদেৱ থাকোঁতেই কমলদেৱ গোসাঁইক গোবিন্দপুৰীয়া পদ দিয়া হৈছিল। কমলদেৱ গোসাঁইতকৈ লীলাকান্ত গোসাঁই বয়সেও ১৫।১৬ বছৰৰ সৰু আছিল। গতিকে ডেকাপদত থকাযাৰ একো লঘুতাৰ কথাও নাছিল। উচিত আছিল ধৈৰ্য্য আৰু সত্ৰৰ প্ৰতি কৰ্ত্তব্য সুঁৱৰি ডেকাপদৰ কৰ্ত্তব্য কৰা আৰু অধিকাৰক সহায়তা কৰং নকৰিলেও নিৰপেক্ষ বা উদাসীন হৈ থকা। পাছে 'খলঃ কৰোতি দুৰ্ব্বৃত্তং নূন ফলতি সাধুষু'। যোগেশ্বৰ গুৰাকটা, ভোগেশ্বৰ দত্ত, দুৰ্গেশ্বৰ চাউল-ভড়ালী আৰু কমল বৰদেউৰীৰ নিচিনা কুট-কৌশলী ভকতবিলাকৰ স্বাৰ্থসিদ্ধিৰ চক্ৰবেহুত লীলাকান্ত প্ৰভু অভিমন্যু হ'ল। অলমিতি বিস্তৰেণ।

কমলদেৱ প্ৰভুৰ শ্ৰাদ্ধ-শান্তি হৈ গ'ল। পূৰ্ব্বৰ নিয়মৰ একো ব্যতিক্ৰম হোৱা নাছিল, সমাৰোহ পৰ্ব্বৰো একো ন্যুনতা হ'বলৈ নাপালে। কিন্তু সেই

সময়তে কিবা কাৰণত চাৰিসত্ৰীয়াৰপৰা অধিকাৰৰ নিৰ্মালি পৰ্ব্ব সমাধা নহ'ল। দুমাহ পাছত ১৮৪৫ শকৰ ১০ বহাগত নিৰ্মালি অভিষেক লোৱা মহোৎসৱ অনুষ্ঠিত হ'ল। এই কামৰ কাৰণে আহিছিল গড়মূৰীয় সত্ৰাধিকাৰ শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামী আৰু কুৰুৱাবাহী সত্ৰাধিকাৰ শ্ৰীশ্ৰীযদুচন্দ্ৰদেৱ গোস্বামী। এই উৎসৱতে বৰ্ত্তমানৰ অধিকাৰক আনুষ্ঠানিক নিৰ্মালি প্ৰদান কৰা হৈছিল।

অধিকাৰৰ বাব গ্ৰহণ কৰাৰ পাছত লীলাকান্তদেৱ প্ৰভুৱে পূৰ্ব্বৰ সকলো কথা পাহৰি সকলোকে সমভাৱে মৰম কৰি সত্ৰ চলাবলৈ ধৰিলে। পূৰ্ব্বে যিসকলে প্ৰভুৰ লগ নলৈ অধিকাৰজনা প্ৰভুৰ অনুগত হৈ আছিল সেই সকলকো হেনস্তা কৰা নাছিল, আকৌ প্ৰভুৰ হৈ যিবিলাকে গোলমালৰ সৃষ্টি কৰি সত্ৰৰপৰা ওলাই যাব লগা হৈছিল তেওঁলোককো পুনৰ মাতি আনি স্থান দিয়া নাছিল। বৰ্ত্তমান অধিকাৰ প্ৰভু হেমচন্দ্ৰদেৱ গোবিন্দপুৰীয়া হৈ থাকোঁতে কমলদেৱ প্ৰভুৰ স্নেহছত্ৰছাঁয়াতে আছিল। তথাপি কোনো পক্ষৰ কোনো কথাৰ মাজত নোসোমোৱাকৈ ধৈৰ্য্য ধৰি আছিল। এই কথাও সকলোৱে জানিছিল যে কমলদেৱ প্ৰভুৱে বৰ্ত্তমান অধিকাৰজনাক অতিশয় স্নেহ কৰিছিল। পুবহাটী অগ্নিদগ্ধ হোৱাৰ পাছত হেমচন্দ্ৰদেৱ প্ৰভুক কমলদেৱ প্ৰভুৱে নিজৰ থকা ঘৰৰ একাংশত থাকিবলৈ দিছিল। এইবোৰ জানিও লীলাকান্ত গোসাঁই অধিকাৰ হৈ ডেকাজনাক স্নেহ-ব্যৱহাৰ কৰিছিল, প্ৰয়োজন অনুসাৰে পৰামৰ্শও গ্ৰহণ কৰিছিল। কমলদেৱ প্ৰভুৰ বৈকুণ্ঠপ্ৰয়াণৰ পাছতে সত্ৰৰ সংস্কৃত অধ্যাপক বৈকুণ্ঠনাথ ব্যাকৰণতীৰ্থ আৰু প্ৰাণকৃষ্ণদেৱ ভাগৱতৰত্ন দুয়োজনেই সত্ৰৰপৰা বিদায় গ্ৰহণ কৰাত সত্ৰত অধ্যাপক নোহোৱা হ'ল। অধ্যাপক নোহোৱাত হেমচন্দ্ৰদেৱ প্ৰভুৰ শিক্ষাত ছেদ পৰিল। এনে অৱস্থা হোৱাত হেমচন্দ্ৰদেৱ দুঃখিত হৈছিল। তাকে দেখি লীলাকান্ত প্ৰভুৱে কামৰূপৰ পৰা ৺গৰ্গনাথ বিদ্যাবিনোদক অনাই সত্ৰৰ অধ্যাপকৰূপে নিযুক্তি দিলে। এইদৰে ডেকাজনাৰ শিক্ষাত যাতে ব্যাঘাত নহয় ভালেকৈ চকু দিছিল।

১৮৪৫ শকৰ ফাগুন মাহত ডিব্ৰুগড় অঞ্চললৈ চহৰ ফুৰাৰ কাৰণে জলযান পিনিচত উঠৈগৈ। সেইলগতে পৃথক নাৱত ডেকা অধিকাৰ প্ৰভুও গৈছিল। লগত ভড়াল মণিকূট আৰু ভকতৰ কাৰণে দহবাৰখন নাও গৈছিল। শিষ্যসকলৰ অনুৰোধক্ৰমে বাটত পৰা কেইখনমান ঠাইত দুই-চাৰিদিনকৈ থাকি ১৮৪৬ শকৰ ২১ বহাগত ডিব্ৰুগড়ৰ বাহৰতে প্ৰভুৱে প্ৰবাস কৰিছিল। তাৰ

পাছত ১৮৪৭ শকৰ ফাগুন মাহত সত্ৰৰপৰা যাত্ৰা কৰি দক্ষিণ-পাৰৰ বিভিন্ন স্থানত থাকি জঁাজী ভুঞাহাট বাহৰত কিছুদিন আছিল। প্ৰভুৰ চহৰ ফুৰাৰ এই কাৰ্য্যসূচীয়ে এটা ডাঙৰ কাম কৰিলে। আউনীআটী সত্ৰৰ আভ্যন্তৰীণ গোলমালৰ কথা নানা ৰঙেৰে মানুহৰ মুখত বাগৰি ফুৰিছিল। স্বাভাৱিকতে মানুহৰ মনত সত্ৰ সম্বন্ধে যদিওবা হতাশাৰ ভাব আহিছিল, প্ৰভুৰ এই ভ্ৰমণে ডেকাজনৰ প্ৰতি যি স্নেহভাব আৰু ডেকাজনাৰো অধিকাৰৰ প্ৰতি যি আনুগত্য ভাব ফুটি উঠিছিল তাক লক্ষ্য কৰি, সেইবোৰ বিদূৰ কৰি পেলালে। পূৰ্ব্বৰ পয়োভৰ, আড়ম্বৰ যি আছিলেই, সত্ৰবো ভকতবৈষ্ণৱৰক শান্ত কৰ্ত্তব্যৰত দেখা পাই শিষ্য প্ৰশিষ্য অনুগত ভক্তসকলো আহ্লাদিত হ'ল। শৰৎকালৰ পূৰ্ণিমা ৰাতিকো হঠাতে কেতিয়াবা কোদোৱা ডাৱৰে ছাটি আন্ধাৰ কৰে পাছে অলপ সময়লৈহে, আকৌ যি চন্দ্ৰাৱলী সি চন্দ্ৰাৱলীয়েই।

এই যাত্ৰাৰপৰা উভতি আহি প্ৰভু কিছুদিন সত্ৰতে আছিল। এনেতে গোবিন্দঠাকুৰৰ এক মহাভক্ত আচম্বিতে আহি সত্ৰৰ ভিতৰে বাহিৰে নিৰ্ব্বিকাৰ চিত্তে ভ্ৰমণ কৰিবলৈ ধৰিলে। এওঁ আন কোনো নহয় এজন যূথভ্ৰষ্ট গজৰাজ। এওঁ কাৰো একো অপকাৰ কৰা নাছিল, কালৈকো পৰোৱায়ো নকৰিছিল। যেতিয়াই ইচ্ছা গোবিন্দ-ধাম পৰিক্ৰমা কৰি আপোনগমনে গা ঢকা দিয়ে। ভকতসকলৰ বিশেষকৈ বৰ্ত্তমান গৰাকী প্ৰভুৰ প্ৰবল আগ্ৰহ হ'ল হাতীটো ধৰি সত্ৰত ৰাখে। পাছে মুকলি ঠাইত হাতীধৰা উলা-মুলা কাম নহয়। হাতীধৰাৰ কামত অভিজ্ঞতাও সকলোৰে নাছিল।[১] তথাপি ডেকাজনা প্ৰভুৰ উৎসাহ আৰু নেতৃত্বত সকলো মৰসাহ দি ওলাল। অধিকাৰ প্ৰভু তেতিয়া অসুস্থ হৈ আছিল। হাতীটো ধৰাৰ আজ্ঞা বিচৰাত গোবিন্দঠাকুৰৰ ভক্ত বুলি কৈ ধৰিবলৈ অনুমতি দিলে আৰু পাৰিলে ধৰিবলৈ ডেকা প্ৰভু আৰু সেই কামত উদ্যোগী বৈষ্ণৱ কেইজনমানক ভাৰ দিলে। সেই আজ্ঞা পাই ডেকাজনা প্ৰভুৰ নেতৃত্বত বৈষ্ণৱসকলে হাতীধৰাৰ যাৱতীয় দিহা ব্যৱস্থা কৰি উত্তৰ আৰু পশ্চিম হাটীৰ চুকত গড় বটি মৰালে। ভকতসকলে অসীম সাহসেৰে

১। সত্ৰৰ ফালৰপৰা হাতী ধৰাৰ নিয়ম বোধহয় আগৰেপৰা আছিল। কমলদেৱ ঈশ্বৰৰ দিনতো এবাৰ হাতী ধৰা হৈছিল। আন সত্ৰতো হাতী প্ৰায়ে আছিল। গজেন্দ্ৰ মোক্ষ উপাখ্যানৰপৰা হাতীৰ ভক্তি সম্বন্ধে মানুহৰ এটা ধৰ্ম্ম বিশ্বাসো আছিল। গজেন্দ্ৰ-স্তৱ মৰণকালৰ স্তুতি হিচাবে গোৱা বা শুনোৰ নিয়ম আছে।

সেই বনৰীয়া দন্তালক ফান্দত পেলাই ধৰিলে কিংবা গোবিন্দভক্ত গজৰাজে মহাপ্ৰভুৰ ইচ্ছা বুজি নিজেই ধৰা দিলে কিবা এটা হ'ল। গজৰাজ গড়ৰ ভিতৰত আবদ্ধ হ'ল। গড় মৰাৰপৰা গড়ৰপৰা উলিয়াই অনালৈকে এইখিনি সময় সত্ৰত এটা অভিনৱ উৎসৱ হোৱাদি হৈছিল। 'শুণ্ডে মেৰাই পদ্মগোট ওপৰলৈ' নোতোলাকৈ গজেন্দ্ৰই ত্ৰাহি হৰি বুলি ঈশ্বৰ গোবিন্দত শৰণ ল'লে। সত্ৰত হাতী ওলোৱাৰ বাতৰি প্ৰকাশ পোৱাৰপৰা গড় মাৰি হাতী ধৰালৈকে আৰু তাৰ পাছত গড়ৰ বাজলৈ হাতী উলিয়াই অনালৈকে নিতৌ চাৱনি মানুহেৰে সত্ৰত আন্দোল উঠিছিল, যেন কিবা অভিনৱ উৎসৱ এটাহে হৈছিল। গোৱিন্দৰ সেৱা কৰি হাতীটো সত্ৰত বহুত দিনলৈকে আছিল।

এই গৰাকী ঈশ্বৰ পুৰুষে অধিকাৰত্বৰ অলপীয়া কালতে দান-ধৰ্ম্মও কৰিছিল। উত্তৰ গুৱাহাটীৰ আউনীআটী কমলদেৱ হাইস্কুলৰ আছুতীয়া পুজিৰ অৰ্থে ( Reserve fund ) একেলগে ৩০০০ টকা আৰু মাহিলি খৰচৰ ১০০ টকাকৈ ছুবছৰলৈ সাহায্য দান কৰি আছিল। তদুপৰি সৰস্বতী পূজাৰ দিনা ছাত্ৰ-ভোজনৰ অৰ্থে আগৰ জনা অধিকাৰে ৩০ টকাকৈ দিয়াৰ নিয়ম এটা কৰি গৈছিল। সেই নিয়ম লীলাকান্ত প্ৰভুৱেও মান্য কৰি প্ৰতি বছৰে দি আছিল। ইয়াৰ উপৰিও সৰু-সুৰা দান বহুত কৰিছিল।

দ্বিতীয় ভ্ৰমণৰ পাছত ঘূৰি সত্ৰলৈ অহাৰ কিছুদিন পাছৰপৰাই প্ৰভুৱে অস্বুস্থ বোধ কৰিছিল। সেই অসুখ অলপীয়াকৈ ভুগি থকা অসুখ আছিল। ১৮৪৮ শকৰ বহাগৰপৰা অসুখ ক্ৰমাৎ বাঢ়ি যাবলৈ ধৰিলে। চিকিৎসাৰ কোনো পিনে কম নহৈছিল তথাপি গুণ নধৰিলে, লাহে লাহে শয্যাশায়ী হ'ল। অধিকাৰ প্ৰভুৰ অন্নপাকাদি শুশ্ৰূষা ডেকাজনাই কৰিব লগা হ'ল। এনেদৰে ছুমাহমান অসুস্থ হৈ আছিল। ৯ আহাৰৰ দিনা শৰীৰ বিধাৰণ যেন পাই ডেকাজনা প্ৰভুক সত্ৰাধিকাৰৰ নিৰ্ম্মালি দিলে। সেই দিনাই ৰাতিলৈ শুক্লা চতুৰ্দ্দশীত প্ৰভুৱে বৈকুণ্ঠগতি লাভ কৰিলে। প্ৰতিকূল দৈবস্ৰোত অতিক্ৰমি পাৰ উঠাৰ লগে লগে এই সাধু ঋজ্বাশয় অধিকাৰ পুৰুষজনাৰ জয়পাতে জীৱনাৱসান ঘটিল।

লীলাকান্ত প্ৰভুৰ প্ৰয়াণ কালত বয়স ৩৭।৩৮ মান আছিল। দীঘলীয়াকৈ অসুখ ভুগিছিল যদিও ইমান সোনকালে কিবা এটা হ'ব বুলি কাৰো মনত চেবোৱা নাছিল। আনসকল অধিকাৰৰ বৈকুণ্ঠগতিৰ সময়ৰ কিছু আগৰেপৰা সকলো যা-যোগাৰ হৈ থাকে। কোনোজনাই নিজেই মৰণোত্তৰ কৰ্ম্মৰ দিহা-

পোহা দি গৈছিল। এই ক্ষেত্ৰত সেইবোৰ বিশেষ একো হ'বলৈ নাপালে। সত্ৰৰ অৰ্থভঁৰালৰ অৱস্থাও সন্তোষজনক নাছিল। ক্ৰিয়াকাণ্ড সমাধা কৰিবলৈকো ঋণ লোৱাৰ আৱশ্যক হৈ পৰিল। তথাপি সত্ৰৰ গৌৰৱ ক্ষুণ্ণ নকৰাকৈ পূৰ্ব্বৰ দেউসকলৰ শ্ৰাদ্ধ মহোৎসৱৰ নিচিনাকৈ সকলো কাম যথাবৎ পৰিপাটিকৈ সমাধা কৰা হৈছিল। ১৯ আহাৰৰ বহুলোকৰ সমাগমত লীলাকান্ত প্ৰভুৰ আদ্যশ্ৰাদ্ধ সম্পন্ন হৈ গ'ল।

লীলাকান্ত গোসাঁই হোলগোজ প্ৰকৃতিৰ মানুহ আছিল এই কথা আগতে কোৱা হৈছে। দুষ্ট প্ৰকৃতিৰ ভকতকেইজনমানেই এইজনা প্ৰভুক ভুলাই নকৰিবৰ চকৰি কৰিছিল। এবাৰ সেইবিলাকৰ চক্ৰবেহুত সোমাই প্ৰভুজনা ওলাব নোৱাৰা হ'ল। এনেও শুনা যায় কমলদেৱ প্ৰভু ঈশ্বৰৰ অন্তিম দিন কেইটাত প্ৰভুৱে যেতিয়া ডেকাজনা লীলাকান্ত গোসাঁইক মাতি পঠাইছিল তেতিয়া বোলে ভকতবোৰে আগত দা থৈ আমাক কাটিহে যাব পাৰিব বুলি যাবলৈ হকা-বধা কৰি আছিল। শেহত গড়ালত পৰা বাঘে যেনেকৈ শেষ আৰু সংগৃহীত শক্তিৰে কেতিয়াবা গড়াল ভাঙি ওলাই যায় সেইদৰে লীলাকান্ত প্ৰভুৱে নিজৰ মানসিক শক্তি সকলোখিনি একেলগে সংগ্ৰহ কৰি হেনো এই বুলি কৈ প্ৰভুক দেখা কৰিবলৈ ওলাই আহিছিল বোলে আজি কাৰো কথা নুশুনো ভকতকে যদি কাটিব লাগে তথাপি যাম। গড়াল ভঙা বাঘৰ উগ্ৰ মূৰ্ত্তি দেখি ওচৰ চাপিবলৈ দুঃসাহসী ভকতবো সাহ নহ'ল।

---

## সপ্তদশ অধ্যায়

# শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ গোস্বামী (শক ১৮৪৮)

শ্ৰীশ্ৰীগোপালদেৱ পুৰুষৰ প্ৰতিষ্ঠাপিত আদি কুৰুৱাবাহী সত্ৰৰ মিশ্ৰবাপুৰ ৰামকৃষ্ণ আৰু ৰামচন্দ্ৰ দুই পুত্ৰ আছিল। ৰামকৃষ্ণদেৱৰ পাছত ভায়েক ৰামচন্দ্ৰ কুৰুৱাহীৰ সত্ৰৰ অধিকাৰ হৈছিল। আউনীআটীৰ দ্বিতীয় গৰাকী প্ৰভু কেশৱদেৱেই ৰামকৃষ্ণদেৱৰ বৈকুণ্ঠগতি হোৱাত ৰজাৰ আদেশানুক্ৰমে ভায়েক ৰামচন্দ্ৰক অধিকাৰৰ নিৰ্মালি দিছিল। এই কথা কেশৱদেৱৰ চৰিত পুথিত আছে। ৰামচন্দ্ৰদেৱে বেছি বয়স নাপালে। সম্ভৱ তীৰ্থ কৰিবলৈ গৈ তীৰ্থমৃত্যু বৰণ কৰিলে।[1] সেই কাৰণেই বোধহয় সন্যাসী হৈ যোৱা বুলি এটা আনুমানিক কিংবদন্তী কুৰুৱাবাহী বংশত প্ৰচলিত আছে।

ৰামচন্দ্ৰদেৱ অপুত্ৰক কি অবিবাহিত আছিল। তেওঁৰ পাছত তেওঁৰ ককায়েক ৰামকৃষ্ণদেৱৰ দুই পুত্ৰৰ প্ৰথম পুত্ৰ চাৰুচন্দ্ৰদেৱ কুৰুৱাবাহীৰ অধিকাৰ হয়। দ্বিতীয় পুত্ৰ হৰিচন্দ্ৰদেৱে ডিফলু সত্ৰ স্থাপন কৰে। যদ্যপি ডিফলু চাৰি সত্ৰৰ মাজত গণ্য নহয় তথাপি অধিকাৰ হওঁতে নিৰ্মালি কাৰণ চাৰিসত্ৰৰ এজনৰপৰাই লয়। চাৰুচন্দ্ৰদেৱৰপৰা অধস্তন ৬ষ্ঠ পুৰুষ কুৰুৱাবাহী সত্ৰাধিকাৰ শ্ৰীশ্ৰীভূধৰচন্দ্ৰদেৱৰ প্ৰথম পুত্ৰ সন্তান শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ গোস্বামী বৰ্ত্তমান আউনীআটীৰ সত্ৰাধিকাৰ। এখেত মিশ্ৰদেৱৰপৰা অধস্তন নৱম পুৰুষ।

ভূধৰচন্দ্ৰ প্ৰভুৰ পুত্ৰসন্তান হোৱা নাছিল। সেয়ে মনত এটি দুঃখ আছিল। এবাৰ চহৰ ফুৰিবলৈ গৈ কছাৰীহাট বামুণগাঁৱৰ নামঘৰত শিষ্য ভক্ত সমন্বিতে বহি থাকোঁতে ক'ৰবাৰপৰা ঘপহ কৰে দুজন সন্ন্যাসী ওলালহি। তাৰে এজন মৌনী। মৌনীজনে বোলে কথা নাই বতৰা নাই পোনছাটেই প্ৰভু

---

১। কুৰুৱাবাহীৰ বংশাবলীমতে ভায়েক কিন্তু কেশৱদেৱ চৰিতকাৰ দ্বিজ কবিচন্দ্ৰৰ মতে ভতিজা আৰু দ্বিজ অম্বৰীষৰ মতে পুতেক। কোনটো ঠিক নিৰ্ণয় কৰা টান হৈ পৰিছে। মিশ্ৰবাপুৰ দুই পুত্ৰ আছিল বুলি আন ঠাইতো উল্লেখ পোৱা যায়। প্ৰয়াণৰ সময়ত ৰামচন্দ্ৰ কোলাৰ কেঁচুৱা অথবা মাতৃগৰ্ভত। সম্ভৱ সেই কাৰণেই সহমৰণ বৰণ নকৰিলে। কুৰুৱাবাহীৰ গোসাঁইসকলৰ মতে ৰামচন্দ্ৰ হেনো সন্ন্যাসী হৈ গৈছিল। সেইটো নহ'ব লাগে কাৰণ দ্বিজ কবিচন্দ্ৰই কোৱা মতে, "ৰামচন্দ্ৰ দেহ তেজিলন্ত জেমে যাই। আপুন সত্ৰত কৰ্ম্ম কৰিলন্ত এবে। আপুন সত্ৰত প্ৰভু (কেশৱদেৱ) আছিলন্ত

বহা আসনতে এঁদাত্তিত বহিল গৈ। সন্ন্যাসীজনৰ এই উদ্ধত ব্যৱহাৰ ভকত শিষ্যসকলে বিসদৃশ পাইছিল যদিও প্ৰভুৰ ইঙ্গিতত কোনেও একো নকৈ মনে মনে থাকিল। কথাই কথাই সন্ন্যাসীৰ আগত প্ৰভুৱে অপুত্ৰকতা দুঃখৰ কথা ক'লত সন্ন্যাসীয়ে অলপ মন্দিৰৰ ধূলা হাতে লৈ মন্দিৰৰ সিংহাসন প্ৰদক্ষিণ কৰি আহিবলৈ কৈ সেই ধূলা এটা তাবিজত ভৰাই ধাৰণ কৰিবলৈ ক'লে। "সেই তাবিজ ধাৰণ কৰিলে এটি পুত্ৰ সন্তান হ'ব আৰু সন্তান ৰাজতুল্য হ'ব। কিন্তু সন্তানৰ ছমহীয়া কালতে মাতৃ বিয়োগ ঘটিব, আপুনি পুনৰ বিবাহ কৰাব লাগিব—সেই দ্বিতীয়া ভাৰ্য্যাৰপৰা আৰু এটি পুত্ৰ হ'ব।" এই কথা লিখি দি সন্ন্যাসী গুচি গ'ল। কেনি গ'ল ক'লৈ গ'ল কোনেও কব নোৱাৰিলে।

হেমচন্দ্ৰদেৱ প্ৰভুৰ মাতৃৰ নাম আছিল ভদ্ৰাদেবী। সন্ন্যাসীৰ লগত সাক্ষাতৰ অলপদিন পাছতে আই মাতৃ গৰাকী সন্তানসম্ভৱা হ'ল। ১৮২৭ শকৰ জেঠ মাহৰ ২৪ দিন যোৱাত শুক্লা চতুৰ্থী তিথিত শ্ৰীশ্ৰীহেমচন্দ্ৰ গোস্বামী ভূমিষ্ঠ হয়। জন্মৰ পাছৰপৰা দিন যোৱাৰ পাঁচমাহ পূৰ নৌ হওঁতেই প্ৰভুৰ মাতৃবিয়োগ ঘটে। এই সময়ত ভূধৰচন্দ্ৰদেৱৰ প্ৰায় চল্লিছ বছৰমানহে হৈছিল। পিতৃ-মাতৃ উভয়ৰ কাম পিতৃদেৱেকে অকলে কৰিব লগা হৈছিল। এজন ধাইমাতৃ আছিল যদিও পিতৃদেৱেকে কেঁচুৱাটি ৰাতি নিজৰ লগতহে শুৱাইছিল। ঘৰত দ্বিতীয় এগৰাকী তিৰুতা মানুহ নথকাত ঘৰ চম্ভলা টান হৈ পৰিলত ভূধৰচন্দ্ৰ প্ৰভুৱে দ্বিতীয়বাৰ দাৰ পৰিগ্ৰহ কৰিব লগা হ'ল। এই বিবাহৰ ফলত চাৰিটি কন্যা আৰু এটি পুত্ৰ সন্তানৰ জন্ম হয়। এই দ্বিতীয় পুত্ৰ শ্ৰীৰামচন্দ্ৰ গোস্বামী। এওঁ কুৰুৱাবাহী বংশত জ্যেষ্ঠানুক্ৰমে বৰ্ত্তমান তৃতীয়।

হেমচন্দ্ৰদেৱ প্ৰভুৰ শিক্ষা সত্ৰৰে পাঠশালাত আৰম্ভ হয়। ছাত্ৰ হিচাবে মেধাবী আৰু ক্ষিপ্ৰকাৰী আছিল। স্কুলীয়া শিক্ষাৰ উপৰিও সত্ৰৰ পৰিবেশত পুৰণি পদ গীতমাতৰ লগত সৰুতেই পৰিচয় ঘটিছিল। বাৰ বছৰ বয়সত প্ৰভুৰ উপনয়ন হয়। উপনয়নৰ এবছৰ পাছতে পিতৃদেৱক জ্বৰ ৰোগত ৫৫ বছৰ

---

তেবে॥" ৰামচন্দ্ৰই দেহত্যাগ কৰাৰ পাচত কৰ্ম্ম কৰাৰ যি কথা কৈছে তাৰপৰা সন্ন্যাস লোৱাষাৰ সুবুজায় সন্ন্যাসীৰ শ্ৰাদ্ধাদি কৰ্ম্ম নাই। 'দেহ তেজিলন্ত জেবে যাই' কথাটোৱে তীৰ্থলৈ যাওঁতে তেহা তেজিল আৰু বাতৰি পাই সত্ৰত ক্ৰিয়া-কৰ্ম্ম কৰিছিল—এনে সম্ভাবনা সূচায়। কথাটো নিষ্পত্তি কৰিব পৰা নগ'ল। খুব সম্ভৱ ৰমচন্দ্ৰ ভায়েকেই। কবিচন্দ্ৰই যে ভতিজা বুলিছে সেইটো ৰামচন্দ্ৰদেৱৰ পাছত তেওঁৰ ভতিজা চাৰুচন্দ্ৰদেৱ অধিকাৰ হোৱা কথাৰ লগত সানমিহলি কৰি ভুল কৰা যেন লাগে। পুতেক বোলায়াৰ ভুলেই।

বয়সতে বৈকুণ্ঠী হয়। সংসাৰত দ্বিতীয় এজন বয়োজ্যেষ্ঠ নাছিল। তথাপি জ্যেষ্ঠ পিতৃ-পুত্ৰ দদাক ৺গুণচন্দ্ৰদেৱ গোস্বামী আৰু কুৰুৱাবাহীৰ বৰ্ত্তমান অধিকাৰ শ্ৰীশ্ৰীযোগানন্দদেৱ গোস্বামী প্ৰভুৱে হেমচন্দ্ৰদেৱৰ পঢ়া-শুনাৰ প্ৰতি সততে চকু দিছিল।

১৮৪২ শকৰ বহাগত ভুবনচন্দ্ৰদেৱৰ ঠাইত শ্ৰীশ্ৰীযদুচন্দ্ৰদেৱ কুৰুৱাবাহীৰ সত্ৰাধিকাৰ পদত অধিষ্ঠিত হ'ল। নিৰ্ম্মালি লোৱাৰ কাৰণে চাৰিসত্ৰীয়া প্ৰথা অনুসৰি আউনীআটীৰ কমলচন্দ্ৰদেৱক আমন্ত্ৰণ কৰিছিল। এই সুযোগতে কমল-চন্দ্ৰ প্ৰভুৱে সত্ৰৰ কাৰণে গোসাঁই ল'বা এটিৰ বাবে অনুৰোধ জনায় আৰু প্ৰকাৰান্তৰে উপনীত কিশোৰ হেমচন্দ্ৰ প্ৰভুৰ কথাই ইঙ্গিত কৰিছিল। কথা-বতৰা হৈ কমলদেৱ প্ৰভু গোলাঘাটৰ ফালে চহৰ ফুৰিবলৈ গ'ল আৰু তাত থাকোঁতেই সত্ৰলৈ ল'ৰা নিয়াৰ বিষয়ে সকলো কথা-বতৰা পকাপকি হ'ল। গোলাঘাটৰ চকৰ শেষ কৰি সত্ৰলৈ ধনশিৰি নদীয়েদি ভটীয়াই যাওঁতে দাদাক গুণচন্দ্ৰ গোস্বামীদেৱে ভকত কেইজনমানেৰে সৈতে মহুৰা মুখৰ বাহৰতে কমলচন্দ্ৰ প্ৰভুক লগ ধৰে আৰু হেমচন্দ্ৰ প্ৰভুক গতাই দি আহে।

সত্ৰলৈ লৈ আহি প্ৰভুক পুবহাটীৰ ঘাই আলিৰ সন্মুখতে থকা বহাত কমলদেৱ প্ৰভুৱে থকা-মেলাৰ দিহা কৰি দিয়ে আৰু কেইমাহমান পাছত মাঘত গোবিন্দপুৰীয়াৰ নিৰ্ম্মালি দিয়ে। কামৰূপৰপৰা বৈকুণ্ঠনাথ শৰ্ম্মা ব্যাকৰণতীৰ্থক অনাই প্ৰভুৰ পঢ়া-শুনাৰ সু-ব্যৱস্থা কৰি দিয়ে। সত্ৰৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আদি শিক্ষাৰ কাৰণে কেইজনমান বয়োবৃদ্ধ মুখ্য বৈষ্ণৱক ভাৰ দিছিল আৰু অধিকাৰ জনাই সময় উলিয়াই নিজেও চকু দিছিল। প্ৰভুৱে বৰ যত্নেৰে পঢ়া-শুনা কৰিছিল আৰু সেই অনুপাতে অধ্যয়নত আগো বাঢ়িছিল। পাছে সত্ৰৰ আভ্যন্তৰীণ অৱস্থা সেইছোৱা সময়ত অধ্যয়ন আৰু অধ্যাপনাৰ অনুকূল নাছিল। অশান্তিৰ পৰিবেশতো প্ৰভুৱে কোনো পক্ষৰে কথাৰ মাজত নাথাকি অধ্যয়ন কাৰ্য্যতে মুৰ পুতি লাগি আছিল। কিন্তু কোনো সময়ত যদি কোনোৱে কমলদেৱ প্ৰভুৰ বিপক্ষে কোনো কথা কৈছিল তাৰ মৃদু আৰু দৃঢ় বাক্যেৰে প্ৰতিবাদ কৰিছিল আৰু অন্তিম সময়লৈকে কমলদেৱ প্ৰভুৰ পৰিচৰ্য্যাত মনোযোগী আছিল। ইতিমধ্যে পুবহাটী অগ্নিদগ্ধ হোৱাত অধিকাৰে নিজৰ গৃহতে খালি হৈ থকা একাংশত থাকিবলৈ যুগুত কৰি দিলে। নিৰাপত্তা আৰু পৰিবেশৰ ফালৰপৰা ভাল হ'ল যদিও, পুলিচ, পহাৰা আদি কিছুমান ব্যাঘাত-জনক অৱস্থাৰ মাজত থাকিব লগা হ'ল। তাৰ ফলত প্ৰভুৱে মনৰ জোখাই

পঢ়া-শুনা কৰিবলৈ সুবিধা নাপাইছিল। ইতিমধ্যে সত্ৰৰ পৰিবেশৰ কাৰণে নে ঘৰুৱা অসুবিধাৰ কাৰণে বৈকুণ্ঠনাথ ব্যাকৰণতীৰ্থ ঘৰলৈ গৈ নহাত তেওঁৰ ঠাইত বৰপেটাৰ প্ৰসিদ্ধ মিশ্ৰবংশৰ প্ৰাণকৃষ্ণদেৱ ভাগৱতী আহিল। ভাগৱতীদেৱৰ গুৰিত শাস্ত্ৰ-অধ্যয়ন কৰাৰ উপৰিও বৈষ্ণৱ ধৰ্ম্মৰ বিষয়ে সবিশেষ জ্ঞান লাভ কৰিবলৈ সুযোগ পাইছিল। কমলচন্দ্ৰদেৱৰ প্ৰয়াণৰ পাছত এওঁলোক দুয়োজন সত্ৰ এৰি গুচি যোৱাত সত্ৰ অধ্যাপকশূন্য হৈ পৰিল। এই অৱস্থাটো হেমচন্দ্ৰ-দেৱৰ পক্ষে মনোগ্ৰাহী নোহোৱাত লীলাকান্ত প্ৰভুৱে আকৌ কামৰূপৰপৰাই গৰ্গনাথ বিদ্যাবিনোদক অনালে। তেওঁৰ গুৰিত কিছুদিন অধ্যয়ন কৰাৰ পাছতে লীলাকান্ত প্ৰভু বৈকুণ্ঠী হোৱাত ২১ বছৰ বয়সতে আউনীআটী হেন সত্ৰৰ অধিকাৰৰ দায়িত্ব গ্ৰহণ কৰিব লগা যি হলেই, আৰ্থিক জঞ্জালেও মেৰিয়াই ধৰিলে। অধ্যয়নৰ যি প্ৰৱল ধাউতি আছিল সত্ৰ-ধুৰাৰ হেঁচাত তাক মনতে মাৰ নিয়াব লগা হ'ল। এইজনা প্ৰভুৱে ডেকা অৱস্থাত থাকোঁতেও কেতিয়াবা অৰ্থাভাৱাৱস্থাত পৰিলে সেই কথা আনৰ আগত প্ৰকাশ কৰিবলৈ লজ্জাবোধ কৰিছিল। যিহেতু আৰ্থিক আগমৰ ডেকাজনাৰ স্বতন্ত্ৰ ব্যৱস্থা থকাতো সি সঙ্কুলন নহ'ল কিয় ? আয়-ব্যয়ত অনিয়ন্ত্ৰিত আখ্যা পাব বুলিয়েই সত্ৰৰ ভঁৰালৰ-পৰাও সেই অভাৱ পূৰণ কৰিবলৈ ইচ্ছা নকৰি নিজৰ আয়-ব্যয় নিয়ন্ত্ৰণ কৰিয়েই সেই অসমতা সমাধান কৰি লৈছিল। "দানং বিত্তানুসাৰতঃ" 'আৰ্জ্জন চাই ভগন' এই নীতিবচনলৈ লক্ষ্য ৰখাটো পিচৰ সত্ৰীয়া কাৰ্য্য পৰিচালনতো সকলোৱে লক্ষ্য কৰিছিল। পাছে "উদ্যোগিনং পুৰুষসিংহমুপৈতি লক্ষ্মীঃ" বুলি যিসাৰ নীতিবাক্য আছে সেই আষাৰ সৰস্বতীতো লগাব পাৰি। উদ্যোগী পুৰুষৰ ওচৰলৈ অকল লক্ষ্মীয়েই নহয় সৰস্বতীও আহে। হেমচন্দ্ৰ প্ৰভু লব্ধবিদ্যাক নিজ পৰিশ্ৰম আৰু অদমনীয় জ্ঞানস্পৃহাৰে মহীয়সী কৰিবলৈ সক্ষম হৈছিল। যোল-সোতৰ বছৰ বয়সৰপৰাই পুৰণি পদপুথি আৰু নাটবোৰ পঢ়ি তাৰ অনুকৰণত নিজেও লিখিবলৈ অভ্যাস কৰিছিল। সেই বয়সতে দণ্ডীপৰ্ব্ব নামৰ নাট এখন লিখিও সম্পূৰ্ণ কৰিছিল। কবিকৰ্ম্মৰ প্ৰতি সৰুৰেপৰা প্ৰভুৰ মনৰ প্ৰৱণতা আছিল। লগৰীয়া ল'ৰাৰ লগত কথা পাতোঁতে পদ তুলাড়ি ছন্দত উত্তৰ দিয়া এটা ধেমেলীয়া অভ্যাস হেনো প্ৰভুৰ সৰু কালত আছিল। এই স্বভাৱজ গুণৰ কাৰণেই পাছৰকালত দায়িত্বৰ গধুৰ বোজা লৈও, লুইতৰ উত্তাল খহনীয়াত ডুবাৰকৈ সত্ৰ স্থানান্তৰিত কৰাৰ দুৰ্গতি সহ্য কৰিও, ৰাইজীয়া কামৰ মাজত থাকিও প্ৰায় ত্ৰিশখন পদ, নাট, প্ৰৱন্ধ আৰু সাময়িক সমস্যাৰ

পুথি লিখিবলৈ সমৰ্থ হৈছিল। সেই শিকাৰ হেঁপাহ আজিও মোলান পৰা নাই। কুশাগ্ৰতীক্ষ্ণ বুদ্ধি, অনলস স্বভাৱ আৰু তীব্ৰ জ্ঞানলিপ্সা, এই আটাইকেইটা গুণৰ সমাবেশত দীৰ্ঘকাল গুৰুমুখাৎ শ্ৰুত বিদ্যাৰ জুতি নোপোৱাকৈও প্ৰভু শাস্ত্ৰত পাৰংগত, তৰ্কত নিপুণ আৰু ব্যাখ্যানত এজন সৰস বক্তা।

ডেকাপদত থাকোঁতে ডিব্ৰুগড় বাহৰত ৺লোকেশ্বৰ শৰ্ম্মা নামৰ এজন অসামান্য জ্যোতিষীয়ে প্ৰভুক সেৱা কৰিবলৈ আহিছিল। জ্যোতিষীয়ে প্ৰভুৰ কপাললৈ দৃষ্টি কৰি হঠাতে ক'লে, "প্ৰভুৰ দেখিছো এই সত্ৰৰ অধিকাৰ পদত অধিষ্ঠিত হ'বলৈ সৰহ দিন নাই।" প্ৰভুৱে অস্বস্তি বোধ কৰি জ্যোতিষীক এই ফলিতাৰ কথা আনক ক'বলৈ নিষেধ কৰিলে। জ্যোতিষীৰ আচম্বিত ফলিতা, অধিকাৰৰো বয়স তেতিয়া মাত্ৰ ৩৬ বছৰমান—গতিকে প্ৰভুৱে এই ফলিতাৰ কথাত গুৰুত্ব নিদিলে। আনবিলাকেও জ্যোতিষী বাপুৱে কব লাগে এটা ক'লে বুলি ভাবি মনে মনে থাকিল। কোনে ভাবিছিল লোকেশ্বৰ শৰ্ম্মাই বাটতে পাই উবাঙতে কোৱা বুলি ভবা কথা এষাৰ এনেকৈ দুটা বছৰ নৌ যাওঁতেই ফলিয়াব? ১৮৪৬ শকৰ জেঠ কি আহাৰত জ্যোতিষীজনে ওপৰত কোৱা ফালিতাবাণী দিছিল। ১৮৪৮ শকৰ আষাঢ়ত অধিকাৰ প্ৰভু লীলাকান্ত বৈকুণ্ঠী হ'ল আৰু হেমচন্দ্ৰ গোস্বামী প্ৰভু সত্ৰাধিকাৰৰ গাদীত বহিব লগা হ'ল।

অধিকাৰৰ দায়িত্ব গ্ৰহণ কৰাৰ সময়ত সত্ৰত এটা প্ৰধান অভাৱ আছিল—ডেকা-অধিকাৰ নাই, গোবিন্দপুৰীয়া যি নায়েই। আউনীআটীৰ বহুত ডেকা গোস্বামীৰ অকাল তিৰোধান হৈছিল কিন্তু কোনো কালেই ডেকা-অধিকাৰ নথকাকৈ সত্ৰত অধিকাৰজনা থাকিব লগা হোৱা নাছিল। এই অভাৱ দূৰ কৰাই প্ৰথম আৰু উপস্থিত কৰ্ত্তব্য বুলি ভাবি প্ৰভুৱে গোসাঁইৰ ল'ৰা এজন বিচাৰ কৰাৰ কাৰণে সত্ৰস্থ ভকত বৈষ্ণৱক গোট-খুৱাই পৰামৰ্শ কৰিলে। বৈষ্ণৱসকলে কুৰুৱাবাহীৰ ল'ৰা এটা অনাৰে ইচ্ছা প্ৰকাশ কৰে। বোকাখাত কুৰুৱাবাহীত উপযুক্ত ল'ৰা নথকাত নগাঁৱৰ গেদাৰবৰীত থকা কুৰুৱাবাহী ডালত এটি ল'ৰা থকা বুলি জানি তেওঁকে অনাৰ কাৰণে চেষ্টা কৰিবলৈ সকলোৱে মত দিলে। ল'ৰা চাই সকলো ফালৰ কথাবাৰ্ত্তা স্থিৰ হলত ১৮৪৯ শকৰ ১৭ আহাৰত বৰ্ত্তমান ডেকা-অধিকাৰ শ্ৰীশ্ৰীবিষ্ণুচন্দ্ৰদেৱ গোস্বামীক সত্ৰলৈ অনা হয়। তাৰ ৬ মাহ পাছতে অধিকাৰে তেওঁৰ উপনয়ন কৰ্ম্ম সম্পন্ন কৰে। ডেকা গোসাঁইৰ সংস্কৃত শিক্ষাৰ অৰ্থে প্ৰভুৱে বৰপেটাৰ পৰা প্ৰাণকৃষ্ণ মিশ্ৰক পুনৰ সত্ৰলৈ অনালে আৰু পঢ়া-শুনাৰ সুব্যৱস্থা কৰি

দিলে। ইমানতে সন্তুষ্ট নাথাকি সত্ৰত যাতে সংস্কৃত বিদ্যাৰ পদ্ধতিমূলক নিৰন্তৰ চৰ্চ্চাৰ সুবিধা হয় তাৰ অৰ্থে প্ৰাণকৃষ্ণ মিশ্ৰদেৱৰ লগত সুযুক্তি কৰি এখনি চতুষ্পাঠী স্থাপন কৰে। এই চতুষ্পাঠীৰ নাম 'কমলদেৱ চতুষ্পাঠী'। এই চতুষ্পাঠীখন অসম সংস্কৃত বোৰ্ডৰ অন্তৰ্ভুক্ত আৰু অনুমোদিত।

হেমচন্দ্ৰ প্ৰভু সত্ৰাধিকাৰ পদত কাৰ্য্যতঃ ১৮৪৮ শকৰ ৯ আহাৰৰ দিনাই অধিষ্ঠিত হৈছিল, পাছে আনুষ্ঠানিকভাৱে চাৰিসত্ৰীয়াৰ অন্ততঃ এজনৰ নিৰ্ম্মালি আৰু শান্তিৰে অভিষিক্ত হোৱা নাছিল। এই কাম যদিও চলাজনাৰ আদ্য-শ্ৰাদ্ধৰ দিনাই প্ৰায়ে হৈ থাকে তথাপি কেতিয়াবা কিবা কাৰণত পাছতো হয়। বিশেষতঃ সেই সময় ঘোৰ বাৰিষাৰ দিন, তাতে অভাৱ অনাটনৰো এটা অৱস্থা চলি আছিল। ইত্যাদি কাৰণত ১৮৪৯ শকৰ মাঘৰ ২২ দিন যোৱাত এই অভিষেক উৎসৱ পতাৰ দিনবাৰ স্থিৰ হ'ল। ভকত-বৈষ্ণৱসকলে বৰ উৎসাহেৰে আয়োজন কৰাত লাগি গ'ল। চাৰিসত্ৰৰ বাকীকিখন সত্ৰৰ প্ৰভুসকলক নিমন্ত্ৰণ জনোৱা হ'ল। দক্ষিণপাটীয় শ্ৰীশ্ৰীনাৰায়ণচন্দ্ৰদেৱ আৰু কুৰুৱাবাহীৰ শ্ৰীশ্ৰীযদুচন্দ্ৰদেৱ প্ৰভুদ্বয় উপস্থিত হ'লহি। প্ৰায় এমাহমানৰ আগৰপৰাই সত্ৰৰ বাহিৰ-ভিতৰ জনাকীৰ্ণ হৈ পৰিছিল। ব্ৰহ্মপুত্ৰৰ বালিত সত্ৰাধিকাৰ সন্ত-মহন্তসকলৰ বাহৰ পাতি দিয়া হৈছিল আৰু ভিতৰতে অতিথিশালত বহুত গণ্যমান্য লোক আহি আছিল। চৰকাৰে শান্তি শৃঙ্খলাৰ কাৰণে যথাবিহিত ব্যৱস্থা কৰিছিল যদিও সেয়ে পৰ্য্যাপ্ত ন'হব বুলি ভকত-বৈষ্ণৱসকলৰ ফালৰপৰাও কিছুমানে এই বিষয়ে তদ্‌বিৰ কৰাৰ ভাৰ লৈছিল। সেইদিনা পুৱাৰপৰা জনতাৰ লানি নিছিগা হৈছিল। পুৱা ৮ বজাৰপৰাই জলপান আৰু চাউল-সিধা উপস্থিত ৰাইজক বিলোৱা হৈছিল। সত্ৰত সেইদিনা নিমন্ত্ৰিত অনিমন্ত্ৰিত ইমান লোকে খাইছিল যে সত্ৰৰ চাৰিও হাটীৰ সমুখত থকা দ খাৰৈবোৰ জলপানৰ পাত্ৰ আৰু ত্যাগ কৰা জলপানেৰে পোত গৈছিল। ব্ৰহ্মপুত্ৰৰ বালিতো দুমাইল জুৰি ভাত বন্ধা চৰুৱে দ'ম বান্ধিছিল।

দুপৰীয়া অভিষেক উৎসৱ আৰম্ভ হৈছিল। জনতাৰ হেঁচা-টেপাত ক'তো বিৰ দি সন্ধি পাবলৈ নাছিল। দক্ষিণপাটীয় আৰু কুৰুৱাবাহীৰ জনাক বাহৰৰপৰা বাদ্যেভাণ্ডে আগবঢ়াই আনিবৰ সময়ত জনতা-সমুদ্ৰতো উত্তাল ঢৌ উঠিল! নামঘৰ সোমোৱাৰ লগে লগে প্ৰজাৰ হেন্দোলনি আৰু একোৰ চৰিল, সকলোৰে ইচ্ছা নামঘৰৰ ভিতৰ সোমাই বা বাহিৰৰপৰা হ'লেও কোনো এক সুচল ঠাইৰপৰা অভিষেক উৎসৱ চায়। কিন্তু সেইটো দেখাতে অসম্ভৱ

আছিল। দুই ডজন সশস্ত্ৰ পুলিচ, সত্ৰৰ ডেকা ভকত আৰু ওচৰৰ গাৱঁৰ যুৱকসকলে আপ্ৰাণ চেষ্টা কৰিও একোপধ্যে শৃঙ্খলা লগাব নোৱাৰিছিল। পাছে এইবোৰে একেযোগে যি কাম কৰিব নোৱাৰিলে লীলাকান্ত প্ৰভুৰ দিনত গড় মাৰি ধৰা দঁতাল হাতীটোৱে অকলেই সেই কাম মুহূৰ্ত্ততে কৰি দিলে। ৰাঙলী-চ'ৰাৰ ওচৰত ৬/৭টা হাতী শোভাৰ অৰ্থে শাৰী কৰি সজাই থোৱা হৈছিল। জনতাৰ উঠুলি-মুঠুলি আৰু হেঁচা-ঠেলাত গচকত মানুহ মৰাৰ অৱস্থা হওঁতে এই দন্তাল হাতীটো কি কাৰণত অধীৰ হৈ জনতাৰ মাজেৰে লৰ ধৰিলে কিন্তু ক'তো এটা শিশুৰো অপকাৰ নকৰিলে। জনতাৰ মাজত ত্ৰাসৰ সঞ্চাৰ কৰি শ শ পুলিচৰ কাম অকলেই সমাধা কৰি সত্ৰৰ দন্তাল বৰমেধি আকৌ নিজ ঠাইলৈ উভতি আহিল। জনতাৰ মাজতো শৃঙ্খলা লাগিল।

অভিষেক মহোৎসৱক উপলক্ষ্য কৰি বাকী তিনিখন সত্ৰৰ প্ৰায়ে দুজনা কেতিয়াবা তিনিওজনাৰে এখন সত্ৰত শুভোদয় হয়। এই দৃশ্য চাবলৈকে অগণন প্ৰজা হিলদোল ভাঙি আহে। প্ৰজাৰ ভৰত বসুমতী টলমল কৰে। তেনে বিপুলভাৱে সমাগত জনতাক ভোজন সামগ্ৰী দিয়া, থাকিবলৈ সুবিধা যোগোৱা, শৃঙ্খলা পৰিপাটিৰে কাৰ্য্য সমাধা কৰা, এইবোৰ অলপীয়া কাম নহয়। এখন কংগ্ৰেছ মহাসভাই কোটি টকা খৰচ কৰিহে যি ব্যৱস্থা কৰে সত্ৰ একোখনৰ এনে উৎসৱত ৰাইজে নখ জোকাৰিয়ে চৰকাৰী সহায়তা নোহোৱাকৈও তাকে কৰে। আমাৰ সত্ৰবোৰৰ বিশেষ কৰ্ম্ম-পদ্ধতি, পাৰিপাট্য আৰু জনতাৰ স্বতঃস্ফূৰ্ত্ত নেতৃত্ব আজিও অনুকৰণীয়।

অধিকাৰ পদ গ্ৰহণ কৰাৰ পাছতে প্ৰভুৰ দুটা প্ৰধান চিন্তাৰ কাৰণ হ'ল, সত্ৰৰ আৰ্থিক স্থিতি, আৰু সত্ৰ-সম্পত্তিৰ স্বামিত্ব সম্পৰ্কীয় সমস্যা। লীলাকান্ত প্ৰভুৰ শ্ৰাদ্ধ মহোৎসৱৰ কাৰণে ঋণ গ্ৰহণ কৰিব লগা হৈছিল; এই কথা পূৰ্ব্বে উল্লুকিওৱা হৈছে। সেই ঋণ পৰিশোধ কৰি আৰ্থিক অৱস্থা টনকিয়াল নকৰিলে সত্ৰৰ চিৰ-প্ৰতিষ্ঠিত গৌৰৱ ৰক্ষা কৰি পৰ্ব্ব-মহোৎসৱ পতাহে নালাগে, সত্ৰ-পৰিচালনাৰ মাসিক ব্যয়লৈকো ঘাতি পৰাৰ আশঙ্কা উপস্থিত হৈছিল। এই বিষয়ত কিবা কৰিব লাগিলে অগণন শিষ্য-প্ৰশিষ্যই একমাত্ৰ ভৰসা, গতিকে প্ৰভুৱে পোনতে চহৰ ফুৰিবলৈ যোৱাকে স্থিৰ কৰিলে। ইয়াৰ বাহিৰেও সৰুসুৰা মাৰিবলগীয়া জেওঁা বহুত আছিল, ভাঙিবলগীয়া আউলো কিছু আছিল। সেইবোৰক একেলগে সামৰি লোৱাতকৈ শনৈঃ পন্থাই উৎকৃষ্ট উপায় বুলি

সত্ত্বহতে প্ৰথম ক্ৰম্ ছিচাপে চহৰ ভ্ৰমণৰ ব্যৱস্থা কৰাই বুদ্ধিমানৰ কাম হ'ব বুলি নিৰূপণ কৰিলে।

এই কথা নিশ্চয় কৰি সত্ৰ পৰিচালনাৰ যাৱতীয় ব্যৱস্থা কৰি অভিষেক উৎসৱৰ এমাহ পাছতে ২৮ ফাল্গুন সোমবাৰে সত্ৰৰ ঘাটৰপৰা নাও মেলে। লগত ১৪ খনমান বৰনাৱেৰে প্ৰায় ১৩০ জনমান ভকত গৈছিল। লগত ডেকাজনাকো লৈ গৈছিল। এই যাত্ৰাত কুকুৰাবাহী, জুমলীগড়, খুমটাই, মৰঙ্গী আৰু নগাবালি আদি ঠাইত প্ৰভু ৰৈছিল। নগাবালি বাহৰতে দত্তদেৱ প্ৰভু আৰু লীলাকান্ত প্ৰভুৰ তিথিও পয়োভৰেৰে উদ্‌যাপিত হৈছিল। নগাবালি বাহৰতে দ্ৰৌপদীৰ বস্ত্ৰহৰণ নাটৰ ভাৱনা সত্ৰৰপৰা ভকতসকলে আহি কৰিছিল। ৰাইজৰ নেৰা-নেপেৰা অনুৰোধত দুদিনকৈ সেই ভাৱনা কৰিব লগা হৈছিল। সেই ভাৱনাত ইমান মানুহ গোট খাইছিল যে ল'ৰা-ছোৱালীৰ সঙ্কট অৱস্থা হোৱাৰ ভয়ত বিশেষ নিৰাপত্তাৰ ব্যৱস্থা কৰিবলগীয়া হৈছিল।

অভিষেক উৎসৱ আৰু এই চহৰ ভ্ৰমণত অজস্ৰ ধন বস্ত্ৰ সত্ৰই লাভ কৰিছিল। গোবিন্দমহাপ্ৰভু হেনো ৰজোগুণীয়া; য'তে থাকে ত'তে সম্পত্তি বাঢ়ে। এই কথা বংশীগোপাল প্ৰভুৰ দিনতে সত্ৰলৈ অহাৰেপৰা মহাপ্ৰভুৱে প্ৰমাণ কৰি দেখুৱাইছে। হেমচন্দ্ৰ প্ৰভুৰ এই ভ্ৰমণ আৰু পাছৰ তিনি-চাৰি ভ্ৰমণত সত্ৰৰ আৰ্থিক স্থিতি সন্তোষজনক হৈ পৰিল। পাছে প্ৰভুৰ মনত এটা চিন্তাই খু-দুৱাবলৈ ধৰিলে—সত্ৰৰ এই যে মাটি-বাৰী ধন-সম্পত্তি বিপুল বিভূতি, এইবোৰ সত্ৰাধিকাৰৰ নে, ভকতসকলৰ নে, নে ৰাইজৰ। প্ৰভুৱে ভাবিলে সত্ৰৰ ষাই ধৰণী শিষ্যসকল। তেওঁলোকৰ হৈ গোবিন্দমহাপ্ৰভুৰ সম্পত্তি সত্ৰস্থ বৈষ্ণৱসকলৰ সহযোগত অধিকাৰে ৰক্ষণাবেক্ষণ কৰে। গতিকে সত্ৰৰ সম্পত্তিৰ গৰাকী গোবিন্দমহাপ্ৰভু। অধিকাৰ কেৱল গোবিন্দৰ সেৱক, মুখ্য ন্যাস-ৰক্ষী, শিষ্য প্ৰশিষ্য ভকত বৈষ্ণৱেই বিৰাট ন্যাস-মণ্ডলী, পূৰ্ব্বৰ সত্ৰাধিকাৰসকল বৈকুণ্ঠগামী হ'লে সত্ৰৰ সকলো সম্পত্তি পাছৰজনা অধিকাৰৰ নামত নামজাৰি কৰাৰ নিয়ম চলি আহিছিল। সেই কাম কৰাওঁতে সত্ৰৰ কেইবা হাজাৰ টকা খৰছো হৈছিল। হেমচন্দ্ৰ প্ৰভুৱে "সত্ৰৰ ভূমি-সম্পত্তি আৰু অন্যান্য অস্থাৱৰ সম্পত্তি গোবিন্দমহাপ্ৰভুৰ হে, আমাৰ নহয়, গতিকে আমাৰ নামত নামজাৰি হবৰ আৱশ্যক নাই" এই বুলি চৰকাৰক যুক্তি দৰ্শোৱাত চৰকাৰেও সেই যুক্তি মানি ললে। দেৱানী আদালতত নিজে উপস্থিত নহৈ প্ৰতিনিধিৰ যোগে সকলো কৰাবপৰাৰ স্থায়ী আদেশো প্ৰভুৱে কৰাই ললে।

সত্ৰত বিনা পটাই বন্দুক ৰখাৰ অনুমতি কমলদেৱ প্ৰভুৱে আজীৱনকাল পৰ্য্যন্তহে পাইছিল; সিও কমলদেৱ প্ৰভুৰ নিজ নামত আছিল। এইজনা প্ৰভুৱে সত্ৰ থাকে মানে অনুমতি-পত্ৰ বিনাই বন্দুক ৰখাৰ বিশেষ অনুমতি কৰাই লৈছিল।

ইয়াৰ পাছতে যি লোকগণনা হৈছিল তাত গণনাকাৰীৰ প্ৰশ্নতো প্ৰভুৱে নিজৰ সম্পত্তি একো নাই বুলি উত্তৰ দিছিল। গণনাকাৰীয়ে সুধিছিল—এ যে নানা সম্পত্তি দেখিবলৈ পাইছো এইয়া কাৰ? প্ৰভুৱে উত্তৰ দিছিল—সত্ৰৰ অৰ্থাৎ গোবিন্দমহাপ্ৰভুৰ। তেতিয়া বোলে গণনাকাৰীয়ে সুধিছিল যে প্ৰভুৰ যদি কিবা সম্পত্তি কেতিয়াবা হয় তেতিয়া কি হ'ব? প্ৰভুৱে উত্তৰ দিছিল—"আমাৰ যদি কিবা সম্পত্তি ওলায় চৰকাৰী কৰিব।" ইয়াৰ প্ৰায় দহ বছৰৰ পাছত সত্ৰত গণতান্ত্ৰিক পদ্ধতি প্ৰৱৰ্ত্তন কৰিবৰ অভিপ্ৰায়েৰে প্ৰভুৱে কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰিছিল। সত্ৰত সকলো কাৰ্য্যৰ সমালোচনাৰে প্ৰভুক পৰামৰ্শ দিবলৈ আৰু কাৰ্য্যত সহায়তা কৰিবলৈ সত্ৰ-সংৰক্ষিণী সমিতি নামেৰে চাৰিওহটীয়া বৈষ্ণৱসকলে বাচি দিয়া সভ্যেৰে এখন সমিতি সংগঠিত কৰি লোৱা হয়। ইয়াৰ বাহিৰেও সত্ৰৰ একান্তৰক্ষণীয় কিছুমান মৌলিক ৰীতি-নীতিৰো বিপৰ্য্যয় দেখা গৈছিল। একনায়কত্ব শাসন বৰ্ত্তমান কালত শাসক বা শাসিত কাৰোপক্ষেই মঙ্গলজনক নহয়। এনে ধৰণৰ স্বৈৰশাসন-মূলক পৰিচালনাৰ কাৰণেই সত্ৰত অশান্তিময় পৰিস্থিতিৰ উদ্ভৱ হৈছিল। এই সভাৰ প্ৰথম অধিবেশনৰ দিনা প্ৰভুৱে কৈছিল—"আমাৰ কাৰণে সত্ৰ নহয়, সত্ৰৰ কাৰণেহে আমি, গতিকে সত্ৰৰ ঐহিক আধ্যাত্মিক স্বাৰ্থৰক্ষা কৰা সত্ৰবাসী আৰু সত্ৰসম্পত্তিৰ যোগক্ষেম বহণ কৰা সকলোৰে পক্ষে পৰম কৰ্ত্তব্য।" প্ৰভুৱে এই সমিতিখনৰ লগত আলোচনা কৰিয়েই আজিলৈকে সত্ৰৰ আৱশ্যকীয় কাৰ্য্য চলাই আহিছে। তাৰ ফলত এতিয়া সত্ৰৰ যাৱতীয় কাম শান্তি আৰু উৎসাহেৰে সুন্দৰকৈ সমাধা হৈ আছে। কমলদেৱ প্ৰভুৰ দিনৰপৰা সত্ৰত যি মতভেদ আৰু তজ্জনিত অশান্তি হৈছিল বা পাছলৈকো উমাই উমাই আছিল সেইবোৰ দেখি শুনি প্ৰকৃত ভৱিষ্যত-দ্ৰষ্টাৰদৰে পাছৰ কথা আগতে চিন্তি প্ৰভুৱে এই ব্যৱস্থা কৰিলে। এই কামত প্ৰভুৰ কেৱল অকপট স্বাৰ্থলেশ-শূন্যতাই ওলাই পৰিছে এনে নহয়, বিৰাট দায়িত্বৰ গৌৰৱ বহন কৰা লোক এজনৰ কৰ্ম্মচতুৰতাও প্ৰকাশ পাইছে।

১৮৫০ শকৰপৰা ১৮৫৬ শকৰ জেঠলৈকে প্ৰভুৱে তিনিবাৰ দীৰ্ঘলীয়া

চহৰভ্ৰমণৰ কাৰণে সত্ৰৰপৰা বাহিৰলৈ ওলাইছিল। এটাই কেউবাৰ প্ৰজাৰ বিপুল আগ্ৰহ অভূতপূৰ্ব্ব সমাদৰ লাভ কৰিছিল। এই আউনীআটীয় প্ৰভু-জনাই নিজ গাম্ভীৰ্য্য, তীক্ষ্ণধী, মৃদুভাষণ আৰু কাকো আঘাত নিদিয়াকৈ সজ আৰু উচিত কথা দৃঢ়তাৰে কব জনা অনন্যসাধাৰণ পটুতা, এইবোৰ গুণৰ বলত প্ৰজাৰ হৃদয় জয় কৰিব পাৰিছিল। এই ভ্ৰমণতে কেইবাজনো বিশিষ্ট লোকৰ লগত প্ৰভুৰ সাক্ষাৎ হৈছিল। ১৮৫২-৫৩ শকত আইন অমান্য আন্দোলনো চলি আছিল। এই আন্দোলনৰ বিষয়ে প্ৰভুৰে সাক্ষাৎভাৱে আলোচনা-বিলোচনা কৰাৰ সুযোগ পাইছিল। চৰকাৰৰ ফালৰপৰাও প্ৰভুৰ মন বুজা আৰু ভ্ৰমণৰ উদ্দেশ্য কি জানিবলৈ তলে তলে চেষ্টা চলিছিল। ১৮৫৪ শকৰ কাতি মাহত (১৯ কাতিত) উত্তৰ গুৱাহাটী সত্ৰত তৰুণৰাম ফুকনে প্ৰভুক সেৱা কৰিবলৈ গৈছিল। সেই সুবিধাতে সত্ৰৰ বিষয়ে কথা-বতৰা হোৱাৰ উপৰিও চলি থকা আন্দোলনৰ গঢ়-গতি আৰু ভৱিষ্যত সম্পৰ্কেও দুয়োজনে গভীৰভাৱে আলোচনা কৰিছিল। দেশভক্ত ফুকনে প্ৰভুক কৈছিল—"এই আন্দোলনত প্ৰভুৰ আন্তৰিকতা থকা আমি কামনা কৰোঁ। অৱশ্যে বাহ্যিকভাৱে তাত নামি পৰাটো বৰ্তমান আমাৰ কাম্য নহয়।" তেখেতৰ পৰামৰ্শমতেই আন্দোলনকাৰী কোনো কোনোৱে প্ৰভুৰপৰা অৰ্থ সাহায্যও আনিছিল।

সেই শকৰে মাঘত তেজপুৰ বাহৰত থাকোঁতে ৰাজ্যপাল চাৰ মাইকেল কিনৰ লগত প্ৰভুৰ ২২ তাৰিখে দুপৰীয়া ব্ৰহ্মপুত্ৰৰ মাজত দেখা হৈছিল। সাক্ষাৎ প্ৰসঙ্গত চৰকাৰৰ আইন শৃঙ্খলা ৰক্ষাৰ কাৰ্য্যত প্ৰভুৰ সক্ৰিয় প্ৰভাৱ প্ৰয়োগ কৰিবলৈ অনুৰোধ কৰিছিল। প্ৰভুৰে যুক্তিপূৰ্ণ অথচ নিৰ্ভীক উক্তিৰে তাৰ প্ৰত্যুত্তৰ দিছিল। প্ৰভুৰে কৈছিল—"সত্ৰসমূহ জনতাৰ বস্তু, ৰাইজে আৱশ্যক উপলব্ধি কৰিছে বাবেই সত্ৰসমূহ জীৱিত হৈ আছে। আমিও সেইদৰে ৰাইজে বাচি অনা সত্ৰৰ ৰখীয়াহে। গতিকে ৰাইজৰ মনৰ গতিৰ বিৰুদ্ধে যোৱা আমাৰ পক্ষে সম্ভৱ হ'ব জানো।" এই কথা শুনি ৰাজ্যপালে সুধিলে—"তেনেহ'লে কোনো লোকে চৰকাৰ-বিৰোধী কাম কৰিলে তেওঁ প্ৰভুৰপৰা (from your holiness) প্ৰেৰণাহে পাব নে কি?" প্ৰভুৰে সমিধান দিলে—"সেইটো কেনেকৈ হ'ব, ব্যক্তি আৰু জনতাৰ শক্তিৰ মাজত বহুত প্ৰভেদ।" এই সাক্ষাতত দোভাষীৰ কাম কৰিছিল আউনীআটীৰে প্ৰপন্ন শিষ্য সাহিত্য কাণ্ডাৰী ৰায় বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱাই। কিছুদিন পাছত আকৌ শিৱসাগৰৰ উপায়ুক্ত ক্লে চাহাব সত্ৰলৈ আহি প্ৰভুৰ

লগত সাক্ষাৎ কৰিছিল। এই সাক্ষাতৰো পৰোক্ষ উদ্দেশ্য আছিল স্বাধীনতা আন্দোলনৰ প্ৰতি প্ৰভুৰ মনোভাব বুজা। প্ৰভুৱে চাৰ মাইকেল কিনক কোৱা কথাকেই কৈছিল।

কেইবছৰমান আগৰেপৰা ব্ৰহ্মপুত্ৰই এডেও ছুডেওকৈ সত্ৰখন আত্মসাৎ কৰাৰ চেও ধৰি আছিল। সেই সময়তে নতুন সত্ৰ পাতিব লগা হ'লে পাতিব পৰাকৈ 'লোৰৰ পাৰ' বুলি এঠাইত চৰকাৰী মাটি কিছু সত্ৰৰ নামত হুকুম কৰাই লৈছিল; কাৰণ মাজুলীত সত্ৰ পতাৰ উপযুক্ত দেৱোত্তৰ মাটি নাছিল। এইটো প্ৰভুৰ বৰ দূৰদৃষ্টিমূলক কাম আছিল। ১৮৫৭ শকৰ আহাৰ মাহত ব্ৰহ্মপুত্ৰৰ মহাবাহুৱে চপৰাচপৰে পাৰ খহাই আনি সত্ৰৰ ভেটিত হাত দিলেহি। কেইদিনমানৰ ভিতৰতে নৈ আহি সত্ৰৰ ওচৰ পাওঁ পাওঁ হ'ল। আহাৰৰ এদিন যোৱাত বাৰিষাকালতে নামঘৰ ভাঙিবলৈ আৰম্ভ কৰি তাক উঠাই লৈ নকৈ লোৱা ঠাইত সত্ৰ নিৰ্ম্মাণৰ কাৰ্য্য সত্ৰীয়াসকলে খৰতকীয়াকৈ চলাবলৈ ধৰিলে। ৰণ লাগিলে যেনে খৰতৰ বেগেৰে কাম হয় নতুন সত্ৰৰ নিৰ্ম্মাণৰ কামো অনুৰূপ বেগেৰে চকুৰ পচাৰতে হৈ যাবলৈ ধৰিলে। আহিনত বিজয়া দশমীৰ দিনা বৃহৎ নৌকা সংযোগ কৰি তাৰ ওপৰত গৃহ নিৰ্ম্মাণ কৰি গোবিন্দ মহাপ্ৰভুক আৰোহণ কৰাই ২৪ আহিন লক্ষ্মী-পূৰ্ণিমাৰ দিনা সত্ৰাধিকাৰ প্ৰভু নতুন সত্ৰলৈ যাত্ৰা কৰে। নতুন সত্ৰৰ নিৰ্ম্মাণদক্ষতা প্ৰভুৰ নিজা। জোখ-মাখ, দূৰত্ব, সম-মিতি, কোনো ফালৰপৰা যাতে ক্ষুণ্ণ নহয় তালৈ প্ৰভুৱে নিজে চকু দিছিল। বিবিধ গছ-গছনি ৰোৱাই সত্ৰখনক আশ্ৰমৰ শান্ত সুন্দৰ তাপহাৰী কৰি আকৰ্ষণীয় কৰি তুলিবলৈ প্ৰভুৱে যত্নৰ অকণো কাৰ্পণ্য কৰা নাছিল। এই নতুন ঠাইত সত্ৰ পাতিব লগা হোৱাত শিষ্যবৰ্গই নিজ নিজ শক্তি অনুসাৰে মুক্ত হস্তে দান বৰঙণি আগ বঢ়াইছিল। সত্ৰৰ প্ৰপন্ন শিষ্য ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা আৰু ডিব্ৰুগড়ৰ সোনোৱাল সম্প্ৰদায়ৰ মুখ্য শিষ্য বিষ্ণুৰাম কেৰাণীৰ দান সৰ্ব্ববৃহৎ। বিষ্ণুৰাম কেৰাণীৰ এটা দঁতাল হাতীও সত্ৰৰ কামৰ কাৰণে প্ৰভুক ভেট কৰিছিল। সত্ৰৰ খহনীয়া অৱস্থাত পূৰ্ব্বৰ পিনিচ নাওখনি নষ্ট হৈ যোৱাত প্ৰভুৰ অনুশোচনা আছিল যে তেখেতৰ দিনতে সত্ৰৰ এটি সম্পত্তি নষ্ট হৈ গ'ল। এই ভাৱনাই নতুন উদ্যম যোগোৱাত প্ৰভুৱে নতুন সত্ৰত গৈ সত্ৰৰে শিল্পী ৺নাৰায়ণ বায়ন, লক্ষ্মীনাথ বায়ন আৰু মদন ধানদিয়া-ভড়ঁালীক নিযুক্ত কৰি আগৰখনতকৈও ধুনীয়া আৰু সা-সুবিধাযুক্ত ভ্ৰমণ নৌকা এখন তৈয়াৰ কৰালে।

নতুন সত্ৰলৈ যদিও আগতে অহা হৈছিল, মণিকূট প্ৰৱেশ আৰু নামঘৰ প্ৰতিষ্ঠা ১৮৬২ শকৰ কাতিতহে আনুষ্ঠানিকভাৱে সম্পন্ন হৈছিল।

নতুন সত্ৰত স্থিতাপি লোৱাৰ অলপ দিন পাছতে অসমৰ ৰাজ্যপাল চাৰ এণ্ড্ৰু ক্লু' চাহাব উজনিলৈ আহিছিল। সেই যাত্ৰাতে মাজুলীৰ কমলাবাৰী নামৰ সদৰ যেন ঠাইতে তেখেতক ১৮৬৬ শকৰ দুই ফাগুনত অভ্যৰ্থনা জনাবলৈ আয়োজন কৰা হৈছিল। উদ্যোক্তাসকলৰ নিমন্ত্ৰণত প্ৰভু আৰু দক্ষিণপটীয়াজনা প্ৰভুৱেও তালৈ যোৱাৰ স্থিৰ কৰিছিল। ২ ফাগুনত দুয়ো পাৰৰ লোকৰ বিৰাট সমাগমত গাম্ভীৰ্য্যপূৰ্ণ সভা হৈছিল। সভাৰ লগতে ৰাজ্যপালে সুকীয়াকৈ দেখা কৰিবলৈ প্ৰথমে প্ৰভুক আৰু তাৰ পাছতে দক্ষিণ-পটীয়াজনাক সময় নিৰ্দ্ধাৰিত কৰিছিল। পাছে দক্ষিণপাটীয়জনাই প্ৰভুৰে একেলগে দেখা কৰাৰ ইচ্ছা প্ৰকাশ কৰাত প্ৰভুৱে সেইৰূপেই দেখা কৰিবলৈ সম্মতি দিছিল। এই দেখা কৰা কাৰ্য্যত দোভাষীৰ কাম কৰিছিল ৺হেৰম্ব-প্ৰসাদ বৰুৱাই। আলাপ আলোচনা কৰাৰ পাছত ৰাজ্যপালে প্ৰভুক এটি প্ৰশ্ন কৰিছিল। ৰাজ্যপালে সুধিছিল—"বৰ্ত্তমান জগতত ধৰ্ম্মভাব বৃদ্ধি পাইছে নে হ্ৰাস পাইছে, কোনটো হৈছে বুলি আপুনি ভাবে?" প্ৰভুৱে মুহূৰ্ত্তৰ ভিতৰতে এটি গভীৰ বিশ্লেষণমূলক উত্তৰ দিলে। প্ৰভুৱে ক'লে—"বৰ্ত্তমান জগতত ধৰ্ম্মৰ বিশ্লেষণ বৃদ্ধি পাইছে কিন্তু বিশ্বাস হ্ৰাস পাইছে।" ক্লু' চাহাবে এনে বিচক্ষণ উত্তৰ শুনি সেইপিনেই তল গ'ল, মূৰ দুপিয়াই উত্তৰটি সমৰ্থন কৰিলে। পাছত হেনো হেৰম্বপ্ৰসাদ বৰুৱাক কৈছিল—"He is an exceptionally intelligent person"—অৰ্থাৎ তেওঁ এজন অনন্যসাধাৰণ মেধাবী পুৰুষ।

ইংৰাজসকলৰ বহুতো লোক প্ৰভুৰ গুণমুগ্ধ আছিল। এসময়ত শিৱসাগৰত উপায়ুক্ত থকা কেণ্ট্‌লি চাহাবৰ জোঁৱায়েক টি. টি. এচ. হেইলি চাহাব যোৰহাটত উপায়ুক্ত হৈ আহি তেওঁৰ শহুৰেকৰ লগত থকা প্ৰীতি নিবন্ধন সুঁৱৰি প্ৰভুক সপৰিবাৰে দেখা কৰি গৈছিল। অলপ সময়ৰ অগাপিছাকৈ স্বৰ্গীয় গোপীনাথ বৰদলৈ, বিৰিঞ্চি কুমাৰ বৰুৱা, মাধৱ বেজবৰুৱা, উকীল যদুনাথ বৰুৱা, হেড্‌মাষ্টৰ জেহিৰুদ্দিন আহ্‌মদ আদি বিশ্ববিদ্যালয়ৰ অৰ্থসংগ্ৰহৰ কাৰণে আহি প্ৰভুৰ লগত কথা-বতৰা হৈ যায়। প্ৰভুৱেও এটি উপযুক্ত অৰ্থৰাশি দান কৰাৰ প্ৰতিশ্ৰুতি দিয়ে।

সেই সময়ত গান্ধীজীৰ আহ্বানত অস্পৃশ্যতা দূৰীকৰণৰ ভাৰত-জোৰা

আন্দোলন চলি আছিল। সেই সম্পৰ্কে ভাৰতৰ ধৰ্ম্মাচাৰ্য্যসকলৰ অভিমতৰ ওপৰত ৰাইজে গুৰুত্ব দিছিল। কোনো কোনো ধৰ্ম্মগুৰুৱে সমৰ্থন দিছিল আৰু কিছুমানে বিৰোধীৰ ভূমিকা লৈছিল। আনসকলে আকৌ নিৰপেক্ষতাৰ ভাও জুৰি বহি আছিল। অসমতো বহুতে প্ৰভুৰ অভিমত এটি প্ৰকাশ হ'ব লাগে বুলি প্ৰাৰ্থনা জনাইছিল। অসমত সত্ৰসমূহ, বিশেষকৈ চাৰি-সত্ৰই শ্ৰুতি স্মৃতিৰ বিধান মানি চলি, ধৰ্ম্ম আৰু সমাজ ৰক্ষাৰ কৰ্ত্তব্যৰপৰা অকণো বিচ্যুত নোহোৱাকৈ, পালন কৰি আহিছে। এখেতসকলৰ অভিমত যে গুৰুত্বপূৰ্ণ তাক ক'বই নালাগে। আকৌ আন-পাকেদি চালে সত্ৰাধিকাৰসকলৰ পক্ষেও খাটাং মত আৰু স্থিৰ উপদেশ দিয়াটো যে অতি কঠিন কাম সিও সহজে অনুমেয়। এই বিষয়ে নেতৃস্থানীয় লোকসকলৰ আৰু স্থানে স্থানে ৰাইজৰো অনুৰোধত প্ৰভুৱে "হিন্দু সমাজলৈ গোহাৰি" বুলি এখন গোহাৰি-পত্ৰ প্ৰকাশ কৰিছিল। সেই গোহাৰিৰ প্ৰত্যেকটি শাৰী জুখি-মাখি অতীত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ কথা মনত ৰাখি স্থিৰ যুক্তিৰে লিখা। গোহাৰিখনত সমাজ বিষয়ত প্ৰভুৰ অন্তঃপ্ৰসাৰিণী চিন্তাশক্তিৰ চিক্-মিকনি দেখিবলৈ পোৱা যায়। গোহাৰিখন যৎকিঞ্চিৎ দীঘলীয়া হ'লেও খণ্ডা ভাঙি মাজৰপৰা তুলি াদলে সুপৰিচয় পোৱা নেযাব; গতিকে সম্পূৰ্ণকৈ তুলি াদিয়া হ'ল।

## হিন্দু সমাজলৈ গোহাৰি

"ৰাজনীতি আৰু ধৰ্ম্মনীতিৰ মাজত অবিচ্ছেদ্য সম্পৰ্ক থকাবাবে সমগ্ৰ ভাৰততে হিন্দুসমাজত থকা অস্পৃশ্যতা দূৰ হ'ব লাগে বুলি ৰাজনীতিজ্ঞ মনীষীসকলে বহুদিনৰে-পৰা মত প্ৰকাশ কৰি আহিছে। উক্ত মনীষীসকলৰ অভিমত এয়ে যে ৰাষ্ট্ৰই স্বাধীনতা লাভ কৰিবলৈ হ'লে বা ৰাষ্ট্ৰৰ অখণ্ডতা বা নিৰাপত্তা ৰক্ষা কৰিবলৈ হ'লে হিন্দুসমাজত থকা অস্পৃশ্যতা দূৰ হোৱা একান্ত আৱশ্যক। বৰ্ত্তমান সময়ৰ নিচিনা তীব্ৰ প্ৰগতিশীল যুগপৰিবৰ্ত্তনৰ দিনত প্ৰত্যেক জাতিৰ অখণ্ডতা আৰু একতা সংস্থাপিত নহ'লে জাতিৰ জাতিত্ব বা জাতীয় সংস্কৃতি আৰু ধৰ্ম্মৰক্ষা কৰা সুদূৰ পৰাহত হৈ পৰিব। বৰ্ত্তমান দেশৰ আদৰ্শই মনীষীসকলৰ এই অভিমত পৰিপুষ্টৰূপেই প্ৰতিবিম্বিত কৰি দৰ্শাইছে আৰু অন্যান্য প্ৰদেশত ইয়াৰ প্ৰতিক্ৰিয়াও ঘটিছে। এনে প্ৰত্যক্ষ নিদৰ্শন দেখিও যদি আমাৰ হিন্দুসকল নিচেষ্ট হৈ থাকে তেনেহলে ইয়াৰ পৰিণাম যে কোনো কালৰপৰাই মঙ্গলজনক নহ'ব ই ধ্ৰুৱ সত্য।

"কোনোসকলে কথাপ্ৰসঙ্গত সুবিধা বুজি কয় যে অস্পৃশ্যতাৰ কাৰণে হেনো

আমালোক ( সত্ৰৰ অধিকাৰ সকলহে ) দায়ী। কিন্তু এই অভিযোগ আমি স্বীকাৰ কৰিব নোখোজোঁ।—যিহেতু হিন্দুসমাজৰ অস্পৃশ্যতা শ্ৰুতি-স্মৃতিসম্মত পৰম্পৰাগত আচাৰ। সত্ৰসমূহৰ সংস্থাপক পূৰ্ব্বীয় মহৎ পুৰুষসকলে শ্ৰুতি স্মৃতি নিয়মানুৰ্বৰ্ত্তিতাৰে চলি অসমৰ হিন্দুসমাজক উদ্বোধিত ৰাখিবলৈহে সত্ৰবিলাক স্থাপন কৰিছিল। বৰ্ত্তমানলৈকে অসমত সত্ৰবিলাক হিন্দুসমাজৰ আদৰ্শস্থানীয় হৈ আছেও। একোখন সত্ৰব কেইদিনমানৰ কাৰণে পৰিচালনাৰ ভাৰ পাই সত্ৰৰ মৌলিক নীতিৰ প্ৰতিকূলে স্বাভিৰুচিৰে সত্ৰবিলাক পৰিচালনা কৰিবলৈ বা সত্ৰৰ হৈ মত প্ৰকাশ কৰিবলৈ যোৱাটো ন্যায়সঙ্গত হ'ব বুলি আমি নাভাবো। বিশেষকৈ অস্পৃশ্যতাবৰ্জ্জনৰ আৱশ্যকতা প্ৰথম উপলব্ধি কৰিছে সুবিখ্যাত ৰাজনীতিজ্ঞসকলে। এইখিনিতে উপলব্ধি কৰি চোৱা ভাল যে ৰাজনীতি আৰু ধৰ্ম্মনীতি পৃথক হ'লেও কাৰ্য্য লৈ উভয় নীতিৰ অবিচ্ছেদ্য সম্বন্ধ—যিহেতু ৰাজনীতিয়ে ধৰ্ম্মনীতিক ৰক্ষা কৰে আৰু ধৰ্ম্মনীতিয়ে মঙ্গলকামনাৰে ৰাজনীতিৰ পোষকতা কৰে। ৰাজনীতিজ্ঞসকলৰ প্ৰচাৰ কাৰ্য্যৰদ্বাৰা আৰু দেশ-বিদেশৰ খবৰেৰে দেশৰ পৰিস্থিতি বুজি হিন্দুসমাজে নিজৰ আৰু দেশৰ নিৰাপদতাৰ কাৰণে অস্পৃশ্যতা বৰ্জ্জনৰ আৱশ্যকতা উপলব্ধি কৰি অসমৰ হিন্দুসমাজৰ নেতা বুলি ভাবিথকা সত্ৰাধিকাৰসকলৰ মত সাপেক্ষে যদি অপেক্ষা কৰে সেইক্ষেত্ৰতহে সত্ৰাধিকাৰসকলৰ মত প্ৰকাশৰ সাৰ্থকতা থাকে। আমাৰ হিন্দুসমাজ বৰ্ত্তমান অনভিজ্ঞ অন্ধবিশ্বাসী হৈ থকা নাই যে সত্ৰীয়াসকলে যি ক'ব তাকে নিৰ্ব্বিচাৰে গ্ৰহণ কৰি ল'ব।

"ব্যক্তি-স্বাধীনতা পাবলৈ কৰা আন্দোলনত আজি সমগ্ৰ পৃথিবী তল-ওপৰ লাগিছে। সেই স্বাধীনতা পাবলৈকে অস্পৃশ্যতা বৰ্জ্জনৰ আৱশ্যক হৈ উঠিছে। এনে ব্যক্তি-স্বাধীনতা কেৱল ৰাজনীতিক্ষেত্ৰতে বোধহয় সীমাবদ্ধ নহয় আৰু হবও নোৱাৰে। সম্ভৱপৰ সকলোক্ষেত্ৰতে ই প্ৰযোজ্য হ'ব। ধৰ্ম্মক্ষেত্ৰতো ব্যক্তি-স্বাধীনতা মানি লবই লাগিব। কিন্তু অনুকূল জনমত সংগঠন নোহোৱাকৈ নেতৃত্ব ক্ষমতাৰে কোনো নীতি নিয়ম বলেৰে চলাবলৈ যোৱা মানে স্বাধীনতা হৰণ কৰিবলৈ যোৱা। তেনে কাৰ্য্যই সমাজত সুশৃঙ্খলাতকৈও বিশৃঙ্খলতাহে বেছি কৰিব। তেনে কাৰ্য্য উদ্দেশ্য সাধনৰ সহায়ক হলেও প্ৰশংসনীয় নহয় বুলি আমি ভাবোঁ। দেশকালৰ অৱস্থা সহজে সমানে বুজা সকলোৰে পক্ষে সম্ভৱ নহয়। হিন্দুসমাজৰ যিসকল লোকে অস্পৃশ্যতা দূৰীকৰণৰ আৱশ্যকতা অনুভৱ কৰিছে সেইসকলে হিন্দুসমাজৰ জনমত সংগঠনৰ কাৰণে নিজৰ অভিমত প্ৰকাশ কৰা অৱশ্য-কৰ্ত্তব্য।

* * * *

"এইবিলাকৰ উপৰিও ভাৰতৰ অন্তৰ-বিপ্লৱৰ বিষম সমস্যা হৈছে, ধৰ্ম্মগত জাতি-ভেদ। এই বিপ্লৱে বেছি ব্যতিব্যস্ত কৰি তুলিছে ভাৰতৰ হিন্দুসমাজক। হিন্দুসমাজৰ ভিতৰত একতাৰ অভাৱ। আজি জগতত একতা ব্যতিৰেকে কোনো ক্ষেত্ৰতে কাৰো

সামূহিক সাফল্য দেখিবলৈ পোৱা নাযায়। ভাৰতৰ হিন্দুসমাজ যথেষ্ট গৰিষ্ঠ সংখ্যক হৈও তদনুৰূপে সাফল্য লাভ কৰিব পৰা নাই একতাৰ অভাৱতেই। এই অনৈক্যৰ মূল কেৰোণ প্ৰতিপন্ন হৈ উঠিছে হিন্দুসমাজৰ মাজত থকা অস্পৃশ্যতা। এই অস্পৃশ্যতা হিন্দুসমাজৰপৰা অতি শীঘ্ৰে দূৰীভূত নহ'লে হিন্দুসমাজৰ ভৱিষ্যত উজ্জ্বলতাহীন যেন অনুমান হয়।

"ভাৰতৰ দক্ষিণ-পশ্চিম অঞ্চলত আইনপ্ৰণয়নাধিকাৰ পোৱা ৰাজনৈতিক মনীষী-সকলে আইনৰ বলেৰে অস্পৃশ্যসকলক মন্দিৰ প্ৰৱেশাধিকাৰ দিবলৈ যত্ন কৰিছে। আইনৰ বলেৰে বহিৰ্জগতৰ ইষ্টক প্ৰস্তৰ নিৰ্ম্মিত প্ৰাণহীন মন্দিৰৰ দ্বাৰ মুক্ত কৰিবলৈ সমৰ্থ হলেও উচ্চহিন্দুসমাজৰ অন্তৰজগতৰ সহানুভূতিসম্পন্ন হৃদয়মন্দিৰৰ প্ৰীতিদ্বাৰ উন্মুক্ত নহলে হিন্দুসমাজৰ সম্প্ৰীতিমূলক একতা নঘটিব। বলেৰে জাপিদিয়া একতাই হিন্দুসমাজৰ ইষ্টতকৈ অনিষ্ট ঘটোৱাৰ সম্ভাৱনাও বোধহয় কম নহয়।"

স্বাধীনতা লাভৰ পিচত বিভিন্ন ঠাইত স্বাধীনতা উৎসৱ উপলক্ষে ভাৱনা কৰা হৈছিল। প্ৰভুৱে আউনীআটী সত্ৰৰপৰা ভাৱনা নৃত্য-গীত আদি যথা-সম্ভৱ মুখ্য মুখ্য স্থানলৈ পঠাইছিল। যোৰহাটত উৎসৱ সমিতিৰ নিমন্ত্ৰণত দ্ৰৌপদী স্বয়ংবৰ ভাৱনাটিকে প্ৰভুৱে পঠাইছিল। সেই ভাৱনাই অতি উচ্চ প্ৰশংসা লাভ কৰিছিল। যোৰহাটৰ গায়ন গাঁৱৰ ৰাইজেও নিমন্ত্ৰণ এদিন ভাৱনাখন চাইহে হেপাহ পলুৱালে। পৰ্ব্বত-ভৈয়াম প্ৰীতি-সপ্তাহ পালনত ৰাজ্যপাল আকবৰ হাইদৰিৰ পৰিবাৰ মুখ্য উদ্যোক্তা আছিল। তেখেতৰ আমন্ত্ৰণ-ক্ৰমেও সত্ৰৰ ভাৱনা, হৰিনাম নতুৱা আদি ছিলঙলৈ সত্ৰৰপৰা গৈছিল। ছিলঙৰ ৰাইজৰ অনুৰোধত দুদিনকৈ ভাৱনা কৰিব লগা হৈছিল। পৰ্ব্বত-ভৈয়ামৰ প্ৰীতিসপ্তাহৰ অলপ আগতে চাৰ আকবৰ হাইদৰি সপৰিয়ালে আহি সত্ৰত প্ৰভুক দেখা কৰেহি। ৰাজ্যপালে অসমীয়া আৰ্হিৰে প্ৰভুক যথাযোগ্য সন্মান প্ৰদৰ্শন কৰিছিল। এই সুযোগতে ভাৱনা নাচ-গীত আদিকো ছিলঙলৈ নিমন্ত্ৰণ কৰি যায়। এই কালছোৱাত চহৰ ফুৰোতেও প্ৰভুৱে ভাৱনা আদি কৰাই ৰাইজক সদায় আনন্দ দিছিল আৰু ভাষণ আদিৰে ধৰ্ম্মলৈ মন আকৰ্ষণ কৰাৰ চেষ্টা কৰিছিল। জয়পুৰ কংগ্ৰেছ অধিবেশনৰ সময়তে হোৱা সৰ্ব্বোদয় প্ৰদৰ্শনীলৈকো সত্ৰৰ নৃত্যগীত আমন্ত্ৰিত হোৱাত দল এটি প্ৰভুৱে পঠাইছিল। সেই দলটিয়ে সন্মানজনক প্ৰশংসা লাভ কৰিছিল। এইদৰে প্ৰভুৰ দিনত সত্ৰৰ নৃত্যগীত অসমত আৰু ভাৰতৰ আন ঠাইতো প্ৰসিদ্ধ হৈ পৰিছিল। শুনা যায় প্ৰভুৱে নিজে আগত থাকি এই দলবিলাকক তালিম দিয়াইছিল।

১৮৭১ শকত গোলাঘাটৰ পিনে চহৰ ফুৰিবলৈ যাওঁতে কুকুৰাবাহীত

সোমাই মদনগোপাল মহাপ্ৰভুক সেৱা কৰেগৈ। এই সুযোগতে প্ৰভুৱে নিজ ঘৰতে মাহীমাতৃক দেখা কৰি আহে। সেই একে সময়তে পিতৃ ভুধৰচন্দ্ৰ দেৱৰ একোদিষ্ট শ্ৰাদ্ধ পৰাত কুৰুৱাবাহী ঘাটিতে শ্ৰাদ্ধ কৰি ৰাতি কুৰুৱাবাহী সত্ৰৰ নামঘৰত প্ৰভুৰ লগত যোৱা ভকতসকলে দিনত নাম-কীৰ্ত্তন, গায়ন-বায়ন, ওজা আৰু ৰাতিলৈ দণ্ডীপৰ্ব্বৰ নাটৰ ভাওনা কৰে। কুৰুৱাবাহীৰ পৰা নাওমেলি গোলাঘাট অভিমুখে যাত্ৰা কৰি খুমটাই, মৰঙ্গী আদি ঠাইত থাকি নগাবালিলৈ যাত্ৰা কৰিলে। ধনশিৰি নৈৰ পানী তৰাং হোৱাত নাও চলোৱা একপ্ৰকাৰ দুঃসাধ্য হৈ উঠিল—নাও টানি টানি নিব লগাত পৰিল। এনে অৱস্থাত পূৰ্ব্বৰ অনুসূচীত নিৰ্দ্দিষ্ট দিনত সময়মতে নগাবালি বাহৰ পাব নোৱাৰি বুলি প্ৰভুৱে ৰাইজক খবৰ দিয়ালে। ৰাইজে লগ হৈ ভাবিলে "কিয় প্ৰভুৰ বাক্য স্খলন হব লাগিছে, আমি সকলোৱেই গৈ তাৰপৰা নাও টানি আনি আজিয়েই নগাবালি বাহৰ পোৱাই দিওঁ।" যেই কথা সেই কাম; প্ৰায় ছশ সাতশমান ৰাইজ প্ৰভুৰ নাও থকা ঠাইত উপস্থিত হ'লগৈ। ধনশিৰিৰ দুইপাৰৰ লোকেও তাতে যোগ দিলেহি। শ শ লোকে নাও টানিবলৈ ধৰিলে। নৈৰ পাৰত মহোৎসৱ হোৱাদি হৈ পৰিল। এইদৰে টানি নি ৰাইজে নাওবোৰ গধূলি নগাবালি বাহৰ পাবলৈ অলপ দূৰ থাকোঁতেই বালি এডোখৰত লগালেগৈ। গধূলি পাৰ হৈ যোৱাত প্ৰভুৱে নাওটনা বন্ধ কৰিবলৈ কলতো ৰাইজে নুশুনে—নগাবালি বাহৰ পোৱাবহে পোৱাব। পাছত প্ৰভুৱে বুজাই ক'লে যে আজি বাহৰ পালেগৈও ৰাতি হব। বোধহয় আজি বাহৰত উঠা গোবিন্দৰ ইচ্ছা নহয়। গতিকে ধীৰে সুস্থিৰে কাইলৈ বাহৰত সোমোৱাই সকলোৰে পক্ষে সুবিধাজনক হ'ব। ৰাইজ অৱশেষত মান্তি হ'ল। পাছ দিনা মহাপয়োভৰেৰে ৰাইজে নি প্ৰভুক বাহৰত তুলিলেগৈ। এনেবোৰ ঘটনাৰপৰাই ৰাইজৰ চাৰিসত্ৰীয়া সত্ৰাধিকাৰ সকললৈ কেনে আন্তৰিক আপোনভাব আৰু ভক্তি আছে তাৰ চাক্ষুস নিদৰ্শন পোৱা যায়। এই কাৰ্য্য কৰিবলৈ কোনো সভা-সমিতি হোৱা নাছিল, কোনেও উদগণি বক্তৃতা দিয়া নাছিল। ই আছিল বতাহৰদৰে আপোনা-আপুনি বলা উৎসাহপ্ৰবাহ।

এই বাহৰত থাকোঁতেই ৰাজ্যপাল শ্ৰীপ্ৰকাশ ডাঙৰীয়াই প্ৰভুক দেখা কৰেগৈ। তেখেতৰ লগত ৰাজনীতি, ধৰ্ম্ম আৰু অন্যান্য বহুত আলোচনা হৈছিল, সেইবোৰ বিষয়ৰ গুৰুত্বতকৈ ৰাজ্যপাল ডাঙৰীয়াৰ হৃদ্যতা আৰু প্ৰাচীন ধৰ্ম্মীয় অনুষ্ঠানৰ প্ৰতি শ্ৰদ্ধা আৰু সদিচ্ছাইহে প্ৰভুক মুগ্ধ কৰিছিল শ্ৰীপ্ৰকাশ

মহোদয়েও প্ৰভুৰ প্ৰতি এটা গভীৰ শ্ৰদ্ধামুগ্ধ ভাব লৈ বাহৰৰপৰা ওলাই আহিছিল। বহুত দিনৰ পাছত ১৯৭০ চনত অসম বিশ্ব-হিন্দু পৰিষদৰ যোৰহাটত পতা দ্বিতীয় মহাসম্মেলনৰ উদ্বোধকস্বৰূপে কাশীত অৱসৰ জীৱন যাপন কৰি থকা শ্ৰীপ্ৰকাশ ডাঙৰীয়াক নিমন্ত্ৰণ কৰা হৈছিল। নিমন্ত্ৰণ-পত্ৰৰ লগতে অসমৰ বিশ্ব-হিন্দু পৰিষদৰ পুস্তিকা দুখন আৰু অন্যান্য জানিবলগীয়া খবৰ দিয়া হৈছিল। শ্ৰীপ্ৰকাশ ডাঙৰীয়া তেতিয়া বাৰ্দ্ধক্যৰ কাৰণে দীঘলীয়া ভ্ৰমণ কৰিবলৈ অসমৰ্থ হৈছিল। সেইকথা বিশ্ব-হিন্দু পৰিষদৰ কাৰ্য্যকৰ্ত্তাসকলৰ জ্ঞাত নাছিল। অলপ দিনৰ পাছতে উত্তৰ আহিল। তেখেতে ইংৰাজীত লিখা চিঠিৰ অসমীয়া ভাঙনি ঃ

"আপোনাৰপৰা আৰু লগতে পঠোৱা পুস্তিকাৰপৰা আপোনালোকে কৰিথকা প্ৰশংসনীয় কামৰ আভাস পাই অতিশয় আনন্দ পাইছোঁ। এই সম্মিলনত যোগ দিব পৰা হ'লে মই নিজকে ভাগ্যবান বুলি ভাবিলোঁহেঁতেন, কিন্তু বৃদ্ধত্বৰ জড়তাৰ কাৰণে এতিয়া দীঘলীয়া যাত্ৰা লোৱাৰ স্বাস্থ্য মোৰ নাই। শ্ৰীশ্ৰীআউনীআটীয় সত্ৰাধিকাৰ অসম বিশ্ব-হিন্দু পৰিষদৰ সভাপতি বুলি জানিবলৈ পাই অতি সুখী হ'লোঁ। তেখেতৰ সশ্ৰদ্ধ স্মৃতি মোৰ মনত এতিয়াও স্পষ্ট হৈ আছে। আশাকৰোঁ তেখেতৰ নেতৃত্বত আপোনালোকৰ কাম পৰিকল্পনা অনুসাৰে আগুৱাই যাব। মোৰ মৰমৰ অসমবাসীক মোৰ অক্ষমতাৰ কথা বুজাই ক'ব। তেওঁলোকক আকৌ এবাৰ চাব পৰা হ'লে কিমান ভাল লাগিলহেঁতেন।"

শ্ৰীপ্ৰকাশ ডাঙৰীয়াৰ এই চিঠিৰপৰাই অনুমান কৰিব পাৰি প্ৰভুৰ ক্ষন্তেকীয়া দৰ্শন আৰু আলাপে মানুহৰ মনত কেনেকৈ মচিব নোৱৰা সাঁচ থৈ যাব পাৰে।

গোলাঘাট চহৰৰপৰা উলটি অহাৰ দুমাহ পাছতে ১৮৭২ শকৰ (১৯৫০) শাওনত প্ৰৱল ভূমিকম্প হয়। এই ভূমিকম্পই উজনি অসমত প্ৰভূত ক্ষতি সাধন কৰিছিল, বিশেষকৈ সোৱনশিৰি অঞ্চলৰ বাইজৰ বিলাই বিপত্তিয়ে পানীত হাঁহ নচৰা অৱস্থা কৰিছিল। এই ভূমিকম্পৰ লগৰীয়া জলপ্লাৱনে ভৌগোলিক পৰিবৰ্ত্তনো সাধিলে। প্ৰভু নতুনকৈ পতা সত্ৰখন লৈয়ো শঙ্কাযুক্ত হ'ল। ইফালে সিফালে ভ্ৰমণ কৰাৰ কাৰ্য্যসূচি লোৱাৰপৰা প্ৰভু বিৰত থাকিল। নদীৰ গতি-গোত্ৰ চাবলৈকো বাট চোৱা প্ৰয়োজন হৈ পৰিল। প্ৰভুৰ আশঙ্কা অমূলক ভীতি নাছিল। নতুন সত্ৰ পাভিবই লগা হ'ল। ব্ৰহ্মপুত্ৰ আহি গাকে পালেহি। আগতে প্ৰভুৱে মনোনীত কৰি ৰখা ঠাইলৈ অস্থায়ী সত্ৰ স্থানান্তৰিত কৰিলে।

সেই অস্থায়ী ঠাইতে ২।৩ বছৰমান অতিবাহিত কৰি এইবাৰ পূৰ্ণাঙ্গ সত্ৰৰ যাবতীয় ঘৰ-দুৱাৰ পুৰাকৈ আৰু নিয়াৰিকৈ সাজিবলৈ বাট নাচাই যোগিনী-ধাৰী নামে নতুন ঠাই এডোখৰত কেৱল নামঘৰ, মণিকূট আদি আৱশ্যকীয় আৰু নহ'লে নোহোৱা ঘৰদুৱাৰখিনি সজাই লৈ ভৱিষ্যতলৈ কি হয় ৰেহৰূপ চোৱাকে স্থিৰ কৰি প্ৰভুৱে সেইমতে নতুন সত্ৰখন পতালে। যি ঠাইত সত্ৰ-খন পাতিব লগা হৈছিল সেই ঠাইখিনি প্ৰভুৱে অগত্যা বাচিছিল, প্ৰকৃততে মনঃপুত হোৱা নাছিল। মাজুলীত সকলোপিনে সুবিধাৰ ঠাই পোৱাও নগ'ল গতিকে দক্ষিণপাৰতো এডোখৰ সত্ৰ পাতিব পৰা মাটি চাইথোৱা ভাল হ'ব বুলি বিবেচনা কৰি ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুবাৰ সৰুচৰাই বাগিছাৰ পতিত মাটি এডোখৰ খৰিদ-সূত্ৰে লোৱাৰ ব্যৱস্থা কৰি ৰাখিলে। নতুনকৈ পতা মাজুলী-সত্ৰৰ নতুন মণিকূটত সমাৰোহেৰে গোবিন্দ মহাপ্ৰভুক সংস্থাপন কৰিলে। এই সময়তে দক্ষিণপাৰৰ্ত্ত মূলসত্ৰ স্থায়ীৰূপে পতাৰ কথাও কোৱা-বখানা কৰা হৈছিল। বাৰে বাৰে ব্ৰহ্মপুত্ৰৰ বৈৰিতা সাধনৰ কাৰণে সত্ৰৰ অপৰিমেয় ধনহানি হৈছিল। সেইদেখি প্ৰভুৱেও তেনেকুৱা চিন্তা এটাক অলপ দিনৰ কাৰণে আশৈ দিছিল। পাছে অসমীয়া ৰাইজৰ মানত মাজুলীৰ ঐতিহ্যমোহ এতিয়াও আঁতৰা নাই, ৰাইজে ভাল নুবুলিলে।

নিৰঞ্জনদেৱৰ দিনৰপৰাই আউনীআটী সত্ৰাধিকাৰ জীৱনত এবাৰ হ'লেও তীৰ্থ কৰিবলৈ ভাৰতৰ প্ৰসিদ্ধ তীৰ্থ—আন নহ'লেও গয়া, গঙ্গা, পুৰীলৈ যোৱাৰ আৰু তাকো নোৱাৰিলে অশ্বক্লান্ত, হাজোৰ মাধৱ আৰু বিশ্বনাথ দৰ্শনৰ সুযোগ লৈছিল। সত্ৰাধিকাৰসকল যাওঁ বুলিলেই যাব নোৱাৰিছিল। বিশেষকৈ তেতিয়াৰ দিনত সদলবলে স্থলযাত্ৰা নিৰাপদ আৰু সুচল নাছিল গতিকে নৌকাযাত্ৰাই একমাত্ৰ গতি আছিল। নৌকা লৈ সকলো তীৰ্থলৈ যোৱা জলপথ নাছিল গতিকে প্ৰায়ে সত্ৰাধিকাৰসকলে মনৰ আশা মনতে মাৰ নিয়াইছিল। হেমচন্দ্ৰদেৱ প্ৰভুৱে আধুনিক যুগৰ লগত মিলাকৈ কিবা এটা ব্যৱস্থা কৰাৰ কথা চিন্তা কৰিলে। তীৰ্থভ্ৰমণ কৰাৰ ইচ্ছা প্ৰভুৱে বহুত দিনৰ পৰা চিন্তা কৰি আছিল, কিন্তু সত্ৰৰ জেওা-জঞ্জাল, বিশেষকৈ ব্ৰহ্মপুত্ৰৰ খহনীয়াত সত্ৰৰ দুৰাৰকৈ দুৰ্গতি হোৱাত আৰু নতুন সত্ৰ পাতিব লগা হোৱাত মনৰ সংকল্প মনতে মাৰ নিয়াব লগা হৈছিল। সেইবোৰৰপৰা অলপ সকাহ পাই এদিন সমূহ বৈষ্ণৱক মতাই অনাই বস্ত্ৰসহিতে এটি চাউল সিধা আগবঢ়াই বৈষ্ণৱথূললৈ সেৱা জনালে আৰু তীৰ্থযাত্ৰাৰ ইচ্ছা প্ৰকাশ কৰিলে। বৈষ্ণৱ-

বৃন্দয়ো এই সদিচ্ছাত সানন্দে সমৰ্থন জনালে। বৈষ্ণৱসকলৰ সমৰ্থন পাই সত্ৰৰ পৰিচালনাৰ ভাৰ ডেকাজনৰ ওপৰত ন্যস্ত কৰি আৱশ্যকীয় উপদেশ পৰামৰ্শ দি ১৮৭৮ শকৰ মাঘমাহত তীৰ্থযাত্ৰাৰ অৰ্থে নাৱেৰে গুৱাহাটী অভিমুখে যাত্ৰা কৰে। প্ৰভুৱে তীৰ্থযাত্ৰাৰ কথা চৰকাৰ আৰু ৰাইজক যথা ব্যৱস্থাৰে জনালে।

দুই-চাৰি বাহৰত অলপ অলপকৈ বৈ চ'তৰ ১৪ দিন যোৱাত গুৱাহাটী পাই উত্তৰ গুৱাহাটীৰ সত্ৰৰ ওচৰৰ বালিৰ বাহৰত ৰ'লগৈ। পাছত পুৰণি সত্ৰৰ ঘৰ-দুৱাৰ মেৰামতি কৰি তাত থাকিবলৈ সুবিধা কৰি ললে। ইয়াত থাকোতেই তীৰ্থযাত্ৰাৰ যি যি সুবিধা কৰি লব লগা আছিল কৰি লৈছিল। তেতিয়াৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে প্ৰভুক এই সময়তে দেখা কৰিবলৈ আহিছিল আৰু প্ৰভুৰ মুখে তীৰ্থযাত্ৰাৰ কথা গম পাই বৰ সন্তোষ প্ৰকাশ কৰিলে আৰু এই কাম সময়োচিত বুলি উদগণি দিলে। মেধি ডাঙৰীয়াই চৰকাৰৰপৰা এই সংক্ৰান্ত যিখিনি সম্ভৱ হয় সহায় কৰিবলৈকো গাত ললে, আৰু প্ৰভুক এবাৰ ছিলং নগৰখনো চাই আহিবলৈ অনুৰোধ জনালে।

মুখ্যমন্ত্ৰী মেধিৰ অনুৰোধ আৰু ছিলঙ ৰাইজৰো আগ্ৰহৰ কথা জানিবলৈ পাই প্ৰভু কেইদিনমানৰ কাৰণে ছিলঙলৈকো গ'ল।

প্ৰথমে প্ৰভুৱে ৰেলৰ ডবা এটা আছুতীয়াকৈ ভাৰা কৰি সেই ডবাতে সকলো ঠাইতে ৰেলেৰে ভ্ৰমণ কৰাৰ কথা ভাবিছিল। কিন্তু ৰেল কৰ্ত্তৃপক্ষৰ লগত পত্ৰ যোগ কৰি জানিব পৰা গ'ল যে এই ব্যৱস্থা অত্যন্ত ব্যয়সাধ্য যে হবই, ইচ্ছামতে সকলো ঠাইলৈ যোৱাৰো সুবিধা পোৱা নাযাব। গতিকে নিজা বাচ এখন লৈ যোৱাটোৱেই প্ৰশস্ত হ'ব বুলি সবহখিনি লোকে প্ৰভুক পৰামৰ্শ দিলে। প্ৰভুৱেও ভাবিচিন্তি সেই পৰামৰ্শ গ্ৰহণীয় বুলি স্থিৰ কৰিলে। ছিলঙত গৈ মেধি ডাঙৰীয়াকে প্ৰমুখ্য কৰি আন মন্ত্ৰী আৰু বিষয়াসকলৰ লগত বাচ এখন ক্ৰয় কৰাৰ সম্পৰ্কে সকলো ফালৰপৰা খৰচি মাৰি কথা-বতৰা হ'ল। সকলোৱে প্ৰভুক লগা সুবিধাখিনি থকাকৈ বাচ-গাড়ী এখন নিৰ্ম্মাণ কৰাই লোৱাটোৱেই সকলোপিনৰপৰা ভাল হ'ব বুলি অভিমত দিয়াত প্ৰভুৱে তাকে কৰাৰ নিশ্চয় কৰিলে। এই বাচখন নিৰ্ম্মাণ কৰোৱাৰ ভাৰ দিয়া হ'ল তেতিয়াৰ পৰিবহন বিভাগৰ সঞ্চালক শ্ৰীহৰিপ্ৰসাদ ৰাজখোৱাক। শ্ৰীৰাজখোৱাই অশেষ যত্নেৰে প্ৰভুৰ মনোমত নক্সা অনুসৰি এই বাচগাড়ীখন কলিকতাত কৰাই দিছিল। চৰকাৰৰ মুখ্য সচিবে সকলো ৰাজ্য-সচিবলৈ প্ৰভুৰ ভ্ৰমণকালত সুবিধা আগবঢ়াবলৈ অনুৰোধ জনাই চৰকাৰীভাৱে চিঠি-

পত্ৰ দিছিল। এইগুণে এই দীঘলীয়া ভাৰত-জোৰা ভ্ৰমণত প্ৰভুৱে যথাযোগ্য সমাদৰ আৰু প্ৰয়োজনীয় সা-সুবিধা লাভ কৰিছিল।

১৮৭৯ শকৰ ১৫ আঘোণত গুৱাহাটীৰ ইউনিয়ন খেলপথাৰৰপৰা প্ৰভুৰ যাত্ৰা আৰম্ভ হ'ল। প্ৰভুক বিদায় দিবলৈ পথাৰত অসংখ্য লোকৰ সমাগম হৈছিল। সেইসকলৰ জয়ধ্বনিৰ মাজত প্ৰভুৰ গাড়ীও চলনোন্মুখ হ'ল। এই যাত্ৰাত প্ৰভুৰ লগত সত্ৰস্থ বৈষ্ণৱসকলৰ ভিতৰত আছিল শ্ৰীযুতসকল গোপাল চন্দ্ৰ শৰ্ম্মা বাগীশ, ৰূপেশ্বৰ শৰ্ম্মা বৰ আলধৰা, ভৰকান্ত শৰ্ম্মা আশীৰ্ব্বদীয়া, ভদ্ৰকান্ত শৰ্ম্মা আলধৰা দেউৰি, দেৱেশ্বৰ শৰ্ম্মা ব্যাকৰণশাস্ত্ৰী, মাণিকচন্দ্ৰ বৰা মেনেজাৰ, ভোলানাথ গায়ন, টঙ্কেশ্বৰ বায়ন, সাগৰচন্দ্ৰ মজিন্দাৰ, বিষ্ণুৰাম বৰা চ'বাচোৰা, সোমৰাম বৰা, মনৰাম মিস্ত্ৰি, উমাকান্ত ওজা, দেউৰাম ভেটিধৰা, বাপুৰাম বৰা, মাটীয়া পানীদিয়া, সোমনাথ শইকীয়া, দুৰ্গেশ্বৰ মুদৈ, চন্দ্ৰকুমাৰ বৰুৱা (অৱসৰপ্ৰাপ্ত হেড্‌মাষ্টৰ), বিনোদচন্দ্ৰ বৰুৱা আৰু গাড়ীৰ চালক দুজন।[২]

এই ভ্ৰমণ আছিল আ-সেতু হিমাচল ভাৰতপৰিক্ৰমা। পৰশুৰাম কুণ্ডৰপৰা দ্বাৰকালৈকে, কন্যাকুমাৰীৰপৰা বদৰিকাশ্ৰমলৈকে সমস্ত প্ৰধান তীৰ্থস্থান আৰু আধুনিক সমৃদ্ধ নগৰ, উদ্যোগ কেন্দ্ৰ, পুৰণি আৰু নতুন ভাৰত দুয়োখনকে সমগুৰুত্বৰে প্ৰভুৱে দৰ্শন কৰিছিল। গঙ্গা গয়া কাশী আদি তীৰ্থস্থানত যেনেকৈ সকলো তীৰ্থকৃত্য সত্ৰৰ পূৰ্ব্বৰ নিয়ম ৰক্ষা কৰি যথাবিধি কৰিছিল তেনেকৈ মাদ্ৰাজত অনুষ্ঠিত হৈ থকা সৰ্ব্বভাৰতীয় বিজ্ঞান সম্মিলনতো অতিথিৰূপে যোগ দিছিল। হিন্দুস্থান এৰোপ্লেন কাৰখানাও চাইছিল, দিল্লীৰ সঙ্গীত একাডেমীৰ সঙ্গীতানুষ্ঠানো বাদ দিয়া নাছিল। বাচত সুখাসনে বহি গলেও পদব্ৰজন অধিক ফলদায়ক এই শাস্ত্ৰসম্মত ব্যৱস্থাৰ প্ৰতি প্ৰভু আস্থাবান, সেই কাৰণেই তুষাৰদুৰ্গম আৰোহ-অৱৰোহময় হিমালয় পথতো পিপলকুটিৰপৰা বদৰিকাশ্ৰমলৈ ৩৯ মাইল বাট প্ৰভুৱে হাতত টোকোন লৈ খোজকাঢ়ি গৈছিল—ইপিনে প্ৰভুৰ দৈনন্দিন জীৱনত এক ক্ৰোশ বাটো খচকি যোৱাৰ অভ্যাস নাছিল, ভাবি চাওক! এই যাত্ৰাত নেহৰু প্ৰভৃতি ভাৰতৰ কেইবাগৰাকীও শীৰ্ষস্থানীয় ব্যক্তিৰ লগত প্ৰভুৰ সৌহাৰ্দ্দপূৰ্ণ সাক্ষাৎ হোৱাৰো সুযোগ ঘটিছিল। সকলো

---

২ প্ৰভুৰ এই ভ্ৰমণৰ বৃত্তান্ত 'তীৰ্থপথত' নামে গ্ৰন্থত সহযাত্ৰী দেৱেশ্বৰ শৰ্ম্মা শাস্ত্ৰীয়ে বহলাই লিখিছে। ৪৫তম অভিষেক উৎসৱ পালন সমিতিয়েও প্ৰভুৰ জীৱনী গ্ৰন্থত ভ্ৰমণৰ কথা সবিস্তাৰে সন্নিবিষ্ট কৰিছে।

ঠাইতে অসমৰ প্ৰমুখ ধৰ্ম্মগুৰুৰূপে সম্মান সমাদৰ আৰু ভক্তিপূৰ্ণ ব্যৱহাৰ পাই প্ৰভু নিজেই আশ্চৰ্য্য-মুগ্ধ হৈছিল। বহুতো ঠাইত প্ৰভুৰ মুখৰ বাণী শুনিবলৈ সভা-সমিতি পাতি প্ৰভুক সম্বৰ্দ্ধনা জনাইছিল। সেই সভাবিলাকত প্ৰভুৱে কেতিয়াবা অসমীয়া কেতিয়াবা হিন্দী আৰু বঙ্গদেশৰ ভিতৰত বঙলা ভাষাৰেও বক্তৃতা দিছিল। অসমীয়া বক্তৃতা লগত যোৱা শ্ৰীচন্দ্ৰকুমাৰ বৰুৱা অৱসৰপ্ৰাপ্ত হেড্‌মাষ্টৰ ডাঙৰীয়াই তৰ্জ্জমা কৰি দিছিল।

এই ভ্ৰমণৰ ফলত অসমৰ সত্ৰায়ণ ভক্তি ধৰ্ম্মৰ প্ৰতি ভাৰতৰ অন্য হিন্দুসকলৰ দৃষ্টি আকৰ্ষিত হ'ল। হেমচন্দ্ৰদেৱ প্ৰভুৱে এই দীঘলীয়া ভ্ৰমণৰ ক'তো সত্ৰীয়া নীতি-নিয়ম, দৈনিক প্ৰসঙ্গাদি পালন কৰাত ক্ষতি বা বিচ্যুতি নকৰিছিল। নিজৰ সত্ৰীয়া অধিকাৰৰ পোছাক নেৰিছিল, ভকতসকলেও সেইৰূপে চলিছিল। আমাৰ দেশৰ সত্ৰৰ নিয়মনিষ্ঠা দেখি আন প্ৰদেশৰ নিষ্ঠাবান হিন্দুসকলেও আনন্দ আৰু গৌৰৱ কৰিছিল। মাদ্ৰাজত প্ৰভুৱে সমাগত বহুত লোকৰ সন্মুখত আমাৰ সত্ৰীয়া নামকীৰ্ত্তন কৰাইছিল। বুটমাহ, চাউল, নাৰিকল, ওদাৰ কেঁচা প্ৰসাদ সকলো লোককে বিলাইছিল। সেইবোৰ সকলোৱে নতুন বস্তু যেন পাই তাক কৌতুহলেৰে খাই সন্তোষ প্ৰকাশ কৰিছিল। আমাৰ গৌৰৱ যাতে আন ঠাইত প্ৰকাশ পায় তাৰ বাবে প্ৰভু সদায় নিজৰ ভাষণ, কথাবাৰ্ত্তা, আৰু আচাৰ ব্যৱহাৰত সজাগ আছিল।

প্ৰভুৰ প্ৰথম তীৰ্থভ্ৰমণৰপৰা অকল সত্ৰবোৰে পুৰণি প্ৰথাক উলঙ্ঘা নকৰাকৈ নতুন যুগৰ সা-সুবিধা আৰু পোহৰৰ লগত কেনেকৈ মিতিৰালি কৰিব পাৰে তাৰ নমুনা এটা দাঙি ধৰিলে। প্ৰভুৱে নৈ পুখুৰী বা কুঁৱাৰ পানীৰ বাহিৰে দিল্লী আদি ডাঙৰ চহৰতো কলৰ পানী ব্যৱহাৰ কৰা নাই, স্বপাক ভিন্ন আনৰ হাতে অন্ন গ্ৰহণ কৰা নাছিল। বহুতদিন ফলাহাৰেও কটাইছে। তাৰ বাবে দুখ বা অসন্তোষৰ লেশমাত্ৰও উদয় হোৱা নাছিল। নিজৰ দৈনিক উপাসনাৰ অকণো হেৰফেৰ নকৰিছিল, এইবিলাক মৌলিক সত্ৰীয়া নীতিপূৰ্ণ আস্থাৰে ৰক্ষা কৰিছিল। ইফালে চাৰিসত্ৰীয়াসকল নৌকা বা খাটলাৰ বাহিৰে অন্য যান-বাহনত চহৰ ঘুৰিছিল। প্ৰভুৱে নিজেও আগডোখৰ নৌকাতেই ফুৰিছিল। স্বকীয় বাচ-যানৰ ব্যৱস্থা কৰাৰ নিয়ম প্ৰভুৱেই প্ৰৱৰ্ত্তন কৰিলে। এতিয়া আনবিলাক সত্ৰয়ো সেই আদৰ্শ গ্ৰহণ কৰিছে। তাৰ ফলত আমাৰ পূজনীয় গোসাঁইসকলে ভাৰতৰ বিভিন্ন প্ৰদেশৰ ধৰ্ম্মগুৰুসকলৰ সৈতে

সৌহাৰ্দ্দ্য স্থাপন কৰিবলৈ সুবিধা পাইছে আৰু সবাতোকৈ অসমৰ বৈষ্ণৱধৰ্ম্মৰ গৌৰৱো প্ৰচাৰিত হৈছে। এইবিষয়ত প্ৰভু হেমচন্দ্ৰদেৱেই মুদ ভাঙি দিয়াৰ গৌৰৱ অৱশ্যে পাব।

১৮৮০ শকৰ ২৯ শাওনত দহমহীয়া ভাৰত ভ্ৰমণ সমাপ্ত কৰি প্ৰভু উত্তৰ গুৱাহাটী পালেহি।

ওভোতনি যাত্ৰাত প্ৰভু কেইদিনমান হৰিদ্বাৰত আছিল। তাতে ভাৰত সন্ন্যাসীসংঘৰ সম্পাদক এজনে প্ৰভুক দেখা কৰি সন্ন্যাসীসংঘৰ আশ্ৰমত থাকিবলৈ অনুৰোধ কৰিছিল কিন্তু প্ৰভু যিটো ঘৰত আছিল সেইটো সুচল আছিল আৰু গোটেই তিনিমহলীয়া ঘৰটো প্ৰভুক বিনাভাড়াই থাকিবৰ কাৰণে সুবিধা কৰি দিছিল, গতিকে প্ৰভু তাৰপৰা গুচি গলে মানুহজন মনত দুখ পাব বুলি সন্ন্যাসীৰ আশ্ৰমলৈ যাবলৈ অস্বীকাৰ কৰিলে। তথাপি সেই আশ্ৰম চাই আহিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। এদিন সম্পাদকজন নিজে আহি প্ৰভুক সদলে আশ্ৰমলৈ লৈ গ'ল। আশ্ৰম চাই প্ৰভু আচৰিত হোৱাদি হ'ল। একোখন আশ্ৰম আমাৰ ডাঙৰ সত্ৰ এখনতকৈও আহল-বহল, তাৰ সকলো ব্যৱস্থাও চালে চকুৰোৱা আৰু সুপৰিপাটি। তাত থাকি কোনোৱে যদি ধৰ্ম্মাচৰণ কৰিব খোজে বা শাস্ত্ৰচৰ্চ্চা কৰিব খোজে তাৰো দিহা আছে। এই আশ্ৰমবিলাক দেখি প্ৰভুৰ মনলৈ এটা নতুন ভাব আহিল, এটা প্ৰেৰণাৰ ঢৌ উঠিল। এই আশ্ৰম চাই লগত যোৱা ভকতসকলক হেনো কৈছিল—"চোৱাহঁ'কচোন এই আশ্ৰমবোৰ কেনে পৰিপাটি। ইয়াত সোমোৱাৰ লগে লগে নাস্তিকসকলৰ মনতো পৰিবৰ্ত্তন অহা স্বাভাৱিক। আমাৰ মহাপুৰুষসকলে ধৰ্ম্মপ্ৰচাৰৰ বাবে গোসাঁইসকলকে সৰ্ব্বেসৰ্ব্বা নকৰি সত্ৰানুষ্ঠানবোৰ পাতি থৈ যোৱাৰ ই-ও এটা অন্যতম কাৰণ। সত্ৰলৈ সোমোৱাৰ লগে লগে মনত ধৰ্ম্ম-ভাৱৰ উদয় হয়, পবিত্ৰতা, নিৰহঙ্কাৰিতা, নম্ৰতা আৰু শ্ৰদ্ধাশীলতাৰ ঢৌৱে যাতে অন্তৰ প্লাবিত কৰি তোলে! কিন্তু আজি আমাৰ সত্ৰবোৰত জানো এনে পৰিবেশ আছে? ঘৰ-দুৱাৰ, বাট-পদূলি, আচৰণ আদি জীৰ্ণ-শীৰ্ণতাই বেৰি ধৰিলে। জনতাক আকৰ্ষণ কৰিব পৰা কোনো ব্যৱস্থাই সত্ৰত সক্ৰিয় অৱস্থাত নাই। এই সত্ৰবোৰৰ সংস্কাৰ নহ'লে অসমত সত্ৰানুষ্ঠানবোৰ আৰু বেচিদিন জীয়াই থকাৰ সম্ভাৱনা ক্ষীণ।" প্ৰভুৰ এই কথা কেইষাৰতে ভাৰত ভ্ৰমণৰ প্ৰভাৱস্বৰূপে সত্ৰ সংস্কাৰৰ প্ৰেৰণাৰ এটা স্পষ্ট আভাষ পোৱা যায়।

সত্ৰবিলাক অসমৰ প্ৰাণপৰিভূগী সাংস্কৃতিক স্নায়ুকেন্দ্ৰস্বৰূপে দীৰ্ঘকাল বৰ্ত্তি থাকিবলৈ হ'লে তাক যুগৰ ৰুচি আৰু ঐতিহ্যবোধৰ লগত ৰঞ্জিতা খোৱাকৈ, অথচ প্ৰাচীন সজ আদৰ্শ আৰু মূলনীতি মোলান নপৰাকৈ সংস্কাৰ কৰাৰ প্ৰয়োজন তীৰ্থ ভ্ৰমণৰ অভিজ্ঞতাৰে প্ৰভুৱে উপলব্ধি কৰিলে হয়, কিন্তু উপলব্ধি অনুসাৰে কাম কৰিবলৈ প্ৰাথমিক সংগঠনমূলক আঁচনি এখন সম্মুখত নোহোৱাকৈ আগবঢ়া সম্ভৱ নহয়। উত্তৰগুৱাহাটীত থকা কালতেই এই সংস্কাৰ নো কোন বাটেদি আগুৱাব, তাৰ ৰূপ কি হ'ব, এই বিষয়ে 'নতুন অসমীয়া' কাকতৰ সাক্ষাৎকাৰী প্ৰতিনিধিৰ আগত কোৱা কথা কেই আষাৰতে প্ৰভুৰ মনৰ আঁচনিখনৰ আভাষ পোৱা যায়। আন কথাৰ মাজত প্ৰভুৱে কৈছিল—"ধৰ্ম্মৰ বিষয়ত্ অসম সুৰক্ষিত হৈয়ো অৰক্ষিত আৰু অন্য প্ৰদেশ অৰক্ষিত হৈও সুৰক্ষিত। সত্ৰসমূহৰ সকলো দায়িত্ব একেজন লোকৰ হাততেই ন্যস্ত হৈ আছে। এনে-ধৰণে চলি থাকিলে সত্ৰসমূহৰ যি উন্নতি নহয়েই, সমাজৰ উন্নতিও সাধিত নহ'ব। অসমৰ প্ৰত্যেকখন সত্ৰই যদি একোখন সমাজকল্যাণৰ অনুষ্ঠানত পৰিণত হয় তেনেহলে অসম উন্নতি পথত দৃঢ়গতিৰে আগবাঢ়ি যাব পাৰিব।" এই আদৰ্শ আগত ৰাখি কাম কৰিবলৈ যাওঁতে প্ৰভুৱে পোনপ্ৰথমে উত্তৰ গুৱাহাটীত থকা আউনীআটীৰ শাখা সত্ৰখনকে সুকল্পিত ৰূপ দিবলৈ যত্নবান হ'ল। এই উদ্দেশ্যে উত্তৰ গুৱাহাটী সত্ৰতে এখন ৰাজহুৱা সভা আহ্বান কৰিলে। সেই সভাত সকলোৱে প্ৰভুৰ এই সংকল্পক "শিৱ সংকল্পমস্তু" বুলি সহমতি জ্ঞাপন কৰিলে আৰু তাক কাৰ্য্যগত কৰিবলৈ আৰু প্ৰভুক সকলো প্ৰকাৰে দিহা-যুগুতি দিবলৈ গুৱাহাটী আৰু উত্তৰ গুৱাহাটী নগৰৰ প্ৰথিতযশা লোকসকলেৰে এখন 'সত্ৰ সংগঠন সমিতি' গঠিত কৰি লোৱা হ'ল। এই নবোদ্যম আৰু সংস্কাৰৰ আঁচনিখন সমাজৰ বিভিন্ন ক্ষেত্ৰৰ নেতৃস্থানীয় লোকসকলে আৰু বিষ্ণুৰাম মেধি, বিমলাপ্ৰসাদ চলিহা প্ৰভৃতি ৰাষ্ট্ৰনেতাসকলে ভূয়সী প্ৰশংসা কৰি নানা সজ পৰামৰ্শেৰে উদগণি দিছিল।

তীৰ্থভ্ৰমণ সমাপ্ত কৰি প্ৰভু ঘাই সত্ৰৰফালে যাবলৈ অৱসৰ পোৱা নাছিল। নতুন আঁচনিৰ প্ৰাৰম্ভিক কামবোৰ আদিতে মূৰ পুতি কৰিব লগা হৈছিল। ইপিনে উজনিয়াল ৰাইজ প্ৰভুৰ দৰ্শন পাবলৈ উদগ্ৰীৱ হৈ আছিল। ৰাইজৰ পৰা নিমন্ত্ৰণৰ বাৰ্ত্তা আহিবলৈ ধৰিলে। প্ৰভুৱে তাক উপেক্ষা কৰিব নোৱাৰিলে, চ'তৰ দুদিন থোৱাতে প্ৰভু উজনিমুৱা হ'ল। যাওঁতে বাটত ঠাই বুজি এৰাতি দুৰাতি আৰু কোনোঠাইত ক্ষন্তেকীয়াকৈ হ'লেও ৰৈ যাব লগা হৈছিল।

এইদৰে আহি তুবছৰ তুমাহৰ মূৰত প্ৰভুৱে গোৰিন্দমহাপ্ৰভুক সেৱা কৰিলেহি। পাছে সত্ৰত কেইৰাতিমানহে কটালে। ১৪ চ'তত শিৱসাগৰৰ খনাখোকোৰা বাহৰত বাচ-যানেৰে উপস্থিত হ'লগৈ। এই বাহৰত ইমান ছেদ-ভেদ নোহোৱা জন-সমাগম হৈছিল যে ১২ বজাৰপৰা ৫ বজালৈকে একতুৱাৰেদি সোমাই সেৱা কৰি আন তুৱাৰেদি ওলাই যোৱাৰ বাহিৰে শিষ্যসকলে প্ৰভুৰ লগত একাষাৰ ধীৰে-সুস্থে কথা পতাৰ কাৰণে সময় নাপাইছিল। ১৫ চ'তত ৰাইজে এখন ৰাজহুৱা সভা আয়োজন কৰিছিল। ১২ হেজাৰমান শ্ৰোতা সমবেত হৈছিল। প্ৰভুৱে ভ্ৰমণৰ অভিজ্ঞতা, বৰ্ত্তমান সত্ৰবিলাকৰ তুৰ্দ্দশা, আৰু সত্ৰ উন্নয়নৰ যি পৰিকল্পনা প্ৰভুৱে হাতত লৈছে সেই সম্পৰ্কে এটি মন-উদগোৱা বক্তৃতা দিছিল। বক্তৃতাৰ অন্তত সেই সভাতে পোন্ধৰ হেজাৰ টকাৰ প্ৰতিশ্ৰুতি পোৱা গ'ল আৰু গোটেই শিৱসাগৰ মহকুমাৰপৰা ৫০ হেজাৰ টকা সংগ্ৰহ কৰি দিবলৈ ৰাইজে প্ৰতিশ্ৰুতি দিলে।

ইয়াৰ পাছতো প্ৰভু য'লৈ গৈছিল সকলো ঠাইতে উত্তৰ গুৱাহাটীত নতুন কল্পনাৰ সত্ৰ এখন গঢ় দিবলৈ লোৱা সংকল্পৰ কথা প্ৰভুৱে কথা-বতৰাত আৰু ৰাজহুৱা ভাষণত কৈছিল। সকলোঠাইতে ধনে-মনে অনুৰূপ সহাঁৰি পাই প্ৰভুৱে উৎসাহ বোধ কৰিছিল। এই যাত্ৰা সমাপণ কৰি ১৮৮১ শকৰ বহাগ মাহত আকৌ উত্তৰ গুৱাহাটীলৈ আহিল। তাত উত্তৰ গুৱাহাটী আউনীআটী সত্ৰ উন্নয়ন আঁচনিখন আনুষ্ঠানিকভাৱে মুকলি কৰি প্ৰভুৱে কৈছিল—

"অসমৰ গৌৰৱস্থল বৈষ্ণৱধৰ্ম্মৰ কেন্দ্ৰস্বৰূপ সত্ৰসমূহ পৌৰাণিক যুগৰ আৰ্য্য ঋষিসকলৰ আশ্ৰমৰ আদৰ্শত প্ৰতিষ্ঠিত হৈছিল, আৰু ভাগৱতী ধৰ্ম্মৰ বৃহৎ উদাৰ আদৰ্শ লৈয়ে নৈতিক, পাৰমাৰ্থিক চিন্তাধাৰাৰে বহুকাল অসমীয়া সমাজৰ কল্যাণ সাধন কৰি আহিছে। কিন্তু বিজ্ঞানৰদ্বাৰা প্ৰভাৱান্বিত বৰ্ত্তমান যান্ত্ৰিক যুগৰ প্ৰগতিৰ পথত সত্ৰ-সমূহে খোজত খোজ মিলাই সেই আদৰ্শ আৰু আধ্যাত্মিক প্ৰেৰণা যোগাব পৰা নাই। আধুনিক বিজ্ঞানসম্মত বহুমুখী শিক্ষা প্ৰণালীয়ে সমাজক দোপত-দোপে আগবঢ়াই নিছে। সত্ৰবিলাকৰ সুপৰিকল্পিত বিজ্ঞানসম্মত কোনো শিক্ষা প্ৰণালী নথকাত বৰ্ত্তমান যুগত স্থৱিৰ হৈ পৰিছে। সেই ষোড়শ শতাব্দীৰ উপযোগী সত্ৰব্যৱস্থাই বৰ্ত্তমান সমাজক শান্ত কৰিব নোৱাৰে আৰু সমাজেও আৱশ্যক বোধ নকৰে।

"এসময়ত সত্ৰবিলাক শাস্ত্ৰীয় নৃত্যগীত, সুকুমাৰ কলা, সংস্কৃতি আৰু পৌৰাণিক ধৰ্ম্ম-শাস্ত্ৰাদি চৰ্চ্চাৰ এটি বোৱতী সুঁতি আছিল। বৰ্ত্তমানকালৰ পৰিবৰ্ত্তিত পৰিস্থিতিয়ে আৰু সত্ৰবিলাকৰো অনমনীয় মনোভাৱে সেই সুঁতি অতি তৰাং আৰু ক্ষীণ কৰি পেলাইছে।

"ইয়াৰ উপৰিও বৰ্ত্তমান সমাজে সত্ৰবিলাকৰপৰা আশা কৰে যে অসমত বা আশে-পাশে থকা জন-জাতীয়ৰ মাজত হিন্দুধৰ্ম্ম প্ৰচাৰ কৰি সত্ৰসমূহে অসমৰ ঐক্য আৰু শক্তি বৃদ্ধি কৰক। কিন্তু তালৈকো লাগিব উপযুক্ত শিক্ষা। তেনে শিক্ষাৰ অভাৱতেই ইচ্ছা থাকিলেও অনেক সত্ৰই সেই কাৰ্য্যলৈ আগবাঢ়িব পৰা নাই। ইত্যাদি কাৰণত সত্ৰবিলাকৰ প্ৰতি সমাজৰ অনাস্থা বাঢ়িছে। কিন্তু বৰ্ত্তমান পাৰ্থিব বিলাসত মতলীয়া হৈ কিং-কৰ্ত্তব্য-বিমুঢ় হোৱা জগতক শান্তিপথৰ নিৰ্দ্দেশ দিব আধ্যাত্মিকতাইহে।

"অসমত এই আধ্যাত্মিক ধাৰাবাহিকতাৰ বাহক আছিল সত্ৰসমূহেই। ইয়াৰ বাহিৰেও ভাৰতৰ সাংস্কৃতিক ক্ষেত্ৰত অসমৰ স্থান নিৰ্ণয় কৰিব এই সত্ৰসমূহেই। এইহেতু সত্ৰসমূহ লুপ্ত হ'লে অসমৰ এটি অপূৰণীয় ক্ষতি হ'ব বুলি আমাৰ বিশ্বাস। গতিকে ওপৰত উনুকিওৱা দোষ-ত্ৰুটিসমূহ সংশোধন কৰি যথাযোগ্য শিক্ষা-দীক্ষাৰে সুশিক্ষিত সত্ৰসমূহে যাতে যোগ্যস্থান মান ৰক্ষা কৰিব পাৰে তাৰ কাৰণে চেষ্টা কৰা সঞ্ৰীয়া সমাজৰ সময়োচিত হ'ব বুলি আমি ভাবোঁ।

"এনে উদ্দেশ্যকে লক্ষ্যকৰি উত্তৰ গুৱাহাটী আউনীআটী সত্ৰখনিকে পৰীক্ষমূলক ভাবেঁ এই আঁচনিৰ অন্তৰ্ভুক্ত কৰি লোৱা হৈছে। এই উত্তৰ গুৱাহাটীকে কৰ্ম্মস্থল হিচাপে বাচি লোৱাৰ উদ্দেশ্য হ'ল মাজুলীৰ তুলনাত ভৌগোলিক অৱস্থা বহুগুণে নিৰ্ভৰযোগ্য। দ্বিতীয়তে, গুৱাহাটী অসমৰ কেন্দ্ৰস্থল হৈ পৰাত বাহিৰৰপৰা অহা অসমীয়া সংস্কৃতিৰ দৰ্শনেচ্ছুক লোকসকলে যাতে গুৱাহাটী পায়েই অসম ৰাজ্যৰ সত্ৰৰ নিচিনা এটি প্ৰাচীন অনুষ্ঠান সম্পৰ্কে সন্তোষজনক ধাৰণা লৈ যাব পাৰে।"

এই আঁচনিৰ প্ৰাথমিক কাম ঘৰ-দুৱাৰবিলাক স্থায়ী আৰু আকৰ্ষণীয়ভাৱে নিৰ্ম্মাণ কৰা এতিয়া হৈ গ'ল। সাৰ্ব্বজনীনৰূপে প্ৰৱেশ আৰু সেৱাৰ সুবিধা থকাকৈ মণিকূট নিৰ্ম্মাণ কৰাত মহাপ্ৰভুৰ ওচৰত গৈ দৰ্শন আৰু সেৱা কৰাত কোনো বাধা নাই। সত্ৰ সংস্কাৰত এইটো আদৰ্শস্থানীয় পদক্ষেপ। আঁচনিৰ সেই পৰ্ব্ব নিখুঁতভাৱেই পূৰ্ণ হ'ল। উত্তৰ গুৱাহাটীৰ সত্ৰত ইতিমধ্যে এখন চতুষ্পাঠীও স্থাপিত হৈছে। তাত সত্ৰৰ আৰু বাহিৰৰো ছাত্ৰই পাঠ লৈছে। চতুষ্পাঠীৰ কাৰণে সত্ৰৰ চৌহদৰ ঠিক দাঁতিতে এটি স্থায়ী আৰু সা-সুবিধাপূৰ্ণ চতুষ্পাঠী ঘৰ নিৰ্ম্মাণ কাৰ্য্য সমাপ্ত হৈ গৈছে। এতিয়া সত্ৰ উন্নয়নৰ দ্বিতীয় পৰ্য্যায়ৰ কাম আৰম্ভ হবলৈ ধৰিছে।

প্ৰভু আকৌ উজনিমুৱা হৈ বিভিন্ন ঠাইত বৈ বৈ মাজুলী সত্ৰ পায়গৈ। প্ৰভুৰ তীৰ্থভ্ৰমণ সম্পূৰ্ণ হৈয়ো অসম্পূৰ্ণ যেন হৈ আছিল। সকলো তীৰ্থদৰ্শন সম্পন্ন কৰি পৰশুৰামকুণ্ডত স্নান কৰা তীৰ্থযাত্ৰীসকলৰ মাজত পূৰ্ব্বৰেপৰা এটা নিয়ম চলি আহিছে। সেই ধাৰণামতেই বছৰি বহুত সাধু সন্ন্যাসী

পৰশুৰামকুণ্ডত স্নান কৰিবলৈ পুহ-মাঘ-ফাগুন মাহলৈকে দলে দলে আহে। প্ৰভুৰ পৰশুৰামকুণ্ড দৰ্শন আৰু স্নান তেতিয়াও হোৱা নাছিল। এইবাৰ বাঁচেৰেই পৰশুৰাম কুণ্ডলৈ সভক্তে যাত্ৰা কৰে। ফাগুনী পূৰ্ণিমাৰ দিনা তাত স্নান-দান কৰি প্ৰভুক দেখা কৰিবলৈ অহা গোষ্ঠীয় পাৰ্ব্বত্য লোকসকলক সেইদিনা সভাত প্ৰভুৱে কৈছিল—"পাৰ্ব্বত্য গোষ্ঠীৰ মাজত যি বৃক্ষ প্ৰস্তৰ আদি পূজাৰ প্ৰচলন আছে তাৰপৰাই প্ৰমাণিত হয় যে তেওঁলোক হিন্দু-সমাজৰে অন্তৰ্গত। আৱশ্যকীয় আচাৰসম্পন্ন হৈ হিন্দুত্ব অক্ষুন্ন ৰাখি হিন্দুস্থানৰ গৌৰৱ বঢ়াবলৈ যত্ন কৰা সিসকলৰো কৰ্ত্তব্য। মিচনবিলাকে দানকৰা সামান্য লোভত ধৰ্ম্মান্তৰিত হোৱা দেশবাসী কাৰোপক্ষে কল্যাণজনক নহয়।" প্ৰভুৰ কথাখিনি পলিটিকেল বিষয়া শ্ৰীউদয়নাথ শৰ্ম্মাই গোষ্ঠীয় ভাষাত বুজাই দিয়াত পৰ্ব্বতীয়া লোকসকলে হৰ্ষধ্বনি কৰিবলৈ ধৰিলে।

পৰশুৰামকুণ্ডৰপৰা ঘূৰি আহি প্ৰভু সত্ৰত ছমাহমান থকাৰ পাছত কাতিমহীয়া পালনামৰ পাছত এদিন প্ৰভুৱে দক্ষিণপাৰ ভ্ৰমণৰ ইচ্ছা প্ৰকাশ কৰিলত সত্ৰৰ বৈষ্ণৱসমুহে দীৰ্ঘকাল অনুপস্থিতি সত্ৰৰ নিমিত্তে হানিকৰ হ'ব পাৰে বুলি আশঙ্কা কৰাত সেইবাৰৰ কাৰণে ভ্ৰমণ স্থগিত কৰি সত্ৰৰ ভাৰ পুনৰ গ্ৰহণ কৰিলে। এই সময়তে আউনআটী সত্ৰ সংৰক্ষিণী সভাখন পুনৰ গঠিত কৰি ললে। প্ৰভুৰ অনুপস্থিতিত শিথিল হোৱা নিয়মবিলাক আকৌ কটকটীয়াকৈ প্ৰৱৰ্ত্তন কৰিলে। প্ৰভুৱে এতিয়া মূল সত্ৰক পৰিচালনা কৰিব লাগে আৰু উত্তৰ গুৱাহাটীৰ প্ৰকল্পিত নতুন সত্ৰৰ নিৰ্ম্মাণ কাৰ্য্যলৈকো চকু দিব লাগে। দুয়োটা কামেই প্ৰভুৱে বৰ্ত্তমানলৈকে সব্যসাচীৰদৰে দক্ষতাৰে পৰিচালনা কৰি আছে।

১৮৮১ৰপৰা ১৮৮৭ শকলৈকে এই ছোৱাকাল প্ৰভুৰ কাৰণে উশাহ লবলৈ সময় নোহোৱা কাল। বহুত ঠাই ভ্ৰমণ কৰিবলগীয়া হৈছিল, অনেক সভাত ভাষণ দিবলগীয়াত পৰিছিল, জাউৰিয়ে জাউৰিয়ে প্ৰশ্নৰ সমিধান দিব-লগীয়া হৈছিল। কেতিয়াবা কুতাৰ্কিকজনকো চুঙা চাই সোপা দিয়াৰ প্ৰয়োজন হৈছিল। সত্ৰৰ নিত্য-নৈমিত্তিক তিথি পাৰ্ব্বণ লগতে আছেই, শৰণলোৱা মানুহৰ লাগি লাগিয়েই। ইয়াৰ ভিতৰতো উত্তৰ গুৱাহাটীৰ কাম আগবাঢ়ি গৈছে। প্ৰভুৱে কেনে প্ৰশ্নৰ সম্মুখীন হৈছিল, কেনেকৈ তাৰ উত্তৰ দিছিল সেইবোৰ বিৱৰিবলৈ গ'লে গ্ৰন্থ বিস্তাৰৰ ভয় হয়। 'স্থালীপুলাকন্যায়েন' কেইটামানৰ আভাস মাত্ৰ দিয়া গ'ল।

মুদৈজান ৰাইজৰ থাকোঁতে ( ১৮৮১ শক মাঘ ) প্ৰশ্ন কৰিছিল—"বৈষ্ণৱৰ তীৰ্থ ভ্ৰমণৰ আৱশ্যক কি ?" প্ৰভুৱে তাৰ উত্তৰত কৈছিল—

"এই বিষয়ে আমি বেছি শাস্ত্ৰীয় প্ৰমাণলৈ নগলেও সহজে তাৰ সমিধান পাওঁ। ভগৱন্ত শ্ৰীকৃষ্ণৰ যে উদ্ধৱ অন্তৰঙ্গ ভকত আছিল এই কথা বৈষ্ণৱ মাত্ৰেই জানে। শ্ৰীকৃষ্ণই বৈকুণ্ঠপ্ৰয়াণৰ সময়ত উদ্ধৱক কৈছিল—

মাধৱে বোলন্ত ত্ৰাহি হোক।
বদৰিকাশ্ৰমক যায়োক॥
অলকানন্দাক দৰ্শনে।
গুচিব পাপ সমস্ত গণে॥

"যদি বৈষ্ণৱৰ তীৰ্থভ্ৰমণ অনাৱশ্যকীয় বা দোষজনক তেন্তে ভগৱন্তই ঐকান্তিক ভক্ত উদ্ধৱক এনে উপদেশ দিলে কিয় ? পৰম ভকত বিদুৰ আদি বৈষ্ণৱসকলেও তীৰ্থভ্ৰমণ কৰি ফুৰা কাহিনী মহাভাৰত পুৰাণ আদিত পোৱা যায়। সেই সাধুসকলৰ সঙ্গ ঘটে তীৰ্থক্ষেত্ৰতেই। এই সৎসঙ্গলাভেই ভক্তিমাৰ্গৰ প্ৰথম সোপান।......" ইত্যাদি।

১৯৬০ চনৰ ভাষা আন্দোলনৰ অশান্তিৰ সময়ত কিছুমান ছাত্ৰ আৰু যুৱকে প্ৰভুক বহুত প্ৰশ্ন কৰিছিল, কোনোৱে হিংসাত্মক কাৰ্য্যত প্ৰভুৰ সমৰ্থন আছে নে তাকো সুধিছিল। উত্তৰত প্ৰভুৱে কৈছিল—"হিংসাৰ আন এটি নাম অনল। অনলেৰে অনল নিৰ্ব্বাপিত নহয়। অনল নিৰ্ব্বাপনৰ সাধন হ'ল জল। ক্ষমাৰূপী জলেৰেহে এই অনল নিৰ্ব্বাপিত হব।"

১৮৮২ শকৰ ফাগুনত হোকোৰাখাট বাহৰত কিছুমান চাহবাগিচাৰ বনুৱাই প্ৰভুক সম্বৰ্দ্ধনা জনাইছিল। এই বাহৰতে বহুসংখ্যক বনুৱালোকে শৰণ লৈ বৈষ্ণৱ সমাজৰ অন্তৰ্ভুক্ত হৈছিল। শ্ৰীশ্ৰীকমলদেৱ প্ৰভুৰ তিথিও এই বাহৰতে সম্পন্ন হৈছিল। বনুৱাসকলেও এই উৎসৱত অংশ গ্ৰহণ কৰিছিল। ইয়াত থকা সময়তে দুই একে এনে আক্ষেপ কৰিছিল—"পাদুৰিসকলে চাহবাগিছাৰ বনুৱাসকলক আৰু পৰ্ব্বতীয়াসকলক খৃষ্টধৰ্ম্মত দীক্ষিত কৰিছে, আমাৰ সত্ৰীয়া গোসাঁইসকলে কি কৰিছে ?"

সমিধানত প্ৰভুৱে কৈছিল—"চাহবাগিচাৰ বনুৱাসকলৰ মাজত খৃষ্টান ধৰ্ম্মপ্ৰচাৰকসকলে ইংৰাজ আমোলতে শিপাই লৈছে। তেওঁলোকে ইংৰাজ চৰকাৰৰ পোষকতা লাভ কৰিছিল আৰু এতিয়াও কৰি আছে। হিন্দুধৰ্ম্ম প্ৰচাৰৰ বাবে আৱশ্যকীয় চৰকাৰী পোষকতা ইংৰাজ আমোলতো নাছিল আৰু

এতিয়াও স্বৰাজৰ দিনতো ধৰ্ম্মনিৰপেক্ষ ৰাষ্ট্ৰত চৰকাৰী পোষকতা পাবৰ অধিকাৰ নোহোৱা হ'ল। আনকি নেফা অঞ্চলত সৰ্ব্বসাধাৰণৰ বিনা পাৰপত্ৰে প্ৰৱেশাধিকাৰেই নাই। এই সময়ত হিন্দু শিক্ষিত লোকে চৰকাৰক কিবা প্ৰকাৰে হেঁচা দিছে নে? বা আমাকেই কিবা পন্থাৰ নিৰ্দ্দেশ দিছে?...ধৰ্ম্মগ্ৰহণৰ বাবে আগ্ৰহী কৰি তোলাত চৰকাৰ, শিক্ষিত সমাজ আৰু সত্ৰ এই তিনিও পক্ষৰ উমৈহতীয়া প্ৰচেষ্টাৰ প্ৰয়োজন। কেৱল সত্ৰবোৰকে দোষাৰোপ কৰি বাকিসকল নিশ্চেষ্ট হৈ পৰিলে একো লাভ নহ'ব। সত্ৰবোৰ এই কামৰ বাবেই প্ৰতিষ্ঠিত যেতিয়া সত্ৰই নিজৰ কৰ্ত্তব্যত কেতিয়াও অৱহেলা নকৰে আৰু আজিলৈকে কৰাও নাই।"

সেই শকৰে ফাগুনত কামপুৰ বাহৰত এখনি ধৰ্ম্মালোচনী সভাত প্ৰভুৱে ভাষণ দিয়ে। ভাষণান্তত ৰাইজৰ ফালৰপৰা এঘাৰদিনীয়া অশৌচ পালন, বৈদিক ক্ৰিয়াকাণ্ড ত্যাগ আদি সম্পৰ্কে প্ৰভুৰ অভিমত সুধিলে, প্ৰভুৱে তাৰ শাস্ত্ৰসম্মত সমিধান দিয়াৰ পাছত ৰাইজৰ মাজৰপৰা এজনে সুধিলে—"নামধৰ্ম্মই সকলোতকৈ শ্ৰেষ্ঠ যেতিয়া অন্যবোৰ ধৰ্ম্ম কিয় লাগে? গীতাৰ 'সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ'—এইষাৰিয়েনো কি বুজাইছে?"

প্ৰভুৱে ক'লে—"নামধৰ্ম্মৰ বিষয়ে যি সুধিছে তাৰ উত্তৰ বহুবাৰ কাগজে-পত্ৰই দিয়া হৈছে। মহাপুৰুষ মাধৱদেৱে ঘোষাত লিখিছে—

অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ
জানিবাহা ইহাক নিশ্চয়।
পৰম বিৰক্ত যিটো কৃষ্ণৰ ভকত ভৈল
তাৰ একো নাহিকে নিৰ্ণয়॥

"আমি জানো সেই বিৰক্ত ভকত হ'ব পাৰিছোঁ?" যাৰ সংসাৰত আসক্তি নাই, বিদ্যা অবিদ্যা-জনিত সুখ-দুখত লিপ্ত নহয়, "পুত্ৰ উপজিলে নকৰে আনন্দ, মৰিলে নকৰে শোক, মান অপমান যাৰ নাহিকয় পণ্ডিত বোলয় লোক"ৰদৰে যাৰ অৱস্থা, যি সমদৰ্শী, সেইজনহে প্ৰকৃত ভকত। এই অৱস্থা নোপোৱালৈকে আমি ৰাজহংসৰ খোজলৈ চাই নিজৰটি পাহৰিলে যি অৱস্থা হয় সেই অৱস্থাই হ'ব। আমাৰ সমাজৰ কেইজনৰ বাৰু আধ্যাত্মিক উচ্চতা তেনে ধৰণৰ? আমি বিৰক্ত ভকত নে? তেনেহলে মহাপুৰুষৰ বাণীৰ আলম লৈ বেদৰ বিধি ত্যাগ কৰাৰ যোগ্যতা আমাৰ ক'ত? স্বেচ্ছাচাৰীসকলৰ পক্ষে অৱশ্যে কোনো যুক্তিৰ

আৱশ্যক নাই সঁচা, কিন্তু তেনে কৰিলে সমাজ এখন শান্তি-শৃঙ্খলাৰে বৰ্ত্তি থাকিব জানো ? ঘোষাত আৰু কৈছে—

মুমুক্ষুজনৰ যেবে অবিদ্যাজনিত সুখে
বিৰকতি ভৈল অতিশয় ।
কেৱল আত্মাত মাত্ৰ সদায়ে ৰমণ কৰে
তেবে বিধি কিঙ্কৰ গুচয় ॥
জ্ঞাননিষ্ঠ জনে বিদ্যা- অবিদ্যাজনিত দুয়ো
সুখে বিৰকতি ভৈল যেবে ।
বাসুদেৱ ময় মাত্ৰ দেখয় জগত ইটো
বিধিৰ কিঙ্কৰ গুচে তেবে ॥

"তেতিয়াহে আমি বিধিৰ কিঙ্কৰ গুচিম, বিদ্যা-অবিদ্যাজনিত সুখত বিৰকত হৈ সমস্ত জগত বাসুদেৱময় যেতিয়া দেখিব পাৰিম, তেতিয়াহে আমাৰ অবিদ্যা নাশ হৈছে বুলি জানিব লাগিব । যিসকলে নামতেই সকলো শেষ কৰিব খোজে সিসকল পৰম বিৰক্ত সৰ্ব্বত্ৰ সমদৃষ্টি হ'ব পাৰিছে জানো ? লৌকিক আচাৰ নীতি ক্ৰিয়াকাণ্ডবোৰ এটা এটাকৈ এৰি গ'লে শেষত ধৰ্ম্ম বস্তু এটাৰ অস্তিত্বই নাথাকিব । ৰাম নাম যে এই ক্ৰিয়াকাণ্ডসকলোতকৈ শ্ৰেষ্ঠ তাক অস্বীকাৰ কৰিবৰ কাৰো সাধ্য নাই, কিন্তু যিকোনো ক্ষেত্ৰতে নামৰ প্ৰয়োগ কোনো শাস্ত্ৰৰে সম্মতিপ্ৰাপ্ত বিধি নহয় । গাত পৰি থকা মহ এটা মাৰিবলৈ হাতৰচকা এটাহে প্ৰযোজ্য । তাৰ ঠাইত তৰোৱাল বা বন্দুকৰ গুলি ব্যৱহাৰ কৰিলে নিজেই মৃত্যুক আহ্বান কৰাহে হ'ব ।"

উত্তৰ পাৰৰফালে প্ৰভু বহুত দিন যোৱা নাছিল । এই কালছোৱাত তেজপুৰ, ডেকাৰগাঁও, জামুগুৰি হাট, কলংপুৰ, ধলপুৰ, লথৌ, উত্তৰ লক্ষীমপুৰ আদি বিভিন্ন ঠাইত বাহৰ-বাস কৰিছিল । এইবোৰ ঠাইতো অসংখ্য ভাষণ দিব লগা হৈছিল । সেইবোৰ কাকতে-পত্ৰে প্ৰকাশিত হৈছিল । ৰাইজৰ আগ্ৰহত পাছত সেইবোৰ একেঠাই কৰি 'সনাতন বৈষ্ণৱ ধৰ্ম্ম' নাম দি সত্ৰৰে ৺গোপাল বাগীশ আৰু সাগৰ মজিন্দাৰে পুস্তিকা আকাৰত ছপাই প্ৰকাশ কৰিছিল । এই পুস্তিকাত প্ৰভুৰ গভীৰ শাস্ত্ৰজ্ঞান, সুক্ষ্ম-বিচাৰশক্তি আৰু যুক্তিস্থাপনৰ নিপুণতা সুন্দৰৰূপে প্ৰকাশ পাইছে ।

১৮৮৭ শকৰ জেঠত প্ৰভু উত্তৰ গুৱাহাটীৰ সত্ৰত থাকোঁতে তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা ডাঙৰীয়াই প্ৰভুক সেৱা কৰিবলৈ আহে । কথা-

বক্তৰাৰ মাজত চলিহা ডাঙৰীয়াই সুধিছিল—“নগা পাহাৰৰ কিছুমান লোকে হিন্দুধৰ্ম্মত দীক্ষিত হ'বলৈ ইচ্ছা প্ৰকাশ কৰিছে। হিন্দুধৰ্ম্মত তেওঁলোকক দীক্ষিত কৰিবলৈ কিবা অসুবিধা আছে নেকি?” প্ৰভুৱে ক'লে—“নগা আদি পৰ্ব্বতীয়া জাতিবিলাক মূলতঃ হিন্দুৱেই আছিল। আচাৰহীন হৈ আমাৰ-পৰা পৃথক হৈ পৰিছে। তেওঁলোকক হিন্দুধৰ্ম্মত দীক্ষিত কৰাত আমালোকৰ কোনো আপত্তি নাই। সুবিধা পালে তেনে কামকে কৰিবলৈ আমি উৎসুক হৈ আছোঁ। কেৱল অসমৰ পৰ্ব্বতীয়াসকলকে কিয়, অন্যান্য ঠাইৰ লোকেও যদি হিন্দু বা বৈষ্ণৱ হ'বলৈ আগ্ৰহ কৰে আৰু চৰকাৰে এই বিষয়ত আৱশ্যকীয় সহায় কৰে তেন্তে সেই সকলোকো হিন্দু বা বৈষ্ণৱ কৰা প্ৰতিজন হিন্দুধৰ্ম্মীৰে, বিশেষকৈ সত্ৰানুষ্ঠানবিলাকৰ অৱশ্য-কৰ্ত্তব্য।” মুখ্যমন্ত্ৰীয়ে প্ৰভুৰ পাৰ্ব্বত্য লোকৰ সেৱাৰ কাৰণে উদাৰ মত আৰু আগ্ৰহশীল ভাব দেখি বৰ সন্তোষ আৰু উৎসাহ পাইছিল।

এইদৰে হেমচন্দ্ৰ প্ৰভুৱে ভ্ৰমণ, ভাষণ, আলাপ-আলোচনা আৰু কাৰ্য্য-কলাপেৰে অসমৰ ধৰ্ম্ম সম্পৰ্কীয় শুদ্ধ শাস্ত্ৰসম্মত প্ৰচাৰ কৰাৰ লগতে ধৰ্ম্ম-সম্পৰ্কীয় সমস্যাৱলীৰ সমাধানৰ উপায়-পন্থাৰ সুচিন্তিত মত ব্যাপ্ত কৰি সুস্থ আৰু বলিষ্ঠ জনমত গঢ়ি তুলিছিল। নিজেও সেইবোৰৰ সমাধানকল্পে দিনে-ৰাতিয়ে চিন্তা কৰিছিল। মুঠতে প্ৰভুৰ চিন্তা আৰু কাৰ্য্যশক্তিয়ে ৰূপ লবলৈ এটা সুগঠিত শক্তিশালী নিধানৰ সন্ধান কৰিছিল। এনেতে উত্তৰ গুৱাহাটী সত্ৰত এদিন দুজন হিন্দুসমাজৰ মুখ্য কৰ্ম্মী আৰু সেৱকে বোম্বাইৰপৰা আহি প্ৰভুক সেৱা কৰিলেহি। তাৰে এজন আছিল বৰ্ত্তমান বিশ্ব-হিন্দু পৰিষদৰ সৰ্ব্বভাৰতীয় সমিতিৰ সাধাৰণ সচিব শ্ৰীশিৱৰাম শঙ্কৰ আপ্তে মহোদয়।

১৮৮৮ শকৰ মাঘ মাহত প্ৰয়াগত পূৰ্ণকুম্ভৰ যোগ পৰিছিল। সেই উপলক্ষে ত্ৰিবেণী স্নান কৰিবলৈ ভাৰতৰ এনে ঠাই নাই য'ৰপৰা মানুহ নাহে, এনে বয়স নাই যি বয়সে কাৰবাক অহাত বাধা ঘটাব পাৰে। শিশুৰপৰা তিনিকুৰীয়া বুঢ়া-বুঢ়ীলৈকে সকলো অৱস্থাৰ লোকেই আজীৱন সঞ্চিত ধনেৰে হ'লেও গঙ্গা যমুনা সৰস্বতীৰ সঙ্গম প্ৰবাহত পূৰ্ণকুম্ভৰ শুভযোগত বুৰ এটা মাৰি কৃতাৰ্থ আৰু আনন্দিত হয়। প্ৰয়াগৰ বিস্তৃত বালিত ৭০।৮০ লক্ষ লোকৰ অভূতপূৰ্ব্ব সমাগমত এখন ৰাজ্য যেন কেইৰাতিমানৰ ভিতৰতে পৃথিবী ফালি ওলাই থিত দিয়ে। এই কুম্ভমেলাৰ সাতমাহমানৰ আগতে জন্মাষ্টমীৰ দিনা বোম্বাইৰ স্বামী চিন্ময়ানন্দৰ সান্দিপনী আশ্ৰমত ভাৰতৰ ধৰ্ম্মগুৰুসকল আৰু

হিন্দুধৰ্ম্ম আৰু সংস্কৃতিৰ বিদ্বানসকলৰ এখন সভা হৈছিল। এই সভাত দ্বাৰকাপীঠৰ শঙ্কৰাচাৰ্য্য, মধ্বপীঠাধীশ স্বামী বিশ্বেশ তীৰ্থ, স্বামী চিন্ময়ানন্দ, ভাৰতীয় বিদ্যাভৱনৰ কে. এম. মুন্সী, পূজনীয় মাধৱৰাও সদাশিৱ গোলৱলকাৰ, শ্ৰীশিৱৰাম শঙ্কৰ আপ্তে, মাষ্টাৰ তাৰাসিং প্ৰভৃতি হিন্দুসমাজৰ শীৰ্ষস্থানীয় নেতৃবৰ্গ উপস্থিত আছিল। এই সভাতে এইসকলে বিশ্ব-হিন্দু পৰিষদ নামৰ পৃথিবীৰ সকলো হিন্দুকে সামৰা এখন স্থায়ী সংস্থা পতাৰ এটা সুদূৰপ্ৰসাৰী মহত্ত্ববাহী প্ৰস্তাৱ গ্ৰহণ কৰিছিল। এই সংস্থাৰ উদ্দেশ্য আছিল—(১) ভাৰতীয় চিৰন্তন আধ্যাত্মিক আৰু নৈতিক মূল্যবোধত আস্থাৱান লোকৰ একসূত্ৰতা সম্পাদন। (২) ভাৰতৰ বাহিৰত যিসকল হিন্দু থাকে তেওঁলোকৰ ধৰ্ম্ম আৰু সংস্কৃতি ৰক্ষাৰ কাৰণে সহায়তা কৰা। (৩) হিন্দুসমাজৰ ক্ষয়িষ্ণুতা ৰোধকৰা আৰু যিসকল হিন্দুসমাজৰপৰা চল, প্ৰলোভন, বা ভুলতে বিচ্যুত হৈছে তেওঁ-লোকক পৰাবৰ্ত্তিত কৰা। সেই সান্দীপন আশ্ৰমৰ সভাতে আৰু এটা গুৰুত্ব-পূৰ্ণ প্ৰস্তাৱ লোৱা হয় যে পৰৱৰ্ত্তী প্ৰয়াগ কুম্ভমেলাৰ অৱসৰতে সমগ্ৰ ভাৰতৰ বিভিন্ন পন্থৰ হিন্দুসকলক আৰু ভাৰতৰ বাহিৰৰ প্ৰতিনিধিসকলক গোট খুৱাই সকলো সম্প্ৰদায়, পন্থ, উপপন্থৰ শীৰ্ষস্থানীয় ধৰ্ম্মাচাৰ্য্যসকলৰ সমাবেশ ঘটাকৈ এখন মহাসম্মেলন পাতিব লাগে। এই সম্মেলনৰ স্বাগত সমিতিৰ সাধাৰণ সম্পাদক নিৰ্ব্বাচিত হৈছিল শ্ৰীআপ্তেজী। এই সম্মেলনৰ প্ৰতীক আছিল এজোপা বটবৃক্ষৰ প্ৰতিকৃতি। অসংখ্য শাখা-উপশাখা, ডাল পাতেৰে বিভিন্ন অৱয়ব থাকিও বটবৃক্ষৰ মূল স্কন্ধ যেনেকৈ একেটাই, বিভিন্ন পন্থ-উপপন্থৰে বৈচিত্ৰ্যময় হিন্দুধৰ্ম্মেৰো মূল একেটাই—এয়েই হ'ল প্ৰতিকৃতিৰ তাৎপৰ্য্য।

প্ৰয়াগৰ এই বিশ্ব-হিন্দু পৰিষদৰ সম্মেলনলৈ অসমৰ মুখ্য ধৰ্ম্মাচাৰ্য্যৰূপে শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ প্ৰভুক আমন্ত্ৰণ কৰিবলৈ শ্ৰীআপ্তেজী অসমলৈ আহি প্ৰভুক সাক্ষাৎ কৰিছিল। প্ৰভুৱেও সকলো কথা বুজি লৈ নিজৰ কল্পনাৰ লগত খাপখোৱা যেন পাই আৰু আগলৈ এনে এটা শক্তিশালী অনুষ্ঠানৰপৰা অসমতো ধৰ্ম্মক্ষেত্ৰত কাম কৰিবলৈ সমুচিত বল পোৱা যাব পাৰে ইত্যাদি সকলো দিশ চিন্তা কৰি এই আমন্ত্ৰণ সানন্দে গ্ৰহণ কৰিলে। এহেজাৰ টকা দি পৰিষদৰ আজীৱন সভ্য হ'বলৈকো স্বীকাৰ কৰিলে।

সেই শকৰ ৮।৯।১০ মাঘত প্ৰয়াগ'ৰ তিনিদীনিয়া মহাসম্মেলনৰ আয়োজন দ্ৰুত গতিৰে আগ বাঢ়িল। অসমতো বিশ্ব-হিন্দু পৰিষদৰ তদৰ্থ সমিতি এখন গঠিত হ'ল। এই সমিতিৰ সভাপতিৰূপে কাম কৰিবলৈ প্ৰভুৱে স্বীকৃতি

দিয়াত সকলোৱে বৰ উৎসাহ পালে। কাৰ্য্যকৰী সভাপতি আছিল শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত আৰু তীৰ্থনাথ শৰ্ম্মা। স্বামী ৰামগোবিন্দ পৰমপন্থী উপ-সভাপতি নিৰ্ব্বাচিত হৈছিল। শ্ৰীঅপূৰ্ব্বৰাম বৰুৱা, শ্ৰীআনন্দচন্দ্ৰ বৰুৱা আৰু মহেন্দ্ৰকুমাৰ বৰুৱা এই সমিতিৰ সংযুক্ত সম্পাদক আছিল। অসমৰপৰাও সম্মেলনলৈ পুহৰ ২৮ দিন যোৱাত নিজৰ বাচ-গাড়ীৰে কুম্ভমেলা আৰু বিশ্ব-হিন্দু পৰিষদৰ মহাসম্মেলনৰ উদ্দেশ্যে প্ৰয়াগ অভিমুখে যাত্ৰা কৰিলে। লগত গ'ল সত্ৰস্থ বৈষ্ণৱ আৰু বাচ-চালক ছুজনেৰে ২৪জন সহযাত্ৰী। প্ৰয়াগত প্ৰভুৰ কাৰণে সুকীয়া তামীঘৰা শিবিৰ কৰি দিয়া হৈছিল। প্ৰায় ৭০ হেজাৰ প্ৰতিনিধিৰ শিবিৰ কেইবাটাও ভাগত বিভক্ত আছিল। প্ৰত্যেক ভাগেই একোখন শিবিৰ নগৰ যেন হৈ পৰিছিল। একোখন শিবিৰ নগৰৰ নাম দিয়া হৈছিল, হৰ্ষবৰ্দ্ধন নগৰ, শঙ্কৰাচাৰ্য্য নগৰ, মালবীয় নগব, পাটলিপুত্ৰ নগৰ ইত্যাদি। মালবীয় নগৰতে প্ৰভুৰ সুকীয়া শিবিৰৰ ব্যৱস্থা কৰি দিছিল।

৮ মাঘৰ দিনা পুৱা ৮ বজাত প্ৰথম উদ্বোধন অধিবেশন আৰম্ভ হয়। প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ শিল্পকলাৰ পৰিচয় সাজ-সজ্জাৰে বিৰাট মণ্ডপ সুসজ্জিত। মঞ্চৰ ওপৰতে আকৌ এশাৰী উচ্চাসন। হিন্দুসমাজৰ বিভিন্ন পন্থৰ শীৰ্ষস্থানীয় ধৰ্ম্মাচাৰ্য্য কেইজনক এই শাৰী উচ্চাসনত বহিবলৈ ব্যৱস্থা কৰা হৈছিল। এই শাৰীত বহিছিল দ্বাৰকা, শৃঙ্গেৰী আৰু পুৰীৰ শঙ্কৰাচাৰ্য্য মহাৰাজসকল, মধ্বসম্প্ৰদায়ৰ পেজোৱাৰ মঠাধীশ স্বামী বিশ্বেশতীৰ্থ, ৰামানুজ সম্প্ৰদায়ৰ ৰাঘবাচাৰ্য্য, নামধাৰী শিখ সম্প্ৰদায়ৰ সদ্‌গুৰু জগজিৎ সিং, সন্ত টোক্‌ৰোজী মহাৰাজ, অসমৰ শ্ৰীশ্ৰীআউনীআটীয় গোস্বামী প্ৰভু। সেইদিনা ভাৰতৰ ধৰ্ম্মপুৰুষসকলৰ উজ্জ্বল নক্ষত্ৰৰাশিৰ মাজত সত্ৰীয়া পাগুৰি, তুলসীৰ মালা, গুণাকটা খনিয়া কাপোৰেৰে শুভ্ৰবেশধাৰী প্ৰভুৰ মোহনীয় মূৰ্ত্তি দেখি অসমৰপৰ যোৱা সকলোৰে মনত গৌৰৱে যেন নধৰা হৈছিল। দণ্ড-কমণ্ডলুধাৰী সন্ন্যাসী, গেৰুৱা-আবৃত মহামণ্ডলেশ্বৰ, অৰ্দ্ধ-উলঙ্গ যোগী বাবাৰ মাজত প্ৰভু যেন মূৰ্ত্তিমন্ত অসম হৈ জিলিকি আছিল। প্ৰথম দিনাৰ অধিবেশনত প্ৰতিজন ধৰ্ম্মচাৰ্য্যাই একোটিকৈ আশীৰ্ব্বচন দিছিল। প্ৰভুৱে এইবুলি আশীৰ্ব্বচন দিছিল —"গঙ্গাযমুনয়োৰ্মধ্যে যত্ৰ গুপ্তা সৰস্বতী তস্মিন্ প্ৰয়াগতীৰ্থৰাজে ধৰ্ম্মজিজ্ঞাসুনাং ভাৰতীয়ানাম্ ইদং সম্মেলনং লোকানাং শান্তিসমৃদ্ধয়ে ভৱতু, চিৰং জীৱতু ইতি ৱয়ং প্ৰাৰ্থয়ামহে তং প্ৰয়াগাধিষ্ঠাতৃদেৱং ৱেণীমাধৱম্।"

দ্বিতীয় দিনাৰ অধিবেশনত মূলসভাত প্ৰভুৱে এটি ভাষণ দিব লগা

হৈছিল। প্ৰভুৱে হিন্দীভাষাত এটা লিখিত ভাষণ দিছিল। এই ভাষণ প্ৰভুৰ 'ভাষণাৱলী'ত বিস্তাৰিতভাৱে মুদ্ৰিত হৈ প্ৰকাশিত হৈছে। প্ৰভুৱে এই ভাষণত হিন্দুধৰ্ম্মৰ বিশ্বজনীনতা আৰু সকলোকে সামৰি লোৱাৰ অদ্ভুত ক্ষমতাৰ কথা সোঁৱৰাই কৈছিল—"প্ৰাগঐতিহাসিক কালৰপৰা বিভিন্ন জাতি আৰু ধৰ্ম্মৰ লগত হিন্দুধৰ্ম্মৰ গভীৰ সম্পৰ্ক বিদ্যমান, এইকাৰণে বিভিন্ন জাতি আৰু ধৰ্ম্মৰ লোকসকলক সামৰি লোৱাৰ যোগ্যতা হিন্দুধৰ্ম্মৰ নিশ্চয় আছে। বিশ্বৰ সকলো ধৰ্ম্মৰ মৌলিকত্ব যদি নিৰ্ব্বিবাদে স্বীকাৰ কৰা হয় তেনেহলে সহৃদয়তাৰ নিবন্ধনত হিন্দুধৰ্ম্মই মানৱ মাত্ৰকে সামৰি ল'ব পাৰে। এইকথা উচ্চৈঃস্বৰে মুক্তকণ্ঠে সকলো হিন্দুৱে ক'ব পাৰে।"

ইয়াৰ পাচতে ভাৰতৰ বৈষ্ণৱ জাগৰণৰ পটভূমি আৰু অসমত মহাপুৰুষ শঙ্কৰদেৱৰ আৱিৰ্ভাব আৰু বৈষ্ণৱধৰ্ম্ম প্ৰচাৰৰ ইতিবৃত্তৰ এটি আভাস দি প্ৰভুৱে কৈছিল—

"শ্ৰীশঙ্কৰদেৱে অসমত বৈষ্ণৱধৰ্ম্ম প্ৰচাৰ কৰাৰ ল'গে ল'গে সাহিত্য, সঙ্গীত, নৃত্য, বাদ্য প্ৰভৃতি সুকুমাৰ কলাৰদ্বাৰা অসমৰ জাতীয় সংস্কৃতিৰ বিকাশ-ক্ষেত্ৰত মহত্বপূৰ্ণ অৱদান দি গ'ল। তাৰেই পৰিণামস্বৰূপে আজিও আমাৰ জাতীয় জীৱনত শ্ৰীশঙ্কৰৰ অৱদানে আনৰ অৱদানতকৈ উচ্চস্থান অধিকাৰ কৰি আছে। শ্ৰীশঙ্কৰদেৱৰ এই বহুমুখী প্ৰচাৰৰ কাৰ্য্যত ক্ৰমে শ্ৰীদামোদৰদেৱ, শ্ৰীমাধৱদেৱ, শ্ৰীভট্টদেৱ, শ্ৰীবংশীগোপালদেৱ প্ৰভৃতি মহাপুৰুষসকলৰ প্ৰচাৰেৰে এই ধৰ্ম্ম ফল-পুষ্পেৰে সুশোভিত বিশালকায় বৃক্ষ সদৃশ বাঢ়ি আহিছিল। সেই ধৰ্ম্মবৃক্ষৰ ছাঁ সমগ্ৰ অসমতে বিয়পি পৰিল! এই ধৰ্ম্মৰ প্ৰৱেশদ্বাৰত জাতি-ধৰ্ম্মৰ কোনো বিচাৰ নাই। এই কাৰণেই ভৈয়ামবাসীৰ উপৰিও পাৰ্ব্বত্য ভূখণ্ডৰ কিছুমান কিছুমান জনজাতীয়লোক আৰু এজন মুছলমানেও এই ধৰ্ম্মৰ প্ৰতি আকৃষ্ট হৈ শৰণ গ্ৰহণ কৰিছিল। ভাগৱতী বৈষ্ণৱধৰ্ম্মৰ প্ৰচাৰ কেন্দ্ৰ-স্বৰূপে উক্ত ধৰ্ম্মপ্ৰচাৰকসকলে ঠায়ে ঠায়ে সত্ৰ স্থাপন কৰি গ'ল। লাহে লাহে এই সত্ৰৰ শাখা বাঢ়ি এতিয়ালৈকে অসমত প্ৰায় ৫০০ সত্ৰ স্থাপিত হ'ল।"

এইখিনিতে প্ৰভুৱে সত্ৰবিলাকৰ স্বৰূপ, সমাজৰ লগত তাৰ ঘনিষ্ঠ সম্বন্ধ, নামঘৰ আৰু সামাজিক জীৱনৰ লগত ধৰ্ম্মজীৱনৰ লিপিত থোৱা সম্বন্ধৰ বিষয়ে চমু অথচ সকলো সামৰা বিৱৰণ এটা দি শেহত কৈছিল—"অৱশ্যে এইটো স্বীকাৰ্য্য যে ভাৰতৰ পৰাধীনতাৰ ফলত আমাৰ আৰ্থিক আৰু সামাজিক দুৰ্ব্বলতাৰ সুযোগ লৈ অসমৰ পাৰ্ব্বত্য ভূখণ্ডত খ্ৰীষ্টধৰ্ম্ম প্ৰচাৰকসকলে নিজৰ

নিজৰ ধৰ্ম্ম প্ৰচাৰ কৰি বহুত লোকক খ্ৰীষ্টান কৰিলে। ইয়াৰ মুলত কিছু ঐতিহাসিক আৰু কিছু ৰাজনৈতিক কাৰণো নিহিত আছে—যিবোৰৰ আলোচনা ইয়াত অবান্তৰ। যদিও বহুতো জনজাতীয় লোকে খ্ৰীষ্টধৰ্ম্ম গ্ৰহণ কৰিলে তথাপি বহুলোকে এতিয়াও নিজৰ পূজা-পদ্ধতি মানিয়েই চলি আছে। মিজো জিলা আৰু নেফাৰ কামেং বিভাগত কিছু বৌদ্ধধৰ্ম্মী লোকো পোৱা যায়। খাচীয়া আৰু মিকিৰ লোকৰ ভিতৰতো নিজ নিজ পূজা-পাতলৰ প্ৰচলন আছে। সেই আচাৰ-নীতি আমাৰ লগত নিমিলে। যা হওক, এতিয়া আমাৰ কৰ্ত্তব্য হৈছে পাৰ্ব্বত্য লোকসকলৰ ভিতৰত যিসকল এতিয়াও খ্ৰীষ্টান হৈ যোৱা নাই সিসকলক হিন্দুধৰ্ম্মৰ পৰ্য্যায়লৈ অনা—যিহেতু সিসকলক আমি হিন্দু বুলিয়েই ক'ব পাৰোঁ। মাত্ৰ সিসকলৰ অন্তৰত হিন্দুত্ববোধ জগাই তোলা কামখিনিত সুপৰিকল্পিত পন্থা গ্ৰহণ কৰিব লাগে। তাৰ কাৰণে সিসকলৰ মাজলৈ গৈ সুখ-দুখৰ সমভাগী হৈ সেই দুঃখ দূৰীকৰণৰ চেষ্টা কৰিব লাগে। 'নৰ সেৱাই নাৰায়ণ সেৱা' এই নীতি বাণী স্মৰণ কৰি যদি আমি সুপথ বিচাৰি লওঁ তেনেহলে নিশ্চয় কৃতকাৰ্য্য হ'ম। অসমৰ বিভিন্ন পাৰ্ব্বত্য অঞ্চলত এই উদ্দেশ্য পূৰণৰ বাবে আমাৰ সত্ৰবিলাককো আধুনিক যুগোপযোগী সংস্কাৰ কৰাৰ প্ৰয়োজন হৈ পৰিছে। জনজাতীয় লোকসকলৰ মাজত যদি শিক্ষা, চিকিৎসা আদি সেৱা মনোভাৱেৰে উদ্বুদ্ধ সত্ৰৰ শাখা কিছুমান খোলা হয় তেন্তে সত্ৰবোৰ তেওঁলোকৰো শ্ৰদ্ধাৰ বস্তু হৈ পৰিব।"

এই ভাষণ শ্ৰোতাসকলে নিতাল মাৰি শুনিছিল আৰু পাছত বহুতো সময়োপযোগী আৰু ৰচনাত্মক দৃষ্টিৰ বাবে ভাষণটো প্ৰশংসা কৰিছিল। বিশ্ব-হিন্দু পৰিষদৰ এই সভাতো প্ৰভুৰ উদ্যমতে অসমীয়া বৰগীত আৰু দত্তদেৱ প্ৰভুৰ ৰচিত 'নাথ হৰে' গীতটো লগত যোৱা বৈষ্ণৱে গাই অসমীয়া সত্ৰীয়া গীতমাতৰ সামান্য চিনাকী দিছিল।

সম্মেলন শেষ হোৱাৰ পাছত প্ৰভু প্ৰয়াগৰপৰা পুৰীলৈ যায় আৰু তাত কেইদিনমান থাকি ১ ফাগুনত গুৱাহাটী সত্ৰ পায়হি।

প্ৰভুৰ নেতৃত্বত অসমত বিশ্ব-হিন্দু পৰিষদৰ শাখা চাৰিওফালে বাঢ়ি গ'ল। মূল প্ৰাদেশিক সমিতিও নতুনকৈ পৰিষদৰ নিয়মাৱলী অনুসৰি পুনৰ্গঠিত হ'ল। প্ৰাদেশিক শাখা আৰু সত্ৰবিলাকতো প্ৰচাৰ কাৰ্য্য চলিবলৈ ধৰিলে। বহুতে অনুভৱ কৰিলে, বিশ্ব-হিন্দু পৰিষদৰ উদ্দেশ্য প্ৰচাৰ আৰু কৰ্ম্মশক্তি বঢ়াবলৈ হ'লে ৰাজ্যিক পৰ্য্যায়ত এখন মহা-সম্মেলন গুৱাহাটীত পাতিব লাগে। তাত অসমৰ

হিন্দুৰ বিভিন্ন সম্প্ৰদায়ৰ প্ৰতিনিধিসকলৰ বাহিৰেও অসমত হিন্দুধৰ্ম্ম প্ৰচাৰৰ ঘাইকেন্দ্ৰ সত্ৰবিলাকৰ সত্ৰাধিকাৰসকলকো আমন্ত্ৰিত কৰি একত্ৰ আলোচনা কৰাৰ সুযোগ সৃষ্টি কৰিব লাগে। প্ৰভুৱেও এই প্ৰস্তাৱত হয়ভৰ দিয়াত ১৮৮৮ শকৰ চ'ত মাহত গুৱাহাটীত অসম বিশ্ব-হিন্দু পৰিষদৰ প্ৰথম মহা সম্মেলন অনুষ্ঠিত হয়। দ্বাৰকাপীঠৰ শঙ্কৰাচাৰ্য্য মহাৰাজকে প্ৰমুখ্য কৰি ভাৰতৰ হিন্দু-ধৰ্ম্ম আৰু সংস্কৃতিৰ ক্ষেত্ৰত নেতৃত্ব কৰা কেইবাজনো প্ৰমুখ নেতা সেই সম্মেলনত উপস্থিত থাকি কাৰ্য্যাকাৰ্য্য নিশ্চয়ত সহায়তা কৰিছিল আৰু প্ৰেৰণাপূৰ্ণ ভাষণ দিছিল। সম্মিলনত চাৰিসত্ৰৰ সত্ৰাধিকাৰ প্ৰভু এটাই কেইগৰাকী উপস্থিত আছিল আৰু আন ১৫০ খনৰ অধিকাৰ বা ডেকা উপস্থিত আছিল। প্ৰতিদিনে দৰ্শকৰ সংখ্যা দহ বাৰ হেজাৰৰ কম নাছিল। সম্মেলনত সভাপতিত্ব কৰিছিল ৰাজ্যিক বিশ্ব-হিন্দু পৰিষদৰ স্থায়ী সভাপতি শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ প্ৰভুৱে।

এই প্ৰথম সম্মেলনে হিন্দুধৰ্ম্মৰ পালন, সংৰক্ষণ আৰু সংবৰ্দ্ধনৰ কাৰণে ৰাইজক উদ্বুদ্ধ কৰিলে আৰু সত্ৰাধিকাৰসকলৰ মনতো পৰ্ব্বতে-ভৈয়ামে ধৰ্ম্ম-প্ৰচাৰৰ প্ৰয়োজনীয়তাৰ সম্বন্ধে দৃঢ় উপলব্ধি হ'ল। সেইসকলে যে মনে মনে সহায়হীন বুলি অনুভৱ কৰি আছিল এই ধাৰণাও কিছু পৰিমাণে নোহোৱা হৈ মনত বল পোৱাদি পালে। অসমত অতি কম সময়ৰ ভিতৰতে বিশ্ব-হিন্দু পৰিষদ এটা শক্তিৰূপে পৰিণত হ'ল—ভাৰতৰ আন কিছুমান প্ৰদেশত তেতিয়াও বিশ্ব-হিন্দু পৰিষদৰ প্ৰাদেশিক শাখাই স্থাপিত হোৱা নাছিল। অসমৰ এই বিষয়ত অগ্ৰগতি দেখি সৰ্ব্বভাৰতীয় মুখ্যকৰ্ত্তাসকলে বাৰে বাৰে শলাগ লৈছিল। পাছে এই সকলোৰে গুৰিতে হেমচন্দ্ৰদেৱ প্ৰভুৰ নেতৃত্ব আৰু ব্যক্তিত্ব।

এই সম্মেলনৰ পাছৰপৰা প্ৰভু যলৈকে চহৰ-ভ্ৰমণত যায়, সত্ৰীয়া কৰ্ত্তব্য শৰণ মন্ত্ৰ দিয়া, বাদ-বিবাদ সোধা, ৰাইজৰ ইচ্ছা আৰু আগ্ৰহত ভাৱনা সবাহ পতা আদি যথাপূৰ্ব্ব চলি থাকে, কিন্তু তাৰ লগতে বিশ্ব-হিন্দু পৰিষদৰ প্ৰচাৰ কাৰ্য্যও প্ৰভুৱে সমানে চলাই যায়। প্ৰভুৰ মুখৰপৰা বিশ্বহিন্দু পৰিষদৰ বাৰ্ত্তা শুনিবলৈ ৰাইজে সকলো ঠাইতে আগ্ৰহ প্ৰকাশ কৰে। আনকি নামৰূপ-থাৰমেলৰ কৰ্ম্মচাৰীসকলৰ নিচিনা ৰাতিয়ে-দিনে যন্ত্ৰ-জগতত তন্ময় হৈ থকা কৰ্ম্মচাৰীসকলৰো এই বিষয়ত আগ্ৰহ আনতকৈ কম নাছিল। প্ৰভু নামৰূপৰ সাৰ-কাৰখানা চাবলৈ যাওঁতে তাৰ কাৰখানাৰ কৰ্ম্মচাৰী আৰু কৰ্ম্মীবৃন্দই প্ৰভুক সম্বৰ্দ্ধনা জনাওঁতে বিশ্ব-হিন্দু পৰিষদৰ বিষয়ে বিশেষভাৱে জানিবলৈ আগ্ৰহ প্ৰকাশ কৰে। এইবিলাকৰ উপৰিও বিশ্ব-হিন্দু পৰিষদৰ স্থানীয় সম্মেলনবোৰতো

উপস্থিতি প্ৰাৰ্থনা কৰি ৰাইজ প্ৰভুৰ ওচৰ চাপে। এই এটাইবোৰলৈ যোৱা সম্ভৱ নহলেও পিচপৰা অঞ্চলৰপৰা প্ৰাৰ্থনা আহিলে প্ৰভুৱে নানা অসুবিধাকো উপেক্ষা কৰি উপস্থিত হয়। এইদৰে সদিয়াৰ মাজুলীত পতা বিশ্ব-হিন্দু পৰিষদৰ স্থানীয় সম্মেলনলৈ কিঞ্চিৎ অসুস্থতা সত্বেও দিনতীয়াকৈ গৈও প্ৰভুৱে সেই-সকলৰ ইচ্ছা পূৰণ কৰিছিল আৰু উৎসাহ বৰ্দ্ধন কৰিছিল।

এবাৰ মিকিৰ পাহাৰৰ কিছুসংখ্যক মিকিৰলোকে বিশ্ব-হিন্দু পৰিষদৰ এখন স্থানীয় সম্মেলন হাওৰাঘাটত পাতিবলৈ স্থিৰ কৰে। সেইসকলৰ ইচ্ছা আউনী-আটীয় সত্ৰাধিকাৰ প্ৰভু সেই সম্মেলনলৈ যাব লাগে। প্ৰভুৰ সেই সময়ত শৰীৰ ভাল নাছিল, তাতে উজনিৰ দূৰ অঞ্চলত সুকুঙা নোহোৱা কাৰ্য্যক্ৰম লৈ চহৰ ভ্ৰমণ কৰি আছিল। এইবোৰ বাতিল কৰি মিকিৰপাহাৰ জিলাৰ হাওৰাঘাটলৈ যোৱা একোপধ্যে সম্ভৱ নাছিল। গতিকে যোৱা সম্ভৱ নহ'ব বুলি দুখেৰে জনাই দিবলৈ প্ৰভু বাধ্য হৈছিল। এই সমিধান পাই শ্ৰীকাঠাৰ ইংতি নামৰ বিশ্ব-হিন্দু পৰিষদৰ এজন কৰ্ম্মীৰ নেতৃত্বত কেইজনমান মিকিৰ লোকৰ স্বজাতি দল এটাই উজনিৰ মাইথং বাহৰতে প্ৰভুক নিবেদন কৰিলে—"আমি বহু আশা কৰি প্ৰভুক নিমন্ত্ৰণ জনাইছিলো, যদি প্ৰভুক নেপাওঁ তেনেহলে মিকিৰ ৰাইজ অসন্তুষ্ট হ'ব, আৰু ভৱিষ্যতলৈ মিকিৰ ৰাইজক প্ৰভুৱে নাপাব।" মিকিৰসকলৰ এই নিষ্ঠাপূৰ্ণ দৃঢ় বাক্য শুনি আমন্ত্ৰণ প্ৰত্যাখ্যান কৰিবলৈ প্ৰভুৰ সত নগ'ল। স্থানীয় ৰাইজেও প্ৰভুক যোৱাই ভাল হ'ব বুলি পৰামৰ্শ দিলে। প্ৰভুৱে নিমন্ত্ৰণ গ্ৰহণ কৰিলে। উজনিভ্ৰমণ লৰা-লৰিকৈ শেষ কৰি প্ৰভু যোৰহাটৰ জিৰণি বাহৰলৈ আহিল। পাছদিনা প্ৰত্যূষতে বাচ-গাড়ীৰে যাত্ৰা কৰি সেইদিনাই হাৰৰাঘাট পালেগৈ। মিকিৰ ৰাইজে প্ৰভুৰ বাহৰ আদি ঠিক কৰি থৈছিল।

হাৰৰাঘাটত থকা ৰাজনৈতিক দলবিশেষৰ বৰ্ণহিন্দু কৰ্ম্মী দুজনমানে মিকিৰ ৰাইজৰ মাজত হিন্দুধৰ্ম্মৰ জনপ্ৰিয়তা আৰু বিশ্বহিন্দু পৰিষদৰ প্ৰসাৰ পেটে পেটে ভাল পোৱা নাছিল। তেওঁলোকে আগৰেপৰা এই কামত বিধি-পথালি দি আছিল। এতিয়া প্ৰভুৰ আগমন বাৰ্ত্তা শুনি আৰু গোটেই ঠাইত বিপুল উৎসাহৰ খলকনি দেখি তেওঁলোকে প্ৰমাদ গুণিলে। এই সম্মেলন পণ্ড কৰিবলৈ দেখাদেখি আৰু তল-খুচৰীয়া দুয়োবিধ উপায় প্ৰয়োগ কৰিবলৈ ধৰিলে। এনেতে প্ৰভু আহি পালেহি। বিৰুদ্ধ দলটোৰ কেইজনমানে আহি প্ৰভুক এই সভাত যোগ নিদি উভতি যাবলৈ অনুৰোধ কৰিলেহি। তেওঁলোকে

কাৰণ দৰ্শালে যে শান্তি ভঙ্গ হোৱাৰ আশঙ্কা আছে। "প্ৰভুৱে ক'লে আমাক যিসকলে মাতি আনিছে, তেওঁবিলাকেহে জানে; তেওঁবিলাকে যদি আমাক উলটি যাবলৈ কয় তেতিয়া উলটি যোৱাৰ কথা চিন্তা কৰা হব।" ইতিমধ্যে এই সকলো বিবৰি মিকিৰ জিলাৰ উপায়ুক্তক খবৰ দিয়া হ'ল আৰু সশস্ত্ৰ পুলিচ আহি পালে। ছুই এজনক গ্ৰেপ্তাৰ কৰাৰ লগে লগে পৰিস্থিতি শান্ত হ'ল। এই সভাত প্ৰভুৱে দিয়া ভাষণত "পৌণ্ড্ৰকাশ্চোড়দ্ৰাবিড়াঃ কম্বোজ-যৱনাঃ শকাঃ। পাৰদাঃ পহ্লবাঃ চীনাঃ কিৰাতা দৰদাঃ খশাঃ॥ শনকৈস্তু ক্ৰিয়ালোপাদিমা ক্ষত্ৰিয়জাতয়ঃ। বৃষলত্বং গতা লোকে ব্ৰাহ্মণাদৰ্শনেন চ॥" এই বচনটি মাতি তেওঁলোক যে হিন্দুৰ ক্ষত্ৰিয় জাতীয় লোক আছিল এই কথা বুজাই দিয়াত মিকিৰ ৰাইজে আনন্দ আৰু উৎসাহত নতুন শক্তি পোৱাদি পালে। এই সভাত ভাষণ দি থাকোঁতে প্ৰভুৰ গাত জ্বৰৰ উত্তাপ আছিল প্ৰায় ১০২ ডিগ্ৰী।

গুৱাহাটীৰ প্ৰাগজ্যোতিষ কলেজ ভৱনত হোৱা বিশ্ব-হিন্দু পৰিষদৰ কৰ্মী প্ৰশিক্ষণৰ সমাপন উৎসৱৰ দিনা শিবিৰ যাপন কৰা থল আৰু পৰ্ব্বতৰ যুৱক কৰ্ম্মীবৃন্দক উৎসাহিত কৰিবলৈকো প্ৰভুৰ শুভাগমন হৈছিল। সেইদিনা প্ৰশিক্ষিত কৰ্ম্মীসকলক ধৰ্ম্ম সংস্থাপনৰ কৰ্ম্মই যে ধৰ্ম্ম এইকথা গীতাৰ বাণীৰে আৰু অৰ্জ্জুনৰ দৃষ্টান্তেৰে বুজাই দিছিল। প্ৰশিক্ষণপ্ৰাপ্ত কৰ্ম্মীসকলক প্ৰভুৱে গীতা আৰু নামঘোষা একোখন স্বহস্তে বিতৰণ কৰিছিল।

যোৰহাটত অনুষ্ঠিত হোৱা বিশ্ব-হিন্দু পৰিষদৰ তিনিদিনীয়া মহাসম্মেলনতো সত্ৰাধিকাৰসকল উপস্থিত আছিল। এই সম্মেলন জাক-জমকীয়া, উৎসাহ-মুখৰ আৰু বিপুল সমাগমপূৰ্ণ আছিল। ইয়াতো প্ৰভুৱে ছুদিন লিখিত আৰু মৌখিক ভাষণ দিছিল। সেই এটাইকেইটা ভাষণেই বহুদিশৰপৰা বিশেষত্বপূৰ্ণ আছিল[৩]।

১৮৯৩ শকত প্ৰভুৰ ধৰ্ম্মাসনত অভিষিক্ত হোৱা ৪৫ বছৰ পূৰ হ'ল। আউনীসত্ৰৰ অধিকাৰৰ গাদীত দীৰ্ঘকাল অধিষ্ঠিত থকাসকলৰ ভিতৰত শ্ৰীশ্ৰীকেশৱদেৱ আৰু শ্ৰীশ্ৰীদত্তদেৱ প্ৰভু ঈশ্বৰৰ পাছতেই বৰ্ত্তমানজনা অধিকাৰ।

৩। হেমচন্দ্ৰদেৱ প্ৰভুৰ 'ভাষণাৱলী'ত ভাষণবিলাকৰ কিছুমান ছপা হৈ প্ৰকাশিত হৈছিল। ৪৫তম অভিষেক উৎসৱ সমিতিয়ে প্ৰকাশ কৰা প্ৰভুৰ জীৱনী গ্ৰন্থতো সেইবোৰ বহুলাংশে পোৱা যাব। প্ৰাপ্তিস্থান: শ্ৰীমাণিকচন্দ্ৰ বৰা, পোঃ আউনীসত্ৰ, মাজুলী (যোৰহাট)।

সত্ৰস্থ ভক্ত-বৈষ্ণৱ আৰু অগণন শিষ্য-প্ৰশিষ্যৰ হিয়াত খেলালে যে প্ৰভুৰ পঞ্চ-চত্বাৰিংশ অভিষেক বৰ্ষ পালন কৰিব লাগে। সেইমতে আয়োজন চলিল। সত্ৰৰ ভকত-বৈষ্ণৱসকলে গোটখাই উৎসৱ-পালন সমিতি এখন গঠন কৰি সত্ৰৰ এজন মুখিয়াল কৰ্ম্মপটু বৈষ্ণৱ শ্ৰীমাণিকচন্দ্ৰ বৰাক সম্পাদক আৰু ডেকাজনা গোস্বামীক এই সমিতিৰ সভাপতি পাতি প্ৰভুৰ এখনি জীৱনী গ্ৰন্থ উলিয়াবলৈ প্ৰস্তাৱ ললে। এই গ্ৰন্থৰ সমলখিনি সংগ্ৰহ কৰিছিল সত্ৰৰ বৈষ্ণৱ আলহীসকলেই। এইসকলৰ অশেষ চেষ্টাত নিচেই কমসময়ৰ ভিতৰতে এই গ্ৰন্থখানি ছপাই উলিয়াই উৎসৱৰ দিনা সমিতিয়ে প্ৰভুৰ হাতত সমৰ্পণ কৰে।

৪৫তম অভিষেক বাৰ্ষিকী বিভিন্ন কাৰ্য্যক্ৰমেৰে পালন কৰিছিল। দূৰ-দূৰণিৰপৰা অসংখ্য লোকৰ সমাগম হৈছিল। সত্ৰত এখন মেলা বহি গৈছিল। প্ৰভু ঈশ্বৰক সম্বৰ্দ্ধনা জনাবলৈ আবেলি যি মহতী সভা হৈছিল তাত সকলো অভিনন্দন সম্বৰ্দ্ধনাৰ উত্তৰত প্ৰভুৱে ধৰ্ম্মপ্ৰাণ ৰাইজলৈ শ্ৰদ্ধাৰ্ঘ্য নিবেদন কৰিছিল এইবুলি।

"শ্ৰদ্ধাস্পদ সভাপতিদেৱ, শ্ৰদ্ধাভাজন উদ্বোধকদেৱ, সভাস্থ মহানুভৱ অভ্যাগত সুধীবৃন্দ,—অসমৰ ঐতিহ্যপূৰ্ণ গৌৰৱমণ্ডিত ধৰ্ম্মানুষ্ঠানসমূহৰে অন্যতম এই আউনীআটী সত্ৰত আজি আপোনালোকৰ শুভ পদাৰ্পণে আমাৰ অন্তৰ যেনে শ্ৰদ্ধা-ভক্তি বিমিশ্ৰিত আনন্দ ৰসেৰে সিক্ত হৈ উঠিছে সি বৰ্ণনাতীত। "সৰ্ব্বং বিষ্ণুময়ং জগত্"—সেই সাক্ষাৎ বিষ্ণুৰূপী আপোনাসৱলৈ সভক্তিৰে শ্ৰদ্ধাঞ্জলি আগবঢ়োৱা হ'ল।

"হে ধৰ্ম্মপ্ৰাণ মহাভাগমণ্ডলী, আপোনাসৱে শীত-বাতাদি কষ্টকো উপেক্ষা কৰি এই স্থানত সমবেত হৈ এই অকৃত, অভাজন, অজ্ঞানজনৰ শিৰত যি আশীষ নিৰ্ম্মালি সিঞ্চন কৰিছেহি, যথাৰ্থতে তেনে সৌভাগ্যৰ শতাংশ কণাৰো এই অভাজন ভাজন বুলি ভাবিবলৈ জ্ঞান বিবেকে নকয় দেখোন; ই যে আপোনাসৱৰ দয়াবশ কৰুণা বিকিৰণ তাত বিন্দুমানো সন্দেহ থাকিব নোৱাৰে। যেনেকৈ স্থান কাল নিৰ্ব্বিশেষে বৃষ্টিজল কিংবা চন্দ্ৰ সূৰ্য্যৰ কিৰণ বিকিৰিত হয় তৎস্বৰূপেই মহানুভৱ আপোনাসৱৰ শুভাশীষ সৌৰভ কুসুম, এই অকিঞ্চনৰ শিৰত সিঞ্চিত হৈছে। এই পবিত্ৰ আশীষ সলিলেৰে শিৰ সিক্ত হৈ সন্তসেৱাৰ যোগ্য হওক বুলি ভাবি সবস্ত্ৰ গল নতজানু হৈ এই অভাজনে ভূমিস্পৰ্শ শিৰেৰে আপোনাসৱলৈ প্ৰণিপাত জনাইছে।

"হে সুদূৰদৰ্শী তত্ত্বজ্ঞানীসকল! আজি সমগ্ৰ জগত ঘোৰ তমসাচ্ছন্ন অশান্ত পৰিবেশৰ উত্তাল তৰঙ্গেৰে তৰঙ্গিত হৈ উঠিছে। যাৰ কাৰণত কি এটি অব্যক্ত ভীষণ সঙ্কটৰ আশঙ্কাত জনগণৰ অন্তৰ থৰথৰি প্ৰকম্পিতপ্ৰায়। নাই আজি জগতত শান্তি, নাই সুখ, নাই বিশ্ৰাম, নাই নিৰাপদতা। ইয়াৰ হেতু ক'ত? চিন্তা কৰি চালে আমি

সকলোৱেই অনুভৱ কৰিব পাৰিম যে ইয়াৰ হেতু ধৰ্ম্মানুৰাগাভাৱ। ধৰ্ম্মানুৰাগিতাৰ অভাৱতে আজি জগতৰ এনে দয়নীয় অৱস্থা হৈছে। আমাৰ ধৰ্ম্মশাস্ত্ৰসমূহেও উচ্চৈস্বৰে তাকে কৈ আহিছে—"ধৰ্ম্ম এব হতো হন্তি, ধৰ্ম্মো ৰক্ষতি ৰক্ষিতঃ"—এই সৌৰজগত ৰক্ষিত হৈ আছে একমাত্ৰ ধৰ্ম্মৰ প্ৰভাৱতে। সেইকাৰণে আমাৰ ধৰ্ম্মশাস্ত্ৰসমূহে ধৰ্ম্ম শব্দৰ শাব্দিক ব্যাখ্যা দিছে যে 'ধ্ৰিয়তে ইতি ধৰ্ম্মঃ'। 'ধাৰণাদ্ধৰ্ম্মঃ ইত্যাহুঃ ধৰ্ম্মো-ধাৰয়তে প্ৰজাঃ। যস্মাদ্ ধাৰণসংযুক্তঃ স ধৰ্ম্ম ইতি নিশ্চয়ঃ।' গতিকে ধৰ্ম্মতেই যে সৌৰজগত ৰক্ষিত হৈ আছে ইয়াৰ বিন্দুমাত্ৰ সন্দেহ নাই।

"সত্য, শৌচ, দয়া, ক্ষমা, এই চাৰিপাদবিশিষ্ট ধৰ্ম্মৰ মৌলিক ভিত্তি হ'ল নৈতিকতা। সদসদজ্ঞানসম্পন্ন মানৱ জাতিয়েইহে সেই নৈতিকতাৰ একমাত্ৰ অধিকাৰী। মানৱসমাজত এই নৈতিকতাৰ অভাৱতেই আজি জগতৰ এনে অবৰ্ণনীয় দুঃসহ অৱস্থা। এই অৱস্থা উপলব্ধি কৰিও আমি তাৰ প্ৰতিকাৰ সাধিবলৈ সমৰ্থ হোৱা নাই কিয়? হবৰে বা আমালোকৰ সামৰ্থ্য ক'ত? এই জগতৰ চৰাচৰ জীৱমাত্ৰেই পৰমেশ্বৰৰ দুৰত্যয় মায়ামুগ্ধ পুত্তলিকা মাত্ৰ। পুত্তলিকাৰ জানো স্বতঃক্ৰিয়া কিবা থাকিব পাৰে? কদাপিও নোৱাৰে। স্বয়ং ভগৱান শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৈছিল যে—

ঈশ্বৰঃ সৰ্ব্বভূতানাং হৃদ্দেশেঽৰ্জ্জুন তিষ্ঠতি।
ভ্ৰাময়ন্ সৰ্ব্বভূতানি যন্ত্ৰাৰূঢ়ানি মায়য়া॥

"এনে অৱস্থাত কৰ্ত্তৃত্বাভিমানৰ আমাৰ সামৰ্থ্য ক'ত? তেনে তাৰ উপায়? উপায়ো ভগৱন্তই নিজেই কৈ গৈছে—

ত্বমেৱ শৰণং গচ্ছ সৰ্ব্বভাৱেন ভাৰত।
তৎপ্ৰসাদাৎ পৰাং শান্তিং স্থানং প্ৰাপ্স্যসি শাশ্বতম্॥

"গতিকে হে মহাভাগসকল! আহক, সকলোৱেই কায় বাক্য মন প্ৰাণে পৰম কাৰণ পৰাৎপৰ পৰমেশ্বৰৰ ওচৰত শৰণাপন্ন হৈ প্ৰাৰ্থনা জনাওঁহঁক—সেই পৰম পবিত্ৰ নৈতিকতালৈ যেন জগতৰ জনগণৰ মন প্ৰাণ প্ৰধাবিত হৈ উঠে আৰু ঐতিহ্যমণ্ডিত নৈতিক আধ্যাত্মিকতাৰ লীলাভূমি আমাৰ এই ভাৰতবৰ্ষও সেই শক্তিৰে শক্তিমান হৈ পুনৰ উদ্ভাসিত হৈ উঠে।

"হে পৰম শ্ৰদ্ধাস্পদ সন্ত-মহন্ত, গুণী-জ্ঞানী উদাৰ মহান ধৰ্ম্মপ্ৰাণ অসমৰ প্ৰতিনিধি-বৃন্দ সত্ৰীয়া বৈষ্ণৱসমূহ! আজি আপোনাসবে এই অভাজনৰ প্ৰতি দয়া প্ৰদৰ্শাই যি অমূল্য আশীষ নিৰ্ম্মালি প্ৰদান কৰিলেহি তাৰ প্ৰতিদান কোনো পাৰ্থিব পদাৰ্থৰেই হব নোৱাৰে। মাত্ৰ চিৰকাললৈ আপোনাসবৰ পাশত কৃতজ্ঞতা পাশেৰে আবদ্ধ হৈ থকা আশাৰে আপোনাসবলৈ সভক্তিৰে নতশিৰে শ্ৰদ্ধাৰ্ঘ্য আগবঢ়োৱা হ'ল।

"ক্ষমা সজ্জনভূষণম্' সেই মহাগুণাধিকাৰী আপোনাসবে এই অভাজনৰ সহস্ৰাধিক অপৰাধ মাৰ্জ্জনা কৰে যেন।

ৰূপং ৰূপং বিবৰ্জ্জিতস্য ভৱতো ধ্যানেন যৎকল্পিতম্।
স্তুত্যাং নিৰ্বচনীয় তদখিল গুৰোৰ্দূৰীকৃতা যন্ময়।
ব্যাপিত্বঞ্চ নিৰাকৃতঃ ভগৱতো যত্তীৰ্থযাত্ৰাদিনা।
ক্ষন্তব্যং জগদীশ তদ্বিকলতাং দোষত্ৰয়ং যৎকৃতম্।
ওঁ তৎ সৎ। শান্তি শান্তি শান্তি!

১২ মাঘ, ১৮৯৩ শক। শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ আউনীআটীয় সত্ৰাধিকাৰ গোস্বামী।"

সকলোৰে লগত সৌহাৰ্দ্দ্যপূৰ্ণ আৰু মিলভাব ৰক্ষা কৰাৰ কিটিপ প্ৰভুৱে জানিছিল। সেইটো হৈছে কপটতাহীন নিৰভিমান ব্যৱহাৰ। গড়মূৰৰ চলাজনা অধিকাৰ শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামীৰ মত আৰু কাৰ্য্যকলাপ প্ৰভুৱে সকলো বিষয়তে সমৰ্থন কৰিব পৰা নাছিল। তথাপি শেহলৈ আমাৰ প্ৰভুৰ আৰু গড়মূৰীয়জনা প্ৰভুৰ প্ৰগাঢ় প্ৰীতি জন্মিছিল। এবাৰ গড়মূৰীয়জনা প্ৰভুৱে আউনীআটীত এৰাঁতি আতিথ্য গ্ৰহণ কৰিছিল। পাছদিনা উলটি গৈয়ে এখন চিঠি দিছিল। সেই চিঠিৰ পূৰ্ব্বাংশ তুলি দিয়া হ'ল।

মঙ্গলালয়

শ্ৰীশ্ৰীযুক্ত আউনীআটীয় সত্ৰাধিকাৰ গোস্বামী মঙ্গলালয়েষু,

গত কালি আপোনাৰ বিনয়-নম্ৰ-ভদ্ৰোচিত সস্নেহ ব্যৱহাৰত নিতান্ত অভিভূত। অতএব অচ্ছেদ্য স্নেহ-পাশত আবদ্ধ হৈ অতি কষ্টেৰে আপোনাক এৰি থৈ আহিলোঁ। কিন্তু অন্তঃকৰণ আপোনাৰ ওচৰতে থাকি আহিল। মাত্ৰ দেহটোহে আহিছে যেন লাগিছে। যদিও লাহে লাহে নাও বাই আহোঁতে আৰু এঠাইত নাও বান্ধি সকলোৰে জলযোগ কৰি লোৱাত দেৰি হৈ ঘৰ পাওঁতে ১২½ মান বাজিছিল তথাপি কোনো বিষয়তে কোনেও অলপমানো কষ্ট বোধ কৰা নাছিল। বৰঞ্চ ভকতসকলোৰে মুখে মুখে আপোনাৰ প্ৰতি অজস্ৰ প্ৰশংসা বাণী শুনি পুলকিত হৃদয়ে আহি ঘৰ পালোহি।

* * * *

দক্ষিণপাটৰ শ্ৰীশ্ৰীহৰিদেৱ গোস্বামী প্ৰভুৰ সহিতো আমাৰ প্ৰভুৰ বিশেষ হৃদ্যতা আছিল। ১৮৮২ শকৰ ১৪ আঘোণত প্ৰভু এবাৰ দক্ষিণপাট সত্ৰলৈ গৈ যাদৱৰায় মহাপ্ৰভুৰ সেৱা কৰি আহিছিল। প্ৰভু উভতি অহাৰ দুদিন পাছতে দক্ষিণপটীয়াজনাই প্ৰভুলৈ এইদৰে চিঠি দিছিল ঃ

পৰমপবিত্ৰোদাৰাশয়

শ্ৰীশ্ৰীযুক্ত আউনীআটীয় গোস্বামী সুনিৰ্ম্মলালয়েষু,

সিদিনা ( ১৪ আঘোন ) সবৈষ্ণৱে আপোনাৰ শুভাগমনত সবৈষ্ণৱে আমি পৰম সন্তোষ পালোঁ। তাতোকৈ আপোনাৰ ঔদাৰ্য্য ব্যৱহাৰে আমালোকক অতিশয় মুগ্ধ

কৰিলে আৰু আপোনাৰ বন্ধুত্বপূৰ্ণ সদ্ভাৱে আমাৰ অন্তৰ উৎফুল্ল কৰি তুলিলে। আশা-কৰোঁ এই সৌহাৰ্দ্দ্য স্নেহ আগলৈকে মাৰ নাযায়। "লঙ্কান্তৰে ভানু জলে চ পদ্মম্"ৰদৰে দূৰ-দূৰণিত বাস কৰিলেও আন্তৰিক অদূৰত্ব থকাটোৱেই আমাৰ বাঞ্ছনীয়।

কিমধিকমিতি ১৬ আঘোন ১৮৮২।

* * * *

প্ৰভুৱে এতিয়ালৈকে কেইবাজনো অধিকাৰক অধিকাৰ পদৰ নিৰ্ম্মালি দিছিল—দক্ষিণপাটৰ শ্ৰীশ্ৰীহৰিদেৱ গোস্বামী প্ৰভুক, শ্ৰীশ্ৰীৰমানন্দদেৱ গোস্বামী প্ৰভুক, গড়মূৰৰ শ্ৰীশ্ৰীকৃষ্ণচন্দ্ৰ গোস্বামী প্ৰভুক আৰু ডিফলুৰ শ্ৰীশ্ৰীযোগেশ্বৰ গোস্বামীদেৱক, উত্তৰ কমলাবাৰী সত্ৰৰ শ্ৰীশ্ৰীকমলাকান্তদেৱ গোস্বামীক আৰু বেঙ্গেনাআটীয় সত্ৰৰ শ্ৰীশ্ৰীৰমাকান্ত গোস্বামীক। সকলোৰে লগত প্ৰভুৰ ভ্ৰাতৃত্ব ভাবৰ মধুৰ সম্বন্ধ।

শিষ্য-প্ৰশিষ্যৰ লগতো প্ৰভুৰ অমায়িক মধুৰ ব্যৱহাৰ। প্ৰভুৰ কেতিয়াবা ধানখেৰৰ জুইৰদৰে ভমক্ কৰে উঠা খং এটা আছে বুলি সত্ৰস্থসকলে মাজে সময়ে গম পায়। পাছে সেই জুই নামতহে, দহন কৰিবলৈ নৌপাওঁতেই নুমাই যায়। সত্ৰস্থ বৈষ্ণৱসকলৰ নিয়ম-শৃঙ্খলা ৰক্ষাত প্ৰভুৱে তীক্ষ্ণতা আৰু মৃদুতাৰ মধ্যম পন্থা অৱলম্বন কৰি আহিছে। এই বিষয়ত নীতি শাস্ত্ৰকাৰসকলৰ উপদেশ প্ৰভুৰ আচৰণত প্ৰতিফলিত হোৱা দেখা যায়। নীতিসাৰকাৰ কামন্দকে লিখিছে—

মৃদুশ্চেদৱমন্যেত তীক্ষ্ণাদুদ্বিজতে জনঃ।
তীক্ষ্ণশ্চৈৱ মৃদুশ্চৈৱ প্ৰজানাং স চ সম্মতঃ॥

[ ৰজা যদি মৃদু বা শীতলস্বভাৱী হয় প্ৰজাই নমনা হয়, যদি উগ্ৰ হয় প্ৰজাসকলৰ উদ্বেগ জন্মে আৰু অশান্তি হয়। তীক্ষ্ণও হব লাগে আৰু স্থল বুজি মৃদু হৈও চলিব লাগে। প্ৰজায়ো তাকে বিচাৰে। ]

সত্ৰ শাসনত প্ৰভুৰ এই নীতি সফল হৈছে। সত্ৰত এতিয়া অশান্তি উদ্বেগ নোহোৱা হৈ শৃঙ্খলা আৰু প্ৰীতিৰ শাসন প্ৰৱৰ্ত্তি আছে।

## চৰিত্ৰ আৰু কৃতিত্ব

প্ৰভুৰ বয়স ৬৮ বছৰ কিন্তু বাৰ্দ্ধক্যৰ কোনো প্ৰকাৰ জড়তাই চুব পৰা নাই, এলাহ বা হেমাহিয়েও সমূলি লাই পোৱা নাই। পূৰ্ব্বৰদৰে অক্ষুণ্ণ অবিচ্ছিন্ন-ভাৱে সত্ৰীয়া নীতি-নিয়মেৰে প্ৰভুৰ দিন-চৰ্য্যা চলি আছে। আগৰ দিনত

গোসাঁইসকল নাৱেৰে ভ্ৰমণ কৰিছিল। নৌকাভ্ৰমণ শ্ৰমদায়ক বা স্বাস্থ্যঘাতক নহয় কিন্তু দীঘলীয়া বাচ-ভ্ৰমণ অৱসাদজনক আৰু আমনি লগাও। প্ৰভুৱে এনে বাচ-গাড়ীৰেই হেজাৰ হেজাৰ মাইল ভ্ৰমণ কৰিছে, এতিয়াও কৰি আছে। দৃঢ় শৰীৰৰ লোক নহলে এনে শ্ৰমসাধ্য ভ্ৰমণ এতিয়াও কৰি থাকিব নোৱাৰিলে-হেঁতেন। তাতে প্ৰভুৰ আহাৰ অলপীয়া। এসন্ধ্যা নিৰামিষ অন্ন, গধূলিৰ সাঁজ কেৱল ফল-মূল-দুগ্ধ। দুই সাঁজৰ মাজৰখিনি সময়ত পানী এটোপাও নাখায়, তেহেলে পুহ মাহেই হওক বা বাৰেখৰীয়া জেঠেই হওক। অস্বাদব্ৰত প্ৰভুৱে আয়ত্ত কৰিছে। এই দু'সন্ধ্যা ভোজন কৰে, তাকো সত্ৰৰ পৰিচৰ্য্যাকাৰী আল-ধৰা বৈষ্ণৱে নিজে বুজি যি দিয়ে তাৰে যিটি মন যায় খায়। অমুক খাম, তমুক বস্তুটো ৰান্ধিবা, এইবোৰৰ কাৰণে পাচিবৰ চাৰি মনতো নেভাৰে। মহাত্মা গান্ধীয়ে কোৱাৰদৰে আহাৰ কৰিব লাগে ঔষধ খোৱাৰ মনোবৃত্তিৰে। ঔষধ যেনেকৈ কোনেও সোঁৱাদ ল'বলৈ নাখায় সেইদৰে আহাৰৰো উদ্দেশ্য শৰীৰ ৰক্ষা। সোৱাদ লোৱা বা জিভাৰ তৃপ্তি আহাৰৰ উদ্দেশ্য নহয়। প্ৰভুৱে স্বাদ-লিপ্সা জয় কৰিছে। আমাৰ ধৰ্ম্মত যে খোৱা-বোৱাৰ নানা প্ৰকাৰ বিধি-নিষেধ আছে তাৰো মূলতে স্বাদ-লিপ্সা জয় কৰা। অস্বাদেই সংযমৰো ভেটি।

হেমচন্দ্ৰদেৱ দেখাত সভা-শুৱনি পুৰুষ, বাৰ্দ্ধক্যই শৰীৰক থুলন্তৰ কৰি ৰখা নাই, কিন্তু প্ৰভুৰ অসাধাৰণ ব্যক্তি-মহিমাই অসমত কিয়, ভাৰতৰ অন্যত্ৰও নিজ প্ৰভাৱ বিস্তাৰ কৰিবলৈ সমৰ্থ হৈছে। কথা-বতৰাত স্বল্পভাষী ; অযথা বাগ্‌ব্যৱহাৰৰপৰা বিৰত থাকে। প্ৰভুৱে যিখিনি কথা কয় সিও মৃদু নিৰহ-নিপানী, প্ৰয়োজনস্থলত তাৰ ভিতৰতে দৃঢ়তাও লুকাই থাকে। এই গুণে স্বভাৱত গাম্ভীৰ্য্যৰ আধান কৰি ব্যক্তিত্বক প্ৰভাৱী কৰিছে। আমি সদা-সৰ্ব্বদায় দেখি থকাবিলাকে কিজানি এই বিকীৰ্ণব্যক্তিমহিমাৰ উমান নাপাওঁ, কিন্তু এদিন দেখা বা ক্ষন্তেকীয়াকৈ দেখা সূক্ষ্মদৃষ্টিসম্পন্ন শ্ৰদ্ধাবান লোকেহে তাৰ মোল পায়। বিশ্ব-হিন্দু পৰিষদৰ প্ৰয়াগত অনুষ্ঠিত হোৱা মহাসম্মেলনত এই কথাৰ প্ৰমাণ পোৱা গৈছিল। সম্মেলনৰ কেইদিন কাৰ্য্যসূচী অন্ত পৰাৰ লগে লগে প্ৰভু যেতিয়া মঞ্চৰপৰা নামি গৈছিল প্ৰভুৰ পাদস্পৰ্শ কৰিবলৈ অসংখ্য লোক জাঙুৰ খাই পৰিছিল। অসমত এই দৃশ্য দেখি বিস্ময় মানিবলগীয়া একোটো নাছিল, কিন্তু উত্তৰ প্ৰদেশৰ প্ৰয়াগত ভাৰতৰ বিভিন্ন ঠাইৰ লোকে এনে ভক্তি সম্মান প্ৰদৰ্শন কৰাষাৰ সৰু-সুৰা কথা নহয়। সেই ফালৰ লোকে অসমৰ কথাকে নাজানে, কিবা জানিলেও ভুলকৈ জনা লোকৰ সংখ্যাও নিজেই তাকৰ

নহয়। এনে দশাত চাৰিসত্ৰ আৰু তাৰে আউনীআটীৰ অধিকাৰৰ স্থান-মান বুজা সেইবিলাকৰ পক্ষে সম্ভৱ নহয়। প্ৰভুৰ কিবা এটা আকৰ্ষণীয় ব্যক্তি সৌষ্ঠব বা মহিমা আছে। সেয়ে শ্ৰদ্ধাশীল লোকসকলক মুগ্ধ কৰিছিল।

বহুমুখী কামৰ হেঁচাত প্ৰভুৰ দিনপঞ্জী উকা থকাৰ কোনো সুযোগ নাছিল। দিনচৰ্য্যাও আছিল জিৰণিবিহীন। সুস্থিৰে সাহিত্য চৰ্চ্চা বা সত্ৰৰ চিৰকলীয়া নৃত্যগীত অভিনয়ৰ অনুশীলন বা পৰিপোষণ কৰাৰ কাৰণে আজৰি বুলিবলৈ নাছিলেই। তাৰ ভিতৰতো জনদিয়েক উপযুক্ত শিক্ষিত ডেকাক উৎসাহিত কৰি শ্ৰীশ্ৰীগোবিন্দ নাট্য সমিতি নাম দি এটি থিয়েটাৰী দল সংগঠিত কৰিছিল। এই দলটোৱে সত্ৰত আৰু সত্ৰৰ বাহিৰতো অভিনয় কৰি কৃতিত্ব অৰ্জ্জন কৰিছিল। ভাৱনা যাতে আকৰ্ষক আৰু আধুনিক শিক্ষিত লোকৰো মনোৰঞ্জক হয় তাৰ কাৰণে মন-কাণ যি দিছিলেই, নিজে কেতিয়াবা আখৰাত উপস্থিত হৈ ভাৱৰীয়াক প্ৰয়োজনীয় শিক্ষাও দিছিল। নৃত্য সম্বন্ধে, বিশেষকৈ সত্ৰীয়া নৃত্য সম্বন্ধে, প্ৰভুৰ জ্ঞান বিশেষজ্ঞৰ সমান। আউনীসত্ৰত পোৱা 'শ্ৰীহস্ত মুক্তাৱলী' নামৰ হস্তমুদ্ৰাৰ পুথিখনিত থকা মুদ্ৰাবিলাক প্ৰভুৱে শুদ্ধভাৱে দেখুৱাই দিব পাৰে। ড° মহেশ্বৰ নেওগ ডাঙৰীয়াই এই পুথি সম্পাদন কৰি থাকোঁতে দুই এখন মুদ্ৰাৰ ছবিত প্ৰভুৱে আসোঁৱাহ উলিয়াই দিছিল আৰু ড° নেওগে সেইমতে শুদ্ধ কৰিও লৈছিল।

কৰ্ম্ম-বহুল আৰু ভ্ৰমণৰত ব্যস্ত-সমস্ত দিনবোৰৰ ভিতৰতো ঢৌতে খৰ মাৰি প্ৰভুৱে সাহিত্যচৰ্চ্চা কৰিবলৈকো সময় উলিয়াইছিল। নাটক লিখা ঢৌতে খৰ মাৰি কৰা কাম নহয়, কিন্তু মনক আউলীয়া পৰিস্থিতিৰপৰা টানি আনি মুহূৰ্ত্ততে অন্য বিষয়ত সমাহিত কৰাৰ যিসকলৰ ক্ষমতা আছে সেইসকলে যুদ্ধ-ক্ষেত্ৰত বহিও সাহিত্য কৰ্ম্মত মনোনিবেশ কৰিব পাৰে। এই দিব্য গুণৰ কাৰণেই প্ৰভুৱে এতিয়ালৈকে প্ৰায় দেৰকুৰি সৰু-বৰ নাটক, প্ৰৱন্ধ, পুস্তিকা লিখিছে। দুই এখন নাট নাৱত ভ্ৰমণ কৰা সময়ত লিখা। তাৰ লগতে বিভিন্ন সভা উৎসৱ উপলক্ষে লিখা ভাষণ, সত্ৰৰ নৃত্যৰ গীত, গায়নৰ গীত, ওজাগান, প্ৰভাতী আৱতি, স্তোত্ৰ আদিৰ লেখ লোৱাই টান। ভাষণবিলাকৰ কিছুমান ছপা হৈ ওলাইছে। প্ৰভুৰ সাহিত্য কৰ্ম্ম এইবিলাক[৪] :

নাট—(১) দণ্ডিপৰ্ব্ব, (২) দ্ৰৌপদী স্বয়ম্বৰ বা লক্ষ্যভেদ, (৩) অভিমন্যু

---

৪। প্ৰভুৰ সাহিত্যৰ বিষয়ে আলোচনা পাছৰ অধ্যায়ত বিশদভাৱে আছে।

বধ, (৪) পাণ্ডৱৰ অজ্ঞাতবাস, (৫) পাৰ্থ পৰাজয়, (৬) কুবলাশ্ব, (৭) সুভদ্ৰা হৰণ, (৮) কৰ্ণাৰ্জ্জুন, (৯) প্ৰবীৰপতন, (১০) শ্ৰীকৃষ্ণৰ জন্মলীলা, (১১) দৈত্যেন্দ্ৰতাৰক, (১২) ৰাজসূয় যজ্ঞ, (১৩) ত্ৰিপুৰৰ গয়াগতি লাভ, (১৪) উষা-কুমাৰ পৰিণয়, (১৫) দক্ষযজ্ঞ, (১৬) সীতাহৰণ, (১৭) ৰামলীলা, (১৮) নৌকাবিলাস, (১৯) কলঙ্ক-ভঞ্জন, (২০) ৰজা হৰিশ্চন্দ্ৰ, (২১) ত্ৰিশঙ্কুৰ স্বৰ্গলাভ।

পদপুথি—(২২) কৃষ্ণকীৰ্ত্তন, (২৩) জন্মলীলা, (২৪) অভিমন্যুবধ, সুভদ্ৰাহৰণ, (২৫) পাৰিজাতহৰণ।

অন্যান্য—(২৬) অশৌচপালন, (২৭) সনাতন বৈষ্ণৱ ধৰ্ম্ম, (২৮) ভাষণাৱলী।

ইয়াৰ ভিতৰ্ত তলৰ তিনিওখন বিভিন্ন সময়ত মুদ্ৰিত আৰু প্ৰকাশিত হৈছে। নাটৰ ভিতৰত কেৱল শ্ৰীকৃষ্ণৰ জন্মলীলাখন প্ৰকাশিত হৈ ওলাইছিল। বাকিবিলাকৰ সত্ৰত বা বাহৰত থকা কালত ভাৱনা কৰা হৈছে।

অধিকাৰ পদত অধিষ্ঠিত হোৱাৰ সময়ত প্ৰভুৰ বয়স তেতিয়া ২১ বছৰ। এই বয়সৰ ডেকা আজিকালি বিদ্যালয় বা মহাবিদ্যালয়ৰ ছাত্ৰ। ইপিনে যিখন সত্ৰৰ গুৰুভাৰ চপাই লব লগা হ'ল তাৰো বান্ধ তেতিয়া শিথিল; অলপ দিন আগতে মাথোন নহবলগীয়া বহুত ঘটনা হৈ গৈছিল। সত্ৰৰ আৰ্থিক অৱস্থা দেখি যেই সেই অলপ-ধতুৰা মানুহৰ চকুৰ টোপনি হৰিলহেঁতেন। এনে অৱস্থাত ২১ বছৰীয়া তৰুণ যুৱক এজনৰ পক্ষে দশোদিশ চম্ভালি লব পৰা দক্ষতা অলপীয়া বিধৰ কৃতিত্ব নহয়। অকল চম্ভলাই নহয়, সেইখন সত্ৰক সকলো ফালৰপৰা সমৃদ্ধিশালী কৰি 'স্বে মহিম্নি' প্ৰতিষ্ঠিত কৰাটো বিচক্ষণ পুৰুষৰহে কাম, আনৰ নহয়। আউনীআটী সত্ৰৰ আৰু অগণন শিষ্যৰ সৌভাগ্য আৰু গোবিন্দ মহাপ্ৰভুৰ কৃপা যে হেমচন্দ্ৰদেৱ প্ৰভুৱে এই সময়তে সুদক্ষ হস্তেৰে সত্ৰৰ বাঘজৰী ধাৰণ কৰিলে।

## ডেকা-অধিকাৰ-শ্ৰীশ্ৰীবিষ্ণুচন্দ্ৰদেৱ গোস্বামী

কুৰুৱাবাহীৰ গোস্বামী বংশৰ মিশ্ৰদেৱৰপৰা অধস্তন পঞ্চম পুৰুষ কেশৱচন্দ্ৰদেৱৰ দুই পুত্ৰ গঙ্গাধৰ আৰু পূৰ্ণানন্দদেৱ মান-ভগনৰ সময়ত নগাঁৱৰপৰা অলপ দূৰৰ গেদাবৰবী নামৰ ঠাইত আছিলগৈ। দেশ সাম্য

হ'লত পূৰ্ণানন্দ গোসাঁই উভতি ধনশিৰি মুখৰ পুৰণি সত্ৰলৈ উভতি আহিল, কিন্তু গঙ্গাধৰ গোঁসাই কিবা কাৰণত তাতে থাকি গ'ল। কুৰুৱাবাহীত জ্যেষ্ঠানুক্ৰমে অধিকাৰ হয়, সেইমতে নগাঁও গেদাৰবৰী ঠাইৰপৰাও অধিকাৰ হৈছিল। সেই সময়ত মদনগোপাল মহাপ্ৰভু ক'ত কাৰ লগত থাকিব এই কথা লৈ মীমাংসা কৰিবলগীয়া হৈছিল। সেই মীমাংসামতে যেতিয়া যি ঠাইত অধিকাৰ হয় মদনগোপাল মহাপ্ৰভুও তেতিয়াৰ কাৰণে তাতে থাকিব এনে এটা সাময়িক নিয়ম চলিল। নগাঁও কুৰুৱাবাহীৰ গঙ্গাধৰ গোস্বামীৰ পুত্ৰ শ্ৰীকান্তদেৱ গোস্বামী, তৎপুত্ৰ ডিম্বচন্দ্ৰদেৱ গোস্বামী। এই ডিম্বচন্দ্ৰ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ আউনীআটী সত্ৰৰ বৰ্ত্তমান ডেকা অধিকাৰ শ্ৰীশ্ৰীবিষ্ণুচন্দ্ৰদেৱ গোস্বামী।

বিষ্ণুচন্দ্ৰদেৱ প্ৰভুক নিচেই সৰুতেই ১৮৪৯ শকৰ ১৭ আহাৰত সত্ৰলৈ ডেকাস্বৰূপে অনা হৈছিল। অধিকাৰ জনাই বৰপেটাৰ প্ৰাণকৃষ্ণ মিশ্ৰ ভাগৱতীক পুণঃ সত্ৰলৈ অনাই ডেকা-জনাৰ সংস্কৃত শিক্ষাৰ সুব্যৱস্থা কৰি দিয়ে। সেই শকৰে ১৩ মাঘত অধিকাৰ প্ৰভুৱেই ডেকাজনাক উপনয়ন দিয়ে। সেই শকৰে ২২ মাঘত সত্ৰাধিকাৰৰ নিৰ্ম্মালি উৎসৱতে বিষ্ণুচন্দ্ৰদেৱ প্ৰভুকো গোবিন্দপুৰীয়া মালা প্ৰদান কৰা হয়। ১৮৬৩ শকৰ ১৪ মাঘত বিষ্ণুচন্দ্ৰদেৱ ডেকা পদত অধিষ্ঠিত হয়।

বিষ্ণুচন্দ্ৰদেৱ প্ৰভুৰো বংশোচিত মেধা আৰু জ্ঞানৰ হেপাহ অপৰিসীম। সংস্কৃত বিদ্যা আয়ত্ত কৰি ভাগৱত অনুশীলন কৰা আউনীআটীয় সত্ৰৰ ডেকা অধিকাৰৰ অৱশ্যকৰণীয়ৰূপে পূৰ্ব্বৰেপৰা চলি আহিছে। ভাগৱত শাস্ত্ৰ ডেকা প্ৰভুৱে কঠোৰ পৰিশ্ৰম কৰি আয়ত্ত কৰিছিল। তেখেতে ব্যাখ্যাত কাহিনী কৈ অলাগতিয়াল কথাৰে কথকতা সৰস কৰিবলৈ প্ৰচেষ্টা নকৰে। শ্লোকৰ তাৎপৰ্য্য সৰলভাৱে অথচ কঠিনাংশ বাদ নিদিয়াকৈ ব্যাখ্যা কৰাই প্ৰভুৰ বিশেষত্ব। ডিব্ৰুগড়ৰ বিৰাজ আশ্ৰমৰ স্বামী বাণগোবিন্দ পৰমপন্থী মহাৰাজে এই লিখকৰ আগত কোনোৰা সময়ত ডিব্ৰুগড়ত শুনা ডেকা প্ৰভুৰ ভাগৱত ব্যাখ্যাৰ ভূয়সী প্ৰশংসা কৰিছিল। এইজনাৰ জ্ঞান-আহৰণৰ স্পৃহা আজি প্ৰায় ৫৪ বছৰ বয়সতো অলপো কমা নাই। সত্ৰীয়া পৰম্পৰা আৰু বৈষ্ণৱ ধৰ্ম্মৰ তত্ত্ব সম্পৰ্কেও ডেকাপ্ৰভুৰ জ্ঞান আৰু তথ্যৰ ভঁৰাল সুসমৃদ্ধ।

ডেকাপ্ৰভু এজন নিপুণ নাট্যকাৰো। হাতেলিখা অৱস্থাত দুই এখন নাটক পঢ়িবলৈ পাইছোঁ। ভাষাৰ জতুৱা ঠাঁচ, নাটকীয় স্থিতিৰ শীৰ্ষবিন্দুলৈ

হ'লত পূৰ্ণানন্দ গোসাঁই উভতি ধনশিৰি মুখৰ পুৰণি সত্ৰলৈ উভতি আহিল, কিন্তু গঙ্গাধৰ গোঁসাই কিবা কাৰণত তাতে থাকি গ'ল। কুৰুৱাবাহীত জ্যেষ্ঠানুক্ৰমে অধিকাৰ হয়, সেইমতে নগাঁও গেদাবৰবী ঠাইৰপৰাও অধিকাৰ হৈছিল। সেই সময়ত মদনগোপাল মহাপ্ৰভু ক'ত কাৰ লগত থাকিব এই কথা লৈ মীমাংসা কৰিবলগীয়া হৈছিল। সেই মীমাংসামতে যেতিয়া যি ঠাইত অধিকাৰ হয় মদনগোপাল মহাপ্ৰভুও তেতিয়াৰ কাৰণে তাতে থাকিব এনে এটা সাময়িক নিয়ম চলিল। নগাঁও কুৰুৱাবাহীৰ গঙ্গাধৰ গোস্বামীৰ পুত্ৰ শ্ৰীকান্তদেৱ গোস্বামী, তৎপুত্ৰ ডিম্বচন্দ্ৰদেৱ গোস্বামী। এই ডিম্বচন্দ্ৰ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ আউনীআটী সত্ৰৰ বৰ্ত্তমান ডেকা অধিকাৰ শ্ৰীশ্ৰীবিষ্ণুচন্দ্ৰদেৱ গোস্বামী।

### শুধৰণি

৩৫২ পৃষ্ঠা আৰু ৩৫৩ পৃষ্ঠাৰ
'গঙ্গাধৰ' নামৰ ঠাইত 'জগন্নাথ' নাম হ'ব।

অধিষ্ঠিত হয়।

বিষ্ণুচন্দ্ৰদেৱ প্ৰভুৰো বংশোচিত মেধা আৰু জ্ঞানৰ হেপাহ অপৰিসীম। সংস্কৃত বিদ্যা আয়ত্ত কৰি ভাগৱত অনুশীলন কৰা আউনীআটীয় সত্ৰৰ ডেকা অধিকাৰৰ অৱশ্যকৰণীয়ৰূপে পূৰ্ব্বৰেপৰা চলি আহিছে। ভাগৱত শাস্ত্ৰ ডেকা প্ৰভুৱে কঠোৰ পৰিশ্ৰম কৰি আয়ত্ত কৰিছিল। তেখেতে ব্যাখ্যাত কাহিনী কৈ অলাগতিয়াল কথাৰে কথকতা সৰস কৰিবলৈ প্ৰচেষ্টা নকৰে। শ্লোকৰ তাৎপৰ্য্য সৰলভাৱে অথচ কঠিনাংশ বাদ নিদিয়াকৈ ব্যাখ্যা কৰাই প্ৰভুৰ বিশেষত্ব। ডিব্ৰুগড়ৰ বিৰাজ আশ্ৰমৰ স্বামী বাণগোবিন্দ পৰমপন্থী মহাৰাজে এই লিখকৰ আগত কোনোবা সময়ত ডিব্ৰুগড়ত শুনা ডেকা প্ৰভুৰ ভাগৱত ব্যাখ্যাৰ ভূয়সী প্ৰশংসা কৰিছিল। এইজনাৰ জ্ঞান-আহৰণৰ স্পৃহা আজি প্ৰায় ৫৪ বছৰ বয়সতো অলপো কমা নাই। সত্ৰীয়া পৰম্পৰা আৰু বৈষ্ণৱ ধৰ্ম্মৰ তত্ত্ব সম্পৰ্কেও ডেকাপ্ৰভুৰ জ্ঞান আৰু তথ্যৰ ভঁৰাল সুসমৃদ্ধ।

ডেকাপ্ৰভু এজন নিপুণ নাট্যকাৰো। হাতেলিখা অৱস্থাত দুই এখন নাটক পঢ়িবলৈ পাইছোঁ। ভাষাৰ জতুৱা ঠাঁচ, নাটকীয় স্থিতিৰ শীৰ্ষবিন্দুলৈ

যোৱা আগ্ৰহোৎপাদক কৌশল আৰু ৰস-নিবেদনৰ দক্ষতা, এই সকলোবোৰ গুণৰ সমাবেশ প্ৰভুৰ নাটত দেখিবলৈ পোৱা যায়। নিজৰ লেখাৰ উপৰিও প্ৰভু দত্তদেৱৰ ৰচিত আৰু প্ৰকাশিত আৰু এতিয়া পাবলৈ নোহোৱা গ্ৰন্থ দুই এখনকৈ চমু পাতনিৰে ছপাই উলিয়াই ডেকাপ্ৰভুজনে মহৎ সাহিত্যসেৱাৰ কাম কৰিছে। ডেকাজনাৰ সাহিত্যপ্ৰীতিৰ আধিক্য দেখি মনত আশা হয় যে ভৱিষ্যতে দুই চাৰিখন মূল্যৱান গ্ৰন্থ অসমীয়া সাহিত্যই এখেতৰপৰা পাব। পুৰণি পুথি প্ৰকাশৰ উদ্যমে যদি ৰাইজৰপৰা সহানুভূতিপূৰ্ণ ইঙ্গিত পায় তেনেহলে আউনীআটী সত্ৰৰে অমূল্য গ্ৰন্থৰাশি এদিন ছপাখনাৰ মাজেদি পোহৰলৈ ওলাব বুলিও আশা পালিব পাৰি।

তীৰ্থভ্ৰমণলৈ প্ৰথমবাৰ ওলাই যাবৰ সময়ত ডেকাঅধিকাৰৰ ওপৰতে সত্ৰপৰিচালনাৰ সমস্ত ভাৰ অৰ্পণ কৰি গৈছিল। এই ভাৰ ডেকাপ্ৰভুৱে তিনি-বছৰতকৈও অধিক কাল যথাবৎ চলাইছিল। আউনীআটীৰ বিৰাট শিষ্যমণ্ডলে আশা কৰে এইজনাৰ হাততো ভৱিষ্যতলৈ সত্ৰ সুস্থিৰ আৰু সমৃদ্ধ হৈ পূৰ্ব্ব গৌৰৱৰ অকণো হেৰ-ফেৰ নহ'ব।

## শ্ৰীপীতাম্বৰদেৱ গোস্বামী

আউনীআটীত মূল ডেকা অধিকাৰজনাৰ উপৰিও আৰু এটি গোঁসাই ল'ৰা থকাৰ নিয়ম কেশৱদেৱ প্ৰভুৰ দিনৰপৰা চলি আহিছে। কাচিৎ হে অলপদিনৰ কাৰণে ইয়াৰ ব্যতিক্ৰম ঘটিছিল। হেমচন্দ্ৰদেৱ প্ৰভুৰ বেলিকাও প্ৰভু নিজে সত্ৰলৈ গোবিন্দপুৰীয়া হিচাপে আহিছিল। হেমচন্দ্ৰ প্ৰভু অধিকাৰ হোৱাৰ পাচত বিষ্ণুচন্দ্ৰদেৱক নগাঁও কুকুৰাবাহীৰপৰা আনি ডেকা অধিকাৰ পাতিলে। দ্বিতীয়জনা গোসাঁই ল'ৰাৰ স্থান পূৰণ নোহোৱাকৈ আছিল। এই কথাত হেমচন্দ্ৰদেৱপ্ৰভু চিন্তান্বিত হৈ আছিল। ১৮৮১ শকৰ চ'ত মাহত প্ৰভু টেঙ্গাখাট বাহৰত থাকোঁতে এদিন বিজয়মাহৰা নামৰ সত্ৰৰ শ্ৰীযুত দেৱকান্ত গোস্বামীয়ে সপৰিয়ালে আহি দেখা কৰেহি আৰু প্ৰায় বছেৰেকীয়া পুত্ৰসন্তান এটি প্ৰভুত সমৰ্পণ কৰিলে। প্ৰায় ৯ বছৰ পাছত প্ৰভু আকৌ এবাৰ টেঙ্গা-খাট বাহৰত চহৰ বাস কৰোঁতে পূৰ্ব্বতে সমৰ্পণ কৰা ল'ৰাটিলৈ মনত পৰিল। অনুসন্ধান কৰাত ল'ৰাটিৰ দেউতাকে পুতেকক গতাই দি গ'ল। প্ৰবয়স্ক অৱস্থাতে ল'ৰাটিক নিজৰ লগত নাৰাখিলে। প্ৰভু সত্ৰলৈ আহিছে ডেকা

অধিকাৰ আৰু ভকত-বৈষ্ণৱসকলৰ লগত পৰামৰ্শ কৰি ১৮৯১ শকৰ ১ আষোণত ল'ৰাটিক সত্ৰলৈ আনিলে। ডেকাজনা শ্ৰীবিষ্ণুদেৱ গোস্বামীয়েই এই ল'ৰাটিৰ উপনয়ন কাৰ্য্য সম্পন্ন কৰে। ল'ৰাটিৰ নাম থোৱা হ'ল শ্ৰীপীতাম্বৰ গোস্বামী।

বৰ্ত্তমানে অধিকাৰ প্ৰভুৱে ল'ৰাটিৰ সুশিক্ষাৰ ব্যৱস্থা কৰি দিছে।

---

## ষষ্ঠ খণ্ড

## ( সত্ৰৰ পন্থ, শাসন আৰু সংস্কৃতি )

## অষ্টাদশ অধ্যায়

# ব্ৰহ্মসংহতিৰ ধৰ্ম্মপথ আৰু অৱদান

দামোদৰদেৱে প্ৰচাৰ কৰা ধৰ্ম্মৰ লগত শঙ্কৰদেৱে প্ৰৱৰ্ত্তন কৰা ভাগৱতী বৈষ্ণৱধৰ্ম্মৰ একো প্ৰভেদ নাছিল। শ্ৰীমদ্‌ভাগৱতেই এই ধৰ্ম্মৰ মূলাধাৰ গ্ৰন্থ। ভাগৱত শব্দত 'ভাগৱত আধাৰীভূত ধৰ্ম্ম' এই অৰ্থত অসমীয়া ঈ প্ৰত্যয় কৰি ভাগৱতী শব্দ নিষ্পন্ন হৈছে[১]। শ্ৰীমদ্ভাগৱতৰ মতানুসাৰে ভক্তিয়েই পৰম পুৰুষাৰ্থে। মুক্তি সুখ আনুসঙ্গিক ( অৱান্তৰ ) ফলহে।

ভক্তিক পৰমপুৰুষাৰ্থ বুলি ক'লেও কাম্য আৰু নিষিদ্ধ কৰ্ম্মৰ বাহিৰে নিত্য-নৈমিত্তিক কৰ্ম্ম ত্যাগ কৰিবলৈ ভাগৱত শাস্ত্ৰই উপদেশ দিয়া নাই। পৰম বিৰক্ত হৈ কৃষ্ণপ্ৰেমত আশ্ৰয় কৰাজনে নিত্য-নৈমিত্তিকো নকৰিব পাৰে, কিন্তু তেওঁলোকেও 'লোকক দেখাই' অৰ্থাৎ লোকসংগ্ৰহাৰ্থে নিত্য আৰু নৈমিত্তিক কৰ্ম্ম কৰি গৈছে। অসমৰ ভক্তিধৰ্ম্মপ্ৰৱৰ্ত্তকসকলেও নিত্য-নৈমিত্তিক কৰ্ম্ম কৰিবলৈ নিষেধ কৰা নাই। তাৰ পৰিবৰ্ত্তে অবিৰক্ত অথচ হৰিনামক ধ্বজা কৰি বেদপন্থ পৰিহাৰকাৰীবিলাকক অতি পাষণ্ড বুলি নিন্দাহে কৰিছে। নাম কীৰ্ত্তন কৰা লোকমাত্ৰেই বেদৰ বিধি এৰাই চলিব নোৱাৰে। ভক্তিমাৰ্গীয়ে যেতিয়া সমস্ত সংসাৰ সুখ আৰু স্বৰ্গাদি সুখৰ আশা সমূলে ছেদ কৰি বা ত্যাগ কৰি অখণ্ড মনোগতিৰে নিৰন্তৰ পুৰুষোত্তমৰ প্ৰেমত মজি থাকে তেতিয়া নিত্য-নৈমিত্তিক আদি বেদ-বিহিত কৰ্ম্ম কৰাৰ একো নিৰ্ণয় কৰা নাই, কৰকেই বা নকৰকেই, একে কথা। মাধৱদেৱে নাম-ঘোষাৰ ১২৪ সংখ্যক ঘোষাত তেনেজন ভক্তৰ স্বৰূপ বৰ্ণাই কৈছে—

সমস্ত সুখক তেজি পুৰুষোত্তমৰ প্ৰেম
ভকতিক কৰিল আশ্ৰয়।
ভকতসৱৰ এহি পুৰুষাৰ্থ মনোনীত
আনো সুখ অধিক পাৱয়॥

---

১। শঙ্কৰী, দামোদৰী আদি শব্দও অনুৰূপভাৱে একে অৰ্থতে ঈ প্ৰত্যয় লাগি নিষ্পন্ন হৈছে।

সমস্ত সুখ ত্যাগপূৰ্ব্বক কৰা পুৰুষোত্তমৰতিয়েই পৰম-পুৰুষাৰ্থ, কিন্তু তেনেজনে আনুষঙ্গিক ফলৰূপে আন সুখো অৰ্থাৎ মুক্তিসুখো অধিককৈ পায়। এনেজন লোকৰহে বিধিৰ কিঙ্কৰত্ব অৰ্থাৎ বেদবিহিত নিত্য-নৈমিত্তিক কৰ্ম্ম কৰাৰ বাধ্যতা গুচে বুলি পাঁচৰ ১২৭ সংখ্যক ঘোষাত কৈছে—

পুৰুষোত্তমৰ প্ৰেম ভকতি সুখক মাত্ৰ
নিশ্চয় কৰিল যিটো জন।
শৰণ কালৰেপৰা বিধিৰ কিঙ্কৰ গুচি
কৰে সদা শ্ৰৱণ কীৰ্ত্তন॥

ইয়াত 'মাত্ৰ' শব্দৰ তাৎপৰ্য্য আছে। আগৰ ঘোষাত কোৱা আন সমস্ত বিষয়ৰ সুখ আৰু স্বৰ্গাদি সুখৰ আশা এৰি যিজনে ভকতি-সুখক মোৰ বুলি নিশ্চয় কৰিছে। এনে নিশ্চয় কৰি ভগৱন্তত আত্মনিবেদন কৰাই শৰণ। মনে চিত্তে সমস্ত সুখক ভক্তজনে কেনেকৈ ত্যাগ কৰে তাক মহাপুৰুষে ভক্তি-ৰত্নাকৰ গ্ৰন্থত দশমৰ শ্লোকৰ প্ৰমাণ তুলি সৰলভাৱে ব্যাখ্যা কৰিছে—

ভকতি কৰন্তে আসি ঈশ্বৰ কৃষ্ণৰ।
চাৰিবিধ বৈৰাগ্য হোৱয় পুৰুষৰ॥
প্ৰথম বৈৰাগ্য তাৰ শুনিয়ো নিৰ্ণয়।
বিষয় ভোগক তেজিবাক ইচ্ছা হয়॥
অনন্তৰে হোৱে আসি বৈৰাগ্য দ্বিতয়।
লোণ দুগ্ধ মধু আদি স্বাদ বস্তুচয়॥
সবে তেজি মহাসুখে কৰয় ভোজন।
কৃষ্ণৰ কথাত আতি ৰতি সৰ্ব্বক্ষণ॥
পাছে আসি হোৱে আসি বৈৰাগ্য তৃতীয়।
মনে বিষয়ৰ ভোগ সমস্তে তেজয়॥
বাহিৰত মাত্ৰ ইন্দ্ৰিসৱে ভোগ কৰে।
কৃষ্ণৰ সেৱাত মাত্ৰ ৰতি নিৰন্তৰে॥
চতুৰ্থ বৈৰাগ্য আসি হোৱে অনন্তৰে।
তেজয় বিষয় ভোগ বাহিৰে ভিতৰে॥
অনুক্ৰমে চাৰিবিধ ভকতি হোৱয়।
কৃষ্ণৰ ভকতি আতি কৃতাৰ্থ কৰয়॥

(পদ ১০০৫—৮)

মাধৱদেৱৰ ঘোষা ফাকিৰ 'সমস্ত সুখক তেজি' এই অংশৰ ওপৰৰ উদ্ধৃতিখিনি এক প্ৰকাৰ বহল ব্যাখ্যা। বিষয়ভোগ ত্যাগ কৰিবলৈ ইচ্ছা হোৱাই প্ৰথম স্তৰৰ বৈৰাগ্য। শৰীৰ ৰক্ষাৰ কাৰণে মাথোন ভোজন কৰা, কিন্তু কোনো প্ৰকাৰ স্বাদ-গ্ৰহণৰ সুখ নিবিচৰাই দ্বিতীয় স্তৰৰ বৈৰাগ্য। ইয়াকে অস্বাদ ব্ৰত বোলে। তৃতীয় স্তৰৰ বৈৰাগ্যত বাহিৰত লোকক দেখুৱাই সংসাৰত বিষয় ভোগ কৰিলেও মন সেই ভোগত লিপ্ত-নহয়। ভক্তই মনেৰে কেৱল কৃষ্ণসেৱাতহে ৰত থাকে, সিও সৰ্ব্বক্ষণ। দিনটোত তিনিবাৰ বা চাৰিবাৰ আনুষ্ঠানিক নাম-কীৰ্ত্তনেই সৰ্ব্বক্ষণ ৰতি নহয়। চতুৰ্থ স্তৰৰ বৈৰাগ্যত ভক্তই বাহিৰে-ভিতৰে, কায়-বাক্য-মনে, বিষয়ভোগ সমূলে ত্যাগ কৰে। এনে অৱস্থাৰ বিৰক্ত ভক্তক ভক্তিয়ে কৃতাৰ্থ কৰে অৰ্থাৎ মুক্তি ওচৰ চপাই দিয়ে। এনেভাৱে নিৰন্তৰ অৰ্থাৎ অন্তৰ বা ক্ষতি নোহোৱাকৈ তৈলধাৰাবৎ অবিচ্ছিন্ন কৃষ্ণৰতিয়েই শৰণ। মাধৱদেৱে ইয়াকে পুৰুষোত্তমৰ প্ৰেম-ভকতিত আশ্ৰয় কৰা বুলিছে। আশ্ৰয় আৰু শৰণ শব্দ একাৰ্থক। এনে ধৰণৰ শৰণকালৰ পৰাইহে বিধিৰ কিঙ্কৰত্ব গুচে। সমাজ-ৰীতি অনুসাৰে গুৰুমুখী হোৱাক বা গুৰুঘৰত শৰণ লোৱা অনুষ্ঠানকে ঘোষাকাৰে ইয়াত শৰণ বোলা নাই। বিষয় সুখৰ অৰ্থে বিয়া কৰাবলৈ ওলোৱা ডেকাই বিয়াৰ কেইদিনমান আগতে যে গুৰুমুখী হয়, তেওঁ জানো সমস্ত সুখকে ত্যাগ কৰে? ১২।১৩ বছৰীয়া কিশোৰ এটিয়েও শৰণ লয়। তেনে ল'ৰা সকলোৰে চতুৰ্বিধ বিষয়-বৈৰাগ্য হয় জানো? এনে ভুল ধাৰণা হয় বুলিয়েই মাধৱদেৱে শেহৰ ফালৰ ঘোষা এটিত এই সতৰ্কবাণী স্পষ্ট আৰু দ্ব্যৰ্থহীন ভাষাত এইদৰে ঘোষণা কৰিছে—

অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ
জানিবাহা ইহাক নিশ্চয়।
পৰম বিৰক্ত যিটো কৃষ্ণৰ ভকত ভৈল
তাৰ একো নাহিকে নিৰ্ণয়॥

ভক্তি-ধৰ্ম্মৰ সাধকে বিৰক্ত দশাত ভৰি নিদিয়াকৈ বেদৰ বিহিত নিত্য-নৈমিত্তিক কৰ্ম্ম কৰা আৰু কাম্য আৰু নিষিদ্ধ কৰ্ম্ম বৰ্জ্জন কৰাই হ'ল শ্ৰীমদ্ভাগৱত শাস্ত্ৰৰ নিৰ্দ্দেশ। তাকে শঙ্কৰ মাধৱ দুয়ো গৰাকী গুৰু পুৰুষে শিক্ষা দি গৈছে। দামোদৰদেৱেও তাক দঢ়াই গৈছে। বংশীগোপালদেৱ আৰু ভট্টদেৱ প্ৰভৃতি সন্তপুৰুষসকলেও তাকেই প্ৰপঞ্চি কৈ কৈছে। দামোদৰদেৱে ভট্টদেৱৰ নিচিনা একমাত্ৰ পুত্ৰৰ মৃত্যুতো নিৰ্ব্বিকাৰ হব পৰা বিৰক্ত ভক্তকো বেৰা দিয়া ভক্তি

আচৰিবলৈ উপদেশ দিছিল—'কৰ্ম্মৰ ভাগক, দেখায় লোকক, আপুনিও আচৰিবা।' বংশীগোপালদেৱে তদনুৰূপ কথা নাম-সৰ্ব্বস্ব ধৰ্ম্ম প্ৰচাৰ কৰি ফুৰা জয় মুকুন্দক কৈছিল—

যেমনে কৰিছা তুমি নামত বিশ্বাস।
তেমনে কৰিবে লোক হুহিবে শকত॥
যিবা জনে যেন অৱস্থাত আছে ৰহি।
তেমনে তাহাৰ ধৰ্ম্ম শাস্ত্ৰে আছে কহি॥

( বংশীগোপাল চৰিত্ৰ—পদ ৩৭৬-৭৭ )

নিত্য-নৈমিত্তিক কৰ্ম্ম কৰোতে ভক্তি-ব্যভিচাৰ হব পাৰে, এনে আশঙ্কাৰ উত্তৰো মহাপুৰুষেই দি গৈছে। নিষ্কামে কৰ্ম্ম কৰি বিষ্ণুত অৰ্পণ কৰিলে ভক্তি ব্যভিচাৰ নহয়—

মূৰ্খ হৱা বোলে মঞি পণ্ডিত।
নষ্ট কৰি ফুৰে আনৰ চিত্ত॥
নিষ্কামে কৰিয়া সমস্তে কৰ্ম্ম।
বিষ্ণুত অৰ্পিব সিসব ধৰ্ম্ম॥
শ্ৰৱণ কীৰ্ত্তন তাহাৰ ফল।
মিছাতে নাজানি নিন্দে নিষ্ফল॥
আমাৰ বোলে অপ্ৰত্যয় যাহা।
একাদশ স্কন্ধ বিচাৰি চাহা॥

( কীৰ্ত্তন, পাষণ্ডমৰ্দ্দন—পদ ৯৬ )

ভট্টদেৱে ভক্তিবিবেকত এই শঙ্কা তুলি তাৰ উত্তৰ দিছে—"কাম্য নিষিদ্ধ বৰ্জ্জনতয়া নিত্য-নৈমিত্তিকেষু ভগবদ্‌ৰূপতয়া ন দোষঃ, যুধিষ্ঠিৰাম্বৰীষাদি-সদাচাৰ দৰ্শনাৎ।" এই বাক্যৰ গোবিন্দ মিশ্ৰই অতি সৰল পদ ভাঙনি এনেদৰে কৰিছে—

বুলিবাহা কৰ্ম্ম কৰে তাতো নানা দেৱ পুজে
এক শৰণতো কৈত হয়।
ইহাৰ উত্তৰ যিটো মুখ্য চয় কাম্য কৰ্ম্ম
নিষিদ্ধকো এৰিবে নিশ্চয়॥
নিত্য নৈমিত্তিক মাত্ৰ কৰ্ম্ম কৰিবেক সিটো
তেবে তাক বিঘিনি নপাইব।

নিত্য নৈমিত্তিক কৰ্ম্মে যি দেৱ পূজয় তাক
হৰিৰূপ মনত মানিব ॥
হৰিৰ আজ্ঞাক মানি দেৱ পূজিলাত দোষ
নাহিকয় কৈলো নিষ্ঠ কৰি ।
যুধিষ্ঠিৰ অম্বৰীয়ে এহিমত কৰ্ম্ম কৰি
মুক্তি সাধিলন্ত ভক্তি কৰি ॥

( ভক্তি-বিবেক—পদ ২০৫-৬ )

**নৱবিধা ভক্তি পালনীয়া**—ভাগৱতোক্ত নৱবিধা ভক্তিয়েই ব্ৰহ্মসংহতিৰো সাধন-পথ। দামোদৰদেৱে বিজয়নগৰৰপৰা বেহাৰলৈ যোৱা বাটত যিজন অন্ত্যজৰ ঘৰত আশ্ৰয় লৈছিল তেওঁক শৰণ দি কৈছিল—"নৱবিধ ভক্তি, যিমান পাৰাহা, সিমানক আচৰিবা।" শ্ৰৱণ-কীৰ্ত্তনৰ কথা যদিও পুনঃ পুনঃ দঢ়াই কোৱা হয়, আন কেইবিধ ভক্তিক কোনো সংহতিয়ে কম গুৰুত্বপূৰ্ণ বুলি কব নোৱাৰে। প্ৰকৃতাৰ্থত ইবিধতকৈ সিবিধত ভক্তি অধিকতৰ অন্তৰ্ভাৱিনী হয়। শ্ৰৱণ-কীৰ্ত্তনৰপৰাই লাহে লাহে দাস্য, সখিত্ব শেষত আত্মনিবেদন বা আত্ম-বিলোপিনী প্ৰগাঢ় ভক্তিয়ে পক লয়। শঙ্কৰদেৱে যদিও কৈছে—"যদ্যপি ভকতি নৱবিধ মাধৱৰ। শ্ৰৱণ কীৰ্ত্তন তাতে মহা শ্ৰেষ্ঠতৰ॥" তথাপি বাকী কেইবিধ ভক্তি অলাগতিয়াল বা অপালনীয় এনে অৰ্থ কৰা নাই। তেনে অৰ্থ কৰাহেঁতেন, "যেন তেন মতে মাত্ৰ. স্মৰোক সততে। এতেকে মুকুতি পাইবে কহিলো বেকতে॥" বুলি স্মৰণৰ কথা নকলেহেঁতেন। এতেকে প্ৰসঙ্গ অনুসাৰেহে অৰ্থ গ্ৰহণ কৰা উচিত নিয়ম। শ্ৰৱণ-কীৰ্ত্তনেই ভক্তিৰ প্ৰবেশদ্বাৰ আৰু সেই অৰ্থে শ্ৰেষ্ঠতৰ বোলাত বাধা নাই। দামোদৰদেৱৰ মতে শ্ৰৱণ কীৰ্ত্তন প্ৰাৰম্ভিক দশাত মুখ্য সাধন হলেও বাকী সাতবিধো অপৰিহাৰ্য্য আৰু সমানে পালনীয়।

সেইকাৰণেই ব্ৰহ্মসংহতিৰ সত্ৰত মণিকূটৰ মহাপ্ৰভুৰ পূজা-আৰতি আৰু নামঘৰৰ নাম-প্ৰসঙ্গ দুয়োটাই সমানে আদৰণীয় আৰু পালনীয়। শ্ৰৱণ-কীৰ্ত্তন স্মৰণ নামঘৰৰ দাস্য, পাদসেৱন, অৰ্চ্চন আৰু বন্দন মণিকূটৰ। ব্যক্তিগত সাধনাত নামঘৰৰ, মণিকূট বেলেগে নাথাকিলেও ভক্তসাধকে গোসাঁইঘৰতে নিতৌ এটাই কেউবিধৰ 'যিমান পাৰাহা সিমানক আচৰিবা' এই মহোপদেশ গুৰুৰ নিৰ্দ্দেশ অনুসাৰে পালন কৰে। সকলো ঠাইতে কি শ্ৰৱণ-কীৰ্ত্তন কি অৰ্চ্চন-বন্দন বা আত্মনিবেদন সকলোটি অৱশ্যসাধ্য ভক্তি। মূৰ্ত্তত কৰলৈ গলে মণি-কূটত থাকে প্ৰতিষ্ঠিত অৰ্চ্চনীয় কৃষ্ণ, নামঘৰত নামস্বৰূপ প্ৰত্যক্ষ কৃষ্ণ। নামঘৰ

যদি সত্ৰখনৰ হৃদয়ত উপাসনা কৰাৰ আধাৰ, মণিকূট ভজনীয়জনৰ সাক্ষাৎকাৰৰ মণিকৰ্ণিকা (সহস্ৰাৰ পদ্ম)। প্ৰকৃততে ষট্‌চক্ৰৰ মণিকৰ্ণিকা আৰু মণিকূটৰ অৰ্থও একেই। মণিকূট নামটোও মন্দিৰৰ গৰ্ভগৃহ বুজাবলৈকে প্ৰয়োগ কৰা হৈছিল। পাছলৈ মহাপ্ৰভু প্ৰতিষ্ঠিত হৈ থকা গৃহলৈকো এই মণিকূট নামটো বাগৰিল।

ভক্তিৰত্নাকৰ, ভক্তিৰত্নাৱলী, নৱসিদ্ধ সংবাদ আদি গ্ৰন্থত দ্ব্যৰ্থহীন ভাষাত অৰ্চ্চনৰ উপদেশ আছে। তথাপি কোনো কোনো লোকে ভাগৱতী একশৰণ ধৰ্ম্মত প্ৰতিমা পূজা নিষিদ্ধ বুলি কৈ ফুৰে। শঙ্কৰদেৱ প্ৰভৃতি আদি-ধৰ্ম্মভৃৎ পুৰুষ-সকলৰ গ্ৰন্থত প্ৰতিমা পূজা সকলো ভক্তই নিতৌ কৰিব লাগিব বুলি কোৱা নাই। শ্ৰৱণ-কীৰ্ত্তনৰপৰাই সাধন ভজন আগুৰাব পাৰে, কিন্তু প্ৰতিমা পূজাৰ বিধান কৰা নাই বা নিষেধ কৰিছে এনে অৰ্থ উলিয়াবলৈ টনাটনি কৰাৰ কোনো সাৰ্থকতা নাই। ভক্তিৰত্নাকৰত শঙ্কৰদেৱে ঈশ্বৰ কৃষ্ণক নিষ্কামভাৱে পূজা কৰাৰ উপদেশ দিছে। দ্ৰব্যময় পূজাৰ কথাও কৈছে, মনোময় পূজাৰো প্ৰশংসা কৰিছে।

নৰসিংহ পুৰাণত নাৰকীৰ আগে।
বোলন্ত বচন যম ৰাজা মহাভাগে॥
একচোল জল তুলসী এক পাত।
হেনয় কৃষ্ণক তোৰা কিয় নুপূজিলি।
এতেকে দুৰ্ঘোৰ ইটো নৰকে পৰিলি॥

(ভক্তিৰত্নাকৰ—পদ ৩৯০)

বেদৰ বিহিত প্ৰতিমাদিত কামনা নকৰাকৈ যি পায় তাৰে নিষ্কামভাৱে পূজা কৰিবলৈ এইদৰে কৈছে—

বেদৰ বিহিত যত প্ৰতিমাদি চয়।
সকলো প্ৰকাৰে মোক পূজিবে লাগয়॥
যেন লভে নিষ্কামে ভকতে দ্ৰব্যচয়।
তাকে দিয়া পূজিবেক কহিলো নিশ্চয়॥
মনোময় দ্ৰব্য দিয়া মনত পূজয়।
নিষ্কামীৰ পূজা সুখৰূপ অতিশয়॥
কৃষ্ণৰ বচন ইটো থৈলোহোঁ সংহৰি।
কহিলোঁ নিষ্কাম শ্ৰেষ্ঠ সকামত কৰি॥

(ভক্তিৰত্নাকৰ—পদ ৪০৩-৪)

এই পদ দুফাকিত পৰিষ্কাৰভাৱে যথালভ্য বস্তুৰে বেদৰ বিহিত অৰ্থাৎ হৰিৰ মুৰ্ত্তিপূজা কৰাৰ কথাই কৈছে। কৈছে যদিও, মনোময় আৰু নিষ্কাম পূজাৰ

শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিছে। বাহ্যিক প্ৰতিমা পূজাক যি নিষেধ কৰা নায়েই, "বেদৰ বিহিত যত প্ৰতিমাদিচয়, সকলো প্ৰকাৰে মোক পূজিবে লাগয়" বুলিহে কৈছে। ব্ৰহ্মসংহতিৰ গুৰুসকলে মনোময় পূজাৰ উপদেশ দিয়ে, প্ৰতিমা পূজাকো সমৰ্থন কৰে। যাৰ যেনে অভিৰুচি আৰু সামৰ্থ্য সেইমতেই বস্তু উপদেশ দিয়ে।

ব্ৰহ্মসংহতিত নিত্যকৰ্ম্ম হিচাপে আৰু নৈমিত্তিক কৰ্ম্মতো পঞ্চদেৱতাৰ পূজাৰ বিধান আছে। ইয়াক কেনেকৈ ভক্তি-ব্যভিচাৰ দোষ নথকাকৈ কৰিব পাৰি তাক আগতে বহলাই কোৱা হৈছে। দেৱতাসকলো ঈশ্বৰ কৃষ্ণৰ ( গীতাত 'মম' ) তেজৰ অংশভূত। এতেকে বিষ্ণুবুদ্ধি কৰি সবাতে একোচলু জল এপাহ ফুল বা এপাত তুলসী দিয়াত একো উপচক্ৰ হ'ব নোৱাৰে। দামোদৰদেৱে "একাগ্ৰ ভকতি কৰিবাহা মহাভাগ, তেবে একো উপচক্ৰে নাপাবেক লাগ" বোলোঁতে ইয়াকেই বুজাইছে। শঙ্কৰদেৱেও কৈছে—

বেদোক্ত কৰ্ম্মেসে লোক হৰিক পূজয়[২]।
পৰম ঈশ্বৰ তেহে সৰ্ব্ব দেৱময়॥

( নৰসিদ্ধ সংবাদ—পদ ৩৭২ )

---

২। নৰসিদ্ধ নামৰ গ্ৰন্থত শঙ্কৰদেৱে ভাগৱতৰ একাদশ স্কন্ধৰ অধ্যায়ৰ আঁহিত প্ৰতিমা পূজাৰ বহল বিধানেই কৰিছে।

কৰি ন্যাস যেন বিধি হৃদয় আদিক।
কৰিব হৃদয়ে ধ্যান ঈশ্বৰ মূৰ্ত্তিক॥
পাদ্য অৰ্ঘ্য আচমন মধুপৰ্ক স্নান।
বসন ভূষণ অঙ্গমালা দিব দান॥
গন্ধে পুষ্পে ধূপে যেন বিধি কহে তন্ত্ৰে।
সাঙ্গো-পাঙ্গো কৃষ্ণক পূজিব মূল মন্ত্ৰে॥
কৰ্পূৰ তাম্বুল দিব সুবাসিত জল।
তুলসী পুষ্পৰ মালা নানাবিধ ফল॥
ঈশ্বৰৰ আছে আৰ পাৰ্ষদ যতেক।
নিজ নিজ মন্ত্ৰে সমস্তকে পূজিবেক॥
অৰ্চিয়া বিনয়ভাৱে পঢ়ি স্তুতি নতি।
কৰিবে কৃষ্ণৰ পাছে পূজা সমাপতি॥
আপোনাকো তেহু মূৰ্ত্তি চিন্তিয়া মনত।
ঘ্ৰাণিয়া নিৰ্ম্মাল্য পাছে পিন্ধিব শিৰত॥
ঈশ্বৰক নিয়া হৃদি-পদ্মে দিয়া ঠাই।
কৰস্থিত প্ৰতিমাক থৈবেক তুলাই॥

এইখিনি কেৱল ব্ৰাহ্মণৰ প্ৰতি দিয়া উপদেশ নহয়। যিবিলাকে প্ৰতিমাতহে মন স্থিৰ কৰিব পাৰে তেওঁলোকৰ সকলোৰে প্ৰতি এই উপদেশ। যিবিলাক 'মহা অদ্ভূত হৰিগুণ-নামময়' তেওঁবিলাকে প্ৰতিমাত মন থিৰ কৰিবৰ আৱশ্যকেই নাথাকে।

## সৎসঙ্গ-সত্ৰৰ মূলাধাৰ

শ্ৰৱণ কীৰ্ত্তনত ভক্তি উদয় হৈ স্তৰে স্তৰে গৈ আত্মনিবেদনত পৰিপক্কতা লাভ কৰিবলৈ হলে সৎসঙ্গৰ আশ্ৰয় অপৰিহাৰ্য্য। সৎসঙ্গ বুলিলে কেৱল সৎজনৰ অৰ্থাৎ ভক্তজনৰ সঙ্গকে নুবুজায়। সৎসঙ্গৰ তিনিটা অৰ্থ আছে। সৎ মানে নিত্যবস্তু—যি বস্তু আন সকলো নোহোৱা হৈ গলেও স্বয়ং থাকি যায় সেয়ে সৎ; নোহোৱা হৈ যোৱাবোৰ অসৎ। মানুহৰ ইন্দ্ৰিয়াদি সহ শৰীৰ অসৎ, তাকে তলে ওপৰে ভেজি থকা আৰু কেতিয়াও নোহোৱা হোৱা পৰমাত্মা বস্তুৱেই সৎ। এই পৰমাত্মাক হৃদয়ত উপলব্ধি কৰাই, কৃষ্ণৰতিয়ে লগ নেৰাই, পৰমাৰ্থত সৎসঙ্গ। এই সৎসঙ্গ সাধ্য-সৎসঙ্গ। সৎসঙ্গৰ দ্বিতীয় অৰ্থ হ'ল—সতাং সঙ্গঃ। ভকতৰ সঙ্গ। তেহেলৈ সি ঘৰতে হওক পৰতে হওক, এনে সৎসঙ্গৰ চুম্বক প্ৰভাৱত ভক্তিৰ উদয় আৰু অভ্যুদয় হয়, পাছত সি ভক্তৰ আপোন সাধনাৰে গাঢ় হৈ পূৰ্ণতা লাভ কৰে। সৎসঙ্গৰ তৃতীয় অৰ্থ হ'ল সৎ অৰ্থাৎ সদ্‌গুৰুৰ সঙ্গ। সদ্‌গুৰুৰ উপদেশতহে ভক্তিয়ে গতি লয়। দ্বিতীয় আৰু তৃতীয় সৎসঙ্গ সাধন-সৎসঙ্গ। দ্বিতীয় আৰু তৃতীয়বিধ সৎসঙ্গৰূপ সাধন লাভৰ সুযোগ আৰু নাম-কীৰ্ত্তনৰ অবিৰল প্ৰবাহৰ পৰিবেশ সৃষ্টিৰ অৰ্থেই সত্ৰ-বিলাকৰ উদ্ভৱ আৰু বিকাশ হৈছিল। মুঠ কথাত, অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ দেৱ, গুৰু, নাম আৰু ভকত এই চাৰি মহাবস্তুৰ মহিমাময় একত্ৰ অৱস্থানেই সত্ৰ।

সত্ৰ শব্দটো অসমীয়া ভাষাত বহুত প্ৰাচীন কালৰেপৰা ব্যৱহৃত হৈ আহিছে। প্ৰাচীন অসমীয়া গদ্যৰ আমবাৰী শিলালিপিতো সত্ৰৰ উল্লেখ আছে। পাছে সেই শব্দই সঠিকভাৱে কি অনুষ্ঠানক বুজাইছে তাৰ নিৰ্ণয় কৰা টান। পাছৰ কালৰ বৈষ্ণৱ আন্দোলনৰ ফলত উদ্ভৱ হোৱা সত্ৰৰে যে ই একে আছিল তাক কব নোৱাৰি। তথাপি এই কথা নিঃসন্দেহে কব পাৰি যে বৈষ্ণৱ আন্দোলনৰ সময়তে সত্ৰ শব্দটো নতুনকৈ ব্যৱহাৰ কৰিছিল এনে নহয়, অৰ্থাৎ সেই সময়ত অসমীয়া ভাষাত সেই শব্দটো আচহুৱা নাছিল। আগৰেপৰা চলি অহা শব্দ এটাক নতুনকৈ ৰূপ লোৱা অনুষ্ঠান এবিধৰ ক্ষেত্ৰতো প্ৰয়োগ কৰা হৈছিল। অতীজতে সত্ৰ শব্দৰ অৰ্থ আছিল বহুদিনব্যাপী যজ্ঞ। একাহ, অহীন, সত্ৰ আৰু সত্ৰাঙ্ক, যজ্ঞ এই চাৰিবিধ। এদিনীয়া, ছয়দিনীয়া, বাৰদিনীয়া, এনেকৈ বিবিধ যজ্ঞ আছিল, কিন্তু কিছুমান বাৰতকৈ অধিক দিনব্যাপী যজ্ঞ আছিল। 'সেইবোৰ

সংবৎসৰ জুৰিও অনুষ্ঠিত হৈছিল। তেনে যজ্ঞক সত্ৰ বোলা হৈছিল। ভাগৱতত যে আছে 'সহস্ৰং সত্ৰমাসত' তাৰ অৰ্থ নৈমিষাৰণ্যত ঋষিসকলে সহস্ৰ সংবৎসৰব্যাপী যজ্ঞৰ অনুষ্ঠান কৰিছিল। পাছলৈ সত্ৰ শব্দৰ অৰ্থ কেৱল যজ্ঞতে আৱদ্ধ নাথাকিল। লেথাৰি নিছিগাকৈ অনুষ্ঠিত হোৱা দানকৰ্ম্মলৈকো তাৰ অৰ্থ বিস্তৃত হ'ল, কাৰণ দানকৰ্ম্মও একপ্ৰকাৰ যজ্ঞই। এই বিস্তৃত অৰ্থতে দান-সত্ৰ, ভোজন-সত্ৰ আদি সত্ৰবিলাক আঢ্যৱন্ত লোকে প্ৰতিষ্ঠা কৰিছিল। দক্ষিণাত্যত ধৰ্ম্মশালাবিলাকক মানুহে 'ছত্ৰম্' বোলে। দক্ষিণৰ কোনো ভাষাত ক্ষেত্ৰবিশেষে 'স' 'ছ'লৈ পৰিবৰ্ত্তিত হয়। সেই মতেই মনসা অম্মাৰ ঠাইত মন্‌ছাম্মা; সত্ৰৰ ঠাইত 'ছত্ৰম্' হৈছে। এই 'ছত্ৰম্'বিলাকত সদা সৰ্ব্বদায় লেথাৰি নিছিগাকৈ তীৰ্থযাত্ৰীক বাসস্থান দান কৰা হয়, সেই কাৰণেই তাত সত্ৰ শব্দৰ প্ৰৱেশ ঘটিল। এইদৰে এফালৰপৰা চালে নাম-কীৰ্ত্তন যজ্ঞ। এই নাম-কীৰ্ত্তন য'ত অহৰহ অবিৰতভাৱে চলি থাকে সিও সত্ৰ। সত্ৰৰ নিত্য-প্ৰসঙ্গো দীৰ্ঘ-সত্ৰ। অসমত সত্ৰ শব্দৰ এই প্ৰয়োগত ভাগৱতৰো প্ৰভাৱ আছে। নৈমিষাৰণ্যত ঋষিসকলে সহস্ৰ সংবৎসৰব্যাপী যজ্ঞ কৰিছিল। তাতে এদিন ঋষিসকলে হৰিকথা শ্ৰৱণৰ মনেৰে সূতক ভগৱন্তৰ লীলা বৰ্ণাবলৈ অনুৰোধ কৰিছিল। ঋষিসকলৰ এই অনুৰোধেই ভাগৱত-কথাবস্তুৰ গুৰি। নৈমিষাৰণ্যৰ হেজাৰ-বছৰীয়া সত্ৰত ( যজ্ঞত ) ভাগৱত কোৱা হৈছিল। ভাগৱত য'ত প্ৰতিদিনে পঠিত আৰু ব্যাখ্যাত হয় তাকো সত্ৰ নাম দিয়া একো বিচিত্ৰ কথা নহয়। ভট্টদেৱে দিয়া সত্ৰৰ লক্ষণত ঐতিহাসিক বিৱৰণ নাই, ই ৱৰ্ত্তমানৰ সত্ৰৰ স্বৰূপ কথন হে; পাছে তাতো "নৱধা ভগৱদ্‌ভক্তিঃ প্ৰত্যহং যত্ৰ বৰ্ত্ততে" বোলোঁতে দীৰ্ঘ-সত্ৰৰ ঐতিহাসিক কাৰণটো লুকাই আছে[৩]।

ব্ৰহ্মসংহতিৰ সত্ৰ এখন পূৰ্ণাঙ্গ হ'বলৈ গুৰুজনৰ সহিতে তিনিটা বস্তুৰ অৱস্থান অপৰিহাৰ্য্য—ভক্ত, ভাগৱত আৰু মূৰ্ত্তি। এই সংহতিৰ মুখ্য সত্ৰবিলাকত মণিকূট, নামঘৰ, গুৰুগৃহ, ধন-ভঁৰাল, চাউল-ভঁৰাল, ভকতহাটী আৰু চহৰ ( শিষ্যমণ্ডলী ), এই সাতভাগে বিভিন্ন কৰ্ম্ম পৰিচালিত হৈ থাকে। ইয়াৰ বিশদ বিৱৰণ 'আউনীআটী সত্ৰৰ নীতি আৰু পালন-প্ৰণালী' অধ্যায়ত দিয়া হৈছে।

---

৩। যত্ৰাচৰন্তি সদ্ধৰ্মান্ কেৱলা ভগৱৎপ্ৰিয়া।
নৱধা ভগৱদ্‌ভক্তিঃ প্ৰত্যহং যত্ৰ বিদ্যতে॥
তৎ সত্ৰং উত্তমং ক্ষেত্ৰং বৈষ্ণৱং সুৰবন্দিতং।
তত্ৰস্থা বৈষ্ণৱাঃ সৰ্ব্ব হৰিনামপৰায়ণাঃ॥ ( শৰণ সংহিতা )

ব্ৰহ্মসংহতিৰ সত্ৰত মনিকূট কেৱল থাপনাৰ কাৰণেই নামঘৰ-শোভন গৃহাংশ নহয়। ইয়াত প্ৰতিষ্ঠিত মহাপ্ৰভুৰ নিত্যপূজা, ভোগ-আৰতিৰে অৰ্চ্চন, বন্দন, পাদসেৱন ভক্তি কৰ্ম্ম চলি থাকে। নামঘৰত শ্ৰৱণ-কীৰ্ত্তনৰ চৌধ্য বা দ্বাদশ, যাৰ যেনে সংখ্যা সেইমতে নিত্যপ্ৰসঙ্গ হয়। নামঘৰ যদি সত্ৰৰ হৃদয়-পঙ্কজ, মণিকূট শীৰ্ষস্থ সহস্ৰদল-পদ্ম। দুয়ো ঠাইৰে সমান গুৰুত্ব আছে। তথাপি সত্ৰে সত্ৰে ইয়াৰ আগ-পাছ নোহোৱা নহয়। এটাইবোৰ সত্ৰতে নিত্য-প্ৰসঙ্গৰ লেখত নামঘৰৰ নামকীৰ্ত্তন গায়ন-বায়ন ভাগৱত-পাঠ আদিহে পৰে। মনিকূটৰ পূজা-অৰ্চ্চনৰ লেখ দ্বাদশ বা চৈধ্য প্ৰসঙ্গত নপৰে। নামঘৰৰ প্ৰসঙ্গ-প্ৰণালীৰ নাম-নাচ প্ৰভেদ সত্ৰে সত্ৰে থাকিব পাৰে, কিন্তু দামোদৰদেৱে বিহি যোৱা দ্বাদশ-প্ৰসঙ্গৰ মূল সাজনটোৰ অকণো ইফাল সিফাল হোৱা নাই। সত্ৰত বাৰবা চৈধ্য প্ৰসঙ্গৰ ব্যৱস্থা থাকিলেও গৃহীৰ নিত্য আচৰণত দুই বা তিনি প্ৰসঙ্গৰে বিধান আছে।

দামোদৰদেৱে সাধু বৈষ্ণৱক স্নেহ-প্ৰীতি কৰাৰ মহিমা এইদৰে কৈছিল—

সাধু বৈষ্ণৱক স্নেহ কৰিবাহা
যেন নিজ কলেৱৰ।
তেবে আচৰিতে প্ৰেম ভক্তি দিবে
কৃপা কৰি গদাধৰ॥

(গুৰুলীলা—পদ-৫৯৫)

সাধু-বৈষ্ণৱক নিজ কলেৱৰ যেন জ্ঞান কৰি স্নেহ-ভক্তি কৰাৰপৰা তিনিটা মহা উপকাৰ একেলগে সাধিত হয়। তাৰে দু'টা দৃষ্ট বা লৌকিক, আনটো অদৃষ্ট বা অলৌকিক। প্ৰথম উপকাৰ হ'ল সাধুজনৰ সঙ্গত থাকি ভক্তিৰ তত্ত্বৰ সম্ভেদ পায়, সঙ্গগুণত হৃদয়ত শ্ৰৱণ-কীৰ্ত্তনলৈ আগ্ৰহ জন্মে। দ্বিতীয় উপকাৰ ভক্তৰ প্ৰতি একত্ববোধ। সেই একত্ববোধৰ কৰ্ষণ মানৱপ্ৰেমত পৰিণত হয়। তৃতীয় মহা উপকাৰ অদৃষ্ট। ভক্তক বিষ্ণুজ্ঞান কৰিব পাৰিলেও কৃষ্ণৰ কৃপাত হৃদয়ত প্ৰেমভক্তিৰ উদয় হয়। ইয়াকে বৈষ্ণৱ-গুৰুসকলে ভগৱৎ-প্ৰসাদ, সংকল্প, অভ্যুদয় আদি বিভিন্ন নামেৰে অভিহিত কৰিছে। সত্ৰৰ চাৰিহাটীত ভকতসকলে একত্ৰে বাস কৰে, একত্ৰে কৃষ্ণকথাৰ আলাপ আৰু কথা শ্ৰৱণ কৰে, একত্ৰে মহাপ্ৰভুৰ সেৱাত আত্ম-নিয়োগ কৰে। প্ৰকৃত নিষ্ঠাৰে এইবিলাক কাম কৰি থকাজনৰ জীৱনত ভগৱৎ-প্ৰসাদৰ সুবিমল পোহৰ নপৰাকৈ নাথাকে। এই মহালাভ পোৱাৰ সুবিধাৰ অৰ্থেই ভকত-হাটীৰ

কল্পনা। চাৰিহাটীৰ ভকত-বৈষ্ণৱ একত্ৰিত হলে তাকে সমূহ বা ব্ৰহ্মথূল বোলে। ব্ৰহ্মথূল সাক্ষাৎ পৰমেশ্বৰ স্বৰূপ। সেই ঠাইত ভগৱন্তই অব্যক্তৰূপে থাকি প্ৰভাৱ বিস্তাৰ কৰে। এই তত্ত্বটি আমাৰ লেখা-পঢ়া নজনা গাঁৱলীয়া ৰাইজেও সহজভাৱে হৃদয়ঙ্গম কৰি আহিছে। সবহুৱা নামত যে গায়—

গোবিন্দাই এ প্ৰভু, এতে বেলি ক'ত।

ভকত সঙ্গে, মনত ৰঙ্গে, নাম লৈছে য'ত॥

তাত এই তত্ত্বটোৰেই স্পষ্ট ৰিঙণি এটা শুনিবলৈ পোৱা যায়।

ভক্ত আৰু ভাগৱতৰ ( নামৰ ) মাহাত্ম্য সম্পূৰ্ণকৈ স্বীকাৰ কৰিও ব্ৰহ্ম-সংহতিৰ সত্ৰত প্ৰতিষ্ঠিত ভগৱন্ত মহাপ্ৰভুৰ নামেৰেই সমস্ত কাম পৰিচালিত হয়। মহাপ্ৰভুৱেই সত্ৰ আৰু শিষ্যৰ সকলো কামৰ সাক্ষী, চেতনৰূপে বিৰাজ কৰে। সত্ৰৰ নামত টোপোলা এটি বান্ধে, তাকো মহাপ্ৰভুজনাৰ নামতহে বান্ধে। আউনীআটী হলে ৺গোবিন্দলৈ, দক্ষিণপাট হ'লে ৺যাদবৰায়লৈ, পাট-বাউসী হলে ৺বাসুদেৱলৈ, এই অনুক্ৰমে সকলো দামোদৰীয়া সত্ৰৰ সেৱকবৃন্দই মহাপ্ৰভুজনাৰ লগতে সত্ৰখন সামৰি বুজে। অধিকাৰ গুৰুজনা সেই মহাপ্ৰভুৰে প্ৰতিভূ প্ৰভু। অধিকাৰ সত্ৰৰ মুখ্য ন্যাস-ৰক্ষক, ভক্তবৈষ্ণৱ আৰু শিষ্যসকল ন্যাস-মণ্ডলী। সত্ৰৰ আগম নিৰ্গম সকলো মহাপ্ৰভুৰ; দামোদৰীয়া সত্ৰবিলাকৰ এইটো এটা চকুতলগা বিশেষত্ব।

ব্ৰহ্মসংহতিত পৌৰাণিক মালামন্ত্ৰ আৰু তান্ত্ৰিক দীক্ষা এই দুয়োটা ৰহস্য-দানৰ বিধিকে অনুসৰণ কৰা দেখা যায়। বংশীগোপালদেৱৰপৰা বঢ়া সকলো সত্ৰতে তান্ত্ৰিক পদ্ধতিত বিষ্ণুমন্ত্ৰৰ দীক্ষা দিয়া নিয়ম নাই। ভট্টদেৱ, সন্তদেৱ, ভগৱানদেৱ, বলদেৱ, পৰমানন্দ বা সেইসকলৰ বংশ আৰু শিষ্যসকলৰপৰা বঢ়া সত্ৰত আৰু স্বয়ং দামোদৰদেৱৰ বংশজসকলৰ সত্ৰত তান্ত্ৰিক পদ্ধতিৰে বিষ্ণুমন্ত্ৰৰ দীক্ষা দিয়াৰ প্ৰথা চলি আহিছে। এই দুটা প্ৰথা হোৱাৰো কাৰণ আছে।

বংশীগোপালদেৱ দামোদৰদেৱৰ প্ৰথম প্ৰপন্ন শিষ্য আৰু সৰ্ব্বপ্ৰথমে পতা অধিকাৰী আছিল। সেই সময়ত দামোদৰদেৱে মালামন্ত্ৰ দান কৰাৰ পৌৰাণিক দীক্ষাৰ বিধানহে প্ৰৱৰ্ত্তন কৰিছিল। পাছত ভট্টদেৱ, বলদেৱ প্ৰভৃতি সন্তমুখ্য সকলে তান্ত্ৰিক দীক্ষা দানৰ নিয়মো প্ৰৱৰ্ত্তন কৰিলে। দামোদৰদেৱে নিজে পৌৰাণিক দীক্ষা প্ৰণালীৰে মন্ত্ৰ গ্ৰহণ কৰিছিল, নহ'লে বংশীগোপালদেৱকো পৌৰাণিক দীক্ষামতে মন্ত্ৰ ৰহস্য দান নকৰিলেহেঁতেন। গুৰুৰ অনুমোদনক্ৰমে

ভট্টদেৱ প্ৰভৃতি মহাসন্তসকলে তান্ত্ৰিক দীক্ষাদানৰ নিয়ম গ্ৰহণ কৰিছিল নে পাছত নিজেহে প্ৰৱৰ্ত্তন কৰিলে সঠিককৈ জনাৰ কোনো উপায় নাই। ভট্টদেৱ প্ৰভৃতি কেবাজনো মুখ্য ধৰ্ম্মাধিকাৰীয়ে পোনতে আন ঠাইত তান্ত্ৰিক দীক্ষা লোৱাৰ প্ৰমাণ চৰিত পুথিত আছে। দামোদৰদেৱৰ চৰণত প্ৰপন্ন হোৱাৰ আগতেই তেওঁ গোপাল মন্ত্ৰৰ দীক্ষা লৈছিল। তান্ত্ৰিক বৈষ্ণৱী দীক্ষাত গোপাল উপাসনাৰ বিশেষ স্থান আৰু তাৎপৰ্য্য আছে। শাস্ত্ৰানুসাৰে বিধিমতে প্ৰাপ্ত দীক্ষা-মন্ত্ৰ ত্যাগ কৰা দূষণীয়। কিন্তু সেই মন্ত্ৰকে আন গুৰুৱে শোধিত আৰু বলাধান কৰি দিব পাৰে। ভট্টদেৱৰ ক্ষেত্ৰতো কিজানি সেয়ে হৈছিল। অথবা তান্ত্ৰিক দীক্ষা লোৱাসকলে তান্ত্ৰিক দীক্ষা দিয়াৰ অধিকাৰ আৰু অনুমতি গুৰুৰপৰা প্ৰাৰ্থনা কৰি লৈছিল। পাছলৈ কামৰূপৰ ধৰ্ম্মাধিকাৰীসকলে ভট্টদেৱ বলদেৱ প্ৰভৃতিৰ পথ অনুসৰণ কৰিলে। সেইদেখি এতিয়া পাটবাউসীকে আদি কৰি কামৰূপৰ প্ৰায়বোৰ দামোদৰীয়া সত্ৰত তান্ত্ৰিক দীক্ষা দিয়াৰ ৰীতি চলি আছে। উজনিৰো বলদেৱৰ ওচৰত দীক্ষা লোৱা বনমালীদেৱৰ দক্ষিণপাট সত্ৰ, পৰমানন্দ-দেৱৰপৰা বঢ়া জখলাবন্ধা আৰু বলদেৱৰপৰা বঢ়া বতৰগঞাত দীক্ষাদানৰ ৰীতি চলি আছে। এইবোৰ পৰিবৰ্ত্তন হোৱাৰ আগতেই বংশীগোপালদেৱে পৌৰাণিক বিধিৰে ৰহস্যমন্ত্ৰ গ্ৰহণ কৰিছিল আৰু উজনিলৈ আহি সেইমতেই প্ৰপন্নসকলক শৰণ, মালামন্ত্ৰ দান কৰিছিল। দামোদৰীয়া ৰহস্যদানত পাছত যি সামান্য ইফাল সিফাল হৈছিল সি বংশীগোপালক প্ৰভাৱান্বিত কৰা নাছিল। আৰু সেই বাবেই বংশীগোপালৰপৰা বঢ়া সত্ৰত তান্ত্ৰিক দীক্ষাৰ স্থান নাছিল। এতিয়া যদিও দুই এখন এনে সত্ৰত দীক্ষা দিয়া হয় সেইটো পাছৰ কালৰ প্ৰয়োজন সধাৰ যুগোপযোগী ব্যৱস্থাহে আছিল। সেইবুলি ৰায়বাহাদুৰ কনকলাল বৰুৱাই কোৱাৰদৰে দামোদৰীয়া সম্প্ৰদায়ত তান্ত্ৰিক দীক্ষাৰ ব্যৱস্থা বঙালী গুৰুৰ আধিপত্য ৰোধ কৰিবলৈ জাতীয়ভাৱৰপৰা কৰা কাম নহয়। পোনতে নহ'লেও দামোদৰদেৱৰ জীৱদ্দশাতে বা অলপ পাছত তেওঁৰ পন্থত তান্ত্ৰিক দীক্ষা পদ্ধতি সোমাইছিল। অৱশ্যে বহুত পিছত উজনিত দুই এখন গোঁপালদেৱৰপৰা বঢ়া সত্ৰত ৰায়বাহাদুৰ বৰুৱাই কোৱা কাৰণত দীক্ষা পদ্ধতি প্ৰৱেশ কৰাযাৰ সঁচা। দক্ষিণপাট আদি দুই এখন সত্ৰই শাক্ত মন্ত্ৰ দিয়াৰো মূলতে এনে এটা কাৰণেই বিদ্যমান। দামোদৰদেৱৰ পন্থত মূলতে বিষ্ণুমন্ত্ৰৰ পৌৰাণিক দীক্ষা দিয়াৰেহে নিয়ম আছিল। তান্ত্ৰিক দীক্ষা আৰু শাক্তমন্ত্ৰৰ অনুপ্ৰৱেশ অলপ পাছৰ যেন অনুমান হয়। এই বিষয়ে একমাত্ৰ

আউনীআটী আদি কেইখনমান সত্ৰই আদি মত এৰা নাই। আজিও এই সত্ৰত মালা-মন্ত্ৰৰে পৌৰাণিক দীক্ষা নিয়মেই চলি আছে; ইয়াৰ অন্যথা হোৱা নাই।

ব্ৰহ্মসংহতিৰ সত্ৰবিলাকত ৰাস, জন্মাষ্টমী, ফল্গুৎসৱ, এই তিনিটাই ডাঙৰ পৰ্ব্ব আস্থা আৰু আড়ম্বৰেৰে পালন কৰা হয়। ইয়াৰ উপৰি শয়ন একাদশী, পাৰ্শ্বপৰিৱৰ্ত্তন, উত্থান একাদশী, শিৱ চতুৰ্দ্দশী আদি তিথিবোৰৰ বিশেষ কৃত্যৰে অনুষ্ঠান হয়। বৃহৎ সত্ৰ কেইখনত ৰাস, ফল্গুৎসৱ আদিত নামঘৰত সুকীয়া মণ্ডপ পাতি তাত মূৰ্ত্তিস্থাপন কৰি পূজা হোম আদি কৰে। ৰাসোৎসৱত ৰাধাকৃষ্ণৰ মূৰ্ত্তিত পূজা হোম ইত্যাদি যথাবিধি অনুষ্ঠানেৰে কৰা হয় আৰু ৰাতি ৰাস-ভাৱনাৰে উৎসৱ সম্পন্ন হয়। কেৱল আউনীআটীত ফল্গুৎসৱ কৰা নহয়। ইয়াৰ ঐতিহাসিক কাৰণ যথাস্থানত কোৱা হৈছে।

## সাহিত্যিক আৰু সাংস্কৃতিক অৱদান

ব্ৰহ্মসংহতিৰ সত্ৰ আৰু সেৱকসকলেও অসমীয়া সাহিত্যৰ ভঁৰাললৈ হেমাৰ ভাৰেৰে দান দি গৈছে। দামোদৰদেৱ নিজে এজন গ্ৰন্থকাৰ নাছিল। তিনিটা বৰগীতৰ বাহিৰে আন কোনো ৰচনা আজিলৈকে পোৱা নাই। ভট্টদেৱে কথাগীতাত যি দামোদৰী-টীকাৰ মতক আলচা বুলি স্বীকাৰোক্তি কৰিছে, সেই টীকা লৈ পণ্ডিতসকলে নানা প্ৰকাৰ অনুমান কৰে। ভাৰতৰ বিভিন্ন স্থানত পোৱা গীতাৰ টীকাৰ ভিতৰত দামোদৰী-টীকাৰ এটা নাম পোৱা নাই! আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীয়ে 'গঙ্গাজল' নামৰ বৃহৎ স্মৃতি গ্ৰন্থৰ প্ৰণেতা ত্ৰয়োদশ শতিকাৰ বিখ্যাত দামোদৰ মিশ্ৰকে এই ভট্টদেৱ উল্লিখিত দামোদৰী-টীকাৰ প্ৰণেতা বুলি ঠাৱৰ কৰিব খোজে। এই সিদ্ধান্তটো লোভনীয় আৰু আপাত-প্ৰত্যয়ী, পাছে এটা খোকোজা বৈ যায়। গীতাও স্মৃতিৰ ভিতৰতে পৰে, স্মৃতিৰ বহুত নিৰন্ধ গ্ৰন্থত গীতাৰ উদ্ধৃতিৰে মত স্থাপন কৰাৰ অলেখ দৃষ্টান্ত আছে, কিন্তু দামোদৰ মিশ্ৰই কোনোস্থানত স্বকৃত গীতাৰ উদ্ধৃতি বা সমুল্লেখ ক'তো কৰিছে বুলি আমি নাজানো। দ্বিতীয়তে, 'গঙ্গাজল' স্মৃতিনিবন্ধ ৰক্ষিত হোৱাৰ দৰে গীতাৰ টীকা এটি যদি লিখিছিল সেইখনো নিশ্চয় আদৰণীয় গ্ৰন্থ হৈছিল। সেই টীকা ৰক্ষিত নোহোৱালৈ চাই দামোদৰ মিশ্ৰই প্ৰকৃততে গীতাৰ টীকা লিখিছিল নে নাই সন্দেহ ওপজে। ইয়াৰ লগতে সন্দেহৰ কাৰণ আৰু এটা আছে। গোবিন্দ মিশ্ৰয়ো পদ্য গীতাত পাঁচখন টীকাৰ মত জিজ্ঞাসি শ্লোক ভাঙি পদ কৰিছিল। এই পাঁচখন টীকাৰ শঙ্কৰী, ভাস্কৰী, হনুমন্তী, আনন্দগিৰি

আৰু শ্ৰীধৰ টীকা। ভট্টদেৱে চাৰিখন টীকাৰ বিচাৰ কৰি কথাগীতা লিখিছিল। সেই চাৰি টীকা হ'ল শ্ৰীধৰী, শঙ্কৰী, দামোদৰী আৰু ভাস্কৰী। ভট্টদেৱে হনুমন্তী টীকাৰ উল্লেখ কৰা নাই। গোবিন্দ মিশ্ৰই দামোদৰীৰ নাম লোৱা নাই। গোবিন্দ মিশ্ৰ ভট্টদেৱৰে শিষ্য আছিল। শিষ্যই গুৰুৱে ব্যৱহাৰ কৰা অসমৰে বিখ্যাত টীকা এখন পোৱা হ'লে তাক লুটিয়াই নোচোৱাৰ কোনো কাৰণ নাছিল। দামোদৰ মিশ্ৰৰ টীকা তেতিয়াই দুষ্প্ৰাপ্য হ'ব নালাগিছিল। বিশেষকৈ স্বল্প বিখ্যাত হনুমন্তী টীকা চাইছিল যেতিয়া, থকা হ'লে মিশ্ৰৰ টীকাখনো কেলেই নাচালেহেঁতেন? ইয়াৰপৰাই অনুমান হয়, দামোদৰ মিশ্ৰৰ কোনো টীকা নাছিল। হনুমৎ-টীকা বা হনুমন্তী-টীকা শঙ্কৰ ভাষ্যৰে একপ্ৰকাৰ সংক্ষিপ্ত ৰূপ। এই টীকাও ভক্তিৰ অনুকূলে সিদ্ধান্ত দি লিখা। "একং শাস্ত্ৰং দেৱকী-পুত্ৰ গীতম্" ইত্যাদি শ্লোকটো এই টীকাৰে মঙ্গলাচৰণ। তালৈ চাই একালত অসমত তাৰ পঠন-পাঠন হৈছিল যেন লাগে। খুব সম্ভৱ দামোদৰ মিশ্ৰৰ গীতাৰ টীকাক দামোদৰ-টীকা বুলি ভট্টদেৱে উল্লেখ কৰা নাছিল। দামোদৰদেৱে নিজেই কিজানি গীতাৰ এখন টীকা লিখিছিল, কিন্তু এই টীকা সম্পূৰ্ণ নহ'ল। পাছত স্ত্ৰী-শূদ্ৰ-দ্বিজবন্ধুবিলাকৰ উপযোগী গ্ৰন্থ লিখাৰহে অধিক আৱশ্যকতা অনুভৱ কৰি ভট্টদেৱক কথাগীতা লিখাৰ আজ্ঞা কৰিলে; নিজৰ গ্ৰন্থ সমাপণ কৰাৰ প্ৰয়োজন অনুভৱ নকৰিলে। অসম্পূৰ্ণ গ্ৰন্থ হ'লেও সেই টীকা পঢ়িবলৈ আৰু আন টীকাৰ লগত তুলনা কৰি চাবলৈ প্ৰিয় শিষ্য ভট্টদেৱে সুযোগ পাইছিল। পাছত অসম্পূৰ্ণ গ্ৰন্থ বুলি তাৰ প্ৰতিলিপি ৰক্ষা কৰাৰ আৱশ্যকতা কোনেও অনুভৱ নকৰিলে।

এটা আপত্তি উঠিব পাৰে। ভট্টদেৱে লিখিছে, "শঙ্কৰী টীকা জ্ঞানক প্ৰধান কৰি ব্যাখ্যা কৰে, ভাস্কৰী কৰ্ম্মক প্ৰধান কৰে। শ্ৰীধৰী ভক্তি মাত্ৰ নিৰূপণ কৰে, দামোদৰী তিনিয়ো যোগ সমে কহে॥" দামোদৰদেৱ ভক্তিমাৰ্গৰ প্ৰৱৰ্ত্তক হৈ তিনিও যোগ কেনেকৈ সমে নিৰূপণ কৰিলে? এই কথা বিচিত্ৰ নহয়, ভক্তিমাৰ্গত ভক্তি অবিৰোধে কৰ্ম্ম কৰাৰ বিধান আছে। দামোদৰদেৱে নিজেও নিত্য-নৈমিত্তিক কৰ্ম্ম এৰিবলৈ নিষেধ কৰিছে। দ্বিতীয়তে, দামোদৰ-নিৰ্দ্দিষ্ট ভক্তিপথত জ্ঞান অবান্তৰৰূপে শেষ ফল বুলি স্বীকাৰ কৰা -হৈছে— জ্ঞানদীপৰ ভক্তি প্ৰসাদ তৈল। শঙ্কৰাচাৰ্য্যৰ গীতা ভাষ্য জ্ঞানপৰ, তথাপি এইখিনি ভট্টদেৱে শঙ্কৰী ভাষ্যৰপৰা লৈ অনুবাদ কৰি নিজ গীতাত স্থান দিছে। ভক্তিৰ ফলত ভগবৎ প্ৰসাদ লাভ হয়, সেই ভগবৎ প্ৰসাদৰ বলত

আত্মজ্ঞান উপলব্ধ হৈ ভক্ত সাধকে মোক্ষ পায়। দামোদৰী পন্থত ৰসময়ী ভক্তিয়েই শেষপুৰুষাৰ্থ নহয়, আত্মজ্ঞান হে শেষ পুৰুষাৰ্থ। এনেস্থলত কৰ্ম্মজ্ঞান আৰু ভক্তিৰ সমন্বয় ৰক্ষা কৰাই দামোদৰী-টীকাৰ উদ্দেশ্য। সমে পদে সমন্বয়ৰ অৰ্থ বুজাইছে।

দামোদৰদেৱে এখন টীকা লিখিবলৈ লোৱা কথাটো আৰু এটা দিশৰ পৰা সম্ভৱ যেন লাগে। নীলকণ্ঠ কৃত দামোদৰচৰিতৰ মতে বৰপেটালৈ অহাৰ আগতে হাজোত থাকোঁতে দামোদৰদেৱে পঞ্চটীকা মুখে গীতা শাস্ত্ৰ ব্যাখ্যা কৰিছিল ( নীলকণ্ঠ—পদ ১৬০ )। এই কালতে টীকা ব্যাখ্যা চাই নিজাকৈ এখন টীকা লিখিবলৈ হাতত লোৱাষাৰ সম্ভৱপৰ কথা।

এই সকলো কথা চালি-জাৰি চালে দামোদৰী-টীকা বোলোঁতে দামোদৰদেৱে লিখা অসম্পূৰ্ণ গীতা টীকাকে বুজোৱাষাৰ সঁচা যেন লাগে।

নিজে বিশেষ একো লিখি নগ'লেও দামোদৰদেৱ বহু গ্ৰন্থকাৰৰ প্ৰেৰক পুৰুষ আছিল। দিহা-পৰামৰ্শ প্ৰেৰণাৰে সেই সময়ৰ কেইজনমান বিখ্যাত সাহিত্যকাৰৰ এইজনা পুৰুষ যন্ত্ৰীস্বৰূপ আছিল। ভট্টদেৱৰ কথা-গীতা আৰু কথা-ভাগৱত ৰচনাৰ কাহিনী সকলোৱেই জানে। এইজনা দিগ্‌দৰ্শক কথা-গ্ৰন্থকাৰৰ কথাবন্ধে আৰু পদবন্ধে ৰচনা কৰা অন্যান্য পুথি আৰু গীত-বিলাকৰ কথা আজিকালি নানা গ্ৰন্থে প্ৰবন্ধে প্ৰচাৰিত হৈছে। ভট্টদেৱৰে আন এজন শিষ্য দামোদৰদাসে মহাভাৰতৰ দ্ৰোণপৰ্ব্ব ৰচনা কৰিছিল।

কবিৰত্ন গোপালমিশ্ৰও দামোদৰৰ শিষ্য আৰু ভট্টদেৱৰ অভিন্ন-হৃদয় সখি। এওঁ দামোদৰীয়া সত্ৰবিলাকত গাব পৰাকৈ ঘোষাৰত্ন পুথি ৰচনা কৰিছিল আৰু অন্যান্য পদ-পুথিও ৰচনা কৰিছিল। গোবিন্দমিশ্ৰই বিখ্যাত গ্ৰন্থ পদগীতা ৰচনা কৰিছিল। নিজ গুৰু ভট্টদেৱৰ ভক্তিবিবেকৰ পদ-ভাঙনিও এওঁৰ এখন উৎকৃষ্ট গ্ৰন্থ। কবিৰত্ন গোপালমিশ্ৰৰে আন এজন শিষ্য গোপালচৰণ দ্বিজই ভাগৱতৰ তৃতীয় স্কন্ধ, অষ্টম স্কন্ধৰ পদ ৰচনা কৰিছিল। বিষ্ণুপুৰাণ আৰু ভাগৱতৰ কিছু মিশ্ৰণ কৰি হৰিবংশৰ পদো এওঁ ৰচনা কৰিছিল। গোপালচৰণৰ শিষ্য জয়ৰামে ৪ৰ্থ স্কন্ধ ভাগৱতৰ এক অংশৰ পদ কৰিছিল। দামোদৰদেৱৰ আন এজন শিষ্য শ্ৰীহৰিয়ে ভাগৱতৰ পঞ্চম স্কন্ধৰ পদ ৰচনা কৰিছিল। অন্যতম সপ্তম স্কন্ধ আৰু নৱম স্কন্ধ ভাগৱতৰ ৰচয়িতা কেশৱ-চৰণ কায়স্থও দামোদৰদেৱৰ মুখ্য বাৰ-মহন্তৰ এজন।

সাত্বত তন্ত্ৰ আৰু বিষ্ণুপুৰাণ ৰচয়িতা ভাগৱতমিশ্ৰৰ গুৰু দামোদৰদেৱ।

এওঁ দামোদৰদেৱে পতা পাঁচ অধিকাৰীৰ অন্যতম ভগৱানদেৱৰ সত্ৰত ভাগৱতী আছিল। ভগৱানদেৱৰ উদ্‌গণিতে এই গ্ৰন্থদ্বয় মিশ্ৰই ৰচনা কৰিছিল।

বংশীগোপালদেৱে নিজে কোনো গ্ৰন্থ লিখিছিল বুলি জনা নাযায়, কিন্তু তৎশিষ্য জয়ভাৰতীয়ে কেইবাখনো গ্ৰন্থ ৰচনা কৰিছিল। কুৰুৱাবাহী সত্ৰত থকা বৃদ্ধ ৰত্নাকৰ কন্দলীয়েই সহস্ৰ-নাম বৃত্তান্ত লিখিছিল। নিৰঞ্জনদেৱেই পৰামৰ্শ আৰু নিৰ্দ্দেশ দি কৃষ্ণমিশ্ৰ যতিৰ সংস্কৃত নাটক 'প্ৰবোধ চন্দ্ৰোদয়'ক মহামোহ নাটক নাম দি অসমীয়া ৰূপ দিছিল। বৰ যদুমণিৰ শিষ্য ৰমানন্দই সৰুতে এই নাটৰ ভাৱনা দেখি কিছুকাল পাছত তাৰ স্মৃতিকে অৱলম্বন কৰি মহামোহ কাব্য লিখি উলিয়ায়। সংস্কৃত নাটকৰ অসমীয়া ৰূপ দিয়া সম্ভাৱনাময় প্ৰচেষ্টাক পাছত কোনেও অনুসৰণ নকৰিলে। অসমীয়া সাহিত্যই এবিধ নাট হেৰুৱালে। উজনিত সত্ৰে সত্ৰে ৰচিত হোৱা গীতৰো সীমা নাই।

এইবিলাকৰ লগতে চৰিত পুথি যে কিমান ৰচিত হৈছিল লেখ-জোখেই নাই। ৰামৰায়ৰ গুৰুলীলা, নীলকণ্ঠকৃত দামোদৰ চৰিত, কৃষ্ণানন্দৰ সন্তচৰিত, কৃষ্ণমিশ্ৰৰ দামোদৰ চৰিত, ৰমানন্দৰ বংশীগোপাল চৰিত, ৰমাকান্তৰ বনমালী-দেৱৰ চৰিত, ভকতধূলিৰ অৰ্জ্জুনদেৱ চৰিত আদিৰ কথা সকলোৱে জানে। তাৰোপৰি চলাজনা অধিকাৰৰ চৰিত পুথি লিখাৰ সঁজ মুখ্য সত্ৰবিলাকত আজিলৈকে চলি আছে। সত্ৰ ভঁৰালত সেইবোৰ প্ৰায়ে সুৰক্ষিত হৈ আছে।

এইদৰে দামোদৰদেৱৰ প্ৰয়াণৰ অলপদিন পাছতে শিষ্য-প্ৰশিষ্যসকলে বিপুল সম্ভাৰেৰে ইতিমধ্যেই শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ৰচনাৱলীৰে সমৃদ্ধ অসমীয়া সাহিত্যক সম্পুষ্ট আৰু সংবৰ্দ্ধিত কৰিলে।

কামৰূপৰ সত্ৰবিলাকত ভাৱনাৰ প্ৰচলন নাইকিয়া হোৱাদি হ'ল। ইয়াৰ কাৰণ কি বুজিবলৈ টান। উজনিত স্বৰ্গদেউসকলৰ আৰু ডা-ডাঙৰীয়াসকলৰ উৎসাহ উদ্দীপনা আছিল সঁচা কিন্তু অকল সেই কাৰণেই ভাৱনাবিলাক এতিয়াও সজীৱ হৈ আছে এনে কথা নহয়। কিবা এটা আন কাৰণ আছে। যিমানখিনি ভাবি উলিয়াব পাৰি তাত এয়ে অনুমান হয় যে বৰপেটা থানৰ ৰঙিয়াল ঘৰত নটুৱা ভকতৰ ল'ৰাৰ হতুৱাই গীত নাচ আদি কৰোৱা কথাত মাধৱদেৱে মিছা অপবাদ সহ্য কৰিবলগীয়া হৈছিল, ৰাজৰোষতো পৰিছিল। সম্ভৱতঃ তাৰ পাছৰপৰাই ৰজাৰ ভয়ত আৰু নিন্দকীৰ শঙ্কাত নামনি সত্ৰত

নাচ আৰু ভাৱনাৰ অনুশীলন ভাল পৰিল। উজনিৰ পৰিৱেশত বিশেষ প্ৰাতিকূল্য নাছিল বাবে সেইবোৰ বৈ গ'ল আৰু সমুৎকৰ্ষ লাভ কৰিলে।

কামৰূপৰ দামোদৰীয়া সত্ৰত নাচ-ভাৱনা আৰু গায়ন-বায়ন নথকাৰ আৰু এটা কাৰণ হ'ব পাৰে। দামোদৰদেৱে এইবিলাক নিষেধ কৰা নাছিল যদিও আগ্ৰহেৰে উৎসাহ দিয়াও নাছিল হব পায়। বিজয়নগৰত বেহুৰা বিপ্ৰৰ ঘৰত সশিষ্যে বাস কৰোঁতে এদিন এযোৰা ভাল খোল-কীৰ্ত্তনীয়া আহি প্ৰভুৰ সমুখত সংকীৰ্ত্তন কৰিছিলহি। তেওঁলোকে দুটা মৃদঙ্গ আৰু আঠ-দহ যোৰ কৰতালেৰে সংগত কৰিছিল। এই দুই মৃদঙ্গ আৰু আঠ-দহ যোৰ কৰতালৰ শব্দত কীৰ্ত্তনৰ কৃষ্ণকথা কাণতে নপশা হ'ল। শুনি শুনি প্ৰভুৰ গাত জ্বৰ উঠিল। মুৰ বিষাবলৈ ধৰিলে। অলপ সময় থাকি নিজৰ বহালৈ উঠি গুচি গ'ল। ভক্তসকলে আগুৰি ধৰিলত কৈছিল—"ভকতিৰ ভয়, কৰে প্ৰতিকূল, জানিবা আক নিশ্চয়।" কিবা অপৰাধ হ'ল বুলি সকলোৱে কৃতাঞ্জলি কৰি এই কথাৰ মৰ্ম্ম কি সুধিলে। প্ৰভুৱে হাঁহি মাৰি আশ্বাস দি ক'লে—

> শুনা ভক্ত যত কথা শ্ৰৱণত
> আছো আমি একমনে।
> হৰি মন্দিৰত কীৰ্ত্তন পাতিলা
> খোল কীৰ্ত্তনীয়া গণে॥
> সিয়ো একবিধ ভকতি কৃষ্ণৰ
> তথাপি জানা নিশ্চয়।
> কথা-শ্ৰৱণৰ প্ৰতিকূল হোৱে
> কথাক যেন ভাঙ্গয়॥
> খোল কীৰ্ত্তনৰ শবদে আমাৰ
> শৰীৰে উঠিল জ্বৰ।
> গাৱৰ বিষত ভৈলো শ্ৰুতিহত
> আসিলো উঠি সত্বৰ॥

এই বিবৰণৰপৰা দামোদৰদেৱ শ্ৰৱণৰ প্ৰতিকূল হোৱা গায়ন-বায়ন বা কথা ভঙ্গকাৰী নৃত্য-বাদ্যৰ পৰিপোষক নাছিল যেন অনুমান হয়। সেই কাৰণে পৰৱৰ্ত্তী সত্ৰবোৰত তাৰ অনুশীলন হতাদৰ হ'ল। বেহুৰাৰ ঘৰত দামোদৰদেৱে বাদ্য-ভাণ্ডক কথা শ্ৰৱণৰ প্ৰতিকূল বুলি মত দিয়াৰ বহুত আগতে বংশীগোপালদেৱ উজনিলৈ অধিকাৰী হৈ আহে। গুৰুৰ এই অভিমতে

তেওঁক চোৱাগৈ নাছিল। শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত আৰু নিৰ্দ্দিষ্ট গায়ন-বায়ন, ভাৱনা আদিও সমাদৃত হৈছিল। সেই দেখিয়েই আদি কুকুৰাবাহীৰ দিনৰে পৰা উজনিৰ দামোদৰীয়া সত্ৰবিলাকত নৃত্য-গীত, গায়ন-বায়ন, ভাৱনাৰ পয়োসাৰ সদায় চলি আছে।

উজনিৰ চাৰিসত্ৰৰ খোল মৃদঙ্গৰ বোল, গীতৰ সুৰ, নাচৰ ভঙ্গিমা, হস্ত-পদাচাৰ ইত্যাদিত কিছু বিশেষত্ব আছে আৰু আৰু স্থলে স্থলে প্ৰভেদো আছে। এই প্ৰভেদ থকাৰপৰা অসমৰ পুৰণি সঙ্গীতৰ একো হানি হোৱা নাই, বৰং সমৃদ্ধিহে বাঢ়িছে। সুৰ আদিত পাৰ্থক্য, গোৱাৰ প্ৰণালীত বিশেষত্ব থকা বাবে সি পূৰ্ব্বৰ নহয় এনে কথাও কব নোৱাৰি। সকলো কলাৰ প্ৰাচীন ৰূপটো গ্ৰন্থৰপৰা আহৰণ কৰা সম্ভৱ নহয়। পৰম্পৰাই চলি অহাকে গ্ৰহণ কৰাৰ বাহিৰে উপায় নাই। সেই পৰম্পৰা যে এটাহে হব পাৰে এনে কথাও নহয়। ভাৰতীয় উচ্চাঙ্গ সঙ্গীতত 'ঘৰাণা'বোৰে এনে পৰম্পৰা বহন কৰি আহিছে। অসমত মুখ্য সত্ৰবিলাকেই একোটা 'ঘৰাণা' বুলি ধৰি লব লাগিব। এই পৰম্পৰাবোৰ লগলাগি অসমীয়া নৃত্য আৰু সঙ্গীতকলাৰ সমূহ সম্ভাৰ ৰচিত হৈছে।

দামোদৰীয়া সত্ৰবিলাকৰ মুখ্য মুখ্য সত্ৰত কাৰুশিল্প, কুটীৰ-শিল্প আৰু কলাৰ চৰ্চ্চা সৰ্ব্বজন-বিদিত। মূৰ্ত্তি-কটা, নাও-সজা, সিংহাসন তৈয়াৰ কৰা, ফুলাম বেতৰ বিচনি, হাতীদাঁতৰ কাম, চটি খুটাত ফুল কটা, ভাৱনাৰ সাজ-পোছাক আৰু মুখা আদি তৈয়াৰ কৰাত এই সত্ৰবিলাক অসমত প্ৰসিদ্ধ। আজিকালি ভকত-বৈষ্ণৱসকলে ৰাইজৰ উদ্‌গণি আৰু পোষণ নাপাই মানসিক প্ৰেৰণা হেৰুৱাইছে। তথাপি এইবিলাক উদ্ধাৰ কৰাৰ অৱস্থা লুপ্ত হোৱা নাই।

পুথিৰ পাতত ধুনীয়া ধুনীয়া ৰঙচঙীয়া লতা অঁকা পুথিৰ বিষয়ানুসাৰী চিত্ৰ অঁকা ধুনীয়া পুথি পোৱা গৈছে। অসমৰ চিত্ৰকলাৰ অনন্যসাধাৰণ নিদৰ্শন এই সত্ৰ কেইখনত সংৰক্ষিত পুথিত পোৱা যায়।

এইদৰে ধৰ্ম্মপ্ৰচাৰ, সাহিত্য সঙ্গীত, চাৰুকলা, কাৰুশিল্প, সকলোতে দামোদৰদেৱ প্ৰৱৰ্ত্তিত ব্ৰহ্মসংহতিৰ গুৰু শিষ্য প্ৰশিষ্য আৰু সত্ৰাবিলাকে অসমৰ সংস্কৃতিৰ বিশাল লুইতত বৰ্ষাৰ জলপ্ৰবাহৰদৰে অৰিহণা পেলাই গৈছে।

## ঊনবিংশ অধ্যায়

# সত্ৰৰ নীতি আৰু পালনপ্ৰণালী

### সত্ৰ-শৰীৰ

আমাৰ মুখ্য সত্ৰবিলাক পূৰ্ণাৱয়ব আৰু চেতন ভক্তশৰীৰৰ লগত খাপ খোৱাকৈ ৰিজাব পাৰি। মনুষ্যশৰীৰ ক্ৰিয়াশীল হয় জড় অন্তঃকৰণত প্ৰতিবিম্বিত পৰমাত্মচৈতন্য জীৱাত্মাৰ প্ৰভাৱত। এই প্ৰতিবিম্বিত চৈতন্যই জীৱাত্মাৰূপে 'কৰ্ত্তাহং' বুলি ভাবি সুখ-দুখ ভোগ কৰে। গতিকে এক বস্তুৱেই দুইৰূপে শৰীৰত থাকে। এজন সাক্ষী, চেতা, কেৱল আৰু নিৰ্গুণ। তেওঁকেই বিম্ব-চৈতন্য বা পৰমাত্মা বোলে। আনজন কৰ্ত্তা আৰু সুখ-দুখৰ ভাগী প্ৰতিবিম্বিত চৈতন্য জীৱাত্মা। উপনিষদৰ মহৰ্ষিয়ে তাকে একে জুপি গছৰ দুই পখীৰ কল্পচিত্ৰৰ আলমেৰে মৰ্ম্মস্পৰ্শী ভাষাৰে বৰ্ণনা কৰিছে—

> দ্বা সুপৰ্ণা সযুজা সখায়া
> সমানং বৃক্ষং পৰিষস্বজাতে।
> তয়োৰন্যঃ পিপ্পলং স্বাদ্বত্ত্য-
> নশ্নন্নন্যোঅভিচাকশীতি ॥

( মুণ্ডক—৩।১।১ ; শ্বেতা—৪।৬ )

সদায় যোৰা পাতি থকা, আত্মা এই একেটা নাম লৈ সখি পতা, দুটি পখীয়ে ( জীৱাত্মা, পৰমাত্মা ) একে জুপি শৰীৰৰূপী গছকে আকলি আছে। সেই দুটিৰে এটিয়ে তিতা-মিঠা গছৰ গুটি খাই থাকে ( কৰ্ম্মফল ভোগ কৰে ), আনটিয়ে নাখাই চাইহে থাকে—অৰ্থাৎ চাই থাকি খোৱাজনক পোহৰ দি থাকে।

পৰম সত্তাক উপলব্ধি কৰিবলৈ ভোগায়তন শৰীৰ এটি লগা হয়। এজোপা গছক দুটি পখীয়ে আশ্ৰয় কৰি থকাৰদৰে এটি নৰতনুক আশ্ৰয় কৰিছে জীৱাত্মা আৰু পৰমাত্মা বিৰাজ কৰে স্ব স্ব মহিমাৰে। ভক্তৰ দৃষ্টিত নৰতনুৰ প্ৰয়োজন হ'ল হস্তপদাদি বিভিন্ন ইন্দ্ৰিয়ৰ শ্ৰৱণাদি আৰাধনাৰে অগ্ৰসৰ হৈ সত্য আৰু তপস্যাৰে পৰমাত্মাক হৃদয়তে উপাসনা কৰা। এই ঈশ্বৰকৰ্ম্মত নিবেদিত শৰীৰ-

টোৱো বিভাগ আছে। সেই অনুসাৰে কৰ্ম্মবিভাগো আছে—(১) অন্তঃকৰণ বা হৃদয়, (২) শ্বাস-প্ৰশ্বাসৰূপী প্ৰাণ, (৩) জ্ঞানেন্দ্ৰিয় পঞ্চক, (৪) কৰ্ম্মেন্দ্ৰিয় পঞ্চক আৰু (৫) উদৰ। মুঠতে পৰমাত্মা আৰু জীৱাত্মাৰে সৈতে ভক্তশৰীৰ সপ্তাবয়ব। এই সকলোবোৰৰ স্ব স্ব কৰ্ম্ম থাকিলেও ভক্তশৰীৰৰ সেই কৰ্ম্মৰাশি অন্ততোগত্বা ভগৱৎসেৱাত পৰ্য্যৱসিত হ'ব লাগে। ইয়াকে কোনোৱে কৰ্ম্মজা বা কৰ্ম্মময়ী ভাগৱতী ভক্তি বোলে—

সৰ্ব্বেন্দ্ৰিয়ানাং সৰ্ব্বেশে বিষ্ণৌ গতিৰনুত্তমা।
স্বাভাৱিকী ভাগৱতী কৰ্ম্মজা মুক্তিহেলিনী॥

(সাত্বততন্ত্ৰ—৪-১৪)

সৰ্ব্বেশ বিষ্ণুত সকলো ইন্দ্ৰিয়ৰ স্বাভাৱিকতে অখণ্ড গতি থকাকে কৰ্ম্মজা ভক্তি বোলে। এই ভক্তি পালে ভক্তই মুক্তিকো নালাগে বুলি ভাৱে। সাত্বততন্ত্ৰৰ চতুৰ্থ পটলৰ ২৪-৩০ শ্লোকত নিজ ইন্দ্ৰিয়যোগে কেনেকৈ ভগৱৎ সেৱা কৰি কৰ্ম্মজা ভক্তি আচৰিব লাগে তাক বিস্তাৰ কৰিছে।

বাচোচ্চাৰো হৰেৰ্ণাম্নাং কৰ্ণাভ্যাং কৰ্ম্মণাং শ্ৰুতিঃ॥
হস্তাভ্যাং ভগৱদ্দেহপ্ৰতিমাদিষু সেৱনম্।
জিহ্বয়া ভগৱদ্দত্তনৈবেদ্যগ্ৰহণং মুদা॥
নাসয়া কৃষ্ণপাদাব্দলগ্নগন্ধানুজিঘ্ৰণম্।
ভগৱদ্-গাত্ৰনিৰ্ম্মাল্যাহৰণং শিৰসা তথা॥
দৃষ্ট্বা বিষ্ণুজনাদীনামীক্ষণং সাদৰেণ চ।
মনসা ভগৱদ্ৰূপচিন্তনং শিৰসোৰসা॥
বাহুপাদাদিভিৰ্বিষ্ণোৰ্বন্দনং পৰয়া মুদা।
অৰ্থাদীনামানয়নমীশ্বৰাৰ্থেন সৰ্ব্বশঃ॥
এতৈঃ স্বসাধনৈৰ্নিত্যং ভাগৱৎপাদসেৱনম্।
আশু সম্পদ্যতে ভক্তিঃ কৃষ্ণে ভাগৱতী সতী॥

[ বাক্যেৰে হৰিনাম উচ্চাৰণ, কাণেৰে লীলাশ্ৰৱণ, হাতেৰে ভগৱদ্দেহ প্ৰতিমাদিৰ অৰ্চ্চন, জিভাৰে ভগৱন্তৰ নৈবেদ্য গ্ৰহণ, নাকেৰে কৃষ্ণপাদলগ্ন গন্ধৰ ঘ্ৰাণ, চকুৰে বিষ্ণুজন অৰ্থাৎ বিষ্ণুভক্তক সাদৰেৰে নিৰীক্ষণ, মনেৰে আৰু হৃদয়ত ভগৱন্তৰ চিন্তন, বাহু পাদাদিৰ দ্বাৰা বিষ্ণুৰ বন্দনা আৰু ঈশ্বৰ সেৱাৰ কাৰণে অৰ্থাদি সংগ্ৰহ, এইদৰে নিজ নিজ ইন্দ্ৰিয়ৰদ্বাৰা ভগৱৎপাদ সেৱা কৰিলে কৃষ্ণত সতী ভাগৱতী ভক্তি শীঘ্ৰে ওপজে। ]

ভাগৱত শাস্ত্ৰৰো ( ২য় স্কন্ধৰ ৪ৰ্থ অধ্যায়, ২০-২৫ শ্লোক ) স্কন্ধত এই কৰ্ম্মজা ভক্তিৰ স্বৰূপকে কাব্যিক প্ৰকাৰেৰে ব্যক্ত কৰিছে। সেই কেইটা শ্লোকেৰে মহাপুৰুষৰ কীৰ্ত্তনত স্থান পোৱা সহস্ৰনাম বৃত্তান্তত অলপ অগা-পিচাকৈ ৰত্নাকৰ কন্দলীয়ে শুৱলা ভাৱাৰ্থ ভাঙনি কৰিছে।

সকলো ইন্দ্ৰিয় বৃত্তিৰেই কৰ্ম্মৰদ্বাৰা ভগৱৎ সেৱা কৰিলেও ভক্তই ধাৰণাৰদ্বাৰা হৃদয়তহে সেইজনক উপাসা কৰে—'উপাসা কৰোহো হৃদয়ত' ( নামঘোষা )। কাৰণ তেওঁ সদা 'জনানাং হৃদয়ে সন্নিবিষ্ট' ( শ্বেতা ৪।১৭ )। শ্ৰীভাগৱতত ইয়াকে স্পষ্টৰূপে ব্যাখ্যা কৰি কৈছে—

কেচিৎ স্বদেহান্তৰ্হৃদয়াৱকাশে
প্ৰাদেশমাত্ৰং পুৰুষং ৱসন্তং
চতুৰ্ভুজং কঞ্জৰথাঙ্গশঙ্খ-
গদাধৰং ধাৰণয়া স্মৰন্তি।

( ভাগ ২।২।৮ )

কোনোৱে ( ভক্তই ) নিজদেহৰ মাজত হৃদয়স্থানত অৱস্থান কৰা শঙ্খ, চক্ৰ, গদা, পদ্মধাৰী এবেগেতীয়া পুৰুষজনক নিশ্চলভাৱে চিন্তা কৰে।

**উদৰৰ কথা**—উদৰ-ভৰণ কাৰ্য্যকো ভগৱৎ সেৱা বুলি ক'লে শুনোতাৰ পোন কোবতে হাঁহি উঠিবও পাৰে। ভাগৱতী ধৰ্ম্মত মহাপুৰুষসকলে এই জীৱনক অথিৰ, অবিৰ, অসাৰ বুলি মাজে মাজে বৰ্ণায় সঁচা কিন্তু মনুষ্য তনু সেন্থৰে নাপায় বুলি আৰু চিন্তামণি সদৃশ অমূল্য আৰু পৰম কামনাৰ লায়ক আৰু লাগতিয়াল বুলিয়ে বৰ্ণনা কৰিছে। ভোজন বিলাস আৰু মুখৰ সোৱাদ লোৱাৰ কাৰণে নহয়। কিন্তু অমূল্য নৰতনু ঈশ্বৰ সেৱাৰ উপযোগী আৰু সক্ষমকৈ ৰাখিবলৈ যিখিনি ক্ষুধানিবৃত্তি আৰু পুষ্টিৰ প্ৰয়োজন সেইখিনি নকৰা উচিত কথা যি নহয়েই, নকৰিলে দোষৰ ভাগী বা সেৱাচোৰহে হ'ব লাগিব। গতিকে ভগৱৎ সেৱাৰ প্ৰধান অৱলম্বন অমূল্য নৰশৰীৰ ৰক্ষাৰ কাৰণেই উদৰ-ভৰণ আৱশ্যকীয় কাৰ্য্য আৰু এই বিচাৰৰ শেহস্তত গৈ উদৰ পূৰ্ত্তিত সৰ্ব্বেশ বিষ্ণুতেই গতি ( বিষ্ণৌ গতি )।

শৰীৰৰ আত্মাই যদিও চেতা বা চেতনদাতা তথাপি শৰীৰত সি প্ৰকট হৈ থাকে প্ৰাণ বা শ্বাস-প্ৰশ্বাসৰ যহত। শ্বাস-প্ৰশ্বাসৰ প্ৰক্ৰিয়াৰেই বাহিৰৰ

শুদ্ধবায়ুৰূপ অমৃত ভিতৰলৈ গৈ শৰীৰক সঞ্জীৱিত আৰু সুস্থ কৰি থাকে[১]। ইয়াকে আয়ু বোলে। আয়ুৰ্ব্বেদ শাস্ত্ৰত কৈছে—

শৰীৰ প্ৰাণয়োৰেৱং সংযোগাদায়ুৰুচ্যতে।
কালেন তদ্বিযোগাচ্চ পঞ্চত্বং কথ্যতে বুধৈঃ॥

(শাঙ্গ´ধৰ—৫।৪৫)

শৰীৰ আৰু প্ৰাণবায়ুৰ এই সংযোগকে আয়ু বোলে। কালত এই দুয়োৰো বিয়োগ ঘটিলে পঞ্চত্ব পোৱা বুলি জনা লোকে কয়।

## সত্ৰসংস্থানো সপ্তাৱয়ব

ভৌতিক শৰীৰৰ নিচিনাকৈ সত্ৰসংস্থানো সপ্তাৱয়ব। ইয়াকে আমি সপ্তাৱয়ব সত্ৰশৰীৰ আখ্যা দিছোঁ। এইদৰে আউনীআটীকো একজন বিৰাট সত্ৰপুৰুষৰূপে অনুকল্পনা কৰিব পাৰি। সত্ৰপুৰুষৰ পৰমাত্মা মহাপ্ৰভু শ্ৰীশ্ৰীগোবিন্দ (মণিকূট), সত্ৰাধিকাৰ গৰাকী জীবাত্মা (গোসাঁইঘৰ), হৃদয় নামঘৰ, ভক্তবৈষ্ণৱসকল (ভকতহাটী) হ'ল মন সহ জ্ঞানেন্দ্ৰিয় আৰু কৰ্ম্মেন্দ্ৰিয়সমূহ। ধন-ভঁড়াল আৰু চাউল-ভঁৰাল সত্ৰৰ উদৰ, অসম-জোৰা বিৰাট শিষ্যমণ্ডলী সত্ৰপুৰুষৰ প্ৰাণবায়ু।

সপ্তাৱয়ব সত্ৰৰ কৰ্ম্মসমূহো সাতস্থানত সাতভাগে যথানিয়মে চলি থাকে। মণিকূট, নামঘৰ, গুৰুগৃহ (গোঁসাই ঘৰ), ধান আৰু চাউল নামৰ দুই ভঁৰাল, সমূহ বা ব্ৰহ্মথ্‌ল (ভকতহাটী), চহৰ (শিষ্যমণ্ডলী) এই ক্ৰমে স্বস্থানে সত্ৰজীৱন নিত্য সচেতন হৈ থাকে।

## মণিকূট, পৰমাত্মা মহাপ্ৰভু

নিত্য-পুজা—যোগীসকলে পৰমাত্মাক লাভ কৰে সহস্ৰাৰ পদ্মৰ মণি-কৰ্ণিকাত, যাক মণিকূটো বোলে। শ্ৰীশ্ৰীগোবিন্দ মহাপ্ৰভুৰেই আউনীআটী

---

১। নাভিস্থঃ প্ৰাণপৱনঃ স্পৃষ্ট্বা হৃৎকমলান্তৰম্।
কণ্ঠাৎ বহিৰ্বিনিৰ্যাতি পাতুং বিষ্ণুপদামৃতম্॥
পীত্বা চাম্বৰপীযুষং পুনৰায়াতি বেগতঃ।
প্ৰীণয়ন্ দেহমখিলং জীৱয়ন্ জঠৰানলম্॥

(আয়ুৰ্ব্বেদ-শাঙ্গ´ধৰ-সংহিতা)

[নাভিস্থ প্ৰাণবায়ু হৃদয়েদি বিষ্ণুপদামৃত (মুক্ত আকাশৰ বায়ু) পান কৰিবলৈ বাহিৰলৈ যায় আৰু আকাশৰ অমৃত পান কৰি সমস্ত দেহক প্ৰীত কৰি জঠৰানল বৰ্দ্ধিত কৰে।]

সত্ৰৰ মণিকূটত থাকি সত্ৰৰ সকলো কৰ্ম্ম নিয়ন্ত্ৰন কৰিছে। আউনীসত্ৰৰ সকলো কাম ৺গোবিন্দৰ নামত হয়। সকলো কৰ্ম্মৰ শেষ সমৰ্পণো শ্ৰীশ্ৰীগোবিন্দত। মণিকূটত মহাপ্ৰভু গোবিন্দৰ আৰু তেওঁৰ দুয়োকাষে আনো চাৰিখন মূৰ্ত্তিৰ স্নান পূজা ভোগ নিবেদন, আৰতি অৰ্চ্চন বন্দনাদিৰ কাম সদায় অনৱচ্ছিন্নে সম্পন্ন হয়। বৰদেউৰীয়ে নিজে গোবিন্দ মহাপ্ৰভুক স্নান কৰায় আৰু পূজা কৰে। বাকী কেইখন মূৰ্ত্তিৰ পূজা অৰ্চ্চনা পালি পূজাৰীয়ে কৰে। গোবিন্দ মহাপ্ৰভুৰ মূল পূজা অৰ্চ্চনা শেষ নোহোৱালৈকে মণিকূটৰ দুৱাৰ বন্ধ থাকে। পূজাৰ অন্তত দুৱাৰ মুকলি কৰাৰ লগে লগে বৰাগী নাম-কীৰ্ত্তন কৰা ভকত বৈষ্ণৱসকলৰ গোবিন্দৰ নিৰ্ম্মালি গ্ৰহণ আদি কাৰ্য্য কিছু সময়লৈ চলি থাকে। গোবিন্দৰ নিৰ্ম্মালি লৈ ভকতসকল সত্ৰাধিকাৰক পূজাঘৰত দৰ্শন কৰেগৈ। সত্ৰাধিকাৰেও বৈষ্ণৱসেৱাৰ মনোভাৱেৰে সকলোকে পূজাৰ নিৰ্ম্মাল্য প্ৰদান কৰে। এই অৱস্থাত সত্ৰত অধিষ্ঠিত বৈষ্ণৱমাত্ৰৰে সত্ৰাধিকাৰক দৰ্শন দিয়াৰ নিয়ম। এনে ব্যৱস্থাৰ অন্য এটি তাৎপৰ্য্যও আছে। সত্ৰত যে সততে বৈষ্ণৱসকল বিদ্যমান, এই অভিজ্ঞান সত্ৰাধিকাৰক দি থকা। সেই কাৰণে দিনটোলৈ বা কেবাদিনলৈ কোনোবা বৈষ্ণৱ সত্ৰৰপৰা আঁতৰি যাবলৈ হ'লে সত্ৰাধিকাৰক জ্ঞান দি যোৱাৰ নিয়ম।

শ্ৰীশ্ৰীগোবিন্দ মহাপ্ৰভু, আন কেইজন মূৰ্ত্তি আৰু সত্ৰৰ লক্ষ্মীনাৰায়ণ শালগ্ৰামৰ পূজা পাঞ্চৰাত্ৰ বিধি অনুসাৰে ব্যূহ আৰু বিভাবাদিসহ বাসুদেৱ পূজাৰ নিয়মেৰে হয়। বৈদিক আৰু পৌৰাণিক মন্ত্ৰ আৰু স্তোত্ৰবহে পূজাত প্ৰয়োগ হয়। ৺গোবিন্দৰ পূজাৰ পৃথক ধ্যান আছে। তান্ত্ৰিক ন্যাসাদিৰ বাহুল্য আউনীআটী সত্ৰৰ পূজাত নাই। মুঠ কথাত, 'প্ৰাচীন' ব্ৰাহ্মণসকলৰ মাজত চলিত পাঞ্চৰাত্ৰসম্মত নিত্যপূজাৰ আধাৰতে আউনীসত্ৰৰো নিত্যপূজা চলি আহিছে।

আজিকালি সাধাৰণতে মাহ-চাউল, কল-কুঁহিয়াৰ আদিৰ কেচা ভোগেই গোবিন্দ পূজাত নিবেদিত হয়। বিশেষ বিশেষ পৰ্ব্বত পৰমান্ন আৰু পকা-মিঠৈৰ ভোগ দিয়াৰ নিয়ম আছে। পূৰ্ব্বে সত্ৰৰ গৰু-খুটি আৰু ম'হ-খুটিৰপৰা প্ৰচুৰ দুগ্ধৰ আমদানি হোৱা কালত নিতৌ পৰমান্ন ভোগৰ ব্যৱস্থা আছিল বুলি ভকতসকলৰ মুখে শুনা যায়। আউনীআটী সত্ৰৰ নামৰ মাহ-প্ৰসাদেই হওক বা পূজাৰ নৈবেদ্যয়ে হওক তাত চাউলৰ ভাগ বেছিকৈ থাকে। চাউলৰ আধিক্য হোৱাৰ কাৰণটো ভকতসকলৰ মতে ঐতিহাসিক। পূৰ্ব্বে

শ্ৰীশ্ৰীগোপালদেৱৰ দিনত যেতিয়া সত্ৰৰ মাটি-বৃত্তি, সা-সম্পত্তি, গৰু-ম'হ একো নাছিল তেতিয়া ভক্তি-প্ৰৱণ ৰাইজে নখ জোকাৰিয়ে সত্ৰ প্ৰৱৰ্ত্তাইছিল। তেতিয়া হেনো নিজ ভাগতপোৱা মাহ-প্ৰসাদৰ চাউলকেইটাই ভকতে তুপৰীয়া আহাৰৰ কাৰণে সিজাই লৈছিল আৰু মগুমাহ কেইটিৰে আঞ্জা এখন ৰান্ধি লৈছিল। সেইকাৰণেই এজনৰ ভাতমুঠি হোৱাকৈ একোখন পাতত চাউলকেইটা সৰহকৈ দিয়াৰ নিয়ম ভক্তপ্ৰাণ গোপাল প্ৰভুৱে প্ৰৱৰ্ত্তন কৰি গৈছিল। পাছলৈ ৰাজানুগ্ৰহত ধান-চাউলৰ উভৈনদী হোৱা দিনতো প্ৰসাদত সৰহীয়াকৈ চাউল দিয়াৰ নিয়মটি থাকি গ'ল, কিন্তু বৰ্ত্তমানকালত তাৰ পৰিবৰ্ত্তন ঘটিছে।

**নৈমিত্তিক-পূজা**—৺গোবিন্দ মহাপ্ৰভুৰ নিত্য পূজাৰ উপৰিও কেইটামান পৰ্ব্বত বিশেষ পূজা হয়। জন্মাষ্টমী, তিনি বৰ একাদশীত ( শয়ন, উঠায়ন, পাৰ্শ্বপৰিবৰ্ত্তন ) আৰু নবান্নত ভোজ্যোৎসৰ্গ আৰু কাতিৰ বিহুত ভোজ্যোৎসৰ্গ কৰি দীপোৎসৰ্গ কৰেঁ। এই ভোজ্যোৎসৰ্গ সত্ৰাধিকাৰে নিজে কৰে। বহাগ বিহুৰ বিশেষ পূজাত ভোগ, পিঠা, লাৰু আদি নৈবেদ্য দিয়া হয়। নবান্নৰ অন্ন-প্ৰসাদ আৰু জন্মাষ্টমীৰ মিঠৈৰ প্ৰসাদ উল্লেখযোগ্য।

**মণিকূটীয়াসকল**—বৰদেউৰীজনেই মণিকূট-ভাগৰ মুখ্য বিষয়া। এওঁ গোবিন্দৰ পূজা কৰে। চাৰিজন পূজাৰী আৰু তিনিজন দেউৰী থাকে। পূজাৰী কিজনে গোবিন্দৰ দুয়োকাষে থকা চাৰিখন মূৰ্ত্তিৰ পূজা কৰে। এই চাৰিজনৰে এজন দুৱলীয়া পূজাৰী থাকে। এওঁ বৰদেউৰীৰ অনুপস্থিতিত গোবিন্দৰ পূজাও কৰে। তিনিজন দেউৰীয়ে চন্দন পিহা, নৈবেদ্য সজোৱা, বন্তি জ্বলোৱা আদি পূজাৰ পৰিচালনাৰ কাম কৰে। তিনিজন সহস্ৰনাম পাঠক থাকে। একোমাহ পাল কৰি বিষ্ণুসহস্ৰনাম পাঠ কৰাই এওঁলোকৰ কৰ্ম্ম।

এজন অঙ্গমলীয়া থাকে। এওঁ গোবিন্দৰ অঙ্গত পিন্ধোৱা মালা ৰচনা কৰে। এই অঙ্গমালা পূজাৰ অন্তত কেৱল সত্ৰাধিকাৰকহে দিয়া হয়। পূৰ্ব্বে ৰজাক দিয়াৰো নিয়ম আছিল। সত্ৰৰ নিত্যপ্ৰয়োজনীয় আশীৰ্ব্বদীয়া মালাৰ যোগান ধৰিবলৈ মলীয়া বৰা বুলিও সত্ৰীয়া বিষয়া এজন থাকে। পূৰ্ব্বে মলীয়া গাওঁ আছিল আৰু এই নামৰ গাওঁ এতিয়াও আছে। এই গাওঁৰ ব্ৰাহ্মণসকলে আৱশ্যকীয় দমনা-তুলসীৰ মালা সত্ৰক যোগাইছিল। এই কামৰ বাবে মলীয়া-সকলে বিনা খাজনাই বা আধা খাজনাত সত্ৰৰ মাটি খাবলৈ পাইছিল।

দুজন ঠাই মোচা ভকত থাকে। মণিকূট আৰু নামঘৰ মোচাৰ বাব এওঁলোকৰ গাত।

## সত্ৰহৃদয় নামঘৰ

নামঘৰেই সত্ৰৰ হৃদয়স্বৰূপ প্ৰধান গৃহ। নাম কীৰ্ত্তন, গায়ন-বায়ন, ওজা, ভাৱনা আদি সকলো নামৰূপ প্ৰত্যক্ষ কৃষ্ণৰ বিৰাজভূমি। চৈধ্য নিত্য-প্ৰসঙ্গ, নৈমিত্তিক তিথি উৎসৱ ভাৱনা, এই সকলোবিলাক নামঘৰতে অনুষ্ঠিত হয়। নামঘৰৰ মহত্ব আউনীআটীত সৰ্ব্বাধিক, কাৰণ নামৰ অৰ্থে সমবেত হোৱা ভক্ত বিষ্ণুৰ সজীৱ প্ৰতিমা বুলি ভাগৱত শাস্ত্ৰই বাৰে বাৰে কৈছে। সেই কাৰণে নামঘৰত নামলৈ মুৰ দোঁৱাইহে ৺গোবিন্দৰ গুৰিলৈ যোৱাৰ নিয়ম। ইয়াৰ তাৎপৰ্য্য হৈছে এয়ে যে নামত আৰু ভকতত শৰণ ল'লেহে কৃষ্ণত পৰম শৰণ লবলৈ যোগ্যতা ওপজে।

## নিত্য-চৈধ্য প্ৰসঙ্গ

পূৰ্ব্বতে আলোচনা কৰা হৈছে 'সত্ৰ' অৰ্থই হ'ল নাম-সত্ৰ। য'ত নাম-কীৰ্ত্তনৰ অবিৰাম প্ৰসঙ্গ চলি থাকে সেয়ে সত্ৰ। ই নাম যজ্ঞৰ সৰ্ব্বকলীয়া সত্ৰ' গতিকে সূৰ্য্যোদয়ৰপৰা ৰাতি প্ৰহৰ মৰালৈকে ক্ৰমগতিৰে নাম কীৰ্ত্তনৰ প্ৰসঙ্গ চলি থকাই সত্ৰৰ মূলীভূত কাম। আউনীআটী সত্ৰত চৈধ্য প্ৰসঙ্গ বোলোঁতে নামঘৰৰ কৃত্যখিনিকহে বুজায়, কিয়নো নামেই প্ৰত্যক্ষ কৃষ্ণ। নামেই সাধ্য, নামেই সাধনো। মণিকূটৰ গোবিন্দপ্ৰভুৰ স্নান, অৰ্চ্চনা, পাঠ, আৰতি, আদি এই চৈধ্য প্ৰসঙ্গৰ ভিতৰত লেখ লোৱা নহয়। সিও এক স্বকীয়া মহত্বপূৰ্ণ পৰ্ব্ব।

যদ্যপি চৈধ্য প্ৰসঙ্গ বোলা হয় আৰু পূৰ্ব্বে লেখত ঠিক চৈধ্যই আছিল, পাছত শ্ৰীশ্ৰীহৰিদেৱ গোসাঁইৰ দিনত বৰাগী নাম বোলা এটা নতুন প্ৰসঙ্গ, প্ৰভাতী প্ৰসঙ্গ, পাছতীয়া পাল নামকে লৈ প্ৰসঙ্গৰ সংখ্যা প্ৰকৃততে ষোল হ'লগৈ। তাতে যদি বৰ্ত্তমান সত্ৰত প্ৰচলিত শিশু বৈষ্ণৱসকলে কৰা সান্ধ্য সংকীৰ্ত্তনকো ধৰা হয় তেনেহলে ১৭ প্ৰসঙ্গ হয়গৈ। তলত প্ৰসঙ্গসমূহৰ প্ৰতি প্ৰতি লেখা দিয়া গ'ল।

**প্ৰভাতী**—এই প্ৰসঙ্গ ব্ৰাহ্মমুহূৰ্ত্তৰ অলপ আগৰপৰা লোৱা হয়। এই প্ৰসঙ্গত প্ৰভাতকালত যশোদাই কৃষ্ণক জগোৱা আৰু গৰু চাবিবলৈ পঠোৱা গীত-পদ গোৱা হয়। এই প্ৰসঙ্গ চৈধ্য প্ৰসঙ্গতকৈ অতিৰিক্ত।

সত্ৰৰ যি চৈধ্য প্ৰসঙ্গৰ উল্লেখ কৰা হৈছে সি চাৰিভাগে ভাগ হৈ চৈধ্য

প্ৰসঙ্গ হৈছে। সেই চাৰিভাগ হ'ল—বৰাগী নাম, বৰনাম, বিয়লীনাম, গধূলিৰ নাম। প্ৰথম বৰাগী-নাম—তাৰ ভিতৰতে বুঢ়া নামো থাকে।

১। **বৰাগী-নাম**—এই নামত জাগৰণ, বৃন্দাবনযাত্ৰা আৰু বৃন্দাবন-লীলাৰ বৰ্ণনা থাকে। এই নামৰ অন্তত এটি কীৰ্ত্তন দিয়ে। এই বৰাগী-নামত হাত চাপৰি বা তাল নবজায়। কীৰ্ত্তনত হাত চাপৰি বজায়। জন্মাষ্টমী, একাদশী, সংক্ৰান্তি আৰু ওপৰ সত্ৰাধিকাৰসকলৰ তিথিত ছুটি কীৰ্ত্তন দিয়ে। এই কীৰ্ত্তন শ্ৰীশঙ্কৰদেৱে ৰচা কীৰ্ত্তনৰপৰা বা নিজ সত্ৰৰ সত্ৰাধিকাৰসকলৰ ৰচিত কীৰ্ত্তন দিয়ে। তাৰ পাছত—

২। **বুঢ়া নাম**—এই নাম গম্ভীৰ আৰু সমাহিত চিত্তে গোৱা হয়। ইয়াৰ লগতো তাল বা চাপৰি বজোৱা নহয়। এই নাম সামৰাৰ লগে লগে বৰাগী-নাম সামৰা হ'ল। ইয়াত ছুটি প্ৰসঙ্গ থাকে। ইয়াৰ পাছত—

৩। **বৰ-নাম**—এই নামক মধ্যাহ্ন প্ৰসঙ্গও বুলিব পাৰি। এই প্ৰসঙ্গত চাৰিটি প্ৰসঙ্গ সোমাই থাকে। এই বৰ-নামত চাৰিটি ঘোষা বৰ তালেৰে গাই হাত চাপৰিও বজায়। শেষৰ ঘোষাকে বৰ ঘোষা বোলে। এইটি ঘোষা ধৰাৰ পৰা শেষলৈকে প্ৰায় আধাঘণ্টা চলে। জন্মাষ্টমী তিথি, বৰ-একাদশী আৰু ওপৰ দেউসকলৰ তিথিত এটি ঘোষা বেছিকৈ গায়। ইয়াক বঢ়া ঘোষা বোলে। বৰ ঘোষা বা বুঢ়া ঘোষা ধৰাৰ লগে লগে সত্ৰাধিকাৰ মহাপ্ৰভু সেৱা কৰিবলৈ আহে। সত্ৰাধিকাৰ যাওঁতে নামঘৰত সোমাই নামলৈ সেৱা জনাই মণিকূটত পশেগৈ আৰু মহাপ্ৰভুক দণ্ডৱতে সেৱা কৰে। সেই সময়ত মণিকূটত আনৰ প্ৰবেশ নিষেধ আৰু দুৱাৰ অলপ সময়লৈ বন্ধ থাকে। মণিকূটৰপৰা বাহিৰ হৈ প্ৰদক্ষিণক্ৰমে পশ্চিমলৈ গৈ তাৰপৰা পূবলৈ সমূহ বৈষ্ণৱক প্ৰণাম জনাই নামঘৰৰ নিজ আসনত বহে। বৰ-নামৰ অন্তত ওপৰ দেউসকলক, সত্ৰাধিকাৰক, ডেকাজনাক, বৈষ্ণৱ আৰু ৰাইজক আশীৰ্ব্বাদ দিয়া হয়। ইয়াৰ পাছত—

৪। **ভাগৱত-পাঠ**—বাগীশে মূল ভাগৱত পাঠ আৰু ব্যাখ্যা কৰে।

৫। **পদ-পাঠ**—পদ ভাগৱত আৰু কেতিয়াবা পুৰাণ আৰু চৰিত পুথিৰ পদো গোৱা হয়। সত্ৰৰ বৰপাঠকে পুৱাৰ পাঠ পঢ়ে আৰু বাকী ৫ জন পাঠকে বিয়লিৰ পাঠ পঢ়ে। বিশেষভাৱে নিযুক্ত চৌবিছ শ্ৰৱণিয়ে যিপদ ভাগৱত শুনিব লাগেই, আন ভকতেও বা যাৰ ইচ্ছা সকলোৱেই মূল-ভাগৱত বা পদ-ভাগৱত শুনে।

৬। **গায়ন-বায়ন**—সত্ৰত ৭ যোৰা গায়ন-বায়নৰ প্ৰতিদিনে এযোৰাই

গায়ন-বায়ন প্ৰসঙ্গ কৰে। প্ৰতিজন মুখ্য গায়ন আৰু বায়নৰ লগত দোহৰীয়া আৰু শিকাৰু গায়ন-বায়নো থাকে। এইখিনিতে বৰ-নাম সমাপ্ত।

**পাল-নাম**—এই প্ৰসঙ্গ দুপৰ বেলাৰ প্ৰসঙ্গৰ অন্তত গায় কাৰণে পাছতীয়া নাম বোলে। এই নামক সত্ৰৰ মুখ্য উৎসৱ চাৰিও হাটীয়ে গোৱা পাল-নামৰ ক্ষুদ্ৰ সংস্কৰণ বুলিব পাৰি। ইয়াতে আগবেলাৰ প্ৰসঙ্গ বিৰতি হয়। এই প্ৰসঙ্গ চৈধ্য প্ৰসঙ্গতকৈ অতিৰিক্ত।

আবেলি ৩ বজাৰপৰা ৬ বজালৈ বিয়লি প্ৰসঙ্গ :

৭। নাম প্ৰসঙ্গ—এই নাম তালেৰে গোৱা হয়।

৮। পদ পাঠ।

৯। মূল ভাগৱত পাঠ আৰু ব্যাখ্যা।

১০। বৰাগী নাম ( বৃন্দাবনৰ লীলাৰ নামত চাপৰি নবজায় )।

১১। বুঢ়া-নাম।

১২। পুনঃ বৰ নাম—তালেৰে।

১৩। পদ-পাঠ।

১৪। **ওজা-গোৱা**—ইয়াকে বিয়াহৰ ওজাও বোলে। ওজাই গোৱা এই গীতত ভাগৱত পুৰাণাদিৰ পদ অৱলম্বন কৰি পালি সহ অন্ততঃ তিনিজনে খুতি তাল লৈ গীত গায়।

গধূলি মহাপ্ৰভুৰ আৰতিৰ ডবা শঙ্খৰ সমৰোলৰ পাছতে শিশু বৈষ্ণৱ-সকলে সংকীৰ্ত্তন কৰে। পাছে এইটো প্ৰসঙ্গকো লেখৰ ভিতৰত ধৰা নহয়।

## নৈমিত্তিক পৰ্ব্ব

পূৰ্ব্বৰ অধিকাৰসকলৰ তিথি মহোৎসৱৰ উপৰিও ধৰ্ম্ম-প্ৰৱৰ্ত্তক মহাপুৰুষ-সকলৰ তিথিও আউনীআটী সত্ৰত পালন কৰা হয়। মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ তিথিও এই সত্ৰত পালন কৰে। সত্ৰত বহাগ বিহু তিনিদিনীয়াকৈ, কাতি বিহু, মাঘ বিহু, জন্মাষ্টমী আৰু কাতিৰ বিহুত ২১ যোৰ আকাশ বন্তি জ্বলোৱা হয়। প্ৰদোষৰ তিনি দণ্ডমান আগৰপৰা সত্ৰাধিকাৰকে আদি কৰি সকলোৱে নাম-সমদলেৰে আকাশ-বন্তি প্ৰদক্ষিণ কৰি উৎসৱ পালন কৰে। সত্ৰত পালনাম আৰু ৰাসোৎসৱ যথোচিত সমাৰোহেৰে পালন কৰা হয়। শয়ন, পাৰ্শ্বপৰিবৰ্ত্তন আৰু উত্থান একাদশীত অতিৰিক্ত কাৰ্য্যসূচীৰে নাম-কীৰ্ত্তন হয়। নবান্ন আৰু শিৱচতুৰ্দ্দশীও এই সত্ৰত পালন কৰে। আউনীআটীত ফল্গুৎসৱ পালন কৰা

নহয়। পূৰ্ব্বে মিশ্ৰদেৱৰ দিনত আড়ম্বৰেৰে ফল্গুৎসৱ পালন কৰাৰ কাৰণেই সত্ৰত ৰাজ-নিৰ্য্যাতন হৈছিল। তাৰপৰা ৰাজভয়তে ফল্গুৎসৱ এৰা পৰিল। কোনোৱে কয় গোবিন্দ মহাপ্ৰভু জগন্নাথত থাকোঁতেই দৌলত যাবলৈ অমান্তি হৈছিল। সেই সময়ত মূৰ্ত্তিখন ইমান গধূৰ হৈ পৰিছিল যে পাণ্ডাসকলে বোলে বহু যত্ন কৰিও দাঙিব নোৱাৰিছিল। গোবিন্দঠাকুৰৰ এনে অসম্মতিৰ কাৰণে দৌলৰ অৰ্থে জগন্নাথত হেনো আন মূৰ্ত্তি স্থাপন কৰিব-লগীয়া হৈছিল। কুৰুৱাবাহীলৈ অহাৰ পাছত মিশ্ৰদেৱে আকৌ মহাপ্ৰভু গোবিন্দক দৌলত উঠাই ফল্গুৎসৱ পালন কৰিছিল। সতাই নামৰ এক সূচকীয়ে ৰজাক গোচৰ দি কি অঘটন ঘটালে সেই কথা আগতে কৈ অহা হৈছে। এবাৰ দৌলত থুঠো বোলা গোবিন্দ মহাপ্ৰভুক কুৰুৱাবাহীলৈ আনি আকৌ দৌলত উঠোৱাৰ বাবে গোবিন্দ মহাপ্ৰভুৰ কিবা পাক লাগিল বুলি ভকত-বৈষ্ণৱসকলে বিশ্বাস কৰিছিল। সেইকাৰণেই তাৰ পাছৰপৰা গোবিন্দঠাকুৰক দৌলত উঠোৱা নহল, আৰু সেইদেখি আউনীআটী সত্ৰতো ফল্গুৎসৱ পালন কৰা নহয়। ওপৰত কোৱা আটাইবিলাক উৎসৱ সত্ৰই যথাৰীতি পালন কৰে কিন্তু তাৰ ভিতৰত জন্মাষ্টমী, ৰাসোৎসৱ আৰু পাল-নাম সবাতোকৈ প্ৰধান।

জন্মাষ্টমীত দিনত সকলো ভকত বৈষ্ণৱ ব্ৰতে লঘোনে থাকে। আগ-বেলাৰ নিত্যপ্ৰসঙ্গৰ কামখিনি হৈ যোৱাৰ পাছত হিৰানাম, ওজা আদিৰে দিনৰ কাম সমাধা হৈ যোৱাৰ পাছত সন্ধ্যা মণিকূটত জন্মাষ্টমীৰ পূজা হয় আৰু নাম-ঘৰত হিৰানামৰ অন্তত কৃষ্ণজন্ম খণ্ডৰ ভাগৱতৰ পদ পাঠ কৰা হয়। দুপৰীয়া নামকীৰ্ত্তনত প্ৰসাদ নাথাকে; তুলসী চন্দনহে দিয়ে। ৰাতি পূজাৰ অন্তত বুট, মগু, নাৰিকল মিশ্ৰিত প্ৰসাদ আৰু মিঠৈ প্ৰসাদ বিতৰণ কৰে।

ৰাসোৎসৱৰ পূজা নাম-ঘৰত বিশেষভাৱে সজোৱা মণ্ডপত হয়, মণিকূটত নহয়। এই মণ্ডপত ৰাসৰ যুগল মূৰ্ত্তি স্থাপন কৰি পূজা কৰে। এই মূৰ্ত্তিও মণিকূটত সদাপূজিত মূৰ্ত্তিৰে এখন। নামঘৰৰ বিশেষ মণ্ডপত যিখন সিংহাসনত এই যুগল মূৰ্ত্তি সেইদিনা স্থাপন কৰা হয় সেইখন কাঠৰ আছিল। এনে প্ৰকাশ্য স্থানত স্থাপিত হোৱা আসনখনি শোভন আৰু মানী হোৱা উচিত বুলি ভাবি বৰ্ত্তমানজনা প্ৰভু ঈশ্বৰে এখন ৰূপৰ আসন কৰাই দিয়ে। আসনখনিৰ ভৰ এমোনৰো বেছি হ'ব। এই উৎসৱত দিনত নামকীৰ্ত্তন, বায়ন, নটুৱা আৰু ওজাৰে আৰু ৰাতি বৈদিক বিধি অনুসাৰে পূজা আৰু ভাওনাৰে পালন কৰা

হয়। পূৰ্ব্বে কেৱল মহাৰাস খণ্ডৰহে অভিনয় হৈছিল। আজিকালি অলপ বাহুল্য সংযোজনাও সোমাইছে।

## পাল-নাম

আউনীআটীৰ পাল-নাম, দক্ষিণপাটৰ ৰাস। এই দুটা উৎসৱৰ কথা অসমত সৰু ল'ৰা এটিয়েও জানে। পাল-নাম আউনীআটীৰ বছেৰেকীয়া উৎসৱ। কাতিৰ ২৫ তাৰিখৰপৰা ২৯ তাৰিখলৈকে পাঁচদিন ধৰি এই উৎসৱ চলে। উৎসৱৰ কেইদিন হেজাৰে হেজাৰে লোক সমাগম হয়। বাহিৰ কৰাপাটৰপৰা ভিতৰ কৰাপাটলৈকে এইখিনি ঠাইত সেই কেইদিন এখন মেলা বহে। মেলাত সকলো লাগতিয়াল বস্তুৰে পোহাৰ থাকে কিন্তু তাৰ ভিতৰত আধা কেজি এক কেজিকৈ ভাগ কৰি থোৱা লোণৰ দোনাবোৰে পাল-নাম দৰ্শকৰ পোণ প্ৰথম দৃষ্টি আকৰ্ষণ কৰে। লোণদানে সোণদানে সমান এই যুক্তিতে সকলোৱে লোণ আৰু শক্তি অনুসাৰে পইচা দি এই কেইদিন নামৰ সেৱা কৰে। কোনোৱে চাৰিও হাটীৰ সুকীয়া পালত চাৰিবাৰ লোণ দি সেৱা কৰে। এই নিয়মৰ কাৰণেই মেলাত শাৰী শাৰী লোণৰ পোহাৰ হয়।

পাল-নামৰ অৰ্থ হ'ল পালে পালে গোৱা নাম। আউনীআটীত চাৰিও হাটীয়ে পালমতে পৃথকে পৃথকে এই কেইদিন দিনৌ নাম গায়। নিত্য-প্ৰসঙ্গবিলাকৰ কোনো ব্যতিক্ৰম নঘটাকৈ দিনৰ ১০ মান বজাৰপৰা আবেলি ৫ মান বজালৈকে প্ৰত্যেক হাটিৰ ভকতে নিজৰ সময় অনুক্ৰমে নামঘৰত বহি নাম ধৰে। এক হাটীৰ শেষ হৈ গ'লে আন হাটীৰ ভকত বহেহি। এই ক্ৰমে দিনটোত চাৰিওহাটীয়ে একোবাৰকৈ গায়। এই নামত সেৱা কৰিবলৈ অহা মানুহৰ হেঁচাত কোনো কোনো বছৰ বিৰ দি সন্ধি পাবলৈ নোহোৱা হয়।

২৫ কাতিৰ দিনা নিত্য বৰ-নামৰ অন্তত পাল-নামত বিশেষ অংশ গ্ৰহণ কৰা পাঁচজন বৈষ্ণৱে সত্ৰাধিকাৰৰপৰা পাল-নাম গাবৰ কাৰণে বৰণ লব লাগে। সেই বৰণ লৈ আহি মণিকূটক বৈকুণ্ঠ কল্পনা কৰি বৈকুণ্ঠৰপৰা নাম নমাই আনে। নামঘৰৰ মাজ মানতে এখন ধুনীয়া সৰু নাও পূবা-পশ্চিমাকৈ স্থাপন কৰা হয়। ই এটা প্ৰতীক। নৌকাখন হৰিনামৰ নৌকা আৰু হৰিনামৰ কাণ্ডাৰী বা গুৰি হ'ল ভাগৱত শাস্ত্ৰ প্ৰত্যক্ষ কৃষ্ণ—"অয়ং ভাগৱতো গ্ৰন্থঃ প্ৰত্যক্ষ কৃষ্ণ এৱ চ।" এই প্ৰতীকটোৱে যেন কাত্তৰ কৰিছে 'পাৰ কৰা ৰঘুনাথ সংসাৰ

সাগৰে'। এই থাপনাৰ স্থাপন কাম শেষ হৈ গ'লে তাৰ পাছৰপৰাই থাপিত নৌকাখনৰ দুয়োফালে দুশাৰীকৈ বৈষ্ণৱ বহি পালে পালে নাম ধৰে। এই নামত তাল বা চাপৰি নবজায়, নামহে ঘোষে। বহুত দূৰৰপৰা নামৰ ধ্বনিৰ স্নিগ্ধ গম্ভীৰ ৰিণনি শুনা যায়।

এইদৰে চাৰিদিন নাম চলাৰ পাছত পঞ্চমদিনা ২৯ কাতিত দিনে-ৰাতিয়ে অবিচ্ছেদে পালে পালে নাম চলি থাকে। সেইদিনাই শেষ ৰাতি তিনিমান বজাতে অধিকাৰ, ডেকা অধিকাৰ, গোবিন্দপুৰীয়া আৰু সাত মানভগীয়াসকল স্নান কৰি আহি সদলে মণিকূটত প্ৰবেশ কৰে আৰু মহাপ্ৰভুক সেৱা কৰে। তাৰপৰা ওলাই আহোঁতে অধিকাৰ প্ৰভুৱে কৰণিয়ে সৈতে লক্ষ্মীনাৰায়ণ শালগ্ৰাম আৰু শ্ৰীমদ্ভাগৱত মূৰত লৈ ওলাই আহে, পিছে পিছে ডেকা অধিকাৰ আৰু গোবিন্দপুৰীয়াজনে অনুসৰণ কৰে। তাৰ পিছত সকলোৱে আগত বাগীশ বৰদেউৰী, তাৰো আঁগত তাল-ঘণ্টা বজোৱা মণিকূটীয়াসকল আৰু দুনৰী ধৰা এইসকল। পাছত আন মানভগীয়াসকলে খোজ লয়। সবশেহত আনো ভকত-সকলে পিছ লয়। এইদৰে সদলবলে মহাসমাৰোহেৰে অধিকাৰ প্ৰভুৱে শালগ্ৰাম ভাগৱত শিৰত লৈ নামঘৰৰ ভিতৰত চৌহদে চাৰিবাৰ নাম প্ৰদক্ষিণ কৰে। শেষৰ বাৰত নামঘৰৰ টুপ পালে ( পশ্চিম মূৰ ) অধিকাৰ প্ৰভু, ডেকাঅধিকাৰ আৰু বাকীসকল নিজ নিজ ঠাইত বহে। অধিকাৰ আৰু ডেকাঅধিকাৰে সাষ্টাঙ্গে দণ্ডৱতে পৰি নামলৈ সেৱা কৰে। এই সময়তে আশীৰ্ব্বদীয়াই সুদীৰ্ঘ আশীৰ্ব্বাদ বৰ্ষণ কৰে। আশীৰ্ব্বাদৰ এক এক খণ্ডৰ শেহত ডবা-শঙ্খৰ ৰোল উঠে আৰু অধিকাৰ প্ৰভুৱে সেৱা জনায়। এই আশীৰ্ব্বাদ আউনীআটী সত্ৰৰ এটা বিশেষ সম্পত্তি বুলি কব পাৰি। ইয়াত গোটেই ভাৰতৰ বৈষ্ণৱ সম্প্ৰদায়বিলাকৰ সন্তশিৰোমণিসকলৰো নাম লোৱা হয়; সেইসকলৰ আশীৰ্ব্বাদ প্ৰাৰ্থনা কৰা হয়। আশীৰ্ব্বাদৰ ভিতৰত নদী, পৰ্ব্বত, সমুদ্ৰ, বৃক্ষ, পশু, পক্ষী, যক্ষ, ৰক্ষ, কিন্নৰ, ঋষি, মুনি, জল, স্থল, আকাশনিবাসী সকলোৰে সন্তুষ্টিৰ অৰ্থে একোবাৰকৈ কোৱা হয়। এইদৰেই আশীৰ্ব্বাদৰ ছলেৰে ভক্তসকলৰ চৰম প্ৰাপ্য 'সবাতে বিষ্ণুবুদ্ধি'ৰ উপদেশ দিয়া হয়।

## নামঘৰৰ মুখ্য ববীয়াসকল

**বাগীশ:** এওঁ মূল সংস্কৃত ভাগৱত পঢ়ে আৰু ব্যাখ্যা কৰে। আন সত্ৰত ভাগৱত ব্যাখ্যাতাজনক বৰ ভাগবতী বা ভাগৱতী বোলে। আউনীআটীৰহে

বাগীশ বোলা হয়। আউনীআটীতো আগতে ভাগৱতী নামটোৱেই চলিছিল; প্ৰাণহৰিদেৱৰ দিনৰপৰাহে ভাগৱতীজনে বাগীশ নাম পালে। আগতে সত্ৰাধিকাৰেই ভাগৱত ব্যাখ্যা কৰিছিল। প্ৰাণহৰিদেৱৰ দিনত প্ৰভুৱে নিজে ভাগৱত পাঠ কৰিবলৈ অসমৰ্থ হোৱাত ভাগৱতীকে এই ভাৰ দিলে। তেতিয়াৰ ভাগৱতীজনাৰ উপাধি বিদ্যাবাগীশ আছিল। সেই বাবে তেওঁক সকলোৱে বাগীশ বুলিছিল। তাৰপৰাই সত্ৰৰ ভাগৱতীজনাক বাগীশ বোলাৰ নিয়ম প্ৰৱৰ্ত্তি গ'ল। তেতিয়াৰপৰাই বাগীশজনাৰো মান মৰ্য্যাদা বাঢ়ি গ'ল। হাটীৰ নিজ বহাত পূজা কৰিবলৈ বাগীশে মূৰ্ত্তি এখনো পালে। আৰু তাৰ লগে লগে সত্ৰৰপৰা পাবলগীয়া ধানৰ পৰিমাণো আগতকৈ বাঢ়িল। বাগীশৰ ক্ষমতাও অন্যতকৈ বেছি। সামাজিক আৰু শাস্ত্ৰীয় বিধিৰ ব্যৱস্থাপত্ৰও এই বাগীশেই দিয়ে। এওঁক সহায়তা কৰিবলৈ বা এওঁৰ অনুপস্থিতিত ভাগৱত পাঠ কৰিবলৈ এজন তুৱলীয়া ভাগৱতী থাকে।

নামঘৰৰ অন্য মুখ্যববীয়া ৬জন পাঠক আছে, তাৰে এজন বৰপাঠক, এজন তুৱলীয়া পাঠক বুলি থাকে। এওঁলোকে পদ ভাগৱত আৰু কেতিয়াবা পুৰাণ ভাৰত আদিও পাঠ কৰে।

ভাগৱত শুনিবৰ কাৰণে ২৪ জন নিৰ্দ্দিষ্ট লোক আছে। এওঁলোকক শ্ৰৱণি বোলে। এওঁলোকে প্ৰতিদিনে ভাগৱত শুনিব লাগে। আন ভকতসকলেও শুনে।

৬ জন বৰ-নামলগোৱা আছে, এওঁলোকে পাল অনুসাৰে নাম লগায়; এওঁলোকৰো এজন বৰনাম লগোৱা থাকে। ১জন বৰাগী-নাম লগোৱা আছে, তেওঁৰ লগৰীয়া এজন বুঢ়া-নাম লগোৱা থাকে।

৭ যোৰা ওজা কীৰ্ত্তনীয়া—প্ৰতিজন ওজাৰ লগত পালি আৰু দোহৰীয়া থাকে। শিকাৰু সহিতে ২৫।৩০ জন এই দলত থাকে।

৭ জন গায়ন আৰু ৭ জন বায়ন। সাতোটা বাৰৰ প্ৰতিদিনে এযোৰাই নামঘৰত গীত-বাদ্য কৰে। এওঁলোকৰ লগত দোহৰীয়া বায়ন আৰু শিকাৰু বায়ন থাকে। প্ৰতি যোৰাতে ৬।৭ জনকৈ গীত-বাদ্যনিপুণ বৈষ্ণৱ থাকে।

দুজন আশীৰ্ব্বাদীয়া আছে। এজন বৰ আশীৰ্ব্বাদীয়া আৰু আনজন বৰাগী-নামৰ আশীৰ্ব্বাদীয়া। এওঁলোকে নামৰ ভাগৱতৰ আৰু বৰাগী-নামৰ অন্তত আশীৰ্ব্বচন বোলে।

## গোসাঁইঘৰ বা ভিতৰ

গোসাঁইঘৰ বুলিলে সত্ৰত অধিকাৰ থকা বহাক বুজায়। সত্ৰৰ ভালেখিনি দৈনিক কাৰ্য্যক্ৰম এই গোসাঁইঘৰতে হয়। সেইদেখি ইয়াৰ গুৰুত্বও মণিকূট আৰু নামঘৰৰ পাছতে। গৰাকীয়ে পুৰা ভাগত গোসাঁইঘৰৰ নিজৰ স্বকীয়া পূজাঘৰত শৰণ আৰু মালা-মন্ত্ৰ যাক যেনেকৈ দিব লাগে দিয়ে। কেতিয়াবাহে কাৰ্য্যগতিকে চ'ৰাতো শৰণ দিয়ে। চ'ৰাতে দূৰণিৰপৰা অহা শিষ্যসকলক প্ৰভুৱে নিতৌ দৰ্শন দিয়ে। সত্ৰৰ ভকত-বৈষ্ণৱসকলৰ লগত যাৱতীয় কামৰ আলোচনা কৰে আৰু তাৰ দিহা দিয়ে এই চ'ৰাতে। মেল আৰু সোধবোৰো এই চ'ৰাতেই হয়। গৰাকীৰ দিনচৰ্য্যা আৰু কাৰ্য্যাবলীও নিসন্ধি। পুৰাৰপৰা শোৰালৈকে সকলো কাম ৰাইজৰ সুবিধাৰ নিমিত্তে ঘড়ী-ঘণ্টা অনুসৰি কৰিব-লগীয়া হয়। চহৰবাস কালতো দিনচৰ্য্যাৰ ব্যতিক্ৰম নঘটে। এই গ্ৰন্থত কেশৱদেৱ প্ৰভুৰ দিনচৰ্য্যাৰ যি তালিকা দিয়া হৈছে সেই অনুক্ৰমেই আউনী-আটীয় গুৰুসকলে আজিকালিও দিনচৰ্য্যা পালন কৰে। তাৰ নিচেই অলপহে লৰচৰ হৈছে।

অধিকাৰৰ স্নান, ভোজন, পূজা-আহ্নিক, শৰণ দান আৰু চ'ৰাত বহাৰ সকলোপ্ৰকাৰ যা-যোগাৰ কৰি দিবলৈ আৰু অন্যান্য পৰিচৰ্য্যাৰ নিমিত্তেও বিশেষ বিশেষ বৰীয়া আছে। সেই সকল হ'ল—

**বৰ আলধৰা ঃ** এওঁ গোসাঁইঘৰীয়া বৰীয়াৰ ভিতৰত সৰ্ব্বপ্ৰধান ; সাত-মানভগীয়াৰো এজন। অধিকাৰৰ ভোজনৰ সকলো যোগাৰ-যন্ত্ৰ এওঁৰেই কৰি দিয়ে। অন্নপাক অধিকাৰে নিজে কৰে।

**বৰ গুৱাকটা ঃ** এওঁ গৰাকী আৰু বৈষ্ণৱসকলৰ প্ৰসঙ্গীয়া গুৱা কাটিব লাগে। বৰ আলধৰা নাথাকিলে বৰ গুৱাকটায়ে তেওঁৰ কাম কৰে।

ইয়াৰ বাহিৰেও কমণ্ডলুধোৱা, বাচনধোৱা, পানীতোলা, খুটিকটীয়া (বন্ধনৰ খুটি) ৪ জন নিশা ফুৰা (পহৰা দিয়া লোক ; এওঁলোকে খৰিও কাটে), চ'ৰাচোৱা (চ'ৰাত বহা আসন পাৰি দিয়ে, গৰাকীৰ শয্যাও পৰিপাটীকৈ দিয়ে) আৰু আয়-ব্যয়ৰ হিচাব ৰখা এজন মজিন্দাৰ থাকে। এইজন মজিন্দাৰৰ কাম বেছি দায়িত্বপূৰ্ণ। ক্ৰমাত কাম বেছি হোৱাত বৰ্ত্তমান এজনৰ ঠাইত তিনিজন হৈছে। সত্ৰৰ চাউল-ভঁৰাল আৰু ধন-ভঁৰালৰ মজিন্দাৰ দুজনৰ কামো এই গোসাঁইঘৰীয়া মজিন্দাৰজনেই চাব লাগে।

আন কথাত তেওঁক মজিন্দাৰমুখ্যও ( Chief Accountant ) বুলিব পাৰি।

পূৰ্ব্বে ৰজাঘৰীয়া কথাবতৰা হবলৈ আৰু জা-জঞ্জাল মাৰিবলৈ একোজন মুখ্য সত্ৰীয়া বিষয়া আছিল, তেওঁক ৰ্বৰ খাটনীয়াৰ বুলিছিল। বৰ খাটনীয়াৰ সাতমানভগীয়াৰো এজন। আজিকালি সেই বাবৰ প্ৰয়োজন নথকাত খাটনীয়াৰ বাবটোও নাই।

ডেকাজনা অধিকাৰৰ বহা উত্তৰ হাটীৰ মাজভাগতে থাকে। ডেকাজনাৰো আল ধৰিবলৈ প্ৰয়োজনীয় কৰ্ম্মী কেইজনমান থাকে।

## চাউল-ভঁৰাল আৰু ধন-ভঁৰাল

**চাউল-ভঁৰালী ঃ** চাউল শব্দই ইয়াত সকলো আয়-উপাৰ্জ্জনকে বুজাইছে। এওঁ সত্ৰৰ মুখ্য কৰ্ম্মচাৰীৰূপেই পৰিগণিত হয়। এওঁৰ কাম বহুত দায়িত্বপূৰ্ণ। গোবিন্দসেৰাৰ আৰু নামঘৰৰ সকলো প্ৰয়োজনীয় বস্তুৰ যোগান এওঁৰেই ধৰিব লাগে। সত্ৰৰ সকলো উৎপন্ন আৰু আগম এওঁৰ হাতত। মাটিৰ খাজনা, গৰু-ম'হ, হাতী আদিৰ লেখ, সকলো এওঁৰ তত্ত্বাৱধানত থাকে। আজিকালিৰ কথাত এওঁ জেনেৰেল মেনেজাৰ ( General Manager )। পূৰ্ব্বাপৰ যি নিৰিখে যাৱ যি পাবলগীয়া তাক এওঁৰেই দিয়ে। গৰাকীৰ অনুমতি মতে আন খৰচো এওঁৰ হাতেদিয়ে হয়। এওঁ পাইকবিলাকৰ কাম-কাজ পৰিদৰ্শন কৰিব লাগে, পাইকৰ নিয়োগ বা বিদায় কৰিবও পাৱে। এওঁৰ অধীনত এজন ধান-দিয়া ভঁৰালী থাকে। চাউল-ভঁৰালতকৈয়ো কামৰ তৎপৰতা এওঁ বেচি ৰাখিব লাগে। ৪ জন ভেটিধৰা, ৪ জন বৰা, ৪ জন মিঠৈবন্ধা, এজন আথৈঘৰীয়া, এজন চাউলকৰা, এজন পৰিচাৰক, ২৪ জন চমুৱা আৰু এজন মজিন্দাৰ থাকে। মজিন্দাৰজন আয়-ব্যয়ৰ গাণনিক।

**ধন-ভঁৰালী ঃ** ধন-ভঁৰালীক সত্ৰৰ কোষাগাৰিক (Treasury Officer) বুলি কব পাৰি। এওঁৰ তত্ত্বাৱধানত সত্ৰৰ অস্থাৱৰ দ্ৰব্য সম্পত্তি আৰু ভোজন সামগ্ৰী, লোণ-তেল, ঘিঁউ, চেনি ইত্যাদি থাকে। তাৰ আয়-ব্যয়ৰ হিচাবৰ দায়িত্বও তেওঁৰেই। সত্ৰৰ পুথি-পত্ৰও এওঁৰে ৰক্ষা কৰে। এওঁৰ অধীনত এজন গুৱা-ভঁৰালী আৰু এজন লোণ-ভঁৰালী থাকে। গুৱা আৰু লোণ দুটা প্ৰতিনিধিত্বমূলক শব্দহে। গুৱা-ভঁৰালীৰ যোগে সত্ৰৰ তামোল-পান কল-কুঁহিয়াৰ আদি ফল-মূল জমা আৰু খৰচ হয়। লোণ-ভঁৰালী লোণ-তেল, ঘিঁউ-

চেনি, বস্ত্ৰ, বাচন-বৰ্ত্তন, এইবিলাকৰ ৰক্ষণাবেক্ষণৰ কৰ্ত্তা। এই বস্তুবিলাক যাক যেতিয়া যি দিব লাগে পুৰণি নিয়মমতে বা গৰাকী প্ৰভুৰ নিৰ্দ্দেশমতে এওঁলোকেই দিয়ে। ধন-ভঁৰালীৰ লগত তিনিজন পুথিলেখক বা নকল কৰোঁতা থাকে। এজন ৰথীয়া আৰু কেইজনমান বাৰীচোৱাই এওঁৰ তলত নিৰ্দ্দেশানুসাৰে কাম কৰে। ধন-ভঁৰালতো এজন মজিন্দাৰ থাকে। এওঁ এইখন ভঁৰালৰ গাণনিক।

## সাত মানভগীয়া

আউনীআটীয় সত্ৰৰ ঘাই বিষয়ববীয়া বা মানখোৱা বিষয়া সৰ্ব্বোপৰি সাতজন। বয়স, অভিজ্ঞতা আৰু যোগ্যতা চাই অধিকাৰ প্ৰভুৱে এই সাতজনৰ নিযুক্তি দিয়ে আৰু খালি হোৱা পদো সেই নিয়মেৰেই পূৰণ কৰে। এওঁলোকক সাতমানভগীয়া বোলে। বাগীশ, বৰদেউৰী, চাউল-ভঁৰালী, ধন-ভঁৰালী, বৰ-আলধৰা, গুৱাকটা আৰু বৰ-খাটনিয়াৰ—এই কেইজন সাত-মানভগীয়া। নামঘৰত এওঁলোকৰ বহাৰ বিশেষ স্থান আৰু ক্ৰম আছে। চহৰলৈ যাওঁতেও বিশেষ মৰ্য্যাদা সহিত যাব পাৰে।

## সমূহ বা ব্ৰহ্মথূল

সাত-মানভগনীয়া সহিত সত্ৰৰ বৈষ্ণৱসকল একত্ৰে বহিলে সমূহ বা থূল বোলে। নাম ব্ৰহ্মস্বৰূপ, নাম লওঁতা বৈষ্ণৱসকলৰ থূলকো সেইদেখি ব্ৰহ্মথূল বুলি কোৱা হয়। সত্ৰাধিকাৰেও প্ৰতিদিনে আশীৰ্ব্বাদৰ সময়ত এই থূললৈ সেৱা জনায় আৰু বাৰ্ষিক পাল-নামৰ শেষত অন্তিম-প্ৰহৰত আশীৰ্ব্বাদৰ সময়ত সাষ্টাঙ্গে পৰি সেৱা কৰে। ব্ৰহ্মথূলৰ এই বৈষ্ণৱসকলৰ বাসাঘৰ হ'ল সত্ৰৰ চাৰিওফালে থকা ভকতহাটী।

## চাৰিহাটী

প্ৰতিদিন প্ৰায় ২৫০ জন বৈষ্ণৱে কিবা নহয় কিবা শ্ৰম কৰিহে সত্ৰবাস কৰিব লাগে। পূৰ্ব্বৰ আশ্ৰমৰ আদৰ্শ অনুসৰি শ্ৰমাধাৰত ধৰ্ম্ম-সাধনৰ ব্যৱস্থাৰ ছায়া এই সত্ৰবিলাকতো দেখা যায়। আজিকালি শিক্ষিত লোকে যে সমালোচনা কৰে যে ভকতসকলে হৰিনাম অলপ লৈ শুই বহি কাল কটায়, সেইষাৰ 'নগৈ গড়গাঁৱৰ বতৰা কোৱা' কথা। সত্ৰৰ বৈষ্ণৱসকল কেৱলীয়া হলেও নিজৰ ভৰণ-পোষণৰ চিন্তাৰপৰা সমূলি মুক্ত নহয়। যিসকলে নামধৰ্ম্মৰ

পালন-পোষণ আৰু প্ৰচাৰ কৰিব সেইসকলে নিজৰ দেহযাত্ৰাৰ সকলো দায়িত্ব পৰিহাৰ কৰি পৰোপজীৱী হোৱাটো সত্ৰপ্ৰৱৰ্ত্তক মহাপুৰুষসকলৰ কাম্য নাছিল। সেইকাৰণে কিছুমান সজ প্ৰথা আৰু নিয়ম চলাই থৈ গৈছিল। ৰাজ-অনুগ্ৰহ পোৱাৰ পাছত সেই নিয়মবোৰ কিছু শিথিল হলেও একেবাৰে লোপ পোৱা নাছিল। সত্ৰস্থ ভকতসকলে উপকৰা পৰিশ্ৰমেৰে নিজৰ প্ৰয়োজনীয় ধন-বস্তু আৰ্জ্জি লোৱাৰ সহজ আজিকোপতি চলি আহিছে। আউনীআটীত নাও সজা, বিচনি তৈয়াৰ কৰা আদি কাৰুকাৰ্য্যৰ কথা কোনে নাজানে? সত্ৰৰপৰা খাটনি বাবদ যি পায় তাৰে সম্পূৰ্ণৰূপে কুলন হোৱা সম্ভৱ নহয়। নিজ পৰিশ্ৰমেৰে শাক-পাচলি, ফল-মূল আৰ্জ্জি লয়। থকা বহাবিলাক বৈষ্ণৱসকলে নিজেই সাজি লয়। বৈষ্ণৱসকলে পূৰ্ব্বাপৰ আৰ্জা অনুসৰি চাৰিহাটীত নিজ বহা সাজি লব লাগে, নিজৰ খৰচ আৰু শ্ৰমেৰে। অতি বিশেষ স্থলতহে সত্ৰৰ ভঁৰালৰপৰা সহায়তা দান কৰা হয়। ভকতহাটীৰ একোটা বহাত ৪।৫ জনকৈ বৈষ্ণৱ বাস কৰে যদিও সত্ৰৰ কামত ২৫০ জনমান বৈষ্ণৱহে ব্যাপৃত থাকে। হাটীৰ বহাৰ সাময়িক গৰাকী বৈষ্ণৱসকলে দুই এজন শিশু বৈষ্ণৱ লগত আনি ৰাখে আৰু ভৱিষ্যতলৈ সত্ৰবাসৰ উপযোগী শিক্ষা দিয়ে। ইয়াৰে ভিতৰত কিছুমান ল'ৰাই সত্ৰৰ নিয়ম-শৃঙ্খলা ভঙ্গ নকৰাকৈ ওচৰৰ প্ৰাথমিক বা মাধ্যমিক বিদ্যালয়ত অধ্যয়নো কৰে। উপযুক্ত ল'ৰাই সত্ৰত সংস্কৃত চতুষ্পাঠীতো শাস্ত্ৰাধ্যয়ন কৰে। এই সকলোকে লৈ বৰ্ত্তমান চাৰিহাটীৰ ভকত-বৈষ্ণৱৰ সংখ্যা ৫০০ মান হব। চাৰিহাটীৰ উত্তৰহাটীৰ মাজভাগত ডেকা অধিকাৰৰ আৰু পুবহাটীৰ মাজভাগত গোবিন্দপুৰীয়াজনৰ বাসগৃহ থকাৰ নিয়ম পূৰ্ব্বৰেপৰা চলি আহিছে। সাধাৰণতে দক্ষিণহাটীত গায়ন-বায়ন দল থকাৰ নিয়ম আছিল যদিও আজিকালি সেই নিয়ম কিছু শিথিল হৈছে।

চাৰিহাটীৰ চাৰিজন বৰা থাকে। তেওঁ সকলো কাৰ্য্যলৈ বৈষ্ণৱসকলক জান দিয়ে। বৰা কিজনৰ অন্যান্য বহু কাম আছে।

## সত্ৰ-শৰীৰৰ প্ৰাণ শিষ্যমণ্ডলীৰ লগত সংযোগ

সত্ৰৰ সৰ্ব্বশেষ অথচ সূক্ষ্মদৃষ্টিত সৰ্ব্বপ্ৰধান অঙ্গ প্ৰাণবায়ুস্বৰূপ অসম-জোৰা শিষ্যমণ্ডলী। আউনীআটীৰ শিষ্য অসমৰ ক'ত ক'ত আছে বুলি সোধাতকৈ ক'ত নাই বুলি সুধিলেহে উত্তৰ দিয়া অলপ উজু হব। এই শিষ্যমণ্ডলী আছে বুলিহে সত্ৰ আছে, নহলে থাকিও নথকা। সত্ৰ আৰু

শিষ্যমণ্ডলীৰ সম্পৰ্ক পৰম্পৰাৰ্থ হলেও শিষ্যইহে সত্ৰৰ সঞ্জীৱনী শক্তিৰ সঞ্চাৰ কৰি আহিছে। সত্ৰয়ো শিষ্যমণ্ডলীৰ লগত সততে সংযোগ ৰক্ষাৰ এটা সংগঠিত দিহা কৰি থৈছে। এই দিহাৰ বলতে অসমৰ চুকে কোণে থকা নিচলা শিষ্য এজনো সত্ৰৰ লগত নিজৰ সম্বন্ধৰ প্ৰতি সজাগ থাকে, ভাগৱতী ধৰ্ম্মৰ সাৰ-মৰ্ম্ম নীতি-নিয়ম শিকাৰ সুযোগ গ্ৰহণ কৰে।

সেই দিহাবোৰৰ ভিতৰত মেধি বাব, শাখা সত্ৰ, আজ্ঞাপৰ সত্ৰ আৰু চহৰ ভ্ৰমণেই প্ৰধান। কেইখনমান গাঁৱক গোট হিচাপে ধৰি গোটেই অসমৰ আউনীআটীৰ শিচ্-গাঁওবিলাক কিছুমান সমষ্টিত বিভাজিত কৰা আছে। এনে সমষ্টি একোটাক চহৰ বোলে। এখন চহৰৰ ভাৰ থকা সত্ৰীয়া বিষয়াজন ৰাজমেধি নামেৰে জনাজাত। ৰাজমেধিজন সাধাৰণতে সত্ৰৰে এজন বিশেষববীয়া। তেওঁৰ অধীনে পাচনি থাকে; সেই পাচনিও সত্ৰৰ ভিতৰৰে। চহৰত থকা বৰমেধি, পাখিমেধি, সেৰামেধি, এই অনুক্ৰমে মান্যতা দি গৰাকীপ্ৰভুৱে নিয়োগ কৰে। তেওঁলোকে ৰাজমেধিৰ অধীনে গাঁৱত সত্ৰৰ হৈ যাবতীয় কাম কৰে। ৰাজমেধিসকলে ঠাই বুজি আৰু মানুহ চাই প্ৰভুৰ আজ্ঞা লৈ শৰণ দিয়াৰ অধিকাৰো পায়। অধিকাৰ প্ৰভু চহৰলৈ গলে ৰাজমেধিয়ে নহলে তেওঁৰ অবিহনে বা অসাক্ষাতে পাচনিয়ে শিষ্যসকলক গোসাঁই ঈশ্বৰৰ ওচৰত ভেটাই দি পৰিচয় কৰাই দিয়াৰ নিয়ম। শিষ্যসকল পোনে পোনেই অধিকাৰৰ ওচৰলৈ যোৱা নিয়ম নহয়। ভেটাই দিয়াৰ ব্যৱস্থা নহলে অসংখ্য শিষ্যই অপৰিচিত-ভাৱেই সেৱা কৰি গুচি যাব লগা হব পাৰে। চহৰৰ শিচ্-ৰাইজৰপৰা গুৰুকৰ আৰু পঁচা তোলাৰ দায়িত্ব ৰাজমেধি বা পাচনিৰ। তেওঁবিলাকে বৰমেধি, পাখিমেধি আদিৰ যোগে এই কাম পূৰ্ব্বে সহজে, বিনা আহুকালে কৰিছিল আৰু এতিয়াও যথাসম্ভৱ কৰি আছে। অধিকাৰ প্ৰভু চহৰভ্ৰমণত ওলালে ভ্ৰমণসূচীৰ আগজাননীমতে চহৰত বাহৰ সজাৰ ভাৰ ৰাজমেধি পাচনিৰ যোগে বৰমেধি পাখিমেধি এইসকলৰ ওপৰত পৰে। এওঁলোকে ৰাইজক খবৰ বাতৰি দিয়ে। ৰাইজে বাহৰ সাজি সকলো সা-সুবিধাৰ দিহা কৰে। ৰাইজে নিমন্ত্ৰণ কৰিলে গৰাকীৰ অনুমতিক্ৰমে ৰাজমেধিসকল চহৰলৈ যাব পাৰে আৰু সেই সময়ত চহৰীয়া লোকৰপৰা যৎসামান্য বৰঙণি গ্ৰহণ কৰাৰ ৰীতিও আছে। পাছে ৰাইজে নিমন্ত্ৰণ নকৰিলে বা গৰাকীৰ আদেশ নাপালে ৰাজমেধিসকলে যেতিয়াই তেতিয়াই চহৰলৈ নিজ ইচ্ছামতে গৈ শিষ্যসকলক আহুকাল নকৰে। ৰাজমেধিসকল সত্ৰৰো বিশিষ্ট কামৰ ভাগী, প্ৰতিক্ৰে সত্ৰৰ কাম এৰি তেনেকৈ

যাবও নোৱাৰে। পাচনিসকলেই কৰ পঁচা তুলিবলৈ প্ৰতিবছৰে যায়। এই ক্ৰমে চহৰৰ শিষ্যসকলৰ লগত যোগৰক্ষা সততে হৈ থাকে।

## শাখা-সত্ৰ

শাখা-সত্ৰবোৰৰ যোগেও শিষ্যসকলৰ লগত সঘনে আৰু সততে সংযোগ ৰক্ষা কৰি থকাৰ আউনীআটী সত্ৰৰ সুবিধা আছে। পূৰ্ব্বে দ্ৰুত যান-বাহনৰ অভাৱৰ দিনত সঘনে একে ঠাইলৈ যোৱাৰ সম্ভাৱনা কম থকাৰ কাৰণে প্ৰভুসকল একোঠাইত সৰহদিনীয়াকৈ আছিল। তাৰ ভিতৰতো শিষ্য-সৰহীয়া কেন্দ্ৰস্থলত দীৰ্ঘদিনীয়া বাহৰ-যাপন কৰিছিল। পাছলৈ সেই কেন্দ্ৰস্থ স্থলবোৰ নিগাজী কৰাৰ ফলতে একোখন শাখা-সত্ৰৰ উদ্ভৱ হ'ল। পোনপ্ৰথমে নিৰঞ্জনদেৱৰ দিনত শাখা-সত্ৰ বুলিবলৈ কেৱল কাড়িগাঁও ( কাণ্ডিগ্ৰাম ) সত্ৰখন আছিল ; পাছত গোবিন্দপুৰ, দেবেৰাপাৰ, আৰু গৃহী পহুমৰা এই কেইখন সত্ৰ বাঢ়িল। পহুমৰা সত্ৰ মূল আউনীআটী সত্ৰ য'তে আছিল তাৰে ওচৰতে সদায় আছিল। এইখন নিৰঞ্জনদেৱৰ বংশৰ আশ্ৰমী সত্ৰ আছিল। বংশচ্ছেদ হোৱাত আৰু পূৰ্ব্বৰ সত্ৰও খহাই নিয়াত বৰ্ত্তমান পহুমৰা সত্ৰৰ চিন নাই। গোবিন্দপুৰ সত্ৰ কেশৱদেৱ গোসাঁইৰ দিনত পতা হৈছিল ; সেইখন শাখা-সত্ৰ হিচাপে এতিয়াও আছে। দেবেৰাপাৰত আউনীআটীৰ শাখা-সত্ৰৰ চিন নাই। পূৰ্ব্বে এই এটাই কেউখন সত্ৰকে পাখি-সত্ৰ বুলিছিল। সত্ৰৰ ডেকা গোসাঁই কেইজন পহুমৰাৰপৰা আনি জ্যেষ্ঠানুক্ৰমে গোবিন্দপুৰ, দেবেৰাপাৰ আৰু কাড়িগাঁৱত সত্ৰৰক্ষাৰ ভাৰ দি প্ৰশিক্ষণৰ ব্যৱস্থা কৰিছিল। সেইকাৰণেই এই কেইখনক শাখা-সত্ৰ নুবুলি পাখি-সত্ৰ বোলা হৈছিল। বৰ্ত্তমান থকা শাখাসত্ৰ এই কেইখন—

| জিলা | স্থান বা শাখাৰ নাম | বিগ্ৰহ |
|---|---|---|
| ডিব্ৰুগড় ( শদিয়া ) | বৰাগী মঠ | নাই |
| উত্তৰ লক্ষীমপুৰ | বলিয়া গৰু সত্ৰ | নাই |
| | গোবিন্দপুৰ সত্ৰ | আছে |
| শিৱসাগৰ | ভূঞাহাট সত্ৰ | আছে |
| নগাঁও | জাগী সত্ৰ | আছে |
| | ৰহা-নগুটা সত্ৰ | আছে |
| | কুঞ্চাই খাট সত্ৰ | আছে |

| জিলা | স্থান বা শাখাৰ নাম | বিগ্ৰহ |
| --- | --- | --- |
| নগাঁও | ঢিং সত্ৰ | আছে |
| | এডলীয়া বৰ সত্ৰ | আছে |
| | বৰবাৰী সত্ৰ | আছে |
| | চামগুৰি সত্ৰ | আছে |
| কামৰূপ | উত্তৰ-গুৱাহাটী সত্ৰ | আছে |

শাখা-সত্ৰবোৰৰ খাট-পাম আছে। তাৰ উৎপন্নেৰে শাখা-সত্ৰ চলি থাকিব লাগে। সত্ৰৰ কৰ্ম্মকৰ্ত্তাসকলে সত্ৰৰ মাটি বাব বুজি বিনা খাজনাই বা আধা খাজনাই খাই থাকিবলৈ পায়। ইয়াৰ ভিতৰত উত্তৰ গুৱাহাটীৰ স্থান বৰ্ত্তমান আন শাখা-সত্ৰতকৈ কিছু বেলেগ। বৰ্ত্তমানজনা অধিকাৰ প্ৰভুৱে সত্ৰসংস্কাৰৰ আঁচনিৰ অন্তৰ্ভুক্ত কৰি এই সত্ৰ পুনৰ্নিৰ্ম্মাণ কৰিছে। এই শাখাক এখন স্বতন্ত্ৰ পৰ্য্যায়ৰ সত্ৰস্বৰূপে লেখ দিব পাৰি।

## আজ্ঞাপৰ সত্ৰ

ভাগৱতী ধৰ্ম্ম প্ৰৱৰ্ত্তাই সত্ৰ পালি থাকিবলৈ নিজৰ ভাগৰে চহৰ বা শিষ্য দি আউনীআটীৰ অধিকাৰে দুই চাৰিজন যোগ্যলোকক কাচিৎ কদাচিৎ থাপিছিল। সেইসকলৰ দুই এজনৰ বংশধৰসকলে স্বয়ঙে প্ৰৱৰ্ত্তি থাকিলেও আউনীআটীৰ লগত আধ্যাত্মিক সূত্ৰ অবিচ্ছিন্ন ৰাখি পূৰ্ব্বাপৰ চলি আহিছে। সেই সম্বন্ধ অক্ষুণ্ণভাৱে ৰক্ষা কৰা নাই এনে সত্ৰও নোহোৱা নহয়। এনে আজ্ঞাপৰ সত্ৰৰ ভিতৰত কলিয়াবৰৰ শ্ৰৱণি ( সত্ৰৰ মূল পুৰুষ সম্ভৱতঃ আউনী-আটী সত্ৰৰ শ্ৰৱণি আছিল )। ঢেকিয়ালৰ গৌৰাং, গোলাঘাটৰ মধুমিশ্ৰ, বিহগুৰি নগাঁও আদিত থকা মুৰাৰি সত্ৰ, কলাবাৰীৰ কামদিয়াল সত্ৰৰ নামকে ঘাইকৈ উল্লেখ কৰিব পাৰি। এই সত্ৰবোৰ কেশৱদেৱ আৰু হৰিদেৱ প্ৰভুৰ দিনত স্থাপিত হৈছিল বুলি অনুমান কৰিব পাৰি।

কেতিয়াবা কোনো সাত্বিক মুখ্য বৈষ্ণৱে গৃহী হবৰ ইচ্ছা প্ৰকাশ কৰিলে অধিকাৰে দয়া কৰি কিছু শিষ্য দি প্ৰৱৰ্ত্তাই চলিবলৈ আজ্ঞা দিছিল। ঢেকিয়ালৰ গৌৰাং সত্ৰৰ সম্পৰ্কে এনে কথাই শুনা যায়।

পূৰ্ব্বত মধুমিশ্ৰ নামৰ এজন পণ্ডিত ব্ৰাহ্মণ আউনীআটীৰ মুখ্য পুৰোহিত আছিল। সেই পুৰোহিতক আউনীআটীৰপৰা খাট-পাম দি স্থাপিত কৰিছিল

আৰু শিষ্য ভজোৱাৰ আজ্ঞাও দিছিল। মধুমিশ্ৰ সত্ৰৰপৰাই আউনীআটীৰ মুখ্য পুৰোহিতজনা সিদিনালৈকে আছিল।

মুৰাৰি সত্ৰৰ পূৰ্ব্বপুৰুষ মুৰাৰিদেৱো সত্ৰৰে মুখ্য বৈষ্ণৱ আছিল। কেশৱদেৱৰ দিনত মুৰাৰী নামৰ এজন প্ৰধান শ্ৰৱণি আছিল। সেইজনেই পাছত সত্ৰ পাতি প্ৰৱৰ্ত্তিবলৈ আজ্ঞা পাইছিল নে কি অনুসন্ধান কৰি চাব পাৰি।

কামদিয়াল সত্ৰৰ কামদিয়াল নামটো কামদলৈ শব্দৰে অপভ্ৰংশ যেন লাগে। নিৰঞ্জনদেৱ প্ৰভুৱে কামদলৈৰ পুত্ৰ জয়ানন্দক মেধি পাতি থৈছিল। তেতিয়া মেধি শব্দই মহাজনক বুজাইছিল। এই কথা কামদলৈৰ নাতি জয়ানন্দৰ পুত্ৰ কেশৱচৰিত লেখক কবিচন্দ্ৰই উল্লেখ কৰিছে। এইখিনি নিৰঞ্জন প্ৰভু অন্তৰি ফুৰা কালৰ কথা।

হৰিচৰণৰ সত্ৰে কদিন আছিলা
পোতাদেই গ্ৰামে খোৰা মনাই পুসিছিলা
জয়ানন্দ নামে মোৰ পিতৃক তথাতে
মেধি পাতি থৈলা খোৰা মনাইৰ গৃহতে।

জয়ানন্দৰ পিতৃ কামদলৈ গোপালদেৱৰ দিনৰে ভক্ত। সত্ৰখনৰ নাম জয়ানন্দই পিতৃনামে ৰখা বুলি ভাবিব পাৰি।

সৎ-সম্প্ৰদাত গোপালদেৱে পতা যি ৪৫খন সত্ৰৰ নাম দিছে তাৰ ভিতৰত কেবাখনো প্ৰকৃততে গোপালদেৱে স্থাপন কৰা নহয়; তাৰ কেইবাখনো সত্ৰ আউনীআটীৰ অধিকাৰৰ আজ্ঞাত শিচ্ ভজাবলৈ পোৱা অনুমত-সত্ৰহে আছিল। সৎ-সম্প্ৰদা অতি পাছৰ গ্ৰন্থ। তাৰ গ্ৰন্থকাৰে টানি আনি পাছৰ সত্ৰ কিছুমানো গোপালদেৱৰ আজ্ঞা মহিমাৰে মহিমাযুক্ত কৰিবলৈ চেষ্টা কৰিছিল। পাছে এই গ্ৰন্থত সেইবোৰ কথাৰ খৰচি মাৰি প্ৰমাণ কৰাৰ স্থল নাই, গ্ৰন্থান্তৰতহে সেইবোৰ কথা খোচৰাৰ অৱকাশ আছে।

## চহৰ ভ্ৰমণ

শিষ্য-মণ্ডলীৰ লগত গহন অধ্যাত্ম সংযোগ স্থাপিত কৰাৰ আটাইতকৈ ডাঙৰ সুযোগ হ'ল অধিকাৰ প্ৰভু আৰু ডেকা প্ৰভুসকলৰ চহৰভ্ৰমণ। আগেয়ে গোসাঁই প্ৰভুসকল নাৱেৰে আৰু নাৱেৰে যাব নোৱৰা ঠাইলৈ খাটোলাত গৈছিল। নাৱেৰে যোৱা বিশেষকৈ দিখৌ, দিচাং, ধনশিৰি, দিহিং আদি নৈয়েদি কৰা নৌকাযাত্ৰাৰ দৃশ্য বৰ মনোৰঞ্জক আছিল। আগে আগে ৺গোবিন্দৰ

নাও যায়, তাৰ পাছত গৰাকীৰ, পাছত চাউল-ভঁৰাল, ধন-ভঁৰাল, এনেকৈ কমেও ১০।১২খন নাও যোৱাৰ নিয়ম আছিল। সত্ৰৰ পাইকবিলাকে এই নাও বাইছিল। নাওবোৰৰো ৰকম বেলেগ আছিল। যাওঁতে দুইপাৰৰ মানুহে খাপ দি বৈ থাকি প্ৰভুৰ দৰ্শন কৰে। সেই দিন এতিয়া নাই। আজি কালি প্ৰভুসকল নিজা বাচ-যানত ফুৰে। চহৰ ভ্ৰমণৰ কালত প্ৰভুসকল কোনো এঠাইত তিনি চাৰি দিনকৈ অৱস্থান কৰে। ৰাজমেধিসকলে প্ৰভুৰ আগমনৰ নিৰ্দ্ধাৰিত দিনবাৰ আগতীয়াকৈ জনাই বৰমেধি, পাখিমেধি, সেৱামেধিসকলৰ যোগে ৰাইজৰ সহযোগত ৰাজমেধিসকলে বাহৰ নিৰ্ম্মাণৰ কাম সমাধা কৰি থয়। বাহৰত থকা কালতে সেই ঠাইৰ বহুত লোকে প্ৰভুৰ প্ৰথম দৰ্শন পায়, অশৰণীয়া লোকে শৰণ লয়, প্ৰভুসকলৰ মুখে ধৰ্ম্মতত্ত্ব শুনিবলৈকো সুযোগ পায়। শাস্ত্ৰালাপ আৰু নামকীৰ্ত্তন শুনি, ভাৱনা চাই তিথি-পৰ্ব্বত যোগ দি, জনসাধাৰণে ভকতিৰ সোৱাদ বুজে। প্ৰকৃতাৰ্থত চহৰত পতা অস্থায়ী বাহৰো আউনীআটীৰে এখন নামনাচ সত্ৰ হৈ পৰে। সমাগমৰ হেন্দোলনি আৰু উৎসাহৰ ঢৌ কোনো কোনো বাহৰ সত্ৰত মূল সত্ৰতকৈও অধিকাকৈ প্ৰবল হয়। একো একো ঠাইৰ বাহৰত গৰাকী থকা কালছোৱাত অহা-যোৱা বাটত মানুহৰ সোঁত দেখিলে ক'ৰবাত ডাঙৰ মেলা মহোৎসৱ হোৱা যেনহে লাগে।

ৰাজমেধিসকলেও আৰু আজ্ঞামতে পাচনিসকলেও কাম বুজি নিজ নিজ চহৰত ফুৰে। এনে বিধৰ সঘন অহা-যোৱাৰপৰা সত্ৰৰ লগত শিষ্যসকলৰ যোগাযোগ কস্মিন্‌কালেও ছিন্ন হবলৈ নাপায়।

**ধৰ্ম্মদণ্ড ঃ**

সমাজক পাপবিমুখ আৰু দোষমুক্ত কৰিবলৈ ধৰ্ম্মচ্যুতজনক দণ্ড দিয়া আৰু তাকে কৰি ধৰ্ম্মৰ শুদ্ধগতি অব্যাহত ৰখাও সত্ৰপ্ৰৱৰ্ত্তকসকলৰ মহনীয় উদ্দেশ্য আছিল। এই বিষয়ত সত্ৰবিলাকে অতি প্ৰাচীন কালৰ পৰ্ষৎ বা পৰিষদ্‌বিলাকৰ কামকে কৰি আহিছে। এই পৰিষদ্‌বিলাকে পাপীজনৰ পৰীক্ষা কৰিছিল, স্বীকাৰোক্তি শুনিছিল, প্ৰায়শ্চিত্তৰ বিধান কৰিছিল[২]। পৰিষদ্-

২ চত্বাৰো বেদধৰ্ম্মজ্ঞাঃ পৰ্ষৎ ত্ৰৈবিদ্যমেৱ বা।
সা ব্ৰূতে যং স ধৰ্ম্মঃ স্যাদেকো বাধ্যাত্মচিন্তকঃ॥
(প্ৰায়শ্চিত্তসাৰ)

তিনিবেদ জনা তিনিজন ব্ৰাহ্মণেৰে পৰ্ষৎ হয়। এজন অধ্যাত্ম শাস্ত্ৰ জনা লোক থাকিলেও হয়। পৰ্ষৎ হবলৈ মুখ্যতঃ তিনিজন বেদজ্ঞ লাগে।

বিলাক কালক্ৰমত লোপ পোৱাৰ নিচিনা হ'ল, তাৰ ঠাইত পঞ্চায়ৎ বা গাঁৱলীয়া মেলে দখল কৰিলে। বহুত প্ৰকাৰ কায়িক বাচিক পাপ আৰু সামাজিক দায়-দোষৰ মীমাংসা গাঁৱৰ মেলতে হৈ গৈছিল যিবোৰ কথা গাঁৱলীয়া মেলে বলে নোৱাৰিছিল বা মেলুৱৈসকলে যেতিয়া দোষীক সৈমান কৰাব নোৱাৰিছিল, তেনেবোৰ পাপ আৰু দায়-দোষৰ সত্ৰসভাত অধিকাৰৰ অধ্যক্ষতাত মুখ্য বৈষ্ণৱ-সকলৰ উপস্থিতিত চৰম পৰ্য্যায়ৰ সোধ হৈছিল। এনেবোৰ বিচাৰৰ ক্ষেত্ৰত মুখ্য সত্ৰবিলাক উচ্চতম ন্যায়ালয়ৰ দৰে আছিল। এই বিষয়ত আউনীআটী সত্ৰ কেৱল নিজ শিষ্যমণ্ডলীৰ বাবেহে যে ধৰ্ম্মাধৰ্ম্ম মীমাংসাৰ চৰম নিষ্পত্তিস্থল আছিল এনে নহয়; সদৌ অসমীয়া হিন্দুসমাজতে আউনীআটীৰ বিচাৰ আৰু বিধান্ চূড়ান্ত বুলি গণ্য হৈছিল। সত্ৰাধিকাৰ চহৰ ফুৰিবলৈ যাওঁতেও এনে সোধবিলাকত বহুত সময় আৰু শক্তি ক্ষয় কৰিব লগা হৈছিল আৰু ঠাই বুজি এতিয়াও হয়। এই কাম সত্ৰৰ উপৰুৱা চপাই লোৱা জঞ্জাল বুলি কোনেও নাভাবিছিল। ধৰ্ম্মসংস্থাপন আৰু সংৰক্ষণৰ ইও এক অপৰিহাৰ্য্য কৰ্ত্তব্য। আজিকালি পঞ্চায়তৰ দিনত এনে সোধৰ সংখ্যা বহুত কমি গৈছে যদিও মাজে মাজে হৈয়ে থাকে।

সোধবিলাক যুক্তি, প্ৰমাণ আৰু সাক্ষ্যৰ সহায়তাৰেই পৰিচালিত হয়। অধিকাৰে স্বয়ং এই সোধ পৰিচালনা কৰে। আউনীআটীয় গোসাঁই কাৰো আপোন বা নিলগীয়া নহয় বা হলেও সেই সম্বন্ধই প্ৰভুৰ মতি লৰাব নোৱাৰে' গতিকে ন্যায়-সোধা মুখ্য পুৰুষজনৰ কাৰো প্ৰতি কুখাৰি নাথাকে, কোনেও তেওঁৰ কান-বিহৰাবও নোৱাৰে। ৰাইজৰ অগাধ শ্ৰদ্ধা আৰু ন্যায়যুক্ততাৰ বিষয়ে খোকোজা নথকা বিশ্বাসেই এই সোধবোৰৰ বিশেষত্ব। এনে কাৰণতে সোধৰ মীমাংসা আৰু দণ্ড বা প্ৰায়শ্চিত্তকো সকলোৱে নতশিৰে গ্ৰহণ কৰিছিল।

সাক্ষী বাদী আৰু প্ৰমাণৰ মত-সংঘাত হলে কিছুমান বিশেষ ক্ষেত্ৰত ৰাইজৰ আগ্ৰহ হলে শপথ পৰীক্ষাৰ দ্বাৰাও দোষী নিৰ্দ্দোষী নিৰ্ণয় কৰা হয়। এই ধৰণৰ বিচাৰত যুক্তি প্ৰমাণৰ অভাৱত মানুহৰ হৃদয়নিষ্ঠ ধৰ্ম্মভীৰুতাৰ ক্ৰিয়াৰহে প্ৰাধান্য বেছি। এনে পৰীক্ষা বহুপ্ৰকাৰৰ থাকিলেও আউনীআটী সত্ৰত ঘটপৰীক্ষা আৰু থালীপৰীক্ষা এই দুটাকে প্ৰধানকৈ প্ৰয়োগ কৰা হয়[৩]।

**ঘট-পৰীক্ষাঃ** পূজা আদি কৰি এটা ঘট অভিমন্ত্ৰিত কৰি লোৱা হয়। সেই মন্ত্ৰপূত ঘটৰ ভিতৰত দুটা গুটি ৰাখে, এটা বগা, আনটো ক'লা। পৰীক্ষাৰ

৩ এই পৰীক্ষাবোৰ স্মৃতিশাস্ত্ৰসম্মত। স্মৃতিত বহুত বিধৰ পৰীক্ষাৰ উল্লেখ আছে।

সময়ত ঘটটো ভক্ত বৈষ্ণৱৰ মাজলৈ অনা হয়। গুটি সহিত ঘটটো লৰাই দি সাক্ষী কৰি অভিযুক্ত দোষীজনক ঘটৰ ভিতৰত চকুৰে নোচোৱাকৈ হাত ভৰাই এটা গুটি উলিয়াই আনিবলৈ কোৱা হয়। অভিযুক্তজনে যদি বগা গুটিটো আনে তেনেহলে তেওঁক নিৰ্দ্দোষী আৰু কলা গুটিটো আনে তেনেহলে দোষী বুলি গণ্য কৰা হয়। বিচাৰত আজিলৈকে যিমান ঘট পৰীক্ষা হৈছে তাত সঁচাসঁচি দোষীজনেই ধৰা পৰি আহিছে, তেহেলৈ ইয়াক ধৰ্ম্মপুৰুষৰ অলৌকিক মহিমা বুলিয়ে বিশ্বাস কৰক বা ভক্ত-বৈষ্ণৱৰ উপস্থিতিৰ মহিমাই বোলক।

**থালী-পৰীক্ষা ঃ** দুটা ডাঙৰ মুখবহল থালীত মুখলৈকে পানী ভৰাই যথা নিয়মে অভিমন্ত্রিত কৰা হয়। বাদী আৰু প্ৰতিবাদী দুয়োকো সেই পানী-ভৰা থালীত থিয়ৈয়ে মুৰ স্নুমুৰাই বুৰ মাৰিবলৈ কোৱা হয়, অৰ্থাৎ থালীৰ পানীত মুৰটো তলমুৰাকৈ স্নুমাই দিব লাগে। যিজন নিৰ্দ্দোষী তেওঁ সাধাৰণতে যিমান সম্ভৱ সিমান সময় পানীত মুৰ স্নুমুৰাই ৰব পাৰে, কিন্তু দোষীজনৰ মুৰটো স্নুমুৰা মাত্ৰকতে উলিয়াই আনিবলৈ তত্‌মত্‌ হেৰাই যায়; তেতিয়া ততালিকে দোষ স্বীকাৰ কৰে। ধৰ্ম্মপুৰুষৰ মহিমাই হওক বা বিবেকদষ্ট দোষীৰ হৃৎকম্পৰ কাৰণেই হওক, সত্ৰৰ এই প্ৰমাণ আজিলৈকে সঁচা প্ৰতিপন্ন হৈ আহিছে। নিজ চকুৰে দেখা সকলোৱেই প্ৰকৃত দোষীজন এনে পৰীক্ষাত ধৰা পৰা কথাৰ সাক্ষ্য দিয়ে।

## সত্ৰৰ আগম আৰু নিৰ্গম ঃ

**আগম ঃ** জয়ধ্বজসিংহ' স্বৰ্গদেৱে বহুত হেজাৰ বিঘা মাটি, গৰু-ম'হৰ বাথান, পাইক, চমুৱা আৰু স্থাবৰ অস্থাবৰ দুইবিধ সম্পত্তি দি আউনীআটী সত্ৰৰ সমৃদ্ধি আৰু আৰ্থিক স্থিতি সুদৃঢ় কৰি দিছিল। পাছতো কেইবাজনো ৰজাদেৱে সত্ৰৰ কাৰণে মাটি বৃত্তি দান কৰিছিল। আনকি এদিনো সুখৰ মুখ দেখিবলৈ নোপোৱা দুৰ্ভগীয়া চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱেও এই সত্ৰৰ অৰ্থে মাটি দান কৰি দিয়া ফলি পোৱা গৈছে। ইংৰাজ চৰকাৰৰ দিনতো সত্ৰ স্থাপনৰ বাবে উপযুক্ত ভূমি সত্ৰ দুই এবাৰ পাইছিল। এই ভূ-সম্পত্তি সত্ৰৰ প্ৰধানতম আগম-স্থল। সত্ৰৰ এই মাটিৰ খাজনা বা তাৰ পৰিৱৰ্ত্তে ধান-চাউল আৰু আধি খোৱা মাটিৰ আধি-ধানেই সত্ৰৰ প্ৰধান আগম।

সত্ৰৰ দ্বিতীয় আগমৰ বাট হ'ল গুৰু-কৰ। পূৰ্ব্বতে বান্ধি দিয়া নিৰিখ

এটাও শিষ্যসকলে যৎসামান্য গুৰু-কৰ দিব লাগে। সেইমতে ৰাজমেধি, পাচনি-সকলে নিজ চহৰৰপৰা সেই কৰ সংগ্ৰহ কৰি সত্ৰৰ ভঁৰালত জমা দিয়ে।

শিষ্যই শৰণ লবৰ সময়ত ক্ষমতা অনুসৰি শৰণ প্ৰণামী দিয়ে। সেই প্ৰণামী কেইবাভাগ হৈ তাৰে এক অংশ ভঁৰালত জমা হয়।

সত্ৰৰ আগমত আৰু কেইটামান অনিয়মীয়া উৎস আছে। সেই কেইটা হ'ল বিয়াদনীয়া, বৰ, সেৱাজাননী আৰু প্ৰণামী।

**বিয়াদনীয়া** ঃ শিষ্যৰ বিয়া হলে গুৰু-ঘৰলৈ এটা দান আগ কৰা হয়। এই দান ঘাইকৈ কন্যাদানৰ বেলিকাহে থাটে। তথাপি বিবাহমঙ্গলৰূপে দৰাৰ পক্ষৰপৰাও দিয়া হয়। ইয়াৰ কোনো নিৰিখ নাই; যাৰ যি ক্ষমতা সেই অনুসাৰে দিয়ে।

**বৰ** ঃ শিষ্যৰ মৃত্যু হলে ১৮টা বৰোৎসৰ্গৰ এপদ বস্তু গুৰুলৈ আগবঢ়ায়। নোৱৰাবোৰে যি পাৰে তাৰে এপদ দিয়ে।

**সেৱাজাননী** ঃ শিষ্যই ঘৰত কিবা সকাম-নিকাম পাতিলে গুৰু-ঘৰলৈ বুলি টোপোলা এটি বান্ধে। তাক সুবিধা বুজি সত্ৰলৈ পঠিয়াই দিয়ে বা নিজে দি আহে।

**প্ৰণামী** ঃ শিষ্যসকল সত্ৰলৈ আহিলে মহাপ্ৰভু গোবিন্দক সেৱা কৰোঁতে প্ৰণামী দিয়ে; সেই প্ৰণামী সত্ৰৰ ভঁৰাললৈ নাযায়, বৰদেউৰীৰ হাতত জমা হয় আৰু তাৰে তেওঁ মণিকূটৰ সাধাৰণ খৰচ চলায়। অধিকাৰ প্ৰভুক সেৱা কৰোঁতে শিষ্যসকলে চৰতীয়া এটিৰ ওপৰৰপৰা সাধ্য অনুসৰি যিমান পাৰে প্ৰণামী দিয়ে। সেই প্ৰণামী সম্পূৰ্ণভাগেই ভঁৰাললৈ যায় আৰু সত্ৰৰ অৰ্থে ব্যয় হয়। সেইদৰে ডেকা অধিকাৰকো দিয়ে। সেই ভেট কিন্তু ডেকা গোসাঁইৰ নিজা। এই প্ৰণামী যে দিবই লাগিব এনে কোনো নিয়ম নাই। শিষ্যৰ ভক্তি আৰু আগ্ৰহেই প্ৰধান বস্তু। শিষ্যৰ ভক্তিপূৰ্ণ সেৱাই প্ৰকৃত প্ৰণামী।

**দান** ঃ সম্পন্ন শিষ্যসকলে কোনো বিশেষ উপলক্ষে বা উদ্দেশ্যে ধন বা বস্তুৰ দান আগবঢ়ায়। এই দান বৰগুনি অতীতৰপৰা চলি আহিছে। সত্ৰ নষ্ট বা দগ্ধ হলে ৰজাই পুনৰ সজাই দিছিল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই দুযোৰ তুমুকি লগোৱা দৰ্পণ থকা দুৱাৰ দিছিল। কোনোজন ৰজাই ঘটীযন্ত্ৰ দিছিল। কোনোৱে সোণৰ বৰফুল, কোষা-অৰ্ঘ্যা ইত্যাদি দান কৰিছিল। কলীয়া ভোমোৰা বৰফুকনে সোণৰ কোষা-অৰ্ঘ্যা এযোৰ দান কৰিছিল। এই ধৰণৰ দান পুৰণি কালৰপৰা আউনীআটী সত্ৰই পাই আহিছে। আধুনিক যুগতো দুই এজন

ভক্ত সজ্জনৰ দানৰ কথা অধিকাৰসকলৰ জীৱনী কথাৰ মাজত কোৱা হৈছে।

ইয়াৰ বাহিৰেও বিশেষ পৰ্ব্ব উপলক্ষ্যে শিষ্যসকলে আপোন ইচ্ছাৰে দ্ৰব্য সম্ভাৰৰ যোগান ধৰে। সত্ৰৰ বৈকুণ্ঠী অধিকাৰৰ শ্ৰাদ্ধ আৰু নতুন অধিকাৰৰ অভিষেক উৎসৱত ৰাজমেধি পাচনিয়ে চহৰত জাননী দিলেই ৰাইজে অকাতৰে বয়-বস্তু দিছিল। আজিকালি কৰাল গ্ৰাসৰ দিনতো তেনে ৰীতি নচলা হৈ থকা নাই।

আগেয়ে সত্ৰৰ গৰু আৰু ম'হৰ বাথান আৰু চৰণীয়া পথাৰ আছিল, যোৰহাটৰপৰা অলপ দূৰতে থকা গৰুমৰা নামে ঠাইত এই বাথানবোৰ আছিল। তাত গোবিন্দ মহাপ্ৰভুৰ নামে এইবোৰ আছিল আৰু সেয়ে সত্ৰাধিকাৰৰো বাথান। ডেকা অধিকাৰৰ নামত কিন্তু পৃথক গৰু-ম'হ পালিত হৈছিল। চাউল-ভঁৰালীয়ে তেওঁৰ তলতীয়া কৰ্ম্মচাৰীৰ দ্বাৰা এইবোৰৰ তত্ত্বাৱধান কৰিছিল আৰু গৰু-ম'হৰ লেখ আৰু গাখীৰৰ হিচাপো ৰাখিছিল। এইবিলাকৰ গাখীৰ সত্ৰলৈ ভাগে ভাগে আহিছিল। তেতিয়া এই গাখীৰেৰে ৺গোবিন্দৰ নিত্য পৰমান্ন ভোগ চলিছিল। দত্তদেৱ ঈশ্বৰ পুৰুষৰ দিনলৈকে এই নিয়ম বৰ্ত্তি আছিল। মাজতে সত্ৰৰ আভ্যন্তৰীণ বেমেজালি, তত্ত্বাৱধান আৰু পৰিচালনাৰ হেলাত এই বাথানবোৰ লুপ্ত নহলেও অৱস্থাহীন হৈ পৰিছে।

এই আগমবোৰৰ পথ আজিকালি কালৰ কুটিল গতিত নোহোৱা হৈ গৈছে। মানুহৰ আধ্যাত্মিক স্পৃহা আৰু ধৰ্ম্মভীতি কমি অহাত আৰু লগতে আৰ্থিক স্থিতিৰ পৰিৱৰ্ত্তন হোৱাত গুৰুঘৰীয়া কৰ্ত্তব্য আৰু ঋণৰ প্ৰতি সমাজত অৱহেলাৰ ভাৱ আহিছে। ক্ষেত্ৰবিশেষে অপাৰগতাও ইয়াৰ অন্যতম কাৰণ।

## নিৰ্গম

(১) গৃহবৰ্গ (Physical Establishment)—নামঘৰ, মণিকূট, চ'ৰা, ভঁৰাল, সংস্কৃত চতুষ্পাঠী, অতিথিশালা, বাটচ'ৰা ইত্যাদি সজা, আলি-পদূলি, পুষ্কৰিণী, ফুলনি ইত্যাদি পতা, এইবোৰৰ মেৰামতি আৰু ৰক্ষণাবেক্ষণ।

(২) সত্ৰৰ লাগতিয়াল আচবাব দ্ৰব্যাদি ক্ৰয়; যেনে—নৌকা, সিংহাসন, বাদ্য-ভাণ্ড, বাচ-যান ইত্যাদি।

(৩) নিত্য-প্ৰসঙ্গ পূজা ভোগ আৰতিৰ ব্যয়। এই ব্যয়ো নিচেই সামান্য

নহয়। অকল প্ৰসঙ্গীয়া আৰু আশীৰ্ব্বদীয়া গুৰাতে মাহে ৪০০।৫০০ টকা ব্যয় হয়।

(৪) নৈমিত্তিক পূজা-পাৰ্ব্বণ, উৎসৱ-ভাৱনা, মহাপুৰুষসকলৰ তিথি, বৈকুণ্ঠীহোৱা অধিকাৰ পুৰুষসকলৰ তিথি-উৎসৱ, নকৈ হোৱা অধিকাৰৰ অভিষেক, জন্মাষ্টমী, ৰাস, পাল-নাম, বহাগ, মাঘ আৰু কাতি-বিহু; শয়ন, পাৰ্শ্বপৰিৱৰ্ত্তন আৰু উত্থান একাদশীৰ বিশেষ কৃত্য, বছৰেকীয়া ব্যয়। ইয়াৰ ভিতৰত পাল-নাম, অভিষেক, আদ্য-শ্ৰাদ্ধ আদি অত্যন্ত ব্যয়বহুল।

(৫) অধিকাৰৰ অনুমোদিত অভ্যাগত অতিথি, বৈৰাগী, সন্ন্যাসীৰ আতিথ্য শুশ্ৰূষাৰ নিত্য ব্যয়।

(৬) সত্ৰৰ বিভিন্ন বাবত থকা বৈষ্ণৱসকলৰ ৰোজ-বাজ, পাইক-চমুৱাৰ ৰোজ বাজ। এইবিলাকৰ কোনোৱে আৰ্থিক বেতনো পায়। সত্ৰৰ কেইবিধমান প্ৰাপ্তিৰ একো অংশ অধিকাৰ, ডেকা অধিকাৰ, ৰাজমেধি, পাচনিৰ পাউনি থাকে। পয়চা বা চৰতীয়া একোটাকৈ হলেও সেই ভাগ সদায় হৈ থাকে।

(৭) সত্ৰৰ একোটা কামৰ ভাৰ থকা ২০০।২৫০ জন বৈষ্ণৱে যাৰ যেনে নিৰিখ বন্ধা আছে সেইমতে বছৰে ৯০ পুৰা (কেৱল বাগীশে পায়), ৪০ পুৰা, ৩০ পুৰা, ২৪ পুৰা, ১২ পুৰা ইত্যাদি নিৰিখত ধান পায়।

(৮) শ্ৰাদ্ধ উৎসৱ আদিত যি দান-দক্ষিণা কৰা হয় তাৰ উপৰিও দুৰ্গত দৰিদ্ৰক দিয়া আৰ্থিক সহায়তা, অগ্নিদাহ, জলপ্লাৱন আদি প্ৰাকৃতিক দুৰ্য্যোগত বিপন্ন হোৱা লোকক অৰ্থ আৰু অন্নদান, স্কুল-কলেজ, চতুষ্পাঠী স্থাপন আৰু কোনো ক্ষেত্ৰত তাৰ ভৰণ, এনেবোৰ ব্যয় আছে। চিকিৎসালয়ৰ অৰ্থেও এককালীন দান বা পৌনঃপুনিক দান হৈ থাকে। এইবোৰৰ উপৰিও নানা সাৰ্ব্বজনিক কামলৈ আউনীআটী সত্ৰই আৰ্থিক সাহায্য দিবলৈ কোনো কালেই কাৰ্পণ্য কৰা নাই। অকল বৰ্ত্তমানজনা অধিকাৰৰ দিনতে অন্যূন দেড়শ অনুষ্ঠানলৈ ভূমি আৰু অৰ্থদান দিয়া হৈছে। সেইবোৰ দানৰ পৰিমাণো ক্ষুদ্ৰ নহয়। আজিকালি আদানৰ পৰিমাণ কমিল যদিও দান বিচৰাৰ কোব আগতকৈ বহুত চৰিল। তথাপি পিছ হোঁহকা নামাৰি কাকো আঁজলিৰে, কাকো মুঠিৰে, কাকো বা আঙুলৰি মুৰেৰে প্ৰভুসকলে দান কৰি আহিছে।

(৯) ধন-ধান সংগ্ৰহৰো এটা ব্যয় আছে। এই ব্যয় পৰোক্ষভাৱে হয়। গুৰু-কৰ তোলাৰ দায়িত্ব একোখন চহৰৰ ৰাজমেধিৰ ওপৰত থাকে। ৰাজমেধিয়ে পাচনি, বৰমেধি, প্যাথিমেধি আদিক কৰ্ম্মত প্ৰবৃত্ত কৰি এই কৰ, ধান-চাউল

আদি সংগ্ৰহ কৰে। সংগ্ৰহ কৰাৰ বাবদ ৰাজমেধি পাচনিয়ে ধান-চাউল, টকাৰ শতকৰা ভাগত পয়চাও পায়। ববমেধি, পাখিমেধিৰো এই অনুক্ৰমে পাউনিৰ নিৰিখ আছে।

মাটি-বৃত্তিৰ পৰিচালক আৰু তাৰ ৰাজহ আদায় কৰাৰ কাৰণে পৃথক সম্বা এটি থাকে। তেওঁলোকেও তদনুৰূপে পাৰিশ্ৰমিক পায়।

সংগৃহীত ধান চাউল সত্ৰলৈ অনা, বৈষ্ণৱকৰ্ম্মীসকলৰ ভ্ৰমণৰ খৰচ ইয়াৰ ভিতৰত নপৰে; সেইখিনি সুকীয়া খৰচ।

সম্পত্তিৰ ৰক্ষণৰ কাৰণেও এটা ডাঙৰ খৰচ বছৰি থাকে। মামলা মকৰ্দ্দমাৰপৰা ইচ্ছা কৰিলেও হাত সৰা টান, সেইবোৰৰ সংখ্যাও নিচেই সামান্য নহয়। মাটিৰ চৰকাৰী খাজনা আদিও এই শীৰ্ষতে পৰিব।

এই ব্যয় তালিকা এটা থূল ৰূপৰেখা মাথোন, ইয়াৰপৰা কেৱল এটা অনুমান বা আন্তাজৰ্ গৰিলা পোৱা যাব।

সত্ৰৰ সমুদায় আয়ব্যয়ৰ হিচাপ চাউল-ভৰলুৰা ধন-ভৰলুৰা আৰু গোসাঁই-ঘৰীয়া মজিন্দাৰ তিনিজনে নিয়মিতভাৱে ৰক্ষা কৰে। তিনিও স্থানৰ আয়ব্যয় গোসাঁইঘৰীয়া মজিন্দাৰে চায়। সকলো হিচাপ-পত্ৰ অধিকাৰ গৰাকীয়ে পৰীক্ষা কৰে। অধিকাৰজনেই সকলো ব্যয়ৰ মঞ্জুৰী দিবৰ গৰাকী, কিন্তু যিবোৰৰ চিৰাচৰিত ৰীতি আৰু নিৰিখ বন্ধা আছে তাৰ কাৰণে নিতৌ মঞ্জুৰী লবৰ প্ৰয়োজন নাই। গতানুগতিকভাৱে দি থকা অভ্যাগত সাধু-সন্ন্যাসীৰ আতিথ্য আৰু সিধা দান সম্পৰ্কে প্ৰভুৰ অনুমতিৰ আৱশ্যক নহয়। যিবোৰ খৰচ পৌনঃপুনিক বা চিৰাচৰিত খৰচৰ ভিতৰত নপৰে, আকস্মিক অথবা বিশেষ উদ্দেশ্যে দান, তেনে বিষয়ত অধিকাৰেও বৈষ্ণৱসকলৰ অনুমোদন নোলোৱাকৈ দিবলৈ বা খৰচ কৰিবলৈ আগ নাবাঢ়ে। পূৰ্ব্বে এই নীতিৰ কাচিৎহে ব্যতিক্ৰম ঘটিছিল, কিন্তু যেতিয়া ঘটিছিল তাৰ প্ৰতিক্ৰিয়াও সন্তোষজনক নাছিল। বৰ্ত্তমান সত্ৰাধিকাৰজনাই এই কথা দঢ়াই দঢ়াই বৈষ্ণৱবৃন্দক সোঁৱৰাই আহিছে—"যে সত্ৰৰ ঘাই ধৰণী শিষ্যসকল, তেওঁবিলাকেই চাবলৈ গলে শ্ৰীশ্ৰীগোবিন্দ-মহাপ্ৰভুৰ সম্পত্তিৰ বিৰাট ন্যাসমণ্ডলী। অধিকাৰ কেৱল প্ৰমুখ ন্যাসৰক্ষী।" ন্যাসৰক্ষী হলেও সত্ৰৰ আৰ্থিক দুৰ্য্যোগ হলে তাৰ প্ৰতিকাৰ আৰু পূৰণ কৰাৰ দিহা কৰাৰ গুৰুভাৰ সত্ৰাধিকাৰজনাৰ গাতহে পৰে।

এই সত্ৰৰ হিচাপ ৰখাৰ প্ৰণালীত এটা সুকীয়া বৈশিষ্ট্য আছে। এই প্ৰণালীত অসমৰ প্ৰাচীন ৰজাঘৰীয়া প্ৰণালীৰ ৰূপ এতিয়াও বৰ্ত্তি আছে।

আহোম ৰাজকোষৰ হিচাপ-পত্ৰ কেনে প্ৰকাৰ আছিল তাৰ আভাস পাবলৈকো এই সত্ৰৰ হিচাপ-পত্ৰৰ অধ্যয়ন একান্ত প্ৰয়োজন হব। এই প্ৰণালী প্ৰাচীন ভাৰতীয় প্ৰণালী ; আধুনিক 'বুক-কিপিং' ইয়াৰ লগত বহুত বিষয়ত অমিল[৪]।

সত্ৰ পালনৰ এই নীতিবিলাক সত্ৰ স্থাপন হবৰ দিনাই একে কোবেই হোৱা নাছিল। দীৰ্ঘকালৰ অভিজ্ঞতাৰে পুষ্ট হৈ প্ৰতিজন অধিকাৰৰ দিনত নতুন নিয়ম অলপ নহয় অলপ প্ৰৱৰ্ত্তিত হৈছিল। সম্পত্তিৰ পৰিচালনাত সেই সময়ত আহোম শাসনপ্ৰণালীৰ প্ৰভাবো অলপ-বিস্তৰ পৰিছিলেই। সত্ৰপালনৰ নিয়াৰি আৰু সাম্য নীতিৰ কাৰণেই বহু ঘাত-প্ৰতিঘাত, প্ৰাকৃতিক দুৰ্য্যোগ, দেশ-বিভ্ৰাট আৰু ৰাজভগনৰ বা-মাৰলীৰ মাজতো আউনীআটী সত্ৰ স্থিৰ প্ৰতিষ্ঠিত হৈ যি আছেই, মহিমাচ্যুতও হোৱা নাই। এই সত্ৰৰ প্ৰতি মহাবাহু ব্ৰহ্মপুত্ৰৰো দুৰ্ব্বাৰ লোভ। স্থাপিত হোৱাৰ দিন ধৰি সিদিনা পৰ্য্যন্ত কমপক্ষেও ৮ বাৰ এই নদে মহাবাহু মেলি সত্ৰখন নিজৰ গৰ্ভৰ ভিতৰত সামৰি লৈছে। অগ্নিদেৱৰ তাণ্ডৱ নৃত্যও আউনীআটী সত্ৰই বহুতবাৰ বুকু পাতি ল'ব লগা হৈছে। ভক্তি-যমুনাৰ তীৰত আভ্যন্তৰীণ অশান্তিৰ কলীয়া হ্ৰদতো কেতিয়াবা খলকনি উঠিছে। এনে বিপৰীত কালতো মহাপ্ৰভু গোবিন্দকে প্ৰমুখ্য কৰি পাঁচ-মূৰ্ত্তি, ভাগৱত, সাঁচীপতীয়া পুথি, সত্ৰৰ আচবাব, সাজ-সৰঞ্জাম, সংস্কৃতিসূচক আপুৰুগীয়া বস্তু সুৰক্ষিত হৈ আছিছে। ৺গোবিন্দই হৃদয়ত থাকি সাহ দি নথকাহেঁতেন, সত্ৰৰ প্ৰতি অবিচলিত নিষ্ঠা নথকাহেঁতেন, অগ্নিকুণ্ডত জঁপিয়াই পৰিও এইবোৰ উদ্ধাৰ কৰি ৰক্ষা কৰাৰ শকতি আৰু মতি সত্ৰস্থসকলে ক'ৰ-পৰা পালেহেঁতেন! ৺গোবিন্দয়ে অগ্নিৰূপে দহিছে, জলৰূপে প্লাবিত কৰিছে, আকৌ সঞ্জীৱন-ৰস ঢালি আউনীআটী অক্ষয়বটক ডালে-পাতে পুৰ্ব্বতো অধিক জাতিষ্কাৰ কৰি বঢ়াইছে। যথাৰ্থতে শ্ৰীশ্ৰীগোবিন্দো জয়তি।

---

৪ কিছুদিন আগতে জাপানত হিচাপ-পত্ৰ সম্পৰ্কীয় এখন সম্মিলনত পশ্চিমীয়া পাৰ্গতসকলে ভাৰতীয় হিচাপ-পত্ৰ ৰক্ষাৰ প্ৰণালীৰ ভূয়সী প্ৰশংসা কৰিছিল।

## বিংশ অধ্যায়

# সম্পৎ-পৰিচয়

### ( আউনীআটী সত্ৰৰ সাহিত্যিক আৰু সাংস্কৃতিক অৰিহণা )

অসমীয়া সাহিত্য, সঙ্গীত, চিত্ৰকলা, কাৰুকলা আদি বিভিন্ন সাংস্কৃতিক সম্পদৰ এটা বিৰাট অংশ সত্ৰবিলাকত উদ্ভৱ হোৱা। সত্ৰবিলাকেই অসমৰ সংস্কৃতি ভঁৰাললৈ হেমাৰভাবেৰে লখিমী আগবঢ়াই আহিছে। আজি প্ৰায় সাৰ্দ্ধতিনিশতাব্দী ধৰি আউনীআটী সত্ৰয়ো সংস্কৃতিৰ সকলো দিশতে আপোন অৰিহণা নিবেদন কৰি ৰাজঘৰত প্ৰথম সত্ৰৰূপে পোৱা সন্মানৰ মৰ্য্যাদা ৰক্ষা কৰি আহিছে। সাংস্কৃতিক সৃষ্টি আৰু পালন এই দুয়োটাই জাতিৰ জীৱনত সমানে লাগতিয়াল। এটা হলেও আনটোৰ প্ৰতি সমগ্ৰ লক্ষ্য নাথাকিলে জাতীয় অগ্ৰগতিত থমক পৰে, পুৰ্ব্বসূৰীসকলে সৃষ্টি কৰি যোৱা বস্তুক ৰক্ষা কৰি সাংস্কৃতিক যোগক্ষেমক সমতালত আগবঢ়াই লৈ যাব লাগে। এই দৃষ্টিত পুৰণি পুথি, চিত্ৰ, কাৰু, সঙ্গীতকলা ৰক্ষা কৰি কালৰ ক্ৰুৰ হস্তৰ প্ৰলেপৰপৰা আঁতৰাই ৰখাও এটা মহৎ সংস্কৃতি-কৰ্ম্ম। আউনীআটী সত্ৰই সংস্কৃতি সম্পদৰ যোগক্ষেম গুৰিৰেপৰাই বহন কৰি আহিছে। সত্ৰখনত গীত, নাচ, ভাৱনা পৰবো অনুষ্ঠিত হৈছিল আৰু আজিও হৈ আছে। পুনশ্চ পুথিপত্ৰ, সঙ্গীত, চিত্ৰ আৰু বিবিধ কাৰুকাৰ্য্যৰ সংৰক্ষণ কৰি আজি অসমীয়ামাত্ৰকে গৌৰৱান্বিত বোধকৰাৰ সুযোগ বিধান কৰিছে। হস্তিবিদ্যাৰ্ণৱ ( হাতী-পুথি ) আৰু শ্ৰীহস্তমুক্তাৱলীৰ নিচিনা ভাৰতৰ বিদগ্ধ পণ্ডিত আৰু বৰেণ্য নেতাসকলৰ অকুণ্ঠিত প্ৰশংসা পোৱা আৰু অসমীয়াক অহোভাগ্য সুঁৱৰিবলৈ নিমিত্ত উপস্থিত কৰা দুয়োখন আপুৰুগীয়া পুথি আউনীআটী সত্ৰতহে যে সংৰক্ষিত হৈ আছিল এই কথা সকলোৱে জানে। সত্ৰ-খহনীয়াৰ নিচিনা প্ৰাকৃতিক দুৰ্য্যোগ, কালে কালে হোৱা আকস্মিক গৃহদাহ, মোৱামৰীয়া বিভ্ৰাটত হোৱা সত্ৰবিঘাতন, মানহঁতৰ অকথনীয় উদ্‌ভণ্ডালি, এই সকলো বিপত্তি-বিপৰ্য্যয়ৰ অথন্তৰ অব্যৱস্থাকো জয় কৰি যে আউনীআটিয়ে এই সম্পদবিলাক অবিকৃতভাৱে সংৰক্ষিত কৰি আহিছে এইযাৰেই বিস্ময় মানিবলগীয়া কথা। সত্ৰখনৰ সংস্কৃতিৰ যোগক্ষেমৰ এই ধাৰাই

আজিও ফস্তুত্ব পোৱা নাই, আপোনগতিৰে যুগ-লুইতৰ বালিচৰ ভেদ কৰিও বৈ আছে। সেইবোৰৰ সম্যক পৰিবেশন আৰু সমালোচনা ইয়াত সম্ভৱ হৈ নুঠিব। স্থালীপুলাকন্যায়ৰ অনুসৰণ কৰি অলপ অচৰপ পৰিচয় দি যাবলৈহে আমি চেষ্টা কৰিম।

## সাহিত্য

ব্ৰহ্মসংহতিৰ প্ৰমুখ সত্ৰ কেইখনে সংস্কৃত আৰু অসমীয়া দুয়োটা বাঙ্ময়কে যুগলৰূপে সাধনাৰ বস্তু বুলি গ্ৰহণ কৰি আহিছে। ফলত সৰ্ব্বভাৰতীয় মহান সংস্কৃতিৰ লগত দৃঢ়জড়িত সম্পৰ্ক ৰাখিও অসমীয়া সংস্কৃতিৰো পোষক আৰু সংবৰ্দ্ধকৰূপে বিগত সাৰ্দ্ধ তিনিশত বছৰে উত্তম ভূমিকা গ্ৰহণ কৰি জাতীয়-জীৱনৰ পুষ্টি সাধন কৰিছে। আউনীসত্ৰয়ো সংস্কৃত আৰু অসমীয়া দুয়ো ভাষাৰে পুথি নকল কৰোৱা, সংৰক্ষণ কৰা আৰু তাৰ চৰ্চ্চাৰ প্ৰোৎসাহন দিয়াৰ কাম সমানভাৱে কৰি আহিছে। সত্ৰত যেনেকৈ গীত, নাট, পদপুথি, চৰিতপুথি আদি ৰচনা কৰা হৈছিল তেনেকৈ সংস্কৃত গীত, স্তোত্ৰ, লঘুকাব্য, নীতিগ্ৰন্থ আদিৰো ৰচনা কৰা হৈছিল আৰু ৰচনা কৰাৰ উদগণি যোগোৱা হৈছিল।

**মূল ভাগৱতৰ পাঠ আৰু ব্যাখ্যা** : আউনীআটীৰ নিত্যপ্ৰসঙ্গত মূল ভাগৱতৰ পাঠ আৰু ব্যাখ্যা চৌধ্য প্ৰসঙ্গৰ ভিতৰুৱা নিত্য আৰু অপৰিহাৰ্য্য প্ৰসঙ্গ। সময়ে সময়ে গীতাৰ ব্যাখ্যাৰো ব্যৱস্থা আছে। শ্ৰীমদ্ভাগৱত আৰু গীতাৰ শ্ৰীধৰী টীকাৰে সৈতে হস্তলিখিত পুথি কেইবাখনোকৈ থাকে। গোপালদেৱৰ দিনতে পুথি নকল কৰোৱা আৰু ভঁৰালত তাৰ সংৰক্ষণ কৰাৰ যি সুস্থ ৰীতি প্ৰৱৰ্ত্তিত হৈছিল আউনীআটী সত্ৰই অত্যুদ্যমেৰে তাক ৰক্ষা কৰি আহিছে। ভাগৱত আদি পুস্তক এই ৰীতিমতে গোবিন্দঠাকুৰৰ দৰেই পালনীয় সম্পত্তি। গোপালদেৱে মিশ্ৰদেৱক উত্তৰাধিকাৰী স্বৰূপে ঘোষণা কৰোঁতে কোৱা কথা কেইষাৰ এই প্ৰসঙ্গত তাৎপৰ্য্যপূৰ্ণ। বংশীগোপালদেৱে কৈছিল—

শুনিবা বৈষ্ণৱসৱ কৰি এক মন।
দেৱ দামোদৰ আদি সন্তৰ বচন॥
ধৰিয়া ইদেশে আসি আছোঁ এতকাল।
গোবিন্দঠাকুৰ মূৰ্ত্তি মদন গোপাল॥
ভাগৱত আদি মোৰ যতেক পুস্তক।
দ্ৰব্য সমন্বিতে আৰো বৈষ্ণৱসৱক॥

ইটো সত্ৰ অনুৱৰ্ত্তী যতেক আছয়।
এহি ধৰ্ম্ম অনুমানি আশা কৰিছয়॥
সমস্তকে দিলো আনি ইহান হাতত।
ভাগৱত মিশ্ৰবাপু পালিবা সতত॥
(বংশীগোপালচৰিত, পদ ৮২৬-২৮)

এই ঘোষণাৰপৰা বুজা যায়, ধৰ্ম্ম, বৈষ্ণৱ, শিষ্যমণ্ডলীৰে সৈতে ভাগৱত আদি যতেক পুস্তককো সমানভাৱে গণ্য কৰা হৈছিল। এইটো এটা ডাঙৰ শিক্ষা বংশীগোপালদেৱে দি গৈছিল। গোপালদেৱৰপৰা বঢ়া সত্ৰ আউনীআটীয়েও এই শিক্ষাৰ অন্যথা কৰা নাই। নিৰঞ্জনদেৱ প্ৰভুৰ দিনৰপৰাই ধন-ভঁৰালীৰ অধীনত তিনিজন লেখক সত্ৰত সদায় থাকে। এই লেখক এটা বিশেষ বাব। হৰিদেৱ প্ৰভুৱে তিনিজনৰ উপৰিও আৰু অধিক লোক লগাই ভাগৱত, পুৰাণ, ৰামায়ণ, মহাভাৰত, সাহিত্য, ব্যাকৰণ আদি বিস্তৰ গ্ৰন্থ লিখাই সেইবোৰ সত্ৰস্থ লোকে পঢ়িবৰ কাৰণে প্ৰোৎসাহক ব্যৱস্থা কৰি দিছিল। এইখিনিতে কব পাৰি যে অসমৰ ব্ৰহ্মসংহতিৰ সত্ৰবোৰত ৰক্ষিত আৰু পালিত হোৱা শ্ৰীধৰস্বামৰী টীকাৰ পাঠ-সমীক্ষাৰ ফালৰপৰা এটা বিশেষ মূল্য আছে। এইবিলাকত অসমৰ পণ্ডিত আৰু ভক্তসমাজত আদৃত হোৱা শ্ৰীধৰীটীকাৰ পুৰণি পাঠ পোৱা যায়। আধুনিক মুদ্ৰিত টীকাতকৈ অসমত ৰক্ষিত আৰু পঠিত মূল ভাগৱত আৰু টীকাৰ স্থলভেদে পাঠান্তৰ আছে। সেই পাঠান্তৰবোৰ দেখুৱাই মূল আৰু টীকাৰ অসম-পাঠ ( Assam recension ) প্ৰকাশ কৰিব পাৰিলে পণ্ডিত সমাজত আদৃত হব। অসমৰ পাঠবোৰ ৫০০ বছৰীয়া পুৰণি আৰু সেই হিচাপে তাৰো প্ৰামাণ্য আছে কাৰণ অসমৰ হস্তলিখিত পুথিত ভ্ৰম-প্ৰমাদ থাকিব পাৰে কিন্তু হস্তাৱলেপৰ সম্ভাৱনা নাছিল। এই কথা ৰামায়ণ পুৰাণ আদি সংস্কৃত পুথিৰ বেলিকাও খাটিব।

## সংস্কৃত গ্ৰন্থ

সত্ৰত যে কেৱল গীতা ভাগৱত আদি ধৰ্ম্মপুথিবোৰহে নকল কৰোৱা হৈছিল এনে নহয়, কাব্য, কোষ, ব্যাকৰণ, আয়ুৰ্ব্বেদ, নীতি আৰু লৌকিক শাস্ত্ৰও সুৰক্ষিত হৈ আহিছে। তাৰে কিছুমান পয়মালৰ দিনত স্থানান্তৰিত হওঁতে নানা ঠাইত সোমালগৈ। পূৰ্ব্বে আউনীআটী সত্ৰৰে ভাগৱতী থকা এজনৰ নাতি-পুতিৰ ঘৰত এই লিখকেই বহুত পুথি চাবলৈ পাইছিল, তাৰ ভিতৰত অশ্বায়ুৰ্ব্বেদ

গ্ৰন্থৰ একাংশ আৰু অন্যাপদেশ নামৰ কাব্যসংগ্ৰহ এখন এই লেখকে দেখা মনত আছে। ওচৰৰ লোকে কৈছিল যে এইঘৰৰে পূৰ্ব্বপুৰুষ এজন সত্ৰত ভাগৱতী আছিল। কোনোবা সময়ত পুথিবোৰ সত্ৰৰপৰা আনি থৈছিল। সুদিন হ'লে আকৌ সত্ৰত ওভোতাই দিয়াৰ ইচ্ছা আছিল যদিও ভাগৱতীজনৰ মৃত্যুৱে সেই ফেৰা কৰ্ত্তব্য সমাধা কৰিবলৈ সময় নিদিলে।

আউনীআটীত সুৰক্ষিত হৈ থকা শ্ৰীহস্তমুক্তাৱলী নামৰ নৃত্যহস্তৰ বিশদ বৰ্ণনা থকা গ্ৰন্থখন অসমীয়া মানুহৰ সাংস্কৃতিক শুভাগ্ৰহৰ এটি অনুপম নিদৰ্শন। এই পুথি সম্পাদন কৰি ড° মহেশ্বৰ নেওগ আৰু প্ৰকাশ কৰি অসম প্ৰকাশন পৰিষদ অসমীয়া সমাজৰ শলাগৰ পাত্ৰ হৈছে। আউনীআটী সত্ৰত থকা এটি মাত্ৰ নকললৈ চাই এই পুথিখন সত্ৰৰে তীৰ্থযাত্ৰীসকলৰ কোনোবাই পুৰীৰ জগন্নাথ বা তেনেকুৰা কোনোবা নৃত্যগীত বাদ্যেৰে পূজা প্ৰসঙ্গ চলি থকা মন্দিৰৰ ওজাৰ বা পুথিভঁৰালৰপৰা নকল কৰি সত্ৰলৈ অনা বুলি ভবাষাৰ একো অযুক্তি-কৰ কথা নহব। পুথিৰ অসমীয়া অনুবাদটিও খুবসম্ভৱ সত্ৰতে কৰোৱা। ড° নেওগে অনুমান কৰাৰদৰে পুথিৰ মালিক সুচন্দ ওজাই আন কাৰবাৰ হতুৱাই যদি অনুবাদ কৰালেহেঁতেন তেনেহলে দুই চাৰিহাতৰ নকলেদি বাগৰি গৈ পুথিখন আন দুই এঠাইতো ওলালহেঁতেন। সুচন্দৰায় এজন ওজা, তেওঁ কঠিন নৃত্য-শাস্ত্ৰীয় গ্ৰন্থখনৰ অনুবাদ কৰিব কেনেকৈ? এনে এটা সন্দেহৰ ভেটিত কিজানি ড° নেওগে আন কাৰবাৰ হতুৱাই অনুবাদ কৰাইছিল বুলি ততাতৈয়াকৈ প্ৰসঙ্গটো সামৰি থলে। আমাৰ মনেৰে সুচন্দৰায় দৈবজ্ঞ মানুহ আছিল। আউনীআটী সত্ৰত দৈবজ্ঞ গুণীলোক আগৰেপৰা সদায় আছে। সত্ৰৰ ওজাও দৈবজ্ঞলোকৰ ভিতৰৰপৰা হৈছিল আৰু এনে ওজাসকল সংস্কৃতজ্ঞও আছিল। সুচন্দৰায় বা সত্ৰতে আন ওজাই এই অনুবাদটো কৰিছিল বুলি ভাবাষাৰহে বেছি উচিত বুলি মনে ধৰে।

নীতিলতাঙ্কুৰ নামৰ ৰাজনীতিশাস্ত্ৰৰ সংস্কৃত গ্ৰন্থখনো আউনীআটী সত্ৰতে লিখা। এই গ্ৰন্থ ১৯৪৫ চনত অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা স্বৰ্গীয় বিদ্বদ্দ্বয় শৰৎচন্দ্ৰ গোস্বামী আৰু জয়কৃষ্ণ মিশ্ৰৰ সম্পাদনাত প্ৰকাশিত হৈছিল। পুথিখন পোৱা হৈছিল নগাৱঁৰ হাতীচুং মৌজাৰ গজপুৰীয়া গাঁৱৰ নিত্যানন্দ শৰ্ম্মাৰ ঘৰত। নিত্যানন্দৰ পূৰ্ব্বপুৰুষে বংশীগোপালদেৱৰ সম্পৰ্ক লাভ কৰিছিল। সেইসূত্ৰে পৰিয়ালটোৰ পাছলৈকো আউনীআটীৰ লগত সম্পৰ্ক থাকি গ'ল। এই পৰিয়ালৰে কোনোবা পূৰ্ব্বপুৰুষ আউনীআটীৰ মুখ্য বৈষ্ণৱৰূপে

বাস কৰাও অসম্ভৱ নহয়। পাছে নিত্যানন্দ শৰ্ম্মাদেৱৰ ঘৰত পুথিখন পোৱা গৈছিল, বাবেই তেওঁৰে কোনোবা পূৰ্ব্বপুৰুষে পুথিখন ৰচনাও কৰিছিল বুলি ঘপৰাই সিদ্ধান্ত কৰা সমীচীন নহব। প্ৰকৃতপক্ষে এই পুথি আউনীআটী সত্ৰতে লিখা হৈছিল। তাৰপৰাই কেতিয়াবা কিবা সূত্ৰে, অথবা আগতে কৈ অহাৰ দৰে সত্ৰৰ পয়মালৰ সময়ত সুৰক্ষাৰ কাৰণে পুথিখন নিত্যানন্দ শৰ্ম্মাৰ ঘৰলৈ আহিল। পাছে পুথিখন যে আউনীআটী সত্ৰত লিখা হৈছিল তাক অনুমান কৰাৰ যুক্তি কি? সেই যুক্তি পুথিৰ আৰম্ভ আৰু সমাপ্তিৰ শ্লোকতে লুকাই আছে। প্ৰস্তাৱনাৰ শ্লোকটো হ'ল এই—

শ্ৰীগোৱিন্দপদাৰৱিন্দমধুপঃ শ্ৰীমৎচমূনায়কো।
দ্বাৰাৱংশগভীৰসাগৰশৰচ্চন্দ্ৰশ্চিৰং ৰাজতাম্॥
যস্যাজ্ঞাং হৃদয়ে নিধায় ৱিদুষাং প্ৰীত্যৈ নৃপাণাং ধ্ৰুৱং।
শাস্ত্ৰং নীতিলতাঙ্কুৰং ৱিতনুতে ৱাগীশ শৰ্ম্মা কৃতী॥
লক্ষ্মীকান্তপদদ্বন্দ্বং নত্বা বাগীশশৰ্ম্মণা।
ক্ৰিয়তে ৰাজবৰ্গানাং হিতাৰ্থং নীতিসংহিতা॥

সমাপ্তিশ্লোক আৰু ইতি-অংশ এই—

দ্বাৰাফুকনশাসনাদ্ বহুৱিধান্ গ্ৰন্থান্ ৱিচাৰ্য্যাধুনা।
ৱাগীশো গুৰুপাদপদ্মমধুপঃ শ্ৰীৱাসুদেৱাৰ্চ্চকঃ॥
নাম্না নীতিলতাঙ্কুৰং নৰপতেৰানন্দসম্পাদকং।
যত্নাৎ সন্তনুতে তু যস্য সদসি জ্ঞানাদ্ভৱেৎ পণ্ডিতঃ॥
ইতি ৱিদ্যাৱাগীশকৃতৌ নীতিলতাঙ্কুৰ গ্ৰন্থে· ·······
······কথনং সমাপ্তম্।

শ্লোক কেইটা ফঁহিয়াই চোৱা যাওক। প্ৰস্তাৱনাত প্ৰশস্তি কৰি 'ৰাজতাম্' বুলি আশীৰ্ব্বাদ দিয়া হৈছে গোবিন্দ পদকমলৰ ভোমোৰা দুৱৰাবংশসাগৰৰপৰা সম্ভূত উজ্জ্বল শৰৎনিশাৰ চন্দ্ৰ সদৃশ শ্ৰীমৎসেনাপতিজনক (চমূনায়ক)। এই ৰূপকটো ধৰিব নোৱাৰি সম্পাদক ৺শৰৎচন্দ্ৰ গোস্বামীদেৱে 'শৰচ্চন্দ্ৰ' এই পদটো দুৱৰা বংশৰে কোনোবা এজন ফুকনৰ নাম বুলি অশুদ্ধ ধাৰণা কৰিছে। তেখেতে লিখিছে—The manuscript was compiled under the patronage of Sarat Chandra Duara Phukan. I have not been able to trace him (পুথিখন শৰৎ চন্দ্ৰ দুৱৰা ফুকনৰ পৃষ্ঠপোষকতাত লিখা হৈছিল। এই শৰৎ চন্দ্ৰ কোন মই উলিয়াব নোৱাৰিলোঁ।) শৰচ্চন্দ্ৰ এটা উপমান বুলি সুবুজি উপমেয় এটা নাম বুলি ধৰি লৈয়ে ৺গোস্বামীদেৱে

বিমোৰত পৰিল। যিজন ৰাজপুৰুষৰ আজ্ঞাৰে ( যাস্যাজ্ঞাং হৃদয়ে নিধায় ) এই গ্ৰন্থ ৰচনা কৰা হৈছে, তেওঁ হ'ল শ্ৰীমৎচমূনায়ক অৰ্থাৎ সেনাপতি। সেই একেজনৰ কথাকে পাছৰ সমাপ্তি শ্লোকত 'দ্বাৰাফুক্কন শাসনাৎ' অৰ্থাৎ দুৱৰাৰ ঘৰৰ ফুকন বুলি উল্লেখ কৰিছে। এটাই কেউআষাৰ লগ লগাই চালে 'দুৱৰাৰ ঘৰৰ সেনাপতি ফুকন' অৰ্থাৎ হৰনাথ ফুকন এই অৰ্থ হয়। বুৰঞ্জীপ্ৰসিদ্ধ লতাকটা ৰণৰ সেনাপতি হৰনাথ ফুকনৰ কথা সকলোৱে জানে। সেই ৰণৰ আধাবাটতে অবাবত সৈন্যক্ষয় হোৱাত হৰনাথ সসৈন্যে উভতি আহিল, সেনাপতি নামটো হলে বৈ গ'ল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে এই কথাত দায় ধৰিছিল যদিও শেহত ক্ষমা কৰি তেওঁক ভিতৰুৱাল ফুকন পাতি থলে। তেওঁৰ জীৱন বিবিধ ঘটনাৰ উঠানমাৰে বিচিত্ৰ। পাছত গৈ স্বৰ্গদেউ গৌৰীনাথসিংহৰ দিনত এওঁ গুৱাহাটীত বৰফুকনো হৈছিল কিন্তু বেছিদিন ভোগ কৰিবলৈ নাপালে। সিও বহুত কথা। ১৭০৬ শকত এওঁৰ লোকান্তৰ ঘটে। এই হৰনাথ সেনাপতি ভিতৰুৱাল ফুকন হৈ থাকোঁতে নীতিলতাঙ্কুৰৰ নিচিনা ৰণবিদ্যা আদিৰ কথা থকা গ্ৰন্থ এখন লিখিবলৈ বিদ্যাবাগীশক অনুৰোধ কৰিছিল। তেওঁ তেতিয়াও বৰফুকন হোৱা নাছিল, হোৱা হলে দ্বাৰাফুক্কন বুলি উল্লেখ নকৰি দ্বাৰাবৃহৎফুক্কন বুলিহে উল্লেখ কৰিলেহেঁতেন।

এই হৰনাথ সেনাপতিফুকন আউনীআটীৰ সেৱক আছিল। 'শ্ৰীগোবিন্দ-পদাৰবিন্দ মধুপ' বিশেষণটোৱেও ইয়াকে সূচায়। তদুপৰি এই কথা বুৰঞ্জীতো আছে। ড° সূৰ্য্যকুমাৰ ভূঞাই সংকলন কৰা কোৱঁৰবিদ্ৰোহৰ এঠাইত আছে যে লক্ষ্মীসিংহ স্বৰ্গদেৱৰ কিবাকিবি কাৰণত হৰনাথৰ আনুগত্যত বিশ্বাস কমি আহিছিল। লক্ষ্মীসিংহই ৰজা হৈ ন-গোসাঁইক বৰ পাতি পৰ্ব্বতীয়া গোসাঁইকো অৱহেলা কৰিছিল। পৰ্ব্বতীয়া গোসাঁয়ে ৰজাৰ কিবা বিৰোধিতা কৰিছিল নে নাই সঠিককৈ কব নোৱাৰি কিন্তু কেইজনমান ডা-ডাঙৰীয়া তেওঁৰ গুৰিলৈ গুপুতে অহা-যোৱা কৰিছিল। তাৰ ভিতৰত হৰনাথ সেনাপতি ফুকনো বোলে আছিল। এই কথাতে স্বৰ্গদেৱে দায় ধৰি কৈছিল "ই হৰনাথ আউনীআটীৰ সাতপুৰুষীয়া সেৱক ; ই পৰ্ব্বতীয়া গোসাঁইৰ গুৰিলৈ কিহলৈ যায়।" বুৰঞ্জীৰ এই কথাষাৰেও প্ৰমাণ কৰে যে হৰনাথ আউনীআটীৰ প্ৰপন্ন শিষ্য আছিল। এই হৰনাথ দুৱৰা-ফুকন সেনাপতিয়েই নীতি লতাঙ্কুৰগ্ৰন্থৰ যন্ত্ৰীস্বৰূপ ৰাজপুৰুষ।

এতিয়া কথা হ'ল, বাগীশ বা বিদ্যাবাগীশ কোন ? এওঁ আছিল হৰনাথ সেনাপতি ফুকনৰ সমসাময়িক আউনীআটীৰ ষষ্ঠজন অধিকাৰ পুৰুষ শ্ৰীশ্ৰীপ্ৰাণ-

হৰিদেৱৰ দিনৰ সত্ৰৰ ভাগৱত ব্যাখ্যাতা বাগীশ। এই গ্ৰন্থৰ পুৰ্ব্বতে কোৱা হৈছে যে প্ৰাণহৰিদেৱে বৃদ্ধ অৱস্থাত নিজে ভাগৱত পাঠ কৰিবলৈ অসমৰ্থ হোৱাত সেই ভাৰ ভাগৱতীজনাকে মুখ্যৰূপে দিলে। আগৰ নিয়ম আছিল ভাগৱতীয়ে পাঠ তোলে আৰু অধিকাৰজনে স্বয়ং ব্যাখ্যা কৰে। অধিকাৰে কিবা কাৰণত নোৱাৰিলেহে ভাগৱতীয়ে ব্যাখ্যাও কৰিছিল। তেতিয়াৰপৰা পাঠ তোলা আৰু ব্যাখ্যা দুয়োটাৰে ভাৰ ভাগৱতীজনৰ ওপৰতে মুখ্যৰূপে পৰিল। প্ৰাণহৰিদেৱৰ ভাগৱতীজনৰ উপাধি আছিল বিদ্যাবাগীশ, প্ৰকৃত নাম মধুমিশ্ৰ। তেওঁ বাগীশ নামেৰেই সত্ৰত খ্যাত আছিল গতিকে পাছৰ ভাগৱতীসকলকো অভ্যাসসূত্ৰে সকলোৱে বাগীশ বুলিবলৈ ধৰিলে। আন সত্ৰত মুখ্য ভাগৱতীজনক বৰভাগৱতী বোলে। আউনীআটীতহে ওপৰত কোৱা কাৰণে বাগীশ নামটো ৰটিল, তেহেলৈ উপাধি যিয়েই আছিল লাগে। এই বাগীশজনৰ মৰ্য্যাদা সত্ৰস্থ বৈষ্ণৱসকলৰ সবাৰো ওপৰত। মৰ্য্যাদা বৃদ্ধিৰ অৰ্থে অধিকাৰে তেওঁক নিজৰ হাত অৰ্চ্চনা কৰিবৰ নিমিত্তে সুকীয়াকৈ মূৰ্ত্তি এখনো দিলে। সেই মূৰ্ত্তিখনৰ নাম আছিল বাসুদেৱ।

প্ৰাণহৰিদেৱৰ দিনৰ এই বিদ্যাবাগীশজন সেইকালৰ ডাঙৰ পণ্ডিত আছিল। তেওঁৰ সম্বন্ধে প্ৰাণহৰিদেৱৰ চৰিতকাৰ বলোৰাম দলৈয়ে এইবুলি লিখিছে।

বৃহস্পতি সম বিদ্যাবাগীশ পণ্ডিত।
যাহাৰ সমান কেহো নাহিকে পণ্ডিত॥

তেওঁৰ ভাগৱত ব্যাখ্যা শুনি পণ্ডিতসকলেও তবধ মানিছিল।

বিদ্যাবাগীশৰ সম নাহিকে-বিদগ্ধ।
শুনিয়া পণ্ডিতমানে ভৈলেক তবধ॥ (পদ ২০৫)

এই বিদ্যাবাগীশে ৰাজেশ্বৰসিংহ, লক্ষ্মীসিংহ আৰু গৌৰীনাথ সিংহ এই তিনিজনা স্বৰ্গদেৱৰ চাউল খাবলৈ পাইছিল। তেওঁৰ প্ৰকৃত নাম আছিল মধুমিশ্ৰ। এওঁ কিন্তু পুৰোহিত মধুমিশ্ৰ নহয়। পুৰোহিত মধুমিশ্ৰ মহাজন বহুত আগৰ, নিৰঞ্জনদেৱ আৰু কেশৱদেৱৰ দিনৰ। বাগীশ মধুমিশ্ৰই হৰিদেৱ, প্ৰাণহৰিদেৱ আৰু লক্ষ্মীনাথদেৱ এই তিনিজনকে সেৱা কৰিবলৈ পাইছিল।

পাছে এইজন বিদ্যাবাগীশেই যে নীতিলতাঙ্কুৰৰ প্ৰণেতা বিদ্যাবাগীশ সেই কথাৰ প্ৰমাণ কি? এই কথাৰ প্ৰমাণ দুটা উল্লেখৰপৰা পোৱা যায়। প্ৰথম উল্লেখটো হ'ল গ্ৰন্থৰ পৃষ্ঠপোষকজনক শ্ৰীগোবিন্দপদাৰবিন্দমধুপ বোলা হৈছে। আউনীসত্ৰৰ দলিল তাম্ৰপত্ৰতে শ্ৰীগোবিন্দৰ উল্লেখ থাকে। দ্বিতীয় আৰু

সন্দেহাতীত প্ৰমাণ হ'ল বিদ্যাবাগীশে নিজৰ পৰিচয় দিওঁতে শ্ৰীবাসুদেৱাৰ্চ্চক বুলি দিছে। আগতে কোৱা হৈছে যে আউনীআটীসত্ৰৰ বাগীশৰ স্বকীয়া অৰ্চ্চনাৰ মূৰ্ত্তিখন বাসুদেৱ। সেইদেখি নীতিলতাঙ্কুৰৰ শ্ৰীবাসুদেৱাৰ্চ্চক বিদ্যাবাগীশজন আউনীআটীৰ প্ৰাণহৰিদেৱৰ দিনৰ ৰাজেশ্বৰসিংহৰপৰা গৌৰীনাথসিংহ স্বৰ্গদেউ-সকলৰ শাসনকালৰ বিদ্যাবাগীশ একেজনেই। তেৱেঁই নীতিলতাঙ্কুৰৰ গ্ৰন্থকাৰ। এই গ্ৰন্থ লতাকটাৰণৰ পাছত অৰ্থাৎ হৰনাথে সেনাপতি নাম পোৱাৰ পাছত ভিতৰুৱাল ফুকন হৈ থকা কালতে লিখা। ভিতৰুৱাল ফুকনৰ পদৰপৰা চ্যুত হোৱাৰপৰা পুনৰ বৰফুকন হোৱা এইডোখৰ কালৰ ভিতৰত গ্ৰন্থৰচনা কৰোৱা পৰিবেশ আৰু উৎসাহ তেওঁৰ নিশ্চয় নাছিল। এইছোৱা তেওঁৰ জীৱনৰ আলৈ-বিলৈৰ কাল। বৰফুকন হৈ এই গ্ৰন্থ লিখাইছিল এনে অনুমান কৰিব নোৱাৰি, কাৰণ বৰফুকন থকা অৱস্থাত লিখোৱা হলে গ্ৰন্থ-প্ৰশস্তিত কেৱল দ্বাৰাবৃহৎফুকন বা কেৱল বৃহৎফুকন বুলিহে উল্লেখ থাকিলহেঁতেন।

নীতিলতাঙ্কুৰত বহুত গ্ৰন্থৰপৰা সংগ্ৰহ কৰা শ্লোক আছে। সংস্কৃত গদ্যাংশ বাগীশৰ নিজা। গ্ৰন্থখনৰ সৰহখিনিত যুদ্ধকৌশল, কোঠনিৰ্ম্মাণ, শত্ৰুভেদ আদিৰ কথা থকালৈ চাই ৰাজবৰ্গৰ প্ৰয়োজনৰ অৰ্থেহে লিখা হৈছিল বুলি বুজিব পাৰি। সেই একেটা কাৰণে অসমীয়া গদ্যানুবাদ এটিও বাগীশে নিজেই সম্ভৱত মূল-সংস্কৃতৰ লগত জোৰা লগাই দিলে। ইয়াত সত্ৰীয়া গদ্য আৰু বুৰঞ্জী গদ্যৰ উপৰিও লৌকিক শাস্ত্ৰৰ অসমীয়া গদ্যৰ নমুনা পোৱা যায়। গদ্যখিনি বিষয়বস্তুৰ ফালৰপৰাই সংস্কৃতস্পৰ্শী হোৱা স্বাভাৱিক।

ছন্দোগ্ৰন্থ বৃত্তমঞ্জৰী যদিও মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ কৃতিত্ব, কবিত্ব আৰু পাণ্ডিত্যৰ ফল, তথাপি এই গ্ৰন্থৰ মূলতে আউনীআটীসত্ৰৰ দত্তদেৱ ঈশ্বৰ পুৰুষৰ উৎসাহ-উদগণিও লেখত লবলগীয়া। আচাৰ্য্য সেই সময়ত আউনীআটী সত্ৰৰ সংস্কৃত অধ্যাপক। মান-মৰাণৰ দিনত উজনিৰ ছাত্ৰশালবোৰ ছিন্ন-ভিন্ন হোৱাত আৰু সত্ৰতো আগৰ নিচিনা সংস্কৃতজ্ঞ লোকৰ অভাৱ হোৱাত দত্তদেৱ প্ৰভুৱে সত্ৰত এখন সংস্কৃত চতুষ্পাঠী স্থাপন কৰাৰ বিশেষ প্ৰয়োজন অনুভৱ কৰিলে। উজনি নামনিত পণ্ডিত বিচাৰি বহুতৰ লগত সংযোগ কৰি শেষত ধীৰেশ্বৰাচাৰ্য্যক এই চতুষ্পাঠীৰ অধ্যাপকৰূপে প্ৰভুৱে নিযুক্ত কৰিলে। ধীৰেশ্বৰাচাৰ্য্যই তাৰ বহুতদিন পাছতহে মহামহোপাধ্যায় উপাধি লাভ কৰে। কিন্তু দত্তদেৱ ৰতনে ধীৰেশ্বৰ ৰতনক বহুতো আগতে চিনি পালে। ধীৰেশ্বৰাচাৰ্য্যৰ অধ্যাপনা আৰু সত্ৰবাসৰ ফলত সত্ৰত সংস্কৃত শিক্ষাৰ নতুন উদ্দীপনাই দেখা

দিলে। এই কালতে গোসাঁই ঈশ্বৰৰ অনুৰোধমতে আচাৰ্য্যই এখন ছন্দোগ্ৰন্থৰ ৰচনা হাতত লয়। তাৰ পৰিণামস্বৰূপে আমি বৃত্তমঞ্জৰী নামৰ এখন উপাদেয় ছন্দোগ্ৰন্থ সংস্কৃত ছন্দশাস্ত্ৰৰ ভঁৰাললৈ দান পালোঁ। ১৮০১ শকত এই গ্ৰন্থৰ ৰচনা সমাপ্ত হৈছিল। সেই সময়তে আচাৰ্য্যই আউনীআটী সত্ৰত অধ্যাপনা কৰিছিল। সমাপ্তি শ্লোকত মহাপ্ৰভু গোবিন্দৰ কৃপাৰ কথা উল্লেই কৰি আচাৰ্য্যই আউনীআটীত গ্ৰন্থ শেষ হোৱাৰ 'শ্ৰীগোবিন্দপদাৰবিন্দকৃপয়া নীতং সমাপ্তিং ময়া' বুলি ইঙ্গিতো দিছে। দত্তদেৱ প্ৰভুৰ অনুবোধমতে আচাৰ্য্যই শ্ৰীধৰ কন্দলীৰ কাণখোৱা নামৰ হাস্য আৰু বাৎসল্য ৰসৰ সৰস অসমীয়া পুথিৰ কৰ্ণভুক্ নাম দি শ্লোকানুবাদ এটিও কৰিছিল। সেই অনুবাদখন পোৱা নগ'ল।

আচাৰ্য্যৰ বিদ্যোত্তমবিধাতা দত্তদেৱ প্ৰভুৱে নিজেও মধুৰ সংস্কৃত স্তব-স্তোত্ৰ, গীত আৰু কাব্যৰ ৰচনা কৰিছিল। প্ৰভুৰ 'শ্ৰীকৃষ্ণলীলামৃতম্' এখন সুমধুৰ লঘুকাব্য। ইয়াত বালক কৃষ্ণই গোপ বালকসকলৰ লগত পুৰা ধেনু চৰাবলৈ যোৱাৰপৰা গধুলি উভতি আহি মাকৰ সাকুল সাগ্ৰহ সমাদৰ পোৱালৈকে দিন-লীলাৰ বৰ্ণনা আছে। তলত তুলি দিয়াখণ্ড গৰু চৰোৱাৰ সময়ৰ ক্ৰীড়া-কৌতুকৰ এটি সহজ ভাষাত সৰস বৰ্ণনা।

ধৱলীশ্যামলীত্যুক্ত্বা ধেণুৰাজুহুবুৰ্ম্মুহুঃ।
তচ্ছ্ৰুত্বা পুচ্ছমুত্তুল্য গাৱোঽধাৱন্ সৱৎসকাঃ॥
প্ৰবিশ্য বিপিনং সৰ্ব্বে মহাকৌতুহলান্বিতাঃ।
স্বান্ স্বান্ গাশ্চাৰয়ন্তস্তে বিচৰন্তি সমন্ততঃ॥
ময়ুৰভৃঙ্গভেকানাং ৱকমৰ্কটয়োস্তথা।
অনুকৃতপৰাঃ কেচিদ্দহুৰনেকশো ধ্বনিম্॥
নিৰীক্ষ্য বৃক্ষশাখায়াং শাখামৃগমৱস্থিতম্।
দণ্ডহস্তেন ধাৱন্তি তমাহন্তুং সকৌতুকাঃ॥
তান্ দৃষ্টাঽতিভয়াৎ সোঽপি শাখাচ্ছাখান্তৰংগতঃ।
কশ্চিদ্দুদোহ ধেণুং স্বাংৱৎসং ৰক্ষতি কশ্চন্॥
ক্বচিদ্ বা মল্লৱেশেন যুযুধাতে পৰস্পৰম্!
কন্দুকক্ৰীড়নাসক্তাঃ ক্বচিদ্গণ্ডুকখেলনম্॥
কুৰ্ব্বন্তো বহুধা ক্ৰীড়াং পৰিশ্ৰান্তাস্তদাভৱন।
ক্ষুৎ-পিপাসাৰ্দ্দিতা স্তেঽপি বৃক্ষচ্ছায়াং সমাশ্ৰিতাঃ॥
নানাবিধানি মিষ্টানি ফলান্যানীয় বালকাঃ।
শৃঙ্গে পানীয়মানীয় ফলান্যাদন্ পপুৰ্জ্জলম্॥
ভুক্ত্বা পীত্বা গতশ্ৰান্তাস্তস্থুস্তত্ৰ মুদান্বিতাঃ।
তৰ্হি তেষাং পৰাং শোভাং ৱৰ্ণিতুং কোঽপি ন ক্ষমঃ॥

পাঠকসকলে মন কৰিছে চাগে, এই উদ্ধৃতিখিনিত পুৰাণৰ পদ্যশৈলীৰ পৰম্পৰা সুন্দৰভাবে ৰক্ষিত হৈছে। ৰচনাত সাৰল্য আৰু মাধুৰ্য্য দুয়োটা গুণেই হাত ধৰা-ধৰি কৰি আছে। একেজনা অধিকাৰ প্ৰভুৰে আৰু এটা স্তোত্ৰাংশ চাওক বসন্ততিলক ছন্দৰ এই স্তোত্ৰত ভাগৱতৰ শ্লোকৰ সোৱাদৰ কথা মনলৈ আহে।

ত্বামাৰ্ত্তবন্ধুমভয়ঙ্কৰমাশ্ৰিতানাং।
দীনাৰ্ত্তিৱাৰণমুদাৰমপাৰকীৰ্ত্তিম্ ॥
ৱন্দে মুদা শৰণদং তনুৱাঙ্ মনোভিঃ।
মামুদ্ধৰ প্ৰণতৱৎসল দীনমাৰ্ত্তম্ ॥

## সংস্কৃত গীত আৰু স্তোত্ৰ

সংস্কৃত গীত লিখাৰ পৰম্পৰা নিৰঞ্জনদেৱৰ দিনৰপৰাই চলি আহিছে। আউনীআটীসত্ৰত গীতৰ পুথি আৰু গীতৰ বকলা[১] কেইবাখনো আছিল। গীতৰ বকলা[১] এতিয়াও দুই এখন সত্ৰৰ ভঁৰালত আছে। উত্তৰ গুৱাহাটীত থকা শাখাসত্ৰত এনে এখন গীতৰ পুথি পোৱা গৈছিল। সেই পুথিৰ বিবৰণ এটা ১৩৩৬ সালৰ ( ১৮৫১ শক ) কলিকতাৰ বঙলা মাহেকীয়া কাকত 'প্ৰবাসী'ত তাৰকেশ্বৰ ভট্টাচাৰ্য্য নামৰ এজন লোকে প্ৰকাশ কৰিছিল। তাৰপৰাই স্বৰ্গীয় সৰ্ব্বেশ্বৰ কটকীয়ে চমু বিবৰণ এটা 'আৱাহন'ৰ ১৮৫৩ শকৰ ৩য় বছৰৰ চতুৰ্থ সংখ্যাত অসমীয়া পাঠকৰ আগত দাঙি ধৰিছিল। পুথিত বহুত প্ৰকাৰৰ গীত আছিল, ব্ৰজাৱলী, হিন্দী আদি বিভিন্ন কবিৰ গীতো আছিল। তাৰে বহুতো সত্ৰতে লিখা গীতো আছিল। ইয়াত এটি সংস্কৃত গীত পোৱা গৈছে। সেই গীত বিহুৰ দিনা ৰুদ্ৰসিংহৰ প্ৰশস্তিৰূপে গোৱা হৈছিল হবলা। কিছুমান ৰজাঘৰীয়া গীত আছিল, ৰজাৰ ঘৰত গাবলৈ সেই গীতবোৰৰ ৰচনা কৰা হৈছিল বা সংগৃহীত হৈছিল। ইও তেনেবিধৰ গীত। গীতটি ৰচনা কৰিছিল কবিৰাজে। কোন কবিৰাজ, অথবা কবিৰাজ চক্ৰবৰ্ত্তীয়েই নে কি গীতৰ ভণিতাৰপৰা বুজা নাযায়। পাছে আউনীসত্ৰৰ গীতৰ পুথিত স্থান পোৱালৈ চাই সত্ৰৰে লোক হোৱাই বেছি সম্ভৱ। ৰুদ্ৰসিংহ স্বৰ্গদেউৰ দিনত আউনীআটীসত্ৰৰ ভাগৱতীজনৰ নাম আছিল কবিৰাজ ভাগৱতী। কেশৱদেৱৰ চৰিতপুথিত কবিৰাজ মিশ্ৰ নামেৰেও তেওঁৰ কথা উল্লেখ কৰিছে। এই কবিৰাজ মিশ্ৰ বা ভাগৱতী কেশৱদেৱ প্ৰভু সদিয়ালৈ আঁতৰি যাব লগা হওঁতে লগত যি আঠজন গৈছিল তাৰে এজন।

এওঁৰেই এই গীতৰ ৰচক আছিল বুলি অনুমান হয়। কাৰণ ৰুদ্ৰসিংহৰ দিনত কবিৰাজ নামৰ এওঁৰ কথাহে এতিয়ালৈকে পাইছো। এই নামৰ আন এজন কবি কবিৰাজ চক্ৰবৰ্ত্তীয়ে শিৱসিংহৰ নামহে লৈছে, ৰুদ্ৰসিংহৰ লোৱা নাই। গীতটো পঢ়িলে সেইকালত অসমত জয়দেৱৰ গীতগোবিন্দ নামৰ গীতিকাব্য যে পণ্ডিত সমাজৰ আদৰণীয় আছিল এই কথাৰো প্ৰমাণ হয়। গীতটিৰ এছোৱা দিয়া হল—

নৃত্যতি ললিতং হৰিগুণবলিতং
গায়তি বিহৃৰিলাসম্
কলিত-স্বুৰচনং মুখৰিত-ৰসনং
নটীপটল মৃত্বুহাসম্
তৰলদৃগমলং চলকৰকমলম্
কোকিল কলৰৱৰাৰম্
ৰুচিৰাপাপঘনং মৃত্বুঘনজঘনম্
যুৱজনমোহন ভাৰম্।
ভূষণলসিতং ৰসভৰৰসিতং
চৰণচলিতমঞ্জীৰম্।
গায়নভণনং শ্ৰুতিসুখজননং
মনসি কলয়তি ৰেগম্
শ্ৰীৰুদ্ৰসিংহ ধৰণীপতিসিংহ
নিৰুপমৰচনসমাজে
ইদমালিগানং হৰিগুণভাণম্
শৃন্নুত ভণিত কবিৰাজে।

গীতি-কবিতাটি যদিও আলিগান অৰ্থাৎ সখীসকলৰ গীত বোলা হৈছে আৰু বিহুৰ বৰ্ণনাও আছে, কবিয়ে তাক ব্ৰজযুবতীৰ নৃত্যৰ প্ৰতি ইঙ্গিত কৰি হৰিগুণভাণম্ অৰ্থাৎ হৰিগুণৰে নামান্তৰ বুলিছে। এই ধৰ্ম্মীয় ঢাকনিৰে লৌকিক আৰু সামাজিক বিষয়ৰ বৰ্ণনা কৰাত কবি-চাতুৰ্য্য প্ৰকাশ পাইছে।

দত্তদেৱ প্ৰভুৰ সংস্কৃত শ্লোক ৰচনাৰ নমুনা আগতে দিয়া হৈছে। প্ৰভু জনাই সংস্কৃত, অসমীয়া আৰু বঙলা ভাষাত বিবিধ গীত ৰচনা কৰিছিল। তলৰটিও সংস্কৃত গীতৰ এটি। গীতটি গোৱাৰ এটি বিশেষ ধৰণ আছে—'ভুজগভোগপ্ৰচণ্ডভুজদ্বন্দ্বধৃতকোদণ্ড' ইত্যাদি অংশ দ্ৰুনাত গোৱা হয়। শুনিবলৈ বৰ ভাল লাগে—

ভজামি কৌশল্যানন্দনং, সুৰনৰবন্দনং, ত্ৰিভুবনভয়ভঞ্জনং।
দীনদয়াময়-নিত্যনিৰাময়-নিজজনমানসৰঞ্জনম্
নমো নমো ৰামং, জগদভিৰামং, দূৰ্ব্বাদলশ্যাম-ৱিমলগুণগ্ৰামং
ৱিশ্ৰামধামজিতকামং কমনীয়ৰমণীয়শৰীৰং
ৰৱিকৰৱৰপীতাম্বৰধৰং ধৰণীতনয়াধৰমধুমধুপায়মানমানসং
গম্ভীৰবীৰসুধীৰম্ ॥　ভজামি কৌশল্যানন্দনং……… ॥
শাৰদশশধৰৰুচি মৃদুহাস্যৰুচিৰাস্যমনোহৰং
কমলায়তলোচনং, বিপুলৱক্ষসুশোভিত—
কৰিকুম্ভজমৌক্তিকহাৰম্।
ভুজগভোগপ্ৰচণ্ডভুজদ্বন্দ্বধৃতকোদণ্ডং, শ্ৰুতিকুণ্ডলবিলোলগণ্ডস্থলং,
স্থলকমলগঞ্জিতৰঞ্জিতাৰণপদপল্লৱং প্ৰণতৱৰদসুখধাৰম্।
ভজামি কৌশল্যানন্দনং, সুৰনৰবন্দনং, ত্ৰিভুবনভয়ভঞ্জনম্ ॥
নিশাচৰবৰুথৰাৱণৱিদাৰণপঞ্চাননং
পদ্মাসনসনকাদিনিসেৱিতচাৰুপদম্
ৰণপণ্ডিতদণ্ডিতখলখণ্ডিতমহীভাৰম্।
ত্ৰিভুৱনজনপাৱনং, ভূতভাৱনং ৰাৱণকুলৱনদাহদহনং
শ্ৰীদত্তদেৱসেবিতসুখসাৰম্—
কৌশল্যানন্দনং, সুৰনৰৱন্দনং, ত্ৰিভুৱনভয়ভঞ্জনম্ ॥

দত্তদেৱ প্ৰভুৰ দিনবে ওজা ৺শ্ৰীধৰ বৰুৱাই 'হৰিসঙ্গীতম্' নামৰ এখন গীত-গ্ৰন্থ লিখিছিল। ওজাই ১৮২১ শকতে এই গ্ৰন্থ লিখি সমাপ্ত কৰিছিল যদিও ১৮২৪ শকতে ডিব্ৰুগড়ৰ ৺শিৱনাথ ভট্টাচাৰ্য্যই এই পুথি মুদ্ৰিত কৰি প্ৰকাশ কৰিছিল। হৰিসঙ্গীতমৰ গীতৱিলাকত জয়দেৱ কবিৰ গীতগোবিন্দমৰ কোমল কান্ত পদাৱলীৰ ৰিঙনি এটি শুনিবলৈ পোৱা যায়—

পীতাম্বৰা পদ্মপলাশনেত্ৰা।
বংশীবিষানাম্বুজমালিকাঢ্যা ॥
শ্যামামলা মঞ্জুলকঞ্জবক্ত্ৰা।
হৃদ্যস্তমে কোঽপি কিশোৰমূৰ্ত্তিঃ ॥

ওজাই ৰচনা কৰা আৰু এটা গীতৰ নমুনা দিয়া হ'ল—

ৰাগ—আসোৱাৰী

(ধ্ৰুং) যামি শৰণং জগদ্‌গুৰুনন্দকুমাৰম্
সৰসবসন্তবিহিতবৃন্দাৱন-
যামুনপুলিনৱিহাৰম্
সজলঘনামলকান্তিকিশোৰ—
ৰুচিৰৱৰৱিগ্ৰহসাৰম্।

পৰিহিতমিহিৰময়ূখমনোৰম
পীতৱৰাংশুকতাৰম্ ॥
নৱকুট্মলগুচ্ছোজ্জ্বলকুঞ্চিত—
কান্তশিৰোৰুহভাৰম্
লীলাহসিতলসন্মুখমণ্ডল—
মনুগত-হাবমুদাৰম্ ॥
ৰৱিকৰসুন্দৰকৌস্তুভকুণ্ডল
মুকুটকটকশুচিহাৰম্ ।
মোহনৱংশৰৱেণ ৰচিত—
গোপীহৃন্মাৰৱিকাৰম্ ॥
নখচন্দ্ৰৱিৰাজিতপাদপঙ্কজ—
মৰ্চ্চকজনভয়হাৰম্ ।
শ্ৰীধৰচিত্তসৰোজৱিমলৱৰ—
পীঠৱিহৰদৱতাৰম্ ॥

এইদৰে সংস্কৃত গীত স্তোত্ৰ আদি ৰচনা কৰাৰ শুভ্ৰ পৰম্পৰা আউনী-আটীত আজিলৈকে চলি আছে। কমলচন্দ্ৰদেৱ প্ৰভুৱেও সুন্দৰ সংস্কৃত স্তোত্ৰ ৰচনা কৰিছিল। সংখ্যাত যদিও বেছি নহয়, যি অলপ নমুনা পোৱা যায় তাৰ-পৰাই প্ৰভুজনাৰ সংস্কৃতত ৰচনাশক্তিৰ পৰিচয় পোৱা যায়—

ভজে ব্ৰজৈকজীৱনং। স্বভক্তচিত্তৰঞ্জনং ॥
বিশালকালবাৰণং। নিকুঞ্জকুঞ্জশোভিনম্ ॥
অখণ্ডমণ্ডখণ্ডনং। ত্ৰিলোকলোকৱন্দনং ॥
মহেন্দ্ৰমানদাৰণং। নমামি নন্দনন্দনম্ ॥
সুপিচ্চগুচ্ছমস্তকং। সুনাদৱেণুহস্তকং ॥
সগোপৱৎসপালকং। নমামি নন্দবালকম্ ॥
জ্বলন্তবহ্নিপাৰকং। সমস্তৱিশ্বনায়কং ॥
কটাক্ষমোক্ষদায়কং। নমাম্যনন্তশায়কম্ ॥

বৰ্ত্তমানজনা অধিকাৰ শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ প্ৰভুৱেও কেইটিমান সংস্কৃত গীত ৰচনা কৰিছিল। সেইবিলাকত প্ৰাচীন ৰাগৰ সুৰ-সংযোজন কৰি ওজাসকলে সত্ৰত প্ৰায়ে গায়। তেনে এটি গীতৰ নমুনা তলত দিয়া হ'ল—

ত্বাং প্ৰণমামীশ নন্দদুলালম্ ॥
সুন্দৰবঙ্কিমভঙ্গিমৱেশং নিৰ্ম্মলশ্যামলমোহনৰূপম্
হাস্যসুধাননৱাদিতৱেণুম্ ॥ 'ত্বাং প্ৰণমামীশ···॥
মস্তকে ৱামৱিহেলনচূড়ং কুঞ্চিতকুন্তলচুম্বিতভালং
পদ্মদলায়িতনেত্ৰৱিশালম্ ॥ 'ত্বাং প্ৰণমামীশ···॥

উজ্জ্বললোলিতকুণ্ডলকৰ্ণং কান্তকৰান্বিতসুষমকপোলং
কণ্ঠকলিতবনমৌক্তিকমালং ॥ 'ত্বাং প্ৰণমামীশ…॥
জানুৰিলম্বিতবৰ্ত্তুলহস্তম্ অঙ্গদকঙ্কনকেয়ুৰকান্তম্
পাণিৰিটপকৃতবেণুবিলাসং ॥ 'ত্বাং প্ৰণমামীশ…॥
উন্নতৰক্ষং তনুকটিদেশং পীতপটাবৃতকিঙ্কিনীসূত্ৰম্
ৰম্ভোপমোৰুসুগোলজানুম্ । 'ত্বাং প্ৰণমামীশ…॥
হাটক-হোডৰৰঞ্জিতগুম্ফং নূপুৰৰিলসিতৰণিতপদাব্জং
হেমচন্দ্ৰমনোমানসহংসম্ ॥ 'ত্বাং প্ৰণমামীশ…॥

**অসমীয়া গীত ঃ** নিৰঞ্জনদেৱ সুকবি আছিল বুলি বংশীগোপালদেৱৰ চৰিতকাৰ আৰু মহামোহ কাব্যৰ ৰচয়িতা ৰমানন্দ দুয়োজনে একেসুৰতে কৈছে। ৰমানন্দৰ মতে 'অধিকাৰজনা "মহা গুণৱন্ত, ধৰ্ম্মতো শ্ৰীমন্ত, কবিগুণে পৰিপাটি" আছিল কিন্তু প্ৰভুজনাৰ ৰচিত কোনো পদপুথি বা গীত পোৱা নাই। সত্ৰত গোৱা বৰ-নাম আৰু পাল-নামত গোৱা কিছুমান ঘোষা নিৰঞ্জনদেৱৰ ৰচনা বুলি পুৰাভিজ্ঞ ভকতসকলৰ মুখে শুনা যায়। এই ঘোষাবিলাকত ভণিতা নাথাকে দেখি সেইবোৰৰ ৰচনাকাৰ কোন এই কথা ঠাৰৰাই কোৱা কঠিন। তথাপি পৰম্পৰাই চলি অহা কথাষাৰো সঁচা নহয় বুলি তিলিকিতে উৰাই দিবও নোৱাৰি। নিৰঞ্জনদেৱে কিছুমান ঘোষা লিখিছিল কিন্তু সেইবোৰৰ চিন হেৰাল —এইষাৰেই যুক্তিসঙ্গত সিদ্ধান্ত হব।

এইজনা প্ৰভাবী গুৰুৱে সাহিত্য কৰ্ম্মলৈ ৰজা প্ৰজা সকলোকে উৎসাহ দান কৰিছিল। মহাৰাজ জয়ধ্বজসিংহয়ো এই গুৰুজনাৰ প্ৰভাৱতে পদ-পুথি আৰু গীত লিখিবলৈ হাতত লৈছিল। বুৰঞ্জীত আছে—"ৰাজা পাচে বাপুত আশ্ৰয় লৈ হৰিমন্দিৰ কৰি আপুনি আৰ্যনন কৰে। পদ্মপুৰাণৰ জনকৰ আখ্যানৰ পদ কৰিলে, অনো পদ-পোয়াৰ কৰে।"[২] স্বৰ্গদেৱৰ "পদ-পোয়াৰবিলাক" কলৈ গ'ল কোনে কব ? আউনীআটী সত্ৰত হলে জয়ধ্বজসিংহ ৰজাই কৰা দুটি গীত আজিকালিও গোৱা হয়। ৰুদ্ৰসিংহ স্বৰ্গদেৱে ৰচনা কৰা দুটি গীতো সত্ৰত গোৱা হয়। এই গীতবিলাক ইমান কালে জয়ধ্বজসিংহ আৰু ৰুদ্ৰসিংহ স্বৰ্গদেউসকলৰ ৰচিত বুলি সমাদৃত হৈ আহিছে তাক নো নহয় বুলি কোন সাহেৰে কোৱা যায় ? জয়ধ্বজসিংহ ৰচিত গীত দুটিৰ ৰচনা মিহি নহয় ধৰুৱা, আৰু তালৈ চাই ন-শিকাৰুৰ ৰচনা যেনেই লাগে। তলত দিয়া প্ৰথম গীতটোৰ বিষয় জনকনন্দিনীৰ অভাৱত ৰামৰ বিলাপ। জনকৰ উপাখ্যান লিখা কবিয়ে জনকনন্দিনীৰ হৰণৰ কথাও কিজানি লিখিছিল। তলত দিয়া গীত তাৰে

ভিতৰুৱা হবও পাৰে। আহোম স্বৰ্গদেউসকলৰ ভিতৰত জয়ধ্বজসিংহয়ে সাহিত্য-কৰ্ম্মত ৰুচি থকা আৰু অনুশীলন কৰা প্ৰথম ৰজা। তাৰো মূলতে কবিগুণে পৰিপাটি প্ৰভু নিৰঞ্জনদেৱ।

জয়ধ্বজসিংহ মহাৰাজে কৰা গীত দুটি এই—

১। ৰাগ—শ্ৰী, তাল যোতি ( যতি )

ঐ প্ৰাণেশ্বৰী জনক নন্দিনী
তোক হেৰুৱালো কেনে
ইতো বিজুবনে প্ৰাণ ধৰো কেনে
নেদেখি বদন তোৰ।
ৰাজ্য হৈল নাশ বন হৈল বাস
তোক্ পাসৰিলো কেনে।
মোৰে প্ৰাণেশ্বৰী পৰে নিল হৰি
জীৱন ধৰিবো কেনে॥
নিপিন্ধিলো হাৰ হৃদয়ে হামাৰ
অন্তৰে দেখিবো তোৰ।
আগে সিন্ধুৰাৰ মধ্যত সুন্দৰ
বিৰহে দগধ মোৰ॥
এহি বুলি তাপ কৰন্ত বিলাপ
সীতাৰ বিয়োগ প্ৰায়।
ৰামৰ চৰণ ভাবিয়োক মনে—
জয়ধ্বজ সিংহে গায়॥

২। ৰাগ বৰাৰী, তাল—জিকাৰ

কলীয়া কানু, কতনো বজায় বাংশী।
বংশীৰ স্বৰে পৰাণ নাৰহে
মুখে মনোহৰ হাসি॥
একহি কলীয়া মেঘ বৰণীয়া
তাতনি কৰিছে চূড়া।
চূড়াৰ উপৰে চান্দ বিৰাজিছে
মাথে ময়ূৰৰ জোৰা॥
গোকুলৰ মাজে আমি নতু দেখো
এমন বৰণ কালা।
গলে হেম হাৰ নব পেচন্দাৰ
শোভন কৰিছে ভালা॥

এমন মোহন মুৰুতি সুন্দৰ
নিৰমিল কোন বিধি।
জয়ধ্বজে কয় ৰাধে বোল হয়
কলীয়া গুণৰ নিধি॥

সত্ৰত গোৰা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ ৰচিত ছুটি গীতৰ এটি এই—

ৰাগ—শুদাগান্ধাৰ, তাল—থাক্‌তাল।

জয় বন্দো কেশৱ ৰূপমুদাৰম্।
যতুকুল কমল উদিত দিনকৰম্॥
ব্ৰজৰ যুৱতী মোহন বিপৰীতম্।
অভিনৱ জলদ শ্যামেৰ শৰীৰম্॥
পীতবস্ত্ৰে শোভা কৰে মুৰুতি মধুৰম্।
যাৰ পদে সেৱা কৰে ব্ৰহ্মা মুনিবৰম্॥
ভক্তবৎসল গিৰিগোবৰ্দ্ধন ধাৰম্।
বোলে ৰাজা ৰুদ্ৰসিংহ তোহাৰ দাস পৰম্॥

এনেকৈ সংস্কৃতীয়া লাচ্‌ এটা দি গীত লিখাৰ ৰীতি এটা আগেয়ে সকলো প্ৰদেশতে চলিছিল। গীতৰ সুৰৰ সুবিধাৰ কাৰণেও কেতিয়াবা এনে ৰীতিৰ আশ্ৰয়* লৈছিল হবলা। উজনি অসমৰ সকলো ঠাইতে শিৱৰাত্ৰিৰ দিনা গোৰা নামৰ এনেকুৱা দিহা এটা বহুতে শুনিব পায়—

হৰ শিৱ শম্ভু গৌৰীশং গৌৰীশং
ৰুদ্ৰং পশুপতি ঈশানং।

ইয়াৰ সুৰটোত অনুস্বৰ কিটা থাপ খায় যায়। আউনীসত্ৰত সংৰক্ষিত গীতৰ মাজত এনেকুৱা সংস্কৃত লাচ থকা গীত বহুত পোৱা যায়। বৰ্ত্তমান গৰাকী অধিকাৰে ৰচনা কৰা এনে এটি ছুটি গীত আছে। তাৰে এটি—

জয়তি বালগোপাল লৱনুতস্কৰং।
লনীৰ কবল মুখে লনীলিপ্তকৰং॥
নীলমুখপদ্মে বিন্দু লৱনু ক্ষীৰং।
নীল নভে ৰাজে যেন মণ্ডল ঋক্ষৰং॥
ভালে শ্বেত চন্দনৰ তিলক সুন্দৰং।
ঋক্ষমধ্যগত পূৰ্ণ ইন্দু সমসৰং॥
আয়ত প্ৰশান্ত ছুটি চক্ষু মনোহৰং।
যাৰ দৃষ্টি হেমচন্দ্ৰে ৰাঞ্ছে নিৰন্তৰং॥

উপৰি দেৱসকলৰ ভিতৰত পদ্মপাণিদেৱ, লক্ষ্মীৰামদেৱ, দত্তদেৱ, কমলচন্দ্ৰদেৱ আৰু বৰ্ত্তমানৰ প্ৰভু হেমচন্দ্ৰদেৱ, ডেকা অধিকাৰ বিষ্ণুচন্দ্ৰদেৱ,

সকলোৱেই গীত-পদ ৰচনা কৰি গৈছে'.আৰু কৰি আছে। লক্ষ্মীৰামদেৱে মুৰলীসংবাদ বুলি এখন গীতময় ভাৱনা কৰাইছিল। পদ্মপাণিদেৱৰ গীতো পোৱা যায়। পদ্মপাণিদেৱৰ গীত—

পিয়ো মন হৰিপদ পদ্ম মকৰন্দ
পিয়ো হৰিপদ মকৰন্দ
হৰি নভজিয়া কেনে কৰ আয়ু মন্দ॥
তপ জপ তীৰ্থস্নান যত সদাচাৰ।
ভকতি বিহীন পুণ্যে নতৰে সংসাৰ॥
কোটি কোটি কল্পে নাপায় মনুষ্য তনু।
নাচৰি স্বাৰ্থ ব্যৰ্থ কৰিলাহা পুনু॥
যমৰ যাতনা শুনি ভয়ে কম্পমান।
বোলে পদ্মপাণি কৃষ্ণ বিনে নাহি আন॥

শ্ৰীদত্তদেৱ প্ৰভুৰ এটি গীত—

ভজতু ভ্ৰান্ত শ্ৰান্ত জানকীকান্ত শান্তি-শৰণম্
ভৱ বৈতৰণী তৰণতৰণি মৰণ ভীতি হৰণম্
বিনা দানতীৰ্থ-স্নান-যাগ-যোগকৰণং
মুক্তিমভিলসসি যদি যাহি ৰামমাশুশৰণং
ত্যজ কুমন্ত্ৰ যন্ত্ৰ তন্ত্ৰ তৰ্কব্যাকৰণম্
মহামন্ত্ৰ ৰামনাম সততং কুৰু স্মৰণং
সাধুসঙ্গমনুসৰ পৰিহৰ কুকৰ্ম্মাচৰণং
গাহি দ্বিজ দত্তভণিতমতিশয়খেদপৰিহৰণম্॥

শ্ৰীধৰ ওজাৰ—হৰে কৃষ্ণ হৰে ৰাম হৰে নাৰায়ণ
কেশৱ কমলাকান্ত কালীয়দমন
হৰে কৃষ্ণ হৰে ৰাম হৰে নাৰায়ণ॥
... ... ... ... ...

জগত জীৱন অজিতভুৱন
জনাৰ্দ্দন জীৱন-বিলোচন
কৰুণা নিধান কেশী কংসনিসূদন
হৰে কৃষ্ণ হৰে ৰাম হৰে নাৰায়ণ॥
বৈকুণ্ঠবামন গোপিকাৰমণ
বাসুদেৱ বনমালী সনাতন
অচ্যুত অক্ষৰ শেষধৰাধৰ
হৃষীকেশ ঈশ অনন্তশয়ন

ওহি নামে শ্ৰীধৰ মাগে সতত শৰণ
হৰে কৃষ্ণ হৰে ৰাম হৰে নাৰায়ণ ॥

হেমচন্দ্ৰদেৱ প্ৰভুৰ গীত—

শ্ৰীগোবিন্দ কাচে ৰণ কাচনে ॥
যেন চমকে চপল নবঘনে, ৰাজে শ্যাম অঙ্গ হেমভূষণে।
কমৰ কবচ পীত বসনে বান্ধে আটি আটি অতি যতনে ॥
কুঞ্চিত চিকুৰে ৰমণীয় শিৰে মুকুট নিৰ্ম্মিত মণিগণে।
ললাট ফলকে তিলক জ্বলকে মকৰ কুণ্ডল শ্ৰৱণে ॥
আয়ত নয়ন কৰে বিঘূৰ্ণন স্পন্দে তিল ফুল নাসাঘনে।
বীৰত্ব দ্যোতক কোপ প্ৰভাষক সুকঠোৰ হাস্য বদনে ॥
শ্ৰীকণ্ঠে কৌস্তুভ হেমমালাশুভ বনমালা বৰ্ণী পঞ্চবৰ্ণে।
শ্ৰীৱৎস বক্ষত বাহুসুশোভিত কেয়ুৰ কঙ্কন কৰত্ৰাণে ॥
পৃষ্ঠত তূণীৰ পৰিপূৰ্ণশৰ দক্ষ কৰ ৰাজে সুদৰ্শনে।
বাম কক্ষে শাৰ্ঙ্গধনুক বিৰিঙ্গি কৰ অধিকৃতপাঞ্চজন্যে ॥
গদাখদগাদি বিপক্ষপ্ৰমাদি অস্ত্ৰ নিবন্ধিল যথা স্থানে।
কটিত কিঙ্কিনী বাজে কিনিকিনি থাকি থাকি কোপ কম্পনে ॥
অৰুণ বৰণ চঞ্চল চৰণে বাজিছে নূপুৰ ৰুণজুনে।
সিপাদ পঙ্কজে হেমচন্দ্ৰ দ্বিজে ৰাখে ধ্যান গীতবিৰচনে ॥

এই গীতটোত পাৰিজাত হৰণৰ বেলিকা ইন্দ্ৰৰ লগত যুদ্ধাৰ্থে সাজু হোৱা শ্ৰীকৃষ্ণৰ বৰ্ণনা কৰা হৈছে। গীতটোৰ বিশেষত্ব হ'ল মধুৰ-মনোহৰ কৃষ্ণ আৰু বৈৰী-নিসূদন ৰুদ্ৰকৃষ্ণৰ এটা বিচিত্ৰ সমাবিষ্ট মূৰ্ত্তিৰ বৰ্ণনা।

আউনীআটীৰ গীতৰ পুথিত অসমীয়া, হিন্দী, বঙলা, মৈথিলী আদি গানো পোৱা যায়। পূৰ্ব্বৰ অধিকাৰসকলৰ অস্থি নিক্ষেপ কৰিবলৈ যাওঁতে বৰাগীসকল স্থানে স্থানে বৈ গৈছিল। বিশেষকৈ পুৰী আৰু বৃন্দাবনত সৰহ-দিনীয়াকৈ বাস কৰিছিল। সেইসময়ত য'ত যি কৃষ্ণগীত শুনি ভাল পাইছিল, তাক শিকি আৰু লিখি আনিছিল। ঈশ্বৰ কৃষ্ণৰ নাম হলেই সকলোবোৰ উদাৰ দৃষ্টিৰে সমাদৰ কৰিছিল আৰু তাৰ সুৰবোৰ ধৰি ৰাখিবৰ কাৰণেই গীতবোৰ ৰক্ষা কৰিছিল। সেইবোৰে সত্ৰৰ সুৰৰ বৈচিত্ৰ্যও বৃদ্ধি কৰিছিল। এইবোৰৰ সুৰৰ অনুকৰণ কৰি ওজাসকলে অসমীয়াতো গীত ৰচনা কৰিছিল।

## নাম

গীতবিলাকৰে ভাই-ককাইস্বৰূপ বৰাগী নামবিলাক। এই নামবিলাকৰ কথা পূৰ্ব্বে কেবাবাৰো কোৱা হৈছে। ইয়াৰ ইতিবৃত্তও পঞ্চম আৰু ষষ্ঠজনা

অধিকাৰৰ জীৱনকথাত বিবৰি অহা হৈছে। এইবিলাক টুকুৰা টুকুৰা নাম। কোনো প্ৰসঙ্গত ইয়াৰ লগত পদ দিয়া হয় আৰু কোনো প্ৰসঙ্গত দিয়া নহয়। কেৱল নামকে তিনিফাকিকৈ লৈ একোটা খণ্ডা লগাই গোৱা হয়। বৰাগীনাম আউনীআটীৰ বিশিষ্ট অৱদান। আউনীআটীৰ নামকীৰ্ত্তনত হৰিনাম আৰু বৰাগীনামৰ বিশেষত্বৰ কথা সকলোৰে জনাজাত। বৰাগীনামবিলাক শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাত ইমান জনপ্ৰিয় যে সেইবিলাক গাঁৱলীয়া সবহুৱা নামৰ দিহাৰূপে ব্যৱহাৰ কৰি পদ দি নাম গোৱা হয়। বহুতে নাজানে যে এই দিহাবিলাক আউনীআটী সত্ৰৰ বৰাগীনামৰপৰা আহৰণ কৰা। লৰা, বুঢ়া, তিৰোতা, সকলোৰে মুখে মুখে থকা জন্মাষ্টমীত গোৱা গীত কেইটাৰ কথাকে এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। যেনে—

আজি ৰাতি শিলা বৰষিলে এ
ঘুগুনি প্ৰজাৰ মাত।
পালি পহৰীয়া সবে নিদ্ৰা গৈলা
উপজিলা জগন্নাথ॥
ভাদ্ৰমাহৰ ৰোহিণী অষ্টমী এ
মঙ্গলবাৰৰ ৰাতি।
পদ্মৰ পাততে গোসাঁই উপজিলা
লগাইছে সুগন্ধৰ বাতি॥

এইদৰে সত্ৰৰ জন্মাষ্টমীত গোৱা কিছুমান বৰাগীনাম আছে, সেইবোৰ গাঁৱে-ভূঞে প্ৰচলিত হৈ লোকানুৰঞ্জন কৰি আছে। দিহাৰূপে প্ৰয়োগ কৰা বহুত বৰাগীনাম পূৰ্ব্বৰ আউনীআটীৰে। সেইবোৰ সবহুৱা নামত ৰাইজে প্ৰয়োগ কৰে। যেনে—

(১) বৃন্দাবন হৰি বৃন্দাবন
ক'তে হেৰুৱালা নাৰায়ণ?
বৃন্দাবন বিহাৰী ৰাধে কৃষ্ণ।

(২) এ ভায়া ৰাম নাৰায়ণ
বোল ভায়া গোপাল গোবিন্দ হৰে।

(৩) মেঘে বৰণীয়া
চিকণ মুকলীয়া
কালিৰ শিৰে চৰি
নাচে কি ৰাম ৰাম।

বৰাগীনামবিলাকত প্ৰায়ে কৃষ্ণৰ জাগৰণ চালন আদি বিষয়ৰ একোটা কল্পেৰীয়া পৰিস্থিতিৰ বৰ্ণনা থাকে। পুৰাৰ বৰাগীনামৰ এটা নমুনা দিয়া হ'ল। পুৰা আৰু গধুলিৰ প্ৰসঙ্গীয়া বৰাগীনামত চাপৰি নবজায়।

উঠা উঠা হৰি 'এ'
চৌদিশে পোহৰ হল।
বনৰ হৰিণা বনতে লুকাল
পখী দশোদিশে গল।
মাৰৰ বচন এ শুনিয়া কানু,
'অ' হৰি হৰি জাগিয়া কানু,
হাততে লৈয়া শিঙা বেত্ৰ বেণু,
মাৰৰ বচন এ।
মাৰৰ বচনে এ গৈলা বজায়
আগতে গোধন বংশী বজাই
মাৰৰ বচনে এ॥

সবহুৰা বৰাগীনাম—

শ্যাম কানু
বৃন্দাবনলৈ নাহা জানো?
হামাক তেজিয়া
কৈ গৈলা কৈ গৈলা হৰি—।
এহে পঙ্কজলোচন নেদেখি তোমাৰ
মৰো সৰে আমি দাসী হে।
মধুৰ বচনে অধৰ অমৃতে
জীয়ায়ো আমাক আসি॥
শুনিয়ো কপটী হৰিৰাম গোবিন্দ
সঙ্কেত আলাপে হৰিৰাম গোবিন্দ
ফুগুচে আঁৰ হিয়াৰ॥

এটি তত্ত্বাৰ্থমূলক গীত—

ৰাম ৰাম ৰাম, অ' হৰি ৰাম
ৰা শব্দৰ ৰা পদ ভৈল
প্ৰচণ্ড বহ্নি নিঃশেষ
ম বায়ু সম, অধৰ্ম্ম অৰণ্য
দাহয় কৰিয়া শেষ
এহে শ্যাম তুলসীৰ তলে কলীয়া ব'ই
জুৰোৱা গ'ই।

'ৰাম' শব্দৰ ৰা ধ্বনি হল বহ্নি, ম ধ্বনি সেই বহ্নিৰ অনুকূল বায়ু। ই হৈছে পাপ-দহনৰ বহ্নি। এই দহনত যি তাপ উপজিব সেই তাপৰপৰা ৰক্ষা পাবলৈ শ্যামৰূপ তুলসীবৃক্ষৰ ছাঁয়াত জুৰ লবা।

## পদ-পুথি

পদ-পুথিও আউনীআটী সত্ৰত বহুত ৰচিত হৈছিল। বংশীগোপালদেৱৰ চৰিতকাৰ আউনীআটীৰ বৈষ্ণৱ আছিল, এই বিষয়ে আন প্ৰমাণ নাথাকিলেও আউনীআটীৰ স্বকীয়া গুৰুপৰম্পৰাৰ বিৱৰণ দিয়াৰপৰা আৰু নিৰঞ্জনদেৱৰ চমু বিৱৰণ দিয়ালৈ চাই এই পুথি আউনীআটীতে লিখা হৈছিল বুলি অনুমান হয়। তেওঁ যে কেইবাখনো পদ-পুথি লিখিছিল তাৰ কথা তেওঁ নিজেই কৈ গৈছে। ( বংশীগোপাল চৰিত, ৩৫০-৫১ )। সেই সকলোবোৰ আজিকালি পাবলৈ নাই। থকা :পদ-পুথিৰ ভিতৰত এই কেইখনেই প্ৰধান—শ্ৰীচন্দ্ৰদেৱৰ 'পৃথুৰ উৎপত্তি' আৰু ৰাজ্যাভিষেক ; দ্বিজ অম্বৰীষৰ গোবিন্দ চৰিত্ৰ ; দত্তদেৱ প্ৰভুৰ ৰাসলীলা, বৃত্ৰাসুৰ বধ, ৰুদ্ৰগীত বৰ্ণন, দক্ষযজ্ঞ, বেদস্তুতি, ধ্ৰুবচৰিত্ৰ আৰু গোবিন্দ গুণমালা। ইয়াৰ ভিতৰত বৃত্ৰাসুৰ বধ, ৰুদ্ৰগীত বৰ্ণন, বেদস্তুতি, ধ্ৰুবচৰিত্ৰ আৰু গোবিন্দ গুণমালা ছপাৰ আকাৰে প্ৰকাশিত হৈছিল। গোবিন্দ-গুণমালা আৰু ধ্ৰুবচৰিত্ৰৰ পুনৰ্মুদ্ৰিত দ্বিতীয় সংস্কৰণো আউনীআটী সত্ৰৰ ডেকা অধিকাৰ শ্ৰীশ্ৰীবিষ্ণুচন্দ্ৰদেৱ গোস্বামীয়ে সম্পাদন কৰি উলিয়াইছে। দত্তদেৱ প্ৰভু ঈশ্বৰ সংস্কৃত, অসমীয়া আৰু বঙলা কেউটা ভাষাৰে কবিত্বত দক্ষহস্ত আছিল। তেখেতে যদিও ইংৰাজী উনবিংশ শতাব্দীৰ শেহভাগত আৰু বিংশ শতাব্দীৰ পোনছোৱা কালত লিখিছিল, পদৰ নমুনা দেখি সেইবোৰক উনবিংশ শতিকাৰ ৰচনা বুলি সতকাই কবৰ সাধ্য নাই। তাৰ প্ৰমাণ স্বৰূপে ৰুদ্ৰগীত বৰ্ণনাৰ পৰা অলপ নমুনা তুলি দিয়া হ'ল—

> পুৰ শব্দে দেহ তাতে থাকয় শুতিয়া।
> এতেকে তাহাঙ্ক কহে পুৰুষ বুলিয়া॥
> আৰো যিটো অবিদ্যায়ে হোৱা সমাবৃত।
> মধুতুল্য বিষয়ৰ সুখ ভুঞ্জে নিত॥
> তাকেসে সংসাৰী জীৱ বোলে সাৰে সাৰে।
> ঈশ্বৰক নামানিয়া ভ্ৰময় সংসাৰে॥
> তুমি সৰ্ব্ব নিয়ন্তা ঈশ্বৰ নিৰ্ব্বিকাৰ।
> নিশ্চয় তোমাৰ প্ৰভু নাহিকে সংসাৰ॥

কিন্তু যিটো ইটো বিশ্ব কৰিলে স্রজন।
সেহি তুমি পৰম পুৰুষ নিৰঞ্জন॥
তোমাৰ প্ৰচণ্ড বেগ আতি অতৰ্কিত।
ভূত দ্বাৰা ভূতসব কৰাহা চালিত॥
যত লোক মানে তুমি কৰাহা সংহাৰ।
তথাপি নজানে কেহো স্বৰূপ তোমাৰ॥
যেহেন বায়ুৰে মেঘসবে চলাৱয়।
তথাপিতো মেঘসব তাক নজানয়॥
যাতো লোকসব বিষয়ত অনুৰাগী।
সদায়ে ভ্ৰমিয়া ফুৰে বিষয়ক লাগি॥
দৈববশে যদি সিটো কিছুমান পায়।
তথাপিতো তাৰ লোভ বাঢ়ন্তেসে যায়॥
কোন কৰ্ম্ম কৰো আৰে কৈক লাগি যাও।
কোন বা উপায়ে আৰু কিছুমান পাও॥
এহি চিন্তি ফুৰে সিটো পৰম প্ৰমত্ত।
আছাহা অন্তক তুমি স্বগুণে মনত॥
তুমি আতি অপ্ৰমত্ত থাকা ছেগ ছাই।
হঠাতে বিনাশ কৰা গৈয়া তাক পায়॥
ক্ষুধিত ভুজঙ্গ যেন কোৱাৰি চেলেকি।
মুষিকক ধৰে গৈয়া খানিকো নাপেক্ষি॥
তোমাক নভজে যিটোজন দুৰাচাৰ।
কালৰূপে তাক তুমি কৰাহা সংহাৰ॥
এতেকতে প্ৰভু পদ পঙ্কজ তোমাৰ।
কোননো পণ্ডিতে কৰিবেক পৰিহাৰ॥
যাক অনাদৰে শৰীৰকে নাশ কৰে।
এহি হেতু সিটো সবে ভজিবে সাদৰে॥
আমাসাৰ গুৰু যিটো ব্ৰহ্মা মহাশয়।
যাৰ পাদ-পদ্মযুগ সদায়ে পূজয়॥
চতুৰ্দ্দশ মনু আপোনাৰ ভাবি নাশ।
যাহাক পূজয় কৰি সুদৃঢ় বিশ্বাস॥
ৰুদ্ৰ ভয়ে ইটো বিশ্বখান হোৱে নাশ।
তাহাক দেখিয়া আমি সবে পাও ত্ৰাস॥
হে ব্ৰহ্ম পৰমাত্মা জগতৰ পতি।
আমি সমস্তৰ নাথ তুমি হোৱা গতি॥
তোমাক অনন্যভাবে যি কৰে আশ্ৰয়।
তাৰ আৰ কাতো হন্তে নুপজয় ভয়॥

ইমতে উপাস্য বস্তু কৰিয়া বৰ্ণন্ ।
প্ৰচেতা সবকো শিবে বোলন্ত বচন ॥
মহেশ বদতি শুনা নৃপশতগন ।
কহিলোহো স্তব ইটো পৰম শোভন ॥
শুদ্ধভাবে স্বধৰ্ম্মক কৰি অধিষ্ঠান ।
ভগবন্ত ঈশ্বৰক অৰ্পি মন প্ৰাণ ॥
এহি মন্ত্ৰ জপিয়োক কহিলো সাক্ষাতে ।
তোমাসাৰ কল্যাণ হৈবেক অচিৰতে ॥
সমস্তে প্ৰাণীত থাকে যিটো চক্ৰপাণি ।
তেহে আত্মাৰূপে আপোনাতে আছে জানি ॥
বাৰম্বাৰ তাহাঙ্ক জপিয়া ধ্যান কৰি ।
পূজিয়োক তুমি সবে আন পৰিহৰি ॥
যিটো স্তৱ তোমাসাক দিলো উপদেশ ।
ইহাৰ প্ৰসিদ্ধ নাম জানা যোগাদেশ ॥
মোত হন্তে লভিলাহা ইহাত সম্প্ৰতি ।
মৌনব্ৰত ধৰি সবে সাৱধান মতি ॥
ইহাক জপিয়ো আতি সমাদৰ কৰি ।
পাইবা মোক্ষপদ ঘোৰ সংসাৰক তৰি ॥ ইত্যাদি—

কমলচন্দ্ৰদেৱ প্ৰভুৰ কৃষ্ণলীলা নামৰ এখনি সৰু পদ-পুথি ১৮৩১ শকত (ইং ১৯০৯) ছপাই প্ৰকাশিত কৰিছিল। সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাই সেই পুথিৰ এখুদমান পাতনি লিখি দিছিল আৰু গ্ৰন্থৰ প্ৰকাশকো বৰুৱা ডাঙৰীয়া নিজে আছিল। পাতনিত তেখেতে লিখিছিল—

"এই পুথিখনি আউনীআটীৰ বৰ্ত্তমান অধিকাৰ গোস্বামীৰ ৰচনা। বৰ্ত্তমান কালত সত্ৰৰ বিষম অশান্তিৰ মাজত থাকিও যে এইৰূপ সদ্‌চৰ্চ্চাদি কাৰ্য্যত মন স্থিৰ আছে, এই কথা সকলোৰে বুজিবৰ কাৰণে এই কিতাপখন মই প্ৰচাৰ কৰিলো।"

কমলদেৱপ্ৰভুৰ কৃষ্ণলীলা গোপবালকসকলে কৃষ্ণক ৰজা পাতি কৰা ধেমালিৰ বৰ্ণনাৰ এক অংশ দিয়া হ'ল। বৰ্ণনাত আধুনিক ভাষা আৰু পৰিস্থিতিৰ আভাষ পোৱা যায়।

ঘোষা—গোৱালৰ পতি, চৰণে প্ৰণতি ।

পদ—ৰাখালে এদিনা, কৰি বিবেচনা ।
পাতিলে মন্ত্ৰণা, অংশু বোলে শুনা ॥

গোষ্ঠে ৰজা নাই, ফুৰিছো সদাই।
কত লাগে দাই, ভাঙ্গোতাও নাই॥
সেই গুণে ভাই, ভাবি-চিন্তি চাই।
কৰিছো উপাই, ৰজা হক কানাই॥
নাথাকিলে ৰজা, দুঃখী সৰ্ব্ব প্ৰজা।
বিপদতে মজা, নেপাই দুষ্টে চেজা॥
কৃষ্ণ ৰজা পাতি, আমি ধৰো ছাতি।
হব দিনে ৰাতি, বিচাৰৰ পতি॥
বলোৰ চৰিত্ৰ, অতি সুপবিত্ৰ।
তেৱে হব পাত্ৰ, আমি প্ৰজা মাত্ৰ॥
বিচাৰতো দক্ষ, কৰে বহু লক্ষ।
নোহে কাৰ পক্ষ, নকৰে বিপক্ষ॥
শিশু বোলে ভাই, তোমাৰ কথাই।
আমি দিলো ৰাই, দিয়া শিঙ্গা বাই॥
এৰাহে ধেমালি, কথা চতুৰালি।
নানা আম্ৰজালি, ফল পুষ্প তুলি॥
সবে আনা মাতি, সাজো ওখ ভেটি।
তাতে আসন পাতি, বহুৱা নৃপতি॥
কলা পুলি পোতা, তাম্ৰ পাত্ৰ জোটা।
আঁৰা মণিমুক্তা, ফল সমে লতা॥
দিয়াহি উৰুলি, বজোৱা মুৰুলি।
সৱে কৰতালি, দিয়া বাহু তুলি॥
ৰজা মন্ত্ৰী আসি, আসনত বসি।
চাই চতুৰ্দ্দিশি, বুলিলে আশ্বাসি॥
শোধ আছে কাৰ, পাত্ৰলৈ বিচাৰ।
দোষ পাব যাৰ, দণ্ড লব তাৰ॥
বলো পাতি থানা, কৰি সুমন্ত্ৰণা।
লয় জৰুমনা, টকা চাৰি অনা॥

পদৰচনা কৰাত বৰ্ত্তমান অধিকাৰ শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ গোস্বামীও সিদ্ধহস্ত। প্ৰভুৰ পদত আধুনিক ভাষাৰ প্ৰভাৱ স্পষ্টভাবে দেখা নাযায়। পদ-পুথিৰ ভাষাকে প্ৰভুৱে সুন্দৰভাৱে আয়ত্ত কৰি লৈছে। প্ৰভুৱে কেইবাখনো পদ-পুথি লিখিছে। শ্ৰীকৃষ্ণ কীৰ্ত্তন, সুভদ্ৰা হৰণ, পাৰিজাত হৰণ আৰু অভিমন্যু বধ হাতে লিখা অৱস্থাতে আছে। এটাই কেউখন পুথিয়েই সৰস, কবিত্বপূৰ্ণ আৰু অনায়াস-ৰচনাৰ; সাবলীল গুণ বিৰাজমান। শ্ৰীকৃষ্ণ কীৰ্ত্তন সাতোটা খণ্ডত বিভক্ত—

(১) গোলোক খণ্ড (২) গোকুল খণ্ড (৩) বৃন্দাৱন খণ্ড (৪) মথুৰা খণ্ড (৫) দ্বাৰকা খণ্ড (৬) প্ৰভাস খণ্ড আৰু (৭) প্ৰয়াণ খণ্ড। তলত গোকুল-খণ্ড আৰু বৃন্দাবন খণ্ডৰপৰা দুভাগি পদৰ চানেকি তুলি দিয়া হ'ল—

ঘোষা—হে হৰি হৰি জগতস্বামী, শৰণ পশিলোঁ আমি।
তুমি চৰাচৰ সৃষ্টিৰ ধাতা, উদ্ধাৰা আমাক জগতপিতা ॥

পদ—ইৰূপে অনেক লীলাৰে ক্ৰীড়ি।
ব্ৰজক বিমোহি আছন্ত হৰি ॥
এদিনা আঙ্গিনা মাজে নন্দৰ।
সমান বয়সী শিশু ব্ৰজৰ ॥ ২৩১
আসিয়া ৰামৰ কৃষ্ণৰ সঙ্গে।
সৰেও খেলাৰে মনৰ ৰঙ্গে ॥
খেলাৰ ছলত কৃষ্ণে মুখত।
ভৰালে মাটিৰ লদা এগোট ॥ ২৩২
ৰিঙ্গপাৰি ৰাম আদি ছৰালে।
বোলে কৃষ্ণে মাটি এলদা খালে ॥
শুনিয়া যশোদা কৃষ্ণক চাই।
সোধে কিয় মাটি খালি পুতাই ॥ ২৩৩
কৃষ্ণে বোলে মাটি নাখাওঁ মই।
যত শিশু মানে মিছাকে কই ॥
হাতে ধৰি মাৰে বোলন্ত বাচা।
মুখ মেলা চাওঁ কোনবা সঁচা ॥ ২৩৪
সঁচা মিছা মাৰে চাহিবে খোজে।
ভাবি মুখ মেলে জগতবীজে ॥
সপ্তদ্বীপা বসুন্ধৰা সাগৰ।
গিৰি গুহা নদী বন নগৰ ॥ ২৩৫
শশী সূৰ্য্য গ্ৰহ নক্ষত্ৰ সহ।
আকাশ চৌদিশ জগত ইহ ॥
ত্ৰিগুণ ৰঞ্জিত ব্ৰহ্ম অণ্ডক।
ব্ৰজ গোপ গৰু আৰু নিজক ॥ ২৩৫
সমস্তে দেখিয়া কৃষ্ণ গৰ্ভত।
বিস্ময়ে যশোদা হৈলা মোহিত ॥
শুদ্ধ ভাবে থাকি কতো বা ক্ষণ।
ভাবে নিমিলিত হোৱে নয়ন ॥ ২৩৭ ॥
মোৰ পুত্ৰ ইটো নোহে মানুষ।
এৰেসে বুজিলো আদি পুৰুষ ॥

ভাবিয়া খোজন্ত কৰিবে স্তুতি।
ক্ষণিকে মোহিলা জগত পতি॥
তেতিক্ষণে লুপ্ত ভৈলা বিজ্ঞান।
মোহ ৰোগগ্ৰস্ত জন সমান॥
হৈলা পুত্ৰ ভাব নন্দ জায়াৰ।
লৈলা কোলে ধুলি জাৰি গাৰৰ॥ ২৩৯
অহে কৃষ্ণ প্ৰভু জগত স্বামী।
তোমাৰ কিঙ্কৰ অধম আমি॥
কৰিয়া কৰুণা মোক ইবাৰ।
কৰিয়ো সংসাৰ জলধি পাৰ॥ ২৪০
নজানে তোমাৰ একো ভজন।
পশিলো তোমাৰ মাথো শৰণ॥
হেমচন্দ্ৰে কৰে পদৰচন।
বোলা হৰি হৰি ভৰি বদন॥

বৰ্ণনা আৰু ছন্দ-কৌশলৰ ফালৰপৰাও প্ৰভুৰ ৰচনা মনোহৰ। তলত তুলি দিয়া অংশই এই দুটা গুণৰ চিনাকি দিব পাৰিব।

ঘোষা—হে মোহন কৃষ্ণ হৰি।
এ মাধব ৰাম হৰি॥

পদ—অনুক্ৰম কৃষ্ণ ৰাম মুখ্য বৎস পাল।
হৈয়া উপবনে গোপ পুৰ অন্তৰাল॥
কৰি বৎসপাল স্বচ্ছ তৃণে বিচৰাৰে।
শিশুসঙ্গে মনৰঙ্গে খেলক খেলাৰে॥
কৃষ্ণনীল ৰামশুক্ল বৰ্ণী মনোহৰ।
কৃষ্ণে নেত বৰ্ণপীত ৰামে নীলাম্বৰ॥
পৰিধানে ৰাজে যেন নীল অম্বুদত।
ক্ষণপ্ৰভা শশপ্ৰভা অঙ্ক শশাঙ্কত॥
ৰত্নেগঢ়া মনোহৰা হাৰ বাজুবালা।
কিঙ্কিনিকা কুণ্ডলিকা নূপুৰ মেখলা॥
আছে গন্থি কৰে কান্তি ব্যোমে যেন তৰা।
কেশ গুচ্ছ শিৰে উচ্চ কৰি বান্ধে চূড়া॥
তাতে কেকা বক পাখা গুঞ্জি মূলে তাৰ।
মুক্তা মালে চান্দে ভালে দেখি চমৎকাৰ॥
শিঙা বেণু বাৰে ক্ষণো চেৰে ভাঙ্গে অঙ্গ।
উৰাপক্ষী ছায়া লক্ষি দৌৰে শিশু সঙ্গ॥

মধুকৰে যেন কৰে তেন গুণ গুণ।
কুলিসহ কুহু কুহু কৰে শিশুগণ॥
দেখি বক্ কক্ কক্ কৰি খেক্ খেক্।
তৰিদান্ত শিঞৰান্ত দেখি বানৰক॥ ইত্যাদি—

## নাট

এই সত্ৰৰ আদিজনা অধিকাৰে কেনেকৈ 'প্ৰবোধচন্দ্ৰোদয়' নামৰ সংস্কৃত নাটকৰ অসমীয়া অঙ্কীয়া ৰূপ দিয়াই 'মহামোহ নাট'ৰ ভাৱনা কৰাইছিল তাৰ কথা উল্লেখ কৰি অহা হৈছে। তাৰ পাছৰপৰাই সত্ৰত অধিকাৰসকলে আৰু ওজাসকলেও নাট ৰচনা কৰিছিল। পাছে সেইবোৰৰ সময়ে সময়ে পৰিবৰ্ত্তন সাধিত হৈ মূল নাট্যকাৰৰ পৰিচয় নোহোৱাত পৰিল। আউনীআটী সত্ৰৰ কালৰ লগত খোজ মিলোৱাৰ এটি আগ্ৰহ গুৰিৰেপৰা দেখা যায়। ভাৱনা আৰু নাটৰ ভাষাকো জনৰুচিৰ লগত খাপ খুৱাবলৈ সত্ৰস্থ শিল্পীসকলে সময়ে সময়ে চেষ্টা কৰিছে। ইয়াৰ সুফলস্বৰূপে জনৰঞ্জন হৈছিল যদিও পুৰণি কালত সত্ৰত ৰচিত হোৱা নাটবোৰ অৱহেলিত হোৱা যেন অনুমান হয়। পুৰণি নাটবোৰ পাবলৈ নোহোৱা হোৱাৰ আৰু এটি কাৰণ হ'ল এই—আগতে সত্ৰত ভাৱনা অতি সঘনে হৈছিল। বচন-বিলোৱা আৰু আখৰা আদিৰ কাৰণে নাটবোৰ প্ৰায়ে ভকতহাটীত কোনোবা এঠাইত নহয় এঠাইত ৰাখিব লগা হৈছিল। সত্ৰৰ ভকতহাটীত বহুতবাৰ অগ্নিদাহ হৈছিল আৰু সেই অগ্নিদাহতো কিছুমান নাট দগ্ধ হৈ গৈছিল। এতিয়া পোৱা নাটবিলাকৰ সৰহভাগেই দত্তদেৱ প্ৰভু ঈশ্বৰৰ দিনৰ আৰু তাৰ পাছৰ। দত্তদেৱ ঈশ্বৰ পুৰুষ এজন নিপুণ নাট্যকাৰ আছিল। তেখেতে সৰ্ব্বমুঠ এঘাৰখন নাট লিখিছিল। সেইবিলাক হ'ল (১) কালিদমন, (২) কংসবধ, (৩) জানকীহৰণ, (৪) দ্ৰৌপদীৰ বস্ত্ৰহৰণ, (৫) পাণ্ডৱৰ বনগমন, (৬) ভৰতাগমন, (৭) অক্ৰুৰাগমন, (৮) ভীষ্মপৰ্ব্ব, (৯) উদ্যোগপৰ্ব্ব, (১০) ইন্দ্ৰজিৎ বধ আৰু (১১) ৰাসলীলা। প্ৰভু বৰ অধ্যয়নশীল আছিল; সংস্কৃত আৰু বঙলা নাটবোৰো পঢ়িছিল। নাটবোৰত তাৰ প্ৰভাৱ কিছু পৰিলক্ষিত হয়। মহাপুৰুষসকলৰ নাটবিলাকৰ পাছত যিবোৰ নাট ৰচিত হৈছিল তাত নাট্যকাৰৰ স্বকীয় উদ্ভাৱন নাছিল বুলি কলেও হয়। কোনো কোনো ক্ষেত্ৰত দশম বা পুৰাণৰ পদবিলাকক গদ্য ৰূপান্তৰ কৰি ভাৱৰীয়াৰ মুখত বচনৰূপে দিয়া হৈছিল। দত্তদেৱ প্ৰভুৱে এই ঐতিহ্যৰপৰা

আঁতৰি নাটকৰ মূল কাহিনী অবিকৃত ৰাখিও স্বকীয় উদ্ভাৱনেৰে নাটবিলাক সৰস কৰি ৰচনা কৰিছিল।

কমলচন্দ্ৰদেৱ প্ৰভুঈশ্বৰেও পূৰ্ব্বৰজনাকে অনুসৰণ কৰি স্বকীয় কল্পনাৰ সংযোগ কৰিছিল। এইজনা প্ৰভুৰ এখন উৎকৃষ্ট নাট 'যুগল-মিলন'। ইয়াৰ ভাৱনা সত্ৰত যি হৈছিলেই, শিৱসাগৰ নগৰৰ ৰাইজকে মুখ্য কৰি বহুতলোকে নেৰানেপেৰা অনুৰোধ কৰি এই নাটৰ ভাৱনা কৰাই চাইছিল। বহুতৰ অনুৰোধ এৰাব নোৱাৰি নাটখন প্ৰভুৱে ছপাই প্ৰকাশ কৰাইছিল ১৮৩২ শকত (ইং ১৯১০)। প্ৰকাশ কৰিছিল প্ৰপন্ন শিষ্য কবি-সাহিত্যিক ৺দুৰ্গেশ্বৰ শৰ্ম্মাই (তেতিয়া যোৰহাটত উকীল)। স্বৰ্গীয় শৰ্ম্মাই পাতনিত লিখিছিল—

"এই নাটকখনি ৺আউনীআটীৰ বৰ্ত্তমান শ্ৰীশ্ৰীযুক্ত অধিকাৰ গোস্বামীৰ দ্বাৰা ৰচিত। এদিন এই নাটকখনি বৈষ্ণৱসকলৰ দ্বাৰা নামঘৰত অভিনয় কৰাওঁতে আমি তাত উপস্থিত থকা হৈছিল, ইয়াৰ ভাষাৰ মধুৰতা ও ভাবৰ মধুৰতাই দৰ্শকবৃন্দক সন্তোষ দিয়া গম পাই আৰু বহুতে ছপাবলৈ অনুৰোধ কৰাত আমি নিজে আগবাঢ়ি এই নাটকখনি ছপা কৰাই সকলোৰে চকুৰ আগত দাঙি ধৰা হ'ল। ই যদি ৰাইজক যৎসামান্য সন্তোষ দিয়া গম পাওঁ তেনেহলে ৺ৰ পুৰুষৰ বাকী নাট কেখনিও ছপা কৰিবলৈ আগবঢ়া হ'ব। ৺ৰ পুৰুষৰ নাটকখনি ছপাবলৈ দিবৰ ইচ্ছা নথকা সত্ত্বেও বহুত মিনতি কৰি মান্তি কৰাই ছপোৱা হ'ল।" ইত্যাদি—

'যুগল-মিলন' নাটকখন ভাৱনা আৰু মঞ্চাভিনয় দুয়োটাৰে যাতে উপযোগী হয় তালৈ চকু ৰাখি লিখা হৈছিল—চানেকিস্বৰূপে দুটি দৃশ্যৰ অংশবিশেষ পঢ়িলেই নাট্যকাৰৰ কল্পনাসমৃদ্ধিৰ বিষয়েও অৱগত হ'ব পৰা যাব।

(যমুনাৰ পাৰত হাবিৰ মাজত একা কৃষ্ণ)

কৃষ্ণ— (মনে মনে) উঃ ইমানকৈ ধৰিলোঁ
কত মিনতিও কৰিলোঁ
তথাপি ৰাধা নহ'ল সদয়
তিকতাত পৰে নাই, নিৰ্দ্দয় হৃদয়;
মোৰ গাতো অলপ লেঠা হ'ল
চন্দ্ৰাৰ ঘৰতে ৰাতিটো গ'ল
বাৰু সেইটো যি হ'ল হ'ল
এতিয়া ইয়াতে কৰোচোন ইচল সিচল।
কিজানি পাওঁ কিবা চল।

জানিবা খেদিয়েই পঠালে ৰাধাই
তেও মাতি নিবহি বৃন্দাই,
মই লৈছিলোঁ সকলো দায়
অনেক উত্তৰো কৰিলে ললিতাই,
তেও নেৰাল ৰাধাৰ দায়।
মোৰ আৰু একো উপায় নাই।
ফুৰোচোন বাৰু ইফালে সিফালে
পঠাবও পাৰে মোক বিচৰাই
মই থাকো বাটলৈ ওলাই।
( ইফালে সিফালে চাই )
ক'তা, কেৰেই নাই
ইপিনেও আহিল ৰাতিপুৱাই
( দূৰত এজন পথিকক দেখি )
এইপিনে আহিছে কোনোবা এটা বেগাই
আন কোন হ'ব, বৃন্দাই হ'ব পায়।
কিবা মোক দেখাকে নেপাই
ময়ে আগবাঢ়ি যাওঁ গা দেখাই
তেহে যদি মোক লগ পাই।
( ডিঙি মেলি চাই )
এইটো মতাহে হ'ব পায়!
ৰাধাৰ কুঞ্জত, মতা মানুহ নাই
কিজানি বৃন্দাই পঠাইছে বাটত পাই।
বাৰু মই ইয়াতে থিয় দি থাকো চাই
( পথিকে দূৰৰপৰা কলা মানুহটো দেখি ভয় খাই )

পথিক— আঃ এইটো কি? ৰাম ৰাম ৰাম ৰাম
মোক আজি কি দুৰ্দ্দশাই পালে
মই ইমান নিশা কেলেই আহিছিলোঁ!
হাঁয় হাঁয় ধনৰ লোভত জীৱনো যাব লগা হ'ল।
ল'ৰা তিৰুতাও ক'ৰবাত ৰ'ল
হাবিৰ মাজত মোৰ এই অৱস্থা হ'ল।
এতিয়া ভয় কৰাৰ সকাম নহয়
হৰিয়ে যি কৰে সেয়ে হ'ব
অলপ তন্ত্ৰ মন্ত্ৰকে কৰি চাওঁ
মোৰো আছে নহয়।
( জোলোঙা মেলি ধুলি জাৰি চাৰিওফালে ছটিয়াই গল হেকাৰি )

কৃষ্ণ— ই অকলশৰে মোক দেখি
ভয় খাইছে হ'বলা
থকা থমকা কৰিছে দেখো !
মই মাত লগাই দিয়াহে ভাল।
অ' কোন সেইটি ?

পথিক— মানুহ নে কি এইটো।
ইমান নিশা হাবিৰ মাজত
ক'ৰ মানুহটো ওলাবহি
ই ছল কৰিছে যেনহে পাইছোঁ।

কৃষ্ণ— তুমি কাক বিচাৰিছা ?
ইমান ৰাতি অকলশৰে
বাট হেৰুৱালা নে কি ?
এৰা মোলৈহে ৰাতি হৈছে
তোমালৈ দিন হৈয়ে আছে
তুমি নো কোন কোৱাচোন !

পথিক— মই এই বৃন্দাবনত থাকো
চন্দ্ৰাৱলীৰ ঘৰলৈ আহিছিলোঁ
আহোঁতে গধূলাতে আহিলোঁ
বাট হেৰুৱাই পকাই জকাই ফুৰোঁতেই
ৰাতি পুৱাব লগা হ'ল।

কৃষ্ণ— ৰাতি নো চন্দ্ৰাৰ ঘৰত কি প্ৰয়োজন আছে ?

পথিক— এ কিনো কবা দেও
আমাৰো আৰু এইয়েহে ভেও।
চন্দ্ৰাৱলীয়ে কৃষ্ণক ভাল পায়
তেওঁকে ভাবি চিন্তি থাকে সদাই
কৃষ্ণৰ আকৌ চন্দ্ৰাত মন নাখাই
ৰাধাকহে ফুৰে চাই।
মই দন কাজিয়া ভগা
মন মিল হোৱা
দাৰু মন্ত্ৰ অলপ জানো।
তাকে চন্দ্ৰাই ভূ পাই
বাতৰিৰ ওপৰ বাতৰি দি
বহুদিনৰ পৰা মাতি আছে
তালৈকে আহিছিলোঁ।
আমাৰো জীৱিকা এয়েই হে।

কৃষ্ণ— তেন্তে ময়ো বিশ্বাসতে কথা এটি কওঁ
যদি তোমাৰ বিশ্বাস পাওঁ।

পথিক— কোৱা বাৰু কাকো নকওঁ
এইদৰে মোক এটায়ে বিশ্বাস কৰে দেও।

কৃষ্ণ— ময়ে কৃষ্ণ আজি ৰাধাই
কুঞ্জৰপৰা দিলে খেদাই
আহিলোঁ বৰ লাজ পাই।
এনে ঔষধ যদি কিবা পাই
দিয়া মোক ভালকৈ বুজাই।
যদি মোক ৰাধাই ভাল পাই।
যি লাগে দিম তোমাক মন পূৰাই।

পথিক— নন্দৰ পুতেক তুমিয়েই নে কৃষ্ণ?

কৃষ্ণ— এৰা ময়ে।

পথিক— নন্দৰ পুতেক হলে দেখোন
আমাৰ ঘৰ ওচৰতে।
তুমিনো কি দিব লাগিছে হে?
তোমাক এনেয়ে দিম।
তোমাৰ বাপেৰাই
বৰ মৰম কৰে সদাই
গাখীৰ পানী অকণো
পাই থাকো সবাহে বিয়াই
তোমাক যি লাগে এনেয়ে থাকিবা পাই।
এতিয়া লোৱা বাৰু
এইটো দিছোঁ বিৰি
ককালত ডোল আঁৰি
দিছো ৰাধাৰ নামে জাৰি।
তোমাক দেখিলে ৰাধাই
সকলো পেলাব পাহৰি।
এতিয়া যোৱা লৰালৰি কৰি
আমাল'কো আকৌ
থাকিবা সুঁৱৰি।

কৃষ্ণ— যদি সত্য হয়
দিম পুৰস্কাৰ নিশ্চয়।

পথিক— আকৌ তাকে কয়,
তুমি নকৰিবা ভয়
ৰাধাৰ ওচৰত এতিয়াই হবা জয়
এই কথা সত্য কৰি কৈছো মই।

কৃষ্ণ— বাৰু যাওঁ তেনেহলে বেগাই
( কিছুদূৰ গৈ )
এতিয়া যাওঁনো কেনেকৈ আপুনি।
চাওঁচোন আহিছে কোনোবা কিজানি।
( উঠি চাই )
এইপিনে আহিছে কোনোবা এটা লৰি
নিশ্চয় আহিব পায় মোক বিচাৰি
মই ইয়াতে থাকো বেজাৰ কৰি।

( বৃন্দাৰ প্ৰবেশ—যমুনাৰ পাৰ, কৃষ্ণক দূৰতে দেখি )

বৃন্দা— অ' সৌৱা কৃষ্ণ, হাতদি আছে কপালে মূৰে,
মোক দেখিলে কি জানি লৰ মাৰে
মনে মনে ধৰোঁ গৈ খপ কৰে
তেও যি কৰে কৰিব মোক পৰে।
( বৃন্দাই কৃষ্ণৰ হাতত ধৰে )

কৃষ্ণ— বৃন্দে তোমাৰ কথাত বিশ্বাস হোৱা নাই
পুনঃ কিজানি অপমান কৰি পঠাই
মই আহিলোঁ বৰ লাজ পাই
ৰাধাৰ উত্তৰ নেপাই
যাব নোৱাৰোঁ ৰাধাৰ ওচৰলৈ তুনাই।

বৃন্দা— নীলমণি, মই কৈছোঁ সত্য কথা।
তোমাক নেপাই ৰাধাই পাইছে বৰ ব্যথা
এৰা বেজাৰ, শীঘ্ৰে যাওঁ উঠা
বুজি আহিছোঁ ভাগিব সকলো লেথা।
( কৃষ্ণক লৈ ৰাধাৰ ওচৰত বৃন্দা )

বৃন্দা— ৰায়, আহিছে তোমাৰ কানাই,
মাতা কৃষ্ণৰ মুখ চাই
ভাগক সকলো দায়।
আনিছো মই বহুদূৰত পাই
এতিয়া হোৱা দুয়ো একে ঠাই

গুচক আমাৰ দুখ যুগল ৰূপ চাই
ৰজনীও হৈছে যাই যাই
আমি গাওঁ গীত যুগল ৰূপ বৰ্ণাই।

ললিতা— ৰাধে, গুচোৱা মুখৰ লাজ
পিন্ধোৱা কৃষ্ণক সাজ
হোৱা স্থিতি গোপীৰ মাজ
আমি গাওঁ গীত, পাতি সমাজ।

॥ গীত ॥

ৰাধা কুঞ্জে কৃষ্ণ পাই
আনন্দৰ সীমা নাই
জুৰাইছে জীৱন মন দুটি নয়নে।
বনে ৰাধা বনমালি
খেলা কৰে দুয়ো মিলি
গোপীগণে গাই গান
দিছে কৰতালি।
যুগল মিলন চাই
মধুৰ মঙ্গল গাই
ব্ৰজবাসী সখি আসি
ভূষণ পিন্ধায়।

ইয়াত দাৰু মন্ত্ৰ প্ৰয়োগৰ প্ৰতি জনবিশ্বাস আৰু অসমীয়া গাঁৱৰ বেজালি ব্যৱসায়ৰ সামাজিক দৃশ্যৰ অৱতাৰণাৰ দ্বাৰা কাহিনীভাগত অলপ সৰসতা আৰু লঘুস্থিতিৰ মিহলি দিছে। ভাৱৰীয়াই খণ্ডা চিণ্ডি কবৰ সুবিধাৰ কাৰণে যদিও বচনবোৰ অমিত্ৰাক্ষৰ ছন্দ যেনেকৈ সজোৱা হৈছে আচলতে ছন্দগন্ধী গদ্যহে। আউনীআটী, দক্ষিণপাট আদি সত্ৰত পুৰণি ধৰণৰ পদৰ পৰিবৰ্ত্তে আধুনিক গদ্যৰ প্ৰচলন আগৰেপৰাই আৰম্ভ হৈছিল। যুগৰ প্ৰয়োজন অনুসৰি এই পৰিবৰ্ত্তন আদৰণীয় আছিল। অভিনয়ৰ প্ৰাথমিক উদ্দেশ্য লোকৰঞ্জন আৰু নাটত পুৰণি ভাষাৰ প্ৰয়োগে আধুনিক লোকৰ ৰঞ্জন পূৰ্ণমাত্ৰাই কৰিব নোৱাৰে। এইকথা সত্ৰাধিকাৰসকলে উপলব্ধি কৰিছিল। দত্তদেৱ, কমলচন্দ্ৰদেৱ আৰু বৰ্ত্তমানৰ হেমচন্দ্ৰদেৱ, এটাই কেইজনা প্ৰভুৱে নাটত আধুনিক ভাষা প্ৰয়োগ কৰিছে।

বৰ্ত্তমানজনা শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ গোস্বামীয়েও একৈছখন নাট এভিয়ালৈকে

লিখি সত্ৰত আৰু বাহৰত ভাৱনা কৰাইছে। নাটবিলাকৰ নাম জীৱন কথাত দিয়া হৈছে যদিও আকৌ এবাৰ পাঠকৰ সুবিধাৰ্থে দিয়া হ'ল—দণ্ডিপৰ্ব্ব ( নিচেই কোমল বয়সৰ ৰচনা ), লক্ষ্যভেদ, অভিমন্যুবধ, পাণ্ডৱৰ অজ্ঞাতবাস, পাৰ্থ পৰাজয়, কুবলাশ্ব, সুভদ্ৰা হৰণ, কৰ্ণাৰ্জ্জুন, প্ৰবীৰ পতন, শ্ৰীকৃষ্ণৰ জন্মলীলা, দৈত্যেন্দ্ৰ তাৰক, ৰাজসূয় যজ্ঞ, ত্ৰিপুৰৰ গয়াগতি লাভ, উষা-কুমাৰ পৰিণয়, দক্ষযজ্ঞ, সীতাহৰণ, ৰাসলীলা, নৌকাবিলাস, কলঙ্কভঞ্জন, ৰজা হৰিশ্চন্দ্ৰ আৰু ত্ৰিশংকুৰ স্বৰ্গলাভ—এই একৈছখন। ইয়াৰ ভিতৰত শ্ৰীকৃষ্ণৰ জন্মলীলা ভাৱনা আৰু থিয়েটাৰ দুয়োবিধ অভিনয়ৰ উপযোগীকৈ লিখা। এই নাট ১৮৭৩ শকত যোৰহাটৰ বিখ্যাত গ্ৰন্থপ্ৰকাশক বৰকটকী কোম্পানীয়ে ছপাই প্ৰকাশ কৰিছিল। ইয়াত ভাগৱতৰপৰাই মূল কাহিনী লোৱা হৈছে কিন্তু চৰিত্ৰ চিত্ৰণ আৰু কাহিনীৰ উপস্থাপনত নাট্যকাৰৰ কৌশল মন কৰিবলগীয়া। ভাৱনা আৰু থিয়েটাৰ দুয়োটাৰে কলাকৌশল মিহলোৱা কামটো নাট্যকাৰৰ উদ্ভাৱনী আৰু কৃতিত্ব প্ৰকাশ পাইছে। গ্ৰন্থকাৰে নিজেই এইকথা পাতনিত উন্মুকিয়াইছে:

"নাটকখনি গীত পয়াৰ আদিৰে ভাৱনাৰ উপযোগী কৰিহে লিখা হৈছিল; কিন্তু সময়ৰ ৰুচি বুজি থিয়েটাৰস্বৰূপেও কৰিবপৰাকৈ অঙ্ক দৃশ্য আদিৰে বন্ধা হৈছে। যাৰ যেনে অভিৰুচি বা সুবিধা সেইভাৱে সুৰ সংযোগ কৰি কিংবা সেই সেই স্থলত প্ৰস্তাৱৰ অৱিৰোধী আৰু সামঞ্জস্য থকা সঙ্গীত ব্যৱহাৰ কৰিব পৰা সুবিধা ৰাখি গীত পয়াৰবিলাকত সুৰ তাল নিৰ্ব্বন্ধ কৰা হোৱা নাই।"

নাটকখনি ১৮৭৩ শকত ছপা হৈছিল। ইয়াৰ নমুনাৰূপে দুটি দৃশ্য দিয়া হ'ল। এটাক নাটকীয় সকাহৰ কাম সধা দৃশ্য বুলিব পাৰি। আনটো মূল নাটকৰ এটা গুৰুত্বপূৰ্ণ দৃশ্য।

## প্ৰথম অঙ্ক

### চতুৰ্থ দৃশ্য

[ গাঁৱলীয়া বাট ]

( ধনবৰৰ প্ৰবেশ )

ধনবৰ—( উদ্বিগ্ন হৈ ) মনবৰ! মনবৰ! আছানেহে?

মনবৰ—(ভিতৰৰপৰা ) আছো।

কোন? ধনবৰ নে কি? ( ওলাই আহি )

কি হ'ল তোমাৰ?

ধনবৰ— সুধিছা কি হ'ল মোৰ, দেখা নাই জানো তুমি দেশৰ অৱস্থা ?

মনবৰ— কি হ'ল দেশৰ ?

ধনবৰ— ইমানতো সোধা তুমি কি হ'ল দেশৰ ?
কেউপিনে হাঁহাঁকাৰ লাগিছে দেশত,
নাই ভাত, নাই কানি, নাই কাৰো সুখ,
কেউপিনে উঠে মাথো হাঁহাঁকাৰ ৰোল,
ইমানতো সোধা তুমি কি হ'ল দেশৰ ?

মনবৰ— কিনো অভাৱত বাৰু দেশৰ অৱস্থা এনে হ'ল ?

ধনবৰ— ধনৰ—ধনৰ অভাৱত।

মনবৰ— নহয়. নহয় ধন, মনৰ—মনৰ অভাৱত।

ধনবৰ— ওঁঃ, নহয়, নহয়—মনৰ।
মই কওঁ, ধনৰ—ধনৰ।

মনবৰ— হেৰা ! মই কওঁ মনৰ—মনৰ।

ধনবৰ—( উত্তেজিত হৈ ) নহয়, নহয়।
মই কওঁ, ধনৰ—ধনৰ।

মনবৰ—( উত্তেজিত হৈ ) কিয় হব ? মই কওঁ, মনৰ—মনৰ।

ধনবৰ— কিয় ? মই কওঁ, ধনৰ—ধনৰ।

মনবৰ— চুপ থাক, মই কওঁ, মনৰ—মনৰ।

ধনবৰ— তয়ো চুপ, মই কওঁ, ধনৰ—ধনৰ। পাবি নতু—
( হাত ডাঙে )

মনবৰ—( হাত ডাঙি ) তয়ো একা ? জানি থবি ময়ো একাচেকা।

( এজন ব্ৰাহ্মণৰ প্ৰবেশ )

ব্ৰাহ্মণ— ইস্ ইস্ ৰাম ৰাম, নাপাই নাপাই একা
কিয় কৰা বঢ়াবঢ়ি দুয়ো ?

ধনবৰ— চকচোন, দেউ বাৰু,
কিনো মিছা কথা কলোঁ মই ?
ধনেই নহয় জানো সকলো আমাৰ ?

ব্ৰাহ্মণ— হয় হয়, নহবনো কিয় ?

মনবৰ— বাৰু দেউ, মনেই নহয় জানো সকলোৰে সাৰ ?

ব্ৰাহ্মণ— হয় হয়, সিও হয়।

মনবৰ— সঁচা তেনে মোৰ কথা ?

ব্ৰাহ্মণ— সঁচা সঁচা।

ধনবৰ— মোৰ কথা একা দেউ ?

ব্ৰাহ্মণ— সঁচা সিও।

মনবৰ— মিছা একা ?

ব্ৰাহ্মণ— মিছা দুয়োটিয়ে।

ধনবৰ— কিনো সঁচা তেনে দেউ !

ব্ৰাহ্মণ— ধৰ্ম্ম—বোপা, ধৰ্ম্ম মাথো সাৰ সংসাৰত।
টানিলে কাণক আহিব লাগে মূৰ।
সি ৰূপেই যদি থাকে ধৰ্ম্ম,
পাবা ধন, মন সকলোকে।
জ্বলা-কলা ত্ৰিজগত ধৰ্ম্ম অভাৱতে।
ধৰ্ম্মই ধৰণী জগতৰ। ধৰ্ম্মহীন হেতু আজি,
ধৰণীও ভীতা প্ৰকম্পিতা।
আহা বাৰু বহি সউ গছৰ তলতে
দিও ধৰ্ম্ম, ধৰ্ম্ম মই বুজাই দুয়োকে।
( সকলোৰে প্ৰস্থান )

## দ্বিতীয় অঙ্ক

### ষষ্ঠ দৃশ্য

( ৰাজপথ—কংস বসুদেৱাদি বিবাহযাত্ৰীৰ প্ৰৱেশ )

দৈৱবাণী— দৈৱকীৰ গৰ্ভজাত অষ্টম সন্তান
হব দলে বলে কংস-নিধনৰ হেতু।

কংস—( চক্ খাই ) শুনো কিবা লোমহৰ্ষ বিভীষণ বাণী !

দৈৱবাণী— দৈৱকীৰ গৰ্ভজাত অষ্টম সন্তান
হব দলে বলে কংস-নিধনৰ হেতু।

কংস— দৈৱকীৰ গৰ্ভজাত অষ্টম সন্তান
হব দলে বলে মোৰ নিধনৰ হেতু ?

শুনিছা নে মন্ত্ৰী, শুনিছা নে বসুদেৱ ;
কোনে কয় এনে বিভীষিকাময় বাণী ?
কোনে কয় নোৱাৰিলো কৰিব নিৰ্ণয়,
তাকে দৈৱবাণী বুলি কয় বিজ্ঞজনে
নকয় কদাপি হেনো দেৱে মিথ্যাকথা।
ভৱিষ্যত বিপদ ইঙ্গিত, দিছে দেৱে
মোক। প্ৰতিকাৰ অৱশ্য কৰ্ত্তব্য মোৰ।
দৈৱকীয়ে হব মোৰ বিপদৰ মূল
বিপদ নিৰ্ম্মূল কৰো কাটি দৈৱকীক॥
(দৈৱকীৰ খোপাত ধৰি কাটিব খোজে)

বসুদেৱ—(সসব্যস্তে) ইকি! হাঁ হাঁ—কি কৰে কি মহাৰাজ
নকৰিব মহাপাপ নাৰীহত্যা কৰি।

কংস— কিবা কলা বসুদেৱ! নাৰীহত্যা পাপ,
দৈৱকীৰ বিনিময়ে মোৰ প্ৰাণ তেনে,
দিব লাগে বিসৰ্জ্জন বুলি তুমি ভাবা?

বসুদেৱ— মহাৰাজ! নোহে সিও অভিপ্ৰায় মোৰ—

কংস— তেনে কিয় কৰিছা বাৰণ বসুদেৱ!
দৈৱকীৰ কিংবা মোৰ জীৱন আহুতি
নিশ্চয় লাগিব দিব এজনৰ হেতু—
দৈৱবাণী তুমিওতো কৰিছা শ্ৰৱণ?

বসুদেৱ— হয় মহাৰাজ! কৰিছো শ্ৰৱণ? কিন্তু,
অলঙ্ঘ্য দেৱৰ বাণী জানেতো আপুনি।

কংস— শুনো বেদবিজ্ঞজনে কয় তেনে বুলি।

বসুদেৱ— কি উপায়ে দৈৱ বাক্য কৰিব খণ্ডন

কংস— পুৰুষাৰ্থে অতিক্ৰম কৰিম দৈৱক
পুৰুষাৰ্থী নৰ নিজ ভাগ্য বিধায়ক—

বসুদেৱ— পৌৰুষেৰে অতিক্ৰমা দৈৱ বা ভাগ্যক
সাধ্যাতীত বুলি শুনো বিজ্ঞৰ মুখত।

কংস— কাপুৰুষে কয় তেনে কথা। বিনা যত্নে
দৈৱক থিয়াই হয় জানো কাৰ্য্য সিদ্ধি?

বসুদেৱ— অৱশ্যে নহয়। দৈৱ প্ৰতিকূল কাৰ্য্য
কেৱল পৌৰুষে, হব পাৰে জানো সিদ্ধি?

কংস— কিন্তু দিব খোজো মই যত্নকে প্ৰাধান্য।

বসুদেৱ— যত্নৰোতো আছে ন্যায্য নীতি সীমাৰেখা?

কংস— সৰ্ব্ব বিনিময়ে আত্মা ৰক্ষণীয় সদা।

বসুদেৱ— কিন্তু ধৰ্ম্ম বিনিময়ে নোহে বুলি ভাবো।

কংস— আত্মাৰ ধ্বংসত ধৰ্ম্ম ফলভোগী কোন?

বসুদেৱ— অবিনাশী অবিকৃত আত্মা চিৰকাল।
স্থূলবুদ্ধি নৰে কৰে দেহকেই আত্মা-
বোধ। কিন্তু আত্মা থাকি স্বতন্ত্ৰে, ত্যজি
জীৰ্ণ স্থূল দেহা, ধৰি নৱ নৱ দেহা—
কৰি থাকে ভোগ, নিজ কৰ্ম্মকৃত ফল।
এতেকে হে মহাৰাজ! নশ্বৰ দেহাৰ
হেতু ধৰ্ম্ম ত্যজা নোহেঃ সমুচিত।

কংস— কিন্তু
নৰ দেহা সুদুৰ্লভ। শুনা বসুদেৱ!
তেনে দেহা ত্যাগে নাই অভিৰুচি মোৰ।

বসুদেৱ— দেৱকীক বিনাশিও, জীৱন সংশয়
ঘুগুচিব মহাৰাজ, জনমান্তৰত,
দৈৱকীত জনমিব পাৰে তব অৰি।
যিবাহেতু দৈৱবাণী বিফলে নাযায়।
তথাপিও যদি পুৰুষাৰ্থতে বিশ্বাস
খোজো এটি উপায় জনাব। নঘটিব
আপোনাৰ নাৰীবধ মহাপাপ, আৰু
পুৰুষাৰ্থ পৰীক্ষিত হব মহাৰাজ।

কংস— আছে যদি কোৱা তেনে সদুপায় কিবা
অৱশ্যে পালিম যদি যুক্তি থাকে তাত।

বসুদেৱ— দৈৱকীৰ অষ্টম সন্তান হব মৃত্যু-
হেতু আপোনাৰ, এয়েতো দেৱৰ বাণী?
দৈৱকী নহয় কোনো শত্ৰু আপোনাৰ।

এইহেতু কৰো অঙ্গীকাৰ—
জনমিলে শিশু সমৰ্পিম আপোনাক—
আনি ততালিকে, নাৰাখি অপত্য স্নেহ।
কংস— উত্তম উপায় তুমি দিলা বসুদেৱ!
ধন্য তুমি, ময়ো ধন্য যিহেতু তোমাক—
পালোঁ মিত্ৰ, ৰাখিলা উভয় কুল মোৰ।
কিন্তু সত্য স্মৰিবা সততে। সত্যবাদী
সমান পবিত্ৰ, কোনো নাই জগতত।
আছে প্ৰতিষ্ঠিত হৈ সত্যতে জগত।
বসুদেৱ! যোৱা দুয়ো চিন্তা ত্যজি নিজ
গৃহলই। যাও ময়ো কৰিলোঁ বিদায়।

( বসুদেৱ দৈৱকী এফালে আৰু বাকীসকলৰ আনফালে প্ৰস্থান )
ইয়াৰ পাছতে এটি গীত আছে।

সত্ৰৰ ডেকাজনা গোসাঁই শ্ৰীশ্ৰীবিষ্ণুচন্দ্ৰদেৱ গোস্বামীও এজন নিপুণ নাট্যকাৰ। তেখেতে কেইবাখনিও নাট লিখি থৈছে আৰু ভাৱনাও হৈছে। তাৰ ভিতৰত দূত শ্ৰীকৃষ্ণ বা উদ্যোগপৰ্ব্ব এখন সফল নাটক। কৌৰৱ পাণ্ডৱ উভয় পক্ষত শ্ৰীকৃষ্ণৰ ব্যক্তিমহিমা আৰু শান্তি দৌত্যৰ বিফল প্ৰচেষ্টাৰ কাহিনী নাট্যকাৰে মনোগ্ৰাহীৰূপে উপস্থাপিত কৰিছে। সেইবিলাক নাটক ছপা হৈ প্ৰকাশ নোহোৱাটো দুখৰ বিষয়।

## চৰিতপুথি

চৰিতপুথিবোৰ অসমীয়া সাহিত্যৰ এটা বহুমূলীয়া সম্পদ। বহুমূলীয়া বুলি কোৱাৰ তিনিটা মূল কাৰণ আছে। (১) "বিষ্ণু-বৈষ্ণৱৰ কিঞ্চিতেকো নাই ভেদ। দুয়োৰো কথা কৰে পাতকৰ কন্ধ ছেদ।" মহাপুৰুষৰ এই বাণী মতে বিষ্ণুৰ কথা আৰু বৈষ্ণৱৰ কাহিনী শুনাৰপৰা সমান পুণ্য হয়। চৰিত-পুথিকাৰসকলেও গ্ৰন্থৰচনাৰ প্ৰয়োজন কওঁতে এইষাৰ কথাৰ প্ৰায়ে উল্লেখ কৰে। এইটো চৰিতপুথিৰ আধ্যাত্মিক প্ৰয়োজন। (২) চৰিতপুথিবিলাক একোজন মহান পুৰুষৰ জীৱনী। একোজন মহৎপুৰুষৰ জন্মকৰ্ম্মৰ কাহিনীৰ লগত সমকালীন সমাজখনৰ কথাও জড়িত থাকে। সামাজিক বুৰঞ্জীৰ এছোৱা

এই পুথিবিলাকত সোমাই আছে। ই হ'ল দ্বিতীয় মূল্য। (৩) তৃতীয়তে, চৰিত-পুথিবিলাকত সেইকালৰ ৰাজনৈতিক বুৰঞ্জীৰো আন ঠাইত নোপোৱা কথা পাবলৈ আছে। উদাহৰণস্বৰূপে আউনীআটীৰ দশমজনা অধিকাৰ কুশৰামদেৱৰ চৰিতত মাজুলীত মানৰ শাসন আৰু দুষ্ক্রিয়াৰ কথা বহুত পোৱা যায়। মান-ৰাজপ্রতিনিধি মিঙিমাহা তিলোৱাৰ চৰিত্র সম্পৰ্কেও এটা নতুন দিশ এই পুথিত বৰ্ণিত ঘটনাৰপৰা পোৱা যায়। আমাৰ বুৰঞ্জীবোৰত এইবোৰ কথা সবিস্তাৰে নাই আৰু কোনো কোনো বিষয়ে উল্লেখেই নাই। অসমৰ আৰু অসমীয়াৰ সম্পূৰ্ণাঙ্গ বুৰঞ্জী প্রণয়ন কৰিবলৈ চৰিতপুথিবিলাকক ফলপ্রদ আধাৰগ্রন্থৰূপে ব্যৱহাৰ কৰিব পৰা যাব। পাছে তাৰ কাৰণে প্রণালীবদ্ধ প্রচেষ্টা এতিয়ালৈকে হোৱা নাই।

আউনীআটী সত্রত প্রত্যেকজনা সত্রাধিকাৰৰ চৰিতপুথি আছে। এজনা অধিকাৰ বৈকুণ্ঠী হোৱাৰ পাছত সেই প্রভুজনাক ভালকৈ লগপোৱা আৰু তেওঁতে প্রপন্ন হোৱা সত্ৰস্থ বৈষ্ণৱ এজনে চৰিতপুথি লিখাৰ নিয়ম চলি আহিছে। কথাবোৰ চাক্ষুষ দ্ৰষ্টাৰ। কোনোজন অধিকাৰৰ দুজন লোকে লিখা দুখনকৈও চৰিত আছে। প্রথমজনা নিৰঞ্জনদেৱৰ পুথিখন সত্রত নাই। ভালকৈ বিচাৰ কৰিলে কোনোবা ঠাইত ওলাবও পাৰে। বংশীগোপালদেৱ, কেশৱদেৱ আৰু হৰিদেৱৰ চৰিতপুথিৰপৰাই নিৰঞ্জনদেৱৰ বিষয়ে বহুত কথা জানিব পাৰি। প্রত্যেক চৰিতপুথিয়েই সমসাময়িক সমাজৰ তথ্যৰে ভৰা। সমকালীন ৰজা আৰু ৰাজপাত্রসকলৰ বিষয়ে বহুত অন্য ঠাইত নোপোৱা কথা এই পুথিবিলাকত পোৱা যায়। উপৰি-অধিকাৰসকলৰ জীৱনকথাৰ লগত এনেবোৰ কথাৰ লগতে পাঠকৰ নিশ্চয় পৰিচয় ঘটিছে। ঘনিষ্ঠ পৰিচয়ৰ কাৰণে ইয়াৰ পাছৰ অধ্যায় চৰিত-চয়নত সবিশেষ পাব। ইয়াত কেৱল চৰিত আৰু চৰিতকাৰসকলৰ চমু পৰিচয় উপস্থাপিত কৰা হ'ল।

**বংশীগোপাল চৰিত:** ৰমানন্দ দ্বিজ কৃত। এই পুথি ড° মহেশ্বৰ নেওগৰ সম্পাদনত প্রকাশিত হৈ ওলাইছে। ইয়াত বংশীগোপালদেৱৰ বংশ-পৰিচয়ৰপৰা আৰম্ভ কৰি নিৰঞ্জনদেৱৰ কালৰো সকলো কথা সবিস্তাৰে আছে। বংশীগোপালদেৱৰ কালত ৰমানন্দ ল'ৰা মানুহ, কিন্তু পাছৰ কথাখিনি ঘটাৰ কালত তেওঁ ডেকা-বুঢ়া বয়স পাইছিল। জয়ধ্বজসিংহ স্বৰ্গদেউ ৰাজপাটত উঠি যজ্ঞ কৰাৰ পাছত এই পুথিখন লিখা হৈছিল। আউনীআটীত যে এই পুথি লিখা হৈছিল তাৰ প্রমাণ হ'ল ইয়াত আউনীআটী সত্রৰ গুৰু পৰম্পৰাৰ বিশেষ

বৰ্ণন আছে আৰু পুথিৰ মোখনি মাৰিছে নিৰঞ্জনদেৱৰ কথাৰে। পুথি লিখা সময়ত নিৰঞ্জনদেৱ নাছিল।

কেশৱদেৱ প্ৰভুৰ চৰিত দুখন, তাৰে প্ৰথমখন কবিচন্দ্ৰ দ্বিজই কৰা। ৰচনাৰ কাল এইখনৰ অলপ আগ। ৰচনাৰ কাল ১৬৫৬। অৰ্থাৎ কেশৱদেৱৰ প্ৰয়াণৰ আঠবছৰ পাছত এই পুথি লিখা হৈছিল। চৰিত লেখক কবিচন্দ্ৰই কামদলৈৰ পুত্ৰ জয়ানন্দৰ তনয় বুলি নিজৰ পৰিচয় দিছে। পুথিৰ এঠাইত তেওঁৰ পিতাক জয়ানন্দক নিৰঞ্জন প্ৰভুৱে মেধি পতাৰ কথাও উল্লেখ কৰিছে। কামদলৈৰ নামেৰেই পাছত কামদিয়াল সত্ৰ হৈছে। কিন্তু তেতিয়াৰ সত্ৰস্থ বৈষ্ণৱৰ তালিকাতো জয়ানন্দ আৰু কবিচন্দ্ৰৰ নাম আছে। তেওঁৰ এক ভায়েক কাণ্ডিগ্ৰাম শাখা সত্ৰত মুল সত্ৰীয়া হিচাপে আছিল। এই পুথিখন সৰু কিন্তু ঘটনা বাদ দিয়া নাই। পল্লবিত নকৰাকৈ উকা ঘটনাৰ পদ কৰি কবিচন্দ্ৰই চৰিতপুথিতকৈও বুৰঞ্জীৰ আৰ্হাহে অনুসৰণ কৰিছে। সেই পুথিৰ ঘটনা ক্ৰমেই পাছৰখন পুথিতো পোৱা যায়—দুই চাৰিটা কথা অম্বৰীষৰ লিখা চৰিতত পোৱাও নাযায়। পাছে পুথিখনৰ পদ নিমজ নহয় অলৌকিক বা আন বৰ্ণনাৰ ঘটনা নথকাত চৰিত তোলাৰ কাৰণে সুবিধাজনক যেন নাপায় দামোদৰদেৱ প্ৰভুৱে অম্বৰীষক আজ্ঞা কৰিলে।

**কেশৱদেৱ চৰিত**ঃ—এই চৰিত্ৰখন আকাৰত বৃহৎ আৰু পদ-সংখ্যাও বেছি। পদবিলাক আপেক্ষিকৰূপে নিমজ আৰু দীঘলীয়া বৰ্ণনযুক্ত। কবিচন্দ্ৰৰ পুথিত নথকা কথা একো নাই, তাকে পল্লবিতহে কৰিছে। কেশৱদেৱৰ অস্থি লৈ তীৰ্থ লৈ যোৱা দলটোত অম্বৰীষো আছিল। গতিকে অস্থি-যাত্ৰাখণ্ড বৰ দীঘলীয়াকৈ সবিস্তাৰে বৰ্ণন কৰাত পুথিখন ডাঙৰ হৈছে। পাছে তীৰ্থযাত্ৰা বৰ্ণন কৰা খণ্ডৰপৰা সেইকালৰ তীৰ্থভ্ৰমণৰ বাট-পথ যান-বাহন সম্পৰ্কে বহুত বিষয় জানিব পাৰি। সেই কালৰ যাত্ৰীয়ে নিজা-লিখা ভ্ৰমণকাহিনীৰ নমুনা বুলিয়ে ইয়াক কব পাৰি। সেই দেখি সেইখণ্ডৰ কিছু অংশ চৰিত-চয়নত তুলি দিয়া হ'ল। দ্বিজ অম্বৰীষ কেশৱদেৱৰ দিনত আউনীআটীত বাস কৰা পৰম বৈষ্ণৱ আৰু গুৰুপ্ৰাণ ভক্ত। লিখাৰ শক ১৬৫৭-৫৮ৰ ভিতৰত হব।

**হৰিদেৱ চৰিত**ঃ হৰিদেৱ প্ৰভু বৈকুণ্ঠী হৈছিল ১৬৮২ শকত। তাৰ পাছতো ভাটীলৈ অস্থি নিয়াৰ পাছলৈকে সকলো বৰ্ণনা পুথিত আছে। গতিকে ১৬৮৩ৰ দুই এবছৰ পাছতে এই পুথি লিখা হৈছিল। পুথিখনত শিৱসিংহ ৰজাৰ বহুত প্ৰশংসাৰ কথা আছে। শিৱসিংহ স্বৰ্গদেউ চিকাৰলৈ গৈ ধুমুহা

ৰৰষুণত অত্রাহি হোৱাৰ বিৱৰণ এটিও আছে। পদ ছন্দড়িবোৰো শুৱলা আৰু খোকোজা নথকা। নাৰায়ণ হৰিদেৱ প্ৰভুৰ দিনত শ্ৰৱণি আছিল।

**প্ৰাণহৰিদেৱ চৰিত ঃ** প্ৰাণহৰিদেৱৰ চৰিতকাৰ বলোৰাম দলৈ। এওঁ জ্যোতিষীয়া দৈৱজ্ঞ আছিল। পুথি লিখাৰ শক ১৭১৩। দলৈয়ে শাওণত আৰম্ভ কৰি ভাদৰ কৃষ্ণজন্মাষ্টমীত পুথি লিখি শেষ কৰিছিল। পুথিখন মোৱা-মৰীয়া উপদ্ৰৱৰ সময়ত লক্ষ্মীনাথদেৱ প্ৰভু আমনি সত্ৰত থাকোঁতে লিখা—

প্ৰাগজ্যোতিষপুৰত সত্ৰ নামত আমনি।
শাস্ত্ৰে কহি আছে ইটো স্থান শিৰোমণি॥
মৰিলেও নোহে যাত যম অধিকাৰ।
বিৰচিলো তাতে ইটো চৰিত্ৰ পয়াৰ॥

**লক্ষ্মীনাথদেৱ চৰিত ঃ** এই পুথিৰ লেখক মণিৰাম দাস। লক্ষ্মীৰাম-দেৱৰ চৰিত ৰচনা কৰাৰ শক ১৭৮৭। লক্ষ্মীনাথদেৱৰ দিনতে মোৱামৰীয়া দেশ বিভ্ৰাটে তমোময় ৰূপ ধাৰণ কৰে। গুৱাহাটীতো হৰদত্ত বীৰদত্তৰ বিদ্ৰোহ, হাজাৰসিং বঙালৰ সহায়তা, দৰঙীৰজাৰ বিৰোধ আদি লাগিয়ে আছিল। এই সকলোবোৰ কথা যথাস্থানত যথাপ্ৰসঙ্গত চৰিতকাৰ মণিৰাম দাসে বৰ্ণাই গৈছে। গ্ৰন্থৰ যথাস্থানত লক্ষ্মীনাথদেৱৰ জীৱনীছোৱাত মণিৰাম দাসৰ কথাই যে প্ৰকৃত তথ্য তাক আঙুলিয়াই দেখুওৱা হৈছে।

**পদ্মপাণিদেৱ চৰিত ঃ** পুথিৰ ৰচক প্ৰাণনাথ দাস পাঠক। পুথি সমাপ্তিৰ শক ১৭৪৮। এওঁ লক্ষ্মীৰামদেৱৰো সেৱক আছিল। পূৰ্ব্বে নিৰঞ্জন দেৱৰ লগত ৰজাই যি এশ ভকত দিছিল, প্ৰাণনাথ দাসৰ উৰ্দ্ধ প্ৰপিতামহো তাৰে এজন আছিল। পাছত সত্ৰৰ বৰ পাঠক হৈছিল। হৰিদেৱৰ আশীৰ্ব্বাদত লীলাৱতী আয়ে যমজ সন্তান লাভ কৰাৰ কথাৰপৰা আৰম্ভ কৰি পদ্মপাণি-দেৱৰ তীৰ্থাস্থি কৰ্ম্মলৈকে বৰ্ণনা কৰিছে। পুথিখনৰ পদ-ৰচনা ভঙ্গীত এটা জতুৱা ঠাঁচ আছে। বৰ্ণনাবোৰো সৰস। সত্ৰ-খহনীয়াৰ বিৱৰণ, আউনীআটী সত্ৰৰ জলত বাস, কেইদিনমানৰ ভিতৰতে পুনঃ সত্ৰনিৰ্ম্মাণ আদি সৰস বৰ্ণনাই পুথিখন মনবোৱা চৰিত গ্ৰন্থত পৰিণত কৰিছে।

**লক্ষ্মীৰামদেৱ চৰিত ঃ** পদ্মপাণিদেৱৰ চৰিতলেখক প্ৰাণনাথ দাসেই লক্ষ্মীৰামদেৱৰ চৰিতো লিখিছে। এই চৰিত্ৰখনো সমানেই উপাদেয়।

**কৃশদেৱ চৰিত ঃ** এই চৰিতৰ ৰচক নাৰায়ণ দাস। এওঁ সত্ৰৰ বৰ পাঠক আছিল। এওঁ পোনতে পহুমৰাৰ (আউনীআটীৰ আশ্ৰমী সত্ৰ)

পদ্মপাণিদেৱৰ পিতৃ জয়হৰিদেৱৰ আলধৰা আছিল। এওঁ পাছত শ্ৰৱণিও হৈছিল। কুশদেৱ চৰিত এখন বৃহৎ পুথি। ইয়াত মাজুলী অঞ্চলত মানৰ শাসন আৰু উপদ্ৰৱৰ কথা, মিঙিমাহা তিলোৱাৰ চৰিত্ৰৰ আন এটা কাল, ইংৰাজৰ শাসনৰ প্ৰথম ছোৱাৰ কথা, ইংৰাজ লাট কমিছনাৰ আদিৰ লগত কুশদেৱৰ কথা-বতৰা আদি বিভিন্ন মনোগ্ৰাহী বৰ্ণনা পোৱা যায়।

**দত্তদেৱ চৰিত ঃ** দত্তদেৱ চৰিতৰ গ্ৰন্থকাৰ শ্ৰীধৰ বৰুৱা ওজা। এওঁ দত্তদেৱ প্ৰভুৰ দিনৰপৰা কমলদেৱ প্ৰভুৰ দিনলৈকে সত্ৰৰ ঘাই ওজা আছিল। নগাঁৱত থকা কঢ়াল বৰুৱা পৰিয়ালত এওঁৰ জন্ম। মাক-দেউতাক সৰুতেই ঢুকোৱাত ছুৰ্দ্দিনত পৰি মাকে শ্ৰীধৰক নিচেই ল'ৰা কালতে কুশৰামদেৱৰ পিতৃ শ্ৰীনাথদেৱ গোসাঁইক সোধায়। শ্ৰীনাথদেৱে আউনীআটীৰ আদিৰাম নাম-লগোৱাক ল'ৰাটিৰ ভাৰ গতাই দিলে। আদিৰাম নাম-লগোৱা শ্ৰীধৰ বৰুৱাৰ মোমায়েক আছিল। সত্ৰতে পঢ়া-শুনা কৰি পাছত ডাঙৰ পণ্ডিত সুকবি আৰু গায়ক হৈ পৰিছিল। এওঁ লিখা দত্তদেৱচৰিতখন যদিও পুৰণি ৰীতিৰে পদবন্ধত ৰচনা কৰা তথাপি তাত আধুনিক জীৱন চৰিতৰ আৰ্হি পোৱা যায়। এই পুথিয়ে দত্তদেৱ প্ৰভুৰ জীৱনৰ সকলো দিশৰ ওপৰত আলোক নিক্ষেপ কৰিছে। চৰিতখনে কিছু পৰিমাণে আধুনিক জীৱনীৰ স্বৰূপ আয়ত্ত কৰিছে।

**দত্তদেৱ চৰিত (২) ঃ** দত্তদেৱ প্ৰভুৰ চৰিত পুথি আৰু এখন আছে। ইয়াৰ চৰিতকাৰজনো বেলেগ। তেওঁৰ নাম পূৰ্ণানন্দ ধনভঁৰালী। পাছে শ্ৰীধৰ ওজাৰখন সৰস আৰু বেছি কথা থকা বাবে সেইখনৰ আদৰ অলপ বেছি হ'ল।

**কমলদেৱ চৰিত ঃ** কমলদেৱ প্ৰভুৰ চৰিত্ৰখনৰ লেখকৰ নাম নাই। স্বাভাৱিকতে আৰু বহুত বিষয়বস্তুৰ নিমিত্তেও পদবোৰত আধুনিকতাৰ গোন্ধ সোমাইছে। সি হলেও সকলো লোকে সেই আধুনিকতা ধৰিব নোৱাৰে। ইয়াত সত্ৰৰ আভ্যন্তৰীণ অশান্তিৰ দিনৰ কথা পক্ষপাতিতা পৰিহাৰ কৰি বৰ্ণোৱা আছে। কমলদেৱ প্ৰভুৰ ব্যক্তিত্বও সুন্দৰকৈ ফুটি উঠিছে।

দত্তদেৱ গোসাঁই ঈশ্বৰে লিখা গোবিন্দ গুণমালাও চৰিতপুথিজাতীয় পুস্তক। এই পুথি পূৰ্ব্বতে সত্ৰৰ কোনোবা এজন অম্বৰীষে লিখা গোবিন্দ চৰিত্ৰৰ পদপুথিৰ গুণমালা সংস্কৰণ বুলিব পাৰি। কেৱল গুণমালা ছন্দতে এটা কাহিনী বৰ্ণনা কৰা টান কাম কিন্তু দত্তদেৱ প্ৰভুৱে সেই কাম সুন্দৰৰূপে কৰিছে। ইয়াত গোবিন্দ মূৰ্ত্তিৰ উৎপত্তিৰপৰা কুকুৰাবাহীলৈ অহা আৰু ভাৰ

পদত আউনীআটীত প্ৰতিষ্ঠিত হোৱা গোবিন্দৰ গুণ আৰু কাহিনী বৰ্ণোৱা আছে। অম্বৰীষে লিখা 'আদি গোবিন্দ চৰিত্ৰ'খন ১৬ শতিকাৰ মাজভাগত লিখা সমাপ্ত হৈছিল। দত্তদেৱ-প্ৰভুৰ 'গোবিন্দ গুণমালা' ৰচিত হৈছিল ১৭৭৬ শকত। দত্তদেৱ প্ৰভুৱে গুণমালা ছন্দত লিখি তাকে আকৌ পৰিবৰ্দ্ধিত ৰূপত ১৮১৩ শকত সমাপ্ত কৰে আৰু; ১৮১৫ শকত প্ৰকাশ কৰে বুলি পুথি সম্বন্ধে দত্তদেৱ প্ৰভুৱে লিখিছে।

শ্ৰীশঙ্কৰদেৱৰ হাতী মাৰি ভুৰুকাত ভৰোৱা গ্ৰন্থ কৃষ্ণগুণমালাৰ অনুসৰণত সেই ছন্দতে সম্পূৰ্ণ কৰা গ্ৰন্থ পুৰণি অসমীয়াত কেবাখনো আছে। তাৰ ভিতৰত গীতাগুণমালা, গুৰুগুণমালা, ৰামগুণমালা আৰু এই গোবিন্দ গুণমালা এই কেইখনৰ কথা আমি জানো। পুৰণি অসমীয়া পদ্য সাহিত্যৰ ইও এটা ৰকম।

দুই এখন আধুনিক কালত লেখা চৰিত পুথি বা সত্ৰৰ কাহিনী পুথি বা প্ৰবন্ধ আকাৰে পোৱা যায়। সেইবোৰৰ ভিতৰত দত্তদেৱ প্ৰভুৰ বৈকুণ্ঠ প্ৰয়াণৰ বছৰতে ( ১৮২৬ শক ) লিখা আৰু প্ৰকাশ কৰা বাচাৰাম খাওন্দৰ 'দত্তদেৱ চৰিত্ৰ'ৰ নাম উল্লেখযোগ্য। বাচাৰাম খাওন্দ চৰকাৰী 'অভাৰচিয়েৰ' আছিল, ঘৰ যোৰহাটত ; আউনীআটীৰ ভক্তপ্ৰাণ শিষ্য। তেখেতৰ লিখাৰ কিছু অংশ এই গ্ৰন্থত উদ্ধৃত কৰা হৈছে।

শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ গোস্বামী' আৰু 'তীৰ্থপথত' নামৰ দুখন জীৱনকাহিনী অলপতে প্ৰকাশিত হৈছে। ইয়াত বৰ্ত্তমান অধিকাৰৰ জীৱনী আৰু তীৰ্থভ্ৰমণৰ কথা আছে।

**গদ্য ঃ** অসমীয়া গদ্যত আউনীআটীৰ এটি বিশিষ্ট অৱদান আছে। পুৰণি সত্ৰীয়া বা ভট্টদেৱৰ গদ্যৰ লগত অসমীয়া সমাজ সুপৰিচিত। সেইবোৰ ধৰ্ম্মপুথিৰ গদ্য। লৌকিক বিষয়ৰ পুথিৰ অসমীয়া গদ্যৰো এটা স্বৰূপ আৰু বৈশিষ্ট্য আছে, সেই স্বৰূপটোও সমীক্ষণযোগ্য।

'নীতিলতাঙ্কুৰ'ৰ নিচিনা ৰাজনীতি আৰু ৰণবিদ্যা বিষয়ৰ ৰচনা আৰু তাৰ গহীন গদ্য ভাঙনি, 'হস্তমুক্তাৱলী'ৰ অসমীয়া গদ্য ভাঙনি আউনীআটী সত্ৰতে হৈছিল। এইবোৰ বিশেষ বিশেষ শাস্ত্ৰৰ পাৰিভাষিক অৰণ্য ভেদ কৰি সৰল ভাঙনি কৰা কম কৃতিত্বৰ কথা নহয়। এই দুই পুথিৰ দুটা নমুনা তলত দিয়া হ'ল।

**নীতিলতাঙ্কুৰৰপৰা ঃ** (ক) "যিমত খঞ্জৰ কাৰুৰ মামবাদিক দূৰ কৰি

অনেক বঞ্জন কৰে তথাপি সেই খড়্গৰে তৃণকো ছেদ নকৰে। যদি সেই খড়্গকে উপায়ৰ দ্বাৰায় সুতীক্ষ্ণ ধাৰাৰন্ত কৰে বাঞ্ছা কৰি যাকে কাটিব খোজে তাকে কাটিব পাৰি।”

(খ) “এই প্ৰকাৰে চতুৰঙ্গ সেনায় আবৃত হুয়া শত্ৰুৰ সম্মুখে যাব। এপৰ দুপৰ বাট গৈ শত্ৰুৰ বিচল আপোনাৰ সৰ্ব্বপ্ৰকাৰ চল হয় তাত কোট কৰিব। চতুৰস্ৰ কৰি কাঠগড় কৰিব, চতুৰ্দ্বাৰ দিব, বিস্তৰণ কৰিব। বিষম সঙ্কট কৰিব। সাট্ৰ উচ্চ চাং কৰি। কাঠগড়ৰ বাহিৰে চাৰিওফালে বেঢ়ি বাট থব। তাৰ কোখত মহাখাতোদ্ধত ত্ৰিংশহস্ত পৰিমিত সেতু। তাৰ উপৰি কোখত গোমুত্ৰিকাকাৰ প্ৰাকাৰ কৰিব। তাত মহা খাঐএৰে আবৃত কৰিব তাৰ কোখত শৃঙ্গট চতুষ্পথাকাৰ কৰিব ?”

পুথিত কোঠ কৰাৰ নক্‌চা দি এই কথা চিত্ৰ সহ বুজাই দিছে।

**হস্তমুক্তাৱলীৰপৰা ঃ** (ক) “নৰ্ত্তকসকলৰ নিশ্চলা লক্ষ্মী হয়, সদায়ে ৰজাৰ চিত্ততো স্থিতি লভে, গোষ্ঠীতো প্ৰগলভ্‌ভাবক লভে। ইন্দ্ৰাদি দেৱতাসকলৰ, দেৱঋষিসকলৰ, সৰস্বতীৰ, মহাদেৱৰ, এইসকলৰ প্ৰিয় হয়। অৱলোকন কৰোতা সভাসদসকলৰো গৰিষ্ঠৰূপে প্ৰীতি বৃদ্ধি হয়, সেই সকলকো মনে যি বাঞ্ছা কৰে তাকো মহাদেৱে পূৰণ কৰে।”

(খ) “যদি উৎসঙ্গ হস্তক হস্ত দুই কাতি কৰি ক্ৰমে তল ওপৰ কৰে, তেবে দোহনক কহে। যদি উৎসঙ্গ হস্তক উবুৰি কৰি গাৱৰ ওচৰৰপৰা আগলৈ অনা নিয়া কৰে, তেবে পোষণক কহে। যদি গাৱৰ ওচৰৰপৰা আছাড় মাৰে, :তেবে ক্ষমা নকৰণক কহে।”

দত্তদেৱৰ গদ্যৰ নমুনা জীৱন-কথাতে দিয়া হৈছে। এই গদ্যৰ নমুনা প্ৰভুৰ লিখিত ‘ইতিহাসমালা’ নামৰ গ্ৰন্থত ভালকৈ পোৱা যায়। প্ৰভুৰ সমসাময়িক শ্ৰীধৰ বৰুৱা ওজাৰ শ্ৰীশ্ৰীগোপালদেৱ চৰিত আৰু সাময়িক কাকতত লিখা প্ৰবন্ধ-গুচ্ছই উনবিংশ শতিকাৰ শেহ ভাগৰ গদ্যৰ নমুনা দাঙি ধৰে। এই গদ্য যেনেকৈ পোনপটীয়া তেনেকৈ ভাবপ্ৰকাশ-সক্ষম।

বৰ্ত্তমান অধিকাৰৰ ভাষণাৱলী আৰু সাময়িক সমস্যা সম্পৰ্কীয় পুস্তিকা কেইখনে এটি নতুন ধৰণৰ গদ্যশৈলীৰ চিনাকি দিয়ে। ইয়াত এফালে সত্ৰীয়া পৰম্পৰাৰ অসমীয়াৰ ছায়া আছে, সেইদৰে আধুনিক গদ্যৰ ধাৰাও নিহিত আছে। দুয়োটা মিলি গদ্যৰ এটা বিশেষ ভঙ্গীয়ে গঢ় লৈছে। প্ৰভুজনাৰ গদ্যৰ নমুনা জীৱন-বৃত্তান্তত উদ্ধৃত ভাষণাংশত্তে পোৱা যাব।

**সংবাদ-পত্ৰ ঃ** আউনীআটী সত্ৰৰ ঘাউতিযুগীয়া সাহিত্য-খ্যাতি পাবলগীয়া কৰ্ম্ম হ'ল সংবাদ-পত্ৰ সাহিত্যৰ সৃষ্টি। ১৭৯৩ শকৰপৰা ১৮৩৫ শকলৈকে অসমীয়া লোকে প্ৰকাশ কৰা প্ৰথম সাময়িক 'আসাম-বিলাসিনী' নামৰ সাময়িক পত্ৰিকা প্ৰকাশিত হৈছিল দত্তদেৱ প্ৰভুৰ নেতৃত্বত আউনীআটী সত্ৰৰপৰাই। ১৮০৬ শকৰপৰা ১৮১০ শকলৈ শ্ৰীধৰ বৰুৱা ওজাৰ সম্পাদনাত 'আসাম তৰা'ও এই সত্ৰৰপৰাই ওলাইছিল। এই বিষয়ত এই সত্ৰ পটিকটীয়া আৰু দিগ্-দৰ্শক ছুয়োটাই আছিল। প্ৰথম সাময়িক পত্ৰৰ দায়িত্ব আৰু কৰণীয় বহুত। নতুন আৰম্ভ হোৱা পৰিবৰ্ত্তিত যুগ এটাৰ ভাব, অভাব, অভিযোগ মূৰ্ত্ত হোৱাকৈ ভাষাক পোনাই পজৰাই ল'ব লগা হৈছিল। আৰম্ভ যুগৰ এই দায়িত্ব আসাম-বিলাসিনী আৰু আসাম-তৰাই প্ৰশংসাৰ্হৰূপে সম্পাদন কৰিছিল। ১৭৯৭ শকৰ ( ইং ১৮৭৬ ) চৈত্ৰ মাহৰ আসাম-বিলাসিনীত ওলোৱা সংবাদৰ একখণ্ড আৰু কবিতা এটি পাঠকৰ কৌতূহল নিবাৰণৰ অৰ্থে উদ্ধাৰ কৰা হ'ল।[৩]

## আসামৰ মহামহিম চিফ কমিশ্যনৰ

"এই চৈত্ৰ মাহৰ ৭ তাৰিখে শ্ৰীল শ্ৰীযুক্ত চীফ কমিশ্যনৰ বাহাদুৰ আউনীআটী সত্ৰ দৰ্শনাৰ্থে আহিছিল। উক্ত মহোদয় শিৱসাগৰ জিলাৰপৰা শিকাৰী ঘাটলৈ গৈ পুনৰ্ব্বাৰ উজাই আহি কমলাবাড়ী ঘাটত ৰ'ল। শ্ৰীশ্ৰীযুতে যে আউনীআটী সত্ৰ দৰ্শন কৰি মহা আহ্লাদিত হৈছে তাক আমি সাহ কৰি ক'ব পাৰোঁ, কাৰণ মহাত্মাৰ হাস্যবদন সন্দৰ্শনেই তাৰ প্ৰধান চিহ্ন অনুমান হয়। সেই ৰাত্ৰি সেই ঘাটতে থাকি পৰ দিবস প্ৰাতঃকালেই জাহাজ মেলি উজাই গ'ল।

"গোস্বামী প্ৰভুৱে শ্ৰীশ্ৰীযুতৰ সদয় ভাব দৰ্শন কৰি পৰম পুলকিত অন্তঃ-কৰণেৰে ধন্যবাদ দি শ্ৰীশ্ৰীযুত যেন নিৰুদ্বেগে এবং স্বাস্থ্য শৰীৰে থাকি নিৰীহ প্ৰজাবৰ্গক সুখে ৰাখে পৰমেশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰিছে।"

## আসাম-দেশ

এওঁনে? আসাম যাহাৰ সমান,
ৰূপে গুণে কোন নাছিলে সংসাৰে,
যাৰ ক্ষেতি সদা কৰে স্বৰ্ণ দান,
যাৰ গুণে সুখে মানৱ বিচৰে॥

---

৩ গুৱাহাটী বিশ্ববিদ্যালয়ৰ হস্তলিখিত আৰ বিৰল পুথিসংগ্ৰহত থকা ফটোষ্টাটৰ-পৰা ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ সৌজন্যত পোৱা। এই ফটোষ্টাট কপি লণ্ডনৰপৰা কৰাই আনিছিল শ্ৰদ্ধেয় যেনুধৰ শৰ্মাই।

( ১ )

যার ধনে ধনী ভিন্ন জাতি গণ,
অন্নভাবে কান্দে তেওঁর সন্তান,
দ্বারে দ্বারে ফুরে জীরিকা কারণ,
ভাবি চালে বুকু হয় বিদারণ ॥

( ২ )

বহুদিনলৈকে থাকিয়া অধীন,
বল বীর্য্য হীন হইছে আসাম,
দুঃখত এতিয়া নীয়াইছে দিন,
মনে শোকানল জ্বলে অবিরাম ॥

( ৩ )

সকলো গইছে একো নাই আর,
হইছে আন্ধার আসাম আনন,
আসাম মাতৃর যাতনা অপার,
কেতিয়া ই দুঃখ হ'ব বিনাশন ॥

( ৪ )

ঘটোৎকচ আদি মহাবীর গণ,
আছিলে আসাম পুত্র মনোরম,
এতিয়া কি হ'ব তেনে পুত্রগণ,
বলবীর্য্য পূর্ণ সহায় পৰম ॥

( ৫ )

আসামর এবে অসার উন্নতি,
দেখি কি হৃদয় হয় সন্তোষিত,
কি জানি বা পাছে হয় অবনতি,
এই বুলি জন্মে তার বিপরীত ॥

( ৬ )

ধর্ম্ম কর্ম্মাদিত আস্থা কারো নাই,
নবীন ভাবেরে হইয়া চালিত,
স্বেচ্ছাচারি ভাব দেখোঁ ঠায়ে ঠাই
ই কি আসামর উন্নতি নিশ্চিত ?

(৭)

হে আসাম শুনা কওঁ সুউপায়
ধৰা ব্ৰহ্মপদ দৃঢ় কৰি মন
চঞ্চল জগতে লভিবা আশ্ৰয়,
সদানন্দ ভোগী সুখী হ'ব মন ॥

(৮)

সভ্যতা সোপানে তেন্তে পাৰিবা উঠিব,
জ্ঞানালোকে দীপ্ত হ'ব তযু পুত্ৰগণ,
চতুৰ্দ্দিশ ভৰি তব যশস্যা বাঢ়িব,
ধন্য ধন্য বুলি সদা হ'ব সুনিস্বন ॥

[ সংবাদপত্ৰৰ বৰ্ণবিন্যাস ৰক্ষা কৰা হৈছে ]

সংবাদটো পৰিবেশন কৰিছিল সেখ্ ফেৰাউদ্দিন নামৰ মুছলমান ভদ্ৰলোক এজনে। কবিতাটোৰ ৰচক আছিল নগাঁৰৰ জখলাবন্ধা সত্ৰৰ ৺পদ্মহাস গোস্বামী।

## চিত্ৰকলা আৰু কাৰুকলা

অসমৰ সত্ৰবিলাকত চিত্ৰকলাৰ একাগ্ৰ চৰ্চ্চা হৈছিল। সাঁচিপতীয়া ধৰ্ম্মপুথিৰ মাজে মাজে চিত্ৰ আঁকি বিষয়বস্তু চাক্ষুষ কৰাৰ প্ৰচেষ্টাৰ ফলতে এই বিদ্যাৰ আৰম্ভক হৈছিল। আউনীআটীৰ সত্ৰত এনে পুথি কেইবাখনো আছে। বিষয়বস্তু চিত্ৰিত কৰাৰ উপৰিও পুথিৰ পাতত লতা ফুল আঁকি একোটা পাত মনোমোহা কৰি তৈয়াৰ কৰিছিল। পুথিবিলাক যথাস্থিত ৰঙেৰে ছপা হোৱা হ'লে চিত্ৰকলাবিদ্ পণ্ডিতসকলে অসমীয়া চিত্ৰকলা সম্পৰ্কে পূৰ্ণাঙ্গ অধ্যয়ন কৰিবলৈ যথোচিত সহায় পালেহেঁতেন।

হস্তিবিদ্যাৰ্ণব বা হাতীপুথিৰ নাম শিক্ষিত অসমীয়া মাত্ৰেই আজিকালি শুনিছে, বহুতে নিজ চকুৰেও দেখিছে। এই পুথিখন ৰজাঘৰীয়া পুথিয়ে আছিল হবলা, পাছে সংৰক্ষিত হৈছিল আউনীআটী সত্ৰত। স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীয়ে এই পুথি সত্ৰৰপৰা সংগ্ৰহ কৰিছিল, বৰ্ত্তমান আকৌ সত্ৰৰ ভঁৰালত আছে। ১৯২১ চনত মহাত্মা গান্ধী অসমলৈ আহোঁতে ইংৰাজ চৰকাৰৰ ভ্ৰূক্ষেপলৈকো আওকাণ কৰি পণ্ডিত গোস্বামীয়ে মহাত্মাক দেখা কৰি অন্যান্য পুথিৰ লগতে এই হাতীপুথিখনো দেখুৱাইছিল। মহাত্মা গান্ধীয়ে গুৱাহাটীৰ-পৰা তেজপুৰলৈ যাওঁতে জাহাজতে 'অসমৰ অভিজ্ঞতা' নামৰ এলানি প্ৰবন্ধৰ দ্বিতীয়টোত এই পুথিৰ প্ৰশংসা কৰি লিখিছে—

"তিবোতাৰ বয়ন কৌশলৰ বাবে অসম যিদৰে জনাজাত সেইদৰে হাতীৰ বাবেও অসম জনাজাত। আনকি 'হস্তীবিদ্যা' নামৰ এখন পুথি মোক দেখুওৱা হৈছিল। পুথিখন সাঁচিপাতত লিখা ত্ৰিশ বছৰৰ পুৰণি। লিখাৰ বাহিৰেও তাত হাতীৰ ছবি আৰু আন আন বহুতো ছবি আছিল। এইবিলাক ছবিত যি ৰং ব্যৱহাৰ কৰা হৈছে এনেবিলাক ৰং আজিকালি আমি কদাচিৎহে দেখো। এইবিলাক ছবি এনে সমানুপাতিকভাৱে অঁকা হৈছে যে দেখিলে অসমৰ পুৰণা কলা সম্পৰ্কে গৌৰৱ অনুভৱ নকৰাকৈ থাকিব নোৱাৰি।"[৪]

জাতিৰ মুকুটমণি মহাত্মাজনৰ এনে অকুণ্ঠ প্ৰশংসা অৰ্জ্জন কৰা গ্ৰন্থখনি কালৰ কৰাল গ্ৰাসৰপৰা ৰক্ষা কৰাৰ কৃতিত্ব আউনীআটী সত্ৰৰ; ইয়াৰ কাৰণে অসমীয়ামাত্ৰেই এই সত্ৰখনৰ ওচৰত কৃতজ্ঞ।

হস্তিবিদ্যাৰ্ণবৰ উপৰিও সচিত্ৰ পুথি কেইবাখনো সংৰক্ষিত হৈ আছে। সেইবিলাকৰো চিত্ৰসৌষ্ঠৱ প্ৰদৰ্শনীয় আৰু প্ৰশংসনীয়। ভক্তিৰত্নাৱলী পুথি এখন আছে। সেই পুথিৰ প্ৰতিটো পৃষ্ঠাতে (পাতত নহয়) একোটা পৃথক সাজৰ লতা-ফুল পুথিৰ সোঁমাজত অঁকা আছে। এই পুথি বোলে মাধৱ চৰণ ভাণ্ডাৰী বৰুৱাৰ হাতত আছিল। মাধৱচৰণ বৰুৱা আউনীআটীৰ সেৱক। তেওঁ পুথিখন ন-শৰণীয়া স্বৰ্গদেউ জয়ধ্বজ সিংহৰ ৰাজভাণ্ডাৰত সোধাইছিল। সেই সময়ত এই পুথি লিপিবদ্ধ কৰি উলিওৱা মাত্ৰ তিনিবছৰ হৈছিল। পুথি ৰঙেৰে অতি বিতোপন দেখি মহাৰাজ জয়ধ্বজ সিংহই বোলে এই পুথিক বৰ ৰঙা পুথি বুলি কৈছিল। এই ৰত্নাৱলী পুথিকে নিৰঞ্জনদেৱে ৰজাৰ আগত ব্যাখ্যা কৰি শুনাইছিল। তাৰ ব্যাখ্যা শুনি ৰজাদেৱ পৰম সন্তোষিত হ'ল। তেতিয়াৰেপৰা পুথিখন আউনীআটী সত্ৰৰে সম্পত্তি হৈ আছে। এটাইবোৰ সচিত্ৰ পুথিৰে যথাস্থিত ৰঙেৰে অলপ অলপ নমুনা এই পুথিত সন্নিবিষ্ট কৰা হৈছে। অসমীয়া চিত্ৰকলা সম্পৰ্কে অভিজ্ঞ লোকে ইয়াৰপৰাই চিত্ৰবোৰৰ কলা সৌষ্ঠৱ আৰু চিত্ৰ সংস্কৃতিৰ ক্ষেত্ৰত ইয়াৰ স্থান নিৰ্ণয় কৰিব পাৰিব, অন্ততঃ নিৰ্ণয় কৰাত মুদ্ৰিত চিত্ৰবোৰে কিছু সহায়তা কৰিব।

কাঠৰ চ'তি আৰু দুৱাৰত ফুলকটা আৰু চিত্ৰ অঁকাত বিশেষ কলাৰূপে সত্ৰৰ বৈষ্ণৱসকলে অনুশীলন কৰিছিল। ফুলকটা চ'তি এতিয়াও আছে। দুৱাৰৰ পাটিত অঁকা ছবি চকুত পৰা নাই কিন্তু পূৰ্ব্বৰ বিৱৰণৰপৰা এই চৰ্চ্চা

৪। অসম প্ৰকাশন পৰিষদ—'অসমত মহাত্মা' পৃঃ ৬০

প্ৰকাৰ প্ৰমাণ পাওঁ। কেশৱদেৱৰ দিনৰ সত্ৰৰ নামঘৰৰ বৰ্ণনা দিওঁতে দ্বিজ অম্বৰীষে লিখিছে—

প্ৰকাশয় নামগৃহ কৈলাস শিখৰ।
ইটাএ বান্ধিছে তান চাৰিও কাষৰ॥[২২]
দুই সাৰি কৰি দৰ্যা লগাইছে বাৰত।
নানা চিত্ৰ কৰি লিখি আছয় পাটত॥
... ... ...
অনেক উশৃত ঘৰ জেন ধৌলিয়ৰ।
পচিমক দ্বাৰ এক আৰৰ উত্তৰ।
ধাতুৰ্ম্ময় তুমুকি আছয় দ্বাৰ মাজে।
ৰাজহংসসব তাত সৰোবৰ মাজে॥
দেৱাসুৰ মাজে যত বৈষ্ণৱ আছয়।
ঈশ্বৰৰ মূৰ্ত্তিসমে লিখিলন্ত তয়॥ (পদ ২২৪-২৬)

তুমুকি লগোৱা দুৱাৰত ৰাজহাঁহ চিত্ৰিত আছিল; আনবোৰ দুৱাৰতো নাৰদ প্ৰহ্লাদ আদি ভক্তসকলৰ চিত্ৰ আছিল। মুঠতে চিত্ৰ তেহেলৈ পাততে হওক বা পাটতে হওক এটা বহুপ্ৰিয় আৰু যত্নেৰে অনুশীলন কৰা বিদ্যাস্বৰূপে সত্ৰত আদৃত হৈ আহিছে।

চিত্ৰকলাৰ উপৰিও সত্ৰত কিছুমান কাৰুকলাৰ নিদৰ্শন ৰক্ষিত হৈ আছে; তাৰ ভিতৰত হাতীদাঁতৰ পাটী, সোণৰ কোষা অৰ্ঘা, কাঠৰ মূৰ্ত্তি, সিংহাসন, শৰাই, বেতৰ চিত্ৰ-বিচিত্ৰ বিচনি, এইবোৰৰ এপদ দুপদ বস্তু কোনো কোনো লোকে নিশ্চয় দেখিছে। সেইবোৰৰ সূক্ষ্ম কাৰুকাৰ্য্য চকুৰে নেদেখিলে বৰ্ণাই বুজাব নোৱাৰি। ছবিৰপৰাও সবিশেষ ধৰিব নোৱাৰি। তথাপি দুই এখন ছবি দিয়া হৈছে। ইয়াৰপৰাই ধাৰণা কৰিবলৈ যৎকিঞ্চিৎ আধাৰ পাব।

হাতীদাঁতৰ কাম কৰোঁতা কাৰুশিল্পী এতিয়া সত্ৰত কোনো নাই। পাছে কাঠৰ মূৰ্ত্তি, সিংহাসন, বেতৰ বিচনি আৰু নৌকা সাজিব জনা বৈষ্ণৱ সংখ্যাত কম হলেও এতিয়াও আছে। খেল নাও মুখ্যসত্ৰ কেইখনৰ এক বিশেষ সম্পদ। ইয়াক সাজোঁতেই এনে সঞ্জুক লগাই সজা হয় যেন ভকতসকলে সমানে৷ডুলাৰীকৈ প্ৰবহন্ত বহাদি বহি নামৰ চেৱে চেৱে নাম লগাই যাব পাৰে। অগ্নিকাৰ গবাক্ষী চহৰলৈ যাওঁতে এইবোৰ নাও বহ্বাড়ম্বৰে দিখৌ দিচাং দিহিং আৰু লুইতৰ সোঁত ঠেলি বিপুল বেগে আগুৱাই যাব পাৰে। খেল-নাৱৰ ছবি এখন এই গ্ৰন্থত পাঠকে পাব। আউনীআটী সত্ৰৰ বেতৰ বিচনি সম্পদ

পৰিয়ালবোৰৰ ঘৰে ঘৰে একোখনকৈ আজিও আছে। বিজুলী বিচনিৰ দিনত তাৰ উপযোগ কমি আহিছে সঁচা, তথাপি 'ড্ৰইংৰুম'ৰ সজ্জা হিচাপে হলেও বহুতৰ ঘৰত এতিয়াও দেখা যায়। বহুত পৰিয়ালত তিনিপুৰুষীয়া আউনী-আটীয়া বিচনিও দেখিবলৈ পোৱা হৈছে। কিংখাপ-লগোৱা বেতৰ বিচনীৰ আজিকালি তৈয়াৰ কৰা খৰচ আৰু দামো বহুত। তেনে বিচনিৰ ছবি এখন দিয়া হৈছে।

## সঙ্গীতকলা

সঙ্গীত আৰু সত্ৰৰ এৰাব নোৱৰা সম্বন্ধ। সত্ৰবিলাকক একাংশে আৰু প্ৰকাৰান্তৰে সঙ্গীতবিদ্যালয় বুলিও কব পাৰি। অসমত কিছুমান সত্ৰ প্ৰাচীন-পৰম্পৰাগত গায়নৰীতি আৰু বায়নৰীতিৰ সংৰক্ষণ কৰাত সস্পৃহ আৰু তাৰ বাহিৰে নতুন সংযোজনা, গায়নৰীতি, সুৰ আদিৰ প্ৰয়োগত নিস্পৃহ। কিছুমান সত্ৰই মনোৰঞ্জন আৰু লোকৰঞ্জনৰ উদ্দেশ্য আগত ৰাখি কিছুমান সলনি কৰিছে আৰু অল্প-বিস্তৰ সংযোজনাও কৰিছে। দুয়োটা উদ্দেশ্যই লাগতিয়াল আৰু স্ব স্ব ক্ষেত্ৰত দুয়োটা ধাৰাই কাম সাধিছে। যিসকলে মহাপুৰুষসকলৰ প্ৰৱৰ্ত্তিত গায়নৰীতিৰপৰা এখোজো ইফাল সিফাল কৰাৰ ইচ্ছা কৰা নাই সেইসকলেও আজি বুকু ডাঠি কব নোৱাৰে যে মহাপুৰুষসকলৰ দিনত গোৱা বৰগীত বা ভাৱনাৰ গীতৰ 'গায়কি' ঠিক ঠিক ভাবে আজিলৈকে ৰাখিছে। সেয়ে হোৱাহেঁতেন সত্ৰে সত্ৰে অলপ পাৰ্থক্য, আৰু কেতিয়াবা বেলেগ ৰাগৰ বৰগীত একে যেন শুনা নগলহেঁতেন। কলাক্ষেত্ৰতো সংৰক্ষণশীলতা আৰু গতিশীলতাৰ মাজত সমন্বয় ৰক্ষা কৰি চলাৰ প্ৰয়োজন আছে। আউনীসত্ৰই এই সমন্বয় সংঘটিত কৰাৰ চেষ্টা কৰি আহিছে। পুৰণি গীতৰ সুৰবোৰ ওজা পৰম্পৰাই এই সত্ৰই ৰক্ষা কৰিছে। কিন্তু সময়ে সময়ে নতুন সুৰৰ গীতো ৰচনা কৰাত অধিকাৰসকলে উৎসাহ দান কৰি আহিছে। এই সত্ৰৰ নাম-প্ৰসঙ্গত ব্যৱহাৰ হোৱা ব'ৰাগীনামবিলাকৰ সুৰৰ এটা বৈশিষ্ট্য আছে। সেই সুৰবিলাক গাঁৱে-ভূঞে প্ৰচলিত হৈ পৰিছে। সেইবিলাক পূৰ্বে মহাপুৰুষ-সকলে ৰচনা কৰা নাছিল বা সুৰ দিয়াও নাছিল, তত্ৰাচ সি অসমীয়া ভক্তৰ প্ৰাণত ভক্তিৰসৰ সঞ্চাৰ কৰিছে, জন-সমাজৰ মনোৰঞ্জন সম্পাদন কৰিছে। এইদৰে গীতবিলাকতো এটা স্বকীয়া 'ঢং' শুনা যায়; সেইবোৰো অসমীয়া প্ৰাচীন গীত-মাতৰে সম্পদ। অসমীয়া সঙ্গীতৰ ক্ষেত্ৰত বৈচিত্ৰ্যৰ সৌন্দৰ্য্য

আধান কৰাত সেইবোৰে সহায় কৰিছে। ভাৰতীয় উচ্চাঙ্গ সঙ্গীতৰো এনে ঢং বা গায়কি আছে। বিভিন্ন ঘৰোৱানাৰ ৰাগ-ৰূপ বাদ্য-বোলৰ বৈচিত্র্য আছে। সেইবোৰে ভাৰতৰ উচ্চাঙ্গ সঙ্গীতক সমৃদ্ধহে কৰিছে। অসমতো সত্ৰবোৰৰ মাজত সঙ্গীতৰ ৰূপত কি বিভেদ পোৱা যায় তাক অসমীয়া সঙ্গীতৰ বৈচিত্র্যসাধক সম্পদৰূপে ৰক্ষা আৰু অনুশীলন কৰিব লাগে। সঙ্গীতজ্ঞ লোকে সূক্ষ্মৰূপে চৰ্চ্চা কৰিলে আউনীআটী সত্ৰত এনে বৈচিত্র্য-সম্পাদক গীত-মাত বহুত পাব আৰু তাৰ সৌন্দৰ্য্যৰে আধুনিক অসমীয়া সঙ্গীতকো ৰঞ্জিত কৰিব পাৰিব। আধুনিক অসমীয়া সঙ্গীতক আমনি লগা এস্নুৰীয়া নকৰি বিভিন্ন সোৱাদৰ সুৰযোজনা কৰাৰ প্ৰচেষ্টাতো এই অনুশীলনে সহায়তা কৰিব।

তালৰ বেলিকাও আউনীআটী সত্ৰত সেই একে কথাই খাটে। এই সত্ৰৰ গীতবোৰত দুই এটা অপ্ৰচলিত বা বিৰল তালৰ উল্লেখ পাওঁ। সেই তালৰ বোল পৃথক আৰু তাক খোলতে বজোৱা হয়। জিকিৰ, থাক্‌ তাল আদি তালৰ নাম অন্য সত্ৰৰ গীতত থকাৰ কথা নাজানো। আছে যদিও বিৰল। সেইদৰে নৃত্যত ব্যৱহাৰ কৰা খোলৰ চেৱতো পাৰ্থক্য আছে। নাচ কেইখনমানতো এনেকুৱা বিশেষ তাল চকুত পৰে। এই সকলোবোৰত পাৰ্থক্য থাকিলেও নিজ নিজ উৎকৰ্ষ আছে। সঙ্গীতকাৰ আৰু সঙ্গীতবিদ্বানসকলে চৰ্চ্চা কৰিলে অসমীয়া সঙ্গীতৰ এটা দিশ উজ্জ্বল হৈ ওলাব। এই গ্ৰন্থত সেইবিলাক কথাৰ বিশদ আৰু খৰচি মৰা আলোচনা সম্ভৱ নহয়।

শ্ৰীহস্তমুক্তাৱলী গ্ৰন্থখন নকল কৰি আতোমতোকাৰিকৈ সংৰক্ষণ কৰিয়েই আউনীআটী ক্ষান্ত আৰু সন্তুষ্ট হৈছিল এনে নহয়। এই পুথিৰ নিৰ্দ্দিষ্ট হস্তবিলাকো সত্ৰৰ ওজা আৰু নটুৱাই অভ্যাস কৰি ব্যৱহাৰ কৰিছিল। অসমীয়া সত্ৰীয়া নৃত্যই শ্ৰীহস্তমুক্তাৱলীক অনুসৰণ কৰি সংবৰ্দ্ধিত হোৱা নাই বুলি কোনোৱে কৰা মন্তব্যটো আউনীআটী সত্ৰত নাখাটে। অসমৰ কেইখনমান সত্ৰৰ নৃত্য-গীত সম্পৰ্কে অলপ চৰ্চ্চা হৈছে। আউনীআটী, দক্ষিণপাট আদি সত্ৰৰ নৃত্য-গীতৰ বৈশিষ্ট্য সম্বন্ধে ৰীতিবদ্ধ চৰ্চ্চা হলেহে অসমীয়া প্ৰাচীন সঙ্গীতবিদ্যাৰ সম্যক চিত্ৰ প্ৰকট হব।

# পৰিশিষ্ট খণ্ড

চৰিত-চয়ন

বংশলতা

উপৰি দেৰসকলৰ তিথি

গুৰুবন্দনমালা

সত্ৰৰ আৰ্জা (ৰেখাচিত্ৰ)

## পৰিশিষ্ট—১

# চৰিত-চয়ন

চৰিতপুথিত বিবিধ কথাৰ উৱা পোৱা যায়। আৰু বৈষ্ণৱৰ চৰিত-কথা বুলি এই শ্ৰেণী সাহিত্যৰ এটা সবিশেষ মূল্য আছে। তাক এৰিও সমাজৰ চিত্ৰ, বুৰঞ্জীৰ কাহিনী, ঐতিহাসিক ব্যক্তিসকলৰ চৰিত্ৰ আৰু ধৰ্ম্মৰ বিকাশ-এইসকলোবোৰে চৰিত-পুথিবোৰত কেতিয়াবা সবিস্তাৰে প্ৰকাশ পাইছে, কেতিয়াবা অল্পতে সূচিত হৈছে। এইবিলাকৰ সহায়তা নোলোৱাকৈ অসম আৰু অসমীয়াৰ বুৰঞ্জী লিখিবলৈ গ'লে কাম আধাডুখৰীয়া হ'ব। আউনীআটী সত্ৰৰ চৰিতপুথিবোৰ বিশেষ মূল্যবান আৰু সুপাঠ্য; সম্পদ্-পৰিচয় অধ্যায়ত তাক কোৱা হৈছে। চকুৰ এটা দুটা ভাত পিটিকি চোৱাৰ নিচিনাকৈ স্থূল ধাৰণা এটা পাঠকে কৰিব পাৰিব বুলি আশা কৰি ইয়াতে চৰিতপুথিৰ চয়ন অলপীয়াকৈ দিয়া হ'ল।

## তীৰ্থ-ভ্ৰমণ

কেশৱদেৱ আৰু ৰামচন্দ্ৰদেৱৰ ( ৰঙাচৰণ ) পূতাস্থি তীৰ্থক্ষেত্ৰত লগাবলৈ যিসকল ভকত-বৈষ্ণৱ গৈছিল তাৰ লগত কেশৱদেৱৰ চৰিত্ৰ-লিখক অম্বৰীষ দ্বিজও এজন। গতিকে নিজে অংশ লোৱা ভ্ৰমণৰ সুদীৰ্ঘ কাহিনী এটা চৰিতপুথিত বৰ্ণন কৰিছে। এই বৰ্ণনত সেইকালৰ ভ্ৰমণৰ এটা বিস্তৃত কাহিনী পোৱা যায়। চৰিতপুথিৰ এই অংশ ১৭শ শতিকাৰ অসমীয়া লোকৰ ভ্ৰমণপ্ৰকাৰৰ দাপোন বুলি ক'ব পাৰি। এনে পৰিপূৰ্ণ ভ্ৰমণ কাহিনী এতিয়ালৈ আন পদ-পুথিত পঢ়ামনত নপৰে। সেই ভ্ৰমণ বৰ্ণনৰ প্ৰথমছোৱা ইয়াত তুলি দিয়া হ'ল; তাৰপৰা পাঠকৰ এটা ধাৰণা উপজিব।

বাণানবোৰ প্ৰায়ে পুথিৰদৰেই ৰখা হৈছে। বুজাৰ অসুবিধা হ'ব বুলি দুই এঠাইত সলোৱা হৈছে।

আত অনন্তৰে শুনিয়োক সৰ্ব্ব জনে।  
তীৰ্থক লাগিয়া, অস্থি গৈলন্ত জেমনে॥  
দামোদৰদেৱ ভক্ত সমে আলচিয়া।  
অস্থি লগাইবাৰ কথা ৰাজাত জনায়া॥  
শিৱসিংহ নৃপ আতি সৰ শুদ্ধ মতি।  
দেৱত তীৰ্থত সদা কৰন্ত ভকতি ॥

গো ব্ৰাহ্মণক সদা ধৰ্ম্মক পালন্ত।
ঈশ্বৰৰ সেৱা পূজা সদাএ কৰন্ত॥
দেবৰ বচন সুনি ভৈলা ৰঙ্গ মন।
চোলধৰ বড়ুৱাক বুলিলা বচন॥
ভাল চাই বৈৰাগি দিয়োক দুই জন।
তীৰ্থত লগাইবে লাগি দিয়োক সুবৰ্ণ॥
হেন শুনি বড়ুৱাৰ হৰিস মনত।
নৃপতিৰ আজ্ঞা বানি কৰি সিৰোগত॥
সত্ৰক লাগিয়া সিঘ্ৰে পঠাই দিল দূত।
তীৰ্থক লাগিয়া ভক্ত কৰোক জুগুত॥
শুনি দেৱে তেতিক্ষণে ভৈলা ৰঙ্গ মন।
ভক্তসমে আলচিয়া বুলিলা বচন॥
গয়া গঙ্গা জগন্নাথ বৃন্দাবন থান।
অস্থি লগাইবাক আতি কৰয় যতন॥
এতেকে পঠাইবে লাগে ভক্ত ভাল চাই।
এহি বুলি মাতিলন্ত সবাকো সুনাই॥
ভগি অম্বৰিষ দুই বৃন্দাবনে জাইবা।
পুনৰ্ব্বাৰ দুইজনে গয়াকো কৰিবা॥
দেৱৰ অস্থিক দুই জতনে লৈয়োক।
দুইৰে সঙ্গে দুয়োজন বৈষ্ণৱ জায়োক॥
জহ্নমনি আতা আৰু হৃদিয়া ঠাকুৰ।
জগন্নাথ লাগি দুয়ো জায়োক সতৰ॥
দুইৰ সঙ্গে দুইজন জায়োক ভকত।
দুইজনে কৰিয়োক কৰ্ম্ম ধৰ্ম্ম জত॥
গুৱাকটা আতা তুমি গঙ্গাক জায়োক।
তৈৰ পৰা পুনৰপি সত্ৰে আসিয়োক॥
আৰু আঠজন ভক্ত গঙ্গাক জায়োক।
ৰাজাত জনায়া আঠো নিয়মে জায়োক।
সিৱসিংহ নৃপবৰে শুভক্ষণ চাই।
বৈৰাগি সহিতে নৌকা দিলন্ত পঠাই॥
মাধৱ কন্দলি হাতে অনেক সুবৰ্ণ।
দিয়া পঠাইলন্ত আতি কৰিয়া জতন॥

হেন শুনি দামোদৰদেৱ ৰঙ্গ মন।
ভণ্ডাৰো দিলা আনি অনেক সুবর্ন্ন॥
দৈৱজ্ঞে জনাইলা বেলা সুভক্ষণ ভৈলা।
দেৱ দামোদৰে অস্থি মাথে তুলি লৈলা॥
সেহিবেলা উথলিল বাদ্যভণ্ড ৰোল।
ঠাৰতে মুসুনি অন্যো অন্যে মাতবোল॥
কতো ভক্তগণে বেঢ়ি কৰয় ক্রন্দন।
উচ্চ কৰি কতোসবে গাৱে হৰিগুণ॥
ৰঙ্গাচৰণ গোসাইৰ অস্থিক সেহি বেলা।
দেৱৰ অস্থিক সঙ্গে নৌকাত তুলিলা॥
পৃথিৱি কাম্পয় জেন প্রজাৰ আন্দোলে।
নৌকাত তুলিলা অস্থি মহা কৌতুহলে॥
উপৰত চন্দ্রতাপ তৰিয়া জতনে।
সুকুল চামৰ আড়িলন্ত থানে থানে॥
দুন্দুভি সবদ ভৈলা নৌকাৰ উপৰে।
বৈঠাগণে বৈঠা বাহিলন্ত অনন্তৰে॥
আগ বাঢ়িবাক লাগি গোসায়ো লড়িলা।
বহুত.বৈষ্ণৱ তান সঙ্গত চলিলা॥
বিদ্যুত সঞ্চাৰে নৌকা সব চলি জাই।
খনে খনে হৰিধ্বনি কৰে ঠাই ঠাই॥
নৰনাৰি সবে বেঢ়ি কান্দে চাই চাই।
আমাসাক এড়ি প্রভু কৈক লাগি জাই॥
এহি বুলি পড়ি পড়ি দণ্ডৱত কৰে।
সমস্তৰে নয়নৰ লোতক নিগড়ে॥
বহুত নৌকাএ ব্রহ্মপুত্র জুড়ি জাই।
অনেক বৈষ্ণৱ জাই হৰিগুণ গাই॥
সেইদিনা কুৰুৱাবাসিক পাই বৈলা।
হৰিৰ প্রসঙ্গ জড় নিয়ম কৰিলা॥
পাচ দিনা দামোদৰদেৱে স্নানিলন্ত।
নমস্কাৰ কৰি অস্থি পঠাইয়া দিলন্ত॥
মহাশোকে ভক্তগণে ক্রন্দন কৰিলা।
দেৱসমে পুনৰপি সত্রক আসিলা॥

দেৱৰ বচনে পাছে বিজয় চৰণ।
অস্থি লগে গুৱাহাটি গৈলা বজ্ৰমন॥
কাজলিৰ হস্তে তেহো আগবাঢ়ি গৈলা।
বড়ফুকনৰ আগে সকলে কহিলা॥
সুনি বড় ফুকনয়ো কৌতুক লভিলা।
বিজয় আতাক বহু সৎকাৰ কৰিলা॥
দুইজন গোঁহাই আৰু থাকয় তথাত।
দুইকো আজ্ঞা কৰিলন্ত ফুকনে সাক্ষাত॥
ফুকনৰ আজ্ঞা দুই ধৰিয়া মনত।
একত্ৰ কৰিলা উপহাৰ বস্তু জত॥
দুই নিসা মানে তথা ৰহিয়া তেখনে।
ব্ৰহ্মপুত্ৰ তিৰে ঘৰ সজালে জতনে॥
পূৰ্ব্বে অগস্তিৰ কুণ্ড বোলে সেহি থানে।
সৰ্ব্বজনে শুদ্ধ ভূমি কহে বিদ্যমানে॥
উত্তৰপাৰত অশ্বক্ৰান্ত তীৰ্থৰাজ।
উমানন্দ বিৰাজয় ব্ৰহ্মপুত্ৰ মাজ॥
দক্ষিণ পাৰত সেই কুণ্ড অগস্তিৰ।
কাষতে আচন্ত আৰু শ্বেত বাণেশ্বৰ॥
সেই অগস্তিৰ কুণ্ডে মৃত্তিকা প্ৰমাণি।
সুদ্ধ কৰি সজাইলন্ত গৃহ দুই খানি॥
চতুৰ্ভিতি বেঢ়া দিয়া প্ৰহৰিয়া দিলা।
উপহাৰ বস্তু চয় একত্ৰ কৰিলা
অনন্তৰে বৃহত ফুকন তপোধন।
গদাধৰ নামে তান আচয় নন্দন॥
অস্থি আগ বাঢ়িবাক তাহাঙ্ক পাঞ্চিলা।
পণ্ডিত ব্ৰাহ্মণ আদি নৈবিদ্য চলাইলা॥
গদাধৰ চলি গৈলা অতি চমৎকাৰে।
আন ৰাজখোৱাগণ চলিলা সত্বৰে॥
আপোনাতো কৰি দূত পাঞ্চি দিলা আগে।
কাজলিৰ হস্তে নৌকা চলাই মহাভাগে॥
ব্ৰহ্মপুত্ৰ মাজে নৌকা দেখাদেখি ভৈলা।
অনেক নৈবেদ্য অস্থি পুষ্পাঞ্জলি কৈলা॥

দুই ভিতি বাদ্যভাণ্ড কৰিবে লাগিলা।
প্ৰজাৰ আন্দোলে ব্ৰহ্মপুত্ৰ খলকিলা॥
হেন সুমঙ্গলে অস্থি লৈয়া গৈলা জেবে।
বৃহত ফুকনে গাৰ চালিলেক তেবে॥
পানিফুকন ঘোৰাকুমৰফুকন।
সন্দিকৈফুকন আনো অধিকাৰীগণ॥
লৈয়া গন্ধ ধূপ দীপ নৈবেদ্য অপাৰ।
কতো দূৰে আগবাটি গৈলা চমৎকাৰ॥
ব্ৰাহ্মণ সকলে বেদধ্বনি কৰি জাই।
গায়ন সকলে গীত গাই ঠাই ঠাই॥
দুন্দুভি মৃদঙ্গ সংখ ঘণ্টা তাল খোল।
বাদ্যৰ শবদে নুসুনিয়া মাত বোল॥
এহিমতে আগবাটি আসিয়া ফুকনে।
নৌকাত অস্থিক পাছে পাইলা দৰিশন॥
স্বস্তি সুমঙ্গল কৰাইলন্ত বিপ্ৰগণে।
প্ৰথমতে পুষ্পাঞ্জলী কৰিলা ফুকনে॥
নৈবেদ্য অৰ্পিয়া কৰিলন্ত নমস্কাৰ।
হৰিধ্বনি ঘনে ঘনে ভৈগৈল অপাৰ॥
পানিফুকনেয়ো অৰ্চ্চিলন্ত প্ৰেমভাবে।
ঘোৰাকুমৰেয়ো পূজা কৰি সেই ঠাৱে॥
তাত পাছে অৰ্চ্চিলন্ত সন্দিকৈ ফুকনে।
হৰি ধ্বনি ঘনে ঘনে কৰে সৰ্ব্বজনে॥
নানা বাদ্য ভাণ্ড বাৰে কৰিয়া তুমলে।
গৃহ প্ৰবেসাইলা নিয়া মহা কৌতুহলে॥
গৃহৰ ভিতৰে ভিত্তি বান্ধিয়া জতনে।
কদলীৰ পুলি তাত ৰুইলা চাৰিকোণে॥
মণ্ডল দিলন্ত শুক্ল গুণ্ডিচয় আনি।
সকল পল্লৱে ঘট থাপিলন্ত জানি॥
উপৰত চন্দ্ৰাতপ টানিয়া যতনে।
শুকুল চামৰে আতিলন্ত থানে থানে॥
আসনক পাৰিলেক ভিণ্টিৰ উপৰে।
তাহাত থৈলন্ত অস্থি পৰম সাদৰে॥

তিনিয়ো ফুকনে পূজিলন্ত ভিনে ভিনে।
পড়ি পড়ি দণ্ডৱত কৰে সৰ্ব্বজনে॥
ফুকনসকলে আনো ৰাজখোৱা গণে।
নৈবেদ্য সম্ভাৰে পূজা কৰে দিনে দিনে॥
দিন কতিপয় ৰাখিলন্ত সেহি থানে।
মহা মহোৎসৱ হুয়া গৈল দিনে দিনে॥
বিজয়চৰণ বড় ফুকনতে সাৰ।
তাহান মহিমা লোকে কহে ঠাই ঠাই॥
একদিনা পূজা কৰি আচয় ফুকন।
অম্বৰীষ ঠাকুৰে বোলন্ত মন্ত্ৰগণ॥
অনন্তৰে পূজা জেবে ভৈল সমাপত।
বিজয় আতাও আছা সেহি সময়ত॥
অন্য নাহিকয় দেখি মনত কৌতুক।
পুছিলন্ত মাতি অম্বৰীষ ঠাকুৰক॥
কহিয়োক দেবে কিবা ব্যৱস্থা কৰিলা।
অস্থিক নিবাক কোন উপায়ক দিলা॥
বুলিলন্ত অম্বৰিষে ফুকনক চাই।
তাম্ৰৰ পাত্ৰত অস্থি দিলন্ত গোসাই॥
তোমাক লাগিয়া আৰো বুলিলা বচন।
জেমনে বিশেষ হোৱে কৰিয়ো ফুকন॥
হেন সুনি ফুকনেয়ো প্ৰশংসা কৰিল।
পুনৰপি গোপ্য কৰি বচন বুলিল॥
প্ৰভু কেশৱৰ অস্থি কতো গৃহাগত।
তোৰা মাত্ৰ জানিবাহা নকৈবা আনত॥
আনো নানা হিত বাক্য সিখায়া তথাই।
সভাক আসিলা তৈৰ পৰা বাহিৰাই॥
আত অনন্তৰে সুনিয়োক সৰ্ব্বজন।
ফুকন বৰুৱা আনো ৰাজখোৱা গণ॥
কামৰূপি ৰাজাগণ আনো জত জন।
তীৰ্থত লগাইবে লাগি দিলা বহু ধন॥
দেৱৰ চৰণে মনে কৰিয়া ভকতি।
দিলা অনুৰূপে জাৰ জিমান সকতি॥

বিজয় আতায়ো ভেটি লৈয়া সমস্তৰে।
বড় ফুকনৰ আগে দিলন্ত সাদৰে॥
ধন দেখি ফুকনবো ৰঙ্গ বড পাইলা।
আপোনাৰ বহুধন গৃহৰ অনাইলা॥
সমস্তকে চাৰিভাগ তেখনে কৰিলা।
পৃথকে পৃথকে লগাইবাক লাগি দিলা॥
প্রথমতে এক ভাগ লগাইবে গঙ্গাতে।
যদুমনি আতা লোবা বুলি দিলে হাতে॥
জিতোভাগ জগন্নাথক লাগি কৰিছিলা।
হৃদিয়া ঠাকুৰ হাতে সেহি ভাগ দিলা॥
বৃন্দাবন গয়া লাগি পৃথক কৰিলা।
ভগীৰথ অম্বৰীষ লোবা বুলি দিলা॥
পথৰ খৰচ দিলা বৈষ্ণৱ সবক।
এহিমতে নিয়ম কৰিলা বিদায়ক॥
শুভক্ষণে অস্থি নিয়া নৌকাক চলাইলা।
গোপ্য কৰি আপুনাৰ গৃহক নিয়াইলা॥
দেৱৰ মন্দিৰে অস্থি থৈয়া ভক্তি ভাৰে।
সপুত্রে কৰিলা পূজা পৰম গৌৰবে॥
গন্ধে পুষ্পে ধূপে দীপে সঅর্ঘে পূজিয়া।
দণ্ডৱতে প্রণামিলা অষ্টাঙ্গে পড়িয়া॥
অনেক ৰজত দিলা আগত মিলাই।
বৈষ্ণৱক সন্তোষিয়া দিলন্ত বিদাই॥
অনন্তৰে অস্থি জেৰে নৌকাত তুলিলা।
হৰিধ্বনি কৰি সবে নৌকাক চলাইলা॥
সেইদিনা ৰহিলন্ত গৈয়া হাজো থানে।
হয়গৃৱ মাধৱক দেখিবাক মনে॥
প্রভাততে বৈষ্ণৱ সকলে স্নানিলন্ত।
উপায়ন লৈয়া মাধৱক সেৱিলন্ত॥
তৈৰপৰা নগৰবেঢ়াক লাগি গৈল।
পাচ দিনা কটাৰ চকিক পাই ৰৈল॥
তাৰপৰা জৱনৰ ৰাজ্য সমুদাই।
প্রক্কাভ কৰিয়া তাত চলন নজাই॥

সুবৰ্ণ ৰজত আদি বস্তু আছে জত।
গুপুত কৰিয়া থৈলা সবাৰে সম্মত॥
একজন বৈষ্ণৱৰ সুবৰ্ণ হৰাইল।
জানিয়া সবাৰো মনে অসন্তোস পাইল॥
মহা দুখ মনে তৈতে সয়ন কৰিল।
স্বপ্নত কেশৱদেৱে বচন বুলিল॥
নহৰাই ইতো ধন নকৰ বিমন।
দেখি স্তম্ভ-মূলে পড়ি আচয় সুবৰ্ণ॥
স্বপ্নৰ উঠিয়া পাছে চাহিলন্ত ভালে।
দেখে টল টল কৰি আছে স্তম্ভমূলে॥
আথে বেথে তুলি লৈলা হৰিস মনত।
সমস্তে কহিলা মাতি বৈষ্ণৱ সবত॥
হেনজানি সৰ্ব্বজনে অদ্ভুত মানিলা।
হৰাইবাৰ নিধি প্ৰভু স্বপ্নত কহিলা॥
আৰু একজনে তথা দেখিলা সোপন।
ব্ৰাহ্মণ স্বৰূপে হৰি বুলিলা বচন॥
তোমাৰ সবৰ সঙ্গে আসি আছো জানি।
মনত সংসয় নকৰিবা একো প্ৰাণী॥
সিজনেও কহিলন্ত বৈষ্ণৱ সবত।
সুনিয়া সবাৰো ভৈল হৰিস মনত॥
পাছে চলি গৈলা সবে হৰিক সুমৰি।
প্ৰভু কেশৱৰ অস্থি সিৰোগত কৰি॥
পথত দেখিলা স্বপ্ন বৈৰাগি এজন।
একগুটি কন্যা আৰো বালক সোভন॥
বুলিলা বচন অল্পক্ৰোধ কৰি মনে।
এতমান বিলম্ব কৰাহা কিকাৰণে॥
আগবাঢ়ি আইলো মই ইহাক জানিয়া।
সত্বৰে চলিয়ো সবে বিলম্ব চাড়িয়া॥
হেন সুনি বৈৰাগিয়ো উঠিয়া বসিলা।
প্ৰভাততে বৈষ্ণৱ সবৰ আগে কৈলা॥
বুলিলা বচন পাছে বৈৰাগিক চাই।
ইহাত আচৰ্য্য মানিবাক নজুআই॥

পূৰ্ব্বতে বুলিছা বাক্য ভগিৰথে আগ।
তোমাৰ বংসক নিস্তাৰিবো মহাভাগ॥
পাতকিৰ সংসৰ্গত হৈবোহো মিলন।
কিমন্তে পবিত্ৰ হুইবো বুলিয়ো বচন॥
ভগিৰথে বুলিলন্ত সবুদ্ধি গঙ্গাক।
তোমাৰ পাতক হৰিবন্ত সাধুলোক॥
এতেকে কেশৱদেৱ সাধু মধ্যে সাৰ।
তান অস্থি আনি আছে সঙ্গত আমাৰ॥
এহিমতে গঙ্গাদেৱী ঈশ্বৰ সহিতে।
সাধুক গৌৰৱ কৰি আসিলা তুৰিতে॥
এহিমতে কথা কহি ভক্ত নিৰন্তৰ।
কতোদিনে পাইলা গৈয়া পদ্মাৱতী তীৰ॥
সেইদিনা কাৰ্ত্তিকৰ সংক্ৰান্তি ভৈলন্ত।
পদ্মাৱতী গঙ্গা পাই সবে স্নানিলন্ত॥
গুৱাকটা আতা তথা মনত কৌতুকে।
দধি চিৰা গুৰ আনি ভুঞ্জাইলা ভক্তকে॥
ৰঙ্গমনে ভক্ত সবে আসিসা কৰিলা।
তীৰত উঠিয়া সবে নৌকাক চাড়িলা॥
পদ্মাৱতি তিৰে পাছে নিবাস কৰিলা।
একজন ভক্তে তথা স্বপ্নক দেখিলা॥
মহাসুলক্ষণী এক কন্যা আসিলন্ত।
আতি মৃদুতৰ কৰি বাক্য বুলিলন্ত॥
সিঘ্ৰে চলা ভক্ত সব ভয় নাই মনে।
হেৰা দেখা আগবাঢ়ি আসিলো আপুনে॥
এতেক বচন সুনি উঠিলা বৈষ্ণৱ।
সবাৰো আগত কৈলা মনত উৎসৱ॥
প্ৰাতসতে সকল বৈষ্ণৱে স্নান কৰি।
লভিলন্ত ভাগিৰথি তীৰ মনে ধৰি॥
অনন্তৰে গঙ্গাতীৰ দিনান্তে পাইলন্ত।
পাঁচদিনা উপবাস কৰি ৰহিলন্ত॥
অনন্তৰে ব্ৰাহ্মণক কৰি নিমন্ত্ৰণ।
অস্থি লগাইবাক লাগি কৰিলা যতন॥

ৰামগতি যদুমণি আৰু ভগিৰথে।
অষ্টবিস হুদিয়া যে মমে আথে বেথে॥
অস্থি লগাইবাক লাগি গৈলা পাঞ্জোজন।
সঙ্গত চলিলা আনো বৈষ্ণৱ ব্ৰাহ্মণ॥
পণ্ডিত সকলে বেদ পঢ়িবে লাগিলা।
লোৰা গঙ্গা মাৰ বুলি আগবাঢ়ি দিলা॥
জেনদেখি গঙ্গা মাৰ আনন্দিত ভৈলা।
ঢৌউ হস্ত মেলি জেন চাব দিয়া নিলা॥
পাক ফুৰি জলচয় কতো দূৰে গৈলা।
মনত বিস্ময়ে ভক্তে তিৰত উঠিলা॥
অনন্তৰে পিণ্ড দিলা গঙ্গাৰ তিৰত।
দক্ষিণা উছৰ্গি দিলা সুবৰ্ন ৰজত॥
ৰঙ্গাচৰণদেৱৰ অস্থিক সেহি ক্ৰমে।
গঙ্গাত লগায়া পিণ্ড দিলন্ত নিয়মে॥
জগন্নাথ বলভদ্ৰ সুভদ্ৰাজে নাম।
একত্ৰে আচয় তথা তিনিৰো প্ৰতিমা॥
বহুবিধ ভোগ লগাইলন্ত তান আগে।
পিষ্টক পায়স লুচি পুৰি জত লাগে॥
নিমন্ত্ৰণ কৰি আনি অনেক ব্ৰাহ্মণ।
গীতা পাঠ কৰাইলন্ত হৰিসিত মন॥
তাসম্বাৰ মনপুৰি দক্ষিণা কৰিলা।
দধি দুগ্ধ চিৰা চিনি ভোজন কৰাইলা॥
পুৰি পকোৱান খণ্ড উথৰা পায়সে।
দিনগোট মানে সবে ভুঞ্জিলা হৰিসে॥
দ্বাৰকা নিবাসি আৰু অনেক বৈষ্ণৱে।
আসিয়া মিলিলা সবে সেহি মহোৎসৱে॥
সিসবেয়ো ভুঞ্জিলন্ত মহা ৰঙ্গ মনে।
পৰদেসি যাত্ৰি আৰু আইলা জত মানে॥
গঙ্গাতিৰবাসি আৰু জতেক পাইলন্ত।
সবাকো ভুঞ্জায়া ভক্তে দক্ষিণা দিলন্ত॥
সেহি দিনা আৰম্ভিলা এক মাস মানে।
মহা মহোৎসৱ কৰিলন্ত দিনে দিনে॥

খনো গীতা পাঠ খনো ফলাহাৰ হোৱে।
খনো ভোগ লাগে খনো চাউল সিদ্ধা দিয়ে॥
অনেক দূৰৰ লোকে সুনিলেক যানে।
বাইল বৃদ্ধ সবে লড়ি আইলা সেই থানে॥
কৰন্ত ভোজন সবে হুয়া গণ্ডগোল।
ঠিস্ ঠিস্ কৰে পেট চাইল জেন ঢোল॥
পৰম সন্তোষ মনে আসিসা কৰন্ত।
ধন্য ধন্য বুলি সবে গৃহক চলন্ত॥
অসম দেশৰ ধন্য কেশৱ গোসাই।
ধন্য ধন্য চিৰঞ্জীৱ শিৱসিংহ ৰাই॥
ধন্য ধন্য দামোদৰদেৱ মহাসন্ত—
এহি মতে সৰ্বজনে প্ৰসংসা কৰন্ত॥
এমনে কাৰ্ত্তিক মাস মহোৎসৱ গৈল।
শুনিয়োক তাত পৰে জেন কথা ভৈল॥
শুনা সভাসদ পদ কৰি এক চিত্ত।
সাধুৰ তীৰ্থৰ কথা পৰম পবিত্ৰ॥
জিতো সাধু সমস্তৰ স্মৰণ মাত্ৰকে।
পুৰুষৰ গৃহ·সুদ্ধি হোৱয় প্ৰত্যেকে॥
দৰ্শন পৰ্শনাদিয়ে শুদ্ধি হুইবে আৰ।
কি কহিবো কৰে সিতো বংশৰ উদ্ধাৰ॥
এতেকে সন্তৰ কথা শুনিতে লাগয়।
সন্তৰ সঙ্গত জানা কৃষ্ণক পাৱয়॥
সন্তগুৰু পদ মনে ধৰি অবিশ্ৰাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥

আত অনন্তৰে : কৰ্ম্ম গঙ্গাতিৰে
সমাপত কৰিলন্ত।
মনত হৰিসে : বৈষ্ণৱ সকলে
পাচ কাৰ্য্য চিন্তিলন্ত॥
গুৱাকটা ৰাম : গতি জহুমনি :
আকজে কমলাপতি।
তথাহন্তে লভি : আসিলা তিনিয়ো
আপোন দেশক প্ৰতি॥

কতোদিনে আসি : সত্ৰক পাইলন্ত
দেখি দেৱ দামোদৰ।
গঙ্গাৰ কাহিনি : পুছিলন্ত দেৱে :
কৰিয়া আতি সাদৰ॥
সিসবেয়ো কৈলা : জেন মত ভৈলা
গঙ্গাতিৰে মহোৎসৱ॥
গঙ্গোদক গঙ্গা : মৃত্তিকা দিলন্ত :
দেৱে সমে ভকতক।
মনত হৰিসে : ৰহিলা সত্ৰত :
স্মৰি দেৱ কেশৱক॥
আতঅনন্তৰে : জগন্নাথ খেত্ৰ :
গৈলন্ত অস্থি জেমনে।
সংখোপ প্ৰকাৰে : কহো সাৰোদ্ধাৰে
শুনিয়োক সৰ্ব্বজনে॥ (পদ ৫৮৬—৬৭০)

## পালনামৰ প্ৰথম প্ৰৱৰ্ত্তন

হৰিদেৱৰদ্বাৰা প্ৰথম পালনাম প্ৰৱৰ্ত্তনৰ বিৱৰণ। পোণতে প্ৰতি মাহৰ শেহৰ পাঁচদিন এই নাম গোৱা হৈছিল। পাছত বছৰেকীয়া নামোৎসৱ ৰূপে ৰলগৈ। হলেও মাহেকীয়া পালনামৰ এটি ক্ষুদ্ৰ ৰূপ নিত্য-প্ৰসঙ্গত সোমাল। ইয়াৰপৰা হৰিদেৱ প্ৰভুৱে আৰম্ভ কৰা প্ৰথম পালনামৰ স্বৰূপ জনা যায়। এই বিৱৰণ দিছে হৰিদেৱ চৰিতৰ ৰচক নাৰায়ণ শ্ৰৱণীয়ে।

আতো পৰ যত মনে সম্পজিল ভাব।
পাল নাম গৱাইবাক কৰি মহোৎসৱ॥
বৈষ্ণৱতো পুছি পাছে পাতিলন্ত নাম।
মাস মধ্যে পঞ্চম দিবস অবিশ্ৰাম॥
কপৰ্দ্দক আদি উপহাৰ দ্ৰব্য দেয়।
শেষ দিনা ৰাত্ৰি ভক্তে নামক গাৱয়॥
চাৰি চয় দণ্ড ৰজনীৰ শেষে স্নানি।
ভ্ৰাতৃ ভাতিজ সমে আসি মহামানী॥
নাম বৈষ্ণৱক প্ৰদক্ষিণে ভক্তিভাৱে।
মাথে শালগ্ৰাম লৈয়া সপ্ৰেমে বেড়াৱে॥
বৈষ্ণৱ সমস্তে উঠি দুই সাৰি হুয়া।
হাতে তাল ধৰি হৰিনাম থাকে গায়া॥

আগে চলে দেউৰীসৱ দীপ ধূপ ধৰি।
শঙ্খ সিংঙা ঘণ্টা দবা কালি মণ্ডী ভেৰি ॥
ঢোল ৰৰকাংস আদি বাদ্য বজাৱয়।
তেখন উৎসৱ তৈত হয় অতিশয় ॥
পঞ্চ প্ৰদক্ষিণ কৰি প্ৰভু হৰিদেৱ।
জানু পাতি ভক্ত গোবিন্দক কৰে সেৱ ॥
আত্মাৰো সম্বন্ধি জগতৰ হয়া প্ৰাৰ্থী।
আশীৰ্ব্বাদ লম্ভ দণ্ডৱতে পড়ি আতি ॥
ভক্তে বাৰম্বাৰ হৰিধ্বনি উৎসৱন্ত।
সবে সমৰ্পিয়া কৃষ্ণে ভকতি বাঞ্ছন্ত ॥
পাছে নিত্য আদি আচৰিয়া সেহিদিনে।
পাঠ পূজা কৰন্ত সদায়ে সদক্ষিণে ॥
প্ৰাতসাদিক্ৰমে নাম ভাগৱত মহাসন্ত।
উঠিয়া বৈষ্ণৱে হৰি কীৰ্ত্তন কৰন্ত ॥
অৱসানে পুনু পড়ি দণ্ডৱতে।
আশীসা লৱন্ত আতি প্ৰাৰ্থি পূৰ্ব্বৱতে ॥
হেন অনুক্ৰমে প্ৰতি মাসে মহোৎসৱ।
কৰিয়া দক্ষিণা বৈষ্ণৱক কৈলা সেৱ ॥ (হৰিদেৱ চৰিত ২৯৬-৩০৩)

## সত্ৰৰ আৰ্জা

বলোৰামকৃত প্ৰাণহৰিদেৱৰ চৰিতত থকা তেওঁৰ দিনৰ সত্ৰৰ আৰ্জা। তেতিয়াৰ সত্ৰৰ সমৃদ্ধময় অৱস্থাৰ আভাস এটা পোৱা যায়।

গোবিন্দৰ গৃহ নাম মন্দিৰ প্ৰধান।
বৈকুণ্ঠত ভক্তে সমে যেহেন বিমান ॥
তাহাৰ উত্তৰ পাৰ্শ্বে অধিকাৰী ঘৰ।
দেৱৰ বিমান যেন অতি ৰুচিকৰ ॥
তাৰ পশ্চিমত ধন ভাণ্ডাৰী আছয়।
তাৰ পাছে তণ্ডুল ভাণ্ডাৰ বিৰাজয় ॥
কুবেৰৰ নিধি যেন সীমা সংখ্যা নাই।
গোৱিন্দৰ ঐশ্বৰ্য্যৰ জানা সেই প্ৰায় ॥
চাৰি দিশে চাৰি হাটী যেহেন পৰ্ব্বত।
সাৰশেষে কৈবে কোনে কতেক ভকত।

... ... ...

মধ্যস্থানে দীৰ্ঘ পুষ্কৰিণী পুষ্পবাড়ী।
কূপ সব আছে কত কহিতে নাপাৰি॥
দুই বাট গৃহ দীৰ্ঘ আলি গিৰিসম।
ভয়ঙ্কৰ চাৰিগড় বাংশ নিৰুপম॥
পূৰ্ব্বদিশে গড়ৰ ভিতৰে চাৰিকোষ।
শত্ৰুৰ বিষাদ দেখি মিত্ৰৰ সন্তোষ॥
উত্তৰ হাটীৰ পাছে ভাণ্ডাৰ দুতয়।
ভাগৱত আদি নানা দ্ৰব্য সমস্তয়॥
নৌকাশাল কত আছে নাজানি অলেখ।
দিব্য নৌকা আছে কত কহিবে অসংখ্য॥ (পদ ১৩৬—১৪১)

## সত্ৰ-খহনীয়া

পদ্মপাণিদেৱৰ দিনৰ সত্ৰ-খহনীয়াৰ বিৱৰণ। প্ৰাণনাথ দাস পাঠকৰ ৰচিত পদ্মপাণি দেৱৰ চৰিতত আছে। ব্ৰহ্মপুত্ৰই নিজকে শুদ্ধ কৰিবৰ অভিপ্ৰায়েৰেহে সত্ৰখানি বুকুত সামৰি লৈছিল—এনে কল্পনা কৰি সত্ৰ-খহনীয়াৰ এটা ভাল বিৱৰণ দিছে।

গিৰ গিৰ কৰি সবো নিয়ন্ত খসাই॥
পৰয় বোবোৰা জল যেহেন উথল।
গুচে পাক তেখনে সুশান্ত হোৱে জল॥
এহিমতে নিতে নিতে আসন্ত খসাই।
লক্ষ্মীনাথদেৱৰ থানক' পাইলা যাই॥
তীৰ্থবো আশ্ৰয় যিতো মহন্তৰ স্থান।
অহোভাগ্য বুলি দেৱে তীৰ্থে কৰে মান॥
যৈত থাকে সন্তসৱ উদাৰ চৰিত্ৰ।
কীট পতঙ্গকো তথা কৰয় পবিত্ৰ॥
দেশকো পবিত্ৰ কৰে ইটো কোন চিত্ৰ।
পবিত্ৰকাৰীকো তথা কৰয় পবিত্ৰ॥
হেন অনুমানি ব্ৰহ্মপুত্ৰ তীৰ্থৰাজ।
মহাভাগ্য বুলিয়া সাধিবে নিজ কাজ॥
হেন মানি নিজগণ সঙ্গে লৈয়া যাই।
আপোন সুখিৰ অৰ্থে নিলন্ত খনাই॥

স্থানমানে সভাঘৰ আৰু কৰাপাট।
সমস্তে নিলম্ভ খানি মিলিল দুৰ্ঘট॥
কাখৰ প্ৰলম্পি জল উৰ্দ্ধক উধাইল।
খনেকতে দক্ষিণৰ হাটীক খসাইল॥ (পদ ৯৬৯—৯৭৩)

## বুৰঞ্জীৰ কথা

### গদাধৰ সিংহৰ নীতি—সত্ৰৰ বিপত্তি

আউনীআটীৰপৰা ধন আদায় কৰি পাছত গোবিন্দঠাকুৰকো গদাধৰ সিংহই পানীত পেলাবলৈ আদেশ দিয়ে। পুতেক ৰুদ্ৰসিংহৰ গোপন যাতায়াত। গোবিন্দঠাকুৰক গুপুতে থোৱালে। গদাধৰ সিংহই কেশৱদেৱক লগত আঠজন বৈষ্ণৱ আৰু নাওবোৱা পাইক দি সদিয়ালৈ যোৱাৰ আদেশ কৰিলে।

পাচে গদাধৰ নৃপতি প্ৰধান
মতিবিমোহিত ভৈলা।
সত্ৰে সত্ৰে দূত পাঠিয়া ভক্তক
হিংসা কৰিবাক লৈলা॥
প্ৰথমতে ৰাজা দখিন পাটত
লগাইলেক খলমলি।
সৰ্ব্বংস আগ্ৰহি ধৰ্ম্মক নিগ্ৰহি
ভাঙ্গিলা পাচে সমূলি॥
সাধু মহাজন যতেক আছিল
স্থানতে কাকো দণ্ডিল।
কতে কতো সবে তেজি ছেয়নিত
মহাক্ৰোধে স্থান দিল॥
আউনি আটিক লাগিয়া নৃপতি
ভাল দূত পাঠি দিলা।
দেৱক প্ৰণামি হাতজোড় কৰি
দূতে কহিবাক লৈলা॥
সুনিয়োক স্বামি সৰ্ব্বজান তুমি
তথাপি কহো কাহিনি।
নৃপতিৰ চিত্ত ভৈল বিপৰীত
তোমাক বুলিলা বানি॥
বাপুত কহিবি মোক লাগি দেউক
কড়ি সহস্ৰেক ধন।
গৰু মহিসক আনো সব জত
দেউক কৰি ৰঙ্গমন॥

হেন শুনি দেৱে শুনিবে লাগিলা
কিনো ভৈল বিপৰিত।
কিবা পৰিহাস কৰন্ত নৃপতি
কিবা বুঝে মোৰ চিত॥
মায়াৰ ৰচনা ঐশ্বৰ্য্য জতেক
আত নাই মোৰ আস।
এহি বুলি দেৱে সৰ্ব্বংস ত্যাগিযা
দিলন্ত ৰাজাৰ পাস॥
হেন দেখি পাছে ৰাজাৰ মনত
আনন্দৰ নাহি পাৰ।
ধন্য সাধু বুলি কেসৱ দেৱক
প্ৰসংসিলা বাৰেবাৰ॥
কালৰূপী কৃষ্ণে কৰসন্ত ৰাজা
বচন বুলিবে লৈলা।
গোবিন্দ ঠাকুৰ সহিতে বিজোগ
কৰিতে আদেশ ভৈলা॥
ই কথাক সুনি কেশৱ গোসাঁই
বহুত দুখ লভিলা।
কৰ জোড কৰি ঈশ্বৰ কৃষ্ণক
স্তুতি কৰিবাক লৈলা॥

* * *

ৰাজাৰ নন্দন নামে ৰুদ্ৰসিংহ
তেহন্তে দূত পাঠিলা।
ঠাকুৰক ৰক্ষা কৰিবে লাগিযা
গুপুতে বাক্য বুলিলা॥
সুনি শইকিয়া পুত্ৰৰ মনত
উগুল থুগুল ভৈলা।
গোবিন্দ মিছিৰ সহিতে আলোচি
দেৱক বুলিবে লৈলা॥
সুনিযো গোসাঁই কৰিয়ো উপাই
উভয় সঙ্কটে পড়ো।
ঠাকুৰক জলে পেল্লাইলে নশিলো
ৰাখিলেও জানো মৰো॥
বহুত দেৱৰি সমে আলোচিয়া
চিন্তিল দেৱ উপাই।
গোবিন্দ ঠাকুৰ গুপুতে থৈলন্ত
বেজি ব্ৰাহ্মণৰ ঠাই॥

পাছে তৈৰ হন্তে ৰামকৃষ্ণ নামে
বৈষ্ণৱ আতি প্ৰধান।
সৰ্ব্বানন্দ মুদৈৰ বাড়িত থৈলন্ত
অনেক কৰি জতন॥
জগন্নাথ মুৰ্ত্তি আপুনি আসিছা
তান আছে কৈত মন্দ।
এহিমতে নটো কৰিয়া অনেক
লোকক লগাইলা ধন্ধ॥
... ... ...
মুল-ভাগৱত পয়াৰ জতেক
সাতকাণ্ড ৰামায়ণ।
নাৰায়ণ নাম মাগিয়ে থৈলন্ত
গুপুতে কৰি জতন॥
পাছে নৰপতি সদিয়াক লাগি
দেৱক দিলা বিদায়।
নৃপতিৰ দৃঢ় আদেশ শুনিয়া
লড়িলা কেশৱ গোসাঁই॥

## শিৱসিংহ-স্বৰ্গদেৱৰ মৃগয়া আৰু বিপত্তি

(হৰিদেৱচৰিতৰপৰা উদ্ধৃত)

পাছে এক কালে শিৱসিংহ মহাৰাজ।
আসি ভৈলা গোবিন্দক সেবিবাৰ কাজ॥
তেবে দুয়ো দেৱে নৰনাথক আদৰি।
উৎসৱে নিৰ্ম্মাল্য দিয়া আসিলা সাদৰি॥ ৬১
তত্ত্ব গোবিন্দক ৰাজা কৰিয়া সেৱলী।
মহানন্দে নৃপতি পুনুহো যান্ত চলি॥
সেই বেলা প্ৰভু হৰিদেৱে বুলিলন্ত।
মহাৰাজা এক মহাভয় লভিলন্ত॥ ৬২
সাবহিত পুৰ্ব্বকে ৰহিব সৰ্ব্বক্ষণ।
সঙ্কাযুক্ত হুয়া ৰাজা বুলিল বচন॥
বাপুৰে আমাক আশংসিয়া থাকিবেক।
অবিঘ্নিয়ে আমি যেন পাবো আসিবেক॥ ৬৩
হেনবুলি ধেকেৰিমুণ্ডাক ৰাজা গৈলা।
কতো দিনে পশু মাৰিবাক আসি ভৈলা॥

অনেক প্ৰকটে গঢ়া দিয়া ভেস্তি আছে।
মহাৰঙ্গে ৰাজা তাক মাৰিলেক পাছে॥ ৬৪
সেই বেলা মেঘে আসি চানিল আকাশ।
বহিবে লাগিল চণ্ড অদ্ভুত বাতাস॥
দেখি নৰপতি আতি ভৈলা মহাভয়।
সসৈন্যে ত্বৰিতে যোগু লগায়া চলয়॥ ৬৫
এতেকতে বৃষ্টি পাছে ভৈল আতিসয়।
মেঘৰ গৰ্জ্জনে যেন নিৰ্ঘাত পৰয়॥
প্ৰলয় কালৰ যেন বাতাস সোসাই।
আতিসয় ভয়ে প্ৰাণ অন্তৰিক্ষ প্ৰায়॥ ৬৬
একোমতে অগ্নি নুৰাৰিলা ৰাখিবাক।
আউল জাউল বৃষ্টি বাতে নিমায়া গৈলেক॥
প্ৰাণৰ সঙ্কত মিলি গৈল নৃপতিৰ।
ৰাম ৰাম সুমৰন্ত কম্পিত শৰীৰ॥ ৬৭
আতিসয় আৰ্য্য শিবসিংহ নৰেশ্বৰে।
পৰম বিপত্তি পাইল বিধিৰ গোচৰে॥
পাছে হস্তিসব নিয়া ৰাজাৰ চৌভিতি।
আবৰি থাকিলা বায়ু নিবাৰি সম্প্ৰতি॥ ৬৮
তেবে কিছু নৃপতি পাইলন্ত মনে স্বস্থ।
ৰহিলন্ত তাতে ব্যথা এৰাই মহাৰথ॥
যত সৈন্য মনে মনে পাইলা বৰ ভয়।
তাতে বাত বৃষ্টি শিতে কম্পিত হৃদয়॥ ৬৯
পাছে কতো ক্ষণে বৃষ্টি বাত ভৈলা নষ্ট।
সসৈন্যে নৃপতি এৰাইলন্ত মহাকষ্ট॥
দিশাদিশি আসি তেবে সবে লাগ লৈলা।
যোগু লগাই পাছে নিজ বাসাঘৰে গৈলা॥ ৭০
পূৰ্ব্বত শ্ৰীহৰিদেৱে যি বাক্য বুলিলা।
স্মৰিয়া নৃপতি বৰমতে প্ৰশংসিল॥
বাপুৰেসে আশিৰ্ব্বাদে জানো প্ৰাণ ৰৈল।
নুহি তেবে ইটো জন্মহন্তে বুৰি গৈল॥ ৭১
এহিমতে বহুত কৰিয়া মনে খেদ।
প্ৰশংসিলা দেৱক পিড়া পায়া মৰ্ম্ম ভেদ॥

পূৰ্ব্বে বসুদেৱৰ বাক্যক যেন নন্দ।
স্মৰি প্ৰসংশিলা দেখি ব্ৰজৰ আপদ ॥ ৭২
ভবিষ্যত বাক্য যেন নাৰদ ঋষিৰ।
স্মৰিয়া পাচত চিন্তা পাইলা যুধিষ্ঠিৰ ॥
ইদানি শ্ৰীকেশৱদেৱৰ বচনক।
নামানিয়া ৰুদ্ৰসিংহে পাইলা মৰণক ॥ ৭৩
যেহিদিনে পাইলা নৃপে পিড়া বৰ যতে।
মানিলা দেৱক আতি বিস্ময়ে গুণন্তে ॥
সিদিনা সাক্ষাতে ৰাজা ৰজনি নিৰ্ধাত।
কহিবে লাগিলা পাত্ৰগণ স্বৰ্গত ॥ ৭৪
আউনীআটীয়া ডেকা বাপু মহাসয়।
মনুস্য নহয় জানিবিহি সমস্তয় ॥
যাৰ ইচ্ছা আছে আস্ত শৰণ লবহ।
ভালমতে মান্য সেৱা আশ্ৰয় কৰহ ॥ ৭৫
হেন বুলি ৰাজা বৰৰাজা সমন্বিতে।
ভেষ্টিদ্ৰব্য দিয়া সেবিলন্ত প্ৰেমচিত্তে।

## মোৱামৰীয়া

লক্ষ্মীনাথদেৱৰ দিনতে মোৱামৰীয়া উৎপাত আৰম্ভ হয়। এই বিভ্ৰাটৰ কিছুমান কথা মণিৰাম দাস ৰচিত লক্ষ্মীনাথদেৱৰ চৰিতত পোৱা যায়।

সেহিকালে দ্ৰোহীগণ একস্থান হৈল ॥
ঝাপৰি ভিটাত সবে একস্থান হয়া।
অস্ত্ৰ শস্ত্ৰ ধৰি দিশ বিদিশ ভ্ৰমিয়া ॥
প্ৰথমতে মৰঙ্গীৰ গোহাঁইক কাটিলা।
উন্মত্ত হয়া চতুৰ্দ্দিশক বেঢ়িলা ॥
তাক শুনি নৃপতিয়ে পাত্ৰ মন্ত্ৰী আনি।
ৰণ কৰিবাক সৈন্য দিলন্ত মেলানি ॥
আজ্ঞা পায়া বৰপাত্ৰ মহাকোপে ধাইলা।
দ্ৰোহীৰ মূৰ্ত্তিক দেখি মূৰ যেন ভৈলা ॥
মহা দ্ৰোহীগণে পাছে কৰি আড়ম্বৰ।
নৌকাত চৰিয়া ভৈলা লোহিতৰ পাৰ ॥

মাজলিৰ প্ৰজাগণে ভয় পায়া বৰ।
দিশাদিশে পলাইলেক এৰি বাৰীঘৰ॥
সেহিবেলা লক্ষ্মীনাথদেৱ মহাসন্ত।
সকলে কাৰ্য্যক প্ৰভু চিন্তিবে লৈলন্ত॥
হৰি হৰি কেনে দুখ মিলাইলা আমাৰ।
ভকতসবক কৰা সঙ্কটে উদ্ধাৰ॥

* * *

দুই পৰ ৰাত্ৰি জান্তে লেফেৰা বৰুৱা।
দেৱত জনাইলা আসি চৰণে পৰিয়া॥
হে প্ৰভু জগন্নাথ কৰোঁ নমস্কাৰ।
নৃপতি পঠাইলা তোমাসাক দয়াতুৰ॥
ৰাজাৰ নগৰে লাগি আছে বিঙ্গাৰৰা।
এহি স্থান এৰি প্ৰভু অন্য স্থানে যাৱা॥
ৰজায়ে বুলিলা প্ৰভু খৰোত্তৰ বানি।
দেৱত কহিবা তুমি আমাৰ কাহিনী॥
তান ভ্ৰাতৃসব আৰ গোবিন্দক লৈয়া।
ৰাত্ৰিভাগে চলি যাওক সত্বৰ কৰিয়া॥
হেন মানি প্ৰভুদেৱ শীঘ্ৰে চলিয়োক।
দণ্ডৱত কৰিলো বিদায় দিয়া মোক॥
আশীৰ্ব্বাদ কৰি লেফেৰাক আজ্ঞা দিয়া।
বিদায় কৰিয়া তেহো শীঘ্ৰে চলি গৈলা॥
ৰাজ আজ্ঞা শুনি লক্ষ্মীনাথ দেৱ সন্ত।
ভ্ৰাতৃসকলক শীঘ্ৰে মতাই আনিলন্ত॥
নৰোত্তম বৰদেউৰী বাগীশ বড়মুড়া।
বহুৰাম গোপীনাথ চুৰাধোৱা বুড়া॥
অম্বৰীষ বিজয় হৈদাহ কান্তিৰাম।
ৰঘুনাথ, গুৱাকটা আৰু কৃষ্ণৰাম॥
শিৱৰাম আলধৰা কাৰ্য্যত প্ৰবৰা।
সতৰাম নাম জিতো মলিয়াৰ বড়া॥
এহি সব লগে লৈয়া নাৱত চৰিলা।
মেঘে আচাদিত ৰাত্ৰি অন্ধকাৰ ভৈলা॥

মহা অসন্তোষে নৌকা মেলিয়া দিলন্ত।
বৈষ্ণৱসবক প্ৰতি শোক কৰিলন্ত॥
এহিমতে চিন্তি যান্তে ৰজনী পোহাইল।
ডবিয়া নদীৰ মুখে নৌকাক বহাইল॥

বাকীখিনি বৰ্ণনা লক্ষ্মীনাথদেৱৰ জীৱন-বৃত্তান্তত চাওক। ইয়াত এটা কথাৰ প্ৰমাণ হয় যে লক্ষ্মীনাথদেৱে সত্ৰ এৰি প্ৰাণৰক্ষা কৰিবলৈ অন্তৰি গৈছিল ৰজাৰ আদেশত। শান্তিৰ সময়ত পোষণ কৰা যেনেকৈ ৰজাৰ কৰ্তব্য আছিল, বিপদৰ কালত ৰক্ষা কৰাও তেওঁৰে কৰ্তব্য বুলি ধৰি লৈছিল। সৈন্যসামন্তেৰে ৰক্ষা কৰাৰ উপায় নেদেখি স্বৰ্গদেউ গৌৰীনাথসিংহই গোবিন্দক লৈ সত্ৰৰপৰা আঁতৰি যোৱাৰ আজ্ঞা পঠিয়াই হলেও নিজৰ কৰ্তব্য কৰিছিল।

প্ৰাণনাথ দাস পাঠক ৰচিত পদ্মপাণিদেৱ চৰিতত আছে—

পাচে মৰাণৰ প্ৰজা। সঙ্গে লৈয়া ভাটি ৰজা॥
জাপৰিভিটাত ৰণ। বাওৰাৱে দ্ৰোহীগণ॥
দেশতো লগাৱে কুৰি। নেই বস্তু লুৰি পাৰ॥
শুনি গৌৰীনাথ ৰায়। আৰকা জৰায়া প্ৰজা॥
ৰণত দিলেক ধাৰ। হাৰিল অনেক বাৰ॥
পাছে সবে পায়া লাই। গ্ৰাম ভাঙ্গি কৰে ছাই॥
বেঢ়ি ধৰে হাটে বাটে। মনুষ্যক পাইলে বাটে॥
গৃহত লগাৱে জুই। মহা ৰুদ্ৰৰূপ হই॥
সপুত্ৰ বান্ধৱে মাৰে। লুৰি নেই লুৰিয়াৱে॥
কতোজনে দেই লৰ। কাম্পে তনু তৰ তৰ॥
অৰণ্যাৰ পশি সন্ধি। লুকাৱয় পৰবন্ধি॥
উশাস কাৰয়া খৰ। আউৰ বনে দেই লৰ॥
মুখত বচন নাসে। ধান দিলে হৰে আথে॥
কতো সবে তাক ডৰে। জলত পৰিয়া মৰে॥
বৃক্ষত আৰিয়া ডোলে। কতো সব খুন্দি মাৰে॥
কতো মাৰে কঁড়িয়াই। জীৱনত বাথ নাই॥

## মানৰ দিন ঃ

পদ্মপাণিপ্ৰভুৰ অধিকাৰত্বৰ শেষছোৱাত অসমলৈ বৰফুকনে মান আনে। মান আহি যোৰহাট পোৱাৰ বাতৰি প্ৰকাশ হোৱাৰ সময়ত পদ্মপাণিদেৱৰ দিঠৈ

নগৰত আছিল। মান অহাৰ বাতৰি শুনি লবালবিকৈ সত্ৰলৈ উলটিল। তাৰ বৰ্ণনা—

মান হেন নাম সিতে বিচাৰত শ্বান।
কুকুৰ সদৃশ সেচাচাৰ তাৰ জ্ঞান॥
কৰে যি কথাক মাত গুবুজিয় তাৰ।
সদায়ে প্ৰমত্ত লোক পাষণ্ড আচাৰ॥
পৰম নিৰ্দ্দয় ক্ৰুৰ কুচিত চৰিত্ৰ।
গো-ব্ৰহ্মবধে শিশুবধে তাৰ হিত॥
যম সম সমৰ সাজিয়া যত মান।
যোৰহাটে আসি সিতো কৰিল পয়ান॥
চতুৰ্ভিতি প্ৰজাৰ লাগিল উসমিস্।
কৈক যাইবে কি'কৰিবে নেপান্ত উদিস্॥
তিনিও গোহাঞে কিছু সঙ্গে লৈয়া সেনা।
বাৰিষাৰ পুনি যেন ভৈল চেনা বেনা॥
পালি পহৰীয়া সবে এৰিল নগৰ।
কেৱলে ৰহিলা তৈতে ৰাজা একেশ্বৰ॥
শুনিয়া বৈষ্ণৱসবে কৰে হুলস্থুল।
প্ৰভু পদ্মপাণি ভকতৰ আদিমূল।
জাইবাক লাগি প্ৰভু কৰিলা তৈয়াৰ।
পাচে বিমৰিষি বোলে আজি ভৌমবাৰ।
উত্তৰ দিশত শাস্ত্ৰে কৰিছে নিষেধ।
যদি উলঙ্ঘিয়া যাঞো কিবা পৰে বেধ॥
আগ পাচ চাহিয়া আসজ বুলি কাজ।
মধ্য নিশামানে ভাগি আইলা ইটো ৰাজ॥
নিশা ভাগে এৰাই নদ-নদী গ্ৰাম দেশ।
বৰবাম সত্ৰে আসি ভৈলন্ত প্ৰবেশ॥
পাইলা মহাভয় প্ৰভু জগতৰ বাপ।
পৰিলা নগৰা কিঞ্চিতেক ভৈল তাপ॥
তনু ভৈল ক্ষীণ পীড়িলেক জলদোষে।
ম্বৰ ভঙ্গ ভৈল পাচে কফৰ আক্ৰোশে॥ (পদ্মপাণিদেৱৰ চৰিত্ৰ)

এই কথা ১৭৪০ শকৰ আহিনৰ। কাতিলৈ একে অসুখতে পদ্মপাণিদেৱে বৈকুণ্ঠগতি কৰে।

## সত্ৰত-মান

সত্ৰৰ ওপৰত মানৰ আক্ৰমণৰ মহামাৰ কুশদেৱ প্ৰভুৰ দিনতে পৰে। কুশদেৱ প্ৰভুৱে মানৰ আধিপত্য মানি লবলৈ সন্মত নাছিল। প্ৰভুৱে মানক এবাই অন্তৰি ফুৰিছিল। যোগেশ্বৰক মানে পতা ৰজা বাবে স্বৰ্গদেউ বুলি স্বীকাৰ কৰিবলৈ মন নকৰিছিল। এবাৰ যোগেশ্বৰ সিংহ সত্ৰলৈকো আহিছিল। কুশদেৱ গোসাঁয়ে নিজে দেখা নিদি লোক পঠিয়াইহে ভাল মন্দ কুশল জিজ্ঞাসা কৰালে। তাতে ৰাজা ক্ষুণ্ণ হৈ মানৰ বৰ গোহাঁইক ( মিঙিমাহা ) লগালেগৈ।

আউনী আটী গৈয়া আছিলোহো
নকৈলা আমাক সুদ্ধি ॥ ৪৭৬
অন্যত্ৰ সত্ৰৰ অধিকাৰীসব
আসিয়া আছয় তথা।
তেহেন্তেসে জানা কেৰলে মানৰ
ৰাজাৰ নুশুনে কথা ॥
সুনি বৰগোহাঁই ( মানৰ ) কোপে বুলিলন্ত
সত্ৰে অগ্নি দিবে প্ৰতি।
ঢুৰৰি ফুকন আসিয়া ভৈলন্ত
ম্লেছ মান অধিপতি ॥ ৪৭৭
তাক আসিবাক শুনি দেৱে পাছে (কুশদেৱ)
কিছু ভক্ত সঙ্গে লৈলা।
তাৰ বিচেষ্টাক বুজিবাক প্ৰতি
অন্তৰিয়া পাছে ৰৈলা ॥
গোবিন্দ দেৱকো গুপ্ত কৰি থৈলা
তান ইচ্ছা ভৈল জানি।
যাহাৰ চেষ্টিত বুজিতে নপাৰা
চতুৰ্ম্মুখ শূলপাণি ॥ ৪৭৮

( কেশৱদেৱ চৰিত্ৰ ৪৭৬—৪৭৮ )

সত্ৰ দাহ কৰিলে হয়, কিন্তু যোগেশ্বৰ সিংহৰ এই কুকৰ্ম্ম কৰি মনতে ভয় লাগিল হ'ব পায়। তেওঁ কোনোবা ৰজাৰ ফুকন বোলা এজনক আজ্ঞা দি সত্ৰখন আকৌ সজাই দিলে।

মানৰ বিষয়া নাথাম ফুকন আৰু চেক ফুকনে গড়মূৰত বাহৰ সজাই গৈ মাজুলীৰ ভাৰ লৈ আছিল। দিখৌমুখীয়া ৰাজখোৱা বোলা' নামত অসমীয়া, কামত মানৰ আজ্ঞাকাৰী বিষয়া এজন মানৰ লগতে অবিশ্ৰাম থাকে। সেই দিখৌমুখীয়াই কুশদেৱ

গোসাঁইক আনি দিম বুলি গাত ললে। কুশদেৱ গোসাঁই সত্ৰৰ আশে পাশে আনে নজনাকৈ আছিল।

একদিনে সিটো দুষ্টে কহিলা মানত।
গোসাঁই আনিয়ে দিবে পাৰোহো সাম্প্ৰত॥
শুনি চেকে তাত পাছে বুলিলা প্ৰস্তুত।
আমাক নাচাইবে তান প্ৰতিজ্ঞা বহুত॥
তথাপিতো তঞি যেবে পাৰ আনিবাক।
নিশ্চয় তোহোক মঞি দিবোহো বটাক॥
শুনি কিচু ম্লেছ সেনা লৈলন্ত লগত।
দেপ্ৰৰো উপৰে আসি পশিলা সত্ৰত॥
নিদিলন্ত দেখা তাক ভকত বৎসল (কুশদেৱে)।
নিবৰ্ত্তিয়া গৈয়া মান আগে দিলা খল॥
শুনি চেক ফুকনে মনত কোপে কৰি।
বুলিলন্ত যেনে তেনে আনিয়োক ধৰি॥
শুনি দুষ্টে মান সেনা সঙ্গত কৰিলা।
গধূলাতে বৰ বাম সত্ৰতে ৰহিলা॥
সেহিদিনা ৰাত্ৰি যেবে ভৈলা উপগত।
দেৱৰো সমীপে আইলা সমস্তো ভকত॥
হেন দেখি দেৱে সম্বুধিয়া তাসম্বাক।
মনত বিচাৰে প্ৰভু বুলিলন্ত বাক॥
ম্লেছৰ ভয়ত কত ভ্ৰমিলোহো বন।
তাৰ সংখ্যা কৰিবে পাৰয় কোনজন॥
ইবাৰ ৰাখিয়া যাতো সবাহাৰ কক্ষা।
কালি মঞি মানৰ আগত দিবো দেখা॥
গোবিন্দৰ ইচ্ছা যদি আমাক দণ্ডিতে।
হৈয়াচে তাহাকে কোনে পাৰয় খণ্ডিতে॥
এহি বুলি দেৱে পাছে কৰিলা শয়ন।
বৈষ্ণৱ সকলো গৈলা ৰকি ৰকি থান॥
সেহিদিনা দিবসতে কাটনি ৰবাক।
পঠাইলন্ত দেৱে মান চেষ্টা বুজিবাক।
তাহাকো ধৰিয়া সিতো লৈলেক লগত।
প্ৰভাততে আসি বেঢ়ি ধৰিল গড়ত॥

কৈবা গোসাঁই কৈবা গোসাঁই বুলিয়া চেঞ্চায়।
শুনি প্ৰভুদেৱে পাছে আসিলা ওলাই॥
দেখি ৰাজখোৱা আতি ভৈলা হৰিষিত।
সত্ৰত পশিলা আসি গোসাঞি সহিত॥
বৈষ্ণৱসকলো আসি দেৱকো আবৰি।
চতুৰ্ভিতি ৰাহিলেক সবে জানুপাৰি॥
বৃহত ভাণ্ডাৰী হৰবাপু মহাশয়।
মানক দিলন্ত সবে ভক্ষ্য ভোজ্যচয়॥
দেৱেৰো স্নানিয়া ইষ্টাৰ্চ্চনক আচৰি।
ওলায়া বসিলা পাচে খাটলাত চড়ি॥
বৈষ্ণৱসকলো ঝকি ঝকি গৃহে যায়।
দেৱৰ লগত যাইবে আসিলা ওলাই॥
দেৱৰ মুখক চাই কৰে হাহাকাৰ।
কিবা পৰমাদ আজি মিলাবৈ আমাৰ॥
নাই সুখ শান্তি সবে মজিল দুখত।
ধান দিলে হবৈ আখৈ প্ৰজাৰ মুখত॥

(কুশদেৱ চৰিত ৪৯৮—৫০৯)

এইদৰে গৈ মানৰ সভা পালেগৈ। দিখৌমুখীয়া ৰাজখোৱাই সেৱা কৰি বাটৰ পৰাই বিদায় ললে। মান সভাত কুশদেৱ গোসাঁই যি সন্মান দেখুৱাব লাগিছিল দেখুৱা নহ'ল।

দেখিয়া মানৰ সিতো নাখাম ফুকন।
প্ৰভুক বুলিলা দুষ্টে লাঘব বচন॥
তৰ্জিয়া গৰ্জিয়া সিটো বুলিলন্ত বাক।
বিংশতি হাজাৰ টঙ্কা দিয়োক আমাক।
এহি বুলি পৰিখাক হাতে তুলি ধৰি।
হানিলা, বৈষ্ণৱগণ পলাইলা লৰড়ি॥
নাহি ভক্ত পাইক পলাইলন্ত নিৰন্তৰে।
ম্লেছৰ হাতত বন্দী ভৈলা একেশ্বৰে॥
তণ্ডুল ভাণ্ডাৰী হৰবাপু মহাশয়।
তেহেমাত্ৰ ৰৈল কেহো নাথাকিল ভয়॥
এতেকতে সূৰ্য্য আসি ভৈলা অস্তাজত।
গোসাঁই ভড়ালীক থৈল বান্দিয়া গৃহত। (একে, পদ ৫১৮—৫২০)

চেক ফুকনে শেহত পোন্ধৰ হেজাৰৰ খাত্তিক কৰি বাতি পুৱালত গোসাঁইক এৰি দিলে। চেক ফুকনৰ আদেশত নদীৰ কাষত শীঘ্ৰে ঘৰ এটি কৰি তালৈকে প্ৰাতঃ-কৃত্যাদি কৰিবলৈ আদৰ কৰি পঠিয়ালে। পাচত আকৌ বৰ গোসাঁই বুলি মান-সৎকাৰো কৰিলে।

যিটো মানে জগতকে লগাইলেক চক্ক।
বৰ গোসাঁই বুলি সিসবেও নমিলন্ত।
পাচে চেক ফুকনেও গৌৰৱ কৰিয়া।
আগবাঢ়ি গোসাঁইক থৈলন্ত মান কৰি॥ (একে পদ, ৫২৯)

ইয়াৰ পাছৰ কথা সবিস্তাৰে কুশলদেৱ প্ৰভুৰ জীৱন-বৃত্তান্তত পোৱা যায়। এইবোৰ কথা বুৰঞ্জীত নাই। যিজনে লিখিছে তেওঁ এইবোৰ নিজ চকুৰে দেখা লোক। চৰিত পুথিত সিচৰিত হৈ থকা এনেবোৰ বিবৰণে বুৰঞ্জীৰ এবা-বোটলাত যথেষ্ট সহায় কৰিব।

## চাহাব প্ৰসঙ্গ

ইংৰাজে আহি দেশ দখল কৰাৰ পাছত কুশলদেৱ গোসাঁয়ে কোন চাহাবক আমাৰ দেশ-দস্তুৰবোৰৰ কথা কেনেকৈ বুজাইছিল সেইবোৰ কথাও চৰিতপুথিত আছে। স্কট বৰচাহাবৰ ( David Scot ) লগতে পোনতে সাক্ষাৎ হৈছিল।

দিখৌৰ মুখত আছে জাহাজত
ইস্কট বৰচাহাব।
কতো দিনান্তৰে গৈয়া চাহাবৰ
ভৈলা পাছে দেৱ ( কুশদেৱ ) আগ॥
দেশস্থ নিবাসী বিষয়াদি লোক
সব আছে যত যত
সিসবেও পূৰ্ব্বা- পৰ কথা বুজাই
চাহাবক কহিলন্ত
আমাৰ দেশত আছে যত যত
মহন্তসৱ সম্প্ৰতি
সবাৰো ওপৰে প্ৰকাশ কৰয়
কুশদেৱ মহামতি
সিসবৰ মুখে দেৱৰ মহিমা
সুনিয়া ভৈল বিস্ময়
সাক্ষাতে তেওঁৰ প্ৰভাৱ দেখিয়া
ভৈলন্ত তেহো প্ৰত্যয়॥
( কুশদেৱ, চৰিত, পদ ৬০১—৬০৪ )

নবিন চাহাব ( Capt. Neuvil )—

দিচৈ নগৰত আছে চাহাব নবিন।
তান্ক দেখিবাক লাগি পুৰুষ প্ৰবীন॥
বৈষ্ণৱ সহিতে পুনু চলিয়া গৈলন্ত।
চাহাবৰ সমীপত প্ৰবেশ ভৈলন্ত॥
দেখিয়া চাহাবে প্ৰত্যুত্থানক কৰিলা।
ফুকন বৰুৱা সবো আগবাঢ়ি গৈলা॥
চাহাবে পুছিলা আগমনৰ কাৰণ।
দেৱেও তাহান্ত কহিলন্ত প্ৰয়োজন॥
শুনিয়া চাহাবে ভাল বুলি আদৰিলা।
সন্তাগ্ৰনী জানি বহুমতে প্ৰশংসিলা॥
পাচে দেৱে চাহাবক আশীৰ্ব্বাদ কৰি।
ৰহিবাৰ গৃহে আসি প্ৰবেশিলা হৰি॥ ( পদ ৭৪৭—৭৪৯ )

মিথি চাহাব·········

এতেকতে পাচে গুৱাহাটী নগৰত।
মিথি চাহাবৰ ভোগ হৈয়াছে তাবত॥
তেহে প্ৰাৰ্থি পঠাইলন্ত গোসাঁই ঈশ্বৰত।
গোসাঁইদেৱ শীঘ্ৰে আসন্তোক ইথানত॥ ( পদ ৭৫৩ )

এই আমন্ত্ৰণ অনুসাৰে যাওঁতে কৃষ্ণদেৱ গোসাঁয়ে ৰেইড্ চাহাবকো দেখা কৰি গৈছিল—

ওৰাড্ চাহাব আছে দিখৌ নগৰত।
তাক দেখিবাৰ লাগি সিপাৰ ভৈলন্ত॥

## মহাৰাণী ভিক্টোৰিয়া—ভাৰত সম্ৰাজ্ঞী

১৮৭৭ চনৰ ( ১৭৯৮ শক ) ১ জানুৱাৰীত মহাৰাণী ভিক্টোৰিয়াক ভাৰতসম্ৰাজ্ঞী বুলি ঘোষণা কৰি ভাৰতৰ সকলো ঠাইতে ইংৰাজ চৰকাৰে মহোৎসৱৰ আয়োজন কৰিছিল। কেম্বেল চাহাবে চাৰিসত্ৰলৈ সুকীয়াকৈ নিমন্ত্ৰণ পঠাইছিল। আনো সন্ত-মহন্ত-সকল আমন্ত্ৰিত হৈছিল। তেতিয়া আউনীআটীৰ অধিকাৰ আছিল দত্তদেৱ প্ৰভু। দত্তদেৱ চৰিতত শ্ৰীধৰ ওজাই শিৱসাগৰত অনুষ্ঠিত হোৱা এই মহোৎসৱৰ বিস্তৃত বিৱৰণ দিছে।

গৃহ এক নিৰ্ম্মিলা উচ্চুল বেদিকাত।
বিচিত্ৰ বিতান জুৰি তৰিলেক তাত॥

পৰিল গালিচা তাত নানান বৰণ।
তাহাৰ উপৰে চাকি শ্ৰেণী সুবন্ধন॥
গৃহৰ সমুখে বহু স্থানক বেঢ়াই।
বাংশে গঢ় বান্ধি শূন্য কৰিলেক ঠাই॥
তাত নানা ৰঙৰ কাৰ্যণা পাতি আছে।
নৃত্যকাৰী লোকসব তাহাত ৰাখিছে॥
নিৰ্দ্দিষ্ট দিবসে নানা স্থান হন্তে আসি।
উপস্থিত সভাৰ্য্যে চাহাব ৰাশি ৰাশি॥
গ্ৰামবাসী জিলাবাসী যত প্ৰজাচয়।
অনুক্ৰমে সমস্তে জুটিল আসি তয়॥
সময়ে গোস্বামীসবো কৰিলা গমন।
ভক্তসমে দত্তদেৱ গৈলন্ত তেখন॥
দক্ষিণপটীয়া গঢ়মুৰীয়া গোসাঁই।
সেহি বেলা আসি মিলিলেক এক ঠাই॥
পাছে ক্ৰমে তিনিও গোস্বামী সভা পশি।
শোভিলন্ত নিজ নিজ আসনত বসি॥
বেঙ্গেনাআটীয়া আদি মহন্ত সকল।
শ্ৰেণীমতে পাছত বসিলা লৈয়া থল॥
কমলাবাড়ীৰ সত্ৰাধিকাৰ ইঠাই।
নবসিয়া স্থানান্তৰে বসিলেক যাই॥
কেম্বেল চাহাব বহু চিপাহী সহিত।
পশিলা সিবেলা আসি হয়া সুসজ্জিত॥
সুমধুৰ বেন যন্ত্ৰ বাদ্যক বজাইলা।
চাহাব আসিয়া নিজ আসনে বসিলা॥
বহুতৰ কামানৰ ভৈলেক আৱাজ।
নানা ঢঙ্গে চিপাহীয়ে কৰিলে কেৱাজ॥
তাত পাচে ৰাজকীয় পত্ৰক শুনাইল।
চাহাব সকলে জয়ধ্বনি গীত গাইল॥
ভাৰত ঈশ্বৰী জয় মহাৰাণী জয়।
বাৰম্বাৰ উচ্চাৰিল প্ৰজা সমস্তয়॥
এহি মতে মহাসভা ভৈল বিসৰ্জ্জন।
গোস্বামীসকল উঠি কৰিল গমন॥

চাহাবসকলো খানাগৃহক চলিল।
যাৰ যেন ইচ্ছা সুখে ভোজন কৰিল॥
ৰঙ্গস্থলে নানা ৰঙ্গ কৰিলা প্ৰকাশ।
সাধাৰণ লোকে চাই পুৰাইলেক আশ॥
শুনিছিলো সাধাৰণ লোকৰ কাৰণে।
খাদ্য কিবাকিবি কৰি আছিল যতনে॥
কিন্তু অসমীয়া কোনো লোকে সিতে ঠাই।
অনুমান কৰো কেহো খাইবাক নযাই॥
দিলে যদি বঙ্গালী কঙ্গালী কোনো খাইল।
যেনে তেনে হোক সিতো সম্ভাৰ ধুকাইল॥

## পৰিশিষ্ট—২

### বংশলতা

## শ্ৰীশ্ৰীগোপালদেৱৰ বংশলতা




## নিৰঞ্জনদেৱৰ বংশাৱলী

- সূৰ্য্যকন্দলী
  - বিশ্বম্ভৰ
    - ৰমাকান্তকন্দলী
      - কৃষ্ণচৰণ ( কৃষ্ণানন্দতকৈ সৰু )
        - ৰামজয়
          - শ্ৰীশ্ৰীহৰিদেৱ (৫)
          - জয়কৃষ্ণ ( স্বল্পায়ু )
          - জয়হৰি
            - গোবিন্দ
            - লক্ষ্মীপতি
            - চক্ৰপাণি
            - শ্ৰীশ্ৰীলক্ষ্মীনাথদেৱ (৭)
            - শ্ৰীনাথ
              - শ্ৰীশ্ৰীলক্ষ্মীৰামদেৱ (৯)
              - দত্তদেৱ ( স্বল্পায়ু )
              - শ্ৰীশ্ৰীকুশৰামদেৱ (১০)
              - বিশ্বম্ভৰ ( অপুত্ৰক ) ( বিশ্বম্ভৰ অপুত্ৰক হৈ স্বৰ্গী হোৱাত বংশচ্ছেদ )
              - কন্যা
              - কন্যা
            - প্ৰাণনাথ
            - শ্ৰীশ্ৰীপদ্মপাণিদেৱ (৮)
          - শ্ৰীশ্ৰীপ্ৰাণহৰিদেৱ (৬)
        - শ্ৰীৰামচন্দ্ৰ (৩)
    - কমলাকান্ত ( গোপীনাথ )
      - কৃষ্ণানন্দ ( কৃষ্ণাই ) পত্নী বাসুকী আই
        - শ্ৰীকেশৱদেৱ (২) মাতুল-পুত্ৰ ভ্ৰাতৃ
          - শ্ৰীশ্ৰীদামোদৰদেৱ (৪)
  - বাসুদেৱ
    - নিৰঞ্জনদেৱ (১)

---

(১) (২) ইত্যাদি সংখ্যাই আউনীআটীৰ অধিকাৰৰ পাৰম্পৰিক স্থান বুজাইছে।

## মাহৰা সত্ৰৰপৰা অনা




---

বনমালীদেৱৰ ককাক দশৰথৰপৰা বঢা পৰিয়ালৰ অষ্টম পুৰুষ ( দক্ষিণপাটীয় আশ্ৰমী )

সুৰদেৱ

|

কেশৱদেৱ ( পত্নী হেমকান্তি )

|

শ্ৰীশ্ৰীকমলদেৱ (১২)

## কুৰুৱাবাহীৰপৰা অনা

### কুৰুৱাবাহীয়

### মিশ্ৰদেৱ বংশৰ ৬ষ্ঠ পুৰুষ



## পৰিশিষ্ট—৩

# উপৰি দেৱসকলৰ তিৰোধান তিথি

| নাম | শক | মাহ | তিথি |
|---|---|---|---|
| শ্ৰীশ্ৰীদামোদৰদেৱ | ১৫২০ | বহাগ | শুক্লা প্ৰতিপদ |
| শ্ৰীশ্ৰীগোপালদেৱ | ১৫৪৪ | মাঘ | কৃষ্ণা চতুৰ্থী |
| শ্ৰীশ্ৰীজয়হৰিদেৱ | ১৫৬৫ আনুমানিক | ফাগুন | শুক্লা অষ্টমী |
| শ্ৰীশ্ৰীনিৰঞ্জনদেৱ | ১৫৮০ | ফাগুন | কৃষ্ণা তৃতীয়া |
| শ্ৰীশ্ৰীকেশৱদেৱ | ১৬৪৮ | পুহ | কৃষ্ণা অষ্টমী |
| শ্ৰীশ্ৰীৰামচন্দ্ৰদেৱ | ১৬৪৯ | ভাদ | শুক্লা অষ্টমী |
| শ্ৰীশ্ৰীদামোদৰদেৱ | ১৬৫৯ | চ'ত | শুক্লা দশমী |
| শ্ৰীশ্ৰীহৰিদেৱ | ১৬৮২ | আঘোণ | শুক্লা ত্ৰয়োদশী |
| শ্ৰীশ্ৰীপ্ৰাণহৰিদেৱ | ১৭০৭ | শাওণ | কৃষ্ণা ত্ৰয়োদশী |
| শ্ৰীশ্ৰীলক্ষ্মীনাথদেৱ | ১৭২৬ | জেঠ | কৃষ্ণা দশমী |
| শ্ৰীশ্ৰীপদ্মপাণিদেৱ | ১৭৪০ | মাঘ | শুক্লা চতুৰ্থী |
| শ্ৰীশ্ৰীলক্ষ্মীৰামদেৱ | ১৭৪৩ | আঘোন | কৃষ্ণা অষ্টমী |
| শ্ৰীশ্ৰীকুশৰামদেৱ | ১৭৬০ | বহাগ | পূৰ্ণিমা |
| শ্ৰীশ্ৰীদেৱদত্তদেৱ | ১৮২৬ | জেঠ | পূৰ্ণিমা |
| শ্ৰীশ্ৰীকমলচন্দ্ৰদেৱ | ১৮৪৪ | ফাগুন | শুক্লা ত্ৰয়োদশী |
| শ্ৰীশ্ৰীলীলাকান্তদেৱ | ১৮৪৮ | আহাৰ | শুক্লা চতুৰ্দ্দশী |

# পৰিশিষ্ট—৪

## গুৰুৱন্দনমালা

### শ্ৰীশ্ৰীগোৱিন্দায় নমঃ

জ্যোর্তিবোধয়িতুং দিগন্ধজনতাং পাষণ্ডধূমাকুলাম্।
আৱিৰ্ভূয় পদাঙ্কপূতৱসুধামন্বৰ্থতাং যোহনয়ৎ॥
সংপ্ৰথ্য দ্বিজসংঘসত্ৰৱিততিং দীপাদ্‌যথাদীপিকাঃ।
ত্ৰাতা যঃ সমভূৎ কলৌ মলৱতাং দামোদৰঃ পাতু ৱঃ॥

পাষণ্ডমতৰ ধোঁৱাৰে দিগবিদিক্ অন্ধ হৈ থকা জনতাক জ্ঞানৰ পোহৰ দিবলৈ আবিৰ্ভূত হৈ পদচিহ্নেৰে পবিত্ৰীকৃত বসুধা বা 'বসুধাৰিণী' এই অন্বৰ্থৰ যিজনে সাৰ্থকতা কৰিলে, ব্ৰহ্ম-সংহতিৰ সত্ৰসমূহ এগছ বন্তিৰপৰা আন এগছ বন্তি জ্বলাই নিয়াৰ নিচিনাকৈ যিজনে বিস্তাৰ কৰি কলিত পাপীবিলাকৰ ত্ৰাণকৰ্ত্তা হ'ল সেই দামোদৰে আমালোকক ৰক্ষা কৰক।

নিৰ্দ্বন্দ্বো হৰিমাত্ৰবৃত্তিকৰণঃ সৌমাৰমাৰেঽপি যঃ।
শুদ্ধং ভক্তিপথং নিনায় জগতামাপামৰং মানৱান্॥
ৱিশ্বেষাং ভৱমোচনায় সদয়ং স্বোপাৰ্জ্জিতং শ্ৰেয়সম্।
লৌহিত্যে ৱিসসৰ্জ যো ৱহতু ৱঃ গোপালদেৱঃ শমম্॥

যিজন পুৰুষ শীতোষ্ণাদি দ্বন্দ্ববিবৰ্হিত, যিজনৰ সকলো ইন্দ্ৰিয়ৰ একমাত্ৰ বৃত্তি হৈছে হৰিসেৱা, আহোম ৰজাৰ মাৰণ উপদ্ৰৱ সত্ত্বেও জগতৰ আপামৰ লোকৰ ভৱবন্ধন-মোচনৰ অৰ্থে যিজনে নিজৰ অৰ্জ্জিত পুণ্যৰাশি লৌহিত্যত উছৰ্গা কৰিছিল, সেই গোপালদেৱে আমাৰ শান্তিবিধান কৰক।

কৃষ্ণে দাস্যৰতিৰ্গুৰৌ হৰিমতিৰ্ভক্তে জনে ৱিষ্ণুতা।
এতৎ যস্য ৱিচাৰণং চ চৰিতং দাঢ্যং চ দম্ভং ৱিনা॥
কান্তাৰে গিৰিগহ্বৰেঽপি ৱিচৰণ্ গোৱিন্দসেৱাপৰঃ।
কল্যাণং স দধাতু ৱো জয়হৰিঃ সুপ্ৰীতৱংশীধৰঃ॥

কৃষ্ণত দাস্যৰতি, গুৰুক হৰিজ্ঞান, ভকতক বিষ্ণুবুদ্ধি কৰা যাৰ বিচাৰ আৰু আচৰণ আছিল। যাৰ চৰিত্ৰত দৃঢ়তা আছিল কিন্তু সেই দৃঢ়তাত দম্ভ নাছিল। অৰণ্য, পৰ্ব্বত, গুহা সকলোতে ৰাজভয়ত ঘূৰি ফুৰিব লগা হৈছিল। এদিনলৈকো গোবিন্দক লগৰপৰা এৰা নাছিল। এনেজন জয়হৰিদেৱ যিজনে বংশীধৰ কৃষ্ণক ( পক্ষে বংশীগোপালক ) শ্ৰীসুত্ত কৰিছিল তেওঁ আমাৰ কল্যাণ কৰক।

গোৱিন্দৰত্যা পৰিৰঞ্জিতোঽপি।
নিৰঞ্জনো নাম জনানুৰঞ্জী॥
জয়ধ্বজো যেন জিতো মহিম্না।
তনোতু সৌখ্যং প্ৰথমোঽধিকাৰঃ॥

গোবিন্দ-ৰতিৰে ৰঞ্জিত হৈও যিজনৰ নিৰঞ্জন নাম। হলেও যিজনে লোকৰ মন অনুৰঞ্জিত কৰিছিল—(ভাগৱত ব্যাখ্যা আদিৰে), জয়ধ্বজ নামৰ আহোম নৃপতিকো যিজনে মহিমাৰে জয় কৰিছিল সেই প্ৰথমজন অধিকাৰে আমাৰ সুখ বিস্তাৰ কৰক।

গদাধৰক্ৰোধসমুদ্ৰমগ্নঃ।
গদাধৰপ্ৰেমৱহিত্ৰতীৰ্ণঃ॥
আকুণ্ডিলং ভক্তিপথং প্ৰসৰ্ত্তা।
ক্লেশং নিকৃত্যাৎ প্ৰভুকেশৱো ৱঃ॥

আহোম নৃপতি গদাধৰসিংহৰ ক্ৰোধসমুদ্ৰত নিমগ্ন হৈও গদাধৰ বিষ্ণুৰ প্ৰেমৰূপ নাৱেৰে যি সেই সমুদ্ৰৰপৰা উত্তীৰ্ণ হ'ল, কুণ্ডিল পৰ্য্যন্ত যিজনে ভক্তিপথ প্ৰসাৰিত কৰিলে, সেই কেশৱদেৱপ্ৰভুৰে আমাৰ ক্লেশ খণ্ডন কৰক।

পীঠাধিৰোহেণ নিলীনকৰ্ম্মা।
গোবিন্দভাৱায় কৃতত্বৰো যঃ॥
সমীহিতশ্চাপি নিৰীহচিত্তঃ।
কৃপাকৰং ৱৰ্ষতু ৰামচন্দ্ৰঃ॥

অধিকাৰৰ গাদীত উঠাৰ লগে লগে সঞ্চিত আৰু প্ৰাৰব্ধ কৰ্ম্ম শেষ হোৱাত গোবিন্দ-সাযুজ্যৰ কাৰণে যিজনে খৰধৰ কৰিলে, সকলোৰে দ্বাৰা পূজিত হৈয়ো যিজনৰ কোনো ইচ্ছা বা আকাঙ্ক্ষা নাছিল সেই তৃতীয় প্ৰভু শ্ৰীশ্ৰীৰামচন্দ্ৰদেৱে আমাক কৃপা কৰক। পক্ষে, সেই ৰামৰূপ চন্দ্ৰই কৃপাকিৰণ বৰ্ষণ কৰক।

সত্ৰং প্ৰজাপুঞ্জসৰিৎ-সমুদ্ৰং।
ৱিনিৰ্মিতং চিত্ৰ-ৱিশালশালং॥
সংবৰ্দ্ধিতো যেন নৃপানুবন্ধঃ।
পায়াৎ স ৱো দামোদৰঃ সুদামা॥

যিজনে বিচিত্ৰ বিশাল হাটীবাটীৰে প্ৰজাসমূহৰূপ নদীৰ সমুদ্ৰস্বৰূপ সত্ৰ নিৰ্ম্মাণ কৰিলে। শিবসিংহ স্বৰ্গদেউৰ সহায়তাত যিজনে গুৰুঘৰ আৰু ৰজাঘৰৰ প্ৰীতিবন্ধন বৃদ্ধি কৰিলে সেই বহুদানী দামোদৰদেৱে আমাক আপদৰপৰা ৰক্ষা কৰক।

উন্মূলয়ন্ ৱেদৱিৰুদ্ধৰোহাণ।
প্ৰস্থাপয়ন্ ব্ৰাহ্মৱিশুদ্ধমাৰ্গং॥
প্ৰাণোদয়ৎ যঃ শিৱসিংহমোদং।
প্ৰসীদতাং নো হৰিপূৰ্ব্বদেৱঃ॥

বেদবিৰুদ্ধমতৰ গজি উঠা কণ্টকবৃক্ষবোৰ উন্মূলিত কৰি, বেদানুমোদিত বিশুদ্ধ মাৰ্গ প্ৰস্থাপিত কৰি যিজনে ৰাজসভাত শিৱসিংহস্বৰ্গদেউৰ আনন্দবৰ্দ্ধন কৰিছিল, সেই হৰিদেৱ আমাৰ প্ৰতি প্ৰসন্ন হওক। পক্ষে, হৰি যাৰসকলো কৰ্ম্মৰ আগতে তেনেজন প্ৰসন্ন হওক।

সৌমাৰৰাজপ্ৰৱৰানুৰোধাৎ।
বচাকিৰাটান্ শৰণং দদৌ যঃ॥
অভক্তপ্ৰায়ং চ চকাৰ ৰাজ্যং।
ষষ্ঠে গুৰৌ প্ৰাণহৰৌ মতির্ণঃ॥

আহোম ৰজা লক্ষ্মীসিংহস্বৰ্গদেৱৰ প্ৰাৰ্থনামতে বচাৰ অভকতীয়া কিৰাটসকলক শৰণ লগাই যিজনে উজনিৰাজ অভকত নোহোৱা কৰিলে সেই ষষ্ঠ অধিকাৰ গুৰু প্ৰাণহৰিদেৱত আমাৰ মতি হওক। পক্ষে, 'প্ৰাণাঃ হৰৌ যস্য' যাৰ সকলো ইন্দ্ৰিয় হৰিময় সেইজনত আমাৰ মতি হওক।

মৰাণমাৰপ্লৱপঙ্কমগ্নাং।
সত্ৰশ্ৰিয়ং যঃ পুনৰুজ্জহাৰ॥
ৱিপত্তিকালেঽপি নিৰভ্ৰবুদ্ধিঃ।
নাথঃ স লক্ষ্ম্যা ৱিতনোতু লক্ষ্মীম্॥

মোৱামৰীয়া মাৰণৰ উপপ্লৱৰূপ পঙ্কত নিমগ্ন হোৱা সত্ৰশ্ৰীক যিজনে পুনৰুদ্ধাৰ কৰিলে, বিপদকালতো যাৰ বুদ্ধিৰ প্ৰভাক মোহ ডাৱৰে ঢাকিব নোৱাৰে, লক্ষ্মীৰ নাথ স্বৰূপ লক্ষ্মীনাথে আমাক আধ্যাত্মলক্ষ্মী বিতৰণ কৰক।

প্ৰাবৃটপৰাক্ৰান্তবিধাতৃজেন।
ধ্বস্তং পৰাৰ্কেন বিধায় সত্ৰং॥
কৃষ্ণাশ্ৰয়িণামভয়ে প্ৰমাণং।
যোঽভূৎ স জীয়াৎ প্ৰভুপদ্মপাণিঃ॥

বৰ্ষাৰ জলেৰে পৰাক্ৰান্ত ব্ৰহ্মপুত্ৰৰ দ্বাৰা বিধ্বস্ত সত্ৰক পাছদিনাই নিৰ্ম্মাণ কৰি কৃষ্ণাশ্ৰয়ীজনৰ ভয় নাই এই প্ৰমাণ যিজনে দিলে সেই প্ৰভুপদ্মপাণিৰ জয় হওক।

বংশীস্বনাৰাধিতবেণুশীলঃ।
প্ৰযুক্তৰাধামুৰলীয়নাট্যঃ॥
লীলাৰসজ্ঞেকৱিনোদদক্ষঃ।
অৱ্যাৎ স লক্ষ্মীযুতৰামদেৱঃ॥

বংশীৰ ধ্বনিৰে বেণুবাদনশীল কৃষ্ণদেৱক যিজনে আৰাধনা কৰিছিল, যিজনে 'ৰাধামুৰলী' নাটৰ ভাৱনা কৰাইছিল যিজন স্বয়ং লীলাৰসজ্ঞ আৰু আনকো বিনোদ দিয়াত দক্ষ আছিল সেই লক্ষ্মীৰামদেৱে আমাক পালন কৰক।

সকৌশলং যো ৱিনিৱাৰ্য্য বৰ্ম্মান্।
স্বতেজসা সত্ৰধুৰাং দধাৰ॥

মানোঽপি যং নাম ননাম মূৰ্দ্ধ্না।
কৰোতু ক্ষেমং কুশৰামদেৱঃ॥

কৌশলেৰে ধৰ্ম্মীয়বিলাকক নিবাৰিত কৰি যি নিজ তেজেৰে সত্ৰধুৰা বহন কৰিছিল, মানেও যাক মূৰ দোঁৱাই প্ৰণাম কৰিছিল সেই কুশৰামদেৱে আমাৰ কল্যাণ কৰক।

সংকল্পধন্যো মহনীয়কীৰ্ত্তিঃ।
স্ফুৰন্নিৱ ব্ৰহ্মময়ীপ্ৰদীপ্ত্যা॥
ৰৰাজ গোৱিন্দ ইৱাপৰো যঃ।
স দত্তদেৱো ৱিদধাতু সিদ্ধিম্॥

সংকল্প যাৰ প্ৰশংসনীয়, কীৰ্ত্তি যাৰ পূজনীয়, ব্ৰহ্মময়ী দীপ্তিত যি উজলি আছিল, যিজনে অপৰ গোবিন্দৰূপে সত্ৰত বিৰাজ কৰিছিল সেই দত্তদেৱে আমাৰ সিদ্ধি বিধান কৰক।

সুদৰ্শদেহোৰ্জ্জিতদেৱসত্ত্বঃ।
ইংলণ্ডৰাজন্যসভাগ্ৰপূজ্যঃ॥
গুৰুৰ্নৰেশাভ ইতীৰিতো যঃ।
শুভং ৱিকীৰ্য্যাৎ কমলাদিচন্দ্ৰঃ॥

যাৰ ধুনীয়া শৰীৰ দেৱমহিমাৰে প্ৰভাৱশালী আছিল, ইংলণ্ডৰ ৰাজপাত্ৰৰ সভাত যিজন সৰ্ব্বাগ্ৰে পূজিত হৈছিল, ৰাজোচিত গৌৰৱযুক্ত গুৰু বুলি ( Princely abbot ) যাক ইংৰাজবিলাকেও প্ৰশংসা কৰিছিল, সেই কমলচন্দ্ৰদেৱে আমাৰ ওপৰত শুভফল বিকিৰণ কৰক।

কুমাৰকালাৰধিসত্ৰছায়ঃ।
দৈৱেন যো ঘোৰৰণং চকাৰ॥
ঋজ্বাশয়ো ভক্তজনানুৰক্তঃ।
লীলাদিকান্তঃ স ৱিভৰ্ত্তু ভদ্ৰম্॥

কুমাৰ কালৰপৰা যিজন সত্ৰচ্ছায়াত আছিল আৰু দৈৱৰ লগত ঘোৰ প্ৰতিদ্বন্দ্বিতা কৰিব লগা হৈছিল। সেই সৰল অন্তঃকৰণযুক্ত, ভক্তজনৰ অনুৰক্ত লীলাকান্তদেৱে আমাৰ শুভফল ভৰণ কৰক।

আসামসত্ৰায়ণ-ভক্তিমাৰ্গং।
সন্তাৰয়ন্ ভাৰতভূমিভাগে॥
পৰ্ব্বৎপ্ৰজাৰঞ্জনলব্ধকীৰ্ত্তিঃ।
ভূহেমচন্দ্ৰঃ সুচিৰং বিভাতু॥

আসামৰ সত্ৰাশ্ৰয়ী ভক্তিমাৰ্গক যিজনে আসেতু-হিমালয় ভাৰতবৰ্ষত সম্মানিত

কৰিলৈ আৰু ভাৰতময় আচাৰ্য্যসকলৰ মহাসভা ৰঞ্জিত কৰি যিজনে কীৰ্ত্তিলাভ কৰিলে সেই হেমচন্দ্ৰদেৱে বহুকাল সত্ৰৰ শোভাবৰ্দ্ধন কৰক।

বিষ্ণুৰ্যস্য হৃদাকাশে ভাতি চন্দ্ৰো যথাম্বৰে।
যুৱাধিকাৰশ্ৰীমন্তং বিষ্ণুচন্দ্ৰং নমামহে॥

যাৰ হৃদয়আকাশত, আকাশত চন্দ্ৰ বিৰাজ কৰাৰ নিচিনাকৈ বিষ্ণুবিৰাজ কৰি আছে সেই শ্ৰীমন্ত ডেকাধিকাৰ বিষ্ণুচন্দ্ৰকো নমস্কাৰ কৰোঁ।

নিকষলসিতগ্ৰাৱব্ৰহ্মগোৱিন্দধন্যং।
নিখিলজনশৰণ্যং মৰ্ত্ত্যবৈকুণ্ঠকল্পম্॥
অৱিৰলহৰিনামস্নিগ্ধনিৰ্ঘোষপূতং।
জয়তি জয়তি সত্ৰম্ আৱনীৱাটিকাখ্যম্॥

কষটিৰ নিচিনা চিকচিকীয়া শিলত ঘণীভূত হোৱা ব্ৰহ্মৰূপ ৺গোবিন্দই যি স্থান ধন্য কৰিছে। যি স্থান সকলো লোকৰ শৰণ্য মৰ্ত্ত্যৰ বৈকুণ্ঠস্বৰূপ। যি স্থান অনবৰতে হৰিনামৰ স্নিগ্ধ নিৰ্ঘোষেৰে পবিত্ৰ হৈ আছে, সেই আউনীআটী সত্ৰৰ জয় হওক, জয় হওক।

আৱনীৱাটী—বনী বন পৰ্য্যন্ত ব্যাপক চৌসীমাযুক্তস্থান, অৱনী (পৃথিবী) ব্যাপীস্থান (প্ৰভাব)।

ইতি—শ্ৰীগোবিন্দপদাৰবিন্দমধুপতীৰ্থনাথবিৰচিতগুৰুবন্দনমালা সমাপ্তা।



মাজুলী সত্ৰৰ নামঘৰ আৰু মণিকূট



মণিকূটত গোবিন্দ মহাপ্রভু



নামঘৰৰ ভিতৰত সত্ৰাধিকাৰ আৰু ডেকা সত্ৰাধিকাৰসহ প্ৰসংগৰত বৈষ্ণৱসকল



সত্ৰৰ ভিতৰুৰা এটি পথ



সত্ৰৰ ভিতৰুৰা আন এটি পথ



উত্তৰ গুৱাহাটী শাখা-সত্ৰৰ নামঘৰ আৰু মণিকূট



উত্তৰ গুৱাহাটী শাখা-সত্ৰৰ মুখ্য তোৰণ



শ্রীশ্রীদেবদত্তদেব গোস্বামী প্রভু ( প্রাক্তন সত্রাধিকার )



৩৮ বছৰ বযসত শ্ৰীশ্ৰীহেমচন্দ্ৰদেব সত্ৰাধিকাৰ প্ৰভু



শ্রীশ্রীহেমচন্দ্রদেব গোস্বামী ( ১৮ বছৰ বয়সত )



শ্ৰীশ্ৰীলীলাকান্তদেৱ গোস্বামী প্ৰভু ( প্ৰাক্তন সত্ৰাধিকাৰ )



বৰ্তমানৰ ডেকা অধিকাৰ প্ৰভু শ্ৰীশ্ৰীবিষ্ণুচন্দ্ৰদেৱ গোস্বামী



সত্ৰীয়া পৰিবেশত শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ সত্ৰাধিকাৰ প্ৰভু



শ্রীপীতাম্ববদেব গোস্বামী ( ভাবী গোবিন্দপুবীযা )



শ্ৰীশ্ৰীহেমচন্দ্ৰ গোস্বামী সত্ৰাধিকাৰ প্ৰভুসহ জনদিয়েক মুখ্য বৈষ্ণৱ



বাঙলী চ ৰাৰ সমুখত বৈষ্ণৱসকলৰ একাংশ



যুবা আর বালক বৈষ্ণববৃন্দের একাংশ



খেল নাবত শ্ৰীশ্ৰীসত্ৰাধিকাবসহ বৈষ্ণবসকল চহৰ যাত্ৰাত



বৈষ্ণৱসকলৰ দ্বাৰা নিৰ্মিত কাৰুশিল্প বস্তুসমূহৰ কেইপদমান—বেতৰ বিচনী, দ'ল-শৰাই, গছা, খুন্দনা, উৰাল আৰু উৰাল-মাৰি



শ্ৰীশ্ৰীহেমচন্দ্ৰদেৱ গোস্বামী ( অধিকাৰ হোবাৰ পূৰ্বে )



নামঘৰৰ ভিতৰত পশ্চিমমূৰে থকা কাঠৰ গৰুড় মূৰ্তি

# আউনীআটী সত্ৰৰ আৰ্জা-চিত্ৰ




১। নামঘৰ আৰু মণিকূট

২। শ্ৰীশ্ৰীসত্ৰাধিকাৰৰ আবাস

৩। ধন ভঁৰাল

৪। চাউল ভঁৰাল

৫। (ক) (খ) (গ) (ঘ)
—বৈষ্ণৱসকলৰ আবাস ( চাৰি হাটী )

৬। শ্ৰীশ্ৰীডেকা গোস্বামীৰ আবাস

৭। শ্ৰীশ্ৰীগোবিন্দপুৰীয়াৰ আবাস

৮। বুলনি চ'ৰা

৯। ভিতৰ বাট চ'ৰা

১০। বাহিৰ বাট চ'ৰা

১১। ৺কমলদেৱ চতুষ্পাঠী

১২। (ক) (খ)—দোকান বজাৰ

১৩। ডাকঘৰ

১৪। অতিথি ভৱন

১৫। (ক) (খ) (গ) (ঘ)—পথসমূহ

১৬। (ক) (খ) (গ) (ঘ) (ঙ) (চ) (ছ)—পুখুৰীবিলাক

১৭। উচ্চ বুনিয়াদী বিদ্যালয়